# অসম সাহিত্য সভাৰ ভাষণাৱলী

## চতুৰ্থ ভাগ

[ ষড়বিংশ সন্মিলনৰপৰা ঊনচত্বাৰিংশ সন্মিলনলৈকে ]

সংকলক আৰু সম্পাদক

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী




অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন : যোৰহাট

**ASAM SAHITYA SABHA BHASANAWALEE Part IV :** A collection of fourteen presidential addresses of the Asam Literary Conference from 1958 session to 1972 session, compiled by Sri Jatindranath Goswami and published by Sri Nagen Saikia, general Secretary, Asam Sahitya Sabha, Jorhat, Asam

প্ৰকাশক :
শ্ৰীনগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

আঘোণ, ১৮৯৫ শক
নৱেম্বৰ, ১৯৭৩ চন
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

**মূল্য : কুৰি টকা**

শ্ৰীকালীচৰণ পালৰ দ্বাৰা নৱজীৱন প্ৰেছ, ৬৬ গ্ৰে ষ্ট্ৰীট কলিকতা-৬ত মুদ্ৰিত

# প্ৰধান সম্পাদকৰ ক'বলগীয়া

একোখন দেশৰ চিন্তানায়কসকলৰ বক্তব্যৰ মাজেৰেই দেশৰ মানসিক আৰু বৌদ্ধিক জীৱনৰ আভাস বিৰিঙি ওলায়। অসমৰ যোৱা এশ বছৰৰ বৌদ্ধিক জীৱনৰ দ্বন্দ্ব আৰু বিকাশৰ ইতিহাস বিচাৰ কৰোঁতে অসম সাহিত্য সভাৰ সভাপতিসকলৰ অভিভাষণাৱলীয়ে নিঃসন্দেহে কিছু মূল্যবান আৰু প্ৰামাণ্য তথ্য-পাতিৰ যোগান ধৰিব। ইবিলাকৰ মাজত আমাৰ জাতীয় জীৱনৰ বিগত দিনৰ নিশ্বাস-প্ৰশ্বাস স্পষ্টভাৱেই অনুভৱ কৰা যায়। কাৰণ, আধুনিক কালৰ অসমীয়া ভাষা-সাহিত্যৰ অগ্ৰণী আৰু বৰেণ্য লেখকসকলৰ মাজৰপৰাই অসম সাহিত্য সভাৰ সভাপতিৰ পদৰ বাবে একোগৰাকী লেখকক সভাই বৰণ কৰি আহিছে। গতিকে স্বাভাৱিকভাৱেই, আমাৰ এই চিন্তানায়কসকলৰ বক্তব্যসমূহ একো একোটি গুৰুত্বপূৰ্ণ আৰু ঐতিহাসিক দলিলত পৰিণত হৈছে। কিন্তু আমাৰ সংৰক্ষণপ্ৰৱণতাৰ অভাৱত এই মূল্যবান ভাষণাৱলী কালৰ গৰ্ভত প্ৰায় হেৰোৱাৰ উপক্ৰম হৈছিল। প্ৰবীণ আৰু প্ৰথিতযশা সাহিত্যিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ থকা কালতে তেখেতেই অশেষ কষ্ট কৰি সভাৰ প্ৰথম ৰংপুৰ সন্মিলনৰ সভাপতি সাহিত্য-কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাৰপৰা পঞ্চবিংশ ধুবুৰী সন্মিলনৰ সভাপতি, বুৰঞ্জীবিদ্ শ্ৰীবেণুধৰ শৰ্মাৰ অভিভাষণলৈকে ২৫খন অভিভাষণ সংগ্ৰহ আৰু সংকলন কৰে। তাৰে প্ৰথম ১২খনি অভিভাষণ "অসম সাহিত্য সভাৰ ভাষণাৱলী" ১ম ভাগ নামেৰে তেখেতৰ কাৰ্য্যকালতে গ্ৰন্থাকাৰে প্ৰকাশিত হয়। পিচৰ ৩খনি অভিভাষণ ২য় ভাগ পুথিৰ আকাৰত প্ৰকাশিত হয় অধ্যক্ষ শ্ৰীপৰাগ চলিহা ডাঙৰীয়া সভাৰ প্ৰধান সম্পাদক হৈ থকাৰ সময়ত। ইয়াৰ পিচত অসম সাহিত্য সভাৰ বুৰঞ্জী অধিবেশনসমূহৰ প্ৰথম ১৫ গৰাকী সভাপতিৰ মূল্যবান গবেষণা-পত্ৰ প্ৰায় অভিভাষণ কেইখনি শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীদেৱে সংকলন কৰি উলিয়ায় আৰু ড মহেশ্বৰ নেওগদেৱ সভাৰ প্ৰধান সম্পাদক হৈ থকা কালতে এই গ্ৰন্থখনি "অসম সাহিত্য সভাৰ ভাষণাৱলী" ৩য় ভাগ নামেৰে প্ৰকাশিত হয়।

এইখনি হ'ল—এই একে শিতানৰে ৪ৰ্থ পুথি। অসম সাহিত্য সভাৰ ষড়বিংশ তিনিচুকীয়া সন্মিলনৰ সভাপতি ৺পদ্মধৰ চলিহাদেৱৰ অভিভাষণৰপৰা উনচত্বাৰিংশ ধুবুৰী সন্মিলনৰ সভাপতি শ্ৰীযুত হেম বৰুৱালৈকে ১৩ গৰাকী সভাপতিৰ অভিভাষণাৱলী "অসম সাহিত্য সভাৰ ভাষণাৱলী" চতুৰ্থ ভাগত সন্নিবিষ্ট কৰা হৈছে। সভাৰ ১৯৭২-৭৩ চনৰ কাৰ্য্য-নিৰ্বাহক সমিতিৰ সিদ্ধান্ত অনুসৰি প্ৰকাশ কৰিবলৈ লোৱা এই গ্ৰন্থখনি সংকলনৰ দায়িত্ব অৰ্পিত হয় সেই বছৰৰ প্ৰধান

সম্পাদক শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীদেৱৰ ওপৰত। তেখেতে এই দায়িত্ব গ্ৰহণ কৰি ভাষণাৱলী প্ৰকাশৰ কাম আগবঢাই আনে। সভাৰ পক্ষৰপৰা অধ্যাপক শ্ৰীযুত গোস্বামীদেৱক ধন্যবাদ জ্ঞাপন কৰিলোঁ। কলিকতাৰ 'নৱজীৱন প্ৰেছ'ৰ স্বত্বাধিকাৰী শ্ৰীযুত কালীচৰণ পাল ডাঙৰীয়াক অসম সাহিত্য সভাই যেতিয়াই যি ছপা কামকে কৰি দিবৰ বাবে কৈছে, তেতিয়াই সেই কামকে নিখুঁত আৰু নিয়াৰিকৈ কৰি দিছে। শ্ৰীযুত পালৰ এনে বন্ধুসুলভ সহযোগিতাৰ বাবে সভাৰ হৈ ধন্যবাদ জনালোঁ।

আমি আশা কৰিছোঁ, সাহিত্য সভাৰ অন্যান্য গ্ৰন্থৰ দৰে এই গ্ৰন্থখনিও অসমীয়া ভাষা-সাহিত্যৰ অনুৰাগীসকলৰ স্নেহ-ধন্য হৈ পৰিব। ইতি

১ আঘোণ, ১৮৯৫ শক
১৬ নৱেম্বৰ, ১৯৭৩ চন
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সংকলয়িতাৰ একাষাৰ

অসম সাহিত্য সভাৰ যোৱা বছৰৰ ( ১৯৭২-৭৩ ) কাৰ্য্য-নিৰ্বাহক সমিতিয়ে অসম সাহিত্য সভাৰ ভাষণাৱলী চতুৰ্থ ভাগ প্ৰকাশ কৰিবৰ কাৰণে সিদ্ধান্ত কৰি আমাক এই সঙ্কলনৰ দায়িত্ব দিয়ে। বৰ্ত্তমান সঙ্কলনত তেৰজন সভাপতিৰ চৈধ্যখন অভিভাষণ সন্নিবিষ্ট কৰা হৈছে। প্ৰতিজন অভিভাষণত প্ৰতিগৰাকী সভাপতিৰ স্বকীয় দৃষ্টিভঙ্গী প্ৰকাশ পাইছে। যেনে:

পদ্মধৰ চলিহাই তেওঁৰ অভিভাষণত আধুনিক অসমীয়া সাহিত্যৰ ধাৰা সম্পৰ্কে কৰা উক্তি আৰু সাহিত্য-সংস্কৃতিৰ বৰঘৰটোলৈ জাতীয় প্ৰতিভাৰ খিড়িকীৰে বতাহ সোমাবলৈ দিব লাগে বুলি কৰা উক্তি তাৎপৰ্য্যপূৰ্ণ। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই নাটকীয় গুণবিশিষ্টভাবে অভিভাষণখনি উপস্থাপন কৰি অগ্ৰজসকলৰ দৰে ঐতিহ্য আৰু পৰম্পৰাত দৃঢ় বিশ্বাস ৰাখিছে। উন্নত, সবল ভাষা-সাহিত্যতকৈ অনুন্নতসকলৰ প্ৰতি অধিক সহানভূতিশীল হবৰ কাৰণে শ্ৰীহাজৰিকাই সতৰ্ক কৰি দিছে। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীৰ অভিভাষণ দুখনৰ প্ৰথমখনত অতীতৰ বুকুৰপৰা অনুপ্ৰেৰণা লাভ কৰি বৰ্ত্তমানৰ প্ৰতি সচেতন হৈ যুগৰ প্ৰত্যাহ্বান কেনেকৈ গ্ৰহণ কৰিব লাগে এই কথা যিদৰে সূক্ষ্মভাবে বিশ্লেষণ কৰিছে সেইদৰে দ্বিতীয়খনত ৰস, সাহিত্য আৰু প্ৰাচ্য আৰু পাশ্চাত্য দৃষ্টিভঙ্গীৰ মৌলিক বিশ্লেষণ কৰিছে। ৰত্নকান্ত বৰকাকতীয়ে যুগাতীত সাহিত্য সম্পৰ্কে কৰা উক্তি পূৰ্বসূৰীসকলৰ উক্তিৰ সমগোত্ৰীয় হলেও তাৎপৰ্য্যপূৰ্ণ। ডিম্বেশ্বৰ নেওগে তেওঁৰ অভিভাষণত অসমীয়া ভাষা কামৰূপী প্ৰাকৃতৰপৰা উদ্ভৱ হৈছে বুলি উল্লেখ কৰিছে আৰু তেওঁ অসমীয়া ভাষাৰ ব্যাকৰণ আৰু অভিধান প্ৰণয়নৰ পৰামৰ্শ আগবঢ়াইছে। মৰে অসম, জীয়ে কোন? জীয়ে অসম, মৰে কোন?"—এয়ে তেওঁৰ মতে নতুন জীৱনৰ বিজয় হুঙ্কাৰ। শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাই তেওঁৰ অভিভাষণত উগ্ৰ বাস্তৱৰ আশ্ৰয় লৈ ৰুচিৰ প্ৰতিকূলে সাহিত্য সৃষ্টি কৰাক দোষ-দুষ্টতা বুলিছে। শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তদেৱে সাহিত্যত সেৱা-ভাবৰ আৱশ্যকতাৰ ওপৰতহে গুৰুত্ব দিছে। নকুলচন্দ্ৰ ভূঞাই কৈছে যে সহানুভূতি সৃষ্টি কৰিব পাৰিলেহে জনসাধাৰণ সাহিত্যৰ প্ৰতি সজাগ হয়। আনহাতে জ্ঞাননাথ বৰাই অনুবাদ সাহিত্যৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছে। শ্ৰীআনন্দচন্দ্ৰ বৰুৱাৰ ভাষণত ভাৰতীয় সাহিত্যৰ পটভূমি আৰু ক্ৰমবিকাশৰ পৰিপ্ৰেক্ষিতত অসমীয়া সাহিত্যৰ বিশ্লেষণ দাঙি ধৰা হৈছে। শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে অসমীয়া সাহিত্যৰ প্ৰচাৰৰ ওপৰত গুৰুত্ব দিছে। শ্ৰীতীৰ্থনাথ শৰ্মাৰ মতে ব্যক্তি আৰু সমাজৰ অনুভৱ বিবিধ প্ৰবাহেদি উপচি পৰিলে সি সাহিত্যৰ মাজেদি ভেটা ভাঙি

# সভাপতিসকলৰ চমু চিনাকি

## পদ্মধৰ চলিহা

স্বৰ্গদেৱ জয়ধ্বজ সিংহ ৰজাৰ দিনত কনৌজৰপৰা ৰামৰায় নামে এজন কায়স্থকুলীয় বিদগ্ধ পণ্ডিতলোক অসমলৈ আহে। তেওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ স্বৰ্গদেৱে বিষয়-বাব আৰু খাট-পাম দি অসমতে ৰাখিলে ১৬৫২ খৃষ্টাব্দত। এখেতেই বৰ্তমান অসমৰ চলিহা কাকতি বংশৰ আদি পুৰুষ।

স্বৰ্গীয় পদ্মধৰ চলিহাৰ পিতৃৰ নাম আছিল ৰায়বাহাদুৰ ফণীধৰ চলিহা আৰু মাতৃ মণিৰাম দেৱানৰ নাতিনী স্বৰ্গীয়া গুণদালতা চলিহানী। এই গুণদালতাৰ প্ৰথম পুত্ৰ পদ্মধৰ চলিহা। ১৮৯৫ চনৰ শাওন মাহত শিৱসাগৰ আমোলাপটিত পদ্মধৰ চলিহাৰ জন্ম হয়।

পদ্মধৰ চলিহাই সৰুৰেপৰা মেধা শক্তিৰ পৰিচয় দিছিল। তেওঁৰ খেলধেমালি, সঙ্গীত, অভিনয়, সভা-সমিতি, পঢ়াশুনা আদিত ৰাপ আছিল আৰু চৰ্চা কৰিছিল। বিমলালয়, ছাত্ৰসভা, বাল্যাশ্ৰম আদি কণ-কণ ছাত্ৰৰ অনুষ্ঠানবোৰত যোগদান কৰিছিল আৰু এইবোৰত আবৃত্তি, অভিনয় আদি কৰাৰ উপৰিও সঙ্গীত পৰিবেশন কৰিছিল।

তেওঁ শিৱসাগৰৰ বঙলা স্কুলত পঢ়াশলীয়া জীৱন আৰম্ভ কৰে। ইয়াৰ পিছত চৰকাৰী উচ্চ বিদ্যালয়ত পঢ়ে আৰু ১৯০৮ চনত এই বিদ্যালয়ৰপৰা সুখ্যাতিৰে এণ্ট্ৰেঞ্চ পৰীক্ষাত উত্তীৰ্ণ হয়। এণ্ট্ৰেঞ্চ মহলাত উঠি তেওঁ জলপানী লৈ গুৱাহাটীৰ কটন কলেজত আই এ শ্ৰেণীত ভৰ্তি হয়। ১৯১০ চনত সুখ্যাতিৰে আই. এ পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯১১ চনত কলিকতাৰ প্ৰেচিডেন্সি কলেজৰপৰা ইংৰাজীত অনাৰ্ছ লৈ বি এ পাছ কৰে। ১৯১৬ চনত ইংৰাজীত এম এ, পৰীক্ষাত উত্তীৰ্ণ হয় আৰু ১৯২০ চনত গুৱাহাটীৰ আৰ্ল ল কলেজৰপৰা বি. এল পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯২০ চনত শিৱসাগৰত তেখেতে ওকালতি কৰিবলৈ আৰম্ভ কৰে।

শিৱসাগৰত এনে অনুষ্ঠান নাছিল য'ত চলিহা ডাঙৰীয়াৰ সক্ৰিয় সহযোগ নাছিল। ইয়াৰ ভিতৰত ঘাইকৈ অসম সাহিত্য সভা, ৰংপুৰ সাহিত্য সভা, অসম ছাত্ৰ সন্মিলন, জয়মতী তিথি উৎসৱ সমিতি, শ্ৰীশ্ৰীশঙ্কৰদেৱ সমাজ, শিৱসাগৰ কলেজ, বিদ্যাপীঠ, নাট্য সমাজ, কমাৰ্চিয়েল ইন্‌ষ্টিটিউট, সন্মিয়া সন্মিলনী গুৱাহাটী, ৰিডিং ক্লাব, শিৱসাগৰ, টাই-বৌদ্ধ ছাত্ৰসন্থা, সাধনী উৎসৱ, ৰাধিকা শান্তি উৎসৱ আদিয়েই প্ৰধান।

তেখেত একাধাৰে আছিল এজন নিৰ্ভীক আৰু স্পষ্টবাদী বক্তা, নিৰপেক্ষ সমালোচক, সাহিত্যিক, দেশকৰ্মী, নাট্যকাৰ, সঙ্গীতজ্ঞ, অভিনেতা, সাংবাদিক, সমাজ-সংস্কাৰক, গীতিকাৰ। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত যোগদান কৰি কাৰাবাসো বৰণ কৰিছিল। তেওঁ

অস্থায়ীভাবে কেইবছৰ মান ই এ চি-ৰ চাকৰি কৰি পিছত শিৱসাগৰ কলেজ প্ৰতিষ্ঠা কৰাত আত্মনিয়োগ কৰিছিল।

কলেজীয়া জীৱনৰ ভিতৰতে 'আলোচনী', 'বাঁহী', 'উষা' আদি সেই সময়ৰ আলোচনীত তেওঁৰ ভালেমান গীত, প্ৰবন্ধ প্ৰকাশ পায়, আৰু গীতৰ পুথি 'ফুলনি' প্ৰকাশ হয়। সিংহদত্তদেৱ অধিকাৰীৰ সৈতে যুটীয়া ভাবে 'অৰ্ঘ্য' ( ১৯২৮ চন ) আলোচনী সম্পাদনা কৰিছিল। তেওঁ ১৯৩১ চনৰপৰা কেইবা বছৰলৈকে 'সাদিনীয়া অসমীয়া' বাতৰি কাকত সম্পাদনা কৰিছিল, লগতে সাহিত্যৰথী বেজবৰুৱাদেৱৰ 'বাঁহী' কাকতৰ সহকাৰী সম্পাদকৰ দায়িত্ব বহন কৰিছিল। মৃত্যুৰ সময়লৈকে তেওঁ নতুনকৈ প্ৰকাশ কৰা 'অসম জেউতি' বাৰ্তালোচনী খনি চলাই আছিল। ইয়াৰ বাদেও তেখেতে অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাললৈ দান দি থৈ যোৱা পুথি কেইখনি হ'ল—'ফুলনি' ( ১৯১৫ চন ), ধেমেলীয়া নাট 'নিমন্ত্ৰণ' ( ১৯১৭ ), চেক্‌চপিয়েৰৰ অমৰ নাট 'ৰোমিও জুলিয়েট'ৰ আলম লৈ লিখা 'অমৰ-লীলা' ( ১৯১৯ ), ধেমেলীয়া নাট 'কেনে মজা' ( ১৯২০ ), অসহযোগ আন্দোলনত সহযোগ কৰি লিখা স্বদেশ প্ৰেমৰ গীত 'স্বৰাজ সঙ্গীত' ( ১৯২১ ) 'গীত লহৰী' ( ১৯২৩ ), 'শৰাই' ( কবিতা ( ১৯২৮ ), 'The Sahityarathi of Assam' ( ১৯৫৪ ), 'মহাবীৰ লাচিত বৰফুকন' ( ১৯৫৫ ), 'অসমীয়া সাহিত্যলৈ ৰংপুৰৰ বৰঙণি' ( ১৯৫৬ ), 'ৰংপুৰে কথা কয়' ( ১৯৫৬ ), তেওঁৰ আত্মজীৱনী 'জীৱন বীণৰ সুৰ' ( ১৯৬৩ ), পদুমনি ( কবিতা ) ( ১৯৬৬ ), আৰু অপ্ৰকাশিত পুথি 'দীপিকাছন্দ' আৰু 'উৰুলী'। ইয়াৰ বাহিৰেও অসমৰ ন-পুৰণি প্ৰায়বোৰ আলোচনীত, আৰু স্কুল-কলেজবোৰৰ আলোচনীত তেখেতৰ প্ৰবন্ধ, কবিতা, গীত আদি প্ৰকাশ হৈছিল। ১৯৫৮ চনৰ এপ্ৰিল মাহত তিনিচুকীয়াত হোৱা অসম সাহিত্য সভাৰ ষড়বিংশ অধিবেশনৰ সভাপতি আছিল। ১৯১৯ চনৰ ১২ জুন বৃহস্পতিবাৰে চলিহাদেৱে শেষ নিশ্বাস ত্যাগ কৰে। [ শ্ৰীবসন্তলাল দুৱৰা ]

## শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

অসমীয়া সাহিত্যত যি কেইগৰাকী সাহিত্যিকে অধিক সংখ্যক পুথি ৰচনা কৰিছে সেইসকলৰ ভিতৰত শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা অন্যতম। শ্ৰীহাজৰিকা একাধাৰে কবি, নাট্যকাৰ আৰু শিশুপুথি প্ৰণেতা।

ৰমাকান্ত হাজৰিকাৰ পুত্ৰ আৰু 'অভিমন্যু বধ' কাব্য প্ৰণেতা ৰমাকান্ত চৌধুৰীৰ নাতি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই ১৯০৬ খৃষ্টাব্দত গুৱাহাটীত জন্মগ্ৰহণ কৰে। তেওঁ গুৱাহাটীত শিক্ষালাভ কৰে। তেওঁ কলেজিয়েট স্কুলৰপৰা ১৯২৩ চনত প্ৰৱেশিকা মহলাত উত্তীৰ্ণ হৈ কটন কলেজত পঢ়ে। তেওঁ ১৯২৫ চনত আই এচ্. চি আৰু ১৯২৮ চনত বি এ. পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ ১৯৩৫ চনত বি-এল, ১৯৪১ চনত বি টি. আৰু ১৯৪৩ চনত এম এ. মহলাত উঠে। তেওঁ পোনতে শিক্ষা বিভাগৰ স্কুলৰ চাকৰি আৰম্ভ কৰি শেষত কটন কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী হয়গৈ আৰু ১৯৬১ চনত চাকৰিৰপৰা অৱসৰ লয়। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই

ছাত্রাৱস্থাৰেপৰা সাহিত্য-চৰ্চাত মনোনিবেশ কৰে। এই সাহিত্য সাধনাই তেওঁক জীৱনত প্ৰতিষ্ঠা লাভত সহায় কৰে। তেওঁ অসম ছাত্ৰ-সম্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদক আছিল। তেওঁ এজন বিশিষ্ট সংগঠক আৰু সমাজকৰ্মী। তেওঁ অসম সাহিত্য সভাৰ একেবাহে তিনিবাৰ ( ১৯৫৩-৫৪, ১৯৫৪-৫৫, ১৯৫৫-৫৬ ) প্ৰধান সম্পাদকৰ দায়িত্ব বহন কৰি অসম সাহিত্য সভাক পুনৰ্জীৱন দিয়ে। তেওঁ অসম সাহিত্য সভাৰ সপ্তবিংশ ( নগাওঁ ) অধিবেশনৰ ( ১৯৫৯ ) সভাপতি আছিল। তেওঁ 'মৰুলেখা' ( ১৯৬৭ ) গ্ৰন্থৰ বাবে সাহিত্য অকাডেমিৰ বঁটা লাভ কৰে।

প্ৰবীণ সাহিত্যিক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই অসমীয়া সাহিত্যৰ বিভিন্ন দিশত, ঘাইকৈ কবিতা আৰু নাটকৰ ক্ষেত্ৰত বিশেষ বৰঙণি যোগাইছে। তেওঁৰ কবিতাৰ বিষয়বস্তুৰ বৈচিত্ৰ্য আছে, কিছুমান কবিতা কাব্যিক সৌন্দৰ্য্যৰে ভৰপূৰ। জীৱনৰ শেষ ভাগত ৰচনা কৰা কবিতাসমূহৰ কিছুমান আধ্যাত্মিক ভাৱৰ। তেওঁৰ কবিতা পুথি 'মণিমালা' ( ১৯৩০ ), পাঞ্চজন্য ( ১৯৩১ ), দীপালী ( ১৯৩৮ ), তপোবন ( ১৯৫৫ ) মুকুতামালা ( ১৯৫৩ ), মনমাধুৰী ( ১৯৭১ ), মনিকূট ( ১৯৭৩ ), বাংচালী ( ১৯৭৩ ) ইত্যাদি। তেওঁ চিত্ৰদাস ছদ্মনামত শ্ৰীঅমিয় কুমাৰ দাসৰ সম্পাদনাত ওলোৱা 'বাঁহী'ত ( ১৯৩৪-৩৫ ) কেবাটাও কবিতা লিখে।

অসমীয়া নাট্যকাৰসকলৰ ভিতৰত শ্ৰীহাজৰিকাই অধিক সংখ্যক মঞ্চোপযোগী নাটক ৰচনা কৰিছে। তেওঁৰ নাটসমূহে ৰঙ্গমঞ্চৰপৰা অনূদিত বঙলা নাটকৰ প্ৰভাৱ দূৰ কৰাত আৰু নাট্য পৰম্পৰা শক্তিশালী কৰাত বিশেষ বৰঙণি যোগাইছে। তেওঁৰ নাটসমূহ ঘাইকৈ চাৰি শ্ৰেণীত ভগাব পাৰি—ঐতিহাসিক, পৌৰাণিক, কাল্পনিক আৰু অনুবাদমূলক। শকুন্তলা ( ১৯৪০ ), বণিজ কোৱঁৰ ( ১৯৪০ ), অশ্ৰুতীৰ্থ ( ১৯৫০ ) এই কেইখন অনুবাদমূলক নাটক। শ্ৰীহাজৰিকাৰ বেছি ভাগ নাটকেই পৌৰাণিক। পৌৰাণিক নাটকৰ নাট্যকাৰৰূপে তেওঁৰ খ্যাতি সকলোতকৈ অধিক।

পৰিস্থিতি আৰু ঘটনাৰ চমৎকাৰিত্বই চৰিত্ৰৰ উক্তি-প্ৰত্যুক্তিৰ নাটকীয় গুণে আৰু কোনো কোনো স্থানত ভাৱাবেগৰ কাব্যময় প্ৰকাশে নাটসমূহক সৰবৰহী কৰিছে। তেওঁৰ নাটসমূহ হৈছে—বেউলা ( ১৯৩৩ ), কনৌজ কুঁৱৰী ( ১৯৩৩ ), নৰকাসুৰ ( ১৯৩০ ), শ্ৰীৰামচন্দ্ৰ ( ১৯৩৭ ), কুৰুক্ষেত্ৰ ( ১৯৩৬ ), নন্দদুলাল ( ১৯৩৫ ), মৰ্জিয়ানা ( ১৯৩৯ ), মানস প্ৰতিমা ( ১৯৪৮ ), নিৰ্য্যাতিতা ( ১৯৫২ ), ৰংমহল ( ১৯৪৯ ), ৰুক্মিণী হৰণ ( ১৯৪৯ ), আহুতি ( ১৯৫২ ), ছত্ৰপতি শিৱাজী ( ১৯৪৭ ), টিকেন্দ্ৰজিৎ ( ১৯৫৯ ) ইত্যাদি। এইদৰে প্ৰায় একুৰি নাটক ৰচনা কৰি তেওঁ আধুনিক নাট্য-সাহিত্যৰ পৰিপুষ্টি সাধন কৰাৰ উপৰিও অসমৰ ৰঙ্গমঞ্চক চহকী কৰে।

শ্ৰীহাজৰিকাৰ শিশু-সাহিত্য বৰ সৰবৰহী। সহজ, সৰল আৰু সুৱলা ভাষাত তেওঁ শিশুৰ উপযোগী গ্ৰন্থ ৰচনা কৰিছে। এইবোৰ হ'ল,—কথা-কীৰ্ত্তন ( ১৯৫৫ ), কথা-দশম ( ১৯৫১ ), অপেশ্বৰীৰ দেশ ( ১৯৫২ ), কাব্য-কাহিনী ( ১৯৫৩ ), কাব্য-কথা ( ১৯৫৩ ),

বাৰাম্নণৰ বহৰবা ( ১৯৫৬ ), ভাৰত জেউতি ( ১৯৫৭ ), উদ্ধৱৰ জোগজৰা ( ১৯৫৯ ), বিশ্বজ্যোতি ( ১৯৫৮ ), গ্ৰিমৰ সাধু ( ১৯৫৯ ), নবাব জাতক ( ১৯৬০ ), এণ্ডাৰচনৰ সাধু ( ১৯৬০ ), ঈছপৰ সাধু, দিগ্বীজয়ী ইত্যাদি। শ্ৰীহাজৰিকা কিছুকাল 'দীপক' নামৰ শিশু আলোচনীৰ সম্পাদকো আছিল।

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই লক্ষ্মীনাথ বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত "বেজবৰুৱা গ্ৰন্থাৱলী" সম্পাদনা কৰে।

তেওঁ একাগ্ৰপতীয়াকৈ সাহিত্য-চৰ্চা কৰি আছে। সাহিত্য-সাধনাই যেন তেওঁৰ জীৱনৰ ব্ৰত।

## শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী

বহু সৃষ্টি নকৰাকৈও অসমৰ সাহিত্য জগতত যি কেইগৰাকী পুৰুষে ওখ সাহিত্যিক সন্মান লাভ কৰি আছে, সেইসকলৰ ভিতৰৰ এজন হ'ল শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী। এতিয়ালৈকে তেওঁৰ চাৰিখন গল্প-সংকলন,—(১) অৰুণা, (২) মৰীচিকা, (৩) শিল্পীৰ জন্ম, (৪) জীৱনৰ জীয়া জুই, এখন ব্যঙ্গাত্মক উপন্যাস—জীয়া-মানুহ, দুখন নিবন্ধ সংকলন,—(১) সমুদ্ৰ মন্থন, (২) সাহিত্য-কলা আৰু তাৰ বিচাৰ, আৰু তিনিখন সমালোচনাৰে গ্ৰন্থ—(১) সাহিত্য আলোচনা, (২) আধুনিক গল্প সাহিত্য আৰু (৩) ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ—সৰ্বমুঠ এই দহখন পুথিহে প্ৰকাশ পাইছে। অৱশ্যে অপ্ৰকাশিত আৰু বিভিন্ন আলোচনী, বাতৰি কাকত আদিৰ বুকুত তেওঁ ভালেমান ৰচনা এতিয়াও পুথিৰ আকাৰত প্ৰকাশ পাবলৈ অপেক্ষা কৰি আছে। শিক্ষকতাৰপৰা অৱসৰ লোৱাৰ পিছত বিশ্ববিদ্যালয় অনুদান আয়োগে আগবঢ়োৱা গৱেষণা-বৃত্তি উপভোগ কৰি তেওঁ প্ৰাচ্য-পাশ্চাত্য নন্দনতত্ত্বৰ বিষয়ে ইংৰাজী ভাষাতে এখন বৃহৎ কলেৱৰৰ গ্ৰন্থও প্ৰণয়ন কৰি আছে।

আদৰ্শ আৰু আদৰ্শবাদীৰ প্ৰতি শ্ৰদ্ধা আৰু স্নেহ থকা কাৰণেই আৰু তেওঁৰ সৃষ্টিধৰ্মী ৰচনাৱলীৰ মাজেদিও ইয়াৰ আভাস অনুভৱ কৰিবপৰা কাৰণে তেওঁৰ ৰচনা সমাদৃত হৈছে।

পৰিৱেশৰ প্ৰভাৱৰপৰা মুক্ত হোৱা সুকঠিন। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীয়ে ১৯০৬ চনৰ মাৰ্চ মাহৰ ৩ তাৰিখে নলবাৰী সত্ৰৰ যিখন সত্ৰত জন্মগ্ৰহণ কৰিছিল সেইখন আছিল শ্ৰীচৈতন্যপন্থী এখন বৈষ্ণৱ সত্ৰ। কিন্তু সেই সময়ৰ অসমত ইংৰাজী শিক্ষাৰ প্ৰতি গঢ়ি উঠিছিল পৰম ধাউতি। ইংৰাজী নপঢ়িলে, ইংৰাজী নিশিকিলে চা-চাকৰিও নিমিলিছিল। জন্মৰেপৰা এনে এটা পৰিৱেশত জন্মিলেও নিজা বৈশিষ্ট্য শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীয়ে বিসৰ্জন দিয়া নাছিল। সৰুৰেপৰাই বুধিয়ক আছিল যদিও আনক বিস্মিত কৰিবপৰা ছাত্ৰ তেওঁ নাছিল। কিন্তু কৃতিত্বৰে মহলাবোৰত উঠাৰ উপৰি, সঙ্গীত, খেল-ধেমালি আৰু সমাজ-সেৱাৰ প্ৰতিও তেওঁ সমানে আকৃষ্ট হৈছিল। অনাৰ্ছৰে স্নাতক মহলাত উঠা সত্বেও ধনৰ অভাৱতে স্নাতকোত্তৰ শিক্ষাৰ কাৰণে তেওঁ কলিকতালৈ যাব পৰা নাছিল। তেতিয়াৰ কটন কলেজত অনুষ্ঠিত ইংৰাজীৰ স্নাতকোত্তৰ

মহলাত পঢ়িয়েই তেওঁ বিশ্ববিত্তালয়ত বিশিষ্ট স্থান লাভ কৰিবলৈ সমৰ্থ হৈছিল। তেওঁ গুৱাহাটীৰ আৰ্ল ল' কলেজৰপৰা আইনৰ স্নাতকো হৈছিল, কিন্তু ওকালতি নকৰিলে। পোনতে কিছুদিনৰ কাৰণে এটা একচেতীয়া ব্যৱসায় অনুষ্ঠানত কাম কৰিলেও শেষত তেওঁ প্ৰায় একুৰি পোন্ধৰ বছৰ কাল একেৰাহে শিক্ষকতা কৰি ১৯৬৮ চনত নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হিচাবে ২৩ বছৰ কাল অধ্যক্ষতা কৰি চাকৰি জীৱনৰপৰা অবসৰ লয়। শিক্ষকতাৰ কালছোৱাই শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীৰ জীৱনৰ গুৰুত্বপূৰ্ণ কাল। এই ছোৱা কালতে নিজস্ব প্ৰতিভা আৰু ব্যক্তিত্বৰ বলত বহল সমাজৰ বুকুত নিজক গজগজীয়াকৈ প্ৰতিষ্ঠা কৰিলে, সাহিত্যিক স্বীকৃতিও লাভ কৰিলে।

স্কুলীয়া ছাত্ৰ অৱস্থাতেই কবিতা ৰচনাৰ প্ৰয়াস কৰিলেও আচলতে কটন কলেজত ছাত্ৰৰূপে যোগদান কৰাৰ পিছৰপৰাহে শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীৰ সাহিত্যৰ প্ৰতি বাপ বাঢ়ে। আজিও সময়ে সময়ে তেওঁ কবিতা ৰচনা কৰে, কিন্তু ছাত্ৰ অৱস্থাত এই প্ৰয়াস আছিল বেছি। পিছত তেওঁ গল্প ৰচনা কৰিবলৈ লয়। ১৯২৯ চনৰ 'বাঁহী'ত প্ৰকাশিত 'প্ৰতিশোধ' শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীৰ প্ৰকাশিত প্ৰথম গল্প। 'কটনিয়ান'ত তেওঁ একাধিক ইংৰাজী গল্পও লেখিছিল। অৱশ্যে তেতিয়াৰ গল্প আছিল ৰোমাণ্টিক প্ৰেমৰ গল্প। শিক্ষকতা আৰম্ভ কৰাৰ লগে লগে আৰু বিশেষকৈ জীৱনৰ ঘাত-প্ৰতিঘাতে আহত কৰাত তেওঁ যিবোৰ গল্প ৰচনা কৰিবলৈ ল'লে সিবোৰ হে বাস্তৱধৰ্মী—সমালোচনাত্মক। 'অৰুণা'ৰ দুই এটা, 'মৰীচিকা', 'শিল্পীৰ জন্ম' আৰু 'জীৱনৰ জীয়া-জুই'ৰ আটাইবোৰ গল্পই বাস্তৱধৰ্মী আৰু সমালোচনাত্মক। আনকি বাঙ্গ উপন্যাস 'জীয়া মানুহ'খনো। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী বিপ্লৱীও নহয় আৰু যথাৰ্থ প্ৰগতিবাদীও নহয়। তেওঁ সংস্কাৰধৰ্মী,—ন আৰু পুৰণিৰ মাজত সুন্দৰ সমন্বয় স্থাপন কৰাৰ হেঁপাহ তেওঁৰ ৰচনাত বৰ্তমান। তেওঁৰ কাহিনী-সাহিত্যই তেওঁৰ সমাজ-সচেতন মনৰ সুপৰিচয় দিয়াৰ দৰে কলাকাৰজনকো সুন্দৰকৈ অনুভৱ কৰায়। "কি আছিল"ৰ লগতে "কেনে হোৱা উচিত" তাৰো আভাস তেওঁৰ কাহিনী-সাহিত্যই দিয়ে।

সম্প্ৰতি তেওঁ সমালোচক হিচাবেহে জনাজাত। এই ক্ষেত্ৰত তেওঁ কেৱল পল্লৱগ্ৰাহীয়েই নহয়, তেওঁৰ সমালোচনা বিশ্লেষণাত্মক আৰু তুলনামূলকো। অধ্যয়ন আৰু বোধৰ পৰিপক্বতা তেওঁৰ সমালোচনা-সাহিত্যৰ মাজেদি প্ৰায় সততে অনুভৱ কৰা যায়। সেয়ে তেওঁ সাহিত্যৰ নতুন নতুন চিন্তাধাৰাৰ লগত পৰিচিত হৈ থাকে, তেনে চিন্তাধাৰাৰ সাহিত্যিকক তেওঁ স্বীকৃতিও দিয়ে। তেওঁৰ সমালোচনাও সৃষ্টিধৰ্মী। সম্প্ৰতি নন্দনতত্ত্বৰ বিষয়ে যিখন পুথি প্ৰস্তুত কৰি আছে সিয়েই সম্ভৱতঃ তেওঁৰ অধ্যয়নশীলমন আৰু বোধশক্তিৰ উত্তম পৰিচয় দিব।

শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীয়ে অসম সাহিত্যসভাৰ পলাশবাৰী ( ১৯৬০ ) আৰু গোৱালপাৰা (১৯৬১) অধিবেশনত অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰাৰ আগতেই তেওঁ প্ৰতিষ্ঠা লাভ কৰে। প্ৰতিষ্ঠাৰ পিছৰেপৰা গুৱাহাটী বিশ্ববিত্তালয়ৰ 'ফেকাল্টি' আৰু 'শিক্ষা পৰিষদ'ৰ তেওঁ সদস্য নিযুক্ত হয়। আকাশবাণী দিল্লী আৰু গুৱাহাটী কেন্দ্ৰই তেওঁলৈ যথাযোগ্য

সন্মান আগবঢাইছে। সৰ্বভাৰতীয় সাহিত্যিক সন্মিলনলৈ তেওঁ নিমন্ত্ৰিত হৈছে। সাহিত্য অকাডেমিয়ে তেওঁৰ 'আধুনিক গল্প-সাহিত্য'খনৰ কাৰণে ১৯৬৭ চনৰ অকাডেমি বঁটা আগবঢাইছে। জীৱিত কালতে ৬৭ বছৰীয়া জন্ম দিবস উপলক্ষে ১৯৭২ চনত তেওঁৰ জন্মস্থান নলবাৰীত গুণগ্ৰাহী ৰাইজে বিপুল পয়োভৰেৰে তেওঁলৈ সম্বৰ্দ্ধনা নিবেদন কৰিছে।

জীৱনত তেওঁ একোৰে সোৱাদ লবলৈ এৰা নাই, আনকি সক্ৰিয় ৰাজনীতিতো বিশিষ্ট ভূমিকা এসময়ত বহন কৰিছিল। তেওঁ ক্লান্ত নোহোৱাকৈ দিনক ৰাতি কৰি পঢে আৰু ক্লেশ অনুভব নকৰাকৈ নিৰৱচ্ছিন্নভাবে লেখে।

শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীয়ে ৬৮ বছৰ পূৰ কৰি ৬৯-ত ভৰি দিছে। তেওঁৰ পৈণত কাপৰপৰা দেশে বহুত পাব বুলি আশা কৰে। [ শ্ৰীশশী শৰ্মা ]

## ৰত্নকান্ত বৰকাকতী

নগাওঁ জিলাৰ খিং মৌজাৰ আঠগাঁৱত ১৮৯৭ চনৰ মে' মাহত ৰত্নকান্তৰ জন্ম হয়। 'শিৱসাগৰৰ চাৰিঙৰ টুকুৰীয়া কাকতী বংশৰ ⁄পৃথু বৰকাকতী বাইদঙীয়া ফুকনৰ ভতিজা নাতিয়েক' ⁄ৰায়চাহাব-ভূধৰ বৰকাকতী আৰু অসমৰ বিখ্যাত ৰাজনৈতিক পুৰুষ স্বৰ্গীয় মাণিকচন্দ্ৰ বৰুৱাৰ জ্যেষ্ঠ ভ্ৰাতৃ ⁄দেৱনাথ বৰুৱাৰ জীয়াৰী তুলসীময়ী বৰকাকতীৰ পুত্ৰ ৰত্নকান্তই আঠগাঁৱৰ নিম্ন প্ৰাইমেৰী স্কুলতে প্ৰাথমিক শিক্ষা লাভ কৰে। ১৯০৬ চনত নগাওঁ গভৰ্ণমেণ্ট হাইস্কুলত ৰত্নকান্ত ভৰ্তি হয় আৰু ১৯১৫ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত প্ৰথম বাৰ্ষিক শ্ৰেণীত পঢি পিছত কলিকতাৰ ৰিপণ কলেজত ভৰ্তি হ'লগৈ।

১১ বছৰ বয়সতে ৰত্নকান্তৰ মনত অঙ্কুৰিত হোৱা সাহিত্য স্পৃহাই ১৪ বছৰ বয়সত ১৯১১ চনত আত্মপ্ৰকাশ লাভ কৰিলে পদ্মনাথ গোহাঞিবৰুৱাৰ দ্বাৰা সম্পাদিত 'উষা' কাকতত 'নতুন বছৰ' ৰূপেৰে। 'উষা' কাকতৰ প্ৰেৰণাতে কবিৰূপে স্বীকৃত হোৱা ৰত্নকান্ত বৰকাকতীয়ে লক্ষ্মীনাথ বেজবৰুৱাৰ দ্বাৰা সম্পাদিত 'বাঁহী'তো কবিৰূপে প্ৰতিষ্ঠা লাভ কৰিলে ১৯১২ চনত প্ৰকাশ পোৱা 'প্ৰণয়ৰ প্ৰতিদান' নামৰ কবিতাৰ জৰিয়তে। একে সময়তে 'আলোচনী' নামৰ কাকততো বৰকাকতীৰ কবিতা প্ৰকাশ পায়। উষা, বাঁহী আৰু আলোচনীয়েই ৰত্নকান্ত বৰকাকতীক সাহিত্য সৃষ্টিত ইন্ধন যোগালে আৰু কবিতাৰ উপৰি গদ্য ৰচনাৰ ক্ষেত্ৰতো এই কেইখন কাকতৰপৰাই তেখেতে প্ৰথম প্ৰেৰণা লাভ কৰিলে। ১৯১৩—১৪ চনৰ ভিতৰত লেখা 'অসমীয়া ভাষাৰ আখৰ জোঁটনি' আৰু 'অসমীয়া ছাত্ৰৰ ওপৰত দোষাৰোপ সম্বন্ধে দুআষাৰমান' নামৰ প্ৰবন্ধ দুটা উষাত প্ৰকাশ হোৱাৰ পিছৰেপৰা কবি বৰকাকতীৰ ভিতৰত এজন সমালোচকৰো সন্ধান পোৱা হ'ল। ১৯১৭ চনত শিৱসাগৰত পদ্মনাথ গোহাঞিবৰুৱাৰ পৌৰোহিত্যত অনুষ্ঠিত অসম সাহিত্যসভাৰ প্ৰথম অধিবেশনত বৰকাকতীয়ে 'কোৱা ভাষা আৰু লিখা ভাষা' নামৰ প্ৰবন্ধ এটি পাঠ কৰে। বৰকাকতীৰ গদ্য ৰচনাৰ ভিতৰত 'জিহু আৰু জালিমী', 'সাহিত্যত জাত বিচাৰ', 'জ্ঞান-মালিনীৰ সমালোচনা', 'অসমীয়া জাতিৰ জাতিত্ব',

'ভাৰতীয় ঐতিহ্য আৰু অসমীয়া লিখক', 'ততঃ কিম্'?, 'সাহিত্যৰ স্বৰূপ', 'সংস্কৃতি আৰু উপনিষদ', 'ভাষাৰ ঐক্য', 'বেলিৰ পোহৰ' আদি প্ৰবন্ধই বৰকাকতীক এজন যুক্তিনিষ্ঠ সমালোচক ৰূপত অৱতীৰ্ণ কৰাইছে। এইবোৰৰ উপৰি তেখেতৰ বহুতো প্ৰবন্ধ এতিয়াও অপ্ৰকাশিত হৈ আছে।

কবি হিচাপে ৰত্নকান্ত বৰকাকতী 'শেৱালি কবি' আখ্যাৰেই অসমীয়া সাহিত্য জগতত পৰিচিত। তেখেতৰ প্ৰথম প্ৰকাশিত গ্ৰন্থ হ'ল—'আলাপ' (১৯১৯)। ইয়াৰ পিছতে মহাত্মা গান্ধীৰ 'হিন্দ স্বৰাজ' (ইংৰাজী) গ্ৰন্থৰ অসমীয়া অনুবাদ প্ৰকাশ হয় ১৯২১ চনত। ১৯৩২ চনৰ জুলাই মাহত তেখেতৰ শ্ৰেষ্ঠ গ্ৰন্থ 'শেৱালি' প্ৰকাশ হয় আৰু 'তৰ্পণ' নামৰ আন এখন কবিতাৰ পুথি প্ৰকাশ পায় ১৯৫১ চনত। ইয়াৰ পিছতে জাতীয় ঐক্যৰ কাৰণে লিপি পৰিবৰ্তনৰ ক্ষেত্ৰত ভাৰত চৰকাৰে লোৱা প্ৰস্তাৱৰ ঘোৰ বিৰোধিতা কৰি ৰচনা কৰা 'আমাৰ লিপি প্ৰশ্ন (আৱাৰ স্ক্ৰিপ্ট কোৱেচনচ্)' প্ৰকাশ হয় ১৯৫৫ চনত। উপনিষদৰ আখ্যান এটাক ভিত্তি কৰি ৰচনা কৰা 'অলকা' নাটক ১৯৬১ চনত গ্ৰন্থাকাৰত প্ৰকাশ পায়। ১৯৬৩ চনত প্ৰকাশিত 'চন্দ্ৰহাৰ' নামৰ কবিতা পুথিয়েই তেখেতৰ জীৱন কালত প্ৰকাশ পোৱা শেহতীয়া গ্ৰন্থ।

ৰত্নকান্ত বৰকাকতী আছিল একেধাৰে কবি, দাৰ্শনিক আৰু সমালোচক। সাহিত্য আছিল বৰকাকতীৰ প্ৰধান আৰু প্ৰথম নিচা। ইংৰাজী ৰোমাণ্টিক সাহিত্যৰ দ্বাৰা অনুপ্ৰাণিত, উপনিষদীয় ধ্যান-ধাৰণাৰে প্ৰভাবান্বিত আৰু বাংলা-সাহিত্যৰ বিস্তৃত অধ্যয়নেৰে পৰিপুষ্ট বৰকাকতী আছিল বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ এজন পৰম ভক্ত। ব্যক্তিগত জীৱনত অনাড়ম্বৰ, আপোন-পাহৰা স্বভাৱৰ এই সাহিত্যিকজনৰ কাৰণে সাহিত্য আছিল প্ৰাণস্বৰূপ। ১৯৬৩ চনত নাজিৰাত অনুষ্ঠিত অসম সাহিত্য সভাৰ ত্ৰিংশ অধিবেশনত সভাপতিত্ব কৰিবলৈ গৈ অধিবেশনৰ শেহৰ দিনা (২১ এপ্ৰিল) ৰাতি ৯-৩০ বজাত যোৰহাটত তেখেতে শেষ নিশ্বাস ত্যাগ কৰে।

[ শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা ]

## শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত

অসমৰ প্ৰবীণ নাট্যকাৰ, সুপ্ৰসিদ্ধ অভিনেতা, গীতিকাৰ, সুৰকাৰ, কথা-সাহিত্যিক আৰু আজীৱন শিক্ষাব্ৰতী শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তদেৱৰ জন্ম হয় ১৮১৬ শকৰ ২৩ জেঠ (১৮৯৪ চনৰ ৯ জুন)-ৰ দিন-যোৰহাট সৰ্বাইবন্ধাৰ শ্ৰীশ্ৰীলেটুগ্ৰাম সত্ৰত। শ্ৰীমহন্তৰ উপৰিপুৰুষ সন্তানন্দৰ পুত্ৰ বাপুকৃষ্ণই শ্ৰীশঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ হৈ ন-মাজুলী এলেঙ্গী সত্ৰ স্থাপন কৰে। বাপুকৃষ্ণৰ পুত্ৰ বাপুৰামদেৱ লেটুগ্ৰাম সত্ৰৰ প্ৰতিষ্ঠাতা। শ্ৰীমহন্তদেৱৰ পিতৃ ৺নিৰঞ্জনদেৱ অধিকাৰ গোস্বামীয়ে কেবাখনো ভাওনাৰ নাটক ৰচনা কৰিছিল আৰু সত্ৰীয়া কৃষ্টিত অভিজ্ঞ সৰল আপোন-ভোলা লোক আছিল। তেওঁৰ মাতৃ ৰঙীতৰা আছিল সাউদ-কুছি সত্ৰৰ টিমক গোঁসাইৰ কন্যা।

মহন্তই সৰ্বাইবন্ধাৰ হেজাৰী প্ৰাথমিক বিদ্যালয়ত শিক্ষালাভ কৰি ১৯০৪ চনত যোৰহাট

চৰকাৰী উচ্চ বিদ্যালয়ত ভৰ্তি হয় আৰু ১৯১২ চনত তাৰপৰাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰৱেশিকাৰ ভেওনা পাৰ হৈ মহন্তই কটন কলেজত দুবছৰ পঢ়ি ১৯১৪ চনত আই-এ পাছ কৰে। পিতৃৰ আৰ্থিক অৱস্থা বৰ স্বচ্ছল নোহোৱাৰ বাবে সিমানতে উচ্চশিক্ষাৰ সামৰণি পৰে। তেওঁ ১৯১৫ চনৰ জানুৱাৰী মাহত যোৰহাট চৰকাৰী উচ্চবিদ্যালয়ৰ শিক্ষকতা আৰম্ভ কৰে। ১৯১৫ চনত তেওঁ ঢাকাত এল-টি প্ৰশিক্ষণ লয়গৈ। তেওঁ ১৯৩৭-৪৭ চনলৈ দহবছৰ কাল যোৰহাট প্ৰশিক্ষণ বিদ্যালয়ত (নৰ্মাল স্কুল) সহকাৰী অধ্যক্ষৰ পদত থাকে। ১৯৪৭-৪৯ চনলৈ দুবছৰ কাল তেওঁ গোলাঘাট চৰকাৰী উচ্চবিদ্যালয়ৰ প্ৰধান শিক্ষকৰ পদত থাকি তাৰপৰাই অৱসৰ লয়।

সাহিত্যক্ষেত্ৰত মহন্ত প্ৰধানকৈ নাট্যকাৰৰূপেই জনাজাত। এই শতিকাৰ দ্বিতীয় দশকত ৰচিত মহন্তৰ 'কুকুৰীকণাৰ আঠমঙলা' আৰু 'বিয়া বিপৰ্য্যয়' এই দুখনি প্ৰহসন উল্লেখযোগ্য। মহন্তৰ অন্যান্য প্ৰহসনসমূহ হ'ল—এটা চুৰট, টিপচহী, ভোটৰ বগৰ, টেঙৰ-ভেঙৰ, লেক-লৌ-লানি, চেঁচা জ্বৰ, কাঠৰ ধোবা, বম-ফটকা, স্বৰ্গ নে মৰ্ত্য, চোৰৰ পো, সুৱা সংহাৰ, মেলটৰী, ঢোদৰ আলি, হাতী দাঁতে দাঁতে, শ্ৰীমতী, ভাং-কাছাৰী, নিবোকা ৰজা আদি। শ্ৰীমহন্তই ৰচনা কৰা গহীন নাটকৰ সংখ্যাও দহখনিৰ কম নহয়। ইয়াৰ কেবাখনিও অপ্ৰকাশিত অৱস্থাত আছে যদিও বিভিন্ন ৰঙ্গমঞ্চত অভিনীত হৈছিল। এইখিনি নাটক হৈছে—১। বলিছলন, ২। বৈদেহী-বিয়োগ ৩। প্ৰচ্ছন্ন পাণ্ডৱ ৪। অম্বা ৫। ক্ষত্ৰকলঙ্ক বা অভিমন্যুৰ বধ ৬। কুৰুসন্ধ্যা ৭। বৈকুণ্ঠ প্ৰয়াণ ৮। অশ্ৰুনদী ৯। নৰনাৰায়ণ ১০। কিষ্কিন্ধ্যাকাণ্ড ১১। অজামিল উপাখ্যান ১২। চৰণ-ধূলি। তেওঁৰ ভালেকেখনি নাটক আকাশবাণী যোগে প্ৰচাৰ হৈছে।

অসমীয়া সাহিত্যত শিশু-সাহিত্যিক হিচাবে শ্ৰীমহন্তই উল্লেখযোগ্য প্ৰতিষ্ঠা লাভ কৰিছে। 'জুনজুনি' আৰু 'চেনেহ-জৰী' এই দুখনি শিশুপাঠ্য গ্ৰন্থৰ বাবে তেওঁ দুবাৰ কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা পুৰস্কৃত হয়। তেওঁৰ অন্যান্য শিশুগ্ৰন্থসমূহ হ'ল ১। মৌ-মহাভাৰত ২। শিশু-ৰামায়ণ (আকাশবাণী প্ৰচাৰিত) ৩। ধ্ৰুৱ ৪। প্ৰহ্লাদৰ ক-খ ৫। মিঠা ক-খ ৬। ৰাং-ঢালি। 'জ্ঞানলহৰী' নামে আন এখনি গ্ৰন্থত শ্ৰীমহন্তই শ্ৰীশঙ্কৰাচাৰ্য্যৰ বিখ্যাত 'মোহমুদ্গৰ' গ্ৰন্থৰ নীতি-শিক্ষামূলক শ্লোকসমূহৰ অসমীয়া পদ ভাঙনি কৰিছে। তেওঁৰ চুটি গল্পৰ সংকলন 'চন্দ্ৰহাৰ' আৰু 'মোহন-ভোগ'ৰ কোমল ভাষা আৰু উপাদেয় প্ৰকাশভঙ্গী প্ৰশংসনীয়।

গীতিকাৰ হিচাপে শ্ৰীমহন্তৰ প্ৰতিভা সৰ্বজনবিদিত। 'হিজ মাষ্টাৰছ্ ভয়চ'ৰ যোগেদি ভালে কেইটি গীত আৰু কথিকা বাণীবদ্ধ কৰোৱায়। ইয়াৰ বাহিৰেও আকাশবাণীৰ যোগে প্ৰচাৰিত বিদেশী আক্ৰমণৰ পটভূমিত লিখা ৰণ-ৰঙ্গিণীৰ গীতখিনি স্বদেশপ্ৰেম উদ্বোধক। গীতিকাৰ হিচাবে মহন্তৰ শ্ৰেষ্ঠ কীৰ্তি হৈছে 'গীতি-শতদল'। মহন্তদেৱৰ "চিৰ চেনেহী মোৰ ভাষা জননী" গীতটি অসম সাহিত্য সভাই উদ্বোধনী গীত হিচাপে গ্ৰহণ কৰিছে।

সত্ৰীয়া নৃত-গীত-বাদ্য আদিত মহন্তৰ পটুতাৰ কথা সৰ্বজনবিদিত।

শ্ৰীমহন্তদেৱৰ এজন বিখ্যাত মঞ্চাভিনেতা। ১৯৬১ চনত তেওঁ নাট্যকাৰ আৰু মঞ্চাভিনেতা হিচাপে ভাৰতৰ সঙ্গীত নাটক অকাডেমীৰ বঁটালাভ কৰে। ১৯৫৮ চনত দিল্লীত অনুষ্ঠিত সৰ্বভাৰত নাট্যকাৰ সন্মিলনীলৈ অসমৰ প্ৰতিনিধি হিচাবে গৈ স্ব-ৰচিত "এক দেউ এক সেউ" নাটক প্ৰদৰ্শন কৰি যশস্যা লাভ কৰে। শ্ৰীমহন্তই প্ৰায় ছকুৰি বছৰ কাল যোৰহাট বালিগাওঁ সন্মিলনী নাট্যমন্দিৰ আৰু যোৰহাট ৰঙ্গমঞ্চত অভিনয় কৰে। পুৰুষ-স্ত্ৰী উভয় ভূমিকাতে আৰু ৰজাৰপৰা খৰিভাৰীলৈকে সকলো অভিনয়তে সমান দক্ষতা দেখুৱাবপৰা শ্ৰীমহন্তৰ দৰে সুদক্ষ অভিনেতা অতি বিৰল।

অসম সাহিত্য সভাৰ শ্ৰীমহন্ত অন্যতম কৰ্ণধাৰ। দুবাৰ সহকাৰী সম্পাদক আৰু উপ-সভাপতি পদত থকাৰ উপৰিও ১৯৫৫ চনত গুৱাহাটী অধিবেশনত সাংস্কৃতিক সন্মিলনৰ পৌৰোহিত্য কৰে। তেওঁ ১৯৬৪ চনত অসম সাহিত্যসভাৰ বছৰেকীয়া অধিবেশনৰ ( ডিগবৈ ) সভাপতি আছিল।

[ শ্ৰীডিম্বেশ্বৰ শৰ্মা ]

## ডিম্বেশ্বৰ নেওগ

'কমাৰফদীয়া মোৰ সৰু গাঁওখনি ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ' বুলি অনুভৱ কৰা 'ইন্দ্ৰধনু'ৰ কবি, অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ অক্লান্ত গৱেষক, ভাষা-সাহিত্যৰ মৌলিক বুৰঞ্জী লেখক, সমালোচক, শিক্ষক, শিক্ষাবিদ্, পণ্ডিত ডিম্বেশ্বৰ নেওগৰ জন্ম হয় শিৱসাগৰ জিলাৰ নগৰমহল মৌজাৰ কমাৰফদীয়া গাঁৱত ১৮৮৯ চনত, শকৰ লেখেৰে ১৮২১ শকৰ ২২ শাওনত। তেওঁৰ নিজৰ কথাৰেই, "কুৰি শতিকাৰ জন্মৰ লগে লগে মোৰ জন্ম। মই উনৈশ শতিকাৰ সন্তান বুলিহে নিজৰ চিনাকি দিবলৈ গৌৰৱ অনুভৱ কৰোঁ, কিয়নো মোৰ তেজ মঙহৰ দৰে মোৰ মন-প্ৰাণো যেন উনৈশ শতিকাৰ উপাদানেৰেহে গঠিত।"

কমাৰফদীয়াতে শিক্ষাৰম্ভ কৰা নেওগ ১৯০৯ চনত প্ৰতিযোগিতামূলক প্ৰতিভা বৃত্তিলাভ কৰি ১৯১০ চনত শিৱসাগৰ উচ্চ ইংৰাজী স্কুলত ভৰ্তি হয়গৈ, আৰু তাৰেপৰা ১৯১৯ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ বিজ্ঞান শাখাত ভৰ্তি হয়গৈ। ১৯২১ চনত প্ৰথম বিভাগত আই এছ-চি. পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিচত ১৯২৪ চনত সুখ্যাতিৰে বি এছ-চি পৰীক্ষাতো উত্তীৰ্ণ হয। এইসময় ছোৱাতে 'ছাত্ৰ-সন্মিলন'ত সোমাই সম্পাদকৰ দায়িত্ব লোৱাৰ উপৰিও সন্মিলনৰ মুখপত্ৰ 'জন্মভূমি' আৰু পিচত 'মিলন'ৰ সম্পাদনাৰ দায়িত্বও বহন কৰে। এইসময় ছোৱা নেওগৰ জীৱনৰ এছোৱা উল্লেখযোগ্য সময়। কাৰণ, এইসময়তে নেওগৰ মাজত থকা শৈশৱৰ নিসঙ্গ বিষণ্ণতা আৰু সৌন্দৰ্য্য-চেতনাই আৰু লাহে লাহে মনৰ মাজত গঢ় লৈ উঠা ঐতিহ্য চেতনা আৰু বুদ্ধি-দীপ্ততাই, অসমীয়া আধুনিক সাহিত্যৰ ওজা সাহিত্যৰথী বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য্য, হিতেশ্বৰ বৰবৰুৱা, জ্ঞানদাভিৰাম বৰুৱা আদি মনীষীসকলৰ সান্নিধ্য লাভ কৰি, পূৰ্ণবিকাশৰ প্ৰেৰণা পালে।

কলেজীয়া শিক্ষা শেষ কৰি নেওগে শিক্ষকতাৰ জীৱন গ্ৰহণ কৰিলে। মুঠতে বত্ৰিশ

বছৰ শিক্ষকতা কৰি তেওঁ যোৰহাট নৰ্মাল স্কুলৰ অধ্যক্ষ পদৰপৰা অৱসৰ গ্ৰহণ কৰিলে। শিক্ষক হিচাপে, শিক্ষাবিদ্ হিচাবেও নেওগ আছিল কৃতী শিক্ষক আৰু শিক্ষাবিদ্। মৌলিক চিন্তাশীল ব্যক্তি নেওগে কোনো কথাতে তথ্য-পাতি আৰু যুক্তি অবিহনে পতিয়ন নগৈছিল বা নিজৰ মত এৰি নিদিছিল বাবেই তেওঁ হৈ উঠিছিল এজন নন্‌কনফৰ্মিষ্ট্।

নেওগৰ সাহিত্য-জীৱন আৰম্ভ হৈছে শৈশৱৰেপৰা। "পোনতে এঘাৰ-বাৰ বছৰ বয়সত আমাৰ হাতে লিখা আলোচনী ভূমুকিৰ বাবে দুই এটা গদ্য-পদ্য প্ৰবন্ধ লিখিছিলোঁ, কিন্তু চৌধ-পোন্ধৰ বছৰ বয়সৰপৰা বিশেষকৈ কবিতা লিখিবলৈ নিজৰ ভিতৰতপৰা এটা প্ৰেৰণা সদায় অনুভৱ কৰি" অহা নেওগ মল্লিকা, সঁফুৰা, থুপিতৰা, মালতী, মুকুতা, মানুহ, মেঘদূত (মন্দাক্ৰান্তা ছন্দত ভাঙনি), অসমা, বিচিত্ৰা, থাপনা, শ্বহিদান, গুৱনী আৰু ভোগজৰা— এই চৈধ্যখন কবিতা পুথিৰে অসমীয়া কাব্য ভঁৰাল চহকী কৰি গৈছে।

অসমীয়া জাতি, ভাষা, সাহিত্য সম্পৰ্কে মৌলিক গৱেষণামূলক গ্ৰন্থ-প্ৰণেতা নেওগৰ প্ৰবন্ধ-ৰচনা আৰম্ভ হয় ১৯১৯ চনত কটন কলেজত ভৰ্তি হোৱাৰপৰা। অসমীয়া ছাত্ৰৰ সাহিত্যসভাৰ বাবে লিখা "অসমীয়া সাহিত্যৰ জিলিঙনি" নামক প্ৰবন্ধেৰে শুভাৰম্ভ কৰা নেওগে—অসমীয়া সাহিত্যৰ জিলিঙিনি, অসমীযা সাহিত্যৰ জেউতি, অসমীযা কথা প্ৰতিভা, আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী, অসমীযা সাহিত্যৰ বুৰঞ্জীত ভূমুকি, অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী, অসমীয়া সাহিত্যৰ বুৰঞ্জী, প্ৰাক্ ঐতিহাসিক অসম, অসমীয়া ভাষা আৰু লিপিৰ উৎপত্তি আৰু ক্ৰমবিকাশ, অসমীয়া ভাষা আৰু লিপিৰ কাহিনী, New Light on History of Asamiya Literature, Asamiya Language and Script, Pre-historic Assam, History of Modern Asamise Literature, Introduction to Assam—এই ১৪খন গ্ৰন্থৰে ভাষা-সাহিত্যৰ গৱেষণাৰ বেদীলৈ মূল্যবান অৰ্ঘ্য আগবঢ়াই গৈছে।

বৈষ্ণৱ সাহিত্যৰ ৰসপিপাসু নেওগ—বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি, বৈষ্ণৱ ধৰ্মৰ ক্ৰমবিস্তাৰ, বৈষ্ণৱ ধৰ্মৰ ভক্তিতত্ত্ব, নাৰদীয় ভক্তিসূত্ৰ, যুগনায়ক শঙ্কৰদেৱ—এই পাঁচখনি আলোচনামূলক গ্ৰন্থ ৰচনা কৰি গৈছে। ইংৰাজী ভাষাতো—Jagatguru Sankaradev, The founder of Mahapurusiaism, Mahapurusiasm—a Uuiversal Religion ৰচনা কৰি গৈছে। ভাষা-সাহিত্য বিষয়ক শুধ অসমীয়া আৰু সাহিত্য কি নামৰ সৰু গ্ৰন্থ দুখনিৰ নামো উল্লেখযোগ্য।

অসমৰ হাবিয়ে বননিয়ে সিঁচৰিত হৈ থকা বনগীত-বিহুগীত আদি জন-সাহিত্য বুটলি বিহুৱতী, আকুল পথিক, ফাগুনী, বহৰহী, পানীমিঠৈ, নামতি, ডাক-চৰিত্ৰ, ডাক-ভণিতা, ফুল-কোঁৱৰৰ গীত, মণিকোঁৱৰৰ গীত, কাচনকুঁৱৰীৰ গীত, পুতলি, পাৰিজাত, ভোগজৰা—এই কেইখনি মূল্যবান সংকলন প্ৰকাশ কৰি জন-সাহিত্য গৱেষণাৰ বাবে লেখত লবলগীয়া সমল গোটাই দি গৈছে।

বহুমুখী প্ৰতিভা-সম্পন্ন নেওগে—শিশুলীলা, ৰাসক্ৰীড়া, কুণ্ডিল কুঁৱৰী, অকাল বসন্ত আৰু কামৰূপ এই পাঁচখনি নাটক, দীপাৱলী নামৰ এটি গল্পসঙ্কলন আৰু গাঁৱে-নগৰে নামৰ উপন্যাস এখনিও ৰচনা কৰি গৈছে।

অসমীয়া কাব্য-প্ৰতিভা, অসমীয়া কথা-প্ৰতিভা আৰু আধুনিক অসমীয়া কথা-প্ৰতিভাৰ সঙ্কলনৰ উপৰিও বিবিধ বিষয়ত ৰচনা কৰা পুথিসমূহ হ'ল—বিশ্ববিদ্যালয়, বিহুমেটেকা, বিশ্ব-বিবেক, ৰঙাফিটা, শঙ্কৰদেৱৰ শিক্ষালয়, ত্ৰিবেণী, নীতিকবচ, প্ৰীতিকবচ, জাতীয়তা ৰক্ষাৰ আঁচনি, মাধৱদেৱৰ জন্মস্থান, প্ৰশিক্ষণ সোণালী জয়ন্তী, বৰ্ণনিৰ্ণয় বা জাতিবিচাৰ, কলিৰ কাহিনী, পত্ৰলেখা, কেতেকী, অতীত মাধুৰী আদি ১৬খন গ্ৰন্থ লিখি গৈছে। নেওগে পঢ়াশলীয়া পুথিও প্ৰণয়ন কৰি গৈছে। 'শুৱনী পাঠ' একছোৱাৰপৰা ছয়ছোৱালৈ, 'কিৰণমালা' প্ৰথমভাগৰপৰা সপ্তমভাগলৈ, আৰু প্ৰবেশিকা অসমীয়া, বিজ্ঞানৰ আগকথা, মাধ্যমিকা অসমীয়া, প্ৰতিধ্বনি, পঢ়াশলীয়া পুথি সহচৰ আৰু সৰল জ্যামিতি, তদুপৰি, দেড়শতকৈও অধিক গৱেষণামূলক প্ৰবন্ধ কাকতে-পত্ৰই সিঁচৰিত হৈ আছে। কিছু প্ৰবন্ধাদি অপ্ৰকাশিত হৈয়ো ৰ'ল।

"অসমীয়া জাতিৰ ভূত-ভবিষ্যৎ, সুখ-দুখৰ লগত মোৰ প্ৰাণ গঁথা আছে, অসমীয়া ভাষা-সাহিত্যৰ উন্নতি মোৰ হেঁপাহৰ ধন" বুলি মনে প্ৰাণে অনুভৱ কৰা নেওগে ১৯৬৩ চনত অসম সাহিত্য সভাৰ নাজিৰা অধিবেশনৰ সাংস্কৃতিক সম্মিলনৰ সভাপতিস্বৰূপে দিয়া ভাষণ আৰু ১৯৬৫ চনত নলবাৰী অধিবেশনত অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰপৰা দিয়া ভাষণ, দুয়োটি ভাষণ অসমীয়া সাহিত্যলৈ দুটি মূল্যবান বৰঙণি। "মৰে অসম জীয়ে কোন? জীয়ে অসম মৰে কোন?" বুলি তেখেতে অভিভাষণত দিয়া ধ্বনি প্ৰায় জাতীয় ধ্বনিত পৰিণত হ'ল।

এই গৰাকী ভাষা-সাহিত্য-জাতি-প্ৰাণ বৰেণ্য ব্যক্তিয়ে ১৯৬৬ চনৰ ১২ নবেম্বৰ তাৰিখে শেষ নিশ্বাস ত্যাগ কৰিলে। [ শ্ৰীনগেন শইকীয়া ]

## শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা

ধ্বনি-কবি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা ডাঙৰীয়াই ১৯০১ চনৰ জানুৱাৰী ( মাঘৰ কৃষ্ণা পঞ্চমী ) মাহত টীয়কত জন্মগ্ৰহণ কৰে। তেখেতে টীয়কীয়া অধ্যাপক শুকদেৱ অধ্যাপকৰ নাতি অচ্যুতানন্দৰ পুত্ৰ গোপালচন্দ্ৰ বৰুৱাৰ দ্বিতীয় সন্তান। তেওঁৰ মাতৃ হ'ল অসমৰ অন্যতম প্ৰথম চাহ-খেতিয়ক বোধেশ্বৰ বৰুৱাৰ পুত্ৰ কমলেশ্বৰ বৰুৱাৰ কন্যা দময়ন্তী দেৱী।

টীয়কৰ ফুলীয়া গাঁও প্ৰাথমিক বিদ্যালয়ত শ্ৰীবৰুৱাৰ প্ৰথম বিদ্যাৰম্ভ হয়। ১৯১২ চনত যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত নাম লগায়, আৰু উক্ত স্কুলৰপৰাই ১৯২১ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯২৫ চনত, কটন কলেজৰপৰা সন্মানেৰে বি. এ মহলাত উত্তীৰ্ণ হয়। ১৯২৬ৰ মাজ ভাগৰপৰা ১৯২৯ চনৰ মাজ ভাগলৈকে কলিকতাত কিছুদিন বুৰঞ্জীত এম. এ আৰু আইন পঢ়ে।

১৯২৯ চনতেই শ্ৰীবৰুৱাই জাঁজী উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষকতা কৰি পাছলৈ সেই বিদ্যালয়ৰ প্ৰধান শিক্ষক হয়। তাৰপৰাই শ্ৰীবৰুৱাই অৱসৰ গ্ৰহণ কৰে।

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা ছাত্ৰ জীৱনৰপৰাই নানা সাহিত্য, সংস্কৃতি আৰু শিক্ষা সম্বন্ধীয় অনুষ্ঠানৰ লগত জড়িত। যোৰহাটত পঢ়ি থকা অৱস্থাতে তৰাজানৰ ছাত্ৰসকলৰ লগত 'সাপ্তাহিক

ছাত্ৰ-সভা' পাতে। কটন কলেজৰ এ এছ এল ক্লাবৰো তেখেত সম্পাদক আছিল। তেওঁ ১৯২০ চনত অসম ছাত্ৰ-সন্মিলনৰ কাৰ্য্য-নিৰ্বাহক সভাৰ সক্ৰিয় সভ্য হৈ ১৯২৪ চনত প্ৰধান সম্পাদক হয়। অসম সাহিত্য সভাৰ লগতো শ্ৰীবৰুৱাৰ সম্বন্ধ এৰাব নোৱৰা। অনেক বছৰ ধৰি কাৰ্য্য-নিৰ্বাহক সভাৰ সদস্য, চাৰিবাৰ উপ-সভাপতি, ১৯৫৬ চনত প্ৰধান সম্পাদক আৰু উত্তৰ লখীমপুৰত বহা সাহিত্য সভাৰ ত্ৰয়স্ত্ৰিংশ অধিবেশনৰ ( ১৯৬৬ ) সভাপতি হয়।

অসমৰ কেবাখনো আলোচনীৰ লগত শ্ৰীবৰুৱা জড়িত। তেওঁ এ এছ এল ক্লাবৰ হাতে লিখা আলোচনী 'সেউতি'ৰ আৰু ১৯২৭-২৮ চনত কলিকতাৰপৰা প্ৰকাশ হোৱা, ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদক আছিল।

শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাই সৰুৰেপৰাই সাহিত্য চৰ্চা কৰিছিল। শঙ্খধ্বনি ( ১৯২৫ ), কবি বৰুৱাৰ জাতীয় ভাৱমূলক কবিতা পুথি। জাঁজী হাইস্কুলত শিক্ষকতা কৰা সময়তে লিখা পুথিসমূহ হ'ল—পাৰ্থসাৰথি ( ১৯৩৩ ), শৰাইঘাট নাটক, টি টি হেই, বেঙেনা ৰহস্য ( প্ৰহসন ), প্ৰতিধ্বনি ( ১৯৩৮ ) আৰু ফুলকলি ( ১৯৪০ ) পুথি। ইয়াৰ উপৰি সংকীৰ্তন মালা, ভাৰতৰ শাসন প্ৰণালী, সাহিত্য ৰত্নাৱলী প্ৰথম ভাগ দ্বিতীয় ভাগ ( পাঠ্যপুথি ) সংকলন কৰে। শিশুৰ বাবে লিখা নৰনাৰায়ণ, আৰু ৰাজস্থানৰ গল্প নামৰ পুথি দুখনে অসম সাহিত্য-সভাৰ কমলাদেৱী শিশু-সাহিত্যৰ বঁটা লাভ কৰে। ল'ৰাৰ বেজবৰুৱা, অসম গৌৰৱ, আমাৰ লক্ষ্মীনাথ আদি শিশু-পুথি তেওঁ ৰচনা কৰে। কলিকতা এ এছ এল ক্লাবৰ বছৰেকীয়া অধিবেশনত পাঠ কৰিবৰ বাবে, কবিৰ পৰম বন্ধু পাৰ্বতিপ্ৰসাদ বৰুৱাৰ অনুৰোধত লিখা 'গড়গাঁও' কবিতাৰ সমানেই জনপ্ৰিয় তেখেতৰ আন এটি কবিতা হ'ল 'ৰংপুৰ'। ১৯৩০ চনত প্ৰতিষ্ঠা কৰা জাঁজীৰ লাচিত মেলাৰ ( এই মেলাৰ তেখেত সম্পাদকো আছিল ) উপলক্ষে 'ৰঙামুৱা বীৰ' আৰু 'আগীয়াঠুৰীৰ ৰণ' কবিতা দুটি লিখে।

শ্ৰীবৰুৱাৰ দীঘলীয়া প্ৰবন্ধৰ ভিতৰত উল্লেখযোগ্য প্ৰবন্ধ হ'ল 'কবিতা', 'ওমৰ-খায়াম', 'ফুলপানী ছিগাৰ ৰণ' ইত্যাদি।

বহুতেই পাহৰি গৈছে যে ৺গুণাভিৰাম শৰ্মাৰ সুবৃহৎ 'আৰব্যোপন্যাস'ৰ অসমীয়া অনুবাদৰ পিচত তেখেতে অসমীয়া ভাষাত 'আৰব্যোপন্যাস'ৰ সৰল অনুবাদ এটিও প্ৰকাশ কৰিছিল।

[ শ্ৰীঅমল ৰাজখোৱা ]

## নকুলচন্দ্ৰ ভূঞা

নাট্যকাৰ, বুৰঞ্জীবিদ্ আৰু জীৱনীকাৰ নকুলচন্দ্ৰ ভূঞাৰ জন্ম হৈছিল ১৮১৭ শক ( ১৮৯৫ চন )ৰ জেঠ মাহত চাৰিঙত। বাৰভূঞাৰ ঘৰৰ ভূঞাৰ উপৰি-পুৰুষসকল গুৱিতে দৰং জিলাৰ কলাবাৰী অঞ্চলৰ লোক আছিল। ভূঞাৰ পিতৃৰ নাম গোপালচন্দ্ৰ ভূঞা আৰু মাতৃ থাৰঘৰীয়া ফুকনৰ ঘৰৰ ডালিমী আইদেউ। চাৰিঙত প্ৰাথমিক শিক্ষা শেষ কৰি ভূঞাই যোৰহাটৰ মধ্য অসমীয়া বিদ্যালয়ত নাম লগায়হি আৰু তাৰ পাছত যোৰহাট চৰকাৰী উচ্চ বিদ্যালয়ত পঢ়ি ১৯১৬ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। উল্লেখযোগ্য যে স্কুলীয়া ছাত্ৰ হিচাবেই ভূঞাই

অসম বুৰঞ্জীৰ এক অধ্যায় বাৰভূঞা নামে গ্ৰন্থ ৰচনা কৰে আৰু ১৯১৬ চনত ভূঞাদেৱে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱা বছৰতে 'বাৰভূঞা সভা'ই এই গ্ৰন্থ প্ৰকাশ কৰে। তেওঁ প্ৰথম কেইবছৰমান ডিব্ৰুগড আৰু তেজপুৰত চৰকাৰী চাকৰি কৰিছিল। ১৯২৪ চনলৈকে এই চাকৰিত থাকি এই চনতে যোৰহাট চাহ কোম্পানীৰ তলত চাহ বাগিচাৰ চাকৰিত যোগ দিয়েহি। এই চাকৰিত দোপত দোপে উন্নতি কৰি ১৯৫৪ চনত সুদীৰ্ঘ ত্ৰিশ বছৰৰ পিছত চিনিয়ৰ মেনেজাৰ হিচাবে অৱসৰ লয়। তাৰ পিছতো বিভিন্ন কোম্পানীৰ নিমন্ত্ৰণ অনুযায়ী কেবা বছৰো বাগিচা পৰিচালনা কৰে আৰু ১৯৬৮ চনৰ ১৬ জানুৱাৰীত পৰলোক গমনৰ দিন পৰ্য্যন্ত ভালে কেইবছৰলৈ অসম চৰকাৰৰ বিত্ত নিগমৰ সদস্য হিচাপে চাহ-বাগিচাসমূহৰ পৰিদৰ্শক ৰূপে কাম কৰি আছিল।

ভূঞাৰ প্ৰথম নাটক 'শাহ আই' ১৯২৫ চনত প্ৰকাশ হৈছিল। চৰকাৰী চাকৰি উপলক্ষে তেজপুৰত থকা কালত বিখ্যাত বাণ ৰঙ্গমঞ্চৰ নাট্য-শিল্পীসকলৰ অনুৰোধত তেওঁ বদন বৰফুকন (ছপা ১৯২৭) আৰু চন্দ্ৰকান্ত সিংহ (ছপা ১৯৩১) নাটক ৰচনা কৰে। ভূঞাৰ আন দুখনি বুৰঞ্জীমূলক নাটক হৈছে বিদ্ৰোহী মৰাণ আৰু মূমলী কুৰ্ৱৰী। পিচৰখনে সাহিত্য সভাৰ বঁটা লাভ কৰে।

পূৰ্বে উল্লেখ কৰা অসম বুৰঞ্জীৰ এক অধ্যায় বাৰভূঞা গ্ৰন্থখন আহল-বহল কৰি ১৯৬১ চনত ভূঞাদেৱে 'বাৰভূঞাৰ চমু বুৰঞ্জী' নামে প্ৰকাশ কৰে। ১৯৬০ চনত 'বৰ বাৰভূঞা লহকৰ বংশাৱলী' গ্ৰন্থ প্ৰকাশ কৰে। ইয়াৰ বাহিৰেও ভূঞাৰ লিখনিৰপৰা ওলোৱা কেইটামান মূল্যবান বুৰঞ্জীমূলক প্ৰবন্ধ হৈছে—মুমলী গড ( জয়ন্তী ), কলিতা ফুকন ( জয়ন্তী ), অসম বুৰঞ্জীৰ কেইটামান কথা ( সুৰভি ), পত্ত বুৰঞ্জী এখনৰ দুটিমান কথা ( অসম সাহিত্য-সভা পত্ৰিকা ), মণিপুৰ বা মন'পুৰ ৰাজ্য ( অসম বাণী ), টীয়কৰ বুৰঞ্জী ( জন্মভূমি ) আদি।

জীৱনীকাৰ হিচাবে ভূঞাৰ শ্ৰেষ্ঠ কীৰ্তি হৈছে ১৯৬১ চনত অসম সাহিত্য সভাই প্ৰকাশ কৰা 'ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া' নামে তথ্যপূৰ্ণ গ্ৰন্থখনি। ইয়াৰ বাহিৰে তেওঁ বিভিন্ন বাতৰি কাকত আৰু আলোচনীত কেবাজনো গুণী-জ্ঞানী লোকৰ আৰু বিশ্ববিখ্যাত মনীষীৰ চমু জীৱনী লিখিছিল।

ছাত্ৰ অৱস্থাৰপৰাই বিভিন্ন আলোচনীত ভূঞাদেৱে গল্প লিখিবলৈ লয়। ভূঞাদেৱৰ প্ৰথম গল্প কিতাপ 'চোৰাংচোৱাৰ চ'ৰা' ১৯১৮ চনত প্ৰকাশ হয়। 'জোনোৱালি' নামে এখনি চুটি গল্পৰ সংগ্ৰহ ১৯৩৩ চনত প্ৰকাশ হয়। পিচত ভূঞাদেৱে সকলো গল্প গোটাই ১৯৬২ চনত 'গল্পৰ শৰাই' প্ৰকাশ কৰে। আৱাহন যুগৰ গল্পলিখক হিচাৱে ভূঞাৰ খ্যাতি আছে। শিশু-সাহিত্যতো ভূঞাৰ হাত আছিল। 'সোণহঁতৰ ভীম' আৰু চাহ-বাগিচাৰ মজদুৰ ছাত্ৰসকলৰ বাবে ৰচিত 'আমাৰ পাঠ' নামৰ দুখনি শিশু-পাঠ্য তেওঁ ৰচনা কৰে।

তেওঁ স্কুলীয়া অৱস্থাতে কবিতা লিখিবলৈ আৰম্ভ কৰে। এই কালছোৱাৰ ভিতৰত লেখা —মান সেনাপতিৰ বাণী, সুখ, বহাগী, আজি বিহু, ব্যৰ্থ, মইনা, মোৰ বহাগীলৈ আদি কেইটিমান কবিতাৰ নাম উল্লেখযোগ্য। ভূঞাৰ সাহিত্যিক জীৱনৰ অন্যতম কীৰ্তি হৈছে

১৯১৮-২০ চনতে তেখেতে বহু যত্নেৰে সংগ্ৰহ কৰা ( ১৯২৩ চনত প্ৰকাশিত ) বিহুগীতৰ পুথি 'ব'হাগী'। তেখেতৰ অন্যান্য গ্ৰন্থকেইখনি হ'ল—১। চাহ-বাগিচাৰ বনুৱা। ২। বাট কেনি? ৩। মণিৰাম দেৱানৰ তিথি উৎসৱৰ ( চাৰিং ) সভাপতিৰ ভাষণ।

অসম সাহিত্য সভাৰ লগত ভূঞা ঘনিষ্ঠ ভাৱে জড়িত আছিল। ডেকা বয়সতে এবাৰ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদকৰ দায়িত্ব বহন কৰিছিল। তেওঁ অসম সাহিত্য সভাৰ কিছুদিন কোষাধ্যক্ষ আছিল। ১৯৬৭ চনৰ অসম সাহিত্য সভাৰ ডিব্ৰুগড় অধিবেশনৰ তেওঁ সভাপতি আছিল। সাহিত্য সভাৰ সভাপতিৰ পদত অধিষ্ঠিত হৈ থকা কালতে ভূঞাই ইহধাম ত্যাগ কৰে। [ শ্ৰীডিম্বেশ্বৰ শৰ্মা ]

## জ্ঞাননাথ বৰা

কথা-সাহিত্যিক জ্ঞাননাথ বৰাৰ পূৰ্বপুৰুষ তেজপুৰৰ ওচৰৰ ন-দুৱাৰ অঞ্চলৰ হেৰা পোৱা গাঁৱৰ। উপৰিপুৰুষ জীৱনাথ বৰবৰা আহোম স্বৰ্গদেৱৰ আজ্ঞামতে নতুন বিষয়-বাব থাবলৈ গুৱাহাটীলৈ আহিছিল। ইংৰাজ আমোলত তেওঁ বিষয়-বাব হেৰুৱালে।

দয়ানাথ বৰবৰাৰ পুত্ৰ, শাৰথি, কেন্দ্ৰ-সভা, সাহিত্য-বিচাৰ, চিন্তাকলি, বহল-ব্যাকৰণ আৰু গীতাৱলীৰ প্ৰসিদ্ধ লেখক সত্যনাথ বৰা।

জ্ঞাননাথ বৰা হ'ল সত্যনাথ বৰা আৰু 'বিয়ানামৰ' সংকলয়িতা ভুবনমোহিনী বৰাৰ দ্বিতীয় পুত্ৰ। তেওঁলোকৰ প্ৰথম পুত্ৰ অম্বিকানাথ বৰা।

১৮৯০ খৃঃৰ ২০ মাৰ্চত গুৱাহাটীত জ্ঞাননাথ বৰাৰ জন্ম। ১৯০৫ খৃঃত গুৱাহাটী কলেজিয়েট হাইস্কুলত ইংৰাজী শিক্ষাৰ সূচনা। ১৯১২ খৃঃত উক্ত স্কুলৰপৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ আই. এ শ্ৰেণীত ভৰ্তি হয়। ১৯১৬ খৃঃত কটন কলেজৰপৰাই বি এ ডিগ্ৰী লাভ কৰিছিল। তেওঁ ছাত্ৰাৱস্থাৰপৰা গুৱাহাটী একতা-সভা আৰু তেতিয়াৰ অসম ছাত্ৰ সম্মিলনৰ অন্যতম গুৰি ধৰোঁতা আছিল। ১৯০৬ খৃঃত স্থাপিত গুৱাহাটী একতা-সভাৰ তেওঁ প্ৰথম সম্পাদক। ছাত্ৰ-সম্মিলনৰ জন্ম-লগ্নৰ লগতো তেওঁ জড়িত। ১৯১৭ খৃঃত ছাত্ৰ-সম্মিলনৰ দ্বিতীয় অধিবেশনত বৰা ডাঙৰীয়া সহকাৰী সম্পাদক আৰু ১৯১৮ খৃঃত তৃতীয় অধিবেশনত তেওঁ প্ৰধান সম্পাদক নিৰ্বাচিত হয়।

তেওঁ পোনতে গুৱাহাটীত আইন ব্যৱসায় কৰিছিল। পিচত ১৯২৭ খৃঃৰপৰা ১৯৪৭ খৃঃলৈ কলিকতা হাইকোৰ্টত আইন ব্যৱসায় কৰিছিল।

১৯৫১ খৃঃৰপৰা তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় আইন কলেজৰ অধ্যক্ষ নিযুক্ত হয়। ১৯৫৮ খৃঃলৈকে ৮ বছৰকাল তেওঁ অধ্যক্ষৰ দায়িত্ব বহন কৰে। পিচত তেওঁ ৰাজ্যিক মহাসভাৰ সভাপতি হয়।

বৰাই নিচেই সৰু-কালৰেপৰা সাহিত্য চৰ্চা কৰিছিল। প্ৰথমতে 'উষা'ত তেওঁৰ ভালেমান কবিতা প্ৰকাশ হয়। 'সখি ঐ মনত পৰে' তেওঁৰ প্ৰথম প্ৰকাশিত কবিতা।

চিন্তাশীল কথা-সাহিত্যিক ৰৰাৰ ৰচিত গ্ৰন্থ পাঁচখনি। তেওঁৰ ৰচনাৰাজিৰ স্পষ্ট ধাৰা দুটা—ৰাজনৈতিক সচেতনতামূলক ৰচনা আৰু অসমীয়া পুৰণি সাহিত্যৰ আলোচনামূলক ৰচনা।

'অসমত বিদেশী' ( ১৯২২ খৃঃ ) ৰাজনৈতিক সচেতনতাৰ প্ৰথম পুথি। অসমত বিদেশীয়ে সৃষ্টি কৰা সমস্যাৰ কথা আজিৰপৰা আঢ়ৈ কুৰি বছৰ পূৰ্বতে চিন্তা কৰি এই পুথিখনি ৰচনা কৰিছিল।

যুগতত্ব ( ১৯২৪ খৃঃ ) এখনি ৮৪ পৃষ্ঠাৰ তত্ব-গধুৰ ৰচনাৰ পুথি। ভাবৰ উৎপত্তি, ভাবৰ প্ৰকৃতি আৰু লক্ষণ, সাৰ্বজনীন ভাব, আৰু অন্তৰায়—এই চাৰিটি পুথিখনিৰ আলোচ্য বিষয়।

নতুন জগত ( ১৯৪৫ খৃঃ ) দ্বিতীয় মহাযুদ্ধৰ পিচত ৰচনা কৰা পুথি। পৃথিবী বিয়পিপৰা মহাসমৰৰ অন্তৰালত লুকাই থকা সাম্ৰাজ্যবাদী মনোভাব আদি 'নতুন জগত' পুথিৰ প্ৰধান উপজীব্য। দুইটি অধ্যায়ত বিভক্ত পুথিখনিৰ অন্তৰালত প্ৰকাশ পাইছে শান্তিপূৰ্ণ নতুন জগত এখনৰ কল্পনাৰ কথা। পুথিখনি The New World নামেৰে ইংৰাজীলৈ অনুবাদ কৰিছে।

অসমীয়া পুৰণি সাহিত্য ( ১৯৫০ খৃঃ ) আৰু আধুনিক অসমীয়া সাহিত্য ( ১৯৬০ খৃঃ ) ৰৰাৰ দুখন সাহিত্য আলোচনাৰ পুথি। 'অসমীয়া পুৰণি সাহিত্য' পুথিত কথা-ভাগৱত, কথা-গীতা, মাধৱ কন্দলীৰ ৰামাযণ, কীৰ্তন, ৰাসক্ৰীডা, ভীমচৰিত, কাণখোৱা আৰু গীতি-ৰামায়ণৰ আলোচনা কৰিছে। আধুনিক অসমীয়া সাহিত্যত তেওঁ পদ্য সাহিত্য, গদ্য-সাহিত্য, নিভাঁজ-ভাষা, ভাষা-প্ৰচাৰ আৰু জোনাকী যুগৰ বিষয়ে আলোচনা কৰিছে।

অসমীয়া সাহিত্যৰ ভৱিষ্যত ( ১৬৬৬ খৃঃ ) ১৬ পৃষ্ঠাৰ এখনি চমু ভাষণ। ভাষণখনিৰ মাজত অসমীয়া সাহিত্যৰ ভৱিষ্যতৰ প্ৰতি লিখকৰ চিন্তাশীলতা প্ৰকাশ পাইছে।

'মণিদীপ'ত প্ৰকাশিত 'মোৰ জীৱন সোৰঁৰণ' শীৰ্ষক এলানি প্ৰবন্ধ ৰৰাৰ এৰি অহা জীৱনৰ খতিযান স্বৰূপ। 'আৱাহন'ত ৰৰাৰ ভালেকেইটি চিন্তাগধুৰ প্ৰবন্ধ প্ৰকাশ পাইছে।

১৯৬৮ খৃ.ৰ জানুৱাৰীত তেজপুৰত অনুষ্ঠিত অসম সাহিত্য-সভাৰ একত্ৰিংশ সন্মিলনত তেওঁ পৌৰোহিত্য কৰিছিল। ৰবা লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উছৱৰো সভাপতি আছিল। ৫ অক্টোবৰত যোৰহাটত অনুষ্ঠিত উছৱৰ প্ৰথম দিনৰ মুকলি সভাত তেওঁ পৌৰোহিত্য কৰিছিল। শোকৰ কথা এয়ে যে সভাপতি হিচাপে তেখেতৰ কাৰ্য্যকাল শেষ নোহওঁতেই ১৯৬৮ খৃঃৰ ৩০ নবেম্বৰ তাৰিখে তেখেতে শেষ নিশ্বাস পেলায়। [ শ্ৰীনন্দ তালুকদাৰ ]

## শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

যোৰহাট মহকুমাৰ অন্তৰ্গত, চাওখাট মৌজাৰ ঢেকীয়াখোৱা গাঁৱৰ দিহাকোষৰ ৺প্ৰেমধৰ শৰ্মাবৰুৱাৰ চতুৰ্থ সন্তান আৰু দ্বিতীয় পুত্ৰ শ্ৰীআনন্দচন্দ্ৰ বৰুৱাই ১৯০৭ চনৰ ৩১ ডিচেম্বৰত জন্মগ্ৰহণ কৰে। পিতৃ ৺প্ৰেমধৰ শৰ্মাবৰুৱা মৰাণ অঞ্চলৰ খুমটাই চাহ-বাগিচাৰ কাৰ্য্যালয়ৰ প্ৰধান সহকাৰী আছিল আৰু বৰুৱাদেৱে এই বাগিচাতেই জন্মগ্ৰহণ কৰিছিল। তেখেতৰ পিতৃ এজন ধৰ্মপ্ৰাণ আৰু সুকুমাৰ কলাৰ প্ৰতি শ্ৰদ্ধা থকা ব্যক্তি আছিল। মাতৃ ৺ইন্দ্ৰানী দেৱী প্ৰাচীনস্বৰ

প্ৰতি আৰু প্ৰাচীন ঐতিহ্যৰ প্ৰতি মোহ থকা এগৰাকী আদৰ্শস্থানীয়া গৃহিণী আছিল। তেখেত এজন কৱি-সাহিত্যিক আৰু কলাকাৰৰূপে গঢ় লোৱাত পিতৃ-মাতৃৰ আদৰ্শই সহায় কৰিছিল। বৰুৱাদেৱৰ আদিপুৰুষ কনৌজৰ ভাগৱত ভূষণ উপাধিৰ ব্ৰাহ্মণ আছিল। সেইকাৰণে তেখেতৰ পৰিয়ালক ভাগৱতী বৰুৱা বুলি জনা যায়। বৰুৱাদেৱৰ ঘৰত পূৰ্বতে সংস্কৃত শিক্ষাৰ ব্যৱস্থা আছিল।

আনন্দচন্দ্ৰ বৰুৱাদেৱে ঢেকীয়াখোৱা প্ৰাথমিক বিদ্যালয়ৰপৰা বৃত্তিলাভ কৰি ১৯১৮ চনত কাকজান মাইনৰ স্কুলত নাম লগায়। ১৯২২ চনত মাইনৰ পৰীক্ষাত বৃত্তিলাভ কৰি যোৰহাটৰ চৰকাৰী হাইস্কুলত নাম লগায়। ১৯২৬ চনত তেখেতে মেট্ৰিক পাছ কৰি কাশী বিশ্ববিদ্যালয়ত বিজ্ঞান শাখাত ভৰ্তি হয়। ইয়াত দুবছৰ পঢ়ি পুনৰ কলা বিভাগত নাম লগায়। তেখেতে ১৯২৯ চনলৈকে এই বিশ্ববিদ্যালয়ত অধ্যয়ন কৰে।

অধ্যয়ন সাং কৰি কাশীৰপৰা আহি বৰুৱাদেৱে গুৱাহাটীৰ থাৰঘূলিৰ নিউপ্ৰেছৰপৰা ওলোৱা চন্দ্ৰকুমাৰ আগৰৱালাৰ সাপ্তাহিক 'অসমীয়া'ৰ সম্পাদক হয়। ইয়াৰ পাছত ১৯৩২ চনত যোৰহাটৰ স্কুলবিভাগৰ পৰিদৰ্শকৰ কাৰ্য্যালয়ৰ অস্থায়ীভাবে প্ৰথম সহকাৰী হিচাপে নিযুক্তি লয়। ১৯৩৩ চনত তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত সহকাৰী শিক্ষকৰ নিযুক্তি পায়। ১৯৩৪ চনত পুনৰ এই কাম এৰি যোৰহাটলৈ ঘূৰি আহে আৰু বাগ্মীবৰ শ্ৰীযুত নীলমণি ফুকনৰ সম্পাদনাত ওলোৱা 'বাতৰি'ৰ সহকাৰী সম্পাদক পদত নিযুক্তি লয়। এই কাম দুবছৰ সুচাৰুৰূপে কৰে। ইয়াৰ পিছত ১৯৪৩ চনত দ্বিতীয় মহাসমৰৰ সময়ত তেখেতে বিমান বিভাগত যোগ দি লাহোৰ, চেকেন্দ্ৰাবাদ আৰু কৰাছীত কাম কৰে। ১৯৪৬ চনত তেখেতে এই কাৰ্য্যৰপৰা অব্যাহতি লৈ ১৯৪৭ চনত যোৰহাটত ইণ্ডাষ্ট্ৰিয়েল ট্ৰেইনিং ইনষ্টিটিউটৰ কাৰ্য্যালয়ত সহকাৰীৰূপে যোগ দিয়ে। এই কাৰ্য্যত মুখ্য সহকাৰী পদলৈ উন্নীত হৈ ইয়াৰপৰাই ১৯৬৯ চনৰ ডিচেম্বৰ মাহৰ ৩১ তাৰিখে অৱসৰ গ্ৰহণ কৰে।

১৯২৬ চনৰ কলেজীয়া জীৱনৰপৰাই বৰুৱাদেৱে কৱিতা লিখিবলৈ আৰম্ভ কৰে। তেখেতৰ প্ৰথম কৱিতাটো বেজবৰুৱাৰ সম্পাদিত 'বাঁহী'ত প্ৰকাশ হৈছিল। ইয়াৰ পিছৰপৰাই তেখেতে ঘৰজেউতি, সুৰভি, গল্পচিৰিজ, আৱাহন আদিত গল্প, কৱিতা লিখিবলৈ লয়। আৱাহনৰ ১ম বছৰ ১ম সংখ্যাৰ ১ম পৃষ্ঠাত প্ৰকাশ পোৱা আৱাহন নামৰ কৱিতাটো বৰুৱাদেৱৰ। ইয়াৰ পিছত তেখেতে মণিদীপ, অসম বাণী, অসম বাতৰি, জনমভূমি আৰু নৱযুগ আদিত নানা তথ্যমূলক প্ৰবন্ধ প্ৰকাশ কৰিছে। তেখেতৰ উল্লেখযোগ্য পুথিসমূহ হ'ল, কৱিতা—পৰাগ, পুষ্পক, হাফিজৰ সুৰ, ৰঞ্জন ৰশ্মি আৰু পাপৰিৰ পৰিমল , নাটক—বিসৰ্জন, বিজয়া, নলদময়ন্তী , নাটিকা—কমতাকুঁৱৰী আৰু কপোকুঁৱৰী , অনুবাদ—চোভিয়েট কৱিতা, কুমাৰসম্ভৱ, এচিয়াৰ জ্যোতি ( গদ্য )। ৺গণেশ গগৈ আছিল শ্ৰীবৰুৱাৰ পৰম সুহৃদ।

১৯৩০ চনত তেখেতে যোৰহাটত বাণী-সম্মিলন প্ৰতিষ্ঠা কৰে। ১৯৬৪ চনত আৰম্ভ হোৱা যোৰহাট চিন্তামণি চক্ৰৰ এখেত প্ৰতিষ্ঠাতা সভাপতি। যোৰহাট থিয়েটাৰৰ এখেত এজন সুদক্ষ

মঞ্চ পৰিচালক, অভিনেতা আৰু নাট্যকাৰ আছিল। যোৰহাট সাহিত্য-সভাৰ তেখেতে কাৰ্য্যকৰী সম্পাদক আৰু জাতীয় সংহতি পৰিষদৰ সহকাৰী সভাপতি আছিল। ১৯৬০ চনৰ ২৫ জানুৱাৰীত আকাশবাণীয়ে আয়োজন কৰা অখিল ভাৰত কৰি সম্মিলনত পাঠ কৰা 'পৃথিবীৰ প্ৰেমে মোক দেৱলীয়া কৰিলে" এটি উল্লেখযোগ্য কৱিতা। ১৯৬২ চনত আঞ্চলিক ৰবীন্দ্ৰ শতবাৰ্ষিকীত আয়োজন কৰা কৱিতা প্ৰতিযোগিতাত 'ৰবীন্দ্ৰনাথৰ জীৱন আলেখ্য' নামৰ তেখেতৰ কৱিতাটি শ্ৰেষ্ঠ বুলি পৰিগণিত হয় আৰু সোণৰ পদক লাভ কৰে। ১৯৬৯ চনত তেখেতে অসমৰ শ্ৰেষ্ঠ সন্মানিত পদ অসম সাহিত্য সভাৰ সভাপতি পদলৈ নিৰ্বাচিত হয় আৰু বৰপেটা অধিবেশনৰ সভাপতিত্ব কৰে। ১৯৭০ চনত ভাৰত চৰকাৰৰপৰা পদ্মশ্ৰী সন্মান লাভ কৰে।

১৯২৮ চনতেই বৰুৱাদেৱে বৈবাহিক জীৱন আৰম্ভ ক'ৰে। তিনিটি পুত্ৰ দুটি কন্যা আৰু ভাৰ্য্যা শ্ৰীমতী প্ৰমীলা দেৱীৰ সৈতে অতি সৰল সহজ বৰুৱাৰ সংসাৰ। অলপতে সন্তুষ্ট হোৱা, কাৰো দোষ নেদেখা, সকলোকে আপোনভাব কৰা মৰমিয়াল অন্তৰৰ বৰুৱাক 'বকুল বনৰ কবি' বুলি সকলোৱে জানে। এহাতে অসমৰ প্ৰাচীন ঐতিহ্য তথা ভাৰতীয় ঐতিহ্যৰ প্ৰতি আৰু আনহাতে জন-সাহিত্য আৰু জন-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাশীল শ্ৰীবৰুৱা ভাওৰীয়া চিন্তা আৰু কাম দুয়ো দিশতে সৰল, উদাৰ আৰু প্ৰগতিশীল। ঐতিহ্য আৰু আধুনিকতাৰ এটি সমন্বয় তেখেতৰ মাজত সহজে অনুভূত হয়। তেখেতৰ বহুসংখ্যক কৱিতা, প্ৰবন্ধ কাকতে-পত্ৰই সিঁচৰতি হৈ আছে। [ শ্ৰীকেশৱচন্দ্ৰ গোস্বামী ]

## শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰু

অধ্যাপক শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু একেবাহে এগৰাকী সাহিত্যসেৱী আৰু শিক্ষাবিদ্। ১৯০৫ খৃঃৰ ১৩ জানুৱাৰীত উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰত তেওঁৰ জন্ম। তেওঁৰ দেউতাক নন্দৰাম লেখাৰু আৰু মাতৃ সোণপাহী। উত্তৰ গুৱাহাটীতে তেওঁৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ। ১৯১৮ খৃঃত উত্তৰ গুৱাহাটী মাইনৰ স্কুলৰপৰা এম ই পৰীক্ষাত উৰ্ত্তীৰ্ণ হয়। ইয়াৰ পিচত চাৰি বছৰ কলেজিয়েট হাইস্কুলত পঢ়ি ১৯২২ খৃঃত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। লেখাৰুৱে কটন কলেজত উচ্চ শিক্ষা লৈ ১৯২৬ খৃঃত দৰ্শনত অনাৰ্ছসহ বি এ ডিগ্ৰী লাভ কৰিলে। সেই সময়ত গুৱাহাটী কটন কলেজত ইংৰাজীত এম. এ পঢ়াৰ ব্যৱস্থা আছিল। লেখাৰুৱে ইংৰাজীৰ এম এ শ্ৰেণীত ভৰ্তি হৈছিল। পাচত তেওঁ বঙলা আৰু অসমীয়াতহে এম এ পাছ কৰিলে। মাজতে গুৱাহাটী আৰ্ল ল কলেজৰপৰা বি এল ডিগ্ৰী লাভ কৰিছিল। বি এল ডিগ্ৰী লাভ কৰাৰ পিচত ডেৰ বছৰ মান আইন ব্যৱসায় কৰিছিল।

লেখাৰুৱে পোনতে শিক্ষকতা কৰিছিল উত্তৰ গুৱাহাটী কমলদেৱ হাইস্কুলত। উক্ত স্কুলত শিক্ষা দান কৰা কালছোৱাতে উত্তৰ গুৱাহাটীত স্থাপন কৰিছিল আনন্দ সমিতি। এই সমিতিৰ উল্লেখযোগ্য কামৰ ভিতৰত এখন আলোচনা চক্ৰ আৰু আনন্দৰাম বৰুৱা পুথি ভঁৰাল স্থাপন।

১৯৩৮ খৃঃত লেখাৰু কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত হয়। পিচত

বিভাগীয় মুৰব্বী হয়গৈ। ১৯৫৯ খৃঃত একুৰি এবছৰ কাল কটন কলেজত অধ্যাপনা কৰাৰ পিচত অৱসৰ গ্ৰহণ কৰিলে। ১৯৬০ খৃঃৰ জানুৱাৰী মাহৰপৰা লেখাক বৃন্দাৱন বৈষ্ণৱ পাৰমাৰ্থিক বিশ্ববিদ্যালয়ত অধ্যাপক নিযুক্ত হয়। পাচত অনুষ্ঠানটিৰ নাম ইন্‌ষ্টিটিউট্‌ অব অৰিয়েণ্টেল ফিলছফি হয়। তেতিয়াৰেপৰা বৃন্দাবন ধামত ভাষা-সাহিত্য প্ৰচাৰ কৰাৰ উপৰিও শ্ৰীশঙ্কৰদেৱ সেৱা-সঙ্ঘৰ মন্দিৰ আৰু যাত্ৰী-নিবাস স্থাপনৰ ক্ষেত্ৰত গুৰি ধৰি আছে।

লেখাকৰ প্ৰথম পুথি 'শ্ৰীশ্ৰীৰাম-কৃষ্ণ উপদেশ'। স্বামী ব্ৰহ্মানন্দ সংগৃহীত এই বঙলা পুথিখন তেওঁ প্ৰবেশিকা পৰীক্ষা দিয়েই অসমীয়ালৈ অনুবাদ কৰিছিল। কটন কলেজত পঢ়া সময়ৰপৰাই লেখাক সাহিত্য সাধনাত উঠি পৰি লাগিছিল। ছাত্ৰ-সম্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদনা সমিতিৰ লগত জড়িত থকাৰ উপৰিও তেওঁ মিলনৰ কাৰ্য্যাধ্যক্ষও আছিল। চেতনা, বাঁহী, আৱাহন, জয়ন্তী আদি আলোচনীত তেওঁৰ ভালেমান প্ৰবন্ধ প্ৰকাশ হয়।

'কথা গুৰুচৰিত' ( ১৯৫২ খৃঃ ) লেখাকৰ সম্পাদিত পুথি। পুথিখনি বৰপেটা সত্ৰৰ সত্ৰাধিকাৰ চতুৰ্ভুজ মিশ্ৰৰপৰা ডক্টৰ বাণীকান্ত কাকতিয়ে সংগ্ৰহ কৰিছিল। ৬২২ পৃষ্ঠাৰ এই বৃহৎ পুথিখনি লেখাকে যত্ন সহকাৰে সম্পাদনা কৰি উলিয়ায়।

'কথা-সাহিত্য' ( ১৯৪০ খৃঃ ) লেখাকৰ সম্পাদিত গদ্য সাহিত্যৰ পুথি। পুথিখনি জোনাকী যুগৰপৰা সাম্প্ৰতিক যুগলৈকে একুৰি এজন আধুনিক কথা-সাহিত্যিকৰ গদ্য ৰচনাৰ সংকলন। পুথিখন ভালেমান বছৰ কলিকতা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ আই এ মহলাৰ পাঠ্য আছিল।

'আদৰ্শ ৰচনাৱলী' আৰু 'বিশ্ববিদ্যালয় ৰচনাৱলী' লেখাক সম্পাদিত আন দুখন পুথি। প্ৰথমখন স্কুলীয়া ছাত্ৰ আৰু পাচৰখন কলেজৰ ছাত্ৰৰ বাবে সংকলন কৰা।

'অসমীয়া ৰামায়ণী সাহিত্য' ( ১৯৪৮ খৃঃ ) লেখাকৰ এখন উল্লেখযোগ্য পুথি। এই পুথিখনিৰ ওপৰতে ভেটি কৰি 'আছামিজ ভাৰছন্ অব ৰামায়ণ' ( Assamese Version of Ramayana ) নামেৰে এটি ইংৰাজী প্ৰবন্ধ যুগুত কৰি ১৯৫৫ খৃঃত অন্নমালাইত অনুষ্ঠিত অৰিয়েণ্টেল কনফাৰেন্সত পাঠ কৰিছিল। 'আছামিজ ভাৰছন্ অব ৰামায়ণ' আৰু 'আছামিজ ভাৰছন্ অব মহাভাৰত' শীৰ্ষক দুটা প্ৰবন্ধ ডক্টৰ বাণীকান্ত কাকতি সম্পাদিত' 'এচপেক্টছ্ অব আৰ্লি আছামিজ লিটাৰেচাৰ' গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে।

'অসমীয়া সাহিত্য-সেৱক ৺ৰজনীকান্ত বৰদলৈ' ( ১৯৪৮ খৃঃ ) লেখাকৰ আন এখনি আলোচনামূলক পুথি। লৰ্ড টেনিচনৰ কাব্যৰ ছাঁ লৈ লেখাকে 'এনক আৰ্ডেন' ( ১৯৪৮ খৃঃ ) ৰচনা কৰে।

ভট্টদেৱৰ সংস্কৃত গ্ৰন্থ 'ভক্তি-বিবেক' খনি লেখাকে অসমীয়ালৈ তৰ্জমা কৰে। লেখাক ভাণ্ডৰীয়াই অসমীয়ালৈ তৰ্জমা কৰা আন এখন পুথি 'ধম্মপদ' ( ১৯৪৭ খৃঃ )। বুদ্ধধৰ্ম্মৰ বাণীসমূহ পোনতে আলোচনীৰ পাতত প্ৰকাশ হৈছিল, পিচত পুথিৰ আকাৰত ছপা হয়।

দুবছৰ মান লেখাক 'জনশিক্ষা' আলোচনীখনৰো সম্পাদক আছিল। তেওঁৰ কেবাটাও

ইংৰাজী প্ৰবন্ধ বৃন্দাবনৰ তিনিমহীয়া আলোচনী ‘ফিলছফি এণ্ড কালচাৰ’ত ( Philosophy and Culture ) প্ৰকাশ হয়। বিলিজন্ ইন আছাম্ থ্ৰ আউট্ দি এজেছ্ ( Religion in Assam Throughout the Ages ), কনচেপ্ট্ অৱ জীৱ একৰডিং টু শ্ৰীশঙ্কৰদেৱ ( Concept of Jiva According to Sree Sankaradev ) আদি উক্ত আলোচনীত প্ৰকাশিত উল্লেখযোগ্য প্ৰবন্ধ। বৃন্দাবনৰ শ্ৰীগোবৰ্দ্ধনদাস বাবাজীৰ সুবৃহৎ গ্ৰন্থ ‘ব্ৰজধাম্ ও আচাৰ্য্যগণ’ত লেখাক ভাওৰীয়াৰ বঙলাতে লিখা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ জীৱনী, ধৰ্ম্ম ও সাহিত্য’ শীৰ্ষক এটি প্ৰবন্ধ অন্তৰ্ভুক্ত কৰা হৈছে।

১৯৭০ খৃঃৰ ১৩ ফেব্ৰুৱাৰীত ধিঙত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ সম্মিলনত লেখাকয়ে পৌৰোহিত্য কৰিছিল। [ শ্ৰীনন্দ তালুকদাৰ ]

## শ্ৰীতীৰ্থনাথ শৰ্মা

সাহিত্যিক, সমালোচক, শিক্ষাবিদ্, পণ্ডিত আৰু ৩৮তম অসম সাহিত্য সভাৰ মাকুম অধিবেশনৰ সভাপতি, অধ্যক্ষ শ্ৰীযুত তীৰ্থনাথ শৰ্মাৰ জন্ম হৈছিল শিৱসাগৰ জিলাৰ অন্তৰ্গত জাঁজীত, খৃঃ ১৯১১ চনৰ ২৩ নৱেম্বৰত। শৰ্মাদেৱৰ পূৰ্বপুৰুষ ৺ৰমাকান্ত অধ্যাপক আছিল কলিয়াবৰৰ লোক। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ সৈতে ৰমাকান্ত অধ্যাপক যোৰহাটলৈ আহিছিল আৰু স্বৰ্গদেৱৰ নিৰ্দেশানুক্ৰমে ৰমাকান্তই যোৰহাট অঞ্চলত ছাত্ৰশালা পাতি সংস্কৃতৰ অধ্যাপনা কৰিছিল। ৰমাকান্ত অধ্যাপকৰ দিনৰেপৰা অলপ দিন আগলৈকে এওঁলোকৰ ঘৰক ‘অধ্যাপকৰ ঘৰ’ বোলা হৈছিল। সংস্কৃত শিক্ষাৰ প্ৰতি আগ্ৰহ আৰু ইয়াৰ চিন্তা-চৰ্চা তেওঁলোকৰ বংশ-পৰম্পৰাক্ৰমে প্ৰবাহমান হৈ আহিছে।

শৰ্মাদেৱৰ পিতৃ ৺গোলাপচন্দ্ৰ শৰ্মাই আবকাৰী বিভাগত চাকৰি কৰিছিল। সাত বছৰ বয়সতে শৰ্মাদেৱে মাতৃদেৱীক হেৰুৱায়। পিতৃ ৺গোলাপচন্দ্ৰ শৰ্মাই চাকৰিৰপৰা অৱসৰ লৈ যোৰহাট নগৰীত নিগাজীকৈ বসবাস কৰিবলৈ লয়। যোৰহাটতে শৰ্মাদেৱে প্ৰাথমিক শিক্ষা-লাভ কৰে। যথাসময়ত এওঁ তেজপুৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰপৰা ১৯২৯ চনত প্ৰৱেশিকা পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়। এই চনতে এওঁ কটন কলেজত নাম লগায়। এই সময়তে অসম তথা সমগ্ৰ ভাৰতবৰ্ষত অসহযোগ আন্দোলনৰ খলকনি উঠে। পঢ়া শুনা জলাঞ্জলি দি, শৰ্মাদেৱে অসহযোগ আন্দোলনত জপিয়াই পৰিল আৰু কাৰাৰুদ্ধ হ’ব লগীয়া হ’ল। দেশ কিছু পৰিমাণে সুস্থিৰ হোৱাত ফাটেকৰপৰা মুক্তিলাভ কৰিলে। পুনৰ তেখেতে শিক্ষা আৰম্ভ কৰে আৰু ১৯৩৪ চনত কটন কলেজৰপৰা সংস্কৃতত অনাৰ্ছৰ সৈতে সুখ্যাতিৰে বি এ পাছ কৰে। কলিকতা বিশ্ববিদ্যালয়ত শৰ্মাদেৱে সংস্কৃতত এম্ এ পঢ়িবলৈ লোৱাৰ লগে লগে আইন কলেজতো পঢ়িছিল। এম্ এ পঢ়ি থকা সময়তেই গুৱাহাটীৰ বিশিষ্ট নাগৰিক, সমাজকৰ্মী কামাখ্যাৰাম বৰুৱাদেৱৰ চতুৰ্থ কন্যা শ্ৰীমতী নিৰ্মলা দেৱীক বিয়া কৰায়। ১৯৩৭ চনত শৰ্মাদেৱে এম. এ. উপাধি লাভ কৰে।

১৯৩৮ চনৰপৰা ১৯৫০ চনলৈকে শৰ্মাদেৱে, কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ভাষা-সাহিত্যৰ অধ্যাপনা কৰে। নানা অসুবিধাবশতঃ তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ চাকৰি পৰিহাৰ কৰি অসমলৈ প্ৰত্যাৱৰ্তন কৰে, আৰু কটন কলেজৰ গ্ৰন্থাধ্যক্ষ পদত নিযুক্তি লাভ কৰে। সেইসময়ত গুৱাহাটীত মাত্ৰ তিনিখনহে কলেজ আছিল। এই অসুবিধা দূৰ কৰাৰ প্ৰয়াসেৰে শৰ্মাদেৱে, অক্লান্ত পৰিশ্ৰম আৰু অপৰিসীম কষ্টৰ বিনিময়ত প্ৰাগজ্যোতিষ কলেজখন স্থাপন কৰে। ১৯৫৪ চনৰপৰা ১৯৫৭ চনলৈকে এওঁ প্ৰাগজ্যোতিষ কলেজৰ অবৈতনিক অধ্যক্ষৰ পদ বহন কৰে। ১৯৫৭ চনত শৰ্মাদেৱে চৰকাৰী চাকৰি এৰি স্থায়ী অধ্যক্ষৰূপে নিযুক্তি লাভ কৰে। তেতিয়াৰপৰাই ১৯৭১ চনলৈকে, সুদীৰ্ঘ ১৭ বছৰ কাল সুখ্যাতি আৰু দক্ষতাৰে অধ্যক্ষৰ পদ বহন কৰি, অৱসৰ গ্ৰহণ কৰে।

শৰ্মাদেৱে, ১৯৬২ চনৰ সাধাৰণ নিৰ্বাচনত সংসদী আসনৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিছিল। সম্প্ৰতি বিশ্বহিন্দু পৰিষদৰ অসম ৰাজ্যিক শাখাৰ কাৰ্য্যকৰী সভাপতিৰূপে আছে।

শ্ৰীশৰ্মাদেৱ একাধাৰে কবি, কথা-শিল্পী, প্ৰাবন্ধিক, শিশু সাহিত্যিক আৰু কৃতী সমালোচক। কলিকতাত থকা সময় ছোৱা শৰ্মাদেৱৰ সাহিত্যচৰ্চাৰ সমৃদ্ধিময় কাল বুলি নিঃসন্দেহে ক'ব পাৰি। কবি যতীন্দ্ৰনাথ দুৱৰাও এইসময়ত কলিকতাত আছিল। দুৱৰাদেৱ তেওঁৰ বৰ অন্তৰঙ্গ বন্ধু আছিল। এই অন্তৰঙ্গতাই উভয়কেই কবিতা চৰ্চা কৰাৰ ক্ষেত্ৰত অনুপ্ৰেৰণা যোগাইছিল। শৰ্মাদেৱৰপৰা উদ্‌গণি লাভ কৰি দুৱৰাই কেইবাটিও কবিতা ৰচনা কৰিছিল, তদ্ৰূপ কবি দুৱৰাৰদ্বাৰা অনুপ্ৰাণিত হৈ শৰ্মাদেৱে কেইবাটিও কবিতা ৰচিছিল। অধুনা প্ৰকাশিত 'কাম সেন্দুৰ'ত সন্নিবিষ্ট হোৱা আটাইকেউটি কবিতাই এইসময়ৰ ৰচনা। অধুনা ৰচিত কবিতাসমূহৰ সৰহ ভাগেই আধ্যাত্মিক ভাবপুষ্ট আৰু স্বদেশপ্ৰেমমূলক। দৰ্শনৰ প্ৰভাৱ, বিশেষকৈ বেদান্ত দৰ্শনৰ প্ৰভাৱ, কৰ্মবাদৰ ওপৰত গভীৰ আস্থা, জন্মান্তৰবাদত বিশ্বাস, বিশ্বজুৰি পৰম সত্তাৰ অৱস্থিতি উপলব্ধি, ক্ষুদ্ৰ জীৱনেৰে মহাজীৱনক লাভ কৰাৰ আকুল আকাংক্ষা তেখেতৰ কবিতাত প্ৰকাশিত হৈছে।

কলিকতাত থকা সময় ছোৱাতেই শঙ্কৰদেৱৰ কীৰ্তন-পুথিৰ অন্তৰ্গত বিভিন্ন খণ্ডবোৰৰ ওপৰত নতুন আলোকসম্পাত কৰি, সেইবোৰ আকাশবাণী কলিকতাৰ যোগেদি প্ৰচাৰ কৰিছিল। এইসময়তেই এওঁ কেইখনমান একাঙ্কিকা ৰচনা কৰি, আকাশবাণী কলিকতাৰ জৰিয়তে প্ৰচাৰ কৰিছিল। কলিকতাত থকা সময়তে 'ঝান্সীৰ ৰাণী লক্ষ্মীবাঈ'কে ধৰি কেইবাখনিও শিশু-সাহিত্য ৰচনা কৰিছিল। শৰ্মাদেৱ কলিকতাৰ 'এ এছ. এল' ক্লাবৰ অন্যতম সদস্য আছিল। এবাৰ এওঁ ক্লাবৰ সঙ্গীতশালাৰ সম্পাদক আৰু শেহত সভাপতি নিৰ্বাচিত হৈছিল। এ এছ এল. ক্লাবৰ জৰিয়তে তেওঁ 'Studies in Sankaradeva and Madhavadeva' নামৰ এখনি আলোচনা আগবঢ়াইছিল।

শৰ্মাদেৱৰ সমালোচনা ৰীতিৰ এটি প্ৰধান বৈশিষ্ট্য হৈছে সৰ্বসাধাৰণে কোনো বিশেষত্ব বিচাৰি নোপোৱা সাধাৰণ বিষয় বা ঘটনা এটিত গো খোজত নভোমণ্ডল দেখাৰ দৰে অসাধাৰণ

বিষয়ৰ আভাস পায়। এখেতৰ 'সাহিত্যবিদ্যা পৰিক্ৰমা' নামৰ গ্ৰন্থখনি অসমীয়া ভাষাত ৰচিত প্ৰাচীন সাহিত্য সমালোচনা বিষয়ক উল্লেখযোগ্য কিতাপ। 'পঞ্চপুষ্প' নামৰ গ্ৰন্থখনিত তেওঁ ন-পুৰণি অসমীয়া ভাষা-সাহিত্যৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি সুচিন্তিত সমালোচনা আগবঢ়াইছে। ইয়াৰ বাহিৰেও শৰ্মাদেৱে ভাষা-সাহিত্য, কলা-কৃষ্টি, ধৰ্ম সংস্কৃতি আদি বিভিন্ন দিশৰ ওপৰত নিৰ্ভৰ কৰিও প্ৰবন্ধ ৰচনা কৰিছে।

গান্ধীদৰ্শনৰ ওপৰত লিখা শৰ্মাদেৱৰ দুখন পুথি হ'ল 'মহাত্মাৰ বাণী' আৰু 'গান্ধী-শিক্ষাসাৰ।'

শৰ্মাদেৱ এজন স্বকীয় বৈশিষ্ট্য সম্বলিত গাল্পিক। 'নিৰ্মলা দেৱী' ছদ্মনামত, এওঁ 'আবাহন', 'জয়ন্তী আদি আলোচনীত ভালেমান গল্প লিখিছিল। এই গল্পসমূহৰ ভিতৰত "আপোন পৰ', 'বাথৰ', 'দেৱতাৰ আশীৰ্বাদ', 'নামকৰণ', 'বন্ধ হৈ যোৱা', 'নোহোৱাৰ হোৱা' 'শৰতকলীয়া ডাৱৰ' আদি উল্লেখযোগ্য।

সাংবাদিক হিচাপেও শৰ্মাদেৱৰ অভিজ্ঞতা নোহোৱা নহয়। অধুনালুপ্ত 'কামধেনু' আৰু 'পঞ্চতন্ত্ৰ' নামৰ দুখন আলোচনী সাময়িকভাবে সম্পাদনা কৰিছিল। শিক্ষাসেৱী শৰ্মাদেৱে কেইবাখনিও উৎকৃষ্ট পাঠ্যপুথি প্ৰণয়ন কৰিছিল।

বৰ্তমান শৰ্মাদেৱে 'আউনীআটী সত্ৰৰ ইতিহাস' প্ৰণয়ন কৰি আছে। ইয়াৰ বাহিৰেও বিশ্ববিদ্যালয় অনুদান আয়োগৰপৰা অৱসৰপ্ৰাপ্ত খ্যাতনামা শিক্ষকসকলৰ উপযোগী পৰিকল্পনা আঁচনি অনুসৰি শৰ্মাদেৱে মাহিলী ৫০০ টকাকৈ সন্মানী লাভ কৰি 'অসমীয়া গদ্যৰ ক্ৰমবিকাশ' নামৰ এখন গৱেষণা গ্ৰন্থ লিখি আছে।

অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা আৰু এই বিষয়ত এখেতে আগবঢ়োৱা অৰিহণাৰ প্ৰতি লক্ষ্য ৰাখিয়েই যে অসম সাহিত্য সভাৰ সভাপতিৰ নিচিনা সন্মানজনক, দায়িত্বপূৰ্ণ আৰু মৰ্য্যাদা-বিশিষ্ট পদত শৰ্মাদেৱক অধিষ্ঠিত কৰা হৈছিল তাত সন্দেহ নাই। [ শ্ৰীনবীনচন্দ্ৰ শৰ্মা ]

## শ্ৰীহেম বৰুৱা

অসম সাহিত্য সভাৰ উনচল্লিশ ধুবুৰী অধিবেশনৰ সভাপতি শ্ৰীহেম বৰুৱা একেৰাহে এজন সাহিত্যিক, শিক্ষাবিদ্ আৰু ৰাজনীতিবিদ্। অধ্যাপক, উপাধ্যক্ষ আৰু অধ্যক্ষ স্বৰূপে শ্ৰীবৰুৱাৰ শিক্ষাদান কৰাৰ কৰ্মক্ষেত্ৰ সন্দিকৈ ছোৱালী কলেজ, জগন্নাথ বৰুৱা কলেজ আৰু ভোলা বৰুৱা কলেজ। কবিতা, সাহিত্য, ভ্ৰমণ কাহিনী, প্ৰবন্ধ ৰচনা কৰা এই গৰাকী সাহিত্যিকৰ ৰচিত পুথি একুৰি দহখন। স্কুলীয়া ছাত্ৰাবস্থাতে জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰি বিয়াল্লিশৰ বিপ্লৱত কাৰাগাৰৰ চাৰিবেৰৰ মাজত আবদ্ধ হৈ, স্বাধীন ভাৰতৰ ৰাজনীতিতো সৰ্বভাৰতীয় সমাজবাদী নেতা স্বৰূপে স্বীকৃতি লাভ কৰা ৰাজনীতিবিদ শ্ৰীহেম বৰুৱা মানুহ হিচাপে সহজ, সৰল, অনাড়ম্বৰ, ৰসিক আৰু অমায়িক।

শ্ৰীহেম বৰুৱাৰ পূৰ্বপুৰুষৰ জন্মস্থান কামৰূপ জিলাৰ উত্তৰ গুৱাহাটীৰ মধ্যম খণ্ড। তেওঁৰ

পিতৃ বিনন্দীৰাম শৰ্মাবৰুৱা উত্তৰ গুৱাহাটীৰ বিখ্যাত ভৱালী বৰুৱাৰ বংশৰ। হেম বৰুৱাৰ মাতৃ শ্ৰীযুতা পদ্মালোচনী দেৱী শিৱসাগৰৰ বংশীধৰ মজিন্দাৰ বৰুৱাৰ কন্যা। বিনন্দীৰাম শৰ্মাবৰুৱাই জাহাজ কোম্পানীত চাকৰি কৰি পিচত যোৰহাটৰ তৰাজানত স্থায়ী ভাবে বসতি কৰিছিল।

১৯১৫ খৃঃৰ ২২ এপ্ৰিলত তেজপুৰত হেম বৰুৱাৰ জন্ম। শ্ৰীবৰুৱা পিতৃ-মাতৃৰ প্ৰথম সন্তান। বিনন্দী বৰুৱাৰ ল'ৰা-ছোৱালী আঠোটি—হেম বৰুৱা, হীৰাবালা বৰুৱা, নৱকান্ত বৰুৱা ( কবি নৱকান্ত নহয় ), জিতেন্দ্ৰ কুমাৰ বৰুৱা, প্ৰফুল্ল কুমাৰ বৰুৱা, ভানুমতী বৰুৱা, আদৰ মালতী শৰ্মা আৰু আইভি বৰুৱা।

যোৰহাটৰ তৰাজান পাঠশালা স্কুলতে শ্ৰীবৰুৱাৰ স্কুলীয়া শিক্ষা আৰম্ভ। ১৯২৮ খৃঃত যোৰহাট টাউন এম ই স্কুলৰ ( বৰ্তমান শঙ্কৰদেৱ ছেমিনাৰী ) পৰা ডিষ্টিংচন লৈ এম ই আৰু ১৯৩২ খৃঃত তেজপুৰ চৰকাৰী হাইস্কুলৰপৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

বৰুৱা ডাঙৰীয়াই ১৯৩৪ খৃঃত কটন কলেজৰপৰা আই এ ১৯৩৬ খৃ.ত ইংৰাজীত অনাৰ্ছ লৈ বি এ আৰু ১৯৩৮ খৃঃত ইংৰাজী সাহিত্যত দ্বিতীয় শ্ৰেণী লাভ কৰি এম এ পৰীক্ষাত উত্তীৰ্ণ হয়।

এম এ পাছ কৰাৰ পিচত দেউতাকে ভাবিছিল বৰপুত্ৰ নিশ্চয় হাকিম-মুঞ্চিফ কিবা এটা হ'ব। কিন্তু তেওঁ তেনে কোনো চাকৰিলৈ মন নেমেলিলে। অধ্যাপনাৰ সুযোগ বিচাৰি তিনিবছৰ কাল ঘৰতে নিবনুৱা হৈ বহি থাকিব লগা হ'ল।

১৯৪১ খৃঃত অলপ দিনৰ বাবে গুৱাহাটী সন্দিকৈ কলেজত অস্থায়ী ভাবে অধ্যাপনাৰ সুযোগ পায়। সেই বছৰতে যোৰহাট জগন্নাথ বৰুৱা কলেজত অধ্যাপক নিযুক্ত হয়।

হেম বৰুৱাই ছাত্ৰাৱস্থাৰেপৰা জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰিছিল। ১৯৪২ খৃঃৰ ১২ অক্টোবৰৰপৰা জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰা বাবে কাৰাৰুদ্ধ হ'ব লগা হয়। জেলৰপৰা মুকলি হোৱাৰ পিচত ১৯৪৪ খৃঃৰ ৩০ জুনৰপৰা গুৱাহাটী ভোলা বৰুৱা কলেজত ইংৰাজী সাহিত্যৰ অধ্যাপক আৰু উপাধ্যক্ষ স্বৰূপে যোগদান কৰে। ১৯৪৫ খৃঃৰপৰা তেওঁ কলেজখনৰ স্থায়ী অধ্যক্ষ নিযুক্ত হয়। প্ৰথমতে কলেজখনৰ অধ্যক্ষ আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈ। ১৯৬৭ খৃঃৰ এপ্ৰিললৈকে হেম বৰুৱা কলেজখনৰ সাধাৰণ দায়িত্বত আছিল। বৰ্তমান তেওঁ কলেজ পৰিচালনা সমিতিৰ সভাপতি।

১৯৫৭ খৃঃৰ দ্বিতীয় সাধাৰণ নিৰ্বাচনত পি এছ পি প্ৰাৰ্থী হিচাপে গুৱাহাটী সমষ্টিৰপৰা হেমবৰুৱা লোক-সভালৈ নিৰ্বাচিত হয়। তেতিয়াৰেপৰা ১৯৬২ আৰু ১৯৬৭ খৃঃতো পুনৰ সংসদী সদস্য নিৰ্বাচিত হৈ সুদীৰ্ঘ ১৪ বছৰ কাল একেবাৰে জাকত জিলিকা সংসদী সদস্য ৰূপে খ্যাতি অৰ্জন কৰে।

১৯৫০ খৃঃত হেম বৰুৱা প্ৰথমবাৰৰ বাবে ব্ৰহ্মদেশলৈ যায়। ইয়াৰ পিচত আমেৰিকা যুক্ত-ৰাজ্য, ৰুছদেশ, ইজৰাইল, ইংলণ্ড, নেপাল, দক্ষিণ-পূব এচিয়াৰ টাইলেণ্ড, কম্বোডিয়া, মালয়েচিয়া,

চিঙ্গাপুৰ আৰু টাৱাইন ভ্ৰমণ কৰিছিল। তেওঁৰ এই ভ্ৰমণৰ অভিজ্ঞতাৰে কেবাখনো পুথি ৰচনা কৰিছিল।

৮ম বছৰ ৩য় সংখ্যা 'আৱাহন'ত প্ৰকাশিত 'হিয়াৰ মিলন' নামৰ গল্পটো হেম বৰুৱাৰ প্ৰথম ৰচনা। আৱাহনৰ পাততে প্ৰকাশ হয় তেওঁৰ এলানি সমালোচনামূলক প্ৰবন্ধ। ইয়াৰে ভালেকেইখিনি ৰচনাই তেওঁৰ 'আধুনিক সাহিত্য' ( ১৯৫০ খৃঃ ) নামৰ পুথিখিনিত ঠাই পাইছে। সাহিত্য আৰু সাহিত্য ( ১৯৬২ খৃঃ ), স্মৃতিৰ পাপৰি ( ১৯৭০ খৃঃ ), আঁচুফুল ( ১৯৬৪ খৃঃ ), সানমিহলি ( ১৯৫৭ খৃঃ ) সত্য, অহিংসা আৰু গান্ধীজী ( ১৯৭১ খৃঃ ), ছিন্নমূল ( ১৯৭৩ ) বৰুৱাৰ আন আন সমালোচনা-গ্ৰন্থ। কন্নকী ( ১৯৬০ খৃঃ ) আৰু কিউপিড আৰু ছাইকী ( ১৯৫৯ খৃঃ ) তেওঁ অনুবাদ কৰা দুখন মানোৰম পুথি।

হেম বৰুৱা অসমীয়া সাহিত্যত সুপৰিচিত তেওঁৰ ভ্ৰমণ-কাহিনীবাজিৰ মাজেৰে। সাগৰ দেখিছা ( ১৯৫৪ খৃঃ ), ৰঙা কৰবীৰ ফুল ( ১৯৫৯ খৃঃ ), ইজৰাইল ( ১৯৬৫ খৃঃ ) আৰু মেকং নৈ দেখিলোঁ ( ১৯৬১ খৃ ) চাৰিখন ভ্ৰমণ কাহিনী।

আধুনিক কবিতাৰ জন্মলগ্নৰ লগতো হেম বৰুৱা জড়িত। পোনতে আৱাহনত তেৰেঁই 'বান্দৰ' নামৰ এটি কবিতা ৰচনা কৰিছিল। বালিছন্দা ( ১৯৫৯ খৃঃ ) আৰু মন ময়ূৰী ( ১৯৬৫ খৃঃ ) তেওঁৰ দুখনি আধুনিক কবিতাৰ সংকলন

'বিয়াল্লিছৰ গণ-বিপ্লৱত অসম', 'এই গাওঁ এই গীত' ( ১৯৬১ ), 'বহাগতে পাতি যাওঁ বিয়া' ( ১৯৬৯ খৃঃ ), 'ডাক পখিলী' ( ১৯৬৮ খৃঃ ) তেওঁৰ অন্যান্য গ্ৰন্থ।

১৯৪৮ খৃঃত হেম বৰুৱাই সম্পাদনা কৰিছিল 'পছোৱা' নামৰ এখনি মাহেকীয়া আলোচনী। আলোচনীখনৰ আয়ুস এবছৰ মাত্ৰ। তেওঁৰ 'পছোৱাৰ ৰেঙনি' ( ১৯৬৯ খৃঃ ) আলোচনীখনত প্ৰকাশ পোৱা এলানি প্ৰবন্ধৰ সংকলন। 'ভাৰত বৰ্তমান আৰু ভৱিষ্যত' ( ১৯৬০ খৃঃ ) আৰু 'অসমৰ জনজাতি' ( ১৯৭২ খৃঃ ) হেম বৰুৱাই অনুবাদ কৰা আন দুখন পুথি। প্ৰথমখনৰ লিখক জৱাহৰলাল নেহৰু আৰু দ্বিতীয়খনৰ সত্যেন্দ্ৰ নাথ বৰকটকী।

হেম বৰুৱাই তেওঁৰ ইংৰাজী ৰচনাৰ সূচনা কৰিছিল August Revolution in Assam নামৰ এখনি সৰু পুথিৰে। তেওঁৰ জনপ্ৰিয় গ্ৰন্থ The Red River and the Blue Hill ( ১৯৫৪ খৃঃ )। The Fairs and Festivals of Assam বৰুৱাই জে ভি ৰাভেজাৰ লগত যুটীয়া ভাবে ৰচনা কৰা পুথি। তেওঁৰ Modern Assamese Poetry ( ১৯৬০ খৃঃ ) ২৭ গৰাকী কবিৰ ৫০টি কবিতাৰ সংকলন। Idle Hours ( ১৯৬২ খৃঃ ), Folks Songs of India ( ১৯৬৫ খৃঃ ), Assamese Literature ( ১৯৬২ খৃঃ ) আৰু Lakshminath Bezbaroa ( ১৯৬৭ খৃঃ ) তেওঁৰ আন ইংৰাজী গ্ৰন্থ।

'এজেছ অব্ ইম্পিৰিয়েল ইউনিটি'ৰ অসমীয়া অনুবাদ তেওঁৰ অপ্ৰকাশিত গ্ৰন্থ।

সাহিত্য সভাৰ লগত শ্ৰীবৰুৱাৰ সম্বন্ধ বহুদিনৰপৰা। ১৯৫৪ খৃঃৰেপৰা তেওঁ সাহিত্য সভাৰ কাৰ্য্য-নিৰ্বাহক সদস্য। ১৯৬৫ খৃঃত নলবাৰীত অনুষ্ঠিত সাহিত সভাৰ দ্বাত্ৰিংশ

অধিবেশনৰ আলোচনা চক্ৰৰ আৰু ১৯৬৯ খৃঃত বৰপেটাত অনুষ্ঠিত ষট্‌ত্ৰিংশ অধিবেশনৰ সাংস্কৃতিক সন্মিলনৰ তেওঁ সভাপতি। ১৯৬৮ খৃঃত তেজপুৰত অনুষ্ঠিত একত্ৰিংশ অধিবেশনৰো তেওঁ প্ৰদৰ্শনীৰ দুৱাৰ উদ্ঘাটন কৰিছিল।

১৯৭২ খৃঃৰ ৭ এপ্ৰিলৰপৰা ধুবুৰীত অনুষ্ঠিত সাহিত্য সভাৰ উনচত্বাৰিংশ সন্মিলনত হেম বৰুৱাই সভাপতিত্ব কৰিছিল। ১৯৭১ খৃৰ ১৪ নবেম্বৰপৰা প্ৰকাশিত 'আসাম এক্সপ্ৰেছ' নামৰ দৈনিক ইংৰাজী কাকত এখনৰ তেওঁ সম্পাদক আছিল।

হেম বৰুৱাৰ সহধৰ্মিণী শ্ৰীমতী অনু বৰুৱাও ( অনুৰূপা দেৱী ) এগৰাকী প্ৰখ্যাত মহিলা সাহিত্যিক। [ শ্ৰীনন্দ তালুকদাৰ ]



পদ্মধৰ চলিহা ঃ ষড়্‌বিংশ সন্মিলনৰ সভাপতি

# ষড়বিংশ অধিবেশন

তিনিচুকীয়া—২০ এপ্ৰিল, ১৯৫৮ চন

সভাপতি—পদ্মধৰ চলিহা

### ওঁ তৎসৎ

যস্মাৎ সর্ব্বমিদং প্ৰপঞ্চৰচিতং মায়াজগজ্জায়তে
যস্মিন্ তিষ্ঠতি যাতি চান্তসময়ে কল্পানুকল্পে পুনঃ।
যং ধ্যাত্বা মুনয়ঃ প্ৰপঞ্চৰহিতং বিন্দন্তি মোক্ষং ধ্ৰুবং
তং বন্দে পুৰুষোত্তমং হি অমলং নিত্যং বিভুং নিশ্চলম্॥

এই প্ৰপঞ্চময় নিখিল মায়াজগতৰ য'ৰ পৰা উৎপত্তি হৈছে, য'ত অৱস্থান কৰিছে, প্ৰলয়তো য'ত পুনৰ বিলয়প্ৰাপ্ত হৈছে আৰু যি প্ৰপঞ্চবিৰহিত পৰম তত্বক ধ্যান কৰি মুনিসকল মোক্ষপদপ্ৰাপ্ত হয়, সেই পুৰুষোত্তম নামক নিত্য নির্ম্মল নিশ্চল বিভুক মই জয়জয়তে বন্দনা কৰোঁ। দ্বিতীয়তে সেৱা জনাওঁ চিৰচেনেহী ভাষা-জননীৰ চৰণত।

তৃতীয়তে নমস্কাৰ কৰোঁ অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া প্ৰমুখ্যে সদস্যসকলক, সমবেত প্ৰতিনিধিবৰ্গক আৰু সদৌ সহৃদয় ৰাইজক।

বৈচিত্ৰ্যময় মানৱ জীৱনত একোটি গৌৰৱৰ মুহূৰ্ত্ত আহি পৰে। অসম সাহিত্য সভাৰ নিচিনা এখনি সাৰ্ব্বজনীন জাতীয় অনুষ্ঠানৰ ষষ্ঠবিংশতি বছেৰেকীয়া অধিবেশনৰ সভাপতিৰ

শলাগৰ শৰাই

আসনখনি এই অভাজনক যাচি সন্মানিত কৰা বাবে আপোনালোকলৈ হিয়া-ভৰা শলাগৰ শৰাই আগ বঢ়ালোঁ আৰু লগে লগে কৰপুটে আপোনালোকৰ আশীৰ্ব্বাদ ভিক্ষা মাগিলোঁ,—এই গুৰুভাৰ সুকলমে বহন কৰিবলৈ আৰু দেশবাসীয়ে মোৰ ওপৰত অৰ্পণ কৰা আস্থাৰ যোগ্যতা প্ৰতিপন্ন কৰিবলৈ মোক সৰ্ব্বনিয়ন্তা ভগৱন্তই যেন যথেষ্ট শক্তি-সামৰ্থ্য দিয়ে। দেশবাসীৰ হাতত আদৰ আৰু সন্মান লাভ কৰাতকৈ ডাঙৰ গৌৰৱৰ বিষয় আৰু কি হব পাৰে? এই নিৰ্ব্বাচন এই অভাজনৰ যোগ্যতাতকৈ সহৃদয় ৰাইজৰ মহানুভৱতাৰ হে নিদৰ্শন বুলি ধৰি থৈছোঁ।

স্বাধীন মটক ৰাজ্যৰ ঘাই থল, কেপ্টেন গোহাঁইৰ কৰ্ম্মভূমি, বাণিজ্য-ব্যৱসায়ৰ কেন্দ্ৰ-স্থান, খিলঞ্জীয়া অধিবাসীসকলৰ বাহিৰেও, চাৰিওফালে চাহ-বাগিচা, তেল-পুং, কয়লাখনি জনজাতীয় অঞ্চল আদিৰে পৰিবেষ্টিত, এই সুপ্ৰসিদ্ধ তিনিচুকীয়া নগৰত এইবাৰ এই মহাযজ্ঞৰ

পুৰোহিতৰ আসনত অধিষ্ঠিত হৈ ভাষা-জননীৰ ষোড়শোপচাৰ পূজা সম্পন্ন কৰাৰ সৌভাগ্য আৰু সুযোগ লাভ কৰা বাবে মই দেশবাসীৰ ওচৰত মূৰ দোঁৱাইছোঁ। যি অঞ্চলৰ পৰা সিংহপুৰুষ লাহমন আৰু সাধন ৰায় বাহাদুৰ দুই ভাই-ককাইৰ গোজৰণিত এদিন পৰ্ব্বত-ভৈয়ামৰ সকলো নিস্তব্ধ হৈছিল, আজি সেই ঠাইত আকৌ অসমৰ পূৰ্ব্বগৌৰব সৌৰৱণৰ লগতে পৰ্ব্বত-ভৈয়ামৰ ভাষা, সাহিত্য আৰু সাংস্কৃতিক আদান-প্ৰদানৰ নতুন প্ৰেৰণা আহিব বুলি আশাৰ সঞ্চাৰ হৈছে।

এই নিঃকিনে ক্ষুদ্ৰ শক্তি অনুসৰি স্কুলীয়া ছাত্ৰাৱস্থাৰে পৰা মাতৃভাষা আৰু মাতৃভূমিৰ চৰণ সেৱা কৰি থকাৰ বাহিৰে অইন কিবা যোগ্যতা অৰ্জ্জন কৰিছোঁ বুলি কবলৈ স্পৰ্দ্ধা নহয়। সৰুৰে পৰা ভাল পাওঁ সাহিত্য পঢ়ি, কবিতা আওঁৰাই, আবৃত্তি-অভিনয় কৰি, গান গাই, গান শুনি। মাজে-সময়ে ৰচোঁ একোটি গল্প, লিখোঁ একোটি প্ৰবন্ধ, ৰচোঁ একোখনি নাটিকা। 'উষা'ৰ বিমল জেউতিয়ে মোৰ সাহিত্য-সাধনাত দিয়ে অসীম উদ্দীপনা, 'বাঁহী'ৰ মধুৰ সুৰে ঢালে মোৰ হিয়াত মোহন মদিৰা।

যদিও কবিতা বুলি মাজে সময়ে একোটি লিখোঁ, সততেই মোৰ ভাবাবেগ ৰূপায়িত হয় গীতি-কবিতা স্বৰূপেশ ছাত্ৰাৱস্থাত লিখা এই গীতি-কবিতাবিলাক সুহৃদ্‌বৰ ✓লোহিত ভূঞাই কলিকতাৰ পৰা প্ৰকাশ কৰিবলৈ ধাউতি দেখুৱাত সেই সংগ্ৰহৰ নাম দিওঁ "ফুলনি" আৰু ৰাইজে তাক অতি আদৰ কৰি মোৰ নাম থয় 'ফুলনিৰ মালী'। 'ফুলনি'ৰ পিছত ভাষা-জননীৰ চৰণত এই অভাজনৰ অৰ্ঘ্য-অৱদান স্বৰাজ সঙ্গীত শৰাই, অমৰ লীলা, নিমন্ত্ৰণ, গীতি-লহৰী, কেনে-মজা, মহাবীৰ লাচিত বৰফুকন, ৰংপুৰে কথা কয়, 'অসমীয়া সাহিত্য আৰু ৰংপুৰৰ বৰঙনি' আৰু The Sahıtyarathı of Assam (ইংৰাজী)ৰ বাহিৰেও সাদিনীয়া আৰু তিনিদিনীয়া অসমীয়া, অৰ্ঘ্য, বাঁহী আৰু কেইবাখনো হাতেলিখা আলোচনীৰ সম্পাদনা। সাহিত্য-প্ৰসঙ্গ, উৰুলী আদি গ্ৰন্থ হাতে লিখা অৱস্থাতে পৰি আছে।

এটি কথা নজনাই নোৱাৰো যে কলিকতাত কৰ্ম্মবীৰ বৰদলৈৰ বহাত পতা এখনি চাহ-মেলতে এখনি 'অসম ছাত্ৰ সাহিত্য সন্মিলন' পতাৰ কথা আলোচনা কৰি সিদ্ধান্ত গ্ৰহণ কৰা হয়। তাৰ আয়োজন কৰিবৰ কাৰণে কলিকতা এৰি গুৱাহাটীত আইন পঢ়িবলৈ আহি 'একতা সভা'ৰ জৰিয়তে পতা বিৰাট ৰাজহুৱা সভাত বিস্তৰ আলোচনাৰ পিছত প্ৰথম সন্মিলন গুৱাহাটীতে পাতিবলৈ স্থিৰ হয় আৰু এই অভাজনৰ ওপৰতে প্ৰধান সম্পাদকৰ ভাৰ পৰে। ১৯১৭ চনত সাহিত্যৰথী বেজবৰুৱাৰ সভাপতিত্বত বিপুল উদ্দীপনাৰ মাজত সন্মিলন বহে আৰু অনেক আলোচনাৰ পিছত অসম ছাত্ৰ সাহিত্য সন্মিলনৰ নাম সলাই 'অসম ছাত্ৰ সন্মিলন'ৰ প্ৰাণ প্ৰতিষ্ঠা কৰা হয়। সেই ছাত্ৰ সন্মিলনে অসমত এটি নৱজাগৰণৰ ঢৌ তোলে আৰু ভালেমান সাহিত্যিক আৰু দেশকৰ্ম্মীৰ সৃষ্টি কৰে। আজিও সকলো দলৰ, সকলো সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰী একতা সূত্ৰত সঙ্ঘবদ্ধ হৈ সেই সন্মিলন পুনৰ সঞ্জীৱিত আৰু শক্তিশালী কৰাটো সৰ্ব্বান্তঃকৰণে কামনা কৰো।

প্ৰায় ছবছৰ কাল মৃতকল্প অৱস্থাত পৰি থকা অসম সাহিত্য সভাখনি দ্বিতীয় মহাযুদ্ধ চলি থাকোঁতেই ১২৪৪ চনত অতি কষ্টে আৰু যত্নেৰে সঞ্জীৱিত কৰি দিয়া হয় ১৯৪৪ চনত ৰংপুৰ নগৰত—য'ত ১৯১৭ চনত পোন-প্ৰথম অসম সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠা হয় স্বনামধন্য ৺পদ্মনাথ গোহাঁইবৰুৱাৰ পৌৰোহিত্যত আৰু ৺শৰৎচন্দ্ৰ গোস্বামী আদি দেশহিতৈষী লোকৰ উদ্যমত।

মাতৃভূমি আৰু মাতৃভাষাৰ সেৱা কৰিব পৰাটো মহা পুণ্য বুলি মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰোঁ, যদিও—

নাই দুখীয়াৰ পূজাৰ সমল ৰত্ন মুকুতা মণি,
দুটি তলসৰা ভাব-কুসুমেৰে সজাওঁ চৰণ খনি।
জননী জনমভূমিৰ মহিমা অপাৰ।
জনমভূমি জনমভূমি
সৰগতো অধিক তুমি,
জন্মে জন্মে যুগে যুগে
থাকোঁ যেন আই চৰণ চুমি।
জীৱন পুণ্য তোমাৰ সেৱাত,
মৰণ ধন্য তোমাৰ কোলাত,
তুমি ভক্তৰ মুক্তি-নিলয়,
জীৱন-হোতাৰ যজ্ঞ ভূমি।

আজি আমি সকলোটি গোট খাইছোঁ ভাষা-জননীৰ চৰণত ভক্তি-অৰ্ঘ্য যাচিবলৈ। আমি মৰ্ম্মে মৰ্ম্মে এই কথা উপলব্ধি কৰোঁ যে—

একেটি সুৰৰ একেখনি বীণে তোৱে
আজন্ম আমাৰ কাণ,
একে জননীৰ একেটি চেনেহে
গঁথা জীৱনত আমাৰ প্ৰাণ।
একে জননীৰ পূজাৰ কাৰণে
একে মন্দিৰত দোঁৱাই শিৰ,
একেটি প্ৰাণেৰে মিলিছোঁ ভক্ত
কৰি ই শুভ লগন স্থিৰ।
উৰি কল্পনাৰ কোমল পাখিৰে
কুটা এডালিকো যদিহে পাওঁ
তাকে আনি দিওঁ তয়ু চৰণত
তাতে উলাহত ওপঙি যাওঁ।

দূৰ অতীতৰ ঘোৰ আন্ধাৰত
খপিয়াই পাওঁ যিটি মণি
বুটলি হেঁপাহে ডিঙিত পিন্ধাওঁ,
উজলাওঁ বুলি বয়ান খনি।
ঠুনুক-ঠানাক দুটি এটি মাতে
মাতিছোঁ তোমাক জননী অই
মৰম-চেনেহে হৰিষ-বিপদ
নোৱাৰোঁ বুজাব গুৱলা কৈ।
তোমাৰ কোমল আঙুলি বুলাই
হৃদয়-বীণৰ জোৰাচোঁ তান
গাম হিয়া খুলি' বিবিধ ছন্দে,
গাম তোমাৰেই মহিমা-গান।
হিয়াৰ ৰক্তে তোমাৰ ভক্তে
পূজিম তোমাক চেনেহী আই,
চোৱাঁচো এবাৰ চেনেহ-চকুৰে
দিয়াঁ চৰণত এবাৰ ঠাই।

অনেকৰ এটি ভুল ধাৰণা আছে যে সাহিত্য মাত্ৰ কবি নাইবা লিখক-লিখিকাসকলৰ এক চেতীয়া সম্পত্তি। এই ধাৰণা নিতান্ত ভ্ৰান্তিমূলক। প্ৰকৃত সাহিত্য নিখিল বিশ্বৰ যাউতিযুগীয়া সম্পত্তি। সাহিত্য চৰ্চ্চা আৰু আলোচনা কৰিবলৈ, সাহিত্যৰ অমৃত পান কৰিবলৈ, কি কবি, কি অকবি, কি গাৱঁলীয়া, কি নগৰীয়া, কি বিষয়া, কি ব্যৱসায়ী, কি ধনী, কি দুখীয়া সকলোৰে সমান অধিকাৰ আছে। সংস্কৃতত এবাৰ কথা আছে, "কৱিঃ কবয়তে কাব্যং, ন চ জানাতি তদ্ৰসম্।" কবিয়ে কাব্য ৰচনা কৰি মৌচাক সাজে, তাৰ মৌ বিচাৰি উলিয়ায় আৰু দহজনক বিলায় সমালোচকে আৰু তাক হেঁপাহেৰে পান কৰে পাঠক-পাঠিকাই আৰু জন-সাধাৰণে।

সাহিত্য কি ?

সাহিত্য মানব জাতিৰ অক্ষয় আৰু অবিনশ্বৰ ভাব-চিন্তাৰ ভঁৰাল। মানৱৰ মনুষ্যত্ব বিকশিত আৰু বিকাশিত কৰিবলৈ হলে নতুন নতুন ভাবৰ সঁজুলি গোটাব লাগে। মানুহ খাবলৈ জীয়াই নাথাকে, জীয়াই থাকিবলৈহে খায়। পশু-পক্ষী আদি ইতৰ জীৱবিলাকে মাত্ৰ অস্তিত্ব ধাৰণ কৰে, মানুহে ধাৰণ কৰিব লাগিব প্ৰকৃত জীৱন ( Animals exist but men live )। আহাৰ, নিদ্ৰা, মৈথুন, এই তিনিটাৰ চিন্তাত মগ্ন হৈ তামসিক বা ৰাজসিক গুণত লিপ্ত থাকিলে মানুহ পশু-শ্ৰেণীত পৰেগৈ। সৃষ্টিৰ শ্ৰেষ্ঠ জীৱ মানৱ 'ভাত ৰাজ্য'তে আৱদ্ধ নাথাকি 'ভাব ৰাজ্যতো' থাকিব লাগিব। নতুন কথা জানিবলৈ, নতুন ভাব, নতুন আদৰ্শ সাৰটি লবলৈ আৰু লগে লগে দেহ, মন, আত্মাৰ সামঞ্জস্যপূৰ্ণ উৎকৰ্ষ সাধন কৰিবলৈ প্ৰকৃত

মানৱমাত্ৰৰে হাবিলাষ হোৱা নিতান্ত বাঞ্ছনীয়। সাহিত্যৰ জৰিয়তেহে নিজক জনা, জগতক জনা আৰু অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ আভাস পোৱা সম্ভৱপৰ হয়। অকল ঐহিক বিষয়-বাসনাত মত্ত হৈ স্বাৰ্থত মজি থাকিলেই মুক্তি আৰু শান্তি লাভ কৰা দুৰূহ। নিজকে কেন্দ্ৰ কৰি অনবৰত ঘূৰি থাকিলে কবীন্দ্ৰ ৰবীন্দ্ৰনাথে কোৱাৰ দৰে পাকঘূৰণি খাই মৰিব লাগিব।

সুন্দৰ আৰু মধুৰ ভাব-ৰাজ্যত বাস কৰিলেহে মহিমাময়ৰ অপাৰ মহিমা আৰু তেওঁৰ এই বিনন্দ বিলাস সৃষ্টিৰ অসীম সৌন্দৰ্য্য উপলব্ধি কৰি গভীৰ ধৰ্ম্ম ভাবেৰে অনুপ্ৰাণিত হৈ অনিৰ্ব্বচনীয় বিমল আনন্দ উপভোগ কৰিব পৰা যায়। অসমীয়া সাহিত্যৰ অমূল্য সম্পদ কীৰ্ত্তন, ঘোষা, ৰত্নাৱলীৰ অমৃত পান কৰি আত্মাৰ শান্তি নোপোৱা আৰু ধৰ্ম্মভাবত গদ্-গদ্ নোহোৱা অসমীয়া, ৰামায়ণ, মহাভাৰতৰ কাহিনী পাঠ বা শ্ৰৱণ কৰি তৃপ্তি নোপোৱা ভাৰতবাসী, কোৰাণ চৰিফত বৰ্ণোৱা নীতি-ধৰ্ম্মৰ কথা শুনি বা পঢ়ি অন্তৰত শক্তি লাভ নকৰা মুছলমান, বাইবেল পাঠ বা শ্ৰৱণৰ পৰা মুক্তি শান্তিৰ সন্ধান নোপোৱা খৃষ্টান—জগতত কেইজন আছে? মহাত্মা গান্ধীয়ে কৈছে, অকল যান্ত্ৰিক দেহাটোৱেই বা অকল মনটোৱেই নাইবা অকল আত্মাটোৱেই মানুহ নহয়—এই আটাই কেইটাৰ সমষ্টি আৰু সমন্বয় লৈহে মানুহ। গতিকে মানুহক যেনেকৈ শৰীৰৰ পুষ্টি-সাধনৰ কাৰণে খাদ্য বা আহাৰ লাগে, মন আৰু আত্মাৰ পৰিপুষ্টিৰ অৰ্থেও মানসিক আৰু আধ্যাত্মিক খোৰাকৰ প্ৰয়োজন হয়। মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধনৰ কাৰণে সৎ-সাহিত্যৰ চৰ্চ্চা আৰু আলোচনা নিতান্ত লাগতিয়াল। মানৱ-জীৱনৰ অৱলম্বন দুই প্ৰকাৰ—মৃন্ময় আৰু চিন্ময়। শৰীৰৰ অৱস্থাই মৃন্ময় অৱস্থা আৰু মনৰ অৱস্থাই চিন্ময় অৱস্থা। মানুহ নাম লৈ বৰ্ত্তি থাকিবলৈ দুয়োটা ওতঃপ্ৰোতভাবে জড়িত।

ভাষাৰ পৰা কালক্ৰমত সাহিত্যৰ সৃষ্টি। ভাষাৰ নো উৎপত্তি কেনেকৈ হল অলপ আলোচনা কৰা যাওক। আমাৰ মনৰ ভাব প্ৰকাশ কৰিবৰ কাৰণে এটি স্বাভাৱিক প্ৰবৃত্তি জন্মগত। পানীকেঁচুৱা লৰা এটিৰ অইন মাত নৌ ফুটোঁতেই ফেকুৰি ফেকুৰি কান্দিয়েই মনৰ ভাব ব্যক্ত কৰে আৰু মাকে নিচুকাব নোৱাৰিলে চিঞৰি চিঞৰি কান্দি ভাব প্ৰকাশ কৰিবলৈ যত্ন কৰে। বিশ্ব ব্ৰহ্মাণ্ডৰ সৃষ্টি-পাতনিতে ভাষাৰ উৎপত্তি। নাদ বা শব্দ ভাষাৰ মূল। নাদ বা শব্দ ব্ৰহ্মস্বৰূপ। জ্যোতিৰ্ম্ময় ব্ৰহ্মৰ স্পন্দনতেই নাদৰ অভিব্যক্তি হয়। এই নাদ বা শব্দই প্ৰাণৰ ভাব। আত্মাই কোনো প্ৰকাৰৰ উত্তেজনা অনুভৱ কৰিলে শৰীৰত, বিশেষকৈ বাগযন্ত্ৰ আৰু শ্বাসযন্ত্ৰত সেই ভাবটি প্ৰতিধ্বনিত হৈ অন্তৰ্জ্জগতত নাদ বা শব্দৰ উৎপত্তি হয় আৰু প্ৰাণবায়ুৰ সহায়েৰে সি কণ্ঠ বা ডিঙি পায়গৈ। সেই নাদেই কণ্ঠ, তালু, দন্ত, ওষ্ঠ প্ৰভৃতিত লাগি কণ্ঠ্য, তালব্য, দন্ত্য, ওষ্ঠ আদি বৰ্ণাত্মক শব্দৰূপে বহিৰ্জ্জগতত প্ৰকাশিত হৈ শত ঘাত-প্ৰতিঘাতত পৰাত অলেখ শব্দ উৎপন্ন হয়, আৰু কোনো এটি শব্দ উচ্চাৰিত হলেই বায়ুত তাৰ স্পন্দন ( vibration ) হৈ চাৰিও ফালে থকা মানুহৰ কাণত পৰেগৈ। এই শব্দবিলাকেই পৰম্পৰৰ প্ৰাণৰ ভাব বুজাই 'ভাষা' নাম পাইছে।

ভাষাৰ উৎপত্তি

ভাষা যে অকল মানৱ জাতিৰে আছে এনে নহয়, বিবিধ আকাৰ আৰু ধৰণেৰে জীৱ-

জন্তু স্থাৱৰ-জঙ্গম আদিৰো আছে। সুপ্ৰসিদ্ধ বৈজ্ঞানিক আচাৰ্য্য জগদীশচন্দ্ৰ বসুৱে প্ৰতিপন্ন কৰা তথ্যমতে গছ-গছনিবিলাকৰো পৰস্পৰৰ মাজত সুখ-দুঃখ প্ৰকাশ কৰা এবিধ ভাষা আছে। মানুহে ভালেমান শব্দ নাইবা বাক্যৰে ভাব প্ৰকাশ কৰে, চৰাই চিৰিকতি আৰু পশু-পক্ষীয়ে এটি বা দুটি শব্দেৰেই সেই ভাব ব্যক্ত কৰে। প্ৰাচীন পণ্ডিতসকলৰ মতেও গছ-গছনিবিলাকৰো এবিধ শব্দ আছে কিয়নো সিহঁতে জীৱন ধাৰণ কৰিবলৈ ৰস টানোতে আৰু বতাহ লওঁতে কিবা এটি সূক্ষ্ম শব্দ নোহোৱাকৈ নাথাকে।

কিন্তু বিধাতাৰ শ্ৰেষ্ঠ জীৱ মানৱ জাতিৰ ভাষাইহে আমাৰ প্ৰধান আলোচ্য বিষয়। সভ্য-অসভ্য, উন্নত-অনুন্নত, পৰ্ব্বতীয়া-ভৈয়ামীয়া—সকলো জাতিৰে বা গোষ্ঠীৰে একোটি ভাষা আছে। তদুপৰি একোটি জাতি বা সম্প্ৰদায়ৰ ভিতৰত স্থান বিশেষে তাৰ অপভ্ৰংশ ভাষা নাইবা দোৱানও থকা দেখা যায়। ভাষা দুবিধ—কোৱা আৰু লিখা। ভালেমান জাতিৰ বা গোষ্ঠীৰ ভাষা আছে, কিন্তু সাহিত্য নাই। সভ্যতাৰ ক্ৰমবিকাশৰ লগে লগে মানৱ জাতিয়ে নিজৰ চিন্তা আৰু কল্পনা শক্তিৰ প্ৰয়োগ কৰি ভাষা লিপিবদ্ধ কৰিবৰ কাৰণে বৰ্ণমালা উদ্ভাৱন কৰে। বেলেগ বেলেগ লিখিত ভাষাৰ বেলেগ বেলেগ বৰ্ণমালা আছে। কিন্তু কিছুমান লিখিত ভাষাৰ বৰ্ণমালাৰ মাজত বহুত সাদৃশ্য দেখিবলৈ পোৱা যায়। ভাৰতৰ বৰ্ণমালা ঋগ্বেদৰ যুগতে আছিল আৰু মিছৰ আৰু ভাৰতৰ বৰ্ণমালাই সবাতোকৈ প্ৰাচীন বুলি ভালেমান পণ্ডিতৰ অভিমত।

অৱশ্যে জগতৰ আদি ভাষাৰ বিষয়ে এতিয়াও ঠাৱৰকৈ খাটাং সিদ্ধান্তত উপনীত হ'ব পৰা নাই। সংস্কৃত আৰু আৰবী ভাষাই আটাইতকৈ প্ৰাচীন বুলি ভাষাবিদসকলে কয়। প্ৰত্নতাত্ত্বিক আৰু ভাষাবিদ্ পণ্ডিতসকলৰ মতে অতি অতীজতে আৰ্য্যবিলাক একেলগে একে ঠাইতে বসতি কৰোতে একেটি ভাষা ব্যৱহাৰ কৰিছিল। এই ভাষাটিৰ কাল্পনিক নাম 'ইণ্ড-য়ুৰোপীয়ান' দিয়া হৈছে। এই ভাষাভাষী আৰ্য্যবিলাক ঘটনাচক্ৰত চাৰিওফালে সিঁচৰতি হৈ থান-বান হোৱাত তেওঁলোকৰ ৰীতি-নীতি, আচাৰ-পদ্ধতি আদিও বেলেগ বেলেগ ধৰণৰ হল, আৰু তাৰ লগে লগে তেওঁলোকৰ ভাষাৰও ইমান ব্যৱধান ঘটিল যে সেই ভাষাবোৰৰ গুৰি যে একেটাই তাক ঠাৱৰ কৰা কঠিন হৈ পৰিল। আজি ১৭০ বছৰ মান হল, গ্ৰিম প্ৰমুখ্যে ভাষা-তত্ত্ববিদসকলে সেই ভাষাবিলাকৰ সাদৃশ্য আৰু গুৰি বিচাৰি উলিয়ালে। কিছুমান সৰ্ব্বনাম, সংখ্যাবাচক শব্দ, বৈয়াকৰণিক আকাৰ আৰু ঘৰুৱা কথা জগতৰ সকলো ভাষাতে প্ৰায় একে প্ৰকাৰে থকা দেখা যায়। উদাহৰণ স্বৰূপে কব পাৰি, সংস্কৃত 'পিতৃ' শব্দটো লেটিনত pater, ইংৰাজীত father, আৰু কালক্ৰমত বঙ্গ ভাষাত পিতা, অসমীয়াত পিতাই বা পিতাদেউ হল। সংস্কৃত 'হংস' শব্দটো ডচ্ ভাষাত hans, জাৰ্ম্মান ভাষাত gans, ইংৰাজীত gander—goose, বঙ্গলাত হাঁস আৰু অসমীয়াত হাঁহ হলগৈ।

এইবিলাক তথ্য অনুসন্ধান কৰি প্ৰমাণিত হৈছে যে ইণ্ড-য়ুৰোপীয়ান ভাষাৰ পৰা তলত লিখা ভাষাবিলাকৰ উদ্ভৱ হল, যেনে (১) ভাৰতীয়, (২) ইৰাণিয়ান, (৩) আৰ্ম্মেনিয়ান (৪) হেলেনিক্, (৫) বাল্টিক-শ্লেভিক, (৬) কেল্টিক্, (৭) ইটালিক্ আৰু (৮) টিউটনিক্।

ভালেমান পাশ্চাত্য পণ্ডিতেও মুক্তকণ্ঠে স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে এইবিলাকৰ ভিতৰত ভাৰতীয় শাখাটোৱেই আটাইতকৈ পুৰণি আৰু খৃষ্টজন্মৰ অন্ততঃ দুহেজাৰ বছৰৰ পূৰ্ব্বতে ইয়াৰ অস্তিত্ব আৰু প্ৰভাৱৰ প্ৰমাণ পোৱা যায়। জাৰ্মান মনস্বী মোক্ষমূলাৰৰ মতে সংস্কৃতৰ পৰা প্ৰাকৃত আৰু প্ৰাকৃতৰ পৰা ভাৰতৰ ভিন ভিন ভাষাৰ উৎপত্তি হৈছে। আমাৰ ক্ষুদ্ৰ বুদ্ধিয়ে হলে কয় যে আদিতে প্ৰাকৃত জনসাধাৰণৰ কথিত আৰু প্ৰচলিত ভাষা আছিল। কালক্ৰমত ইয়াক মাৰ্জ্জিত কৰি ব্যাকৰণৰ বিশেষ নিয়মৰ তলতীয়া কৰি অলঙ্কাৰৰ সাজ-পাৰ পিন্ধাই ৰসাত্মক বাক্য বা কাব্য নাইবা সাহিত্যৰ উপযোগী কৰাত ইয়াৰ নাম সংস্কৃত ( reformed and refined ) ভাষা হল গৈ।

ওপৰত কৈ অহা ইণ্ড য়ুৰোপীয়ান গছজোপাৰ ইণ্ডিয়ান শাখাৰ মাগধী অপভ্ৰংশৰ পৰাই অসমীয়া, উৰিয়া, বঙলা, হিন্দী আদি ভাষাৰ উদ্ভব হল বুলি ভাষাবিদসকলে সিদ্ধান্ত কৰিছে। অসমীয়া ভাষাৰ আদি লিপিও ব্ৰাহ্মী লিপি বুলি প্ৰমাণিত হৈছে। কামাখ্যাৰ মঠ-মন্দিৰ নিৰ্ম্মাণ কৰা কালত এই লিপি ব্যৱহৃত হোৱা দেখা যায়। তাৰ পিছত অশোকলিপি আৰু তাৰ পিচত গুপ্তলিপি চলিছিল বুলি ধৰিব পাৰি। প্ৰাচীনত্বৰ লেখত অসমীয়া ভাষা, লিপি আৰু সাহিত্য ভাৰতৰ অইন কোনো প্ৰাদেশিক ভাষা, লিপি আৰু সাহিত্যতকৈ তল থাপৰ নহয়। বেদ-বেদান্ত-দৰ্শনাদি ৫৬৭ খন সংস্কৃত গ্ৰন্থৰ অনুবাদক মহাপণ্ডিত চীনা পৰিব্ৰাজক হিউৱেন চাঙক খৃষ্টীয় সপ্তম শতিকাৰ আগভাগত কামৰূপ তথা অসমৰ ৰজা ভাস্কৰবৰ্ম্মাই নিমন্ত্ৰণ কৰি আনিছিল। তেওঁৰ ভ্ৰমণ-বৃত্তান্তত কামৰূপৰ ভাষা সম্পৰ্কে এই বুলি লিখি গৈছে, "কামৰূপৰ ভাষা মধ্য ভাৰতৰ ভাষাৰ সৈতে অলপহে পৃথক। কামৰূপৰ ৰজাই বিদ্যা চৰ্চ্চা কৰিবলৈ ভাল পায় আৰু ৰজাক দেখি প্ৰজাবিলাকৰো বিদ্যা চৰ্চ্চাত মন"।

অসমীয়া ডাকৰ বচন সেই সপ্তম শতিকাতে বিৰচিত হৈছিল বুলি ধৰিব পাৰি। ডাকৰ বচনৰ ভাষাৰে সৈতে আজিকালিৰ অসমীয়া ভাষাৰ বিশেষ প্ৰভেদ নাই বুলিব পাৰি। ভাষাবিদ হিউয়েন চাঙে সপ্তম শতিকাত প্ৰচলিত অসমীয়া ভাষাকে শুদ্ধ মধুৰ দেৱভাষাৰ নিচিনা মধ্য-ভাৰতৰ ভাষাৰ লগত অলপহে প্ৰভেদ দেখাটোৱেই অসমীয়া ভাষাৰ গৌৰৱময় ঐতিহ্য আৰু স্বকীয়া বৈশিষ্ট্য সুন্দৰকৈ প্ৰতিপন্ন কৰে। সপ্তম শতিকাৰ আগতো পটন্তৰ মালা, ফকৰা, যোজোনা, সাধুকথা, লোকগীতি প্ৰভৃতি অসমত মৌখিকভাৱে হলেও প্ৰচলিত থকাৰ সম্ভাৱনা কোনেও দলিয়াই পেলাব নোৱাৰে।

ভাষাৰ সৃষ্টিৰ বিষয়ে ওপৰত উনুকিওৱা হল। ভাষাৰ পৰা কেনেকৈ সাহিত্যৰ সৃষ্টি হল এই সম্পৰ্কে অলপ আলোচনা কৰা যাওক। মানুহ সমাজপ্ৰিয় আৰু সমাজবদ্ধ জীৱ। মানৱ সভ্যতাৰ ক্ৰমবিকাশলৈ লক্ষ্য কৰিলেই দেখা যায় যে পৰ্ব্বতৰ গুহাত বাস কৰা আদিম যুগৰ পৰাই

সাহিত্যৰ সৃষ্টি

মানুহে গাইগুটীয়া স্বভাৱ এৰি সঙ্ঘ বা সমাজ বিচাৰি পৰিয়াল, গোষ্ঠী, জাতি আদি গঠন কৰি আহিছে। মানুহে অকল নিজৰ নিমিত্তে নাভাৱি দহজনৰ কথাও আলোচনা কৰে। পৰস্পৰৰ সহায়, সহানুভূতি আৰু আদান-প্ৰদানৰ ওপৰতে মানৱ

ৰাজ্যৰ প্ৰতিষ্ঠা। তদুপৰি আমি যে কেৱল চৰ্ম্মচকুৰে দেখা বাস্তৱ জগতৰ কথাকে ভাবোঁ বা চিন্তা কৰোঁ এনে নহয়, কল্পনা-চকুৰে দেখা কল্প-জগতৰ কথাও ভাবোঁ আৰু আলোচনা কৰোঁ। আমি আনৰ আগত মনোভাব বেকত কৰিবলৈ ভাল পাওঁ। আমাৰ কেতিয়াবা বৰকৈ খং উঠিলে, ওচৰত কাকো নাপালে ঘৰটোৰ ভিতৰতে অকলে বলিয়া মানুহৰ দৰে বকি নাইবা উগ্ৰমূৰ্ত্তি ধৰি দপ্‌দপাই থাকোঁ। কিন্তু কাৰোবাৰ আগত খং উঠাৰ কাৰণটো ভাষাৰে প্ৰকাশ কৰিবলৈ পালে খংটো অলপ মাৰ যায়। আমাক শোকে-বেজাৰে খুন্দা মাৰি ধৰিলে, কোনো বন্ধু-বান্ধৱৰ আগত মনৰ বা হিয়াৰ আবেগটো প্ৰকাশ কৰিবলৈ পালে উপশম আৰু সান্ত্বনা পোৱা যায় আৰু হিয়াৰ ভাৰ বহুত পৰিমাণে পাতলে। কোনো কাৰণত আমাৰ বৰকৈ আনন্দ লাগিলে সেই আনন্দৰ কথা অইনক ভালকৈ জনাবলৈ পালে আৰু সিজনৰ ভাল প্ৰতিক্ৰিয়া দেখিলে, আনন্দৰ মাত্ৰা দুগুণে চৰি উঠে। প্ৰকাশতেই আনন্দ, জেউতি মাধুৰী, অপ্ৰকাশতেই নিৰানন্দ, বিষাদ, অন্ধকাৰ। গতিকে দেখা গল, মনৰ ব্যক্তিগত ভাব ব্যক্ত কৰা। দহজনৰ কথা আলচ কৰা আৰু বাস্তৱ জগতৰ বাহিৰেও আৰু এখন কাল্পনিক জগতৰ কথা চিন্তা কৰাৰ এই যে স্বভাৱ-সুলভ প্ৰবৃত্তি—ইয়াক চৰিতাৰ্থ কৰাৰ উপায় হৈছে ভাষা আৰু এই ভাষাক যাউতিযুগীয়া আৰু মানৱজাতিৰ হৃদয়ঙ্গম কৰি সুশৃঙ্খল আৰু সুন্দৰভাৱে লিপিবদ্ধ কৰিলেই সাহিত্যৰ সৃষ্টি হয়।

আৰু এটা কথা। মানুহমাত্ৰেই বাহ্যিক বহণ, আড়ম্বৰ, চাকচিক্য, মাধুৰ্য্য, সৌন্দৰ্য্য ভাল পায়। সৌন্দৰ্য্য বিচাৰি মানৱ-প্ৰাণ হাইৰাণ। সক লৰা ফেৰিয়ে কঠুৱা মাতেৰে "মোক ভাত লাগে, বেগেতে দে", বুলি হুটা-মুটাকৈ ভাত খুজিলে অইন নালাগে আপোন মাকৰো সততকাই সহানুভূতিৰ উদ্ৰেক নহয়। কিন্তু কোমল মাতেৰে গুৱলা ল-নি ভাষাৰে, "আই মোৰ বৰ ভোক লাগিছে। কিবা আছে যদি খাবলৈ দিব নোৱাৰনে?" বুলি ঠুনুক ঠানাককৈ মাতিলে মাকহে নালাগে সাত শতুৰুৰো হিয়া মৰমত পমি নাযাবনে? সংস্কৃতত ইয়াৰ এটি সুন্দৰ দৃষ্টান্ত আছে। চকুৰ আগত পৰি থকা এডোখৰ শুকান কাঠ খৰিলৈ আঙুলিয়াই যদি কোৱা যায়—"শুষ্কং কাষ্ঠং তিষ্ঠত্যগ্ৰে", তেন্তে এই কঠুৱা খহতা শব্দ-যোজনাই কাঠডোখৰ আমাৰ মনত আৰু কঠুৱা, শুকান আৰু খৰ্খৰীয়া কৰি পেলাব, কিন্তু তাক নকৈ যদি এই বুলি এজনে কয় "নিৰস তৰু বয়ং পুৰতো ভাতি", তেতিয়া এই শব্দ-লালিত্যই সেই নীৰস কাঠ-ডোখৰকো কোমল, মধুৰ আৰু সৰস কৰি আমাৰ মানস-পটত অঙ্কিত কৰিব। ব্যাকৰণ বা ভাষাগত স্বৰূপে দুয়োটি বাক্যতে একেৰিও আঁৰ নাই, কিন্তু পিছৰ বাক্যটিত ল-নি আৰু কোমল বৰ্ণবোৰৰ সমাবেশত ৰচনাৰ ৰস বাগৰি গৈ নীৰস কাঠকো সৰস কৰি তুলিছে। গতিকে দেখা গ'ল, সভ্যতা আৰু সংস্কৃতিৰ ক্ৰমবিকাশৰ লগে লগে কালক্ৰমত ভাব আৰু বিষয়ৰ পৰিসৰ আঁক সেই অনুপাতে ভাষাৰ ৰাজ্যৰ পৰিসৰও বাঢিবলৈ ধৰিলে, আৰু "লৌকিক বা ব্যৱহাৰিক কথাৰ উপৰিও পুৱাৰ শেৱালিৰ দৰে মানুহৰ মনত সুকুমাৰ ভাববোৰ এটি এটিকৈ ফুলিবলৈ ধৰিলে আৰু প্ৰকাশ-ভঙ্গী আৰু ভাষাটো এই কোমলতা বিৰিঙি উঠিল।" (নেওগ)

সৌন্দৰ্য্যৰ ভিতৰেদি সত্য শিব সুন্দৰৰ স্বৰূপ উপলব্ধি কৰি লৈ অনন্ত যাত্ৰাত আগুৱাবলৈ মানৱাত্মাৰ এই যে অনন্ত প্ৰয়াস আৰু ৰহণ, চাকচিক্য, মাধুৰ্য্য আৰু সৌন্দৰ্য্যৰ প্ৰতি এই যে মানৱ সুলভ নৈসৰ্গিক অনুৰাগ, ইও সাহিত্য-সৃষ্টিৰ অন্যতম কাৰণ।

এজন পাশ্চাত্য পণ্ডিতে সাহিত্যৰ সূত্ৰ থোৰতে সুন্দৰকৈ দিছে—"Literature is the brain of humanity"—অৰ্থাৎ সাহিত্য মানৱজাতিৰ মস্তিষ্ক স্বৰূপ। আমাৰ মস্তিষ্কত যেনেকৈ সকলো ভাব, চিন্তা, স্মৃতি, পূৰ্ব্ব-জীৱনৰ অনুভূতি, জ্ঞান আৰু অভিজ্ঞতাবিলাক সোমাই থাকে আৰু তাৰ সহায়তে নতুন নতুন অনুভূতি, আবেগ আৰু অভিজ্ঞতাৰ উদ্ভৱ হয়, তেনেকৈ কবি, সাধক, ঋষি মুনিসকলে আৰু আমাৰ পূৰ্ব্ব-পুৰুষসকলে যিবিলাক চিন্তা, কল্পনা মানস-প্ৰসূতি আদি থৈ গ'ল—সেইবিলাক থূপ খাই আছে জগতৰ সাহিত্যত।

সাহিত্যত বৰ্ণোৱা কোনো এটা জাতিৰ অতীতৰ কাহিনীৰ সহায়তে আমি সেই জাতিৰ প্ৰগতি, অধোগতি বা বৰ্ত্তমান অৱস্থা নিৰূপণ কৰিবলৈ পাৰগ হওঁ। মস্তিষ্কবিহীন মানুহ পশু-তুল্য হৈ প্ৰকৃত সুখ আৰু আনন্দৰ পৰা বঞ্চিত হোৱাৰ দৰে সাহিত্যবিহীন জাতিও জগতত নগণ্য, অনাদৃত আৰু অৱহেলিত হয়।

সংস্কৃতৰ মৌলিক অৰ্থমতে সাহিত্যই সংসৰ্গ বা মিলনক বুজায়। (সহিত+ষ্ণ) সাহিত্যম্—মিলনম্। সাহিতস্য ভাবঃ ইত্যৰ্থে ষ্ণ্য প্ৰত্যয়ণে নিষ্পন্নম্। (শব্দকল্পদ্ৰুম)। এই সংসৰ্গ বা মিলন কিহৰ? ই যে অকল ভাবৰ লগত ভাবৰ, ভাবৰ লগত ভাষাৰ, ভাষাৰ লগত ভাষাৰ, নাইবা গ্ৰন্থৰ লগত গ্ৰন্থৰ মিলন এনে নহয়, এই মিলন মানৱেৰে সৈতে মানৱৰ, মানৱেৰে সৈতে জগতৰ, অতীতেৰে সৈতে বৰ্ত্তমানৰ, বৰ্ত্তমানেৰে সৈতে ভৱিষ্যতৰ, এটা যুগৰ লগত আইন এটা যুগৰ, বহিৰ্জ্জগতৰ লগত অন্তৰ্জ্জগতৰ, মানৱ-ৰাজ্যেৰে সৈতে প্ৰকৃতি-ৰাজ্যৰ, বাস্তৱ-জগতেৰে সৈতে কল্পলোকৰ, স্থূলেৰে সৈতে সূক্ষ্মৰ, জড়েৰে সৈতে চেতনৰ, সসীমৰ লগত অসীমৰ, শব্দ-শক্তিৰে সৈতে চিন্তা-শক্তিৰ মিলন বা যোগসাধন। "সুন্দৰ আত্মাই সুশ্ৰী শৰীৰক আশ্ৰয় কৰাৰ দৰে, মনৰ অপূৰ্ব্ব ভাবৰ লগত ঘটা অনুপম ভাষাৰ পৰিণয় সূত্ৰই সাহিত্য" বুলি কলেও ওপৰত দিয়া সংজ্ঞাই তাক সামৰিব। সংস্কৃত ভাষাৰ কোনো অলঙ্কাৰ-শাস্ত্ৰতে 'সাহিত্য' শব্দৰ কোনো ব্যাখ্যা পোৱা নাযায়, আইন কি, 'অমৰ-কোষ' আৰু 'অভিধান-চিন্তামণি' প্ৰভৃতিতো তাৰ নাম-গোন্ধ পৰ্য্যন্তও নাই। দৰাচলতে পূৰ্ব্বতে 'কাব্য' নামটোহে প্ৰচলিত আছিল আৰু সি দুভাগত বিভক্ত হৈছিল—গদ্য-কাব্য, যেনে দশকুমাৰ চৰিত্ৰ, কথা-ভাগৱত আৰু পদ্য-কাব্য—যেনে ৰঘুবংশ। তাৰ পৰা আকৌ দুটা ঠেঙুলি ওলায়—শ্ৰব্য-কাব্য (যেনে ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, নাম-ঘোষা), দৃশ্য-কাব্য (যেনে কালিদাসৰ শকুন্তলা, শঙ্কৰদেৱৰ পাৰিজাত হৰণ)। ৰবীন্দ্ৰনাথে সাহিত্যক প্ৰকাৰান্তৰে কাব্য-শাস্ত্ৰহে বুলিছে। কিয়নো তেওঁ কৈছে, সাহিত্যৰ বিষয় মানৱ-চৰিত্ৰ আৰু মানৱ-হৃদয় আৰু বহিঃ প্ৰকৃতি আৰু মানৱ-চৰিত্ৰই মানুহৰ হৃদয়ৰ মাজত সততে যি আকাৰ ধাৰণ কৰিছে সেই চিত্ৰ আৰু সেই গানেই সাহিত্য। অধ্যাপক হুড্‌ছনে সাহিত্যৰ এটি উপাদেয় সূত্ৰ এইদৰে দিছে, "যিবিলাক

গ্ৰন্থই আলোচ্য বিষয়ৰ গভীৰতা আৰু আলচ কৰাৰ সুচাৰু প্ৰণালীৰ গুণত সমগ্ৰ মানৱ সমাজৰ মন আকৰ্ষণ কৰিব পাৰে সেইবিলাকৰ সমষ্টিয়েই হৈছে সাহিত্য।" তেওঁ আৰু এটি সুন্দৰ সূত্ৰ দিছে যে "literature is the expression of life through the medium of language" অৰ্থাৎ ভাষাৰ জৰিয়তে জীৱনৰ বাঙ্ময় অভিব্যক্তিয়েই হৈছে সাহিত্য। লায়েলৰ মতে কোনো এটা যুগৰ উচ্চতম আদৰ্শ আৰু প্ৰধান অবেগবিলাকৰ অভিব্যক্তিয়েই সাহিত্য। বঙ্গ-সাহিত্য-সম্ৰাট বঙ্কিমচন্দ্ৰই সাহিত্যৰ বিষয়ে এষাৰ অতি সাৰুৱা মন্তব্য প্ৰকাশ কৰিছে যে "সাহিত্য দেশৰ অৱস্থা আৰু জাতীয় চৰিত্ৰৰ প্ৰতিবিম্ব মাথোন।" তাৰেই প্ৰতিধ্বনি কৰি কালীপ্ৰসন্ন বিদ্যাবিনোদে কয়, "সাহিত্য জাতীয় হৃদয়ৰ আদৰ্শ, জাতীয় হৃদয়ৰ বুৰঞ্জী। ভাঙৰ চিকুণ দাপোণৰ নিচিনাকৈ সাহিত্যই জাতীয় পৰিবৰ্ত্তনৰ সূক্ষ্মাদপি সূক্ষ্ম বৰ্ণ-ভেদও আমাৰ আগত দেখুৱায়। এটা জাতিৰ কোনো এটা যুগৰ সাহিত্যই সেই যুগৰ বাণী—যাৰ যোগেদি সেই জাতিৰ আশা-আকাঙ্ক্ষা, হৰ্ষ-বিষাদ, ভয়-ভ্ৰান্তি, শক্তি-সামৰ্থ্য, ৰীতি-নীতি সেই জাতিৰ মনীষীসকলৰ কল্পনা ফলিত প্ৰতিবিম্বিত আৰু প্ৰকাশিত হয়।"

'ভাৰতবৰ্ষ'ৰ ৬ষ্ঠ বছৰ, ২য় খণ্ড, ৩য় সংখ্যাত এজন যশস্বী লিখকে কৰা সাহিত্যৰ সূক্ষ্ম আলোচনাৰ সাৰমৰ্ম্ম দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। তেওঁ কৈছে—অতীত আৰু বৰ্ত্তমান, পৰিণত আৰু অপৰিণত, স্বদেশী আৰু বিদেশী, কাব্য আৰু গদ্য, প্ৰবন্ধ আৰু সমালোচনা প্ৰভৃতি বিবিধ ৰচনাৰ ভিতৰেদি এটি বৈশিষ্ট্য, এটি ঐক্য ফুটি ওলায়। এই বিশেষ লক্ষণ বা স্বভাৱটি থাকে দেখিয়েই আমি সেই ৰচনা সমষ্টিক সাহিত্য বোলোঁ। যাদৱৰ পাটীগণিত, ভট্টাচাৰ্য্যৰ ভূগোল, ৰেলৱেৰ টাইম্-টেবল্, শাক-গুটিৰ কেটেলগক আমি প্ৰকৃত সাহিত্যৰ মাজত ঠাই দিব নোৱাৰোঁ, কিন্তু বিজ্ঞান, দৰ্শন, বুৰঞ্জী সকলো সাহিত্যৰ উপাদানভূত হৈ পৰিছে। মানুহে যেনেকৈ সকলো আহাৰ জীণ নিয়াই তেজৰ লগত মিহলাই লয়, সাহিত্যই তেনেকৈ ভিন ভিন উপাদান আত্মসাৎ কৰি পৰিপুষ্ট হৈ উঠে। ইয়াতে সাহিত্যৰ ব্যাপক পৰিসৰ, ইয়াতে সাহিত্যৰ গৌৰৱ প্ৰতিষ্ঠা।

সাহিত্যৰ আৰু এটি প্ৰেৰণাৰ উৎস হৈছে সৃজনৰ কাৰণে মানৱ মনৰ জন্মগত হাবিলাষ। এই হাবিলাষতে মানৱৰ মুক্ত কল্পনা। "কিবা এখন অজ্ঞাত অভিনৱ পদাৰ্থৰ সন্ধানত উধাও হয়। পৰিদৃশ্যমান জগতখনৰ বাহিৰেও এখন নতুন জগৎ পাতিবলৈ বিচাৰে। তাতেই সৃষ্টি হয় কলাৰ, তাতেই উদ্ভৱ হয় সাহিত্যৰ। সেয়েহে কথমপি থিয় দিব পৰা শিশুটিয়েও ধুলিত দৰা-কইনা সাজি ঘৰ পাতি উমলি আনন্দ পায়। বৈজ্ঞানিকসকলৰ মতেও এনে ধেমালিৰ মাজেদি হোৱা সৃষ্টি হাবিলাষতে (play instinct) বিশ্বৰ বৈজ্ঞানিক আৰু সাংস্কৃতিক উপাদান-বোৰৰ অঙ্কুৰ লুকাই আছে।" বহিঃপ্ৰকৃতিৰ প্ৰাধান্য লাভ কৰা সাহিত্যই হয় বস্তুধৰ্মী (Objective) সাহিত্য আৰু মনোময় কল্পনাই প্ৰাধান্য লাভ কৰা সাহিত্যই হয় মনোধৰ্মী (Subjective) সাহিত্য। দুয়ো প্ৰকাৰ সাহিত্যতে ৰচনা শিল্পীৰ ব্যক্তিত্বৰ চাঁচ আৰু লগে লগে সমাজৰ প্ৰভাৱৰ চিহ্ন অঙ্কিত থাকে।" (সাহিত্যৰ ৰূপৰেখা)

সাহিত্য-প্ৰেৰণাৰ উৎস

সাহিত্যিক মাত্ৰেই—কি কবি, কি নাট্যকাৰ, কি ঔপন্যাসিক, কি গল্প-লিখক, কি বুৰঞ্জী বা জীৱনী ৰচোঁতা—একোজন শিল্পী ( artist )। চিত্ৰকৰে তুলিকাৰে, সঙ্গীতজ্ঞই স্বৰ ভঙ্গীৰে, ভাৱৰীয়াই বচন আৰু অঙ্গী-ভঙ্গীৰে কোনো এটা ভাব কল্পনাক ৰূপ দিয়াৰ দৰে সাহিত্যিকেও লিখনীৰ সহায়েৰে তেওঁৰ ভাবাবেগ, কল্পনা বা মানস প্ৰসূতিক এটি ৰূপ দিয়ে। শিল্পীৰ অপৰিহাৰ্য্য গুণ দুটা—কল্পনা আৰু কলা-কৌশল ( imagination আৰু craftsmanship )। ইংৰাজ কবি ৱৰ্ডছৱৰ্থৰ মতে নীৰৱে সোঁৱৰা হিয়াৰ আবেগেই হৈছে কবিতা। দেখিও নেদেখা, শুনিও নুশুনা বস্তুটোকো শিল্পীয়ে সুন্দৰকৈ ৰূপায়িত কৰি তোলে, 'একো নাই'তো কিবা এটা 'আছে'ৰ সন্ধান পায়।

ওপৰত কোৱা কথাবোৰৰ পৰাই এইটো প্ৰতীয়মান হয় যে সাহিত্য মানৱ জাতিৰ চিৰন্তন, চিৰ আদৰণীয়, চিৰবৰণীয় বস্তু।

সংসাৰ বিষবৃক্ষস্য দ্বে ফলে অমৃতোপমে।
কাব্যামৃত-ৰসাস্বাদঃ আলাপঃ সজ্জনৈঃ সহ॥

ৰোগ, শোক, জৰা ব্যাধিপূৰ্ণ বিষবৃক্ষৰ নিচিনা সংসাৰখনত দুটি মধুৰ অমৃতময় ফল আছে—এটি হৈছে কাব্যামৃতৰ সোৱাদ আৰু আনটি হৈছে সজ্জনৰ লগত আলাপ-আলোচনা।

সাহিত্যও এটা কলা ( art )। ইংৰাজী art শব্দটো লেটিন ভাষাৰ ars শব্দৰ পৰা আহিছে। Ars হৈছে "Skill or ability acquired through persistent practice or effort" অৰ্থাৎ একনিষ্ঠ বিনিদ্ৰ সাধনাৰ দ্বাৰা লাভ কৰা কৌশল বা সামৰ্থ্য। কলাই 'সুকুমাৰ' হয় যেতিয়া কলাকাৰৰ সৃষ্টিত সৌন্দৰ্য্যৰ ৰহণ সনা হয়। শিল্পজাত সাধাৰণ বস্তু হাতৰ, কলৰ বা বুদ্ধিৰ কাম, কিন্তু সুকুমাৰ শিল্পকলা মানৱৰ সমগ্ৰ অন্তৰাত্মাৰ দ্বাৰা উদ্ভাৱিত হয় বুলি ইংৰাজ মনীষী ৰাস্কিনে কোৱা কথা সত্য। সুকুমাৰ কলাই মানৱৰ ভিন ভিন আবেগ অনুভূতিবিলাক সুন্দৰকৈ সম্যকভাৱে বৰ্ণায়। গতিকে তাক ঘটিব লাগিব ৰস আৰু ভাবৰ মধুৰ সমন্বয়। শোকৰ আবেগত করুণ ৰস, প্ৰেমৰ আবেগত আদি ৰস, ক্ৰোধৰ আবেগত ৰুদ্ৰৰস, বীৰত্বৰ আবেগত বীৰ ৰস, সহানুভূতি বা চেনেহৰ আবেগত আৰ্দ্ৰৰস—এই দৰে ভিন ভিন আবেগত ভিন ভিন ৰসৰ ( সংস্কৃত কাব্যশাস্ত্ৰ মতে নব ৰসৰ ) উদ্ৰেক হয় আৰু তাৰে এটি বা ততোধিক ৰসৰ সঞ্চাৰ কৰি কবিতা, সঙ্গীত, চিত্ৰ আদি সুকুমাৰ শিল্পকলাৰ উদ্ভাৱন হয়। সুকুমাৰ কলাই সূক্ষ্মতম আৰু গূঢ়তম বিষয়-বস্তুকো অৱলম্বন কৰি সত্য শিৱ সুন্দৰৰ সন্ধান দিব পাৰে।

সাহিত্য-কলা

কিন্তু সাহিত্য প্ৰমুখ্যে সকলো সুকুমাৰ কলাৰ প্ৰধান সম্বল হব লাগিব মুক্তি বা স্বাধীনতা। শিল্পীয়ে বাহিৰৰ কোন নিৰ্দ্দেশ বা 'ফৰ্মাছ' নোপোৱাকৈ বিষয়-বস্তু বাছি উলিয়াবলৈ আৰু তেওঁৰ দৃষ্টি-ভঙ্গীৰ জৰিয়তে ভাব কল্পনাক চিত্ৰিত বা ৰূপায়িত কৰিবলৈ সম্পূৰ্ণ স্বাধীনতা লাভ কৰিলেহে সুন্দৰ সুঠাম মানস প্ৰসূতিৰ সৃষ্টি হোৱা সম্ভৱপৰ। ৰাষ্ট্ৰ-শক্তি বা আৰ্থিক শক্তিৰ সহায় সহযোগিতা, উৎসাহ উদ্‌গণি গ্ৰহণীয়, কিন্তু তাৰ দ্বাৰা সম্পূৰ্ণৰূপে প্ৰভাৱান্বিত হোৱাটো অবাঞ্ছনীয়।

সাহিত্য, সংস্কৃতি, সভ্যতা একে কথা নহয়। সভ্যতাই মানৱ জাতিৰ বাহ্যিক, ব্যৱহাৰিক বা বৈষয়িক প্ৰগতি বা ক্ৰমবিকাশক হে বুজায়। আভ্যন্তৰিক সম্পদটো হৈছে সংস্কৃতি। কৃষ্ (কৰ্ষণ কৰা বা চহোৱা) শব্দৰ পৰাই কৃষি আৰু কৃষ্টি শব্দ দুটাৰ উৎপত্তি। মাটি চহাই যেনেকৈ বিবিধ শস্য ফল উৎপাদন কৰা যায়, মানৱৰ মানস ক্ষেত্ৰটোকো চহাই জীৱন যাপন কৰাৰ আৰু জীৱন নিৰ্ব্বাহ যোগ্য কৰাৰ উদ্দেশ্যে নানান প্ৰকাৰৰ খোৱা-বোৱা, পিন্ধা-উৰা, আজৰি সময় কটাবলৈ ৰং-ধেমালি, নাচ-বাগ, পৰব-পাৰ্ব্বণ কৰা, আমাৰ ক্ষুধা নিবাৰণৰ অৰ্থে এটা অদৃশ্য শক্তিৰ লগত সংযোগ ৰখা—ইত্যাদিৰ প্ৰথা বা ব্যৱস্থা মানৱ জাতিৰ আদিম অৱস্থাৰে পৰা উদ্ভাৱন কৰা হৈছে। সেয়েই সেই জাতিৰ 'কাল্‌চাৰ' বা কৃষ্টি। ইংৰাজ কবি ইলিয়টৰ মতে কাল্‌চাৰ হৈছে "Way of living of a certain people"। গতিকে কৃষ্টিয়ে অকল নৃত্য-গীতকে নুবুজায়—ওপৰত কোৱা সকলো বস্তুকে সামৰে। কৃষ্টি বা সাধাৰণ বিধৰ 'কাল্‌চাৰ' সভ্য-অসভ্য, উন্নত-অৱনত সকলো মানৱ গোষ্ঠী বা জাতিৰে আছে। কিন্তু কৃষ্টিৰ কোনো অঙ্গ বা উপকৰণত সৌন্দৰ্য্যৰ ৰহণ আৰু মাধুৰীৰ মৌ বৰ্ত্তিলে নাইবা তাত বিশ্বজনীন হৃদয়-গ্ৰাহিতাৰ উপকৰণ থাকিলে সি সংস্কৃতি বা উচ্চ মানৰ 'কাল্‌চাৰ'ৰ স্তৰলৈ উঠে। 'কৃষ্টি' শব্দ ব্যাপক, 'সংস্কৃতি' শব্দ সীমাবদ্ধ, কিন্তু গুৰুত্বপূৰ্ণ আৰু গৌৰৱব্যঞ্জক। ভাৰতীয় কৃষ্টিৰ দৰে অসমীয়া কৃষ্টিতো আৰ্য্য, অনাৰ্য্য, অষ্ট্ৰিক, নিগ্ৰোইড, মঙ্গলিয়ান, ইণ্ড-চীন, দ্ৰাবিড়ী, পৰ্ব্বতীয়া, ভৈয়মীয়া, জনজাতীয় আদি নানান কৃষ্টিৰ সমন্বয় আৰু সমাবেশ ঘটি বৈচিত্ৰ্যৰ মাজতে এটি বিৰাট ঐক্যৰ মোহন ৰূপ ধাৰণ কৰিছে। শ্ৰীমন্ত শঙ্কৰে অসমীয়া কৃষ্টিক—ধৰ্ম্ম, সমাজ, সাহিত্য, সঙ্গীত, নাট্যকলা, গাওঁ-সংগঠন—আদি সকলো ক্ষেত্ৰতে ভাৰতৰ ভিন ভিন সংস্কৃতিৰ সমল লৈ অসমীয়া জাতিৰ প্ৰতিভা, অসমৰ জল-বায়ুৰ লগত ৰজিতা খুৱাই—সংস্কৃতিৰ খাপলৈ তুলিলে। এইখিনিতে সেই মহাপুৰুষৰ মহত্ব।

সংস্কৃতি আৰু সাহিত্য

সাহিত্য হৈছে কৃষ্টি, সংস্কৃতি, সকলোৰে লিপিবদ্ধ কাহিনী। সুপ্ৰসিদ্ধ ভাষাবিদ্ পণ্ডিত-প্ৰবৰ ডক্টৰ সুনীতি চট্টোপাধ্যায়ে যি জন-সমষ্টিয়ে বঙলা ভাষাক মাতৃভাষা ৰূপে বা ঘৰুৱা ভাষা ৰূপে ব্যৱহাৰ কৰে সেই জন-সমষ্টিকে বঙালী জাতি বুলি স্পষ্টকৈ তেওঁৰ ৰচিত গ্ৰন্থত লিখিছে আৰু বঙ্গদেশত বঙ্গভাষা-ভাষী জন-সমষ্টিৰ মাজত দেশৰ জল-বায়ু আৰু তাৰ আনুষঙ্গিক ফলস্বৰূপ এই দেশৰ উপযোগী বিশেষ জীৱন-যাত্ৰাৰ পদ্ধতি অৱলম্বন কৰি আৰু যাইকৈ প্ৰাচীন আৰু মধ্যযুগৰ ভাৰতৰ ভাবধাৰাত পুষ্ট হৈ যুগ যুগ ধৰি যি বাস্তৱ, মানসিক আৰু আধ্যাত্মিক সংস্কৃতি গঢ়ি উঠিছে সিয়েই বঙালী সংস্কৃতি। আৰু এই সংস্কৃতি, বঙ্গভাষাৰ সৃষ্টিকালৰ পৰা আজিলৈকে বঙ্গভাষাত ৰচিত যিবোৰ কাব্য-কবিতাত আৰু অন্যান্য সাহিত্যত আত্মপ্ৰকাশ কৰিছে সেয়েই বঙলা সাহিত্য।

অসমীয়া ভাষা, সংস্কৃতি আৰু সাহিত্যৰ আলোচনাৰ বেলিকাও আমি ওপৰত কোৱা সাৰগৰ্ভ কথাখিনিকে সাৰোগত কৰি ললে আমাক কোনো দোষে চুব নোৱাৰে।

অসমীয়া ভাষাৰ প্ৰাচীনত্ব আৰু সৌষ্ঠৱৰ কথা আগতে উল্লেখ কৰিয়াই আহিছোঁ। যদিও

আনুমানিক সপ্তম শতিকাত ৰচিত বা প্ৰচলিত ডাকৰ বচনৰ আলম লৈয়ে আমাৰ সাহিত্যৰ প্ৰাচীনত্বলৈ আঙুলিয়াইছোঁ, অতীতৰ কামৰূপ আৰু প্ৰাগজ্যোতিষপুৰ ৰাজ্যৰ তামৰ আৰু শিলাৰ লিপিয়ে এইটো প্ৰতিপন্ন কৰে যে অলেখ মন্ত্ৰ, নীতি বচন, সাধুকথা আৰু লোক-গীত স্মৰণাতীত কালৰ পৰাই এই অসমত মৌখিক-সাহিত্য ৰূপে হলেও প্ৰচলিত আছিল। বৌদ্ধ সিদ্ধাচাৰ্য্যসকলে ৰচা চৰ্য্যাপদ নাইবা বুদ্ধ গান আৰু দোহাবোৰতো প্ৰাচীন অসমীয়া লিপি আৰু অসমীয়া সাহিত্যৰ বেঙনি দেখিবলৈ পোৱা যায়। ব্যাকৰণমূলক গঢ়ত অসমীয়া ভাষাৰ প্ৰথমা বিভক্তিৰ 'এ'ৰ ব্যৱহাৰ, দ্বিতীয়া বিভক্তিৰ চিনৰ লুপ্ততা, তৃতীয়া বিভক্তিত 'এ', চতুৰ্থীত 'ক', সপ্তমীত 'ত'ৰ ব্যৱহাৰে আৰু শব্দাৱলীত ৰাতি, আজি, ঘিণী (ঘৈণী), পোই আলি (পোৱালি), মোলান আদিৰ প্ৰয়োগে, চৰ্য্যাপদবিলাকৰ লগত অসমীয়া ভাষাৰ তেজ-মঙহৰ সম্বন্ধৰ ভাল চিনাকি দিয়ে বুলি ভাষাবিদ্-সকলৰ অভিমত। তদুপৰি বনগীত, বিহুগীত, গৰখীয়া গীত, বিয়ানাম, আইনাম, মহ গীত, নাৱৰীয়াৰ গীত, সাধুকথা, ফকৰা, পটন্তৰ, যোজোনা, শান্তিবাৰমাহী, কন্যাবাৰমাহী, সীতাবাৰমাহী, মণিকোঁৱৰৰ গীত, ফুলকোঁৱৰৰ গীত (অন্ততঃ নৱম আৰু দশম শতিকাৰ ভিতৰৰ), তন্ত্ৰ-মন্ত্ৰ আদি বহুত মৌখিক সাহিত্যও যে ডাকৰ বচন বা চৰ্য্যাপদৰো ভালেমান আগৰ পৰা পুৰণি কামৰূপ বা অসমত প্ৰচলিত হৈ অসমীয়া সাহিত্যৰ সৌষ্ঠৱ আৰু প্ৰাচীনত্ব প্ৰতিপন্ন কৰিছে, সেই কথা কোনে দুই কৰিব পাৰে? 'কালিকা-পুৰাণ' আৰু 'যোগিনী-তন্ত্ৰ'তো কামৰূপৰ গৌৰৱময় ঐতিহ্যৰ স্পষ্ট উল্লেখ পোৱা যায়। অসমৰ বড়ো সংস্কৃতিৰ গৱেষণা কৰি 'খেৰাই মন্ত্ৰ' বুলি যিবোৰ আবিষ্কৃত হৈছে সেইবোৰৰ বিষয়বস্তু হৈছে কামাখ্যা, ভৱলী আদি দেৱীৰ আৰাধনা। সপ্তম শতিকাৰ অলপ পিছতে উদ্ভৱ হোৱা বৌদ্ধ-মহায়ন সম্প্ৰদায়ৰ দ্বাৰা সেই মন্ত্ৰবোৰ প্ৰভাৱান্বিত হোৱা আৰু অথৰ্ব্ব বেদ, হিন্দু আৰু বৌদ্ধ তন্ত্ৰশাস্ত্ৰ আৰু জনজাতীয় চিন্তাধাৰাৰো প্ৰভাৱ সেই-বোৰত জিলিকি উঠা স্পষ্টকৈ প্ৰতীয়মান হৈছে।

অসমীয়া সাহিত্যৰ প্ৰাচীনত্ব

প্ৰাগজ্যোতিষৰ বিদ্যোৎসাহী দুৰ্ল্লভনাৰায়ণ ৰজাৰ ৰাজকবি হেমসৰস্বতীয়ে খৃষ্টীয় ত্ৰয়োদশ শতিকাতে কমতাপুৰৰ ৰজাৰ পৃষ্ঠপোষকতাত লিখা "প্ৰহ্লাদ চৰিত্ৰ" নামৰ সৰল আৰু সৰল ভাষাৰ বৈষ্ণৱ যুগৰ ভণিতা স্বৰূপ অসমীয়া কাব্যই পুৰণি অসমীয়া সাহিত্যৰ বিতোপন চানেকি। মহাভাৰতৰ দ্ৰোণ-পৰ্ব্বৰ 'জয়দ্ৰথ বধ'ৰ ভাঙনি কৰোঁতা চতুৰ্দ্দশ শতিকাৰ আগভাগৰ কবি ৰত্নসৰস্বতী, অশ্বমেধ পৰ্ব্ব বা বভ্ৰুবাহনৰ যুদ্ধ নামৰ পদ, দুলড়ী, ছবি আৰু ঝুমুৰ ছন্দত সুন্দৰ কাব্য ৰচোঁতা কমতেশ্বৰ দুৰ্ল্লভনাৰায়ণৰ ৰাজসভাৰ অন্যতম কবি হৰিহৰবিপ্ৰ, দ্ৰোণ-পৰ্ব্বৰ অন্যতম ভাঙনি কৰোঁতা কবি কবিৰত্ন কন্দলি, অসমীয়া সপ্তকাণ্ড ৰামায়ণ আৰু দেৱজিৎ কাব্য ৰচোঁতা কছাৰী ৰজা মহামানিক্যৰ ৰাজকবি (খৃষ্টীয় চতুৰ্দ্দশ শতিকাৰ মাজভাগৰ) মাধৱ কন্দলিৰ (যাক 'অসমীয়া চচাৰ' বুলিব পাৰি আৰু যাৰ কথা শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচনাত 'পূৰ্ব্বকবি অপ্ৰমাদী' বুলি সসন্মানে উল্লেখ কৰি গৈছে) ৰামায়ণ, কমতাৰ ৰজা বিশ্বসিংহৰ উৎসাহত বেহুলা কাব্য, পদ্মপুৰাণৰ গীত, দুৰ্গবৰী আৰু ৰামায়ণ ৰচোঁতা, দুৰ্গাবৰ, শুক-নাম্নি

গীতি-কাব্য ৰচোঁতা দৰঙ্গী ৰজাৰ সভাকবি নাৰায়ণদেৱ, বেহুলা-লক্ষিন্দৰ গীত ৰচোঁতা মনকৰ, ৰুক্মিণী-হৰণ আৰু উষা-পৰিণয় কাব্য ৰচোঁতা পীতাম্বৰ দ্বিজই প্ৰাগ্‌বৈষ্ণৱ বা প্ৰাক্-শঙ্কৰী যুগৰ অনা-বৈষ্ণৱ অসমীয়া সাহিত্য-সম্ভাৰৰ সম্যক পৰিচয় দিয়ে।

প্ৰায় ষোড়শ শতিকাৰ আগলৈকে পশ্চিমবঙ্গৰ কিছুমান অঞ্চললৈকে উত্তৰ-পূৰ ভাৰতবৰ্ষত অসমীয়া ভাষা প্ৰচলিত হোৱাৰ প্ৰমাণ একাদশ শতিকাৰ ৰামাই পণ্ডিতৰ শূণ্যপুৰাণ, ভাটি ৰংপুৰত সংগৃহীত ময়নামতী আৰু গোপীচন্দ্ৰৰ গান, কবি সঞ্জয়ৰ মহাভাৰত, নৰনাৰায়ণ ৰজাৰ মন্ত্ৰী কবীন্দ্ৰ পাত্ৰৰ 'পৰাগলী মহাভাৰত' আদিয়ে। এই পুথিবোৰৰ ভাষা কালৰ চক্ৰত পৰি যদিও উঁজুৱা অসমীয়া হৈছে, সেইবোৰত অসমীয়া ব্যাকৰণৰ বৈশিষ্ট্য আৰু অসমীয়াৰ ঠাচ স্পষ্টকৈ জিলিকি আছে। নমুনাস্বৰূপে ময়নামতীৰ পদ এফাকি উদ্ধৃত কৰা হ'ল :—

মাণিক চন্দ্ৰ ৰাজা আছিল ধৰ্ম্মি বৰ ৰাজা।
মইনাক বিয়া কৰিল তাঁৰ ন বুঢ়ী ভাৰযা॥
( ময়নামতী )

দ্বাৰিকায় আসি হৰি হৈল অৱতাৰ।
দৈত্য মাৰি খণ্ডাইল পৃথিবীৰ ভাৰ॥
( কবীন্দ্ৰৰ আচাৰ্য্য পৰ্ব্ব )

এতিয়া আমি শঙ্কৰী যুগলৈ আহোঁ। ১৪৫০ খৃষ্টাব্দৰ পৰা ১৬৫০ খৃষ্টাব্দলৈকে এই কালছোৱাক অসমীয়া সাহিত্যৰ নৱন্যাস বা নৱজাগৰণৰ ( The Age of Renaissance ) বা শঙ্কৰী যুগ বোলা হয়। এই যুগৰ অসমীয়া সাহিত্যক 'এলিজাবেথান সাহিত্য'ৰ লগত সহজে

শঙ্কৰী বা সোণালী যুগ

ৰিজাই সোণালী যুগ বুলিব পাৰি। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ অকল ধৰ্ম্মৰ গুৰুৱেই নহয়, অসমীয়া সাহিত্য, অসমীয়া সংস্কৃতি, অসমীয়া শিল্পকথা, অসমীয়া সমাজ গঠনৰো পৰম গুৰু। একশৰণীয়া দিনৰ ভাগৱতী ধৰ্ম্ম বা নৱবৈষ্ণৱ ধৰ্ম্ম প্ৰৱৰ্ত্তন আৰু প্ৰচাৰ কৰাৰ লগে লগে সেই ধৰ্ম্মভাৱৰ অনুপ্ৰেৰণাতে ভাৰতৰ ভিন ভিন পুণ্যক্ষেত্ৰৰ সংস্কৃতি আৰু সাহিত্যৰ সৰ্ব্বোৎকৃষ্ট সমল গোটাই মূল সংস্কৃত শাস্ত্ৰ আৰু সাহিত্য তন্ন-তন্নকৈ মন্থন কৰি অসমৰ জলবায়ু, অসমৰ পৰিস্থিতি, অসমীয়া জাতিৰ প্ৰতিভাৰ লগত ৰজিতা খুৱাই, খেলি-মেলি হৈ থকা 'কৃষ্টি'ৰ ঠাইত এটি বিৰাট বৈশিষ্ট্যপূৰ্ণ সংস্কৃতি গঢ়ি তুলিলে, মধুৰ ভাব আৰু মধুৰ ভাষাৰ বৰগীত, উচ্চ ধৰণৰ ৰাম বিজয়, ৰুক্মিণী হৰণ, পাৰিজাত হৰণ, কালীয় দমন, ৰাসক্ৰীড়া আদি অঙ্কীয়া নাট, কীৰ্ত্তন ঘোষা, দশম, ভক্তি প্ৰদীপ ( সংস্কৃত ) আদি বহুমূলীয়া গ্ৰন্থ ৰচি অসমীয়া সাহিত্যক জাকত জিলিকা সমৃদ্ধিশালী আৰু সৌষ্ঠৱপূৰ্ণ কৰিলে। সত্ৰ নামঘৰ আদি প্ৰতিষ্ঠা কৰি অসমীয়া সমাজ সুদৃঢ় আৰু সুশৃঙ্খলভাৱে সংগঠিত কৰিলে। শ্ৰীশঙ্কৰৰ প্ৰধান ভক্ত আৰু সাংস্কৃতিক উত্তৰাধিকাৰী শ্ৰীমাধৱদেৱৰ অমূল্য অৱদান 'নামঘোষা' ( যাক অলপতে বৃন্দাবনৰ বৈষ্ণৱ বিশ্ববিদ্যালয়ে হিন্দী আৰু ইংৰাজী ভাঙনিৰে বিতোপনকৈ প্ৰকাশ কৰিছে ), ভক্তি ৰত্নাৱলী, অমূল্য ৰত্ন, ৰাজসূয় যজ্ঞ, বৰগীত, চোৰধৰা, পিম্পৰা গুচোৱা, আদি

নাট অসমীয়া সাহিত্যৰ বহুমূলীয়া সম্পদ। তেওঁলোকৰ সম-সাময়িক ৰাম সৰস্বতীয়ে সংস্কৃত মহাভাৰতৰ গুৰুলা অসমীয়া ভাওনিৰ উপৰিও ভীম-চৰিত, কূৰ্ম্মৱলী বধ, খটাসুৰ বধ, বঘাসুৰ বধ, গীতগোবিন্দ ( ভাওনি ), গদা পৰ্ব্ব আদি বহুত পুথি ৰচনা কৰি সাহিত্যৰ ভঁৰাল চহকী কৰিলে। অন্যতম কবি অনন্ত কন্দলি ভাগবত পুৰাণৰ দশম স্কন্ধ, কুমৰ হৰণ, হৰিহৰ যুদ্ধ, বৃত্ৰাসুৰ বধ, মহীৰাৱণ বধ আদি পুথি ৰচোঁতা। শ্ৰীধৰ কন্দলি, সাৰ্ব্বভৌম ভট্টাচাৰ্য্য, গোবিন্দ মিশ্ৰ, পুৰুষোত্তম গজপতি, গোপাল আতা, গোপালচৰণ দ্বিজ আদি কবিসকলৰ ধৰ্ম্মমূলক কাব্য, নাট্য, চৰিত্ৰ-পুথি আদিৰ বাহিৰেও ব্যাকৰণ, জ্যোতিষ, গণিত আদি বিষয়ত ৰচা সাহিত্যৰ প্ৰাচুৰ্য্য এই শঙ্কৰী যুগতে পোৱা যায়। বকুল কায়স্থৰ কিতাপত মঞ্জৰী, চূড়ামণিৰ জ্যোতিষ চূড়ামণি, কবিৰত্ন দ্বিজৰ লীলাৱতী ( অঙ্কৰ পুথি ), পুৰুষোত্তম বিদ্যাবাগীশৰ প্ৰয়োগৰত্নমালা ব্যাকৰণ আদি অলেখ গ্ৰন্থ এই শঙ্কৰী যুগতে ৰচিত হয়। গতিকে বেজবৰুৱাৰ ভাষাত কবলৈ হলে "এই যুগৰ অসম বিশাল বিৰাট মহিমা-মণ্ডিত অসম। এই যুগত অসমীয়া ভাষা আৰু সাহিত্যৰ জয়-জয় ময়-ময় অৱস্থা। এই যুগৰ মহা শাস্ত্ৰ কীৰ্ত্তন, দশম, কথাভাগৱত আদিক মাজত লৈ বিস্তৰ শাস্ত্ৰৰাজিয়ে বিশাল অসম গগনত প্ৰদীপ্ত শঙ্কৰ ভাস্কৰক প্ৰদক্ষিণ কৰি ভক্তি ফুলৰ আজলিৰে আজিলৈকে আৰতি কৰিব লাগিছে"।

সপ্তদশ শতিকাৰ মাজ ভাগৰ পৰা বৃটিছৰ আমোলৰ আৰম্ভনিলৈকে ( ইং ১৬৫০—১৮২৮ খৃঃ ) এই কাল ডোখৰ বিস্তাৰ বা বৈষ্ণৱোত্তৰ নাইবা বুৰঞ্জী যুগ আখ্যা দিব পাৰি। এই যুগত অসমীয়া সাহিত্যই যদিও গভীৰতা কিছু পৰিমাণে হেৰুৱালে, বিস্তৃতি লাভ কৰি সেই ক্ষতি বহুত পূৰণ কৰিলে। এই যুগত ৰচিত অলেখ চৰিত পুথি, ৰাজ-বংশাৱলী, বুৰঞ্জী সাহিত্য আৰু বিজ্ঞান সাহিত্যই, আৰু অলপ সংখ্যক ধৰ্ম্ম সাহিত্যই এই যুগৰ অৱদান। আহোম জাতিয়ে পূৰ্ব্বৰ নিজৰ টাই ভাষা আৰু টাই সংস্কৃতিৰ ঠাইত অসম দেশ অধিকাৰ কৰি কালক্ৰমত অসমীয়া সংস্কৃতি আৰু হিন্দু ধৰ্ম্মও গ্ৰহণ কৰি খিলঞ্জীয়া অসমীয়াৰ লগত একীভূত হৈ পৰিল। আহোম ৰজা-ৰাণীসকলৰ কেইবা গৰাকীয়ে অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ আদৰ আৰু প্ৰচাৰ বঢোৱাত যথোচিত সহায় আৰু উদ্‌গণি আগবঢোৱাৰ যথেষ্ট প্ৰমাণ বুৰঞ্জীৰ পাতত জিলিকি আছে। কচাৰী জয়ন্তীয়া আদি ৰজাসকল ৰংপুৰৰ কাবেঙলৈ আমন্ত্ৰিত হৈ আহোঁতে 'ৰাৱণ বধ' আদি অঙ্কীয়া ধৰণৰ নাটৰ ভাওনা সমাৰোহেৰে কৰাই আদৰণি জনোৱাৰ প্ৰথা প্ৰচলিত আছিল বুলি বুৰঞ্জীয়ে স্পষ্টকৈ কয়। কবিৰাজ চক্ৰবৰ্ত্তীয়ে স্বৰ্গদেৱ শিৱসিংহৰ মহিষী ফুলেশ্বৰী ( বৰ ৰজা )ৰ আদেশ অনুসৰি 'শঙ্খচূড় বধ'ৰ আৰু অন্যতম মহিষী প্ৰমথেশ্বৰীৰ আজ্ঞা অনুযায়ী ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ কৃষ্ণজন্ম খণ্ডৰ অসমীয়া ভাওনি কৰে আৰু ভাস্বতী নামৰ এখনি পুথি ৰচে। স্বৰ্গদেৱ সমুদ্ৰনাৰায়ণ সেই কালৰ অসমৰ ভিতৰত আটাইতকৈ বিদগ্ধ সংস্কৃতৰ পণ্ডিত বুলি জনাজাত আছিল। সূৰ্য্যখড়ি দৈৱজ্ঞক এখন দান-পত্ৰৰ দ্বাৰা ১৭২০ শকত তেওঁৰ বিদ্যা আৰু ধৰ্ম্ম প্ৰৱণতাৰ বাবে বহুত মাটি দান দিছিল আৰু তেওঁৰ হতুৱাই 'দৰং ৰাজ-বংশাৱলী' নামৰ মূল্যবান বুৰঞ্জী পুথিৰ বাহিৰেও

বিস্তাৰ বা বুৰঞ্জী যুগ

'অশ্বনিদান' (ভেটেৰিনেৰী গ্ৰন্থ) আৰু অন্যান্য পুথি লিখোৱা হৈছিল। স্বৰ্গদেৱ কদ্ৰসিংহই "আইলৰে গৌৰী প্ৰসন্ন মন " আৰু স্বৰ্গদেৱ শিৱসিংহই "শাৰদ পূৰ্ণিমা হিমকৰ বদনী" আদি গুৱলা গীত ৰচনা কৰি কবিত্বশক্তি আৰু সাহিত্যানুৰাগৰ চিনাকি দি থৈ গৈছে। শুভঙ্কৰ কবিৰ 'হস্তমুক্তাৱলী' নামৰ নৃত্য বিষয়ক অমূল্য গ্ৰন্থ, সুকুমাৰ বৰকাঠৰ 'হস্তী বিদ্যাৰ্ণৱ' (সংস্কৃত মাতঙ্গ লীলাৰ ছাঁ লৈ লিখা, স্বৰ্গদেৱ শিৱসিংহ আৰু ৰাণী মদাম্বিকাৰ আজ্ঞানুসৰি) সেন পুথি (চৰাই বিষয়ক), পত্ৰ কৌমুদী (বিবিধ চিঠি লিখাৰ প্ৰণালী বৰ্ণোৱা পুথি), গীতি-লতিকা (গীতৰ সংগ্ৰহ), কেন্দুগুৰি গ্ৰামৰ গাৰ্বলীয়া কবি ৰামচন্দ্ৰ বৰপাত্ৰ গোঁহাঞীৰ হয়গ্ৰীৱ মাধৱৰ আখ্যান, পুৰুষোত্তম ঠাকুৰৰ ন-ঘোষা, ভূষণ দ্বিজৰ শঙ্কৰ চৰিত আৰু গোপালদেৱ চৰিত, আদি অলেখ উল্লেখযোগ্য পুথিৰ বাহিৰেও এই যুগতে আহোম আৰু অসমীয়া ভাষাত ৰচা কত নো সাঁচিপতীয়া পুথি আৰু বুৰঞ্জী অসম দেশৰ ভিন ভিন ঠাইত পৰি আছে তাৰ লেখ-জোখ নাই। এই পুথি আৰু বুৰঞ্জীৰ ভিতৰত থনদিয়েক যদিও আবিষ্কৃত বা উদ্ধৃত আৰু সঙ্কলিত হৈছে, এতিয়াও নিয়মিতভাৱে গৱেষণা আৰু অনুসন্ধান কাৰ্য্য চলালে আৰু যে কিমান ওলাই অসমৰ ঐতিহ্যৰ ওপৰত নতুন পোহঁৰ পেলাব তাক কোনে দুই কৰিব পাৰে?

এই যুগৰ আৰু এটি বিশেষ উল্লেখযোগ্য অৱদান হৈছে আজান পীৰ বা আজান ফকিৰৰ 'জিকিৰ' নামৰ গীতি-কবিতা। আহোম ৰাজত্বত মিৰজুমলাই অসম আক্ৰমণ কৰা সময়তে চাৰিজন পীৰ অসমলৈ অহাৰ প্ৰমাণ পোৱা যায়—আজান পীৰ, খোন্দকাৰ পীৰ, চালেহ পীৰ আৰু নঠী পীৰ। ১০৪৫ হিজৰীত অৰ্থাৎ সপ্তদশ শতিকাৰ আগ ভাগতে হজৰত আজান পীৰ অসমলৈ অহাৰ কথা তেওঁ ৰচনা কৰা জিকিৰ এটাতে এইদৰে আছে:—

"দশ শ ছকুৰি নবিচন হিজৰী
আৰু পাঁচ বছৰ যায়।
চাহ মিলনে এই জিকিৰ ৰচিলে
কোৰাণ কিতাবত পাই।"

এই সময়তে আহোম স্বৰ্গদেৱ প্ৰতাপসিংহই ৰাজত্ব কৰিছিল। উল্লিখিত চাৰিওগৰাকী পীৰে কালক্ৰমত শিৱসাগৰ জিলাতেই থিতাপি লয়। আজান পীৰ মোগলৰ গুপ্তচৰ বুলি সন্দেহ কৰি ৰজাত গোচৰ দি মিছা প্ৰমাণ দৰ্শাই আজান পীৰৰ চকু দুটা কঢ়ুৱাই পেলোৱা হয়। এই ঘটনাৰ অলপ দিনৰ পিচতে স্পষ্টকৈ প্ৰমাণিত হ'ল যে আজান পীৰ গুপ্তচৰ নহয়, বৰং এজন প্ৰধান সাধক আৰু ঈশ্বৰ ভক্ত। তেতিয়া অসম ৰজাই দিখৌমুখৰ ওচৰৰ সৰাগুৰি চাপৰিত প্ৰায় ১০০ বিঘামান মাটিত এটা সুন্দৰ মঠ সজাই দি আজান পীৰৰ ছকুৰি ভকতেৰে সৈতে থাকিবলৈ সুবিধা কৰি দিয়ে। এই সুবিধাতে ভেখেতে সেই সময়ত প্ৰচলিত শঙ্কৰী ধৰ্মৰ আলম লৈ 'জিকিৰ' নামৰ গীত কিছুমান সকলোৱে সহজে বুজাকৈ উজু অসমীয়া, উৰ্দ্দু, ফাৰ্চীৰ সানমিহলি ভাষাত ৰচনা কৰি ইছলাম ধৰ্মৰ মূল তত্ত্ব প্ৰচাৰ কৰে। কথিত আছে যে আজান পীৰে আঠকুৰি জিকিৰ ৰচনা কৰিছিল। ৰংপুৰৰ সাহিত্যসেৱী জনাব মহিবুল হুছেইন হাজৰিকা বি-এ,ৰ

অক্লান্ত প্ৰচেষ্টাৰ ফলত তাৰে ৭০টা মান জিকিৰ উদ্ধাৰ আৰু প্ৰকাশ হৈছে। এইবিলাক অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ। বন্ধুবৰ ছৈয়দ আব্দুল মালিকেও এই ক্ষেত্ৰত যি গৱেষণা কাৰ্য্য হাতত লৈছে সি সাফল্যমণ্ডিত হলে আৰু বহুতো জিকিৰ, মৰ্চা, জাৰি আদি উদ্ধৃত হলে অসমীয়া সাহিত্যলৈ যে লেখত লবলগীয়া বৰঙণি হব ই ধুৰুপ।

আহোম ৰাজত্বৰ শেষ ভোখৰ কালত নানান প্ৰকাৰৰ অশান্তি, গৃহ-কন্দল, বিদ্ৰোহ আৰু সবাতোপৰি তিনিবাৰকৈ মানৰ ভীষণ আক্ৰমণ আদি ৰাজনৈতিক বিপ্লৱ-বিপৰ্য্যয়েৰে অসম জলাকলা হ'ল। ১৮২৬ খৃষ্টাব্দত যেতিয়া ইয়াণ্ডাবু সন্ধিমতে অসম দেশ ইষ্ট ইণ্ডিয়া কোম্পানীৰ কবললৈ আহিল তেতিয়াৰ পৰা ইংৰাজ ৰাজত্বত অলপ দিন অসমীয়া ভাষাই নতুন গঢ লৈ আগবাঢ়িবলৈ ধৰোঁতেই বঙ্গদেশৰ পৰা শই শই কৰ্ম্মচাৰী, শিক্ষক, আইনজীৱী আদি অসমলৈ আমদানী হবলৈ ধৰিলে আৰু অসমীয়া ভাষা এটা স্বতন্ত্ৰীয়া ভাষা নহয়, বঙলা ভাষাৰে অপভ্ৰংশ বা চহা অৱস্থা (patois) বুলি ভুলকৈ বুজাই মিছা মন্ত্ৰ দি ১৮৩৬ চনত আদালতৰ পৰা আৰু ক্ৰমে পঢাশালিবোৰৰ পৰাও অসমীয়া ভাষাক বাজ কৰি তাৰ ঠাইত বঙলা ভাষা সুমুৱাই দিলে। এই অনুক্ৰমে ১৮৭১ খৃষ্টাব্দলৈকে বঙলা ভাষাৰ একাধিপত্য অসমত বৰ্ত্তিল। সৌভাগ্যবশতঃ ১৮৩৮ খৃঃত আমেৰিকাৰ বিখ্যাত বেপ্টিষ্ট মিশ্যন চছাইটিৰ সভ্যসকল আহি বটিয়াকৈ বুজিলে যে অসমীয়া ভাষাৰ আশ্ৰয় নললে অসমীয়াৰ হিয়াত খৃষ্টধৰ্ম্মৰ গুটি কেতিয়াও পচাব নোৱাৰে। অৱশ্যে ইয়াৰো ৩০ বছৰমান আগতে শ্ৰীৰামপুৰৰ কেৰী প্ৰভৃতি মিশ্যনেৰীসকলে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে যত্ন কৰিছিল আৰু ১৮১১ খৃষ্টাব্দতে কলিয়াবৰৰ আত্মাৰাম শৰ্ম্মাৰ হতুৱাই বাইবেল শাস্ত্ৰৰ অসমীয়া ভাঙনি কৰাই প্ৰকাশ কৰিছিল। শিৱসাগৰ আৰু শ্ৰীৰামপুৰৰ দুই মিশ্যনে অসমীয়া ভাষা বিষয়ক ভালেমান ইংৰাজী পুথি আৰু প্ৰবন্ধ লিখি অসমীয়া ভাষাৰ গৌৰৱ বঢায়। ৰবিনছনৰ 'Grammar of the Assamese Language' নিৰ্ভুল নহলেও এটি প্ৰশংসনীয় প্ৰচেষ্টা। কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰঞ্জী', ১৮৪৬ চনৰ পৰা ওলোৱা 'অৰুনোদই' কাকত আৰু সেই কাকতৰে ধাৰাবাহিককৈ প্ৰকাশ কৰা এখন আহোম বুৰঞ্জী, এখন চুটীয়া বুৰঞ্জী আৰু 'জাত্ৰিকৰ যাত্ৰা' নামৰ ইংৰাজী Pilgrim's Progress অৰ ভাঙনিয়ে অসমীয়া ভাষা আৰু সাহিত্য প্ৰচাৰত বৰঙণি যোগায়। **"অসমীয়া ভাষা ব্ৰহ্মপুত্ৰৰ গতিৰ দৰে অবাধে চলি থাকিব, ইয়াত বাধা দিবলৈ কাৰ সাধ্য"** এই কথাষাৰ দৃঢভাৱে ঘোষণা কৰিছিল পোন-প্ৰথম অসমীয়া ইংৰাজী অভিধান ৰচোঁতা ব্ৰন্সন চাহাবে।

ইংৰাজ আমোল

জনদিয়েক দেশহিতৈষী অসমীয়াৰ আশাশুধীয়া যত্নৰ ফলত অসমীয়া ভাষা পুনৰ সিংহাসনত অধিষ্ঠিত হ'ল। আনন্দৰাম ঢেকিয়াল ফুকনৰ গ্ৰন্থ, 'আসাম বিলাসিনী, আসাম নিউজ, আসাম বন্ধু, মৌ, জোনাকী, বিজুলী, আসাম তৰা', আদি বাতৰি কাকত আৰু আলোচনী, প্ৰাতঃস্মৰণীয় হেমচন্দ্ৰ বৰুৱাৰ বিজয় স্তম্ভ 'হেমকোষ', গুণাভিৰাম বৰুৱাৰ 'অসম বুৰঞ্জী', ভাঙৰীয়া দীননাথ বেজবৰুৱাৰ 'শুক চৰিত' আৰু অন্যান্য গ্ৰন্থ বৃটিছ আমোলৰ আগভাগৰ বহুমূলীয়া অৱদান।

অমৰ শহীদ মণিৰাম দেৱানৰ ৰচিত 'বিৱেক ৰত্ন' পুথিৰ কথাও এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি।

'জোনাকী আৰু বিজুলী যুগ' অসমীয়া সাহিত্যৰ 'ৰোমাণ্টিক যুগ' বুলিব পাৰি। এই কালৰ কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰসমাজ আৰু ডেকাসকলে অসমীয়া ভাষা আৰু সাহিত্যৰ সেৱা, চৰ্চ্চা আৰু প্ৰচাৰৰ কাৰণে যি মৃত্যুহীন সঙ্কল্প আৰু আশাশুধীয়া যত্নৰ মহৎ আদৰ্শ দাঙি ধৰিলে তাৰো কাহিনী অসমীয়া সাহিত্যৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা থাকিব। এই ডেকাদলৰ ভিতৰত যদিও আগৰণুৱা আছিল বহুমুখী প্ৰতিভা-সম্পন্ন লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোঁহাঞী বৰুৱা, এওঁলোকৰ সমসাময়িক অন্যান্য দেশপ্ৰেমিক সাহিত্যিকসকলৰ প্ৰচেষ্টা আৰু অৱদানৰ কথাও আমি সততে মনত ৰখা—যাৰ যি যোগ্য সম্মান সেই সম্মান দিয়াটোহে সমীচীন। কবিতাৰ ক্ষেত্ৰত ওপৰোক্ত দুগৰাকীৰ বাহিৰেও চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, কমলাকান্ত ভট্টাচাৰ্য্য, আনন্দচন্দ্ৰ আগৰৱালা, গোপাল চন্দ্ৰ ভূঞা, ৰঘুনাথ চৌধুৰী, ভোলানাথ দাস, হিতেশ্বৰ বৰবৰুৱা আদি, বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ ক্ষেত্ৰত সোণাৰাম (হেম দাস ৰথি) চৌধুৰী, কনকলাল বৰুৱা, হেমচন্দ্ৰ গোস্বামী, উপন্যাস আৰু উপাখ্যানৰ ক্ষেত্ৰত বেজবৰুৱা, গোঁহাই বৰুৱা, ৰজনী বৰদলৈ, পদ্মাৱতী দেৱী ফুকননী আদি, গভীৰ আলোচনাৰ ক্ষেত্ৰত ৰত্নেশ্বৰ মহন্ত, সত্যনাথ বৰা, কমলা ভট্টাচাৰ্য্য আদি, নাট ৰচনাৰ ক্ষেত্ৰত পূৰ্ণকান্ত দেৱশৰ্ম্মা, দেৱনাথ বৰদলৈ, গোহাঁই বৰুৱা, বেজবৰুৱা, ৰুদ্ৰৰাম বৰদলৈ, বেণুধৰ ৰাজখোৱা, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা, সঙ্গীতৰ ক্ষেত্ৰত লক্ষ্মীৰাম বৰুৱা, কীৰ্ত্তিনাথ বৰদলৈ আদিয়ে সেই কালত সেই অনাহুকলীয়া পৰিস্থিতিৰ মাজতো মাতৃভাষাৰ সেৱা-মন্দিৰত বিবিধ পুষ্প অৰ্ঘ্য আৰু পূজাৰ উপচাৰ আগবঢাই পৰৱৰ্ত্তী সাহিত্যসেৱীসকলৰ কাৰণে বাট মুকলি কৰি দিলে। তেওঁলোকৰ পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে হিয়াভৰা শলাগ আৰু সুগভীৰ শ্ৰদ্ধাৰ আঁজলি আগ নবঢালে আমাক যে অজিন পাতকীৰ অপৰাধে ছুব ই ধ্ৰুৱ সত্য।

জোনাকী-বিজুলী যুগ

জোনাকী, বিজুলীৰ পিছত উষা, আলোচনী, বাঁহী, অৰ্ঘ্য, চেতনা, আসাম বান্ধৱ, আৱাহন, সুৰভি, জয়ন্তী প্ৰভৃতি আলোচনী কাকতে অসমত সাহিত্য আৰু সংস্কৃতিৰ উপযোগী পৰিবেশৰ সৃষ্টি কৰি অসমীয়া সাহিত্য চৰ্চ্চা আৰু আলোচনাৰ পৰিসৰ বৃদ্ধি কৰিলে। আধুনিক যুগত কবিতা, উপন্যাস, চুটি গল্প, বুৰঞ্জী, জীৱন-চৰিত্ৰ, প্ৰত্নতত্ত্ব, ধৰ্ম্মালোচনা আদি সকলো ক্ষেত্ৰতে যিবিলাক কবি, সাহিত্যিক, ঔপন্যাসিক, চুটি গল্প-লিখক, বুৰঞ্জীবিদ, জীৱন-চৰিত ৰচোঁতাই শক্তি অনুসৰি অৱদান আগবঢাই অসমীয়া সাহিত্য সমৃদ্ধিশালী কৰিছে সেইসকলৰ নাম উল্লেখ কৰি অভিভাষণ দীঘলীয়া কৰিব নোখোজোঁ। সেই বিলাকৰ গুণাগুণৰ বিষয়ে বিতংকৈ আলোচনা বা বিচাৰ কৰাটোও সমীচীন বুলি নাভাবোঁ, কিয়নো এজন পাশ্চাত্য মনীষীয়ে কোৱাৰ দৰে সমসাময়িক বিচাৰ সততে নিৰপেক্ষ আৰু নিৰ্ভুল নহয়।

আধুনিক যুগ

এই কথা স্থুই কৰিব নোৱাৰি যে সৃজন (Creation) আৰু সমালোচনা (Criticism)

দুয়োটাই সাহিত্যৰ সুস্থতা, সজীৱতা আৰু পৰিপুষ্টি সাধনৰ কাৰণে নিতান্ত লাগতিয়াল। ব্ৰহ্মাই এই বিনন্দ বিলাস ব্ৰহ্মাণ্ডখন সৃষ্টি কৰিলে। ঋষি-মুনি, ভক্ত-সাধকসকলে তাৰ মহিমা আৰু সৌন্দৰ্য্য উদ্ঘাটন কৰি সমালোচনা কৰিলে। সমালোচনাৰ মৌলিক অৰ্থ হৈছে (সম+আৱ+লুচ্) সম্যক ৰূপে আৰু সূক্ষ্মভাৱে চোৱা। প্ৰকৃত সমালোচকৰ লক্ষ্য হব লাগিব—মক্ষিকা বৃত্তি অৱলম্বন কৰি মাত্ৰ দোষ সোঁচৰা বা খুত বিচৰাটো নহয়, মধুপ-বৃত্তিৰ অধিকাৰী হৈ গুণ উৎকৰ্ষ উদ্ঘাটন কৰাটোহে। নাম-ঘোষাৰ এটি পদত উত্তমোত্তম বা প্ৰকৃত সংস্কৃতি-সম্পন্ন ( Truly Cultured ) মানুহৰ গুণ এইদৰে সুন্দৰকৈ বৰ্ণাইছে :—

সাহিত্য আৰু সমালোচনা

অধমে কেৱল দোষ   লবয় মধ্যমে গুণ
দোষ লয় কৰিয়া বিচাৰ
উত্তমে কেৱল গুণ   লবয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তাৰ ॥

ৰাজহংসই যেনেকৈ নীৰ এৰি ক্ষীৰ বা পানী এৰি সৰটি গ্ৰহণ কৰে, আমিও তেনেকৈ আবৰ্জ্জনা বা দোষ-ত্ৰুটীখিনি বাদ দি গুণ-উৎকৰ্ষখিনি উদ্ঘাটন কৰাটোহে বাঞ্ছনীয়। সেই বুলি দোষ বা আসোঁৱাহবোৰ লাপুটা দেশৰ 'ফ্লেপাৰ'ৰ দৰে লাহেকৈ উহুকিয়াই বা আঙুলিয়াই নিদিলেও সাহিত্য ক্ষেত্ৰত সুস্থতা ৰক্ষা নহয়। পাশ্চাত্য পণ্ডিতসকলৰ মতেও সমালোচকৰ যাই লক্ষণ থাকিব লাগিব গুণগ্ৰাহিতা ( Faculty of appreciation ), নিৰ্ভীকতা, সূক্ষ্ম দৃষ্টি, সহানুভূতি-শীলতা, দূৰদৰ্শিতা। সুপ্ৰসিদ্ধ ইংৰাজ কবি-সমালোচক মেথিউ আৰ্ণল্ডৰ মতে প্ৰকৃত সমালোচনাৰ উদ্দেশ্য হব লাগিব—জগতত জনা আৰু ভৱা সৰ্ব্বোৎকৃষ্ট সকলো কথাকে জনা আৰু তাকে দহ জনক জনাই নতুন আৰু সত্য ভাৱৰাশিৰ নিৰ্ম্মল সোঁত বোৱাই দিয়া। সাহিত্যৰ যেই কোনো অঙ্গতে,—কবিতা, উপন্যাস, নাটক, চুটি গল্প, বুৰঞ্জী, প্ৰত্নতত্ব, ( বিজ্ঞান ) দৰ্শন—কোনো সাহিত্যিকৰ অৱদান বা গুণাগুণ নিৰূপণ কৰিবলৈ হলে তেওঁ কি পৰিবেশত, কি পাৰিপাৰ্শ্বিক অৱস্থাত, কি আবেষ্টনীৰ মাজত আৰু কিহৰ অনুপ্ৰেৰণাত সেই অৱদান দিব পাৰিলে সেই বিষয়ে আৰু তেওঁৰ আলোচ্য বিষয়বস্তুৰ সম্পৰ্কে সমালোচকৰ সম্যক জ্ঞান থাকিব লাগিব। সমালোচক হব লাগিব পৈণত 'চমজদাৰ' ( Connoisseur )।

ভাৰতীয় সাহিত্য-ক্ষেত্ৰত সমালোচনাৰ দাৰিদ্ৰ্য আৰু অভাৱ বুলি বঙ্গদেশৰ লব্ধপ্ৰতিষ্ঠ কবি-সাহিত্যিক বুদ্ধদেব বসুৱে অলপতে গুৱাহাটীলৈ আহোঁতে আক্ষেপ কৰি গৈছে। অসমীয়া সাহিত্যৰ বেলিকা এই কথা বিশেষকৈ খাটে। শঙ্কৰী যুগৰ সাহিত্যৰ বিষয়ে ✓লক্ষ্মীনাথ বেজবৰুৱা আৰু তাৰ পিচত ভিন ভিন সন্দৰ্ভত সুপণ্ডিত ডক্টৰ বাণীকান্ত কাকতীয়ে সূক্ষ্ম সুস্থ বৈজ্ঞানিক ধৰণৰ সমালোচনাৰ চানেকি আমালৈ থৈ গৈছে। সেই চানেকী লৈয়ে আমাৰ সাহিত্যত ফুল বাছিবৰ প্ৰধান আৱশ্যক হৈছে। অপ্ৰিয় হলেও এই কথা নকৈ নোৱাৰি যে আধুনিক অসমীয়া সাহিত্যত উন্নত ধৰণৰ সমালোচনাৰ নাটনি ৰবকৈ অনুভৱ কৰা যায়।

কোনো কোনো সমালোচক বা অসমীয়া সাহিত্যৰ বুৰঞ্জী, ইতিবৃত্ত নাইবা ক্ৰম বিকাশৰ কথা লিখোঁতাৰ ৰচনাত নিজৰ বিদ্যা 'জাহিৰ' কৰাৰ চিন হে জিলিকি উঠে। তেনে ধৰণৰ সমালোচনা "পাণ্ডিত্যগন্ধী" মাথোন। একোজন উচ্চ উপাধিধাৰী দায়িত্বসম্পন্ন কৃতবিদ্য লোকে কোনো কোনো সাহিত্যিকৰ হয়তো পুথি এখনকো বা প্ৰবন্ধ এটাকো পঢ়ি চোৱা নাই—চকুৰে দেখা নাই বা নামকে শুনা নাই, নাইবা ব্যক্তিগত আক্ৰোশ বা অসূয়াৰ বশবৰ্ত্তী হৈ বিচাৰি খুচৰি পঢ়ি চাবও নোখোজে আৰু সেই দেখি কোনো আদৰ সন্মান বা উল্লেখ কৰিবলৈকো ইচ্ছা নকৰে। এনে ধৰণৰ পক্ষপাতিতা-সূচক কাৰ্য্যৰ দ্বাৰা দেশৰ আৰু সাহিত্যৰ ঘোৰ অনিষ্ট সাধন কৰা হয় আৰু উঠি অহা তৰুণ-তৰুণীসকললৈ আৰু ভৱিষ্যত কাললৈ কিছুমান অসত্য, অসম্পূৰ্ণ আৰু ভুল-ভ্ৰান্তিমূলক কথা লিপিবদ্ধ হৈ থাকি যায়। 'মিউচুৱেল এডমিৰেশ্যন ছছাইটি' অৰ্থাৎ 'সালসলনি শলাগণি সমিতি' পাতি আত্মীয়-স্বজন বা বন্ধু-বান্ধৱৰ গুণ-কীৰ্ত্তনৰ আদান-প্ৰদান কৰিবৰ প্ৰচেষ্টা চলোৱাটোও—সমাজ, ৰাজনীতি, সাহিত্য—সকলো ক্ষেত্ৰতে অমঙ্গলকৰ আৰু নিন্দনীয়। ধ্বংসাত্মক সমালোচনাই হিততকৈ অহিত হে সাধন কৰে। বিলাতৰ 'কোৱাৰ্টাৰলি ৰিভিউ' কাকতেই লব্ধপ্ৰতিষ্ঠ ইংৰাজ কবি জন কীটছক আকাশতে মাৰিলে বুলি এটা কুখ্যাতি আছে। গঠনমূলক ( constructive ) সমালোচনাই হে সাহিত্য আদি সকলো ক্ষেত্ৰতে সুস্থ আৰু মঙ্গলজনক পৰিবেশৰ সৃষ্টি কৰিব পাৰে।

অসমীয়া সাহিত্যৰ পুৰণি আৰু নতুন পুথি বা গ্ৰন্থবোৰৰ সূক্ষ্ম নিৰপেক্ষ সমালোচনাই সাহিত্যৰ আদৰ আৰু প্ৰচাৰ আৰু পঢ়ুৱৈ সমাজৰ পৰিসৰ বৃদ্ধি কৰাত বহুত সহায়তা কৰে। অসমীয়া সাহিত্যৰ বাহিৰেও, প্ৰাচ্য আৰু পাশ্চাত্য ভিন ভিন সাহিত্যৰ যিবোৰ গ্ৰন্থই বিশ্বজনীন হৃদয়-গ্ৰাহিতাৰ গুণত 'ক্লাছিকৰ' স্তৰলৈ উঠি নবেল পুৰস্কাৰ পাবৰ যোগ্য বিবেচিত হৈছে আৰু সভ্য জগতৰ চিন্তা-ৰাজ্যত থলকনি লগাইছে, সেইবোৰৰ গুণ-উৎকৰ্ষ ফঁহিয়াই দেখুৱাই তাৰ বিষয়-বস্তু আৰু বৈশিষ্ট্য সম্পৰ্কে দেশবাসীক ভালকৈ চিনাকি কৰি দিয়াটোও অসমীয়া সাহিত্যিক আৰু সমালোচকসকলৰ প্ৰধান কৰ্ত্তব্য। এজন উঠি-অহা অসমীয়া ডেকাই 'ৰামধেনু' ( ৰামধনু ? ) কাকতত দিয়া এটি প্ৰবন্ধত নবেল বঁটা পাওঁতা আৰ্ণেষ্ট হেমিংৱেৰ The old Man And The Sea ( বুঢ়া আৰু সাগৰ ) নামৰ সুবিখ্যাত উপন্যাসখনত বিষয়-বস্তু আৰু মনঃস্তাত্বিক বিশ্লেষণৰ যেনে সুন্দৰকৈ পৰিচয় দিছে তেনে ধৰণৰ সমালোচনামূলক পৰিচয় আমাৰ সাহিত্যত যিমান সৰহকৈ ওলায় সিমানেই আধুনিক জগতৰ নতুন প্ৰগতিশীল ভাবধাৰাৰ আদৰ্শ লবলৈ সুযোগ পোৱা যায়।

অসম সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভা, সাংস্কৃতিক অনুষ্ঠান আৰু গুৱাহাটী প্ৰমুখ্যে থনদিয়েক ঠাইত নিয়মিতৰূপে চলি থকা আলোচনা চক্ৰ আৰু অধ্যয়ন চক্ৰবোৰত ওপৰত উল্লেখ কৰা ধৰণৰ স্বদেশী অৰ্কি বিদেশী, প্ৰাচ্য আৰু পাশ্চাত্য সকলো সাহিত্যৰ উন্নত ধৰণৰ আলোচনা সমালোচনা হলে আৰু সেইবোৰ পুথি বা প্ৰবন্ধৰ আকাৰে ওলালে এটি বিৰাট নৱজাগৰণৰ সৃষ্টি হব বুলি আশা কৰিব নোৱাৰোনে ?

অসম সাহিত্য সভাই খনদিয়েক লাগতিয়াল পুথি সঙ্কলন আৰু প্ৰকাশ কৰা বাবে সদৌ অসমবাসী কৃতজ্ঞ। বিশেষকৈ 'ভাষণাৱলী' অসমীয়া সাহিত্যৰ অমূল্য সম্পদ স্বৰূপে পৰিগণিত হব। প্ৰাগজ্যোতিষপুৰ কংগ্ৰেছৰ সময়ত 'This is Assam' আৰু 'Outlook on NEFA" নামৰ দুখন ইংৰাজী গ্ৰন্থ উলিয়াই ভাৰতৰ নেতাসকলৰ তথা বহিৰ্জগতক অসমৰ গৌৰৱময় ঐতিহ্য আৰু বৰ্ত্তমান সমস্যাৰ বিষয়ে চিনাকি দিবৰ ব্যৱস্থা কৰাটো অতি প্ৰশংসনীয় কাৰ্য্য। কিন্তু অসম সাহিত্য সভাই প্ৰকাশ কৰা গ্ৰন্থ বা প্ৰবন্ধ নিৰপেক্ষ আৰু নিৰ্ভুল হোৱাটো বাঞ্ছনীয়। অসম সাহিত্য সভাই প্ৰকাশ কৰা কৃতবিদ্য দায়িত্ব-সম্পন্ন লোকে লিখা বা প্ৰকাশ কৰা গ্ৰন্থ বা প্ৰবন্ধ যাতে সৰ্ব্বতোভাৱে নিখুঁত আৰু নিৰ্ভুল হয় তালৈ দৃষ্টি ৰখা উচিত।

'জগৎ' শব্দটোৱে বুজায় যে সি গতিশীল, পৰিবৰ্ত্তন জগতৰ ৰীতি। যুগৰ প্ৰভাৱ সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক, অৰ্থনৈতিক, সকলো ক্ষেত্ৰতে পৰাৰ দৰে সাহিত্য ক্ষেত্ৰতো পৰিবই। পাশ্চাত্য শিক্ষা বিস্তাৰৰ লগে লগে পাশ্চাত্য ভাৱধাৰাই ভাৰতৰ অইনবিলাক প্ৰদেশৰ দৰে অসমকো প্ৰভাৱান্বিত কৰিলে আৰু ইংলণ্ডৰ 'ৰোমাণ্টিক ৰিভাইভেল'ৰ ৰেখাপাতৰ খৃষ্টীয় উনবিংশ শতিকাৰ শেষ ভোখৰত 'জোনাকী' আৰু 'বিজুলী' যুগৰ কবিতাত সেই ৰেখাপাত পৰাৰ নিদৰ্শন স্পষ্টকৈ প্ৰতীয়মান হয়। নতুন প্ৰকাশ ভঙ্গী, নতুন বিষয়-বস্তু, নতুন আশা-আকাঙ্ক্ষা, প্ৰেমৰ উচ্ছ্বাস, মানৱতাৰ উচ্চাদৰ্শ, জলন্ত স্বদেশ প্ৰেমৰ অগ্নিস্ফুলিঙ্গ ৰোমাণ্টিক যুগৰ কবিতা আৰু অন্যান্য ৰচনাৰ ঘাই লক্ষণ। দ্বিতীয় মহাসমৰৰ পিছৰ পৰাই আধুনিক সাহিত্যত এটা অভিনৱ পৰিবেশৰ সৃষ্টি হৈছে। এই নতুনৰ আন্দোলন বিশেষকৈ পৰিলক্ষিত হয় আধুনিক কবিতাত। যুদ্ধৰ পৰিস্থিতিয়ে অকল অসমীয়া সাহিত্যতে নহয় বা অসমীয়া কবিতাতে নহয়, সমগ্ৰ বিশ্বজোৰা বিৰাট আলোড়নৰ সৃষ্টি কৰিলে। ৰোমাণ্টিক যুগৰ ব্যক্তিগত বিননিৰ সুৰ, বিৰহৰ হুমুনিয়া, কুলি-কেতেকীৰ মাত, ৰণ-বিধ্বস্ত পৃথিৱীৰ কামান বৰতোপৰ গৰ্জ্জনত যেন নিতাল মাৰিলে। যুদ্ধই পৃথিৱী ধ্বংস কৰিবলৈ নিলেও মানুহ জীয়াই থাকিবলৈ বিচাৰে মানৱ জাতিৰ মঙ্গলৰ কাৰণে। সেইহে ৰবীন্দ্ৰনাথে গাই গৈছে "বিশ্ব যদি চলে যায় কাঁদিতে কাঁদিতে, আমি একা বসে ৰব উদ্দেশ্য সাধিতে"। কিন্তু সমষ্টিগত ভাৱেৰে নিচিঞৰিলে, নীৰৱে বহি চকুলো টুকিলে, জগত জানো জাগিব, পৃথিৱীৰ উচুপণি জানো মাৰ যাব। গতিকে নতুন পৃথিৱী, নতুন মানৱ-সমাজ, নতুন আদৰ্শ গঢ়িবলৈ কবিসকলৰ প্ৰবল ধাউতি জন্মিল। পৃথিৱীৰ উচুপণি মাৰ নিয়াবলৈ বোধকৰো এজন আধুনিক কবিয়ে চিঞৰি উঠিলে,

আধুনিক সাহিত্যৰ ধাৰা

"মোক লাগে লাগে আজি এখন পৃথিৱী
প্ৰতিষ্ঠিত প্ৰাণ-কেন্দ্ৰ সাম্যৰ বেদীত,
য'ত মানুহে কৰিব পাৰে
মানুহৰ মঙ্গলৰ বাবে বুদ্ধিৰ বিকাশ।"

এয়ে হ'লে ভাগি চুৰমাৰ হব খোজা পৃথিৱীখনত আশাৰ বেঙুনি। এনে আশাৰ বেঙুনি

লৈয়ে অসমীয়া কবিতাত যুদ্ধ আৰু গণ-আন্দোলনৰ মাজত নতুন কবিতাৰ সূচনা হয়। আধুনিক অসমীয়া কবিসকল হ'ল বাস্তৱধৰ্মী বা প্ৰতীকবাদী। বাস্তৱতাৰ মাজেদি তেওঁলোকৰ মানস-পটত মাৰ্ক্সীয় দৰ্শনৰ সত্যতা, জনজাগৰণৰ হুবহু চিত্ৰ প্ৰতিফলিত হয়। জনতাই গণ-আন্দোলনৰ সৃষ্টি কৰি শোষণ নিষ্পেষণৰ দুৰ্জ্জয় দুৰ্গ ভাঙি পেলাব পাৰে, কিন্তু এই ভাঙনৰ মাজত আছে আশাৰ ৰেঙণি, নতুন পৃথিৱী গঢ়াৰ সপোন। আধুনিক পাশ্চাত্য সাহিত্যিক এফ, জি, ক্লিভেণ্ডাৰে কয় যে বাস্তৱবাদৰ সহাযত কলাক জনতাৰ মাজলৈ ঘূৰাই আনিব লাগিব।

যুদ্ধৰ পৰিস্থিতিৰ মাজতে শ্ৰেণী-সংঘৰ্ষ, ধনতান্ত্ৰিক শোষণ আদি ৰাজনৈতিক আৰু অৰ্থনৈতিক নিৰ্য্যাতনৰ প্ৰতি নতুন কবিসকলৰ লক্ষ্য হ'ল। তেওঁলোকৰ বহুতেই বঢ়িয়াকৈ উপলব্ধি কৰিলে যে অৰ্থনৈতিক বুনিয়াদৰ আমূল পৰিবৰ্ত্তন নঘটিলে, ব্যক্তিগত দুঃখ-বাদৰ কথা কলাৰ জৰিয়তে পৃথিৱীৰ জনতাক শুনাই অদৃষ্টৰ ভাৱৰাজ্যলৈ যোৱা মানে 'পলায়ন-বাদী মনোবৃত্তি' অৱলম্বন কৰা। আধুনিক যুগৰ কবিতাৰ ঘাই প্ৰবৰ্ত্তক ইংৰাজ কবি-নাট্যকাৰ-সমালোচক ইট্‌ছে এসময়ত পৃথিৱীৰ অসুন্দৰতা দেখি সকলোকে পৰীৰ দেশলৈ নিমন্ত্ৰণ কৰিছিল, তেৰোঁ অসুন্দৰ পৃথিৱীখন সুন্দৰকৈ গঢ়াৰ সপোন দেখি গাই উঠিলে "I hunger to build them anew and sit on a green apart"

নতুন কবিতাত টেকনিকৰ পৰিবৰ্ত্তন ঘটিছে। কবিতাই মিলিত ছন্দৰ গতি এৰি, মুকলি ছন্দৰ ৰাজ্যলৈ আহি প্ৰতীকবাদৰ সাজ-পাৰেৰে কবিৰ বুদ্ধিজীৱী মনৰ পৰিচয় দিবলৈ প্ৰয়াস পাইছে। ৰোমান্টিছিজিমৰ পতন আৰু বাস্তৱবাদৰ পাতনি অকল অসমীয়া কবিতাতেই হোৱা নাই, বিশ্বজোৰা কাব্যিক আন্দোলনৰ ই মাথোন এটা অঙ্গবিশেষ। ইংৰাজী কবিতাৰ পঞ্চাশ বছৰৰ কবিতা অধ্যয়ন কৰিলে দেখা যায় যে বিভিন্ন পৰিবৰ্ত্তনে ইংৰাজী কবিতাৰ ক্ষেত্ৰ আগুৰি আছে। উনৈশ শতিকাৰ নৱন্যাস যুগৰ পৰা আৰম্ভ কৰি ইংৰাজী কবিতাই প্ৰতীকবাদৰ সহায়েৰে জীৱন আৰু কলাৰ মূল্য নিৰূপণ কৰিবলৈ আগবাঢ়িছে—বাস্তৱবাদৰ কঠীয়াতলিলৈ নতুন যুগৰ, নতুন পৃথিৱীৰ সৃষ্টি কৰিবৰ মানসে। ইয়াৰ প্ৰভাৱতে অসমীয়া আধুনিক কবিসকল প্ৰভাৱান্বিত হোৱাটো একো আচৰিত কথা নহয় বুলি মই ভাবোঁ।

অৱশ্যে বহুতেই কয় যে আধুনিক কবিতা অসমীয়া সাহিত্যৰ আৱৰ্জ্জনা, সেইবিলাকৰ শব্দ-যোজনা গদ্যগন্ধী আৰু ভাব, বিষয়বস্তু জনসাধাৰণৰ কাৰণে একেবাৰে দুৰ্ব্বোধ্য। দুৰ্ব্বোধ্য বুলিয়ে কোনো বস্তুকে আৱৰ্জ্জনাৰ শাৰিলৈ নিলে সি নিৰপেক্ষ বিচাৰ নহব। প্ৰাচ্য আৰু পাশ্চাত্য কবিতাত সহজে বুজি নোপোৱা বহুতো কবিতা আছে। সেইবুলি সেইবিলাকক আৱৰ্জ্জনাৰ আখ্যা দিয়া হোৱা নাই। ইলিয়টৰ 'Waste Land' সহজে বুজা মানুহ ইংৰাজ পাঠকসকলৰ ভিতৰতো বোধকৰোঁ অতি কমেই ওলাব। কিন্তু ই এটা উৎকৃষ্ট কবিতা আৰু ইংৰাজী কাব্য সাহিত্য নালাগে, জগতৰ সাহিত্যত এটি অমূল্য ৰত্ন বুলি সকলোৱে মুখে মুখে। আধুনিক অধঃপতিত জগতখনকে তেওঁ 'Waste Land' বা পতিত মাটি বুলি বৰ্ণনা কৰি তাৰ ভ্ৰমণ-বৃত্তান্ত এটিকে পৰম্পৰাৰ লগত সম্বন্ধ থকা প্ৰতীকত সুন্দৰকৈ ৰূপায়িত কৰি বৰ্ত্তমান জগতৰ অসাৰতা, ক্লান্তি,

অৱসাদ, আকুলতা আৰু আকাঙ্ক্ষাৰ ভাব উপযোগী শব্দৰ গুৱলা সমাবেশেৰে ফুটাই তুলিছে। কবিয়ে চাৰিওফালে জীৱন্ত মৃত্যুৰ বিভীষিকা দেখিছে। তেওঁৰ বিশ্বাস, ইয়াৰ মাজেদিয়েই নতুনৰ জন্ম হব লাগিব। উক্ত কবিতাৰ সকলো চৰিত্ৰ জীৱন্ত মৃত্যুৰ মাজত আছে। কিন্তু সকলোৰে আছে নতুন জন্মৰ কাৰণে আকুতি। ইলিয়ট, অ'ডেন আদি আধুনিক কবিসকলৰ ৰচনাৰ চানেকিয়ে আধুনিক অসমীয়া কবিসকলে বোকাইদি হলেও বোকা পাৰ হৈ গৈ নতুন শুকান ধুনীয়া ঠাই এখনত বহাৰ পৰিকল্পনা কৰিছে। সভ্যতাৰ, সমাজৰ, পৃথিবীৰ অধঃপতন দেখি ইলিয়টৰ দৰে সাময়িক নিৰাশাবাদ থাকিলেও ইলিয়টৰ নতুন জীৱনৰ আশাৰ ৰেঙনি আজিও কবিতাত বিৰিঙি উঠা দেখা যায়। সেইহে এজন কবিয়ে গাইছে "অসুন্দৰ পৃথিৱীত আমাৰ অক্ষয় হাড়ে সুন্দৰৰ ৰচিম পাতনি।" আধুনিক কবিতা যুক্তিবাদ আৰু বুদ্ধিতত্ত্বৰ পূজামণ্ডপ। তাত ৰোমাণ্টিক কবিতাৰ প্ৰৱল অনুভূতি বা বৰ্ণনাৰ প্ৰাচুৰ্য্য নাই। আজিৰ কবিতাৰ বিষয়-বস্তু পদুম ফুল নহয়, পদুম ফুল গজা বোকাহে, পাটৰাণী নহয়, গণিকাৰ অৱহেলিত জীৱনহে, মেঘ নহয়, উৰা জাহাজখন নাইবা কৃত্ৰিম চন্দ্ৰটোহে, অসীম, অনন্ত নহয়, অসীমৰ সীমাৰেখা টনা আইনষ্টানৰ 'থিয়ৰি'হে। বাস্তৱবাদৰ মাজত যিবোৰ সামাজিক কথাবোৰৰ বিশ্লেষণ দিব পাৰে, যিবোৰৰ মাজত সামাজিক জীৱনৰ সমালোচনা সোমাই থাকে, সেইবোৰেই আধুনিক কবিতাৰ বিষয়-বস্তু।

আধুনিক কবিতাত ফ্ৰয়দৰ যৌনতত্ত্ব আৰু অসংলগ্ন বিশ্লেষণৰ দৰে কবিয়ে প্ৰতীকৰ সহায়ত জীৱনৰ বিভিন্ন প্ৰতিচ্ছবি দাঙি ধৰে। এই অসংলগ্ন প্ৰতিচ্ছবি ইলিয়ট, আৰ্মষ্ট্ৰং আদিৰ কবিতাত আৰু জেম্‌ছ জইছ, ভাৰ্জিনিয়া উলফ্ আদিৰ উপন্যাসত প্ৰকাশ পাইছে। এনেবিধৰ ৰচনাত প্ৰথম মানস-চিত্ৰৰ লগত দ্বিতীয় মানস-চিত্ৰৰ যুক্তিসঙ্গত সংযোগ নাই। এইটো হৈছে চিনেমাৰ টেক্‌নিক। এই টেক্‌নিককে লৈছে আধুনিক কবিয়ে।

আধুনিক কবিতাত মানস-চিত্ৰৰ (imageৰ) বা প্ৰতীকৰ প্ৰভাৱ বেছি। জাপানী সাহিত্যৰ টংকা, হক্কু কবিতাত মানস-চিত্ৰ ভুৰি ভুৰি। ইংৰাজী সাহিত্যত 'ইমেজিষ্ট' বুলি আখ্যা পোৱা হল্‌ম্, ফ্লিণ্ট, আমেৰিকাৰ ভিতৰত এজৰা পাউণ্ড, হিলডা ডুলিটল, এমি লিটন—এই imagist সকলৰ প্ৰভাৱ ইংৰাজ কবি ইলিয়টৰ যোগেদি আহি অসমীয়া আধুনিক কবিতাত স্পষ্টকৈ পৰা দেখা যায়। তেওঁলোকে কম কথাৰে মানস-চিত্ৰৰ সহায়েৰে বেছি ভাব প্ৰকাশ কৰিব খোজে। তেওঁলোক দাৰ্শনিক বা বৰ্ণনামূলক কবিতাৰ বিৰোধী। সেইহে এজৰা পাউণ্ডে কবিসকললৈ সতৰ্ক বাণী শুনাইছে, "Use concrete images having the hardness of cut stone Do not attempt philosophical or descriptive poetry" কিন্তু কম কথাৰে মানস-চিত্ৰৰ যোগেদি বেচি কথা প্ৰকাশ কৰিবলৈ যাওঁতে কেতিয়াবা পাঠক-পাঠিকাৰ সমূলি দুৰ্ব্বোধ্য আৰু আপচু হৈ যায়। গতিকে মানস-চিত্ৰ যেনে ধৰণেৰে গ্ৰহণ কৰক বোধগম্যতা আৰু সৌন্দৰ্য্যৰ প্ৰতি লিখকে সদাই লক্ষ্য ৰখা উচিত।

এই প্ৰসঙ্গত এটা কথা মনত ৰখা উচিত যে আধুনিক কবিতা আজি পৰীক্ষাগাৰত। আজিলৈকে কবিতাৰ পৰীক্ষামূলক প্ৰচেষ্টাহে চলিছে। কোনো আধুনিক কবিয়ে কোৱা

অনুচিত যে তেওঁৰটোৰে শুদ্ধ নিখুঁত টেকনিক, আগৰ কবিতাবোৰ আবৰ্জনা মাথোন। সেইদৰে আগৰ তৰপৰ সকলেও আধুনিক কবিতা বুলিলে নাক কোচাই বা চকু থাই দুৱাৰ ভাং মাৰি ভিতৰ সোমোৱা উচিত নহয়। বৰ্ত্তমান গণতন্ত্ৰ সমন্বয় আৰু সহ-অৱস্থিতিৰ যুগত সকলো ক্ষেত্ৰতে, সকলো পন্থা, আদৰ্শবাদৰ কাৰণে বাট মুকলি ৰখাৰহে দৰকাৰ। কবিতা, সঙ্গীত, নাটক, গল্প, উপন্যাস, একোৱেই গতিহীন হৈ থাকিব নোৱাৰে। গতিশীল জগতৰ গতিশীল কলাই সময়ৰ বাতাবৰণৰ মাজত বিভিন্ন টেক্‌নিকৰ মাজেদি আগবঢ়াটো অস্বাভাৱিক বুলি কলে অতিপাত ৰক্ষণশীল মনোবৃত্তিৰ হে পৰিচয় দিয়া হব। কিন্তু আধুনিক কবিতাৰ গদ্যগন্ধী পৰিবেশ আৰু শব্দ চয়নৰ সাঙ্গীতিক মূল্য নিৰূপণ কৰি পদ্যগন্ধী আৰু বোধগম্য কৰিবলৈ প্ৰচেষ্টা চলোৱাৰ আৱশ্যকতা কোনোৱেও নুই কৰিব নোৱাৰে।

মিলিত ছন্দ কবিতাৰ অপৰিহাৰ্য্য উপকৰণ বুলি ডাঠি কব নোৱাৰি। কিন্তু 'ছন্দ' বোলা বস্তুটো ( যি ইংৰাজী rhyme আৰু rhythm দুয়োটোকে সামৰে ) কবিতাৰ টেক্‌নিকৰ কাৰণে নিতান্ত লাগতিয়াল। সংস্কৃত কাব্য, শ্লোক আদিতো মিলিত ছন্দ নহলেও মাত্ৰা ছন্দ অলঙ্কাৰ আদিৰ উপকৰণে-সেইবোৰ শ্ৰুতিমধুৰ আৰু চিত্তাকৰ্ষক কৰে। মিলিত ছন্দই কবিৰ আবেগৰ স্পন্দন, কল্পনাৰ উৰণ আৰু অভিব্যক্তিৰ উদ্যমত অসীম প্ৰেৰণা যোগায়। যেনে "দুঃখেৰ বৰষায় চক্ষেৰ জল যেই নামল, বক্ষেৰ দৰজায় বন্ধুৰ ৰথ সেই থামল", বুলি গাওঁতে শব্দৰ ঝঙ্কাৰ আৰু ছন্দৰ নেপুৰ-ধ্বনিয়ে যেন মানস-পটত এখনি মোহময় ইন্দ্ৰজাল পেলাই মনোহৰ কল্পলোকলৈ লৈ যায় এনে অনুভূতি নোহোৱাকৈ নাথাকে।

কল্পনাকো বাস্তৱৰ দৰে ৰূপায়িত কৰিব পৰাতো শিল্পীৰ কৃতিত্ব। আদি কবি বাল্মীকিৰ মানস-প্ৰসূত ৰামায়ণ মহাকাব্যৰ ৰাম-সীতাৰ চৰিত্ৰ, ৰাম-ৰাজ্যৰ চিত্ৰ, পৌৰাণিক বা কাল্পনিক যেন অনুমান নহয়, জীৱন্ত, জলন্ত, বাস্তৱ যেনহে লাগে আৰু সেইহে সি যুগমীয়া আদৰ্শস্বৰূপে প্ৰতিষ্ঠা লাভ কৰিছে। ৰামায়ণৰ কল্পিত অযোধ্যা আজিৰ বাস্তৱ অযোধ্যাতকৈ অধিক মনোমোহা আৰু হৃদয়গ্ৰাহী নহয় জানো ?

গতিকে মোৰ বিবেচনাৰে আধুনিক আৰু পুৰণি, প্ৰতীক-ধৰ্ম্মী আৰু কল্পনা-ধৰ্ম্মী, সকলো ধৰণেৰে অৱদান ওলাই অসমীয়া সাহিত্য হৃষ্ট-পুষ্ট আৰু সমৃদ্ধিশালী কৰক। তাৰ ভিতৰৰ যিবোৰত প্ৰকৃত সাহিত্যিক বা সাংস্কৃতিক মূল্য আছে সেইবোৰ সাহিত্যৰ যুগমীয়া সম্পদ হব আৰু যিবোৰত ক্ষণভঙ্গুৰতা বা কদৰ্য্যতা আছে সেইবোৰ কালৰ সোঁতত আপোনা-আপুনি বিলীন হবগৈ।

কি সংস্কৃতি, কি সাহিত্য, কোনো বিষয়তে আমি দুৱাৰ-খিৰিকী বন্ধ কৰি বাহিৰৰপৰা পোহৰ-বতাহ আহিবলৈ নিদি চাৰি বেৰৰ মাজত সোমাই থাকিলে সজীৱতা আৰু স্পন্দনৰ অভাৱ ঘটিব। কিন্তু সেই বুলি বাহিৰৰ বা-মাৰলী বা পচোৱাৰ প্ৰতাপে যাতে আমাৰ খোপনি নাইকিয়া কৰি উকৰাই নিব নোৱাৰে আৰু যাতে আমাৰ কোঁটীকলীয়া পূৰ্ব্বপুৰুষৰ ভেটি উছন নহয়, সেই বিষয়েও সজাগ হোৱা যুগুত।

কবিতাৰ দৰে নাটক, চুটি গল্প, উপন্যাস আদিৰ ক্ষেত্ৰতো আধুনিক সাহিত্যত বাস্তৱবাদৰ আদৰ্শ সাৰোগত কৰা হৈছে আৰু পাশ্চাত্য সাহিত্যৰ প্ৰভাৱ পৰিছে। কল্পনাৰ আশ্ৰয় লোৱা হয়—কাল্পনিকৰ সৃষ্টি কৰিবলৈ নহয়, বাস্তৱক আৰু জলন্ত, হুবহু আৰু হৃদয়গ্ৰাহী কৰিবৰ উদ্দেশ্যেহে। জৰ্জ্জ বাৰ্ণাৰ্ড ছ', গলছৱৰ্দি, ইবছেন আদিৰ নাটকেই ভালেমান আধুনিক নাট্যকাৰৰ চানেকি স্বৰূপ। সামাজিক আৰু অৰ্থনৈতিক সমস্যাবোৰেই তেওঁলোকৰ ঘাই বিষয়-বস্তু। এলিজাবেথান যুগৰ ছেক্সপীয়েৰ জগতৰ চিৰ-বৰণ্যে চিৰ-নেউজীয়া নাট্যকাৰ। ছেক্সপীয়েৰে বুৰঞ্জীৰ আৰু ভিন ভিন দেশৰ কাহিনীৰ সমল লৈ অতি উচ্চ ধৰণৰ নাটক যুগমীয়া কৰি জগতক দি থৈ গ'ল। ছেক্সপীয়েৰৰ নাটবোৰৰ কেন্দ্ৰীয় ভাব আছিল মানৱ-চৰিত্ৰৰ সূক্ষ্ম বিশ্লেষণ। তেওঁৰ দিনত সমাজ, ৰাজনীতি, অৰ্থনীতি, কোনো ক্ষেত্ৰতে বিবিধ জটিল আৰু গুৰুত্বপূৰ্ণ সমস্যাৰ উদ্ভৱ হোৱা নাছিল। কিন্তু বৰ্ত্তমান জগতত সেই সমস্যাবোৰে মূৰ দাঙি উঠিছে। গতিকে আজিৰ সাহিত্যিকে সেই সমস্যাবোৰকে লৈ নাটক ৰচা যুগধৰ্ম্ম হৈ পৰাটো আচৰিত নহয়। নাটকৰ প্ৰধান গুণ হৈছে সংঘাট বা সংঘৰ্ষ (conflict)। পূৰ্ব্বৰ নাটবোৰত ঘাইকৈ আছিল ৰজাৰে ৰজাৰ, সাম্ৰাজ্যৰে সাম্ৰাজ্যৰ, এটা শক্তিৰে আন এটা শক্তিৰ সংঘৰ্ষৰ কথা। আজিৰ নাটকত থাকে ধনী-দৰিদ্ৰ, উচ্চ-নীচ, পৃশ্য-অস্পৃশ্য, ক'লা-বগা, কৃষি-শিল্প, মালিক-বনুৱা, ক্ষুদ্ৰ স্বাৰ্থ-মহৎ স্বাৰ্থ আদিৰ মাজত হোৱা সংঘৰ্ষৰ কথা। কিন্তু মোৰ বিবেচনাৰে পৌৰাণিক আৰু বুৰঞ্জীমূলক আখ্যানবোৰতো বৰ্ত্তমান যুগৰ ৰেখাপাত পেলাই আৰু আধুনিক সমস্যাৰ কৌশলপূৰ্ণ অৱতাৰণা (modern touch) দি ৰঙ্গমঞ্চোপযোগী নাটকৰ অভিনয় কৰাৰ প্ৰচেষ্টা চলোৱাও বাঞ্ছনীয়। নাটকত থাকিব লাগিব নাটকীয় গুণ, যেনে :—প্লটৰ ক্ৰমবিকাশ, চৰিত্ৰাঙ্কণ, সংঘাত সংলাপ, ঘটনা পৰম্পৰাৰ উদ্বেগজনক বৰ্ণনা আৰু পৰিণতি। আজিৰ যুগৰ ভালেমান নাটক বচন-প্ৰধান হোৱাত উপন্যাস বা গল্পগন্ধী আৰু ৰঙ্গমঞ্চত, দৰ্শক বা শ্ৰোতৃমণ্ডলীৰ আমনি লগা হৈছে। 'মনোমতী' আৰু 'ভাৱৰ আৰু নাই' উপন্যাস নাটকলৈ ৰূপান্তৰিত কৰাৰ দৰে ওখ ধৰণৰ উপন্যাসবোৰ ৰূপান্তৰিত কৰাবো দৰকাৰ। শিৱসাগৰ নাট্য মন্দিৰত ঘূৰণীয়া ৰঙ্গমঞ্চ হোৱাৰপৰা নৱযুগৰ সূচনা হৈছে। অসমদেশত ব্যৱসায়ী নাটঘৰ নোহোৱাতো নাট্য-সাহিত্যৰ আৰু নাট্য-কলাৰ যি উৎকৰ্ষ সাধন হৈছে সি শলাগিব লগীয়া।

কবিতা আৰু নাটকৰ দৰে আধুনিক সাহিত্যত চুটি গল্প আৰু উপন্যাসবোৰৰ বিষয়-বস্তু, প্ৰকাশ-ভঙ্গী আৰু টেক্‌নিকত পাশ্চাত্য প্ৰভাৱ পৰা স্পষ্টকৈ দেখিবলৈ পোৱা যায়। বৰ্ত্তমান অসমত বঙ্গদেশৰ দৰে চুটি গল্প আৰু উপন্যাসৰ আদৰ বৰকৈ বাঢ়িছে। জনদিয়েক লিখকে এই ক্ষেত্ৰত যথেষ্ট প্ৰতিপত্তি লাভ কৰা দেখি সন্তোষ পাইছোঁ। চুটি গল্পত থাকিব লাগিব একোটি লক্ষ্য আৰু সেই লক্ষ্যত উপনীত হবলৈ একোটি মাথোন ৰেখাপাত। ইয়াৰ অভাৱ কিছুমান চুটি গল্পত পৰিলক্ষিত হয়। গতানুগতিক পন্থাত নচলি সমাজৰ প্ৰকৃত অৱস্থা বা যুগধৰ্ম্মৰ লগত ৰজিতা খুৱাই বাস্তৱবাদ বা প্ৰতীকবাদৰ আলম লৈ নতুন ধৰণেৰে সাহিত্যলৈ অৱদান দিয়াত কোনেও বাধা দিব নোৱাৰে। মাত্ৰ ইয়াকে সঁকিয়াই দিব খোজোঁ

যে প্ৰগতিৰ বাট-চ'ৰালৈ খোজ লওঁতে যাতে অধোগতিৰ অন্ধকূপত নপৰোঁগৈ তালৈ চোকা দৃষ্টি ৰাখিব লাগিব। আমাৰ জাতীয় সংস্কৃতিৰ মূল ভেটি যাতে খহি নপৰে, আমাৰ মাতৃ-ভাষা কোৱা আৰু লিখাৰ স্বকীয়া সুৰীয়া ঠাঁচ গুচি কাণত তহ্‌তহাই যোৱা, গা বেজ্-বেজোৱা, আচহুৱা, বিজতৰীয়া মাত যেন নোলায়, অবাধ প্ৰণয়ৰ নামত অবৈধ প্ৰেম, বিকট-ব্যভিচাৰ, গাৰ নোম শিয়ঁৰি উঠা বীভৎস চিত্ৰ বা আদৰ্শই যেন মূৰ দাঙি উঠিবলৈ নাপায়, অতিপাত Original হবলৈ গৈ যাতে Aboriginalঅৰ শাৰীত নপৰোগৈ, অন্ধ অনুকৰণৰ সলনি সুস্থ, পুৰঠ, সৃজনী শক্তি যাতে বিকাশিত আৰু বিকশিত হৈ সাহিত্যৰ আৰু সমাজৰ স্বাস্থ্য ৰক্ষা আৰু পৰিপুষ্টি সাধনত বৰঙণি শোধায়—এই কথা কেইটালৈ মনোযোগ দিয়াটো দেশহিতৈষী মাত্ৰৰে প্ৰধান কৰ্ত্তব্য বুলি মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰোঁ।

এই প্ৰসঙ্গত বঙ্গদেশৰ লব্ধপ্ৰতিষ্ঠ কবি, সাহিত্যিক আৰু সমালোচক বুদ্ধদেৱ বসু অলপতে অসমলৈ আহোঁতে অসমীয়া সাহিত্যৰ বিষয়ে যি আশাপ্ৰদ আৰু উৎসাহজনক অভিমত প্ৰকাশ কৰি গৈছে 'অসম বাণী'ৰপৰা তাক উদ্ধৃত কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ :—

"আধুনিক অসমীয়া সাহিত্য বঙ্গলাতকৈ নহলেও আজিৰ হিন্দী সাহিত্যতকৈ বেচি চহকী। এই সাহিত্যৰ লিখকসকলৰ পাশ্চাত্য সাহিত্যৰ লগত সম্পূৰ্ণ সম্পৰ্ক আছে আৰু তেওঁলোকৰ মনোবৃত্তি সম্পূৰ্ণ আধুনিক। মই এই সাহিত্যৰ বিশাল সম্ভাৱনা দেখা পাইছোঁ আৰু তাৰ বাবে লিখকসকলক মোৰ আন্তৰিক সম্বৰ্দ্ধনা জনাইছোঁ।"

তেওঁৰ আৰু এটা সাৰুৱা মন্তব্য অসমীয়া সাহিত্যসেৱীসকলে মন কৰিব লগীয়া :— "ভাৰতৰ যি কোনো ভাষাতে এজন ভাল লিখক হবলৈ হলে সংস্কৃতৰ জ্ঞান কিছু পৰিমাণে আৱশ্যক। নিজৰ ৰচনাত সংস্কৃত শব্দ বেছি ব্যৱহাৰ কৰিলে আন ভাষাৰ লোকৰ বুজাত সহায় হব। তাৰোপৰি জীয়াই থাকিবৰ বাবে নিজৰটোৰ বাহিৰেও অন্ততঃ আৰু এটা ভাষা জনা উচিত।"

লক্ষ্মীনাথ বেজবৰুৱাৰ অন্তৰ্দ্ধানৰ লগে লগে অসমীয়া জাতিয়ে যেন এবাৰো প্ৰাণ ভৰি হাঁহিবলৈ নোপোৱা হ'ল এনে অনুমান হয়। এজন ইংৰাজ লিখকে কৈছে—যিটো দিনত আমি এটিবাৰো প্ৰাণভৰি হঁহা নাই সেই দিনটো অথলে গ'ল বুলিব লাগে। হাঁহি-কান্দোন, হৰ্ষ-বিষাদ, জয় পৰাজয়, আশা-নিৰাশা—এইবোৰ লৈয়ে মানৱৰ সংসাৰী জীৱন। হাস্যৰস নৱৰসৰ এটি। শ্ৰীমন্ত শঙ্কৰদেৱেও ধৰ্ম্ম-নীতি আৰু শিক্ষা প্ৰচাৰ কৰাৰ লগে লগে 'ৰুক্মিণীহৰণ', 'ৰামবিজয়' আদি নাটত হাস্যৰসৰ অৱতাৰণা কৰি ৰাইজক আমোদ দিয়াৰ আৰু যুদ্ধ বা শোক লগা ঘটনাৰ বৰ্ণনাৰ-পৰা উদ্ভৱ হোৱা আবেগৰ তীব্ৰতা লাঘৱ কৰাৰ সুন্দৰ ব্যৱস্থা কৰি থৈ গৈছে। কৃপাবৰবৰুৱা লক্ষ্মীনাথে অসমীয়া আৱৰ্জ্জনা, ভণ্ডামি, কুসংস্কাৰ, অবিশ্বাস, মিছা অভিমান আদি নিৰ্ম্মূল কৰি সমাজৰ সংস্কাৰ সাধন কৰিবৰ উদ্দেশ্যে চুটি গল্প, ব্যঙ্গ-ৰচনা, আখ্যান আদিৰ মাজেদি

অসমীয়া সাহিত্যত হাস্যৰস

অসমীয়া জাতিক হঁহুৱালে (আৰু লগে লগে কন্দুৱালেও)। তাৰ পিছত ৺দণ্ডি কলিতাই 'বহঘৰা' 'ৰগৰ'ৰ সোৱাদ দিলে। ভক্তৰ হেম বৰুৱাই তেওঁৰ চিনা-জনা ভালেমান লোকৰ কাহিনী বৰ্ণাই আৰু সামাজিক চিত্ৰ আঁকি অসমীয়া সাহিত্যত নতুন ভাবধাৰা বোৱাই দিলে। সাংবাদিক লক্ষ্মী ফুকনৰ 'ওফাইদাং', পীতাম্বৰ ৰাজমেধিৰ 'পকামিঠৈ' আদিৰ জলপান আৰু ঔপন্যাসিক প্ৰেমনাৰায়ণ দত্তৰ ৰচনাতো হাস্যৰসৰ আভাস পোৱা যায়। মেমেৰা মেধি, ন্যায়শোধা ফুকন, কথাচহকী ভলভলীয়া আদিৰ ব্যঙ্গ ৰচনাই আজিৰ বাতৰি কাকতত অলপ হাঁহিৰ খোৰাক দিয়ে। কিন্তু তথাপি কিবা যেন নাই যেন লাগে। লঘু ৰচনা হলেও মানৱ চৰিত্ৰৰ সূক্ষ্ম বিশ্লেষণ, পৰ্য্যবেক্ষণ আৰু উদ্ভাৱনী শক্তি, সহানুভূতিশীলতা, অসামঞ্জস্যৰ সম্যক জ্ঞান, প্ৰত্যুৎপন্নমতিত্ব, প্ৰকাশ ভঙ্গীৰ সাৱলীলতা, এইবিলাক লক্ষণ থাকিলেহে সি প্ৰকৃততে হাঁহিৰ খোৰাক দিব পাৰে। বহুৱালি, ধিতিঙালি, কষ্টসাধ্য (laboured) হাস্যৰসে বিমল আনন্দ দিব নোৱাৰে। ধেমেলীয়া ৰচনা হব লাগিব মাৰ্জ্জিত ধৰণৰ। খুৰৰ ধাৰ তেলপানী দি চোকা কৰি লোৱা হয়। সি ভোটা হলে বা মামৰে ধৰিলে মানুহৰ গাৰ চাল বথলিয়াই নিব। ঈৰ্ষা, অসূয়া, সঙ্কীৰ্ণতা নাইবা ব্যক্তিগত আক্ৰোশৰ বশবৰ্ত্তী হৈ লিখা ৰচনাত সুস্থ, সৰস, মধুৰ হাস্যৰস বৰ্ত্তিব নোৱাৰে। অৱশ্যে অভাৱ-অনাটন আৰু অৰ্থনৈতিক বিপৰ্য্যয়ে ভাৰতৰ তথা অসমৰ জনসাধাৰণৰ হাঁহিৰ উৎস শুকোৱাই নিয়াত আমাৰ হাঁহিতকৈ চকুলোৰ, আনন্দতকৈ বিষাদৰ আবেগ অনুভূতি বেছি প্ৰবল হোৱাটো স্বাভাৱিক। কিন্তু দুঃখতে আনন্দ কৰাই, আন্ধাৰতে পোহৰৰ, বিষাদতে আনন্দৰ, পৰাজয়তে জয়ৰ সন্ধান পোৱাই ভাৰতীয় তথা অসমীয়া সংস্কৃতিৰ এটি বিশিষ্ট লক্ষণ। গতিকে অসমীয়া সাহিত্যত পুনৰ কৃপাবৰ বৰবৰুৱাৰ নিচিনা প্ৰতিভাশালী লোকৰ উদ্ভৱ হলেহে আমি প্ৰকৃত হাস্যৰসৰ অমিয়া পান কৰিব পাৰিম।

সঙ্গীত-নাট্য সাহিত্য

সঙ্গীতৰ ক্ষেত্ৰতো আমাৰ সাহিত্য সমৃদ্ধিশালী হব লাগিব। এজন পাশ্চাত্য দাৰ্শনিকে কোৱাৰ দৰে সঙ্গীত হৈছে আত্মাৰ ভাষা আৰু ভাবাৰ আত্মা। শাস্ত্ৰতো কৈছে "ন বিদ্যা সঙ্গীতাৎ পৰা।" গীত কবিতা বা কাব্যৰপৰা বেলেগ নহয়, তাৰে অঙ্গ মাথোন। কবিত্ব-বিহীন গীতৰ সাৰ্থকতা ক'ত? ভাব, ভাষা আৰু সুৰৰ সামঞ্জস্য ঘটিলেহে সুন্দৰ গীত হয়। গায়ক-গায়িকাসকল দৰাচলতে সঙ্গীতৰ সমালোচক-সমালোচিকা। কোনো গীতৰ সমগ্ৰ ভাবধাৰা আৰু প্ৰত্যেকটি শব্দ সম্যক্‌ৰূপে হৃদয়ঙ্গম কৰি তাক দহজনৰ হৃদয়গ্ৰাহী কৰি প্ৰকাশ কৰিব বা কৰ্ণকুহৰেদি অন্তৰৰ অন্তঃস্থল স্পৰ্শ কৰিব পৰাত হে সুগায়ক বা সুগায়িকাৰ কৃতিত্ব। সুখৰ বিষয়, বৰ্ত্তমান কালত শাস্ত্ৰীয় সঙ্গীত, আধুনিক গীত, লোক-গীত আৰু ভিন ভিন ধৰণৰ নৃত্য ইত্যাদিৰ অনুশীলন, গৱেষণা চৰ্চ্চাৰ প্ৰতি দেশহিতৈষী লোকসকলৰ ধাউতি ক্ৰমে বাঢ়ি আহিছে। সঙ্গীত নাটক একাডেমি, অসম সঙ্গীত সম্মিলন, সঙ্গীত বিদ্যালয়সমূহ, শঙ্কৰদেৱ সমাজ, শঙ্কৰ সঙ্ঘ আদি সাংস্কৃতিক অনুষ্ঠান প্ৰতিষ্ঠিত হৈ এই অভিযানত বিস্তৰ সহায়তা কৰিছে। বৰগীত আৰু লোকগীতিবিলাকৰ বিষয়ে গৱেষণা কাৰ্য্য চলাই সেইবিলাকৰ বিশুদ্ধ নিখুত বৈজ্ঞানিক স্বৰলিপি প্ৰকাশ কৰাৰ যি প্ৰচেষ্টা চলিছে

আশা কৰোঁ সি অনতিপলমে সাফল্যমণ্ডিত হব। ৰেডিও, চিনেমা, পুথিভঁৰাল, প্ৰদৰ্শনী আদিৰ জৰিয়তেও অসমীয়া সঙ্গীত, নাট, সকলোৰে সমুচিত আদৰ আৰু বহুল প্ৰচাৰ বঢ়োৱাৰ নিতান্ত আৱশ্যক হৈছে। ভাৰতীয় সঙ্গীত নাটক একাডেমীয়ে ভাৰতৰ ভিন ভিন সাহিত্যৰ উৎকৃষ্ট গ্ৰন্থৰ বাবে পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰাটো সমীচীন হৈছে। কিন্তু বিচাৰকসকলৰ নিৰপেক্ষতা, যোগ্যতা আৰু অভিজ্ঞতাৰ বিষয়ে বৰ্ত্তমানতকৈ অধিক মনোযোগ দিয়াটো নিতান্ত বাঞ্ছনীয়। অল ইণ্ডিয়া ৰেডিঅ'ই অসমীয়া নাট-গীত আদি প্ৰচাৰ কৰাৰ ব্যৱস্থা কৰা বাবে শলাগৰ পাত্ৰ। কিন্তু বিষয় আৰু শিল্পীসকলৰ বাছনি অতি সাৱধানে কৰা উচিত আৰু অসমীয়া উচ্চাৰণ, অসমীয়া ভাষাৰ জতুৱা ঠাঁচ আদিৰ যাতে বিকৃতি বা ব্যভিচাৰ নঘটে তাৰ প্ৰতি লক্ষ্য ৰখাটোও ৰেডিঅ' কৰ্ত্তৃপক্ষৰ কৰ্ত্তব্য।

বাতৰি কাকত আৰু আলোচনী

বাতৰি কাকত আৰু আলোচনীত সাহিত্যৰ প্ৰচাৰ আৰু পঢ়ুৱৈ সমাজৰ সংখ্যা বঢ়োৱাৰ লগেলগে জনমত গঠন আৰু জ্ঞানৰ পৰিধি বিস্তাৰৰ কাৰণে নিতান্ত লাগতিয়াল। খনদিয়েক সাদিনীয়া বাতৰি কাকত আৰু মাত্ৰ এখন দৈনিক অসমীয়া কাকত চলি আছে। জোনাকী, বিজুলী, উষা-বাঁহী, অৰ্ঘ্য, চেতনা, আলোচনী, আসাম বান্ধৱ আদিৰ পিছত 'আৱাহন' কাকত সাজ-পাৰ, চিত্ৰ আৰু প্ৰবন্ধ-সম্ভাৰেৰে এসময়ত বিভোপনকৈ ওলাই নৱযুগৰ প্ৰৱৰ্ত্তন কৰিছিল। 'সুৰভি'ৰ সুগন্ধ ৰাইজে সৰহ দিন লবলৈ নোপোৱা আৰু 'জয়ন্তী', 'পচোৱা' আদি কাকতো সোনকালে অন্তৰ্দ্ধান হোৱা পৰিতাপৰ বিষয়। কোনো উৎসাহীলোকে মাহেকীয়া আলোচনী বুলি এখন উলিয়াই আশাৰ সঞ্চাৰ কৰে, কিন্তু দুদিনৰ পিছতে তাৰ উমঘাম নোহোৱা হয়। এতিয়া মাত্ৰ 'ৰামধনু'খনেই প্ৰায় নিয়মিতৰূপে প্ৰকাশিত হৈ অসমীয়া সাহিত্যত এটি নতুন ধাৰা বোৱাই দিছে। বছেৰেকীয়া আলোচনী দুই এখনে সাহিত্য মন্দিৰত নৈবেদ্য যোগাইছে। কিন্তু আমাৰ বাতৰি কাকত আৰু আলোচনী-বোৰত সংবাদ বা প্ৰবন্ধ বাছনিত বৈচিত্ৰ্যৰ অভাৱ পৰিলক্ষিত হয়। আলোচনী লিখাৰু-সকলক বানচ দিয়াৰ ব্যৱস্থা কৰিলে আৰু চকুত লগাকৈ সজাই-পৰাই উলিয়ালে পঢ়ুৱৈৰ সংখ্যাও বাঢ়িব আৰু আৰ্থিক ফালৰপৰাও ক্ষতিগ্ৰস্ত নহব বুলি মোৰ বিশ্বাস। এই ক্ষেত্ৰত 'অসম বাণী'য়ে আমাৰ প্ৰাণত আশাৰ সঞ্চাৰ কৰিছে। অসম সাহিত্য সভাৰ পত্ৰিকাখনিৰ ক্ৰমোন্নতি দেখি সন্তোষ পাইছোঁ আৰু ওখধৰণৰ বিচিত্ৰ প্ৰবন্ধ সম্ভাৰেৰে মাহেকীয়াৰূপে নিয়মিতৰূপে ওলালে অসম সাহিত্য সভাৰ গৌৰৱ বৃদ্ধি হব বুলি বিশ্বাস কৰোঁ।

পুথিভঁৰাল আন্দোলন

আজি কেবছৰমানৰপৰা অসমৰ চাৰিওফালে ভালেমান ঠাইত ভিন ভিন নামৰ লাইব্ৰেৰী বা পুথিভঁৰাল প্ৰতিষ্ঠা কৰাটো শুভলক্ষণ। বৰ্ত্তমান কেন্দ্ৰীয় চৰকাৰে এই আন্দোলন সুদূৰ-প্ৰসাৰী কৰাৰ প্ৰচেষ্টাও প্ৰশংসনীয়। কিন্তু অকল খনদিয়েক নগৰত নকৰি সকলো নগৰতে আৰু প্ৰধান গাৱঁলীয়া কেন্দ্ৰবোৰত পাব্লিক লাইব্ৰেৰী স্থাপন বা অন্ততঃ যথোচিত সাহায্য আৰু পৰিদৰ্শনৰ সুব্যৱস্থা কৰিলেহে সেইবোৰৰ জৰিয়তে জনশিক্ষা বিস্তাৰিত হব আৰু সাহিত্যৰ প্ৰচাৰ বাঢ়িব। পুথিভঁৰালবিলাকত অকল উপন্যাস বা দ্বিতীয় তৃতীয় শ্ৰেণী গল্পৰ কিতাপৰ সংখ্যা বঢ়াবলৈ চেষ্টা নকৰি ভিন ভিন বিষয়ৰ

জ্ঞানগৰ্ভ শিক্ষাপ্ৰদ বাছকবনীয়া গ্ৰন্থাদিৰ যাতে সমাবেশ হয় তালৈ দৃষ্টি ৰাখিলেহে ভাৰপৰা জনশিক্ষা আৰু সাহিত্যানুৰাগ বঢ়াৰ আশা থাকে। তদুপৰি, পুথিভঁৰাল চলাওঁতাসকলে অসমীয়া গ্ৰন্থকাৰসকলৰপৰা উপহাৰস্বৰূপে পুথি নিবিচাৰি লাগতিয়াল পুঁজি সংগ্ৰহ কৰি একোখনি কিনি লবলৈ যত্ন কৰা উচিত। পাঠ্য-পুথি নহলে অসমত বাহিৰা কিতাপ ৰচোঁতাই গাঁঠিৰ ধন ভাঙি নাইবা ধাৰ ঋণ কৰি ছপাই উলিওৱা পুথিখনিৰ মূল খৰচ কেৰিকে উদ্ধাৰ কৰিব নোৱাৰিলে কেনেকৈ হব? অসমৰ পুথি ব্যৱসায়ীসকলেও পাঠ্য-পুথি নহলে চুটি গল্প বা উপন্যাসৰ বাহিৰে অইন 'বাহিৰা কিতাপ' গ্ৰন্থকাৰৰপৰা সতকাই প্ৰকাশ বা বিক্ৰী কৰিবলৈ লব নোৱাৰে। উপন্যাস বা চুটি গল্পও সাহিত্যৰ অঙ্গই। কিন্তু সেই বুলি অকল উপন্যাস বা গল্প পঢ়িলেই জ্ঞানৰ পৰিসৰ নাবাঢ়ে। যদিও পঢ়ুৱৈ সমাজ আৰু সাহিত্যানুৰাগী লোকৰ সংখ্যা ক্ৰমে বাঢ়ি আহিছে, এতিয়াও কিনি লৈ কিতাপ পঢ়াৰ ধাউতি আমাৰ মানুহৰ বৰ কম দেখা যায়, মনৰ আহাৰ যোগাবলৈ সাহিত্যৰ উন্নতিকল্পে আৰু গ্ৰন্থকাৰৰ সাহায্যাৰ্থে আধলি এটিও খৰচ কৰাটো বহুতে অপব্যয় বুলি ভাবে। যদি আমি সঁচাকৈয়ে জ্ঞানপিপাসু আৰু ৰসগ্ৰাহী হওঁ, তেন্তে প্ৰত্যেকৰ ঘৰতে চুচুৰীয়াকৈ হলেও একোটি ঘৰুৱা পুথিভঁৰাল ( Home Library ) ৰখা নিতান্ত আৱশ্যকীয় বুলি মই ভাবোঁ। ধানৰ ভঁৰাল আৰু ধনৰ মোনা ডাঙৰ হলেও জ্ঞানৰ ভঁৰাল নাথাকিলে প্ৰকৃত শিক্ষিত বা মাৰ্জ্জিত ৰুচিসম্পন্ন লোক ( Cultured Person ) বুলি উন্নত দেশত গণ্য নহয়। প্ৰত্যেক শিক্ষানুষ্ঠান, শাখা সাহিত্য সভা আৰু সাংস্কৃতিক অনুষ্ঠানে অন্ততঃ ৫০০ বাছকবনীয়া কিতাপৰ পুথিভঁৰাল ৰখাটো বাধ্যতামূলক হোৱা উচিত।

**পুথি বছা কমিটি**

পুথি বছা কমিটিৰ বিষয়ে ভালেমান আপত্তি আৰু অভিযোগ কাকতে-পত্ৰে প্ৰকাশিত হৈ আছে। এই কমিটিৰ সংগঠন আৰু কাৰ্য্য-প্ৰণালীত আৰু পাঠ্যপুথি বাছনিত বহুত আসোঁৱাহ আছে বুলি অনেকৰ ধাৰণা। তৃতীয়া গ্ৰন্থকাৰে গাঁঠিৰ ধন ভাঙি ছপা কৰি পুথি এখন উলিয়াই তাৰ সাত কপিমান পঠালেও এবছৰ দুবছৰলৈকে তাৰ নো কি দশা হয় তাৰ উৱাদিহ নাপাই বিমোৰত পৰিব লগা হয়। সৌভাগ্যবান জনদিয়েকৰ পুথি পাঠ্যপুথিৰ তালিকাভুক্ত হয় যদিও তাৰ লগতে কেইবাখনো পুথি বা একে শ্ৰেণী বা একে মানৰ কাৰণে মঞ্জুৰ কৰা হয়। বাছনিত উঠা পাঠ্যপুথিত ভালেমান মাৰাত্মক ভুল বা অমূলক কথা থকাৰ দৃষ্টান্তও বহুত পোৱা গৈছে। 'প্ৰাইজ আৰু লাইব্ৰেৰী' পুথি বুলি কোনো পুথি মনোনীত হলেও তাৰ পৰা গ্ৰন্থকাৰৰ বিশেষ লাভ বা উপকাৰ একো নহয়। সংশ্লিষ্ট বিদ্যালয় বা পুথিভঁৰালৰ কৰ্তৃপক্ষই সেইবোৰ কিনি লোৱাৰ কোনো বাধ্য-বাধকতা নাই। তদুপৰি বিধান সভাৰ সদস্য বা চৰকাৰৰ প্ৰিয়পাত্ৰ লোক হলেই পাঠ্যপুথি বছাৰ যোগ্যতা অৰ্জ্জন কৰে এই বুলি ধৰি লোৱাটো অবাঞ্ছনীয়। অসম সাহিত্য সভাৰ তৰফৰ যথেষ্ট সংখ্যক সদস্য পুথি বছা কমিটিত থাকিলেহে আৰু তেওঁলোকে নিৰপেক্ষ, নিখুত আৰু সূক্ষ্মভাৱে পুথিবোৰৰ গুণাগুণৰ বিচাৰ কৰিলেহে এই ক্ষেত্ৰত সুফল লাভ কৰাৰ সম্ভাৱনা থাকে। পুথি বছা কমিটিৰ আমূল পৰিবৰ্ত্তন আৰু সৰ্ব্বাঙ্গীন সংস্কাৰৰ আৱশ্যকতা অনুভৱ কৰোঁ।

বৰ্ত্তমান যুগ গণতন্ত্ৰৰ যুগ। ইয়াত জনমতৰ শক্তি প্ৰভাৱ অস্বীকাৰ কৰিবৰ কাৰো সাধ্য নাই। আমাৰ জাতীয় চৰকাৰ আৰু বিশ্ববিদ্যালয়ে বাইজৰ হিতকৰ কোনো পৰিকল্পনা বা গঠনমূলক কাৰ্য্য হাতত ললে তাত সহানুভূতি আৰু সহায় সহযোগিতা আগ-বঢোৱা আমাৰ কৰ্ত্তব্য। সেইদৰে চৰকাৰ আৰু বিশ্ববিদ্যালয়েও বাইজৰ মতামত উপেক্ষা কৰিলে নচলিব। অৰ্থনীতি আৰু সংস্কৃতিৰ ক্ষেত্ৰত প্ৰগতি আৰু স্বাধীনতা লাভ কৰিলেহে আমাৰ বহুকষ্টোপাৰ্জ্জিত ৰাজনৈতিক স্বাধীনতা সুফলদায়ক আৰু সাৰ্থক হব। আজি কেইবছৰমানৰপৰা, বিশেষকৈ কেন্দ্ৰীয় শিক্ষামন্ত্ৰী সুপণ্ডিত মৌলানা আজাদৰ প্ৰেৰণাত সাহিত্য একাডেমি, সঙ্গীত নাটক একাডেমি, ললিত কলা একাডেমি আদি সদনুষ্ঠান প্ৰতিষ্ঠিত হৈ সাহিত্য-সংস্কৃতি, সঙ্গীত-নাট্যৰ ক্ষেত্ৰত এটি নৱজাগৰণৰ সৃষ্টি কৰাটো আনন্দৰ বিষয়। কিন্তু আমাৰ ৰাজ্যিক চৰকাৰে অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিৰ মৰ্য্যাদা ৰক্ষা আৰু প্ৰতিপত্তি বঢোৱাৰ ক্ষেত্ৰত আশানুৰূপ সাহায্য আৰু উদ্‌গণি যোগাইছে বুলি কব নোৱাৰি। কেন্দ্ৰীয় চৰকাৰেও কিছুমান গুৰুতৰ বিষয়ত অসমীয়া জাতিৰ জনমত আৰু স্বাৰ্থৰ প্ৰতিকূলে কোনো কোনো ব্যৱস্থা গ্ৰহণ কৰাটোও পৰিতাপৰ বিষয়। পূৰ্ব্ব-কালৰপৰা অসমৰ লগত ঐতিহাসিক আৰু সাংস্কৃতিক ঘনিষ্ঠ সম্বন্ধ থকা মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ কৰ্ম্মক্ষেত্ৰ, অসম-গৌৰৱ নৰনাৰায়ণ চিলাৰায়ৰ ৰাজ্য কোচবিহাৰ অসমৰ বুকৰপৰা আজুৰি নি পশ্চিমবঙ্গত সাঙুৰি দিলে। নেফাক কেন্দ্ৰীয় প্ৰশাসনৰ তলতীয়া কৰি সুকীয়া ৰাজ্য পাতিয়েই নেৰিলে, জনজাতীয়সকলৰ লগত বেহা-বেপাৰ, ভাৱৰ আদান-প্ৰদান আৰু সৌহাৰ্দ্দ্য-সম্প্ৰীতি স্থাপন কৰাৰ ঘাই সমল অসমীয়া ভাষা নিৰ্ব্বাসিত কৰি তাৰ সলনি শিক্ষাৰ মাধ্যমস্বৰূপে হিন্দী ভাষাক অধিষ্ঠিত কৰিলে। মহাভাৰতৰ উলুপী, হিড়িম্বা, ভালিমী, জিমুৰ লীলাভূমি নগা পাহাড়কো ডিমাপুৰে সৈতে ফালি নি টুৱেনচাঙ সমন্বিতে সুকীয়া কেন্দ্ৰীয় প্ৰশাসনৰ ক্ষেত্ৰ কৰি অসমীয়া জাতিৰ লগত সাহিত্যিক আৰু সাংস্কৃতিক মিলনৰ পথত হেঙাৰ বান্ধিলে।

স্মৰণাতীত কালৰপৰা উত্তৰ-পূব সীমান্তৰ অসমৰ খিলঞ্জীয়া অধিবাসী জনজাতীয় লোক-সকলৰ লগত অসম উপত্যকাৰ অধিবাসীসকল মিলা-প্ৰীতিৰ ডোলেৰে বান্ধ খাই আছে আৰু অসমীয়া ভাষাই ব্যৱসায় বাণিজ্য আদি সকলো বিষয়তে আদান-প্ৰদানৰ উমৈহতীয়া ভাষাস্বৰূপে ব্যৱহৃত আৰু সমাদৃত হৈছে। অসমীয়া ভাষাৰ অভিধান চালেই বুজিব পাৰি যে ভালেমান জনজাতীয় শব্দ আৰু বৰ্ণবিন্যাসৰ ঠাচ অসমীয়া ভাষাত সোমাই তাক চহকী আৰু শক্তিশালী কৰিছে। কহিমাত বহা 'নগা কনভেনছন'তো অসমীয়া ভাষাৰ জৰিয়তেহে সকলো আলোচনা চলিছিল। বুৰঞ্জীয়েও বিতিয়াই কয়, তাহানিৰ অসমৰ স্বাধীনতা-সংগ্ৰামত জনজাতিসকলেও বহুমূলীয়া বৰঙণি শোধাইছিল। শ্বহীদ পিয়লি-ফুকনৰ বিদ্ৰোহী সৈন্য-সামন্তৰ মাজত অলেখ চিংফৌ, খামতি, নগা থকাৰ দৃষ্টান্ত জিলিকি আছে। শৰাইঘাটৰ বীৰ লাচিত বৰফুকনৰ বিজয়ী সৈন্যবাহিনীতো ভালেমান জনজাতীয় সেনা থকাটো প্ৰমাণিত হৈছে। পৰ্ব্বত-ভৈয়াম সম্প্ৰীতি

চৰকাৰ আৰু বিশ্ববিদ্যালয়ৰ কৰ্ত্তব্য

স্থাপন কৰাৰ নীতিৰ জয়ঢোল কোবাই প্ৰচাৰ কৰি প্ৰশাসনৰ সুবিধাৰ চেলু লৈ এই পৰ্ব্বতীয়া আৰু জনজাতীয় লোকসকলৰ লগত অসমবাসীৰ সম্বন্ধ বিচ্ছিন্ন কৰাৰ ব্যৱস্থা কৰাৰ কোনো যুক্তিসঙ্গত কাৰণ থাকিব নোৱাৰে। যদিও ভাৰতীয় সংবিধানতে নেফাক কালক্ৰমত অসমৰ লগত সামৰণৰ ব্যৱস্থা আছে, বৰ্ত্তমান সময়ত (সম্ভৱতঃ কুচক্ৰী লোকৰ দিহা-পৰামৰ্শত) তাত যেনেকৈ অনা-অসমীয়া কৰ্ম্মচাৰীৰ নিয়োগ, অসমীয়াৰ ঠাইত হিন্দী প্ৰচলনৰ অভিযান চলিছে আৰু অসমীয়া মানুহ আৰু ধৰ্ম্মপ্ৰচাৰক তালৈ যোৱাত প্ৰতিবন্ধক হৈছে তাৰপৰা অসমীয়া জাতিৰ মাজত গভীৰ উদ্বেগ আৰু তীব্ৰ অসন্তুষ্টিৰ সৃষ্টি হোৱা নিতান্ত স্বাভাৱিক। হিন্দী ভাৰতৰ ৰাষ্ট্ৰভাষা ৰূপে পৰিগণিত হৈছে, হওক। ৰাষ্ট্ৰভাষাৰ প্ৰচাৰ আৰু আদৰ বঢ়োৱাৰ প্ৰচেষ্টাত আমি কোনো বাধা জন্মাব বা আসোঁৱাহ উলিয়াব নোখোজোঁ। অৱশ্যে হিন্দী ভাৰতৰ চৰকাৰী ভাষাৰূপে পৰিগণিত হোৱাৰ বিষয়ে প্ৰবল মতভেদ আৰু মনোমালিন্যৰ সৃষ্টি হৈছে, সকলো ফালৰপৰা বিবেচনা কৰি কৰলৈ হলে হিন্দী বা সংবিধানে গণ্য-কৰা অন্য কোনো ৰাজ্যিক ভাষা যথেষ্ট উপযোগী আৰু সমৃদ্ধিশালী নোহোৱালৈকে আন্তৰ্জ্জাতিক ভাষা ইংৰাজীয়েই ভাৰতৰ অফিছিয়েল বা সাজ্যিক ভাষাস্বৰূপে প্ৰচলিত হৈ থকা আৰু অসম ৰাজ্যত অসমীয়া ভাষাই অফিছিয়েল বা সাজ্যিক ভাষাৰূপে ব্যৱহৃত হোৱাটোৱেই সমীচীন হব। কিন্তু সংবিধানত স্বীকৃত ১৪টা ৰাজ্যিক ভাষাৰ ভিতৰত অসমীয়াও এটা। হিন্দী ৰাষ্ট্ৰভাষাৰ প্ৰচাৰ আৰু প্ৰসাৰ বঢ়াবলৈ গৈ ভিন ভিন ৰাজ্যৰ ৰাজ্যিক বা আঞ্চলিক ভাষাৰ ক্ৰমোন্নতি আৰু ক্ৰমবিকাশত বাধা জন্মাব নালাগে বুলি প্ৰধান মন্ত্ৰী নেহেৰু প্ৰমুখ্যে দেশৰ নেতাসকলে দঢ়াই দঢ়াই কৈ আছে দেখোন। পিছে অপ্ৰিয় হলেও সত্য কথা দুঃখেৰে নজনাই নোৱাৰোঁ যে বৰ্ত্তমান ভাৰতত, বিশেষকৈ অসমত, ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কাৰণে যিমান যত্ন কৰা আৰু ব্যৱস্থা লোৱা হৈছে সেই অনুপাতে ৰাজ্যিক ভাষা অসমীয়াৰ প্ৰচাৰ আৰু বিস্তাৰৰ কাৰণে যত্ন কৰা আৰু ব্যৱস্থা লোৱা এতিয়ালৈকে হোৱা নাই যেন লাগে। অসমৰ ৰাষ্ট্ৰভাষা প্ৰচাৰ বিদ্যালয়বিলাকতো হিন্দীৰ লগতে অসমীয়া ভাষা বাধ্যতামূলক কৰাটো সমীচীন হৈছে আৰু লগতে অসমীয়াতো পৰীক্ষা লোৱাৰ নিয়ম বান্ধিলে দুয়োটা ভাষা ভালকৈ আয়ত্ত কৰাৰ সুযোগ দিয়া হব বুলি বিবেচনা কৰোঁ।

দূৰদৰ্শী শ্ৰীমন্ত শঙ্কৰদেৱেও ৫০০ বছৰৰ পূৰ্ব্বেই ভাৰতত ৰাষ্ট্ৰভাষা গ্ৰহণ কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিছিল। সেইদেখিয়ে বোধকৰো তেওঁৰ বৰগীত আৰু অঙ্কীয়া নাটবোৰত নিভাজ অসমীয়া ভাষা প্ৰয়োগ নকৰি পূৰ্ব্ব হিন্দী বা মৈথিলী মিশ্ৰিত 'ব্ৰজবুলি' নামৰ এটি কৃত্ৰিম উপভাষা প্ৰয়োগ কৰিছিল। তাৰদ্বাৰা ৰচনাবোৰৰ গাম্ভীৰ্য্যও বাঢ়িল আৰু সকলো ভাৰতবাসীয়ে বুজি পাবৰ কাৰণে সুচল হ'ল। কিন্তু এইটো মন কৰিব লগীয়া যে যদিও ওপৰোক্ত ৰচনাবোৰৰ প্ৰকাশৰ মধ্যমটো 'ব্ৰজবুলি', তাৰ অন্তঃসাৰটি (Spirit) সম্পূৰ্ণ অসমীয়া। সেইহে সেই ৰচনাৰাজি ইমান জনপ্ৰিয় আৰু প্ৰাণস্পৰ্শী।

আমি খোলোচাকৈ কব লাগিব যে আমি হিন্দী বা বঙ্গলা বা ইংৰাজী বা যেই কোনো ভাষা যে কম ভাল পাওঁ এনে নহয়, কিন্তু আমাৰ চেনেহী মাতৃভাষা অসমীয়াক বেছি ভাল

পাওঁ। ( Not because we love Hindi, Bengali, English or for the matter of that, any other language less, but because we love our mother tongue Assamese more. ) এয়ে হব লাগিব আমাৰ মূলমন্ত্র আৰু এয়ে হব লাগিব আমাৰ মূলনীতি।।

এই প্রসঙ্গত নিৰপেক্ষ পাশ্চাত্য মনীষীৰ অভিমত শুনক।

ডক্টৰ হটনে 'ছেমা নগা' পুথিত লিখিছে "Indeed the Assamese language as used in the Naga Hills is peculiarly well adapted for the reproduction of Naga idioms and as a vehicle of interpretation, it makes a far better lingua franca for the hills than Hindusthani or English would, the substitution of which for Assamese has been occasionally suggested" ডব্লিউ, ছি, স্মিথ, জে, পি, মিল্‌ছ, ভন হেইমেনদর্ফ আদি মনীষীসকলেও নেফা আৰু অন্যান্য জন-জাতীয় অঞ্চলত অসমীয়া ভাষাৰ আদৰ আৰু প্রচলনৰ বিষয়ে এনেকুৱা অভিমত প্রকাশ কৰি গৈছে। নেফাৰ জন-জাতীয় ছাত্রসকলৰ তৰফৰপৰাও অসমৰ ৰাজ্যপালক শোধোৱা স্মাৰক-পত্রত "We beg to impress upon you that the medium of instruction in the schools of the NEFA areas be Assamese as was the case formerly and the dialect be written in Assamese script Rastrabhasa should be introduced from Class IV in the M E Schools. We, therefore, demand that the orders for imparting education through the medium of Hindi be abrogated" বুলি ভাঠি কৈছে। আদি মিছিং ছাত্রসঙ্ঘৰ ৫ম অধিবেশনত (৮।১০।৫৩) গৃহীত প্রস্তাৱ, জনদিয়েক নগা আৰু জনজাতীয় ডেকাই অসম সাহিত্য সভাৰ বৰ্ত্তমান সম্পাদক শ্ৰীপৰাগ চলিহালৈ দিয়া চিঠিও অসমীয়া ভাষাৰ প্রতি তেওঁলোকৰ আদৰৰ জ্বলন্ত প্রমাণ।

সুসাহিত্যিক ন্যায়াধীশ হলিৰাম ডেকাই 'A Trip to Bomdila' শিতানত 'অসম ট্রিবিউন'ত লিখা জ্ঞানগর্ভ প্রবন্ধত মোম্পা, ছাৰডুপাং, খোৱা আৰু অকা আদি জনজাতীয় লোকসকলৰ সম্পৰ্কে এই বুলি নিৰ্ভীক আৰু নিভুৰ্ল মন্তব্য প্রকাশ কৰিছে—"It shall be easier for them to realise the oneness with the plains through the Assamese which is essential for taking them out of their exclusiveness with a view to merging into a bigger nation"

আৰু এটা আচৰিত কথা যে যদিও অসমীয়া ভাষা ভাৰতীয় ১৪টা ৰাজ্যিক ভাষাৰ অন্যতম ভাষাস্বৰূপে সংবিধানত থাটাংকৈ ধৰা হৈছে, যদিও অসম ৰাজ্যত অসমীয়া ভাষা-ভাষীৰ বিপুল সংখ্যাধিক্য ছেন্সছে সুন্দৰকৈ প্রমাণ কৰিছে, যদিও অসম সাহিত্য সভাৰ নিচিনা সকলো দলৰ সকলো সম্প্রদায়ৰ বৃহৎ জাতীয় অনুষ্ঠানে আৰু অসমৰ সকলো ঠাইতে পতা ৰাজহুৱা সভা-সমিতিয়ে দৃঢ় দাবী বহুবাৰ উত্থাপিত কৰিছে, আজিলৈকে অসমীয়া ৰাজ্যিক ভাষা বুলি ঘোষণা কৰা নোহোৱাত সমস্যা আৰু জটিল হৈ উঠিছে। অথচ উৰিষ্যাৰ নিচিনা

অসমতকৈও কোনো কোনো ক্ষেত্ৰত পিছ পৰা ৰাজ্যতো উৰিয়া ৰাজ্যিক ভাষা বুলি কাহানিবাই পৰিগণিত হ'ল। পশ্চিমবঙ্গৰ বিধান সভায়ো বঙলা ভাষা ৰাজ্যিক ভাষা স্বীকৃত কৰাৰ ব্যৱস্থা হাতত লৈছে। যি যুক্তিৰ বলত ভাৰতৰ ভিতৰত অলেখ ভাষা-ভাষী লোক থকা সত্বেও ভাৰতবাসীৰ মাজত ঐক্য প্ৰতিষ্ঠা আৰু ভাবচিন্তাৰ আৰু বিবিধ কাৰ্য্য-কলাপৰ আদান-প্ৰদানৰ সুচলৰ অৰ্থে হিন্দী ৰাষ্ট্ৰভাষাস্বৰূপে পৰিগণিত হ'ল, সেই একে যুক্তিৰ বলতে অসম ৰাজ্যত ভিন ভিন ভাষা, উপভাষা, দোৱান-ভাষী অধিবাসীৰ বসতি হলেও তেওঁলোকৰ মাজত ভাবৰ আদান-প্ৰদান আৰু বেহা-বেপাৰ আদি বিবিধ কাৰ্য্যকলাপৰ সুচলৰ নিমিত্তে অসমীয়া ৰাজ্যিক ভাষা হিচাপে কাহানিবাই ঘোষণা কৰা উচিত আছিল বুলি পুনৰুক্তি হলেও কবই লাগিব। এই সম্পৰ্কে অসমৰ ৰাইজৰ ফালৰো যে অলপ ত্ৰুটি বা শিথিলতা প্ৰকাশ পাইছে এই কথা অস্বীকাৰ কৰিব নোৱাৰি। কোনো আন্দোলন ধানখেৰৰ জুইৰ দৰে দপ্‌দপ্‌ কৰি জ্বলি খন্তেকতে নুমাই গলে কি হব?

অসমত তেল শোধনাগাৰ স্থাপনৰ দৃঢ় দাবী কৰোঁতে যেনেকৈ অসমবাসী অসমীয়া, অনা-অসমীয়া, পৰ্ব্বতীয়া, ভৈয়মীয়া, চৰকাৰী, বে-চৰকাৰী, পুৰুষ-মহিলা সকলো সঙ্ঘবদ্ধ হৈ বিৰাট জাগৰণৰ সৃষ্টি কৰি থলকনি লগাইছিল আৰু তাৰেই ফলত প্ৰবল জনমতৰ প্ৰভাৱ উপলব্ধি কৰি কেন্দ্ৰীয় চৰকাৰে অসমতো তেল শোধনাগাৰ স্থাপন কৰাৰ সিদ্ধান্তত উপনীত হলগৈ, সেইদৰে আমাৰ মাতৃভূমি আৰু মাতৃভাষাৰ গৌৰৱ-মৰ্য্যাদা ৰক্ষাৰ অৰ্থে জাতিৰ সৰ্ব্বাঙ্গীন উন্নতি আৰু মঙ্গলৰ নিমিত্তে সকলোৱে একতাৰ ডোলেৰে বান্ধখাই আশাশুধীয়া আৰু নেৰানেপেৰাভাৱে সমূহীয়া চেষ্টা চলালে জাতিৰ ন্যায্য প্ৰাপ্যৰ দাবী এদিন নহয় এদিন পূৰণ নোহোৱাকৈ নাথাকে। অসমত বৃহৎ আৰু ক্ষুদ্ৰ শিল্প, কুটীৰ শিল্প প্ৰতিষ্ঠিত হলেহে সামাজিক জীৱন বৈচিত্ৰ্যময় হৈ সাহিত্যৰ অলেখ সমল যোগাব।

টাই-ভাষা, টাই-সংস্কৃতি, বড়ো-ভাষা, বড়ো-সংস্কৃতি আৰু জনজাতীয় ভাষা-দোৱান কৃষ্টি আদিৰ গৱেষণা, অনুসন্ধান আৰু পুনৰুদ্ভাৱনৰ কাৰণে প্ৰবল আন্দোলন চলিছে। সেই আন্দোলনত আমাৰ সম্পূৰ্ণ সহানুভূতি আছে। জনজাতীয় সাহিত্য, কৃষ্টি আদিত যি বহুমূলীয়া সমল বা সজুলি পোৱা যায় সি সদৌ অসমীয়া জাতিৰ উমৈহতীয়া সাহিত্য আৰু সংস্কৃতিৰ ভঁৰাললৈ লেখত লবলগীয়া বৰঙণি যোগাব। কিন্তু অনৈক্য বা ভেদাভেদৰ সৃষ্টি নকৰি নাইবা থানবান, চেদেলি-ভেদেলি কৰা মনোবৃত্তি পোষণ নকৰি সকলোৱে সদৌ অসমীয়া জাতিৰ মহৎ স্বাৰ্থৰ হকে একমাত্ৰ অসমীয়া ভাষাকে মাতৃভাষা বুলি গ্ৰহণ কৰি আৰু বিৰাট অসমীয়া সংস্কৃতিকে হেঁপাহেৰে আকোঁৱালি ধৰি তাৰ সমৃদ্ধি আৰু পৰিপুষ্টি সাধনৰ অৰ্থে যত্ন কৰিলেহে দেশৰ আৰু জাতিৰ মঙ্গল।

অসমীয়া পুথি প্ৰকাশ, অসমীয়া ভাষা আৰু সাহিত্যৰ বহুল প্ৰচাৰ, গৱেষণা আৰু অনুসন্ধান কাৰ্য্য আদিৰ সুচলৰ অৰ্থে অসম সাহিত্য সভালৈ অসম ৰাজ্যিক চৰকাৰৰ অনুদান যথেষ্ট পৰিমাণে বৃদ্ধি কৰাৰ নিতান্ত প্ৰয়োজন হৈছে। অসমৰ নতুন মুখ্য-মন্ত্ৰী চাওঁৰীয়াই

অলপতে শাসননীতি ব্যাখ্যা কৰোঁতে তৃতীয়া সাহিত্যিকসকলৈ চৰকাৰৰ তৰফৰপৰা আৰ্থিক সাহায্য আগবঢ়োৱাৰ আশ্বাস দিয়া বাবে সদৌ অসমবাসী কৃতজ্ঞ। লক্ষ্মী-সৰস্বতী বিবাদ বুলি যি কৌটিকলীয়া ধাৰণা আছে চৰকাৰ আৰু বিশ্ববিদ্যালয়ে তাৰ আপোচ মীমাংসা কৰা উচিত বুলি ভাবোঁ। অসম সাহিত্য সভা আৰু বিশ্ববিদ্যালয়ৰ লগত পৰামৰ্শ আৰু সহযোগিতা কৰি অসমীয়া বিশ্বকোষ ( Encyclopoedia ) এখন প্ৰকাশ কৰাৰ আৰু শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ আদিৰ প্ৰধান প্ৰধান গ্ৰন্থবোৰ হিন্দী আৰু ইংৰাজী ভাষালৈ অনুবাদ আৰু বিশ্বসাহিত্যৰ শ্ৰেষ্ঠ গ্ৰন্থসমূহৰ অসমীয়া ভাঙনি চিনাকি সহ প্ৰকাশ কৰাৰ সুব্যৱস্থাও অসম চৰকাৰে কৰিব বুলি আশা কৰোঁ। পশ্চিমবঙ্গ আৰু মাদ্ৰাজত দিয়াৰ দৰে ৰাজ্যিক চৰকাৰে অসমীয়া সাহিত্যৰ অৰ্থে যথোচিত পুৰস্কাৰ বা 'এৱাৰ্ড' দিয়াৰ দিহা কৰাটোও বাঞ্ছনীয়। বৰ্ত্তমান সাহিত্যিক পেন্সন বুলি যি দিয়া হয় সি বুজন ধৰণৰ হলেহে তাৰ মূল্য আৰু গাম্ভীৰ্য্য বাঢ়িব। শিশু-সাহিত্যৰ পুথিবোৰ কণ কণ ল'ৰা-ছোৱালীৰ কাৰণে চকুত-লগা আৰু চিত্তাকৰ্ষক হোৱাকৈ লিখি প্ৰকাশ কৰিবৰ কাৰণে চৰকাৰে অৰ্থসাহায্যৰ ব্যৱস্থা কৰাৰ দৰকাৰ। অসমৰ প্ৰাচীন স্মৃতি আৰু ঐতিহাসিক ভগ্নাৱশেষৰ সংৰক্ষণ আৰু ঐতিহাসিক স্থান আদিৰ খনন কাৰ্য্যৰ কাৰণে সুকীয়া 'আৰকিয়লজিকেল বিভাগ' স্থাপন, পুৰণি পুথি সংগ্ৰহৰ কাৰণে বিশেষ বিষয়া নিয়োগ, কাছাৰ জিলাৰ কোনো কোনো ঠাইত অসমীয়া বিদ্যালয় স্থাপন আৰু অনুদান আদি আৱশ্যকীয় বিষয়বিলাকেও নতুন মুখ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰীৰ মনোযোগ আকৰ্ষণ কৰিব বুলি আশা কৰোঁ।

কিন্তু সেইবুলি সকলো ক্ষেত্ৰতে অকল চৰকাৰৰ ওপৰত ভৰসা বা নিৰ্ভৰ কৰিলে নহব। বাইজৰ সক্ৰিয় সহযোগিতা আৰু বৰঙণিৰ অবিহনে চৰকাৰেই সকলো কৰিব বুলি হাত সাবটি বহি থাকিলে নচলিব। অসমীয়া আঢ্যৱন্ত সম্প্ৰদায়ৰ মাজৰপৰা আকৌ ৰাধাকান্ত সন্দিকৈৰ নিচিনা দানবীৰ নোলাব নে?

গুৱাহাটী বিশ্ববিদ্যালয়ে এম এ পৰীক্ষাৰ বুৰঞ্জীবিষয়ত অসমৰ বুৰঞ্জী অন্তৰ্ভুক্ত কৰাটো অতি সমীচীন হৈছে। ডক্টৰ ভূঞাই এম এ পৰীক্ষাৰ পাঠ্যক্ৰমত 'Culture and Civilisation of Assam' বিষয়টি প্ৰৱৰ্ত্তন কৰাৰ যি সুন্দৰ পৰিকল্পনা যুগুত কৰিছে সিও ফলৱতী হোৱাটোকে আমি সৰ্ব্বান্তঃকৰণে বাঞ্ছা কৰোঁ। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ যাই উদ্দেশ্যৰ সৈতে ই ৰজিতা খাই পৰিব আৰু দেশী বিদেশী সকলোৰে অসম আৰু অসমীয়াক সম্যকৰূপে জনাত বহুত সহায়তা কৰিব বুলি আমাৰ দৃঢ় বিশ্বাস।

অসমৰ জনসাহিত্য সংগ্ৰহ আৰু সঙ্কলনৰ কাৰ্য্যত বিশ্ববিদ্যালয়ে হাতত লোৱা আৰু ইতিমধ্যে এখনি পুথি প্ৰকাশ কৰা দেখি সন্তোষ পাইছোঁ। কিন্তু এনেধৰণৰ পুথি সম্পাদনাত এতিয়াতকৈ অধিক গৱেষণা আৰু সূক্ষ্ম সমালোচনাৰ পৰিচয় পাবলৈ আশা কৰোঁ। অসমৰ মহাপুৰুষ আৰু প্ৰধান সাহিত্যিকসকলৰ নামত একো বিষয়ত একোখনি 'চেয়াৰ'ৰ ব্যৱস্থা কৰি বক্তৃতা আৰু গৱেষণাৰ ক্ষেত্ৰ বহল কৰাটোও বাঞ্ছনীয়। বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ

পৰীক্ষাৰ প্ৰশ্ন-কাকত বিলাকত বেমেজালি, বৰ্ণাশুদ্ধি কৰাটো পৰিতাপৰ বিষয়। মুক্ত ছন্দৰ টেক্‌নিক গ্ৰহণ কৰাটো সমৰ্থনযোগ্য হলেও মুক্ত ব্যাকৰণ বা মুক্ত বানানৰ টেক্‌নিক লবলৈ গলে সাহিত্য ক্ষেত্ৰত ভীষণ অৰাজকতাৰ সৃষ্টি হব। আমি প্ৰচলিত ব্যাকৰণ আৰু অভিধান মানি নচলিলে মাতৃভাষাৰ মৰ্য্যাদা আৰু পবিত্ৰতা ( Chastity ) ৰক্ষা কৰা সম্ভৱপৰ নহব। দুখৰ বিষয়, বিশ্ববিদ্যালয়ৰ প্ৰশ্ন-কাকতৰ বাহিৰেও বাতৰি-কাকত আৰু আলোচনীবোৰতো আৰু বিদ্যালয়বিলাকৰ শিক্ষক-শিক্ষয়িত্ৰীবিলাকৰ চিঠি-পত্ৰ, দৰ্খাষ্ট আদিতো অসমীয় বানান আৰু ব্যাকৰণ 'হত্যা' কৰাৰ বহুত দৃষ্টান্ত পোৱা যায়। প্ৰচলিত অভিধানবিলাকত অৰ্থৰ বেমেজালি আৰু ভালেমান অসমীয়া শব্দৰ নাটনি দেখা যায়। গতিকে অনতিপলমে 'চন্দ্ৰকান্ত অভিধান'ৰ সংশোধিত আৰু পৰিবৰ্দ্ধিত সংস্কৰণ প্ৰকাশৰ কাম হাতত লোৱাৰ আৱশ্যক হৈছে। বৰ্ত্তমান সময়োপযোগী সুবৃহৎ অসমীয়া ব্যাকৰণ আৰু খণ্ডবাক্যকোষ প্ৰকাশৰ অৰ্থেও অসম সাহিত্য সভাৰ লগত অসম চৰকাৰ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষই সহায় সহযোগিতা আগবঢ়াবলৈ সনিৰ্ব্বন্ধ অনুৰোধ জনাওঁ।

অসমদেশ যেনিবা "ধৰাৰ মাজত এখনি গুৱনি ধৰা"। প্ৰাকৃতিক সৌন্দৰ্য্য, প্ৰাকৃতিক সম্পদত, গৌৰৱময় সাংস্কৃতিক ঐতিহ্যত অসম চহকী। প্ৰাগ্-ঐতিহাসিক যুগতে অষ্ট্ৰিক, নিগ্ৰোইড্ আদি জাতি এই দেশত বসতি কৰিছিল বুলি বুৰঞ্জীয়ে কয়। তাৰ পিছত কালক্ৰমত আৰ্য্য, দ্ৰাবিড়ী, মঙ্গোলীয়, ইণ্ডো-চীন প্ৰভৃতি গোষ্ঠীৰ লোকৰ আগমন। উত্তৰ ভাৰতৰপৰাও ভালেমান লোক অসমলৈ আহিল। মুছলমানসকলো অসমৰ অধিবাসী হ'ল। বৃটিছৰ আমোলৰ লগে লগে বঙ্গদেশৰপৰাও ভালেমান লোক আহি থিতাপি ললে। পঞ্জাবী, হিন্দুস্থানী আদি লোক অসমত সোমালহি। মাৰোৱাৰীসকলে ব্যৱসায় বাণিজ্য চলাবলৈ অসমত আহি বহুতে ঘৰবাৰী কৰিলে। চাহবাগিচাবোৰ খোলাৰ লগে লগে বিহাৰ, মাদ্ৰাজ, উৰিষ্যা আদি নানান ঠাইৰপৰা হাজাৰ হাজাৰ মজদুৰ বনুৱাৰ আমদানী হ'ল।

এই সকলোকে সামৰি আজি অসমীয়া জাতি গঠিত হৈছে। যি সকলে নিজৰ জন্মভূমি এৰি অসমতে থিতাপি লৈছেহি তেওঁলোকৰ সকলোকে অসমীয়া বুলিয়েই আমি আকোঁৱালি লৈছোঁ। অসম-মাতৃৰ বুকুত সকলো ভিন ভিন জাতিৰ লোকক হেঁপাহেৰে ঠাই দিছে। গতিকে আমি সকলোৱে এক পৰিয়ালৰ সন্তান। জনদিয়েক মাৰোৱাৰী ব্যৱসায়ী বন্ধুৱে অসমৰ ভিন ভিন ঠাইত উচ্চ-শিক্ষাবিস্তাৰৰ অৰ্থে বহুমূলীয়া দান দিয়া বাবে তেওঁলোকৰ ওচৰত অসমীয়া জাতি চিৰঋণী। সেইদৰে ধনী সম্প্ৰদায়ৰ তৰপৰপৰা অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ হকেও অকাতৰে আৰ্থিক সাহায্য আগবঢ়াব বুলি ভৰষা ৰাখিবৰ যথেষ্ট কাৰণ আছে। বঙ্গালী ভাই-সকলকো আমি জনাওঁ যে তেওঁলোকৰ প্ৰতি আমাৰ কোনো বিদ্বেষ বা অসূয়াৰ ভাব নাই। বঙ্গদেশ আমাৰ নিচেই ওচৰচুবুৰীয়া দেশ। বঙ্গদেশৰ লগত অতীজৰপৰা আমাৰ ঘনিষ্ঠ সম্বন্ধ—শিক্ষা, সাহিত্য, সংস্কৃতি, ব্যৱসায়-বাণিজ্য সকলো ক্ষেত্ৰতে। যাৰ মাতৃভাষা বঙ্গলা বা হিন্দী বা ইংৰাজী, তেওঁলোকক আমি জোৰকৈ অসমীয়া মাতৃভাষা বুলি কোৱাব নোৱাৰোঁ। এইটো

ঠিক যে ভাৰতৰ ভিন ভিন প্ৰদেশৰ ভাষা, সাহিত্য, সংস্কৃতিৰ আদান-প্ৰদান চলিলেহে মিলাপ্ৰীতি আৰু ঐক্যৰ ভেঁটি শকত হৈ উঠিব। অসমীয়া, বঙলা, হিন্দী, উৰিয়া, মাৰাঠী আদি ভিন ভিন সাহিত্যৰ উন্নতি সাধি সদৌ ভাৰতীয় সাহিত্য আৰু সংস্কৃতিৰ পৰিপুষ্টিৰ অৰ্থে বৰঙণি শোধালেহে দেশৰ মঙ্গল। ৺বেজবৰুৱা ঢুকুৱাৰ পিছত বিশ্বকবি ৰবীন্দ্ৰনাথে শ্ৰীমান কমলেশ্বৰ চলিহালৈ দিয়া ৩০।৮।৩৮ তাৰিখৰ পত্ৰৰ এই কথাখিনি প্ৰণিধানযোগ্য :—"ভাৰতবৰ্ষেৰ প্ৰত্যেক প্ৰদেশে তাহাৰ আপন ভাষাৰ পূৰ্ণ ঐশ্বৰ্য্য উদ্ভাবিত হৈলে তবেই পৰস্পৰেৰ মধ্যে নিজেৰ শ্ৰেষ্ঠ অৰ্ঘ্যেৰ দান প্ৰতিদান সাৰ্থক হইতে পাৰিবে এবং সেই উপলক্ষেই শ্ৰদ্ধা সমন্বিত ঐক্যেৰ সেতু প্ৰতিষ্ঠিত হইবে।"

অসমৰ প্ৰধান শিল্প হৈছে চাহ-শিল্প। এই তিনিচুকীয়াৰ ওচৰতে তেলৰ খনি, কয়লাৰ খনি আদি ভিন ভিন ব্যৱসায়ৰ কেন্দ্ৰ। এইবোৰৰ উন্নতি আৰু পৰিসৰ বৃদ্ধিত বিহাৰ, উৰিষ্যা, মাদ্ৰাজ আদি ঠাইৰপৰা অহা বনুৱা মজদুৰসকলে বহুমূলীয়া বৰঙণি শোধাইছে। এই বনুৱা মজদুৰসকলো অসমীয়া জাতিৰ অঙ্গীভূত হৈ পৰিছে। তেওঁলোকৰ বহুতে 'আদিবাসী' হলেও তেওঁলোকক আজি আমি, অসমবাসী অসমীয়া বুলি ধৰি ভাই-ককাই বুলি সাৱটি লব লাগিব। বনুৱা আৰু ব্যৱসায়ীসকলৰ ভালেমানে অসমতে ঘৰবাৰী কৰি থিতাপি লৈছে, অসমৰ বতাহ পানী খাই, অসমী আইৰ কোলাতে লালিত-পালিত হৈছে। তেওঁলোক আমাৰ বুকৰ বাৰ্দ্ধে। তেওঁলোকৰ মুখত অসমৰ সুৰদী সুৰীয়া অসমীয়া মাত শুনিলে আমাৰ হিয়া পমি যায়। তেওঁলোকৰ গাঁও বা বস্তিবোৰত পঢ়াশালিৰ বাহিৰেও নামঘৰ, মছজিদ বা গীৰ্জ্জা ঘৰ আদি পাতি সেইবিলাকৰ জৰিয়তে অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ অনুশীলন কৰাৰ ব্যৱস্থা কৰাটো নিতান্ত লাগতিয়াল বুলি বিবেচনা কৰোঁ।

অসম সাহিত্য সভা

অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ এটি বৈঠক অলপতে শিলচৰত বহাটো অতি শোভনীয় হৈছে। ই অসমীয়া সাহিত্যৰ বুৰঞ্জীত এটি নতুন অধ্যায়ৰ সূচনা কৰিছে আৰু এই অধিবেশন সাফল্য-মণ্ডিত কৰা বাবে শিলচৰ শাখাৰ সভ্যসকল আৰু অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহক সভাৰ সদস্যসকল সদৌ অসমীয়া জাতিৰে শলাগৰ পাত্ৰ। সেই উপলক্ষে পতা এখন প্ৰীতি-মেলত যোগ দিয়া গণ্যমাণ্য বঙ্গালী ভদ্ৰলোকসকলেও অসমীয়া ভাষাৰ প্ৰতি শ্ৰদ্ধাৰ ভাব প্ৰকাশ কৰাটো সন্তোষৰ কথা। ব্ৰহ্মপুত্ৰ আৰু সুৰমা দুয়োখন নদীৰ প্ৰবাহত মিলনৰ সেতু সুপ্ৰতিষ্ঠিত হোৱাৰ সম্ভাৱনা দেখি আমাৰ হিয়া নাচি উঠিছে। তাহানিথন ৺শৰৎচন্দ্ৰ গোস্বামীদেৱেই পোনপ্ৰথমতে এই সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ ইয়াক ভালকৈ সংগঠিত কৰে। দানবীৰ স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈৰ মহৎ দানে এই অনুস্থানখনি সুপ্ৰতিষ্ঠিত কৰাত বিস্তৰ সহায়তা কৰে। গোস্বামীদেৱৰ পিছত যি সকল দেশহিতৈষী লোকে তাৰ কাৰ্য্য পৰিচালনা কৰিলে তেওঁলোকও শলাগৰ পাত্ৰ। অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাই কাৰ্য্যভাৰ লৰৰপৰা সভাত নতুন প্ৰাণৰ সঞ্চাৰ হৈছে। তেওঁৰ পৰৱৰ্ত্তী শ্ৰীমান পৰাগ চলিহা আৰু কাৰ্য্যনিৰ্ব্বাহক সভাৰ জনদিয়েক সভ্যই অসমৰ ন্যায্য দাবী আৰু

প্ৰধান অভিযোগবিলাক সংশ্লিষ্ট কৰ্তৃপক্ষক, ভাৰতৰ নেতাসকলক আৰু বহিৰ্জগতক জনাবলৈ আৰু শিলচৰৰ তাৰাপুৰ, জাপিৰবন্দ, উদৰবন্দ আদি ঠাইত অসমীয়া ভাষা-ভাষীসকলৰ অভাৱ পূৰণৰ আৰু লগে লগে কাছাৰবাসী বঙ্গভাষা-ভাষীসকলৰ লগত সৌহাৰ্দ্দ্য স্থাপন কৰাৰ প্ৰচেষ্টা চলোৱাটোও প্ৰশংসনীয়।

অসম সাহিত্য সভাৰ শাখা-সভা আৰু স্বীকৃত সভাৰ সংখ্যা বঢ়া আৰু শিলচৰ কৰিমগঞ্জ আদি ঠাইলৈকো ইয়াৰ কৰ্ম্মক্ষেত্ৰ বিয়পি পৰাটো নিশ্চয় শুভলক্ষণ। শাখা আৰু স্বীকৃত সভাবিলাক জীৱন্ত জাগ্ৰত শক্তিশালী অনুষ্ঠান হলেহে মূল সভাথনৰ শক্তি প্ৰভাৱ বৃদ্ধি হব। অকল মূল সভালৈ বৰঙণি আৰু প্ৰতিনিধি পঠোৱাতে ক্ষান্ত নাথাকি সভ্য সংখ্যা যিমানদূৰ সম্ভৱ বঢ়াই, মাজে-সময়ে বক্তৃতা, আলোচনা, বিতৰ্ক, প্ৰীতি-মেল, প্ৰদৰ্শনী আদিৰ আয়োজন কৰিলেহে সেই অনুষ্ঠানবিলাক জনপ্ৰিয় আৰু আকৰ্ষণীয় হব। জাতীয় চৰকাৰ আৰু সহৃদয় ৰাইজে যদি অকাতৰে আৰ্থিক আৰু নৈতিক সাহায্য আগ বঢ়ায়, এই অনুষ্ঠানৰ পুঁজি যদি যথেষ্ট টনকিয়াল হয়, তেন্তে ইয়াৰ ভৱিষ্যতে প্ৰচাৰ, সংগঠন, পৰিদৰ্শন, পুথি-প্ৰকাশ আদি যাবতীয় কাৰ্য্য সুকলমে আৰু সুচাৰুৰূপে চলিব আৰু সাহিত্য, সংস্কৃতি আদিৰ ক্ষেত্ৰত এই অসম সাহিত্য সভাৰ প্ৰভাৱ-প্ৰতিপত্তি দেশে-বিদেশে বিয়পি পৰিব। অসম সাহিত্য সভাৰ এটি সুকীয়া পুথি প্ৰকাশ আৰু প্ৰচাৰ বিভাগ আৰু নিজা ছপাকল হলে কাৰ্য্য সম্পাদনৰ আৰু সুচল হব। বেতন নাইবা অন্ততঃ বানচ দি এজন পৰিদৰ্শক (Organising Supervisor) বিষয়-ববীয়াস্বৰূপে ৰাখাৰ আৱশ্যকতালৈকো দৃষ্টি আকৰ্ষণ কৰিলোঁ।

বঙ্গদেশৰ তুলনাত অসমৰ মহিলাসকলৰ অসমীয়া সাহিত্যলৈ অৱদান নিচেই তাকৰ বুলিব লাগিব। নাৰী জাতি স্বভাৱতে ভাৱ-প্ৰৱণ। মানৱ চৰিত্ৰ অধ্যয়নৰ ক্ষমতাও তেওঁলোকৰ অসীম। সমাজৰ অভিজ্ঞতাও তেওঁলোকে যথেষ্ট আৰ্জ্জন কৰে। গতিকে আমাৰ মাতৃজাতিয়ে আমাৰ মাতৃভাষাৰ উন্নতিকল্পে বিশেষ যত্ন কৰাটো বাঞ্ছা কৰোঁ। অসমৰ মুছলমান, খৃষ্টান, বৌদ্ধ আদি সম্প্ৰদায়ৰ লোকেও যথেষ্ট বৰঙণি শোধাই সাহিত্যৰ ভঁৰাল চহকী কৰিবলৈকো গোহাৰি জনাওঁ। ব্যৱসায়ী, ডাক্তৰ, বৈজ্ঞানিক, ইঞ্জিনিয়াৰ, শিক্ষক-শিক্ষয়িত্ৰী, ধৰ্ম্মগুৰু সম্প্ৰদায়, সন্ত-মহন্ত, চৰকাৰী-বেচৰকাৰী, সকলো লোকেই অসমীয়া সাহিত্যৰ সেৱা চৰ্চ্চা কৰাটো নিজৰ কৰ্ত্তব্যৰ ভিতৰত ধৰি ললেহে তেওঁলোকৰ নিজৰ মানসিক উন্নতিৰ লগে লগে দেশৰো উন্নতি সাধন কৰা হব।

ৰাইজসকল, আপোনালোকক সকাতৰে আহ্বান কৰোঁ, আহক অসমবাসী অসমীয়া, অনা-অসমীয়া, ধনী-দুখীয়া, গাঁৱলীয়া, নগৰীয়া, মালিক-বনুৱা,—সকলোৰে সঙ্কল্প হওক—আমি প্ৰত্যেকেই

সামৰণি

নিজ নিজ শক্তি অনুসৰি অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ হকে বৰঙণি শোধাই অসম-মাতৃৰ মুখ উজ্জ্বল কৰিম। জগৎসভাত অসমক উচ্চ আসন দিয়াই আমাৰ জীৱন ধন্য কৰিম।

আজি জগতত প্ৰলয়ৰ তাণ্ডৱ নৃত্য আণবিক, হাইড্ৰোজেন বোমা, স্পুটনিক, কৃত্ৰিম চন্দ্ৰ,

আদিয়ে যেনেকৈ এফালে বিজ্ঞানৰ অপাৰ মহিমা প্ৰচাৰ কৰিছে আৰু ব্যৱহাৰিক জীৱনৰ প্ৰগতিৰ সূচনা দিছে, তেনেকৈ ডাঙৰ ডাঙৰ শক্তিৰ ভীষণ অৰিয়া-অৰিৰ প্ৰকোপত এই বিনন্দ বিলাস সৃষ্টি বিৰাট ধ্বংসস্তূপত পৰিণত হোৱাৰ সম্ভাৱনাই ঘোৰ বিভীষিকাৰ সৃষ্টি কৰিছে। কোন মুহূৰ্ত্তত ফিৰিঙতিৰপৰা খাণ্ডৱ দাহ হয়গৈ তাৰ ভায়ণ নোহোৱা হৈছে। 'এটম'ৰ শক্তিতকৈ 'আতমা'ৰ শক্তি যে অধিক, এইটো প্ৰাচ্য সাহিত্য-সংস্কৃতিৰ মৌলিক সত্য যদিও, আজি তাক জগতৰ একাংশই মানি লব নোখোজা হৈছে।

জীৱন মৰণৰ এই সন্ধিক্ষণত সাহিত্যৰ ভাবধাৰাৰ মাজেদি শান্তি, ঐক্য, বিশ্বপ্ৰেমৰ আমোঘ মন্ত্ৰ উদাত্ত স্বৰে উচ্চাৰিত আৰু প্ৰচাৰিত হওক। উদ্বিগ্ন নিৰানন্দময় জগতত বিমল আনন্দৰ মৌ বৰষক, আঁউসীৰ ঘোপমৰা আন্ধাৰতে জগতে নতুন পোহৰৰ সন্ধান পাওক। বিজ্ঞান, সাহিত্য, সংস্কৃতি, ভিন ভিন আদৰ্শবাদ সকলোৰে সুমধুৰ সমন্বয়ৰ আৰু শান্তিপূৰ্ণ সহ-অৱস্থিতিৰ জৰিয়তে নতুন পৃথিৱী, ধুনীয়া দুনিয়াৰ আবিৰ্ভাৱ হওক।

সদৌ শেহত, আপোনালোকক ইমান পৰ আমনি কৰা বাবে যেন নিজগুণে ক্ষমা কৰে। সৰ্ব্বনিয়ন্তা মঙ্গলময় ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনাওঁ—আমাৰ মাতৃভাষাৰ ভৱিষ্যত উজ্জ্বল কৰিবৰ কাৰণে আমাৰ ক্ষুদ্ৰ শক্তি-সামৰ্থ্য প্ৰয়োগ কৰিবলৈ আমি যেন অসীম প্ৰেৰণা আৰু অফুৰন্ত মনোবল লাভ কৰিব পাৰোঁ।

জয় হিন্দ

অজান দেশলৈ গুচি গ'ল। 'জ্ঞান-মালিনী'ৰ মালী মফিজুদ্দিন হাজৰিকা চাহাব আমাৰ মাজত নাই। তেখেতে দেখুৱাই যোৱা 'জীৱনৰ সোঁ বাট, বাওঁ বাট' পৰি ৰল। 'বিশ্বথনিকৰ'ৰ বিশ্ব-ভাওনাঘৰত লীলা-খেলা আগৰ দৰেই চলি থাকিল, কিন্তু ডিবুৰু নৈৰ দাঁতিৰ 'সেন্দুৰী আলি'টো লুইতৰ বিশাল বুকুত জাহ যোৱাৰ নিচিনাকৈ হাজৰিকা চাহাবো কাল-সাগৰত অন্তৰ্দ্ধান হ'ল। কৰ্ম্মযোগী হৰিকৃষ্ণ দাস ডাঙৰীয়ায়ো তেওঁৰ মৰমৰ শৰণীয়া আশ্ৰমৰ এচুকত শেষ সমাধি গ্ৰহণ কৰিলে। নীৰৱে সমাজ-সেৱা, দেশ-সেৱা কৰাৰ উপৰিও দাস ডাঙৰীয়াই 'আসাম বান্ধৱ' কাকতৰ যোগেদি সাহিত্য-সেৱাও কৰিছিল। লব্ধ-প্ৰতিষ্ঠ প্ৰকাশক আৰু গ্ৰন্থকাৰ নলবাৰীৰ হৰিনাৰায়ণ দত্তবৰুৱাদেৱেও অলপতে স্বৰ্গযাত্ৰা কৰিলে। তেখেত নিজৰ কীৰ্ত্তিৰে নিজেই মহান। 'কথাগুৰু-চৰিত', 'চিত্ৰ-ভাগৱত', ৰাম-সৰস্বতীৰ বিৰাট অসমীয়া মহাভাৰত আদি প্ৰকাশেই দত্তবৰুৱাৰ স্মৃতি চিৰ উজ্জ্বল কৰি ৰাখিব। ডিবুৰু নগৰীৰ আৰু দুজন সুপুত্ৰ প্ৰসন্নকুমাৰ বৰুৱা আৰু সদানন্দ দুৱৰা, এই নগাঁৱৰ বিমলাকান্ত বৰা, গুৱাহাটীৰ অন্নদাচৰণ ভট্টাচাৰ্য্য (দ্বিতীয় অসমীয়া এম-এ), ৰাধাকান্ত চৌধুৰী, কোক্ৰা-ঝাৰৰ লক্ষ্মীকান্ত ব্ৰহ্ম, দৰং কলেজৰ অধ্যক্ষ নগেন্দ্ৰ চৌধুৰী আৰু যোৰহাটৰ সঙ্গীতশিল্পী নবীনচন্দ্ৰ ফুকন প্ৰভৃতিৰ বিয়োগতো আমাৰ একোটুপি চকুলো। অসমীয়া সাহিত্যৰ অন্যতম হিতাকাঙ্ক্ষী যোৰহাটৰ শৈলেন্দ্ৰপ্ৰসাদ বৰুৱাদেৱৰ বিয়োগব্যথাও আমি সহিবলৈ টান পাইছোঁ। শিৱসাগৰৰ শেনচোৱা পুখুৰীৰ 'বাবাজী গোঁসাই' নামে পূৰ্ণকান্ত বুঢ়াগোঁহাই এজন বুৰঞ্জীবিদ আৰু সমাজসেৱী লোক আছিল। এওঁ বহুদিনমান দেশত থাকি তাত বেহা-বেপাৰ কৰিছিল আৰু যুদ্ধৰ সময়ত তাৰপৰা ভগনীয়া হৈ নিজ ঘৰলৈ ঘূৰি আহিছিল। মানদেশত থকাৰ সময়তে তেওঁ অসমৰপৰা মানে লৈ যোৱা সাঁচিপতীয়া সচিত্ৰ ভাগৱতৰ পাত গোটাচেৰেক উদ্ধাৰ কৰে। 'অহমৰ আদি বুৰঞ্জী' নামৰ পুথি এখনি ছপা কৰি উলিওৱাৰ উপৰিও আৰু দুখনমান বুৰঞ্জী হাতে লিখা অৱস্থাতে এৰি সিদিনা বুঢ়াগোঁহাই ডাঙৰীয়া স্বৰ্গী হ'ল। প্ৰথম তাঙৰণ চন্দ্ৰকান্ত অভিধানৰ সঙ্কলনত ভাগ লওঁতা সৰ্থেবাৰীৰ কোহিৰাম দাসদেৱো আজি আমাৰ মাজত নাই। 'ঘুমটি যায়োৰে' নামৰ শিশুপাঠ ৰচি ভাৰত চৰকাৰৰদ্বাৰা পুৰস্কৃত হওঁতা দুলালচন্দ্ৰ বৰঠাকুৰদেৱকো মহাকালে ঘুমটি নিয়াইছে। এইসকলো কেইজনৰ পুণ্য স্মৃতিৰ প্ৰতি ৰমু দোঁৱাই আমি চকুলোৰ তৰ্পণ আগবঢ়াইছোঁ।

অশ্ৰু-তৰ্পণ

অসম সাহিত্য-সভাৰ সপ্তবিংশতি অধিবেশন আজি নগাঁৱত পতা হৈছে। নগাঁৱত সাহিত্য-সভাৰ এইখন দ্বিতীয় বছৰেকীয়া অধিবেশন। ১৯২৫ চনৰ ডিচেম্বৰ মাহত প্ৰথমবাৰ ইয়াত বহা অধিবেশনৰ সভাপতি আছিল আমাৰ উপন্যাস-গুৰু ৰজনীকান্ত বৰদলৈ ডাঙৰীয়া। আকাশত সোৱা 'ইন্দ্ৰধনু'ৰ তিৰবিৰণিত জিলিকি উঠিছে চাওক :—

সংস্কৃতি তীৰ্থ নগাঁও

"নগাঁও চহৰ!—ইয়াৰ বুকুত এজুপি শিলিখা আজিও আছে
প্ৰতিথিলি পাতে অতীত কীৰ্ত্তিৰ উছাহত যেন আজিও নাচে।

ইয়াৰ তলতে শঙ্কৰ পুৰুষে নানা পুথি-গীত-ভটিমা ৰচি
জ্বলালে পোনতে বৈষ্ণৱ ধৰম আৰু সাহিত্যৰ সলিতাগছি,
যোগ দিলে তাতে অনন্ত মাধৱে গদ্য সাহিত্যৰ পিতা ভট্টদেৱে
বান্ধিলে পুৰণি সাহিত্য-ভঁৰাল সুমুৱাই তাত অনেক ৰত্ন
আনে দেখি মাথোঁ ভবধ মানিলে বৈষ্ণৱ কবিৰ অতুল যত্ন।"

ওপৰত উল্লেখ কৰা পূত পৱিত্ৰ শঙ্কৰ-শিলিখাজুপি আজি অৱশ্যে নাই—নহলেও ভক্তজনৰ মনৰ বেদীত যমুনাপাৰৰ কদম-জোপাৰ দৰে সি জীয়াই আছে আৰু থাকিব। অসমৰ জাতিৰ পিতা, অসমৰ সংস্কৃতিৰ মহাগুৰু শ্ৰীমন্ত শঙ্কৰৰ নামটোৱেই আমাৰ সঞ্জীৱনী মণি।

এই নগাঁৱৰ বিষয়ে আজি বহু কথাই আপোনালোকে আদৰণি সভাৰ সভাপতি শ্ৰীৰবা ভাণ্ডৰীয়াৰ ভাষণত আৰু এই সন্মিলনক উপলক্ষ্য কৰি ওলোৱা প্ৰবন্ধ আদিত পঢ়িবলৈ পাব। সেই কাৰণে মই মাথোন সংক্ষেপে মোৰ মনলৈ অহা দুই একেষাৰ কথাহে নিবেদন কৰিব খুজিছোঁ। ব্যক্তিগতভাৱে আজিৰ এই সভাপতিৰ নগাঁৱৰ লগত তেজৰ টান আছে। ই তেওঁৰ পিতৃভূমি। ইয়াতে তেওঁৰ দেউতাক, ককাদেউতাক, আজো-ককাদেউতাক আৰু কতজন লগাভগা আত্মীয়-স্বজনৰ জীৱন-নাটৰ অভিনয় হৈছিল। ইয়াতে তেওঁৰ আদি কালৰ তিনিজনা শিক্ষাগুৰু স্বৰ্গীয় বীৰেন্দ্ৰ মহন্ত, নাট্যাচাৰ্য্য শ্ৰীজগতচন্দ্ৰ বেজবৰুৱা আৰু 'নিচুকণি'ৰে অসমীয়াক নিচুকাওঁতা শ্ৰীযোগেশচন্দ্ৰ তামুলীদেৱৰ জন্মস্থান আৰু কৰ্ম্মস্থান। এইবোৰ ব্যক্তিগত কথাৰ বহল বিৱৰণ ইয়াত অপ্ৰাসঙ্গিক।

বুৰঞ্জীয়ে চুকি নোপোৱা দিনৰপৰাই এই নগাঁও অলেখ স্মৃতি আৰু গৌৰৱময় কীৰ্ত্তি-কাহিনীৰে ভৰপূৰ হৈ আছে। ইয়াৰ বৰগঙ্গা, বৰপানী, যমুনা, কপিলী আদিয়ে কুলু কুলু সুৰে সেই পাহৰা কাহিনীবোৰ আজিও আমাক সোঁৱৰাব লাগিছে। শোণিতপুৰৰ বাণৰজাৰ উপৰি-পুৰুষ হিৰণ্যকশিপুক বধ কৰিবলৈ বিষ্ণুৱে নৰসিংহ অৱতাৰ ধৰিছিল। সেই নৰসিংহ মূৰ্ত্তি শোণিতপুৰৰ ওচৰতে লুইতৰ ইপাৰৰ নগাঁৱৰ জখলাবন্ধাত আজিও বিদ্যমান। শিলঘাটত দুই মুনি শিলা হৈ আছে। চাপানলাত মহাভাৰতৰ হংসধ্বজ ৰজাৰ চম্পাৱতী নগৰ আছিল বুলি কৈ আজিও আমি গৌৰৱ কৰোঁ। ইয়াৰে কামপুৰৰ গৰুবাট বা গৰুচৰ ৰাজ্যৰ জনা-গাভৰু 'অৰ্দ্ধেক মানৱী অৰ্দ্ধেক কল্পনা।'

"হাতী খোজে কাঢ়ে লুপুৰে থুপুৰে
ঘোঁৰা খোজে কাঢে লৰি,
শিলৰে আলিতে জনাই খোজ কাঢে
হস্তী গমনে ধৰি।
অতিকৈ জিলিকে বালিত বালিচন্দা,
অতিকৈ জিলিকে সোণ,
তাতোকৈ জিলিকে জনা যে গাভৰু
যেনে পূৰ্ণিমাৰ জোন।"

এই নগাঁৱৰ কন্দলী ৰাজ্যতে মহাকবি মাধৱকন্দলীয়ে ৰচনা কৰিছিল মহাকাব্য ৰামায়ণ। এই নগৰতে গুৰুজনাই চিহ্ন-যাত্ৰা ভাৱনাৰে পাতিছিল অসমীয়া নাট্য-সাহিত্যৰ প্ৰথম দীপাৱলী।

"গায়ন বায়ন বৰ ধেমালি জুৰিলা।
বৰ গায়নৰ বেশে শঙ্কৰ উঠিলা॥
উদাৰ সহিতে বৰ গোবিন্দ উঠিল।
আনো ভক্তগণে পাছে গীত গাহিতে লৈল॥
প্ৰথমে শঙ্কৰদেৱে ৰাগ তুলিলেক।
উদাৰ প্ৰকৃতি ভক্তে দোহাৰে প্ৰত্যেক॥
তিমিৰ ৰাগক পাছে বলায়ে জুৰিলা।
বায়ুমণ্ডলী ৰাগ শঙ্কৰেও দিলা॥
ৰাগ উচ্চাৰণে বতাস মিলিল।
নিকটৰ পাতিসোন্দা বৃক্ষত লাগিল॥
দুই ফাকি দেন্তে বৃক্ষে যত পাত ছিল।
সকলো সৰিয়া তৈত ভৈলন্ত নিৰ্ম্মল॥
শেষ দুয়ো ফাকি দেন্তে মোসক গুণ পাছে।
পূৰ্ণ কৈল পত্ৰ সব সেহি বৰগাছে॥"

সেই দীপাৱলীৰ জেউতি আজিও নগাঁৱত ম্লান হৈ যোৱা নাই। 'বঙাল-বঙালনী'ৰ কদ্ৰাম বৰদলৈ, 'হেমপ্ৰভা'ৰ দেৱনাথ বৰদলৈ, 'ঠাকুৰাপু'ৰ বৃন্দাবন গোস্বামী, 'নগাকোঁৱৰ', 'চিত্ৰাঙ্গদা' আদিৰ কমলানন্দ ভট্টাচাৰ্য্য আদিয়ে একে বাটেৰেই আমাৰ নাট-সাহিত্যৰ আৰিয়া হাতত লৈ নিজ নিজ জীৱন-নাট সামৰি গুচি গ'ল।

এই নগাঁৱতে স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনদেৱে জীৱনৰ শেষ অৰ্ঘ্য দান কৰিছিল। ইয়াৰে উপায়ুক্তৰ হাউলিৰ পশ্চিমফালে এজোপা পুৰণিকলীয়া বৰগছ আজিও বৰ্ত্তমান। সেই গছৰ তলতে ঢেকিয়াল ফুকনৰ শেষ সমাধি ৰচনা কৰা হৈছিল। স্মৃতি-বৃক্ষজোপাৰ সংৰক্ষণৰ যথোচিত দিহা আজি পৰ্য্যন্ত হৈ নুঠাটো পৰিতাপৰ কথা। এনে হেন পূত পীঠ এখনি নিজান ঠাইত সভ্য জগতৰ দৃষ্টিৰ অন্তৰালত চিৰ-উপেক্ষিত হৈ থকাটো আমাৰ জাতীয় কলঙ্ক বা গ্লানিৰ বাহিৰে একো হব নোৱাৰে। অন্ততঃ এই ঠাই জনসাধাৰণৰ আকৰ্ষণ স্বৰূপ হৈ অসমীয়া ভাষা-সাহিত্যৰ সুমাও সুমাও হোৱা বন্তিগছ তেল-সলিতা দি জ্বলাই দিওঁতা যুগপ্ৰৱৰ্ত্তক, স্বনামধন্য ঢেকিয়াল ফুকনৰ স্মৃতিৰ যুগান্তকাৰী নিদৰ্শন হোৱা উচিত। ইয়াতে ঢেকিয়াল ফুকনৰ মৰ্ম্মৰ মূৰ্ত্তি এটি প্ৰতিষ্ঠা কৰি এখনি পুণ্যাশ্ৰম পতাটো নগঞা ৰাইজৰ কৰ্ত্তব্য, সদৌ অসমীয়া ৰাইজৰ কৰ্ত্তব্য। নগাঁও সাহিত্য-সভাই আৰু এইবাৰৰ এই আদৰণি-সভাই এই কামৰ আগভাগ লব বুলি আমি আশা কৰিছোঁ। ইতিপূৰ্ব্বে প্ৰস্তাৱিত হোৱাৰ দৰে ইয়াৰ ওচৰতে নকৈ সজোৱা কলঙৰ সাঁকোখন ঢেকিয়াল ফুকনৰ নামেৰে নামাঙ্কিত

হলে কেনে সুখৰ কথাই হয়। আমি আজি কাকো নতুনকৈ সোঁৱৰাই দিব নেলাগে যে অসমৰ এটা সঙ্কটময় পৰিস্থিতিতে এই ঢেকিয়াল ফুকনেই আছিল আমাৰ প্ৰাণদাতা। সেই দিনা যেন তেওঁ এটা সপোন দেখিছে কৈছিল:—

"জি সময়ত অসম হাবি গুচি ফুলবাৰি হব, নৈৰ ডোঙা গুচি জাহাজ হব, ঘৰ বাঁহৰ গুচি শিল ইটাৰ হব, গাঁৱে গাঁৱে হেজাৰে বিজাৰে পঢ়াশালি, গিয়ানৰ সভা, চিকিত্চালয়, দুখীয়া দৰিদ্ৰ পৰিত্ৰাণৰ আলয় হব আৰু জিকালৰ লোকসকলে পৰস্পৰ হিংসা নকৰি আটাইয়ে আটাইক, ভ্ৰাতৃবত চেনেহ কৰিব, কেৱে দুটকা কানিৰ মলনি মিচা সাখি নিদি লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেটি পাইও কাৰো অন্যায় নকৰিব, সেই সময়, হে পৰমপিতা জগদীশ্বৰ, সিৱে ঘটোৱা।"

আনন্দৰামৰ সেই সপোন আজি বাস্তৱত পৰিণত হৈছে। ফুকনদেৱৰ কল্পনাতকৈও অসম আজি আগুৱাই গৈছে। কেৱল নদীত ভাপ-নাৱেই নহয়, অসমৰ আকাশত উৰাজাহাজো চলিছে। কিন্তু তথাপি আমাৰ মুৰৰ ওপৰৰপৰা ক'লা ডাৱৰ গুচিছে নে নাই সেইটোহে এতিয়াও সন্দেহৰ কথা হৈ আছে। এই নগাঁৱৰে কলিয়াবৰৰ আত্মাৰাম শৰ্মাই প্ৰথম অসমীয়া ছপা-পুথি (১৮১৩ চন) বাইবেল ৰচনা কৰিছিল। এই আত্মাৰামৰ আত্মা হয়তো নগাঁৱৰ আকাশ-বতাহৰ লগত আজিও মিহলি হৈ আছে। কলিয়াবৰ এটা ব্যাপক অঞ্চল। আত্মাৰাম শৰ্মাৰ ঘৰ এই কলিয়াবৰৰ কোন ঠাইত আছিল কলিয়াবৰ সাহিত্য-সভাই বিচাৰি উলিয়াই তাতে এটা শিলৰ খুটি পুতিব লাগে। সেই শিলৰ খুটিয়েই হব অসমীয়া ভাষা-সাহিত্যৰ জীৱন-বুৰঞ্জীৰ এটা কালৰ আৰম্ভণিৰ মাইলৰ খুটি। এই নগাঁৱতে বুৰঞ্জীবিজ্ঞ গুণাভিৰাম বৰুৱা আৰু তেখেতৰ সুপুত্ৰ জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াৰ জন্ম হৈছিল। এই চহৰৰ আমোলাপটিতে বৰুৱা পৰিয়ালৰ ঘৰ-মাটি আছিল। তাৰে কোনোবাখিনিত গুণাভিৰামে খন্দোৱা পাটনাদ এটি আজিও থাকিব পায়। এবাৰ জ্ঞানদাভিৰাম ইয়ালৈ আহি নগাঁও কলেজৰ অধ্যক্ষ শ্ৰীশৰ্মাদেৱক কৈছিল—"যজ্ঞেশ্বৰ, মোৰ পিতৃদেৱতাই খন্দোৱা নাদৰপৰা পানী এচলু আনি মোক দিয়া। সেই গঙ্গাজল মই মুৰত সানি লওঁ।" এই নাদৰ পানী সদৌ অসমবাসীৰ কাৰণেই গঙ্গাজল হোৱা উচিত। এই নগাঁৱতে বহি পদ্মহাস গোস্বামী, ৰত্নেশ্বৰ মহন্ত, বলদেৱ মহন্ত আদি আৰু কতজনে সাহিত্য সাধনা কৰিছিল সেই কথাৰে সুকীয়া প্ৰবন্ধ এটা হব পাৰে। এই নগাঁৱৰে গোপাল ভূঞাৰ 'ফুলপাহি'লৈ সততে আমাৰ মনত পৰে:—

"ফুল অ'। বৰ ভাল পাওঁ মই
ভাল পাওঁ দেখি কাষৰি চাপোঁ
থও কৰ কিয় তই?
তোক চাই চাই ধুনীয়া অ'!
সংসাৰপাহৰি যাওঁ;

কুলিয়ে মাতক মলয়া বলক
নাচচোঁ এবাৰ চাওঁ।
সেউজীয়া সাজ কেলেই পিন্ধিলি
এনেয়ে ধুনীয়া তই,
ঘোৰ ডাৱৰৰ বিজুলী চমক
উপমা নিদিওঁ মই।"

মুঠতে এই নগাঁও অসমৰ সংস্কৃতিৰ মহাতীৰ্থ। এই তীৰ্থত আজি আমাৰ মাতৃপূজাৰ এই মহোৎসৱ জয়শ্ৰীমণ্ডিত হওক, সাফল্যমণ্ডিত হওক—তাকেই মই কামনা কৰিছোঁ।

অসমীয়া ভাষা-সাহিত্যৰ প্ৰাচীনত্ব, মৌলিকতা, গভীৰতা, বিশালতা আদিৰ বিষয়ে আজি আপোনালোকক ন-কৈ কৈ শুনাব নেলাগে। সাহিত্য-বুৰঞ্জীৰ এখন আহলবহল তাঁত তৰি লোৱাৰো আৱশ্যক নাই। এই সম্পৰ্কে নতুন কিবা কব পৰা যোগ্যতাও মোৰ নাই।

অতীতে বিডিয়ায়

ইতিপূৰ্ব্বে কমেও পাঁচ ছজনা সভাপতিয়ে এই আসনৰপৰাই এই সম্পৰ্কীয় গভীৰ আৰু তথ্যৰাজিৰে পৰিপূৰ্ণ বহু কথা কৈ গৈছে। ইচ্ছা কৰিলে 'ভাষণাৱলী' দুই খণ্ডত সেইবোৰ এতিয়াও পঢ়িবলৈ পোৱাতে আছে। তথাপি এনে এটা পৰ্ব্বৰ দিনত, এনে এটা জাতীয় উৎসৱৰ দিনত পুৰণি হলেও শুনা কথাকে শুনিব লাগে, জনা কথাকে জানিব লাগে। ৰামায়ণত আছে—সাগৰৰ পাৰত বহি কপিসকলে বিশাল সমুদ্ৰ অতিক্ৰম কৰি লঙ্কালৈ গৈ কেনেকৈ সীতা আইৰ বতৰা আনিব পাৰি সেই বিষয়ে গুণাগঁথা কৰি আছিল। বায়ুপুত্ৰ হনুমানেও কপিসকলৰ মাজতে জলকা মাৰি বহি আছিল। জাম্বৱন্তই কথাটো টং কৰি চাই হনুমানৰ আগত তেওঁৰ জন্মবৃত্তান্ত আদ্যোপান্ত বিৱৰি কবলৈ ধৰিলে। সেই বিৱৰণ শুনি শুনি হনুমানৰ গাত দুৰ্জ্জয় শক্তিৰ সঞ্চাৰ হ'ল। আখ্যান শেষ হোৱাৰ লগে লগে বিজয় হুঙ্কাৰ মাৰি তেওঁ সমুদ্ৰ জয় কৰিবলৈ সাজু হ'ল আৰু জয় কৰিলেও। আমাৰ জীৱনতো গৌৰৱময় পূৰ্ব্বস্মৃতিৰ সোঁৱৰণে এনেদৰে অনুপ্ৰেৰণাৰ সমল যোগায়। সেইকাৰণেই সুধীসকল। মই আজি এই শুভক্ষণত আমাৰ ভাষাসাহিত্যৰ জন্ম আৰু বিকাশ সম্পৰ্কে চেগাচোৰোকাকৈ দুই এখনি আলেখ্য আপোনালোকক দেখুৱাব খুজিছোঁ। এনেবোৰ চিত্ৰ অৱশ্যে পুৰণি, ইয়াত পুনৰুক্তিও আছে, তথাপি প্ৰয়োজন আছে বুলি ভাবিছোঁ। এই চিত্ৰ চাই অলপ কাণ উনালেই শুনিবলৈ পাব—অতীতে কেনেকৈ বিডিয়াই কব লাগিছে—অসমীয়া! উঠা, জাগা, ধুমুহাৰ দৰে বিঘিনি উৰাই, বজ্ৰৰ দৰে মেদিনী কঁপাই 'শঙ্খধ্বনি' কৰি আগবাঢ়া। উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্যবৰান্ নিবোধত।

প্ৰথমতে চাওক—সোৱা কোন কোন আহিছে। কেইজনমান নৰপতি দেখোন? আপুনি কোন কওক।

—নৰকাসুৰ—জন্ম-ৰহস্য যাৰ প্ৰলয়ৰ ঘনঘোৰ অন্ধকাৰত, জন্মদিন, জন্মক্ষণ, জন্মদাতা যাৰ এটা এটা অভেদ্য সাঁথৰ সেই নৰকাসুৰ। প্ৰাগজ্যোতিষৰ অধীশ্বৰ—ত্ৰিলোকৰ অধীশ্বৰ—বিশ্ববিজয়ী নৰকাসুৰ মই।

—আপুনি যাওক অসুৰ-সম্ৰাট। আপুনি একা?

—মই—মই সহস্ৰভুজ বাণৰজা। মোৰ কাৰণেই হৈছিল শোণিতপুৰত হৰিহৰৰ যুদ্ধ।

"তপে-জপে, বলে-বীৰ্য্যে বাণ মহাশয়,
সমুখ সমৰে ত্ৰিদশকো নগণয়।
সহস্ৰেক বাহু তাৰ কৰে জাতিকাৰ
হাজাৰেক অস্ত্ৰ বীৰ ধৰে একেবাৰ।"

—আপুনি সেই বাণৰজা। আপুনি যাওক দানৱৰাজ। আপুনি কোন? হাতীত উঠি আহিছে দেখোন—ইন্দ্ৰৰ ঐৰাৱতৰ নিচিনা হাতী!

—মই প্ৰাগজ্যোতিষপতি ভগদত্ত। এইটো সুপ্ৰসিদ্ধ গজৰাজ 'সুপ্ৰতীক'। এই হাতীৰ ওপৰতে উঠি মই কুৰুক্ষেত্ৰ মহাসমৰত মহাপ্ৰলয় সৃষ্টি কৰিছিলোঁ।

—জানো, জানো মহাৰাজ। আপোনাৰ কীৰ্ত্তি-কাহিনী কোনে নেজানে? গাণ্ডীৱধাৰী মধ্যম-পাণ্ডৱ অৰ্জ্জুন, পাঞ্চজন্যধাৰী নাৰায়ণো আপোনাৰ ভয়ত ত্ৰাসমান হৈছিল। পাৰ্থসাৰথি শ্ৰীকৃষ্ণৰ বুকুত আপোনাৰ বৈষ্ণৱাস্ত্ৰ হৈছিল এধাৰি বনমালা। সৌজন আপোনাৰ সন্মুখত ভয়ঙ্কৰ মূৰ্ত্তি ধৰি থিয় হৈ আছে কোন?

—ভীমপুত্ৰ ঘটোৎকচ মই। কৌৰৱৰ মহাশত্ৰু—পাণ্ডৱৰ বিজয় উল্লাস। সূতপুত্ৰ কৰ্ণৰ একাঘ্নিবাণ ময়েই লৈছিলোঁ বুকু পাতি। বীৰ ধনঞ্জয় নিৰাপদ। মই ওচৰ চপাই দিছিলোঁ পাণ্ডৱৰ জয়। হিড়িম্বাপুৰৰ মান ৰাখিলোঁ, কামৰূপৰ মান ৰাখিলোঁ, অসমৰ মান ৰাখিলোঁ এই ঘটোৎকচে।

—বৰ আনন্দৰ কথা—বৰ গৌৰৱৰ কথা। এইবাৰ আপোনালোক আগবাঢ়ি আহক। লাজ কৰিছে কিয়? কোন আপোনালোক অসম-জীয়ৰী? নাম কেইটাকে কওক।

কুণ্ডিল-কুঁৱৰী ৰুক্মিণী।
শোণিত-কুঁৱৰী উষা।
কুম্ভাণ্ড-জীয়ৰী সখী চিত্ৰলেখা।
ভীমজায়া হিড়িম্বা।
পাৰ্থজায়া চিত্ৰাঙ্গদা।
নাগৰাজ-কন্যা উলুপী।
চম্পক-কুঁৱৰী বেউলা।

—আপোনালোক এতিয়া যাওক। এইবাৰ আপুনি আহক মহাৰাজ।

—মই শঙ্খলাদীব—উত্তৰ-ভাৰতবিজয়ী কামৰূপ নৃপতি শঙ্খলাদীব। পাৰস্য-সম্ৰাট আক্ৰচিয়াবৰ লগত মোৰ থৈয়ানথৈয়া যুদ্ধ হৈছিল। সেই বিৱৰণ লিখা আছে এইখন পাৰস্য কবিৰ 'চাহনামা' গ্ৰন্থত।

—পিছত পঢ়ি চাম বাৰু। আপুনি কোন কওক।

—মোক চিনি পোৱা নাই? আচৰিত কথা। মই ভাস্কৰবৰ্ম্মা।

—ভাস্কৰবৰ্ম্মা! প্ৰাগজ্যোতিষৰ গৌৰৱ ভাস্কৰ—কুমাৰ ৰজা আপুনি?

—ময়ে সেই ভাস্কৰবৰ্ম্মা। ভাৰতসম্ৰাট শিলাদিত্যই তেওঁৰ ৰাজসভাত মোক সৰ্ব্বশ্ৰেষ্ঠ ৰাজসম্মান দিছিল।

—আপোনাৰ লগত সৌ জন কোন—বহল কপাল, চেপেটা নাক, গেৰুৱা সাজপাৰ?

—চীন পৰিব্ৰাজক হিয়েনচাং। বুদ্ধং শৰণং গচ্ছামি। সঙ্ঘং শৰণং গচ্ছামি। ধৰ্ম্মং শৰণং গচ্ছামি।

—চিনিছো—আপোনাক নিচিনিম কিয়? আপুনি আমাৰ কুমাৰ ৰজাৰ নলেগলে লগা বন্ধু আছিল। আপোনাক শিলাদিত্যৰ কাষলৈ পঠাবলৈ অমান্তি হৈ আমাৰ ৰজাই লিখিছিল—"লাগিলে মোৰ মূৰটোকে কাটি আপোনালৈ পঠাব পাৰোঁ তথাপি হিয়েনচাঙক পঠাব নোৱাৰোঁ।" যাওক সেইবোৰ কথা। আপুনি আমাৰ দেশৰ বিষয়ে—পুৰণি কামৰূপৰ বিষয়ে বহুত ভাল কথা লিখি থৈ গৈছে নহয় নে? সেইবোৰ বহুবাৰ পঢ়িছোঁ। সময় পালে আকৌ পঢ়িম। আপুনি কোন? ক'লৈ যাবলৈ ওলাইছে? লগত সেইবোৰ কি লৈছে?

—মই হংসবেগ কটকী। মোৰ হাতত ভাস্কৰ ৰজাই শিলাদিত্যলৈ পঠোৱা এইবোৰ বটা-বাহন। তাৰে কেইবিধমানৰ নাম কওঁ বাৰু:—হীৰা-মুকুতা খটোৱা বহুমূলীয়া অলঙ্কাৰ, বেতৰ জপাৰ ভিতৰত লোৱা ধুনীয়া ধুনীয়া পাটৰ কাপোৰ, কৃষ্ণসাৰ পহুৰ ছালত সোণখটোৱা সাঁজুলি, হৰিণা পহুৰ আকৃতিৰে সজা কোমল গাৰু, আন আন শোৱা সাঁজুলি, বেতেৰে সজা বহা আসন, সাঁচিপতীয়া পুথি, তামোল গছৰ পাতেৰে সজা টোমৰ ভিতৰত লোৱা বগা, ৰঙচুৱা, সেউজীয়া বৰণৰ ফল, সুগন্ধি আৰু মৌমিঠা আমৰ ৰস, অগৰু তেল, হৰিচন্দন, কলা অগৰু, বগা কৰ্পূৰ, মৃগনাভী কস্তুৰী, নানাবিধ ফল, লংগছৰ ফুল, জাইফল, নানাবিধ মহীচুচা আৰু যে কত কি! তদুপৰি আছে গলত সোণৰ শিকলি লগোৱা কিন্নৰ জাতীয় এহাল মানুহ, এহাল বন-মানুহ, দুটা জল-মানুহ, পোৱাল মণিৰ পিঁজৰাত এযোৰ চাকৈ-চকোৱা, মইনা, ভাটৌ আদি চৰাই, গজমুকুতা খটোৱা হাতীদাঁতৰ কুণ্ডল আদি।

—হৈছে। আৰু চাবলৈ সময় নাই। আপোনাৰ এই বস্তুবোৰৰপৰাই সেই কালত কামৰূপ কেনে চহকী আছিল আৰু তাত কিমান আপুৰুগীয়া বস্তু পোৱা গৈছিল তাৰে এটা আভাস পালোঁ। আপোনালোকক আৰু বেছি পৰ নেৰাখোঁ। আজি পৃথিবীত ৰজা-মহাৰজাৰ চাউল উকলিছে। ইমানতে বিদায় দিলোঁ—বেয়া নেপাব দেই। এতিয়া কবি-সাহিত্যিক কোন কোন আছে আগবাঢ়ি আহক। আপুনি কোন?

অসমৰ আদিকবি মই ডাক। লেহী-দঙৰাত মোৰ ঘৰ। লেহী গাঁও আজিও বৰপেটা অঞ্চলত আছে।

"এদিন আসিয়া মিহিৰ মুনি।
অতিথি স্বৰূপে ৰৈলা আপুনি॥

তুষ্ট হৈয়া মিহিৰে দিলা বৰ।
পুত্ৰ এক হৌক মোৰ সমসৰ॥
তাক জন্ম শুনি মিহিৰ মুনি।
পুত্ৰ জন্মে বুলি আসে আপুনি॥
তোৰ মুখে শুনো মোৰ পুত্ৰ তই।
মোৰ কান্ধে উঠ লৈ যাওঁ মই॥"

—আপুনি জ্ঞানী ডাক। আপোনাৰ বচন—আপোনাৰ সাৰগৰ্ভ বাণী আজিও অসমীয়াৰ জাতীয় জীৱনত বেদবাণী স্বৰূপ। আপুনি কোন?

—হেমসৰস্বতী। 'প্ৰহ্লাদ চৰিত্ৰ'ৰ কবি মই হেমসৰস্বতী।

"হিৰণ্যৰ পুত্ৰ ভৈলা বৈষ্ণৱ প্ৰহ্লাদ।
একদিন পিতা-পুত্ৰে লাগিলা বিবাদ॥
সেহিদিনা প্ৰভুদেৱ জগতৰ পতি।
আদেশিলা বিবাদ লগাইলা সৰস্বতী॥
স্বামীৰ বচন দেৱী কৰি শিৰোগত।
প্ৰবেশিলা সৰস্বতী তাহাৰ কণ্ঠত॥
সেহিবেলা প্ৰহ্লাদে বৈষ্ণৱ ৰূপ ধৰি।
হিৰণ্যৰ আগে গৈয়া সুমৰিল হৰি॥"

—আজি পুথি শুনিবলৈ সময় নাই। আপোনাক ভক্তি জনাই বিদায় দিছোঁ। আপুনি কোন কওক।

—দুৰ্ল্লভনাৰায়ণ ৰজাৰ দিনৰ কবি মই হৰিবৰ বিপ্ৰ। 'বভ্ৰুবাহ পৰ্ব্ব' আৰু 'লৱকুশৰ যুদ্ধ' ময়েই ৰচনা কৰিছিলোঁ।

"জয় জয় নৃপবৰ দুৰ্ল্লভনাৰায়ণ ৰজা
কামাখ্যা গোঁসানী দেন্ত বৰ।
সপুত্ৰ বান্ধৱে নিতে সবান্ধৱে মনোনীতে
জীৱন্তোক সহস্ৰ বৎসৰ॥
তাহান ৰাজ্যতে গত সৰ্ব্বজন মনোনীত
অশ্বমেধ-পদ মধ্যে সাৰ।
বিপ্ৰ হৰিবৰ কবি হৰিৰ চৰণ সেৱি
পদবন্ধে কৰিলোঁ প্ৰচাৰ॥"

—তাৰ পিছত এয়া 'দ্ৰোণ-পৰ্ব্ব'ৰ কবিৰত্নসৰস্বতী।
এয়া 'সাত্যকী-প্ৰৱেশ'ৰ কবি ৰুদ্ৰকন্দলী।
এইবাৰ আপুনি আহক "আদিকবি অপ্ৰমাদী"। আপুনি অহাৰ লগে লগে ঢোল, মাদল,

চিফুং বাঁহী বাজি উঠিল। বাজিবৰ কথাই। বৰাহী ৰজা মহামাণিক্য আপোনাৰ পৃষ্ঠপোষক আছিল। আপোনাৰ হাতত সেইখন সপ্তকাণ্ড অসমীয়া ৰামায়ণ নহয় নে? আপুনি অসমৰ বাল্মীকি। আপুনি আমাৰ চিৰনমস্য।

—ঠিক অনুমান। মই "দেৱজিৎ" কাব্যও লিখিছিলোঁ হবলা? ঠিক মনত নাই। সাতকাণ্ড ৰামায়ণো লিখিছিলোঁ। আদিকাণ্ড আৰু উত্তৰকাণ্ডৰ পিছত কেনেবাকৈ হেৰাল। শঙ্কৰ-মাধৱে সেই দুইকাণ্ড লিখি মোৰ ৰামায়ণ সম্পূর্ণ কৰি থৈছে। মই তেওঁলোকৰ শলাগ লৈছোঁ।

"কবিৰাজকন্দলী যে, আমাকেসে বুলি কয়,
মাধৱকন্দলী আৰো নাম।
সপোন-সচিতে মঞি, জ্ঞান কায় বাক্য মনে,
অহর্নিশে চিন্তো ৰাম ৰাম॥"

—আপুনি যাওক মহাকবি। প্রাক্-শঙ্কৰী যুগ ইমানতে শেষ হ'ল। সেয়া শঙ্খ, ঘণ্টা, ভৰা, বৰকাঁহ একেলগে বাজি উঠিছে। আকাশৰপৰা অপেস্বৰাই পুষ্পবৃষ্টিও কৰিছে। গৌৰৱময় শঙ্কৰী যুগ আৰম্ভ হ'ল, ভালেটিহে। এই শঙ্কৰীযুগ অসমীয়া সাহিত্যৰ সোণালী যুগ। এই যুগ ইমান বিৰাট আৰু ব্যাপক যে আজি কম সময়ত তাৰ সামান্য বেঙণি এটাহে চাবলৈ সুবিধা হব। আপুনি অলপ থিয় হওক মহাপুৰুষ শ্রীশঙ্কৰদেৱ। অলপ স্তুতি-মিনতি জনাই লওঁ।

"দৰশিত সুন্দৰ গৌৰ কলেবৰ
যৈছন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ॥
জয় গুৰু শঙ্কৰ সৰ্ব্ব গুণাকৰ
যাকেৰি নাহি উপাম।
তোহাৰি চৰণক ৰেণু শতকোটি
বাৰেক কৰোহো প্রণাম॥"

মহাপুৰুষ শ্রীশঙ্কৰদেৱ। আপুনি অসমৰ ধর্ম্মৰ, কর্ম্মৰ, সাহিত্যৰ, সমাজৰ, সংস্কৃতিৰ গুৰু— আপুনি অসমৰ জাতীয় গুৰু। আপুনি আমাক 'কীৰ্ত্তন', 'দশম', 'ভক্তি-প্রদীপ', 'গুণমালা', 'নিমি-নৱসিদ্ধ সংবাদ', 'অনাদি-পাতন', 'হৰিশ্চন্দ্র উপাখ্যান', 'বলি-ছলন', 'অমৃত-মন্থন', 'ৰুক্মিণীহৰণ', কাব্য আৰু অঙ্কীয়া নাট—'পত্নীপ্রসাদ', 'কালিয় দমন', 'কেলিগোপাল', 'ৰুক্মিণী-হৰণ', 'পাৰিজাত-হৰণ', 'ৰাম-বিজয়' দান কৰিলে। তদুপৰি দিলে সুললিত বৰগীত আৰু দিলে ভাওনা, সত্ৰ, নামঘৰ। মুঠতে জীয়াই থাকিবলৈ সকলোখিনিকে দিলে। আপুনি আমাক কি দিলে সেই বিষয়ে প্রশ্ন নুঠে। প্রশ্ন উঠে এই বুলিহে যে আপুনি আমাক কি নিদিলে। বাৰু, আপোনাৰ কাষতে কোন সৌজনা শ্রীমন্ত পুৰুষ?

—মাধৱদেৱ—মহাপুৰুষ শ্ৰীমাধৱদেৱ। মুখত যাৰ ঘোষা ৰত্নাৱলী, কণ্ঠত যাৰ নিজে সৰস্বতী, শঙ্কৰৰ যি অভিন্ন হৃদয় বঢ়াব পো, সেই মাধৱদেৱ। এই শঙ্কৰ-মাধৱ যুগল গুৰুৱেই অসমীয়াৰ ত্ৰাণকৰ্ত্তা।

"মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময় মাগোহো ভকতি।
সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি॥"

কেৱল 'নাম-ঘোষা'ই নহয়—'আদিকাণ্ড ৰামায়ণ', 'নাম-মালিকা', 'জন্ম ৰহস্য', 'ভক্তিৰত্নাৱলী', 'ৰাজসূয়', 'চোৰধৰা', 'পিম্পৰা গুচোৱা', 'ভোজন ব্যৱহাৰ', 'দধি মথন', 'ভূমি লোটোৱা', এইবোৰৰ উপৰিও অলেখ বৰগীতৰ কথা আমি পাহৰিম কেনেকৈ? অসমীয়া সাহিত্য-ভঁৰালত, অসমৰ সঙ্গীত-জগতত আপোনাৰ অৱদান অতুলনীয়, অনিন্দ্যসুন্দৰ। এইবাৰ আপুনি আহক।

—মই ভট্টদেৱ—বৈকুণ্ঠ ভট্টচাৰ্য্য। দেৱ দামোদৰৰ শিচ। গুৰুৰ আদেশত মই ভাগৱত, গীতা গদ্যত নিবন্ধিলোঁ। 'ভক্তি-বিবেক' আৰু 'শৰণ-সংগ্ৰহ' এই দুখনি সংস্কৃত গ্ৰন্থও মোৰেই আছিল।

—আপোনাৰ নতুন চিনাকি নেলাগে। আপুনি অসমীয়া গদ্য-সাহিত্যৰ ভেটি বান্ধিলে সোণ ৰূপ-হীৰা-মৰকতেৰে। আপোনাৰ 'কথা-গীতা', 'কথা-ভাগৱত', অসমীয়া গদ্য-সাহিত্যৰ অমূল্য সম্পদ।

**মোৰ ভাগৱতৰপৰা দুশাৰীমান পঢ়ি দিছোঁ**—"জয় জয় শ্ৰীকৃষ্ণ বিষ্ণু দেৱকীনন্দন পৰমানন্দ গোবিন্দ যো জগত-ঈশ্বৰ পুৰুষোত্তমসকল লোকক কৃপায়ে অৱতৰি লীলা কয়ল, সেই গোপ-বেশ নন্দ-নন্দন-চৰণে সহস্ৰ কোটিবাৰ প্ৰণাম কৰোঁ। যাৰ নাম পাপ হৰ পৰম মঙ্গল মুক্তিদায়ক, তাহান চৰিত্ৰ শ্ৰীভাগৱত শাস্ত্ৰ দ্বাদশ স্কন্ধ তিনি শত পঞ্চত্ৰিংশ অধ্যায় তাহাৰ কথা বন্ধে কিছো নিবন্ধিতে চাঞো॥ মঞি অল্পমতি তথাপি শ্ৰীদামোদৰৰ আজ্ঞায়ে সন্তসৱৰ অনুমোদনে টীকাভাষ্য অনুসৰি সংক্ষেপ প্ৰকাৰে নিবন্ধো। প্ৰথমে প্ৰথম স্কন্ধ কহো: বিশ্ব-সৃষ্টি আদি নৱলক্ষণে লক্ষিত জগতৰ পৰম আশ্ৰয় শ্ৰীকৃষ্ণক নমো।

**—এইবাৰ আপুনি আহক ৰজৰত্ন বিজ্ঞানাচাৰ্য্য প্ৰফুল্লচন্দ্ৰ ৰায়! কি কব খুজিছে কওক।**

"Indeed the prose Gita of Bhattadeva composed in the Sixteenth Century is unique in its kind, It is a priceless treasure Assamese prose literature developed to a stage in the far distant Sixteenth Century which no other literature of the world reached except the writings of Hooker and Latimer in England."

—সৌৱা কি দেখিছোঁ? ৰাজসিংহাসনত মহাৰাজ নৰনাৰায়ণ। তেওঁৰ কাষতে চিলাৰায় দেৱান, ৰাজভাতৃ গোঁহাইকমল, সমুখত পণ্ডিত, কবিসকল। এইখনেই কোচৰজা নৰনাৰায়ণৰ ৰাজসভা। এওঁ অসমৰ বিক্রমাদিত্য। বিক্রমাদিত্য ৰজাৰ সভাৰ নৱৰত্নৰ নিচিনাকৈ জিলিকি আছে এওঁৰ সভাতো গুণী, জ্ঞানী, পণ্ডিত, কবি, শাস্ত্রকাৰসকল। কেন্দ্রতে সৌজনা শ্রীশঙ্কৰদেৱ, সৌজনা সভাপণ্ডিত সাৰ্ব্বভৌম ভট্টাচাৰ্য্য। সৌৱা বকুল কায়স্থ। সৌৱা আমাৰ আগলৈ ৰামসৰস্বতী আগবাঢ়ি আহিছে। এওঁৰ আৰু নাম আছে—অনিৰুদ্ধ, ভাৰতভূষণ, কবিসৰস্বতী আদি এওঁৰে নাম। আহক ৰাজকবি!

"কামৰূপ মধ্যে গ্রাম নাহিকে উপাম।
তাতে ভৈলা চমৰিয়া যাৰ নাম॥
সেহি গ্রামেশ্বৰ ভৈলা কবি চূড়ামণি।
পণ্ডিতগণৰ মধ্যে যাক অগ্রগণী॥
গোবিন্দৰ ভকতিত যাহাৰ দিন গৈল।
আত অনন্তৰে তাৰ দুই পুত্র ভৈল॥
জ্যেষ্ঠ ভৈল কবিচন্দ্র অতি শুদ্ধ মতি।
তাহান অনুজ ভৈল ৰামসৰস্বতী॥
পিতৃ-মাতৃয়ে অনিৰুদ্ধ নাম দিলা।
কবিচন্দ্র নাম মোৰ দেৱানে বুলিলা॥
ৰামসৰস্বতী নাম নৃপতি দিলন্ত।
ভাৰতৰ পদে মোক কৰা বুলিলন্ত॥"

আদিপৰ্ব্ব, বনপৰ্ব্ব, বিৰাটপৰ্ব্ব, উদ্যোগপৰ্ব্ব, ভীষ্মপৰ্ব্ব, শান্তিপৰ্ব্ব, কৰ্ণপৰ্ব্ব, সিন্ধুপৰ্ব্ব, পুষ্পহৰণপৰ্ব্ব, বিজয়পৰ্ব্ব, মণিচন্দ্র ঘোষপৰ্ব্ব, যজ্ঞপৰ্ব্ব, কালকুঞ্জ বধ, ভোজকুত বধ, জঙ্ঘাসুৰ বধ, কুলাচল বধ, বঘাসুৰ বধ, খটাসুৰ বধ, অশ্বকৰ্ণ যুদ্ধ, সিন্ধুযাত্রা, ঘোষযাত্রা, ভীমচৰিত, শান্তিপৰ্ব্ব, ব্যাধচৰিত, পাঞ্চালী বিবাহ, ব্যাসাশ্রম আদি মোৰ মহাভাৰতৰ বিষয়বস্তু। সংস্কৃত মহাভাৰতৰ লগত মোৰ মহাভাৰত সম্পূৰ্ণ নিমিলিব কিয়নো মই স্বাধীন ভাঙনি কৰিছোঁ, তদুপৰি ঠায়ে ঠায়ে বঢ়োৱা-টুটুৱা কৰা হৈছে। মোৰ বনপৰ্ব্বতে ইয়াৰ প্ৰমাণ আছে। জয়দেৱৰ গীত-গোবিন্দৰো মই পদ ভাঙনি কৰিছোঁ।

অ' ডঃ বাণীকান্ত কাকতি ডাঙৰীয়া। ছাৰ, আপুনিও আহিছে। সিদিনাহে আপুনিও আমাৰ মাজৰপৰা গৈছিল। কওক।

"বধ-কাব্যবিলাকৰ আখ্যানবোৰ মহাভাৰতৰ বনপৰ্ব্বক আশ্রয় কৰি নানান পুৰাণ উপপুৰাণ আদিৰপৰা সংগৃহীত। অসমীয়া বৈষ্ণৱ-সাহিত্যৰ ভিতৰেদি পাতালী-গঙ্গাৰ দৰে দাস্য আৰু বাৎসল্য-ৰসৰ মূল ভাব বৈ আছে। বধ-কাব্যবোৰ সকলো ধৰ্ম্মৰেই অন্তৰ্নিহিত আন এটি মজ্জাগত ভাবৰ প্ৰকাশ। সেইটো হৈছে জগতত সাম্যভাব প্ৰবৰ্ত্তনৰ চেষ্টা আৰু একান্তিকা ভক্তিৰ বিজয়-

ঘোষণা। আমাৰ বধ-কাব্যবোৰক আদৰ্শাত্মক হিচাপে ৰোমাঞ্চ কাব্যৰ লগত আৰু পৌৰাণিক হিচাপে গ্ৰীক পৌৰাণিক বীৰসকলৰ কাহিনীৰ লগত তুল্যভাৱে বিচাৰ পাৰি। বধকাব্যৰ নায়ক ভীম, অৰ্জ্জুন আদিয়ে যেনেকৈ দেৱ-দেৱীৰ সহায়ত দানৱ, অসুৰ আদি বধ কৰি ফুৰিছিল, তেনেকৈ পৌৰাণিক গ্ৰীক্ আখ্যানবোৰতো দেৱ-দেৱীৰ সহায়ত হাৰ্কিউলিছ্, থিছীয়াছ্, পাৰ্চীয়াছ্ আদি বীৰসকলে নানান বিৰূপ দৈত্য-দানৱ বধ কৰি ফুৰিছিল আৰু বীৰত্বৰ সদৃশ পাৰিতোষিক হিচাপে বৈষ্ণৱ কবিৰ হেমাসুন্দৰীৰ সমকক্ষ আৰিয়াড্‌নী, এণ্ড্ৰোমিডা আদি সুন্দৰীসকলক লাভ কৰিছিল।"

"ঘুমটি যায়োৰে অৰে কানাই
হবে কাণ-খোৱা আসে।
সকল শিশুৰ কাণ খাই খাই
আসয় তোমাৰ পাশে॥"

—কাণখোৱা'ৰ নিচুকণি নাম গাই আপুনি আহিছে শ্ৰীধৰ-কন্দলী। আপোনাক আমি চিনি পাওঁ, ভালদৰে চিনি পাওঁ। কেৱল কাণখোৱাই নহয়—ঘুনুচাৰ পদ গাইও আপুনি আমাক শুনাইছে। এইবাৰ আহক কবিবৰ অনন্তকন্দলী। আপুনিও আমাৰ অতিকে চিনাকি।

"ৰতন পাঠক নাম পণ্ডিত পৰম।
ভাগৱত শাস্ত্ৰে যাৰ আছিল বিক্ৰম॥
শ্ৰীহৰিচৰণ নামে তাহাৰ সন্ততি।
এতেকেসে ভৈল নাম শ্ৰীচন্দ্ৰভাৰতী॥
তৰ্কত লভিলা নাম অনন্তকন্দলী।
ভাগৱত আচাৰ্য্য পদবী ভৈল বলী॥"

'মধ্য দশম', 'শেষ দশম', 'বৈষ্ণৱামৃত', 'বৃত্ৰাসুৰ বধ', 'জন্মৰহস্য' আদি আপোনাৰ ৰচনা। আপোনাৰ 'কুমৰ হৰণ'—গোটেই কবিতাটো জোনাকী নিশাৰ আকাশী পৰীৰ লীলা-খেলা যেন লাগে।

—আপুনি দেখোন আঁতৰতে থাকিল। আপুনি কোন?

—মই পীতাম্বৰ দ্বিজ। 'ঊষা পৰিণয়'ৰ কবি।

—আপোনালোক একা?

—আমি মনসা কবি। সুকবি নাৰায়ণ, মনকৰ আৰু দুৰ্গাবৰ। আমাৰ মনসাৰ কাব্যত বেউলা-লখীন্দাৰৰ মনোৰম কাহিনী আছে। লাগিলে ওজাপালিয়ে গাই শুনাব পাৰে।

—আজিলৈ থাকক বাৰু। আপোনালোক আহক।

—মই গোপাল মিশ্ৰ। 'ঘোষাৰত্ন', 'শঙ্খচূড় বধ', 'মহিষাসুৰ বধ', আদি পুথি ৰচনা কৰিছিলোঁ।

—মই গোবিন্দ মিশ্ৰ। 'কৃষ্ণ-গীতা' মোৰ ৰচনা।

—মই সাৰ্ব্বভৌম ভট্টাচাৰ্য্য। 'ভবিষ্যপুৰাণ,, 'স্বৰ্গখণ্ড ৰহস্য', 'ভাগৱত' মোৰ ৰচনা।

—মই গোপীনাথ দ্বিজ। সভাপৰ্ব্ব, দ্ৰোণপৰ্ব্ব, মই ৰচিছিলোঁ।

—মই বিদ্যাপঞ্চানন। ভীষ্মপৰ্ব্ব মইও ভাঙিছিলোঁ।

—মই কংসাৰি। মোৰ কিৰাট পৰ্ব্ব।

—এইবাৰ আপোনালোক চৰিত-পুথি ৰচোঁতাসকল, কোন কোন আছে কওকচোন!

—ৰামানন্দ ঠাকুৰ। দৈত্যাৰি ঠাকুৰ। ৰামানন্দ দ্বিজ। দ্বিজভূষণ।

—মইও আছোঁ নহয়। মই লীলাৱতী ভাঙোতা বকুল কায়স্থ। মোৰ গ্ৰন্থ 'কিতাবত মঞ্জৰী'।

—এতিয়া আপুনি আহক কবি দুৰ্গাবৰ। আপুনি বিশ্বসিংহ ৰজাৰ দিনৰে মানুহ। প্ৰাক্‌শঙ্কৰী যুগৰ। আপুনি অলপ আগেয়ে আহিব লাগিছিল। আপোনাৰ গীতি-ৰামায়ণৰপৰা এফাকি গাই শুনাওক।

"জয় জয় ৰামচন্দ্ৰ জগতৰ পতি।
নমোহো লক্ষ্মণ তাৰ অনুজ সম্প্ৰতি॥
বিষাদত নয়নৰ নীৰ বহি যায়।
বৈদেহী হৰণ পদ দুৰ্গাবৰে গায়॥
আগত জনক জীউ, পাছত লক্ষ্মণ।
মধ্যে চতুৰ্ভুজৰূপে কৌশল্যানন্দন॥
হাতত শাৰঙ্গ ধনু, পিঠিত দুই টোন।
তিনিৰো শৰীৰে কৃষ্ণ চৰ্ম্ম পৰিধান॥"

ইমানতে শঙ্কৰী যুগৰ সামৰণি পৰিল। এই যুগতে আমি ইয়াৰ আগৰ পিছৰ দুই-এজন কবিৰ কাব্যপ্ৰভাৰ ৰেঙণিও দেখা পালোঁ। এই যুগৰ বিষয়ে অসমীয়া সাহিত্যৰ বুৰঞ্জী-লিখক শ্ৰীডিম্বেশ্বৰ নেওগদেৱ। আপোনাৰ মন্তব্য শুনাওক।

"এই বৈষ্ণৱ আন্দোলনৰ যুগ স্বৰূপতে অসমৰ ৰেণেছেঞ্চ্ যুগ। ছাইমণ্ডছৰ মতে য়ুৰোপীয় জাতিসমূহৰ মাজত মানৱ-প্ৰাণে আত্ম-চৈতন্যশীল স্বাধীনতা লাভ কৰাৰ যি ইতিহাস প্ৰকটিত হৈছে, সেয়ে ৰেণেছেঞ্চৰ বুৰঞ্জী, স্বৰূপাৰ্থত ৰেণেছেঞ্চৰ অৰ্থ মুক্তিৰ নৱজন্ম, কাব্য-সঙ্গীত, চিত্ৰাঙ্কণ আদিৰ যোগেদি বহিৰ্জগতৰ আৰু মানৱ-দেহৰ সৌন্দৰ্য্যৰ উপলব্ধি বিজ্ঞানত যুক্তি বিচাৰৰ মুক্তি, ধৰ্ম্মত হিতাহিত বিবেচনাৰ জাগৃতি, বুদ্ধিত সংস্কৃতিৰ নৱস্থিতি, আৰু ৰাজনৈতিক মুক্তিৰ মূলনীতিৰ ভেটি স্থাপন আদিৰ যোগেদি মানৱ জাতিৰ প্ৰাণে যেতিয়া আত্ম-চৈতন্য আৰু আত্ম-নিৰ্দ্ধাৰণৰ পুনঃপ্ৰাপ্তি লাভ কৰে তাকে ৰেণেছেঞ্চ্ বোলে। মাঘৰ শেষৰ ৰবমুণ, ফাগুনৰ বিনন্দীয়া কুঁহিপাত আৰু চৰাইৰ ঠেও ধৰা মাত আদিত একেলগে দশোদিশৰপৰা যেনেকৈ বসন্তৰ আগমনৰ সঁহাৰি পোৱা হয়, অসমৰ এই ৰেণেছেঞ্চ বাতৰিও সেইদৰে অকল বৈষ্ণৱ সাহিত্যত নহয়, সেই কালৰ অসমৰ সামাজিক খৰ-লুটি ৰাজনৈতিক যুঁজ-বাগৰ আদি সকলোৰে ভিতৰেদি গুঞ্জৰি উঠিছিল।"

শঙ্কৰী যুগৰ পিছতো অসমীয়া সাহিত্যৰ জয়জয় ময়ময় অৱস্থা উৰ্দ্ধমুখী হোৱা নাছিল যদিও ম্লান হৈ যোৱা নাছিল। পদ-পুথি, চৰিত-পুথি, বুৰঞ্জী, ভাওনাৰ নাট আদি তৰহে তৰহে লিখা হৈছিল। এখেতসকলৰ সংখ্যাও নিচেই কম নহয়। দুই এজনকহে আমি দেখা কৰিব পাৰিম। কেৱল আপুনি আহক ৰঘুনাথ মহন্ত। আপোনাৰ 'কথা-ৰামায়ণ'ৰপৰা দুআষাৰমান শুনাওক।

"আমাৰ ইটো অনুচিত কৰ্ম্ম জানি নিন্দা সুবুদ্ধি কৃপা-ৰস উচিত হয়। পুনু শ্ৰীৰাম চৰণত মোৰ কোটি প্ৰণাম। হে প্ৰভু ৰাম, তুমি পূৰ্ণকাম, কোটি ব্ৰহ্মাণ্ডৰ কাৰণ নিৰঞ্জন নিৰাকাৰ, যাক বেদান্তয়ো প্ৰত্যক্ষ কৈতে নপাৰিলা, কিন্তু অন্বয় ব্যতিৰেকে নানা উপমাৰে নিৰ্দেশ কৰিহে তোমাক কহিছে।"

আহোম ৰজাসকলেও সাহিত্যৰ পৃষ্ঠপোষকতা কৰাৰ উপৰিও দুই এগৰাকীয়ে নিজে গীত-পদো ৰচনা কৰিছিল। এতিয়া স্বৰ্গদেউ ৰুদ্ৰসিংহ। আপোনাৰ গীত এফাকিকে শুনো।

"আইল গৌৰী প্ৰসন্ন মন।
পূৰ্ণিমাৰ শশী সম জলয় বদন॥
শিৰত কিৰীটি গাৱে অমূল্য বসন।
কৰ্ণে কুণ্ডল শোভে কণ্ঠাভৰণ॥
দশভুজে দশ অস্ত্ৰ ধৰিছা সঘনে।
কটিত কিঙ্কিনী বাজে নুপুৰ চৰণে॥
ৰূপৰ উপমা দিব পাৰে কোন জনে।
নমি গৌৰী পায়ে ৰুদ্ৰসিংহ নৃপে ভণে॥"

—স্বৰ্গদেউ শিৱসিংহ। আপোনাৰ ৰচিত গীতো দুআষাৰ শুনো।

"শ্ৰীফল বিকশিত কুচযুগ লোলে।
মত্ত দ্বিৰত গতি অতিশয় দোলে॥
ৰাজা শিৱসিংহ ইহ ৰস ভণিতম্।
ৰমণী শিৰোমণি ৰাধা-চৰিতম্॥"

—আপুনি কোন? আহোম ৰাজসভাতে লগ পাইছোঁ।

—মই কবিৰাজ চক্ৰৱৰ্ত্তী। 'গীতি-গোবিন্দ', 'শঙ্খচূড় বধ', 'ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ', 'শকুন্তলা' কাব্য মোৰ ৰচনা। সংস্কৃতত বিহু উৎসৱো বৰ্ণনা কৰিছিলোঁ। তাকে অলপ গাই দিছোঁ—

"ৰতিপতি সদনং জলৰুহ বদনং
তমুজিত কনক বিকাশম্।
ঘনকুচ কলসং পৰিলস দলসং
চলদমুপমবিকাশম্॥

নৃত্যতি ললিতং হৰিগুণ বলিতং
গায়তি বিহু বিলাসং।
কলিতং সবচনং মুখৰিত ৰসনং
নটীপটল মৃদুহাসম্।"

—ভাল বাৰু। আপুনি যাওক।

—এইবাৰ আপুনি আহক।

—মই সুকুমাৰ বৰকাথ। 'হস্তী-বিদ্যাৰ্ণৱ' মোৰ ৰচনা। ইয়াত হাতীৰ বিবিধ জাতি, হাতীৰ ৰোগ আৰু চিকিৎসা আদিৰ বিষয়ে লিখা আছে। বহুত ছবিও দিয়া হৈছে। আহোম ৰাজচ'ৰাৰ চিত্ৰ এখনো আছে।

—বৰ মূল্যবান গ্ৰন্থ। আমাৰ দেশত ধৰ্ম্ম, পুৰাণ, ভাৰত আদিৰ কাহিনীৰ বাহিৰেও আন বিষয় লৈ ভিন ভিন গ্ৰন্থ লিখা হৈছিল। এই হস্তীবিদ্যাৰ্ণব, ঘোঁৰা নিদান, শ্ৰীহস্ত-মুক্তাৱলী আদি তাৰেই প্ৰমাণ।

"গম্ভীৰ ধীৰ ধাৰ্ম্মিকসকলৰ মধ্যত শ্ৰেষ্ঠতৰ সোমাৰ পীঠৰ ঈশ্বৰ শ্ৰীযুত শ্ৰীমন্ত শিৱসিংহ নাম দি মহাৰাজা আৰু এঁনে মহিষী শ্ৰীশ্ৰীঅম্বিকা নামে মহাদেৱী সেই দুইজনাৰ আজ্ঞা ৰত্নমালাক শিৰত ধৰি সুকুমাৰ বৰকাথে এই হস্তীবিদ্যাৰ্ণব সাৰ সংগ্ৰহক ৰচিলে। শক ১৬৫৬। আতে চিত্ৰ কৰিবলৈ আজ্ঞা কৰিলে দিলবৰ দোষায় দুই লিখকক।"

এই যুগৰ আন বহুতক এৰা হ'ল। 'দৰং ৰাজবংশাৱলী'ৰ কবি সূৰ্য্যখড়ি দৈবজ্ঞকো দেখা কৰিবৰ সময় নহ'ল। ভালেমান প্ৰসিদ্ধ বুৰঞ্জী-লিখকো বৈ গ'ল। সকলোলৈকে ভক্তিৰ শৰাই আগবঢ়াই এই উত্তৰ-বৈষ্ণৱ যুগকো বিদায় দিয়া হ'ল।

এইদৰেই সোণাময় দিনবোৰ পাৰ হৈ যোৱাৰ পিছত দৈত্য দানৱ অহাৰ নিচিনাকৈ অসমৰ বুকুত আৰম্ভ হ'ল মান-মৰাণৰ দিন। অন্তৰ্বিপ্লৱ, ৰাজবিপ্লৱ, আৰু যে কত অশান্তিৰ ধুমুহা। ৰাজপাটত ৰজা নোহোৱা হ'ল। দেশত মানুহ নোহোৱা হ'ল। গড়গাঁও, ৰংপুৰৰ ৰাজকাৰেঙত ভূত-প্ৰেতে নাচিলে। গোটেই দেশতে ডাকিনী-যোগিনীৰ ৰাজত্ব আৰম্ভ হ'ল। এইদৰে কিছুদিন যোৱাত আহিল ইংৰাজৰাজ। তেওঁলোকৰ লগতে আহিল বঙালী আমোলা আৰু আহিল মাৰোৱাৰী মুদৈ। কিন্তু তেতিয়াও দেশত এন্ধাৰ—ঘোপমৰা এন্ধাৰ—অসমীয়া জাতি টোপনিত অচেতন। সৌভাগ্যক্ৰমে ইংৰাজৰ লগতে আহিছিল এদল খৃষ্টধৰ্ম্মৰ যাজক। তেওঁলোকেই আনিলে পুনৰ অসমীয়ালৈ বিশল্যকৰণী। অসমৰ আকাশত হ'ল সৌভাগ্যৰ "অৰুনোদই"। অৰুণোদয়ৰ পোহৰত চকামকাকৈ দেখা পাইছোঁ। আপোনালোক কোন কোন আহিছে আগবঢ়াটি আহকচোন।

—মই ৰেভাৰেণ্ড কটটাৰ। ১৮৩৬ চনতে মই পোনপ্ৰথমে অসমত ছপাশাল স্থাপন কৰোঁ। অসমীয়া শিক্ষাবিস্তাৰৰ বাবে প্ৰথমে পঢ়াশালি পাতোঁ। মোৰ কথা অলপমান শুনক :—"দুখীয়াবিলাক ধন্য, কিয়নো স্বৰ্গৰাজ্য তেওঁবিলাকৰহে। অৰ্থাৎ দুখীয়াইহে সদায় স্বৰ্গত থকা

ঈশ্বৰক সুঁৱৰি পৱিত্ৰ মনেৰে থাকে। কিন্তু ধনীয়ে ঈশ্বৰ-চিন্তা কৰিব নোৱাৰে। কাৰণ তেওঁবিলাকৰ অন্তৰ ধন-বস্তুৰ অহংকাৰত কলুষিত হৈ থাকে। সত্যৰক্ষাৰ কাৰণে যিসকল ব্ৰতী, সেইসকল ধন্য, কিয়নো এদিন নহয় এদিন সেইসকলৰ দাবী পূৰণ কৰা হব। যাৰ অন্তৰ নিৰ্মল তেওঁ ধন্য, তেনে লোকহে ঈশ্বৰৰ সঙ্গ লাভ কৰে। শান্তিস্থাপন কৰোঁতাসকল ধন্য, কিয়নো তেওঁবিলাকক ঈশ্বৰৰ সন্তান বুলি কোৱা হয়।"

—মই ডক্টৰ নেথন ব্ৰাউন। নিউ টেষ্টামেণ্টখন সম্পূৰ্ণকৈ অসমীয়ালৈ ভাঙি ময়ে উলিয়াইছিলোঁ ১৮৪৮ চনত। "অসমীয়া ভাষাটো পুৰণি আৰু অসমৰ সকলোতে ইমান একে-আগী যে ই সঁচাসঁচিকৈয়ে ক'তো নিমিলে। বঙলা ভাষাটো দিনে দিনে সলনি হৈ আহিছে বুলি মিঃ ৰবিন্সনে নিজেই কৈছে। অসমীয়া ভাষাটো কিন্তু শ-শ বছৰ একেদৰেই চলি আছে। ই কেতিয়াও বঙ্গদেশৰপৰা অহা নাই। বিশেষকৈ উচ্চাৰণলৈ চালে, বঙলাতকৈ সংস্কৃতৰপৰা উদ্ভৱ হোৱা অন্যান্য ভাষাৰ লগত হে ইয়াৰ সাদৃশ্য অধিক পৰিমাণে দেখিবলৈ পোৱা যায়। উপচি পৰা নহলেও অসমীয়া ভাষাৰ মাত-কথাবোৰ শুনিবলৈ সুৱদি আৰু স্বৰ্গীয়া। মিষ্টাৰ ৰবিন্সনে নকলেও, ইয়াক অসমীয়া মানুহৰ মাতৃভাষা বুলি গণ্য কৰা নিতান্ত উচিত হব। নজনা মুগুনাকৈয়ে ভাষা এটা পেংলাই কৰা অতি উজু। আমাৰ আথৰ-জোঁটনি দেখুৱাই ভাষাটোক খেহেটা, অমাৰ্জ্জিত, আপচু আৰু চহা বুলি "পাঞ্চ" কাকতৰ দাঁত-নিকটাই ইহঁত ছবিৰ নিচিনাকৈ হাঁহিব পাৰে, তথাপি আমি যি মানুহৰ মাজত যি ভাষা চলি থাকে সেই ভাষা চলাবলৈহে কঠোৰ ক্লেশ কৰিব লাগিব। নহলে সেই জাতিৰ কেতিয়াও সুমঙ্গল নহব।"

—মই এলিজা ব্ৰাউন। 'গণনৰ অঙ্ক' নামৰ অসমীয়া শিশু-পুথি ময়েই উলিয়াইছিলোঁ ১৮৫০ চনত।

—মই ডক্টৰ ব্ৰন্সন। মই ৰচনা কৰা ১৮৮৬ চনত প্ৰকাশিত প্ৰথম অসমীয়া অভিধানত চৈধ্য হেজাৰমান শব্দ আছিল। "ইয়াৰ পূৰ্ব্বে এই ভাষাৰ কোনো গঢ নোপোৱাত আৰু যেয়ে যেনেকৈ পায় তেনেকৈ লিখাত আন সকলো প্ৰথম চেষ্টাৰ দৰেই এই চেষ্টাও নিশ্চয় অলপ নহয় অলপ অসম্পূৰ্ণ হবই। তথাপি বিনা বিচাৰে এটি শব্দও সৰকি যাবলৈ দিয়া হোৱা নাই আৰু সন্দেহৰ স্থলত আটাইতকৈ জ্ঞানী-বয়োবৃদ্ধ লোকক সুধি লোৱা হৈছে। ইয়াৰ আথৰ-জোঁটনিত অসমীয়া পণ্ডিত যদুৰাম বৰুৱাৰ নিয়ম মানি চলা হৈছে। মোৰ বিশ্বাস, আনবোৰ নিয়মতকৈ এই নিয়মেই জনসাধাৰণৰ উচ্চাৰণৰ লগত অধিক মিলে।"

—মই নিধিৰাম ফেয়াৰবেল। মই বহুত কবিতা লিখিছিলোঁ। তাৰ দুই এটা 'অসমীয়া সাহিত্যৰ চানেকি'ত আছে। এটাৰপৰা দুআষাৰমান পটি শুনাও বাৰু—

"যিচুৰ চৰিত্ৰ অত্যন্ত পৱিত্ৰ
গুণৱন্ত মনোহৰ,
সুনা মন দিয়া তৃপ্ত হব হিয়া
অমৃত বাক্য সুন্দৰ।

সম্পূৰ্ণ হৈছিল কাল জন্মৰ জেতিয়া,
পাঁচি দিলে নিজ সুত ইশ্বৰে তেতিয়া
নামে যিচু খ্ৰীষ্ট অধিকাৰ জীৱনৰ,
নৰক ভাগিও তৰে বিশ্বাসে জাহাৰ।
কুমাৰিৰ গৰ্ব্ভে জন্ম ভৈলা যিচু খ্ৰীষ্ট,
নিস্পাপি নিকাম প্ৰভু জগতৰ ইষ্ট।
সুনা সৰ্ব বন্ধুগণ, কৰিয়া প্ৰত্যাই,
খ্ৰীষ্ট ভজিলে মুক্তি পাইবা নিচই,
সকল নৰক ভই আৰু নেপাইবা,
স্বৰ্গত আনন্দে মহা বসতি কৰিবা।"

—আৰু কোন কোন আছে আহক। 'অৰুনোদই'ৰ পোহৰতে চাই লওঁ।

যাদুৰাম বৰুৱা
হলিৰাম ঢেকিয়াল ফুকন
মণিৰাম দেৱান বৰভণ্ডাৰ বৰুৱা
কাশীনাথ তামুলী ফুকন
হৰকান্ত শৰ্ম্মা বৰুৱা

স্বৰূপাৰ্থত খৃষ্টান যাজকসকলে অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি দেখুওৱা অনুৰাগ অতুলনীয়, চিৰস্মৰণযোগ্য। তেওঁলোকৰ আৰু 'অৰুনোদই' কাকতৰ ভাষা সৰগী শিশুৰ মুখৰ আধাফুটা থুনুক-থানাক মাতৰ নিচিনা কোমল আৰু মৌমিঠা। এওঁলোকে নানাবিধৰ পুথি লিখি আমাৰ সাহিত্যৰ জেউতি চৰাইছিল। যেনে:—'আমাৰ ত্ৰাণকৰ্ত্তা যীশুখ্ৰীষ্টৰ নতুন নিয়ম', 'ডেভিদৰ গীত', 'নিস্তাৰৰ উপায়', 'জাত্ৰিকৰ জাত্ৰা', 'তুতিগান', 'বাইবেলৰ সাধু' আদি ধৰ্ম্মৰ পুথি, বাৰে মতৰা, প্ৰথম কিতাপ, প্ৰথম গণনা আদি পঢ়াশলীয়া পাঠ্যপুথি আৰু গুৱনি সাজ, 'আফ্ৰিকাৰ কোঁৱৰ', 'ঈগলৰ বাহ' আদি সাধুৰ পুথি।

—আপুনি কোন?

—আনন্দৰাম ঢেকিয়াল ফুকন।

—অ' ঢেকিয়াল ফুকন ডাঙৰীয়া! আপোনাৰ ধাৰ আমি শুজিব নোৱাৰোঁ, অসমীয়া জাতিয়ে কোনোকালে শুজিব নোৱাৰে। আপোনাৰ জন্মৰ বছৰটোৰপৰা (১৮২৯ চন) আমি অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগৰ আৰম্ভণি বুলি ধৰি লৈছোঁ। আপুনি ভুআধাৰমান কৰ লাগে।

—ভুল হৈছে। মোৰ জন্মৰপৰা নহয়, ১৮৪৬ চন অৰ্থাৎ 'অৰুনোদই' কাকতৰ জন্মৰ দিনৰপৰাহে অসমীয়া ভাষাৰ ন-যুগৰ আৰম্ভ হৈছে বুলি ধৰিব লাগে। সেই 'অৰুনোদই' কাকততে আজিৰপৰা প্ৰায় এশ বছৰ পূৰ্ব্বে অৰ্থাৎ ১৮৫৭ চনৰ মাৰ্চ্চ মাহত 'মাত্ৰি ভাষাৰ শক্তি' নাম দি এটা প্ৰবন্ধ লিখা হৈছিল। তাকেই এতিয়া পঢ়ি শুনোৱা হৈছে:—"জি দেশৰ

জি চলিত ভাষা তাক সেই দেশৰ লোকসকলৰ মাত্ৰি ভাষা বোলে। জেনেকৈ আমাৰ দেশৰ লোকসকলৰ মাত্ৰি ভাষা অচমিয়া, বঙ্গালিবিলাকৰ বঙ্গালি, ইংৰাজিবিলাকৰ ইংৰাজি, আৰব দেশৰ আৰবি ইত্যাদি। এই মাত্ৰিভাষাৰ শক্তি বৰ আচৰিত। কিয়নো ইয়াক আমি কেতিয়াও নেপাহৰোঁ। জি দেশত ওপজা জাই, সেই দেশত ৯।১০ বছৰীয়া মানলৈকে থাকি, পাছে সেই দেশৰ মানুহৰ সমাগম নোহোৱা ঠাইলৈ গলেও মাত্ৰি ভাষাৰ অনেক কথা নাপাহৰাকৈ থকা জাই। জৰ প্ৰভৃতি কেতবিলাক ভাগৰ নৰিয়া পৰিলে, মানুহৰ সোৱৰণ শক্তিৰ বৰ বিঘিনি হই, সেয়ে হলে অনেক কথা পাহৰা জাই। কিন্তু মাত্ৰি ভাষাৰ কি আচৰিত শক্তি যে আনৰূপে তাক হঠাত পাহৰা নেজাই। এজন ইংৰাজি মানুহে ১০।১২ বছৰীয়া বয়স হোৱাত জাৰ্মানি দেশত বাস কৰি সেই দেশৰ ভাষা শিকিছিল পাছে আপোনাৰ দেশলৈ উলটি আহি একাৰ বৰ শকত নৰিয়া পৰাত সেই ভাষা একেবাৰে পাহৰিলে। আৰু এজনে সৰুতে ইথোনিয়া দেশত থকাত সেই ভাষা শিকিছিল পাছে আপোনাৰ দেশলৈ অহাত অনেক দিন সেই দেশৰ লোকে সৈতে চলকৰ নথকাক সেই ভাষা সকলোটি পাহৰিছিল। কিন্তু এবাৰ টান জৰ হোৱাত নৰিয়া থাকোতেই সেই ভাষা আকোঁও মনত পৰিল তাতে তাক কবলৈ ধৰিলে। দেখাসকলে তেওঁ-বিলাকে নজনা ভাষা কোৱা দেখি বুলিলে বোলে ই নৰিয়াত হে এইবোৰ মিচা বলকিবলৈ ধৰিছে। পাছে সেই নৰিয়া চোৱা বেজে সেই ভাষা জানি লোকসকলৰ মিচা ভ্ৰম গুচাই দিলে। সেই সময়ত যদি আমাৰ অচমিয়া মানুহ ওচৰত থাকিলেহেঁতেন তেন্তে সেই নৰিয়া মানুহটোক বৰগচৰ বলিয়া চামোনৰ দোষ নাইবা অপেচৰাৰ দোষ লাগিছে বুলি বেজ লগাই কাণে মূৰে ৰঙা কলা সুতাৰে ঔষধ দিলেহেঁতেন, আৰু বুৰা ডাঙৰিয়াৰ সেৱা অপেচৰাৰ সেৱা আৰু কানিয়া সেৱা কৰিবলৈ উদ্যোগ কৰিলেহেঁতেন, এইৰূপে সকলো ভাষাকে পাহৰা জাই। কিন্তু মাত্ৰিভাষাৰ তেনে বিপৰিত ঘটনা হোৱা সুনা নাই, আৰু তাৰ জেনেহে শক্তি দেখা জাই তাৰ দোআৰাই তাক যে সম্ভালিব পৰা যাব এনে অনুভৱ নহই। ইয়াৰ এটি দৃষ্টান্ত দিওঁ, পাঠকসকলে শ্ৰৱন কৰক।

আমাৰ দেশৰ কামৰূপ জিলাৰ বাউসি পৰগণাৰ ফালৰ এজন লোকে সৰু কালতে বঙ্গাল দেশলৈ আহি বৰ বৰ পঢ়াশালিত সংস্কৃত পঢ়িলে। আৰু হৰিদ্বাৰ, দ্বাৰকা, গুজৰাট, হাইদ্ৰাবাদ প্ৰভৃতি নানা ৰাজ ফুৰিছিল, এইৰূপে ইকুট চাহাবৰ প্ৰথম দিনৰেপৰা আজি পৰ্য্যন্ত বিদেশতে বাস কৰে, কেতিয়াবা কেতিয়াবাহে কোনো ঠাইত অচমিয়া মানুহে সৈতে সাখ্যাত হই। তথাপি এনে হোৱাতো আজিলৈকে পৰগণিয়া কথা অনেক নাপাহৰাকৈ আছে। বিসেশকৈ 'উলটি' আৰু 'সেত্ৰা' এই দুই বাউসিয়া কথাহে সেইজনে কৈ থাকে। কথা কোৱাতো বঙ্গালিসকলৰ কথা যেনে সুধ আৰু পষ্ট সুনি তেনে নহই, এনে আচৰিত সক্তিৰ কথা সকলে অনেক দেখিব পাই, আৰু সকলোৱে আপোন আপোন গাতে গম পাবও পাই, আমি অধিক কি কম? এতেকে জনা গ'ল যে এই মাত্ৰি ভাষাৰ দৰে অন্য ভাষাৰ শক্তি কেতিয়াও হব নোৱাৰে। সেই নিমিত্তে হে মাত্ৰি ভাষাৰ প্ৰতি সকলোতকৈ ভক্তি আৰু জতন কৰা উচিত। কিন্তু কি লোকৰ কথা, এই

দেশৰ লোকসকলে, ইয়াকে জানিও অনেকে মাত্রি ভাষাক অশ্রধা কৰি বঙ্গালি ভাষাকহে মান ভাগ দিয়ে। সমনিয়া মানুহৰ সাৰিত সৰু তল মানুহ এটাক মান ভাগ দিলে, নোপোৱাবিলাকে জেনেকৈ দিওতা গৰাকীৰ প্রতি মনত বেজাৰ কৰে সেইদৰে অচমিয়াসকলে বঙ্গালিত মান ভাগ দিয়াত থাকি আমাৰ অচমিয়া ভাষাই বেজাৰ পাইছে। অচমিয়া ভাষা আমাৰ মাত্রি ভাষা আৰু মাত্রিৰ নিচিনা, সেই দেখিয়ে মাত্রিয়ে বেজাৰ পোৱা কাম কৰা সন্তানসকলৰ পক্ষে অতি অজুগুত। ই শাস্ত্রৰ কথা। ইয়াকে জানি অচমিয়াসকলে মাত্রি ভাষাৰ প্রতি শ্রধা আৰু ভক্তি প্রকাশ কৰা উচিত। আমাৰ দেশত দেশাধিকাৰসকলে বঙ্গালি ভাষাৰ প্রতি আদৰ কৰিছে বুলি কোনোএ কব পাৰে। আমাৰ দেশত দেশাধিকাৰে যি নিমিত্তে বঙ্গালি ভাষা আমাৰ দেশত চলাবলৈ ধৰিছিল, এতিয়া সেই কথা শেষ হোৱাতো আমাৰ দেশৰ লোকসকলে তাৰ হুই কিন্তু বিচাৰি চালে আমাৰ মানুহতহে সৰহ দোষ। তাক প্রতি বিশেষ আদৰ কৰা দেখিহে চলিত কৰি ৰাখিছে। এতিয়াও যদি আমাৰ মানুহে অচমিয়া ভাষাকে আদৰ আৰু ভক্তি কৰো বোলে আৰু সেইদৰে কাৰ্য্য কৰে, তেনেহলে আমাৰ দেশাধিকাৰ এনে অবিবেচক নহই, যে আমাৰ অচমিয়া ভাষাৰ প্রতি অবহেলা কৰিব। দেশৰ বৰ লোকসকলৰ দৃষ্টান্তকে সৰু আৰু মজলিয়াবিলাকেও লয়। আমাৰ দেশৰ বৰ সৰু সকলেই পত্র লিখাত অনেক শ্রমেৰে অঙ্গিকাৰ কৰিও বঙ্গালি লিখে, আৰু বেৱহাৰ কৰে। সেই দেখি আমাৰ ইতৰ আৰু ডেকাডুমাসকলেও লব তাত কি সংশয় আছে। অপৰ সাধাৰণ লোকসকলে গতানুগতীকেহে কৰ্ম্ম কৰে। এতেকে আমাৰ দেশৰ বৰ বিলাকক বঙ্গালি ভাষাক অচমিয়াতকৈ মান্য কৰা ৰোগৰপৰা মুকুত কৰিব পাৰিলে সাধাৰণ লোকসকলক পৰা জাই। কিন্তু ই ৰোগৰ ঔষধ একো নাই, সকলোৱে আপোন মৰ্জদা চালেই কাৰ্জ আছে। আপোনাৰ ৰোগ আপুনি গুচাব লাগে মুখৰ অগ্নি মুখে মুমুমালে কোনে মুমাব। এই নিমিত্তে অচমিয়াসকলে একমত হৈ থাকিলেই হই অধিক কি লিখিম।”

—এইবাৰ আপোনালোক ডুজন আহক আমাৰ অসমীয়া অমিত্রাক্ষৰ ছন্দৰ প্রৱৰ্ত্তক কবি।

—মই ৰমাকান্ত চৌধাৰী। ‘অভিমন্যু-বধ’ কাব্য ময়েই লিখিছিলোঁ। ‘সীতাহৰণ’, ‘ৰাৱণ বধ’ নাট খনদিয়েকো লিখিছিলোঁ—অভিনয় কৰিছিলোঁ। নাটবোৰ বোধকৰোঁ হেৰাল। অভিমন্যু-বধ কাব্যৰ ভূমিকাত ১৭৯৭ শকৰ ১২ই জেঠতে কৈছিলোঁ—“আজিকালি আমাৰ মৰমৰ মাতৃভাষা যেনেকুৱা দশাত আছে তাৰপৰা কোনো ভাল পুথি ৰচিবৰ আশা কৰা কেৱল পৰ্ব্বতত কাচ-কণি বিচৰা মাথোন। গছজোপাৰ ঠাল শকত আৰু সাৰ ফুটাৰ আগেয়ে আমি তাৰপৰা সজ গুটি পাবৰ মিচা ভৰসা কৰিলে নিচেইকৈ বঞ্চিত হয়। আৰু ভাল মলিয়া হলে বেয়া ফুলৰ-পৰাও চিকণ চাকি গাঁথিব পাৰে বুলি যদিও এটি সাধু কথা আছে, কিন্তু কপালগুণে ময় এজন ন শিকাৰু মলিয়া।” মুঠে ছাঁ পুতলা নচুয়াৰ দৰে এই পুথিখনি বৰ সাহেৰে আপোনাসকলৰ আগত উলিয়াইছোঁ। তাৰে দুশাৰীমান শুনক :—

“আহিয়া ৰজনী দেৱী মনোহাৰি বেশে
আগুৰিলা কুৰুক্ষেত্রে আগুৰিলা ধৰা

আঁতৰাই ৰশ্মিজাল আগুৱাণ দিয়া,
পিন্ধিলা ভালত ভাল ভেলকী লগোৱা
চান্দ সিন্দূৰৰ ফোটা। অপৰূপ ৰূপে
ৰূপৰ টোপেৰে তৰাবোলে ভূষিলাহা
নীলবৰ্ণ আকাশক। বহিয়া মলয় বাও
ধীৰে ধীৰে, দেহী দেহ কৈল সুশীতল।”

—মই ভোলানাথ দাস। ‘সীতাহৰণ’ কাব্য ৰচি, ‘চিন্তা-তৰঙ্গিনী’ আৰু ‘কবিতা-হাৰে’ৰে অসম-মাতৃক পূজা কৰিছিলোঁ। মোৰ ‘মেঘ’ কবিতাটোৰেপৰা দুফাকি শুনাওঁ বাৰু :—

“কৃষ্ণ-বক্ষে জ্বলে যেন স্ফটিকৰ মণি,
কিম্বা শ্যাম দূৰ্ব্বাদলে যথা জল বিন্দুজ্বলে,
ছাঁয়াবৃত জলে যেন শোভে কমলিনী,
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধবল তৰণী।
সিৰূপে তুমিও সেই বিস্তীৰ্ণ গগনে,
ৰজতেৰে দেহ সাজি শোভিছা হে মেঘ আজি
দেখোঁতে জুৰায় চকু ক্ষুদ্ৰ আয়তনে,
উদিছা নতুন ভাবে সুকোমল মনে।”

—শুনি বৰ ভাল লাগিল। এইবাৰ আপোনালোক দুজন আহক।

—মই গুণাভিৰাম বৰুৱা। এইখন মোৰ ‘অসম বুৰঞ্জী’। এইখন ‘আসাম বন্ধু’।

—মই হেমচন্দ্ৰ বৰুৱা। এইখন মোৰ ‘হেমকোষ’। এইখন ব্যাকৰণ। এইখন ‘কানীয়াৰ কীৰ্ত্তন’। এইখন ‘আসাম নিউজ’।

দুজন দেৱৰ্ষিক দেখা পোৱাৰ দৰে আপোনালোক দুজনক এইদৰে দেখা পোৱাটো বৰ সৌভাগ্যৰ কথা। দুইজন আমাৰ ভাষাৰ ওজা। আপুনি—

“হেমৰ কোষেৰে ওথ দোল বান্ধি
ভাষাক সাৰথি ধৰি
সুমাবলগীয়া অসমীয়া নাম
ৰাখিলে জিলিকা কৰি।”

এইবাৰ আৰু এজন ঋষি আহিল। আপুনি অগ্নি-ঋষি কমলাকান্ত নহয় নে? বুকুত আপোনাৰ চিন্তাৰ অনল, কাষলতি তলত সেইখন ‘অষ্টাবক্ৰ সংহিতা’। আপুনি কি কব খুজিছে কওক।

“বুৰঞ্জী লেখক জাতীয় গৌৰব
কিবা চিন পাবা অসম দেশৰ,
যত কবিকুল জাতি পদ্মফুল
লভিলে জনম ফলে কি পাপৰ।

উহ। পাহৰণি যেন ৰাক্ষসিনী
গিলিলি বহুত অসম গৌৰৱ।
কোনে উলিয়াব কোনে বা দেখাব
জন্মিছেনে এনে মহা অনুভৱ?"

—এতিয়া আপুনি যাওক। ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰা, কালিৰাম বৰুৱা, মথুৰামোহন বৰুৱা, বলিনাৰায়ণ বৰা, ইন্দিবৰ বৰুৱা, বলদেৱ মহন্ত, মাধৱচন্দ্ৰ বৰদলৈ প্ৰভৃতি যিসকল আমাৰ আগলৈ নাহিল তেখেতসকললৈকো ইয়াতে নমস্কাৰ জনাইছোঁ।

এতিয়া একেলগে 'জোনাকী যুগ'ৰ ত্ৰিমূৰ্ত্তিক দেখা কৰিব খুজিছোঁ। আপুনি কোন?

—চন্দ্ৰকুমাৰ আগৰৱালা।

—'প্ৰতিমা'ৰ খনিকৰ, 'বীণ-বৰাগী'ৰ বৰাগী চন্দ্ৰকুমাৰ আগৰৱালা আপুনি? আপুনি 'জোনাকী' উলিয়াইছিল, 'অসমীয়া' উলিয়াছিল। আপোনাৰ অসমীয়াই "স্বৰ্গতো অধিক জনমভূমি" মন্ত্ৰ জপি দুকুৰি এবছৰীয়া জীৱনৰ অবসান ঘটাই অলপতে মাথোন বিলুপ্ত হৈছে। সেই কাৰণে আপুনি নিশ্চয় স্বৰ্গত থাকিও বৰ অশান্তি অনুভৱ কৰিছে—তাতোকৈ বেছি অশান্তি পাইছে আমাৰ অকৃতজ্ঞতা দেখি—আমাৰ কাৰো চকুত এটুপিও চকুলো নেদেখি। যাওক এই দুখৰ কথা। আপুনি বেছি কথা নকয়। তথাপি এবাৰ বাণী দিয়ক আগৰৱালাদেৱ।

"মানৱী জনম দিয়া উটুৱাই
মানৱী কৰম সোঁতে,
মানুহৰ মৰম বুজিবা মানুহে,
ধৰম যে মৰমতে।
মানুহেই লগ, মানুহেই সঙ্গ,
মানুহে পৰাৎপৰ,
এই যে পৃথিৱী স্বৰ্গতো অধিক,
মানুহৰ নিজাপী ঘৰ।
মানুহেই দেৱ, মানুহেই সেৱ,
মানুহ বিনে নাই কেৱ,
কৰা কৰা পূজা পাদ্য-অৰ্ঘ্য লই,
জয় জয় মানৱ দেৱ।"

—মই হেম গোসাঁই।

—আপোনাক চিনি পাওঁ প্ৰভু। 'জোনাকী', 'বিজুলী', অ-ভা-উ-সা সভাত আপুনি আগভাগ লোৱা নাছিল জানো? 'ফুলৰ চাকি' গুথি অসমী আইক পিন্ধাইছিল। 'হেমকোষ', 'পুৰাণ অসম-বুৰঞ্জী', 'কথা-গীতা' আপুনি পোহৰলৈ উলিয়াছিল, অসমীয়া সাহিত্যৰ ভৰহে ভৰহে চানেকি বাছিছিল। আমাক আজি দুশাৰীমান কবিতা শুনাই যাওক প্ৰভু!

"জোনাক জোনাক বুলি জীৱন বিচাৰি
আন্ধাৰত প্ৰকৃতি আতুৰ,
জোনাক-জীৱন খুজি ওপঙি ফুৰিছে
নিস্ফুট আকুল এটি সুৰ।
কাতৰ সুৰত পমি নিয়ম বিহোঁতা
প্ৰকৃতিৰ প্ৰবোধি মনক,
দিবলই মনে মনে জোনাক জাননী
পঁাচিছে পুবাৰ বতাহক।
ৰৰষা অনন্ত কাল জ্ঞানৰ পোহৰ
জ্যোতির্ময়ী জোনাকী সবিতা,
ৰজোৱাঁ অনন্ত কাল পঞ্চমত তুলি,
বীণাপাণি, কোমল কবিতা।"

—মই লক্ষীনাথ।

—আপুনি অসমীয়া ভাষা-সাহিত্যৰ কায়-কল্প-চিকিৎসক লক্ষীনাথ বেজবৰুৱা। আজি আপোনাক আমাৰ বৰ আৱশ্যক হৈছে। ইংৰাজ কবি ৱৰ্ডছৱাৰ্থৰ সুৰতে সুৰ মিলাই আপোনাক আহ্বান কৰিবৰ মন গৈছে—

"Rasaraj! thou shouldst be living at this hour
Assam hath need of thee she is a fen
Of stagnant waters alter, sword, and pen,
Fireside, the heroic wealth of hall and bower,
Have forfeited their ancient Assamese dower
Of inward happiness We are selfish men,
Oh! raise us up, return to us again,
And give us manners, virtue, freedom, power"

"আমি অসমীয়া নহওঁ দুখীয়া
কিহৰ দুখীয়া হম—
সকলো আছিল সকলো আছে
মুবুজোঁ, নলওঁ গম।
বাজক শঙ্খ, বাজক ঘণ্টা, বাজক মৃদং খোল,
অসম আকৌ উন্নতি পথত 'জয় আই অসম' বোল।"

—আপুনি দেখোন ওচৰতে বৈ মিচিক-মাচাককৈ হাঁহিব লাগিছে। আপোনাক চিনি পাইছোঁ—আপুনি কৃপাবৰ বৰবৰুৱা। আপুনিও একেষাৰ কব লাগে, বেছি কব নোৱাৰে কিন্তু।

"এই পৃথিৱীত মাত্ৰ তিনিজন মানুহে হাঁহিব জানিছিল। প্ৰথমজন পুৰণিকলীয়া গ্ৰীচ

দেশৰ—নাম এৰিষ্টফেনিচ্—দ্বিতীয়জন আছিল স্পেইনত—নাম ছাৰভেণ্টিচ্ আৰু তৃতীয়জন বুল দেশত—নাম ছুইফ্‌ট্। এওঁলোকৰ উপৰি চতুৰ্থ এজন আছে—সেইজন বৰবৰুৱা স্বয়ং।”

এতিয়া আপোনালোকো এখেতসকলৰ একেশাৰীতে থিয় হৈ নমস্কাৰ একোটা লওক।

**পদ্মনাথ গোহাঞী বৰুৱা। সত্যনাথ বৰা। ৰজনীকান্ত বৰদলৈ। আনন্দচন্দ্ৰ আগৰৱালা। লক্ষ্মীৰাম বৰুৱা। কনকলাল বৰুৱা।**

আপোনালোক প্ৰতি জনেই অসমীয়া সাহিত্যলৈ বিশিষ্ট দান আগবঢাই গল। আমি প্ৰতি জনৰ ওচৰতে অশেষ প্ৰকাৰে ঋণী। ইমানতে ‘জোনাকী যুগ’ৰ অন্ত পৰিল। এই ‘জোনাকী যুগ’ৰ নাড়ীজ্ঞান কৰি আপুনি দুআষাৰ কব খুজিছিল নহয় শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়া! কওকচোন বাৰু, কি কয় শুনো।

“দেখাত মৃতপ্ৰায় হলেও, অসমীয়া সাহিত্যৰ গৰ্ভ-নাড়ীত জোনাকী-যুগৰ ধনঞ্জয়-বায়ুৱে কোবাবই লাগিছে। ‘জোনাকী-যুগে’ এতিয়াও আমাক সোঁৱৰাই আছে—(১) মাতৃভাষা জাতীয় উন্নতিৰ সিংহ দুৱাৰ। (২) মাতৃভাষা বাদ দিলে জননী জন্মভূমিৰ প্ৰতি আমাৰ মমতাৰ ডোলডাল ছিগি যায়। (৩) ভাষাৰ ভিতৰত উকা কথা এমুঠি, চিন্তা-ৰস আৰু অলঙ্কাৰ নিৰানব্বৈ মুঠি। (৪) বৰ্ণবিন্যাসৰ আউল ভাঙি নললে আৰু স্বৰূপাৰ্থত শব্দাৱলী ব্যৱহাৰ নকৰিলে ভাষাৰ কালিকা বিনষ্ট হয়। (৫) ৰসমিশ্ৰিত উকা কথাৰেহে শুদ্ধ ভাষাৰ ভেটিত সাহিত্যৰ সৌধ্ নিৰ্মাণ কৰিব পাৰি। (৬) একোটা জাতিৰ বিশিষ্টতা সেই জাতিৰ জাতীয় সাহিত্যত ফট্‌ফটীয়া হৈ নোলালে সাহিত্যৰ বৈশিষ্ট্য নেথাকে। (৭) বিশ্বজনীন ভাৱৰ আগ্ৰহশীলতাৰ দ্বাৰাই ঐতিহ্যপূৰ্ণ জাতীয় চৰিত্ৰ সংগঠিত আৰু সম্প্ৰসাৰণ কৰিব পাৰিলেহে সাহিত্য সমৃদ্ধিশালী আৰু যুগমীয়া হয়।”

‘জোনাকী’ৰ পিছৰ ‘উষা-বাঁহী-আৱাহন’ৰ দিনৰপৰা আৰম্ভ কৰি আজিৰ ‘নতুন অসমীয়া-ৰামধেনু-অসমবাণী’ৰ দিনলৈকে আৰু যে কতজন মাতৃৰ মোহন পূজাৰী। সেইসকলৰ যি কেইজনে আমাক এৰি গুচি গল তেওঁলোকক আজি আহ্বান নকৰোঁ। সকলোলৈকে আমাৰ সশ্ৰদ্ধ নমস্কাৰ। সেইসকলৰ মাজৰপৰাই সোজন ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে ৰিঙিয়াই গাইছে শুনক :—

“জননী-পূজাৰ মন্দিৰ শুদা  
নজলোৱা কিয় বন্তি,  
আপোন পাহৰি হলা তন্দ্ৰা-অলস  
অ’ মোৰ দেশৰে পূজাৰী।  
বজা নাই কিয় পূজাৰ শঙ্খ,  
শঙ্খ নিলেনো কোনে?  
গোৱা নাই কিয় আৰতিৰ গীতি  
কণ্ঠ ৰুধিলে কোনে?

শতাব্দী ধৰি মহাশঙ্খ বাজিলে,
বুকুৰ শোণিতেৰে জ্বালিলে দীপালী
কণ্ঠে প্ৰচাৰিলে আৰতিৰ বাণী,
নোহোৱা নে গৌৰৱৰ তুমি অধিকাৰী?
পূজাৰী। তুমি কিয়
হবা অভিমানী?"

অতীতৰ চিত্ৰ-দৰ্শন শেষ হ'ল। এতিয়া বৰ্ত্তমান আৰু ভৱিষ্যতৰ ফালেও ভুমুকি মাৰি চাওঁ আহক।

'শেৱালি'ৰ কবিয়ে গাইছিল, আমিও গাওঁ—

"মোৰ জীৱনৰ লগ সাদৰী মাতৃভাষা
পৰাণৰ তুমি একেটি মাথোন
মাণিকিমধুৰী আশা॥
মোৰ সপোনৰ তুমি সুগভীৰ খেলা
দিঠকৰ তুমি সুগভীৰ ব্ৰত,
মোৰ মৰতৰ তুমি পানীৰ ভেলা
সৰগৰ তুমি সোণালী ৰথ॥"

অসমীয়া ভাষাই আমাৰ এই সাদৰী মাতৃভাষা। ৰাজ্যভাষা নহলেও এই ভাষা অসমৰ ৰাইজৰ প্ৰাণৰ ভাষা, সাতামপুৰুষীয়া ভাষা, মান্ধাতাৰ আমোলৰ ভাষা। এই ভাষা একেদিনে পাৰত গজা নাই, কোনো ঠাইৰপৰা উৰি আহি গিৰিহঁতক আলহীৰ শাৰীত বহুৱাই এই ভাষাই ৰাজপাগ থাবলৈকো বিচৰা নাই, থলুৱা আন কোনো জনজাতীয় ভাষাৰ প্ৰতিও ইয়াৰ অকণো বিদ্বেষ ভাব নাই। অসমৰ মাজ-বুকুৰেদি বৈ যোৱা বৰ লুইতখনৰ সমান গভীৰ, প্ৰশান্ত আৰু প্ৰাচীন এই অসমীয়া ভাষা। অসমৰ যে ই সৰ্ব্বপ্ৰধান থলুৱা ভাষা সেই বিষয়ে সন্দেহৰ অৱকাশ নাই। তথাপি আজিলৈকে ই যে নিজৰ ওপজা ঠাইতে ৰাজ্যভাষাস্বৰূপে স্বীকৃতি পোৱা নাই সেইটোহে দুখৰ কথা। এই বিষয়ে অসম সাহিত্য-সভাৰ অভিমত অতি সুস্পষ্ট। একাধিকবাৰ বছেৰেকীয়া সভাত প্ৰস্তাৱ গ্ৰহণ কৰি, দিৱস পালন কৰি, সভা-সমিতি পাতি সাহিত্য-সভাই নিজৰ মনৰ কথা, প্ৰাণৰ কথা, পোনপটীয়াভাবে ব্যক্ত কৰিছে। প্ৰাক্তন সভাপতিসকলৰ কেবাজনেও এই প্ৰসঙ্গটো ইতিপূৰ্ব্বে থৰচি মাৰি আলোচনা কৰি গৈছে। আমি ভাবোঁ এতিয়া এই প্ৰশ্নটো সাহিত্যিক পৰ্য্যায় অতিক্ৰম কৰি ৰাজনৈতিক পৰ্য্যায়লৈ যোৱাটোহে উচিত। তেতিয়া ভিতৰত কি হেঙাৰ ওলায় কব নোৱাৰোঁ আৰু সেই কথা আমাৰ আলোচনাৰ ভিতৰতো নপৰে। আমি আশা কৰোঁ, দেশৰ গুণী জ্ঞানী সুধীসকলে এই বিষয়ে ভাবিচিন্তি যথাবিহিত কাৰ্য্যপন্থা হাতত লব।

ৰাজ্য-ভাষা

১৯৪৭ চনৰ পিছৰপৰা অসমৰ ভৌগোলিক পৰিবৰ্ত্তন বিশেষভাৱে লক্ষ্য কৰিবলগীয়া হৈছে। দুখৰ বিষয়, এই কালছোৱাত আমাৰ ভৌগোলিক সীমাৰেখা সম্প্ৰসাৰিত নহৈ সঙ্কুচিত হোৱাহে দেখা গৈছে। প্ৰাচীন অসমীয়া সাহিত্যৰ এটি গৌৰৱময় যুগৰ কেন্দ্ৰস্বৰূপ, তিনিজনা গুৰুৰ অন্তিম লীলাৰ স্থান, কোচবেহাৰ অসমলৈ নাহিল। আমাৰপৰা নগাপৰ্ব্বতক আঁতৰাই নিয়া হল, লগতে কছাৰী ৰজাসকলৰ ৰাজধানী ডিমাপুৰো গল, তদুপৰি উত্তৰ-পূৰ্ব্ব-সীমান্ত অঞ্চলো 'নেফা' নামেৰে পৰিচিত হৈ একপ্ৰকাৰ অসমৰ লগতে লাগি থাকিও নথকাৰ নিচিনা হৈছে। এইবোৰ কথাৰ আলোচনা যাইকৈ ৰাজনীতিৰ বিষয়বস্তু হলেও তাৰ লগত ভাষা-সংস্কৃতিৰ প্ৰশ্নও জড়িত আছে। তাকেহে অলপ থাউকতে আমি কব খুজিছোঁ।

নেফা-প্ৰসঙ্গ

আউলীয়া নেফা-প্ৰসঙ্গৰ বিষয়ে আজি আমি বহলাই কব নেলাগে কিয়নো অসম সাহিত্য-সভাৰ দ্বাৰা সঙ্কলিত আৰু প্ৰকাশিত 'The Outlook on NEFA, আৰু 'সীমান্তৰ সম্ভেদ' নামৰ দুখন গ্ৰন্থত পণ্ডিতসকলে নানা তথ্য-পাতিৰ ওপৰত ভেজা লৈ লিখা কেইবাটাও প্ৰবন্ধ, সাহিত্য-সভাৰ এই সম্পৰ্কীয় প্ৰস্তাৱ, প্ৰতিবেদন আদি তাত পৰিপাটিকৈ সন্নিৱেশ কৰা হৈছে। এই পুথি দুখনত বৰ্ণোৱা সেই অঞ্চলৰ অৱস্থাৰ এতিয়াও যে কিবা বিশেষ উন্নতি হৈছে সেই বিষয়ে আমি ভাঠি কব পৰা নাই, নতুন পোহৰৰ ৰেঙনিও দেখা পোৱা নাই। এতিয়াও আগৰ দৰে অসমৰ পূব প্ৰান্তীয় এই অঞ্চল আমাৰ মানত অজাস্তি মুলুক হৈয়েই আছে। ই নিশ্চয় অতিশয় পৰিতাপৰ কথা।

অসমৰ এই পূব অঞ্চলৰ ইতিবৃত্ত, ভাষা-সংস্কৃতি আদি অসম-বুৰঞ্জীৰ লগত ওতঃপ্ৰোতভাৱে মিহলি হৈ আছে। ইয়াৰে কুণ্ডিল ৰাজ্যত এদিন অসম-জীয়ৰী কুণ্ডিল-কুঁৱৰী ৰুক্মিণীদেৱীৰ জন্ম হৈছিল বুলি আমি ভাবোঁ। ইয়াৰে ভিতৰত থকা পৰশু-কুণ্ডত অৱগাহন কৰাত মাতৃহন্তা পৰশুৰামৰ হাতৰপৰা কুঠাৰ সৰি পৰিছিল আৰু সেই পৰশু-কুণ্ডৰেপৰা ওলাই আহি মহাবাহু ব্ৰহ্মপুত্ৰৰ পূত জলৰাশিয়ে আজিও অসমক ধৌত-বিধৌত কৰিব লাগিছে। ইয়াৰে ভিতৰত থকা শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰে প্ৰবল-প্ৰতাপী চুটিয়া জাতিৰ কথা সোঁৱৰাই দিয়ে। এই অঞ্চলৰ জনজাতিসকলৰ লগত আমাৰ আহোম স্বৰ্গদেৱসকলৰ সম্বন্ধ অতি মধুৰ আৰু নিবিড় আছিল। আহোম-মিছিমিৰ সন্ধি-চৰ্ত্ত লিখা থকা শিলৰ খুটা এটা শদিয়াৰপৰা অসম যাদুঘৰলৈ অনা হৈছে। এটা সাপে সেই খুটাটো মেৰিয়াই থকাৰ দৰে কালসৰ্প ই যেন আমাৰ ভাগ্য-চক্ৰকো আজি মেৰিয়াই ধৰি আছে। ১৫৩২ খৃষ্টাব্দত আহোম ৰজাই শদিয়া অধিকাৰ কৰি মিছিমিসকলৰ লগত সন্ধি কৰিছিল আৰু সন্ধিৰ চৰ্ত্তবোৰ এটা শিলৰ খুটাত লিখি থৈছিল। খুটাটো এঘাৰ ফুট দীঘল, আঠচুকীয়া, তলৰ জোখ ১৫ ইঞ্চি। শ্ৰীৰাজমোহন নাথ ডাঙৰীয়াই ইয়াত থকা লিপিৰ মৰ্ম্মানুবাদ এইদৰে দিছে—'মই ভিহিঙীয়া বৰগোহাঁইয়ে শিলৰ খুটা আৰু তামৰ ফলিত লিখি ঘোষণা কৰিছোঁ যে মিছিমিসকলে তেওঁলোকৰ ল'ৰা-তিৰোতা, লগৰীয়া আদি লৈ দিবাং নৈৰ ওচৰৰ সকলো পৰ্ব্বতত বসবাস কৰিব। তেওঁলোকে বছেৰেকীয়া কৰ হিচাপে চাৰি পাচিমান বিহ ( মিছিমি তিতা ? ) দিব আৰু বৰগোহাঁইৰ দেহা ৰক্ষাৰ্থে যতন কৰিব।' এইবোৰ অতীতৰ কথা উজাৰিলে আজি আৰু লাভ নোহোৱা হৈছে।

দৈৱ-দুৰ্বিপাকত অসমৰ অবিচ্ছেদ্য অংশ এই পূৰ্ব্ব-প্ৰান্ত আজি আমাৰ দৃষ্টিশক্তিৰ অন্তৰালত। অসমীয়া আৰু সৰলচিতীয়া আবৰ মিছিমি ভাই-ভনীসকলৰ মাজত সহজে পাৰ হব নোৱৰা এখন ওখ প্ৰাচীৰ গঢ়ি তোলা হৈছে। ইয়াৰ পৰিবৰ্ত্তন আমি কামনা কৰোঁ। ৰাজ্যপাল শ্ৰীছৈয়দ ফজল আলি আৰু গৃহমন্ত্ৰী পণ্ডিত শ্ৰীগোবিন্দবল্লভ পন্থৰ ওচৰত অসম সাহিত্য-সভাই দাখিল কৰা প্ৰতিবেদনখনিলৈ ৰজা আৰু ৰাইজৰ তীক্ষ্ণদৃষ্টি পুনৰ আমি আকৰ্ষণ কৰিলোঁ।

( Vide the position of the Assamese Language in the North-East Frontier Agency—page 42-47, The Outlook on NEFA )

আমাৰ কথাতে কয়—'সুবুৰেমানে বাবা, নমৰেমানে চাবা।' সেই কাৰণে অসম সাহিত্য-সভায়ো হতাশ নহৈ পূৰ্ব্বৰ দৰে এটা সুকীয়া বিভাগৰ যোগেদি বৈধভাৱে এই সম্পৰ্কে নিজৰ কৰ্ত্তব্য কৰি যোৱা উচিত।

সুখৰ বিষয় আমাৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহাদেৱে অলপতে নেফাৰ ভিতৰ-চৰাত প্ৰৱেশ কৰি তাত থকা জনজাতীয় ভাইসকলৰ আগত অসমবাসীৰ শুভ ইচ্ছা জনাই আহিছেগৈ। এনে ধৰণৰ সম্প্ৰীতিমূলক আহ-যাহ যিমানে বাঢ়ে সিমানে মঙ্গল।

এখন নদন-বদন ৰমক-জমক দেশ হিচাবে অসমক গঢ়ি তুলিবলৈ হলে পৰ্ব্বত-ভৈয়ামৰ সম্প্ৰীতি নিতান্ত আৱশ্যক। অলেখ জনজাতীয় জাতি-উপজাতিয়ে পৰ্ব্বতে-ভৈয়ামে, অসমৰ সকলো ঠাইতে কেনেদৰে বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰপৰা বসবাস কৰি আছে সেই কথাৰ বহল ব্যাখ্যা দিব নেলাগে। উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতীয়সকলৰ উপৰিও খাছীয়া, জয়ন্তীয়া, গাৰো, নগা আদি ভাইভনীসকলে আমাৰ চুবুৰীয়া আৰু লগৰীয়া স্বৰূপে অনাদি কালৰেপৰা আছে। ইয়াৰ উপৰিও বড়ো, কছাৰী, মিৰি, মিকিৰ, লালুং আদি প্ৰাচীন জাতিবিলাকৰো আমাৰ অসম দেশেই জন্মভূমি। একে আকাশ, একে বতাহ, একে জলবায়ু আৰু একে প্ৰাকৃতিক পৰিবেশ আমাৰ সকলোৰে উমৈহতীয়া সম্পত্তি। চিৰকালে আমি একেখন ঘৰৰ একোটা পৰিয়ালৰ ভাই-ককাইৰ দৰে মিলা-প্ৰীতিৰে বাস কৰি সহ-অৱস্থান কৰিছিলোঁ। এই মিলা-প্ৰীতিৰ কথা কাকতে-কলমে ৰজাঘৰীয়া চিঠিবোৰত এতিয়াও পঢ়িবলৈ পোৱা যায়। বুৰঞ্জীয়ে বিভিন্নাই এই কথাৰ সাক্ষী দিব লাগিছে। বুৰঞ্জীবিদ শ্ৰীভূঞা ডাঙৰীয়াই এই বিষয়ে নানা পটন্তৰ দাঙি ধৰি বহলভাৱে আলোচনা কৰি গৈছে, পুনৰুক্তি নিষ্প্ৰয়োজন। এই সম্পৰ্কত মাথোন দুখন পুৰণি ৰজাঘৰীয়া চিঠি পঢ়ি চাওক।

পৰ্ব্বত-ভৈয়াম সম্প্ৰীতি

কছাৰী ৰজা কৃষ্ণচন্দ্ৰই আমাৰ বৰফুকনলৈ পঠোৱা চিঠি :—

"স্বস্তি শ্ৰীমদ্বৃন্দাবনৱাসস্থানাধিষ্ঠিত শ্ৰীশ্ৰীমদ্ৰাধাগোবিন্দামলচৰণাৰবিন্দয়োঃ গলন্মকৰন্দনিস্পন্দমানপানানন্দিত মত্তমধুব্ৰতাহমানস শ্ৰীযুক্ত ভদ্ৰকান্ত বৰবৰুৱা ৰাজধৰ্ম্মানুশালী নিয়মসুব্ৰত সচিবৰেষু।" "ভবন্তোন্নতি ৺যাবা সমনিসংভাবয়ামত্ৰ ক্ষেমমাস্তেৰাং।"

"বিশেষঃ। যখন গাৰ শত্ৰু মধ্য হৈতে শ্ৰীকন্দ্ৰসিংহ ৺এ ৰাজা তাম্ৰধ্বজক উদ্ধাৰ কৰিয়া শ্ৰীশ্ৰীবিশ্বনাথ ক্ষেত্ৰে দক্ষিণ উৰুতে শ্ৰীশিৱসিংহ মহাৰাজক ও ৰাজা তাম্ৰধ্বজক বাম উৰুতে বৈশায়া পিতা পুত্ৰ সম্বন্ধ সত্য ধৰ্ম্ম কৰিয়াছিল তদ্বধ্যোভয় দেশ অভেদায়বৎ চিৰ প্ৰীতিপূৰ্ব্বক মতে গঙ্গা স্ৰোত চলি গৈছেন, তদনুৰূপ ভাব ভাবনান্তস্কৰণেতে আছে কিন্তু দেশ কাল শূণ্যতাৰূপে নাচলেন অতএব পূৰ্ব্ব ব্যৱহাৰাদি বিপৰ্য্যয় কিঞ্চিৎ হৈয়া থাকিবে। তত্ৰাপি মমান্তস্কৰণীয় পত্ৰিদ্বাৰা বেদ্য হৈয়া কালাকালক্ষণ কৰিয়া প্ৰসাদ হৈতে হই, অতএব মম ধৰ্ম্মপুৰ দেশীয় কিয়ত লোক শ্ৰীমদাজ্ঞ হৈয়া প্ৰবন্ন কৰেন, যাতু পিতাপুত্ৰ সমন্নোভয় দেশৈক হৈল। ভদ্ৰাভদ্ৰ জ্ঞাপন কৰিতে মমাভিমান চিত্তে নাই, মদীয় পত্ৰি প্ৰেৰণা কৰিতেছি, আপনে ৺ক জ্ঞাপন কৰিয়া মদীয় কিয়ত নৰকীট শ্ৰীমদাজ্ঞজ্ঞান পূৰ্ণ ছুৰ কৰিয়া দিবেক, বিজ্ঞোত্তমেষু। শক ১৭১৭, মাস ফাল্গুন, তেৰিখ ১০।"

১৫৮৪ শকত মিৰজুমলাৰ আক্ৰমণৰ পিছত আমাৰ ৰজা জয়ধ্বজসিংহই জয়ন্তা ৰজালৈ পঠোৱা চিঠি :—

"অথ সমাচাৰ সহিতে পত্ৰ। এথাত আমাৰ কুশল। সমস্তে কুশল। ৰাজা লাণ্টাসুলতানৰ কুশল নিৰন্তৰে চাহি। তুমি যি উকীল পঠালা সিতো আসি বঙ্গালত পৰিল। তাৰ এক চাকৰ আসি আমাত তোমাৰ বাৰ্ত্তা জনালে, তাক শুনি আমি পৰম সন্তোষ লভিলো। আউৰ তোমাৰ আমাৰ পূৰ্ব্ব ধৰি যি হেতু মিত্ৰৱতি, এই নিমিত্তে তুমি আমাৰ বাৰ্ত্তা ললা। ইহাত আমাৰ আনন্দ। আউৰ তোমাৰ উকীল বঙ্গালত পৰিল, ইয়াক শুনি আমি বৰ অসন্তোষ পাইলো। কিন্তু যি হেতু আমাৰ বিপদকাল এই নিমিত্তেসে তোমাৰ উকীলৰ এমত হৈল। ইহাত কিছু দুখ মনে নকৰিবা। ইদানিক তোমাৰ যেমনে বাৰ্ত্তা পাই থাকো এমতথানি কৰিবা। আৰ তোমাক লাগি সন্দেশ, পাটকাপোৰ ১ থান, গন্ধ ৮ টা, গাঁঠিয়হ ১ মোনা, কটাৰী ৬ থান। শক ১৫৮৪, তাৰিখ ৬ মাস চৈত্ৰ।

ইয়াৰ পৰাই জয়ন্তা আৰু অসমৰ ভিতৰত কেনে 'মিত্ৰৱতি ভাব' আছিল ভাবি চাওক। আন আন জনজাতিসকলৰ লগতো একে সম্বন্ধই আছিল। বিভিন্ন নগা ফৈদৰ ভিতৰত অসমীয়া ভাষাই পাৰস্পৰিক ভাব আদান-প্ৰদানৰ সময়ত ৰাষ্ট্ৰভাষাৰ দৰে কাম কৰি আহিছে। মণিপুৰীয়া ৰাজকুঁৱৰী কুৰঙ্গনয়নীয়ে অসমৰ মহাৰাণী হৈ এটা সঙ্কটপূৰ্ণ অৱস্থাত লক্ষ্মীসিংহ স্বৰ্গদেউৰ সোঁহাত বাঁওহাত হৈ কাম কৰিছিল, উপস্থিত বুদ্ধিৰে "ৰাঘৱলি" দি স্বৰ্গদেউক হেৰুওৱা ৰাজপাটত পুনৰ প্ৰতিষ্ঠা কৰিছিল। এইবোৰ অতীতৰ কথা, অসমৰ সোণালী দিনৰ কথা। আজি সে ৰামো নাই, সে অযোধ্যাও নাই। তাহানিৰ জয়ন্তা, নৰ্ত্তং, কছাৰী ৰজা নাই, আহোম ৰজাও নাই। এতিয়া কোনে যেন আমাৰ মাজত, ভাই-ককাইৰ মাজত এক আঁহফলা ভাব সুমুৱাই দিলে। পৰ্ব্বতীয়া ভাই-ভনীবিলাকৰ বহুতেই আমাক অবিশ্বাসৰ চকুৰে চাবলৈ চেষ্টা কৰিছে। কোনোবা শকুনিয়ে ৰাজনৈতিক উদ্দেশ্য সাধনৰ বাবে হাতত পাৱতি তুলি লৈছে। এইটো এটা অশুভ লক্ষণ। ইয়াৰ পৰিণাম ভয়ঙ্কৰ। একেখন ৰাজ্যতে ইয়ানবোৰ জাতি-উপজাতিয়ে ভাল ভাগ হৈ

থাকিবলৈ চেষ্টা কৰিলে সমগ্ৰ অসমৰ অকল্যাণ হ'ব। বুঢ়া আৰু একাটি ইকবাৰ সাধুত থকা চিৰন্তন সত্যটো আমি অস্বীকাৰ কৰিলে নচলিব। বুৰঞ্জীৰ বাণী শিৰোগত কৰি লবই লাগিব।

এতিয়া এই বিষয়ে অসমীয়া ৰাইজৰ কৰ্ত্তব্যৰ কথাহে আমি ভাবিব লাগে। আমাৰ মিলা-প্ৰীতিৰ সম্পৰ্ক কেনেদৰে গাঢ় কৰি তুলিব পাৰি সেই বিষয়ে চিন্তা কৰি উপায় উলিয়াব লাগে। ছাৰ আকবৰ হাইদৰিয়ে ত্ৰুবছৰমান ছিলং ৰাজধানীত পৰ্ব্বত-ভৈয়াম উৎসৱ পাতিছিল। হাইদৰি গ'ল, সেই উৎসৱো গ'ল। এতিয়া দিল্লীত গণৰাজ্য দিৱস উপলক্ষে বছৰি এনে উৎসৱ পতা হয়। ইয়াৰ গুৰিত সৰ্ব্বভাৰতীয় দৃষ্টিভঙ্গী। ই আমাৰ পক্ষে নিশ্চয় হৰিষৰ কথা। আজি কেইবছৰমানৰ পৰা অসমৰ বহুত ঠাইত ৰাজহুৱাভাবে বিহু উৎসৱ পালন কৰা হব ধৰিছে—সাংস্কৃতিক উৎসৱ হিচাপে। নতুন যুগৰ নতুন বিহুতলীক উদ্দেশ্য কৰি আমি কব পাৰোঁ :—

মিকিৰ কছাৰী বড়ো,
আবৰ মিছিমি গাৰো,
খাছীয়া, জয়ন্তীয়া, মিৰি, নগা,
জনমে-মৰণে মোৰ সতে লগা-ভগা,
আৰু কোন ক'ত আছা—
আই মোৰ অসমীৰ
স্তন্যপায়ী সাতাম-পুৰুষীয়া
লৰা — ডেকা — বুঢ়া।
কোনো ক'তো আজি পাছ পৰি নেথাকিবা।
আঁহা, আঁহা, আঁহা,
সকলোকে আদৰি মাতিছোঁ—
সেয়াৰ শৰাইথনি
সকলোৰে বাবে মই সজাই ৰাখিছোঁ,
আমাৰ এই বিহুতলী যাউতিযুগীয়া
সকলোৰে উমৈহতীয়া।

সকলোটি মিলি
আঁহা, নাচোঁ, গাওঁ, হাঁহো প্ৰাণখুলি,
পৰ্ব্বতৰ আঁৰে আঁৰে—
লুইতৰ পাৰে পাৰে
আনন্দত, উলাহত উঠক উথলি
অসমৰ এই বিহুতলী।

টকা, পেপা, ঢোল, গগণা
চিফুং বাঁহী, বৰকাঁহ, জয়ঢাক, নাগেৰা
আৰু কাৰ কি আছে জাতীয় বাজনা
সকলোবোৰ গোটাই আনা
তাৰে আমি সমন্বৰে তোলোঁ ঐক্যতান—
জাতি, ধৰ্ম্ম, খেল ব্যৱধান
হব অৱসান,
বিহুতলী মুখৰিত কৰি
আই মোৰ অসমীৰ গাওঁ জয়গান।

নাই মোৰ সঙ্কীৰ্ণতা
মনত পঙ্কিলতা
তুমি ভাই যেয়েকি নোহোৱা
ভগনীয়া, উৰণীয়া, পমুৱা, চকৰা
অসম মাতৃক যদি আই বুলি মাতা
মোৰ সতে একেলগে বিয়া-বিহু পাতা,
তেন্তে তোমালোকো আহাঁ—
ভাই বুলি, ভনী বুলি, লওঁ আঁকোৱালি
সকলোৰে বাবে বহল ই বিহুতলী।
আমাৰ সংস্কৃতি
মাণিক-মুকুতা ভৰা সৰগী বিভূতি
নিজৰ বুলি লোৱা সাৱটি,
আকৌ এবাৰ নতুন জীৱন গঢ়া—
সোণৰ অসম হ'ক ধনে-ধানে ভৰা।

যদি পৰ্ব্বত-ভৈয়ামৰ মিলন, থলুৱা নানা সংস্কৃতিৰ মিলন, অসমীয়া-অনাঅসমীয়াৰ মিলন এই বিহুতলীত হয় তেতিয়াহে আমি বিহু-উৎসৱ পতাৰ সাৰ্থক হব, আচুতীয়া আঁহতৰ তলীৰ পৰিবৰ্ত্তে চহৰৰ খেলমাটিলৈ বিহুতলী অনা সাৰ্থক হব। বিহুৱলীয়া আজিৰ ডেকা-গাভৰু-সকলে বিহুৰ এই সুদূৰ-প্ৰসাৰী লক্ষ্যৰ ফালে যেন সদায় দৃষ্টি ৰাখে।

সাংস্কৃতিক উৎসৱ পতাৰ উপৰিও অসমীয়া ডেকা-গাভৰুসকলে অন্ততঃ এটা চুবুৰীয়া বা থলুৱা জনজাতীয় ভাষা শিকিব লাগে। অসমীয়া পণ্ডিতসকলে সেইবোৰৰ আলোচনা-গৱেষণা চলাব লাগে। তেতিয়া হলে জনজাতিসকল আৰু আমাৰ মাজত পাৰস্পৰিক ভাবৰ আদান-প্ৰদানৰ মাজেদি বন্ধুত্বৰ ভাব সৃষ্টি হব। তেওঁলোকেও অসমীয়া ভাষা শিকিবলৈ

আগ্ৰহ কৰিব লাগিব। পৰম্পৰে মনত ৰাখিব লাগিব—তেজ ধুলে উঠে, মঙহ ধুলে ফুঠে। মুঠতে সেৱা আৰু ত্যাগ নহলে আমি আনৰ হৃদয় জয় কৰিব নোৱাৰোঁ। মিছনেৰী চাহাবসকল, ৰামকৃষ্ণ মিছনৰ কৰ্মীসকলৰ আদৰ্শ অনুকৰণীয়। আমাৰ কোনো সাম্ৰাজ্যবাদী মনোবৃত্তি নাই, কোনো কূট ৰাজনীতি নাই,—আছে স্বজন-প্ৰীতি, আছে মহাপুৰুষে দি থৈ যোৱা মানৱ-প্ৰীতিৰ মাঙ্গলিক অৱদান। আমাৰ ভিতৰত আকৌ নগাৰ নৰোত্তম আতৈ, গাৰোৰ গোবিন্দ আতৈ নোলাব নে?

অসমৰ জনজাতীয় ভাষা-সাহিত্য চৰ্চাৰ থলীত এতিয়াও হাল-কোৰ ঠিকমতে লগাবই পৰা নাই। বৃটিছ ৰাজত্বত শাসনতান্ত্ৰিক সুবিধা আৰু ধৰ্মপ্ৰচাৰৰ পোনপটীয়া উদ্দেশ্য এই দুটাকে ঘাইকৈ সাৰোগত কৰি অসমৰ জনজাতীয় ভাষা, সাহিত্য আৰু কিছু পৰিমাণে সংস্কৃতিৰ আলোচনা বিশ্লেষণ হৈছিল। 'লিংগুইষ্টিক ছাৰ্ভে অব ইণ্ডিয়া'ৰ সংশ্লিষ্ট খণ্ডবোৰ, অসমৰ জিলাসমূহৰ বিৱৰণী, খাছীয়া, গাৰো, মিকিৰ, কছাৰী, নগা জনজাতিৰ বিভিন্ন উপজাতি, মেইথেই (মণিপুৰি), আবৰ-মিৰি, লুচাই-কুকি-চীন উপজাতিবোৰ সম্পৰ্কীয় মনোগ্ৰাফসমূহ ইংৰাজী ভাষাৰ যোগেদি হোৱা বৃটিছ যুগীয় প্ৰশংসনীয় প্ৰচেষ্টা। পৰৱৰ্ত্তী যুগত এই বিশিষ্ট পুথিবোৰে অসমীয়া সাহিত্যসেৱীসকলক আলোচনা-পৰ্য্যালোচনাৰ বাবে সমল যোগাইছে।

ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাৰ মাধ্যমেৰে অসমীয়া লিখক কেইজনমানে স্বাধীনতা লাভৰ আগেপিছে জনজাতীয় বুৰঞ্জী, সংস্কৃতি আদিৰ কিছু পৰিমাণে চৰ্চা কৰিছে। ডক্টৰ ভূঞাদেৱৰ দ্বাৰা সম্পাদিত কেবাখনো বুৰঞ্জীত জনজাতীয় ৰাজন্যবৰ্গ আৰু যুদ্ধ-বিগ্ৰহৰ সুস্পষ্ট বিৱৰণ আছে। ঔপন্যাসিক ৰজনীকান্ত বৰদলৈদেৱৰ 'মিৰি-জীয়ৰী' জনজাতীয় জীৱনৰ এটি অনুপম চিত্ৰ। সাহিত্যৰথী বেজবৰুৱাৰ 'ডালিমী' চৰিত্ৰ, তেওঁৰেই 'পদুম কুঁৱৰী'ৰ 'কোৰ্ম্মা আৰু কুৰ্ম্মী' নামৰ ভুটীয়া লৰা-ছোৱালীৰ অকণি কাহিনী। গোহাঞীবৰুৱাৰ 'জিমু', কমলানন্দ ভট্টাচাৰ্য্যৰ 'নগা কোঁৱৰ'ৰ কেইটামান চৰিত্ৰ, শ্ৰীদৈৱচন্দ্ৰ তালুকদাৰৰ 'অপূৰ্ণ'ৰ মিকিৰ গাভৰু, শ্ৰীসুৰেশ গোস্বামীৰ 'ৰুণুমী' আৰু জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী'ৰ নগা ছোৱালী তিনিজনী প্ৰমুখ্যে চৰিত্ৰক জনজাতীয় জীৱনবোধৰ আংশিক সাহিত্যিক অঙ্কন বুলিব পাৰি। কিন্তু বৰ্ত্তমান স্বৰাজোত্তৰ অসমত জনজাতীয় ভাষা সাহিত্য, সংস্কৃতিৰ প্ৰকৃত অধ্যয়ন আৰু বৈজ্ঞানিক বিশ্লেষণৰ অতিশয় আৱশ্যক হৈছে। ইয়াৰ বাবে অসমত শিক্ষিত ডেকা-গাভৰু—জনজাতীয় তথা অ-জনজাতীয়সকলেও—নিৰপেক্ষ তথা বিজ্ঞানসম্মত পদ্ধতিৰে লোকগীতি, সাধুকথা, মালিতা, ভাষা-উপভাষাৰ নিদৰ্শন সঙ্কলন, সম্পাদন তথা বিশ্লেষণ কৰিব লাগে। এইবোৰে সময়ত অসমীয়া ভাষা-সাহিত্য, সংস্কৃতিৰ পথাৰ নদনবদন কৰি তুলিব। অসম সাহিত্য-সভাৰ দ্বাৰা পুৰস্কৃত শ্ৰীফণীধৰ শৰ্ম্মাদেৱৰ 'অসম জনজাতি' (খাছীয়া) গ্ৰন্থখনিও উল্লেখযোগ্য প্ৰচেষ্টাৰ ফল। পুৰণি 'বাঁহী'ত প্ৰেমধৰ চলিহাই লিখা বিভিন্ন জনজাতি সম্পৰ্কীয় প্ৰবন্ধবোৰ গোটাই আঁসোৱাহজনক আৰু আজিকালিৰ দৃষ্টিভঙ্গীৰ লগত খাপ নোখোৱা কথাবোৰ বাদ দি সম্পাদিত কৰি উলিয়াব পাৰিলে এখনি উপাদেয় গ্ৰন্থ হব। কোনো উদ্যোগী ডেকাই

এই কাম হাতত ললে ভাল হয়। গুৱাহাটী বিশ্ববিদ্যালয়েও এই বিষয়ে কৰিবলগীয়া অনেক কাম আছে আৰু ইতিমধ্যে কিছু কাম নোহোৱাকৈও থকা নাই। বিশ্ববিদ্যালয়ে এই সম্পৰ্কে হাতত লোৱা আঁচনিবোৰ কাৰ্য্যকৰী কৰি তোলাৰ ভাৰ আমাৰ ডেকাশক্তিৰ ওপৰত। তেওঁলোকৰ গভীৰ অধ্যয়ন আৰু একাগপতীয়া সাধনা, গৱেষণাৰ সুফল সোনকালে দেখা পাবলৈ দেশে আশা কৰে। ৰাভা জাতি সম্পৰ্কে গৱেষণা কৰি সিদিনা মাথোন শ্ৰীভুবনমোহন দাসে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা নৃতত্ব বিষয়ত ডক্টৰেট উপাধি লাভ কৰাত আমি আনন্দ পাইছোঁ আৰু আশাৰ ৰেঙনি দেখিছোঁ। আন আন জনজাতিৰ বিষয়েও গৱেষণা চলাবলৈ এতিয়াও এখন বহল পথাৰ পৰি আছে।

এতিয়া দুৰ্গম পৰ্ব্বত-ভ্ৰমণ শেষ কৰি কাছাৰত এপাক ফুৰি আহোঁগৈ বলক। ভাৰত-দৰ্শন কৰাৰ আগতে অসম-দৰ্শন কৰি লব লাগে, তেতিয়াহে সম্পূৰ্ণ তীৰ্থফল লাভ কৰিব পাৰিব। আমাৰ দেশৰ অনেক মানুহে পশ্চিম সীমা পাৰ হৈ কলিকতা, দিল্লী, বোম্বাই আদি ঠাই চম্নোপাত কৰিছেগৈ, কিন্তু নিজৰ ঘৰখনৰে সিলুটিত থকা কাছাৰ জিলালৈ সুৰঙ্গপথ অতিক্ৰম কৰি যাওঁতে লোকৰ সংখ্যা চৰকাৰী চাকৰিয়ালসকলক বাদ দিলে বৰ বেছি নোলাব। সেই জিলাৰ অধিবাসী লোকসকল পুৰণি অসমৰে মানুহ। মাইবং, খাচপুৰ আদি অসমৰে পুৰণি নগৰ। শত্ৰুদমন, তাম্ৰধ্বজ, তুলাৰাম সেনাপতি আদি আমাৰ কছাৰী ভাই-ভনীসকলৰ মাজৰ পৰাই সৃষ্টি হৈছিল। মান-ভগনৰ সময়তো বহু অসমীয়া লোক ইয়াৰ পৰ তালৈ ভাগি গৈছিল। তেওঁলোকৰ পো-নাতিবিলাকে এতিয়াও তাৰ খিলঞ্জীয়া লোকসকলৰ লগত মিলি-জুলি বসতি কৰিছে। দুখৰ বিষয়, এইসকল লোক এতিয়াও পাছপৰা হৈয়েই আছে। শিক্ষাৰ বিষয়ত তেওঁবিলাকে বিশেষ আগবাঢিবপৰা নাই। অসমীয়া ভাষা-সাহিত্য শিকিবলৈ যিমানখিনি সা-সুবিধা পাব লাগিছিল তাৰপৰা তেওঁলোক বঞ্চিত হৈছে। খনচেৰেক আঙুলিৰ মূৰত গণিবপৰা অসমীয়া প্ৰাথমিক পঢাশালি তাত স্থাপিত হৈছে যদিও প্ৰাথমিক শিক্ষাৰ পিছতে অসমীয়া ভাষা পঢিবলৈ সুচল নথকাত তাৰ ল'ৰা-ছোৱালীয়ে বঙলা ভাষাৰ যোগেদি শিক্ষা কৰিবলগীয়া হৈছে। আমাৰ এই উপত্যকাত আওহতীয়া ৰেল-জাহাজে ঢুকি নোপোৱা ঠাইতো প্ৰাথমিকৰপৰা মাধ্যমিক স্তৰলৈকে বঙলা ভাষাৰ যোগেদি শিক্ষাৰ ব্যৱস্থা আছে। প্ৰায় প্ৰতিখন অসমীয়া উচ্চ ইংৰাজী স্কুলৰ লগত সমান্তৰালভাৱে একোখন বঙলা বিদ্যালয় গঢি উঠিছে—ৰজাঘৰীয়া পৃষ্ঠপোষকতা আৰু বঙালী ৰাইজৰ নিজৰ প্ৰচেষ্টাত। নিতৌ ন ন বঙলা পঢাশালি হৱই লাগিছে। হিন্দী বিদ্যালয়ো স্থাপন হব ধৰিছে। এই বাবে আমি কাকো দোষ দিব খোজা নাই, কিন্তু পৰ্ব্বত কেইখনৰ সিটোফালে পঢাশালিত অসমীয়া ভাষাৰ কন্দাকটা অৱস্থা দেখিহে দুখ কৰিবৰ মন গৈছে। আপোনালোকে শুনি আচৰিত হব যে শিলচৰৰ নিচিনা অসমৰ নগৰ এখনৰ দোকানত অসমীয়া পাঠ্যপুথি এখনকে কিনিবলৈ পোৱা নেযায়। তাৰ স্থানীয় থলুৱা ৰাইজৰ অজ্ঞতা আৰু অনভিজ্ঞতাও ইয়াৰ বাবে কম বেছি পৰিমাণে জগৰীয়া। তালৈ যোৱা আমাৰ অসমীয়া কৰ্ম্মচাৰীবিলাকেও কবো বুলিলে বহু কামেই কৰিব

কাছাৰ গোৱালপাৰা

পাৰে আৰু দুই চাৰিজনে কৰিছেও। কিন্তু কোনোমতে তাত দিনকেইটা কটাই কেনেকৈ এইফালে ঘূৰি আহিব পাৰি তাৰ চেষ্টাতে বেছি ভাগেই থাকে বুলি কলে বোধকৰোঁ ভুল কৰা নহব। এনে মনোভাব নিন্দনীয়।

শিলচৰৰ বহু উদাৰমনা বঙালী ভদ্ৰলোকেই অভিযোগৰ সুৰত আমাক কৈছিল যে আমি অৰ্থাৎ অসমীয়াবিলাকেই যদি নিজৰ ভাষা-কৃষ্টি প্ৰচাৰৰ বিষয়ত আওকণীয়া হৈ থাকোঁ তেন্তে তেওঁলোকে অসমীয়া ভাষা শিকিব কেনেকৈ? প্ৰসঙ্গক্ৰমে উল্লেখ কৰিছিল বোলে কোনো অসমীয়া বোলছবিয়ে আজি পৰ্য্যন্ত সেইফালে যোৱা নাই। একমাত্ৰ শিশুচিত্ৰ 'মাক আৰু মৰম' ছবিখনিহে বোধকৰোঁ দুদিনমানলৈ গৈ হাফলঙত ভুমুকি এটা মাৰিছিল। 'চিৰাজ', 'পিয়লি ফুকন', 'ৰঙা পুলিচ', 'এৰাবাটৰ সুৰ'ৰ নিচিনা ছবি বাহিৰৰ ফালে ওলাই গলে আনকি অনা-অসমীয়াসকলেও যে চাই ভাল পাব সেই কথা ডাঠি কব পাৰি।

অসমীয়া ৰাইজৰ জকাইচুকীয়া মনোবৃত্তি বহল নহলে জাতিৰ কেতিয়াও কল্যাণ হব নোৱাৰে। আমাৰ সত্ৰবোৰৰো দুৱাৰ মেল খাবৰ সময় কেতিয়াবাই হল। শঙ্কৰী-সভাবোৰে কাছাৰ-গোৱালপাৰাৰ ফালেও গৈ মহাপুৰুষৰ ধৰ্ম্মৰ বাণীৰ লগে লগে অসমীয়া জাতিৰ প্ৰাণৰ বাণীও বিলাব লাগে। কিন্তু কাৰ্য্যত আমি কি কৰিছোঁ দেখিছেই। বৰ বৰ বক্তৃতাৰ ফুলজাৰী মাৰি নাইবা বাতৰি-কাকতত দুই এখন চিঠি লিখিয়েই অসমীয়া ভাষা-সাহিত্যৰ উদ্ধাৰ কৰিব খুজিছোঁ। কেৱল কাছাৰকে নহয়, গোটেই অসম দেশখনকে যে অনা-অসমীয়া ভাষা-কৃষ্টিয়ে গিলি পেলাবৰ উপক্ৰম হৈছে সেই কথাও কাৰোবাক চকুত আঙুলি দি দেখুৱাই দিব লাগিব নে? 'কাল অজগৰে লৈ যায় টানি, ৰাখা ৰাখা প্ৰভু সাৰঙ্গপাণি' বুলি মনক প্ৰবোধ দি থাকিলেই নহব। আমাৰ ৰাইজ শহাকণীয়া আৰু শেনচকুৱা হৈ আগবাঢ়িব লাগিব। নিজৰ ঘৰখনতে ক'ত কি অথন্তৰ ঘটিছে, ক'ত কি কেৰোণে ধৰিছে, সেইবোৰৰ বুজবাজ লৈ প্ৰতিকাৰৰ বাবে সাজু হব লাগিব। নহলে ঘৰৰ ভিতৰৰ এমুঠি মানুহৰ মাজতে একোটা সৰু কথাতে বাদ-বিতণ্ডাৰ সৃষ্টি কৰি বোৱাল বোৱাল কৰি থাকিলে ভাষা-সাহিত্য নৰয়, জাতি ৰক্ষা নপৰে। তাৰাপুৰলৈ ওলাওক, হাইলাকান্দি, বদৰপুৰলৈ ওলাওক। নিজ চকুৰে এবাৰ চাই আহক দীনহীনা অসম-জননীৰ স্বৰূপ। তেতিয়াহে বুজি পাব আইৰ মৰ্ম্মবেদনা কোনখিনিত।

গোৱালপাৰাৰ বিষয়েও এই একে কথাই খাটে। সেই অঞ্চলৰো বহু ঠাই এতিয়াও আমাৰ দ্বাৰা আবিষ্কৃত হোৱা নাই, কিন্তু সিফালে তাত আহি ছেগ চাই কঠীয়া পাৰিব জনা এদল লোকে টৌখুটি মাৰি বহিছেই। সাহিত্য-সভাৰ ৰূপালী-জয়ন্তী উৎসৱত আমি গোৱাল-পাৰাবাসীৰ প্ৰাণৰ স্পন্দন দেখি আহিছোঁ, অসমী আইৰ প্ৰতি তেওঁলোকৰ কিমান চেনেহ, কিমান ভক্তি সেই কথাৰ উমান পাই আহিছোঁ। তেওঁলোকেও এইফালৰ ৰাইজৰ প্ৰাণৰ পৰশ বিচাৰে, বিপদৰ সময়ত 'এৰাৰি আয়ে দেহি আৰু এটি হমুনিয়া' বিচাৰে। সেইখিনিকে আমি দিব পাৰিছোঁ জানো? ধুবুৰীঘাট, মানসিংহৰ মন্দিৰ, টুক্ৰেশ্বৰী পাহাড়, লেংটীয়া পাহাড়ৰ কেচাইখাতী, বিষ্ণুপুৰ সত্ৰ, ছত্ৰশাল সত্ৰ, আদি অসংখ্য প্ৰাচীন স্মৃতিৰ অৱশেষ 'অযত্নপালিতা

কন্যা বিলৰ মাজত' হৈ তাত পৰি আছে। কোচৰজাসকলৰ বিভিন্ন ঠালৰ আৰু বড়োসকলৰ বুৰঞ্জী ইতিবৃত্তৰ উপাদানো প্ৰচুৰভাৱে তাত আছে। এইবোৰ সংগৃহীত আৰু সংৰক্ষিত হোৱাৰ বিশেষ চেষ্টা হৈছে বুলি আমাৰ মনে নধৰে। সুখৰ বিষয়, এনে এটা প্ৰচেষ্টা আমি দেখা পাইছোঁ৷ বৰপেটাৰ শ্ৰীতিলকচন্দ্ৰ দাসৰ 'গোৱালপাৰাৰ কথা' নামৰ হাতেলিখা পুথিখনিত। শ্ৰীদাস অভয়াপুৰী সাহিত্য-সভাৰ সভাপতি হৈ থকা কালছোৱাত এই পুথি যুগুত কৰা হৈছিল। এনেধৰণৰ প্ৰচেষ্টাৰ প্ৰাথমিক পুথি হিচাপে ধৰিলেও ইয়াত গোৱালপাৰাৰ বিষয়ে আমি নজনা বহুত তথ্যপাতি আৰু সম্ভেদ আছে। এইদৰে আন আন বিদ্যোৎসাহী লোকসকলেও নিজ নিজ অঞ্চলত অনুসন্ধান চলালে আৰু সেইবিষয়ে আমাক জানিবলৈ দিলে কেৱল সেই অঞ্চলৰে নহয়, সদৌ দেশৰে মহৎ উপকাৰ কৰা হব। শ্ৰীদাসৰ 'গোৱালপাৰাৰ কথা'ৰপৰা এইখিনিতে কেইশাৰীমান তুলি দিছোঁ৷ :—

"গোৱালপাৰা জিলাত গৱেষণাৰ বস্তু অসংখ্য আছে। এই জিলাৰ শব্দভড়ালো অতি চহকী। সেই শব্দৰাজি সংগ্ৰহ কৰি ছপাই উলিয়াব পাৰিলে আমাৰ অসমৰ এটা ডাঙৰ সম্পদ হব। স্থানীয় ভাষাত ৰচিত বহুত গীত-পদ সিঁচৰতি হৈ আছে। এতিয়াই সেইবোৰ সংগ্ৰহ কৰিবৰ সময় হৈছে, নহলে লোপ পাব। কুশান, ভাৱাইয়া আদি গীত লোকসমাজত বৰ প্ৰিয়। তিলপুখুৰী আদি কেইখনমান গাঁৱত কিছুমান মুছলমানৰ মাজত শ্ৰীকৃষ্ণমূলক গীতো প্ৰচলিত আছে। সেইবোৰো সংগৃহীত হোৱা যুগুত। 'থাৰাতাল'ৰ গানৰ দলত কামৰূপৰ ওজাপালী আৰু ঢুলীয়াৰ দৰে কিছুমান খুহুতীয়া কথাৰ অৱতাৰণা কৰা হয়। এইবোৰে নিশ্চয় জাতীয় সম্পদ।"

গোৱালপাৰা-কেশৰী শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তী ডাঙৰীয়াই কোৱা কথা কেইফাকিলৈ মন দিয়কচোন—

"গোৱালপাৰাত গোৱাল-তিৰোতাৰ দুগ্ধ-দোহনৰ ধ্বনি, টুনীয়াৰ পাৰে পাৰে সোণৰ ধান, আই নদীৰ দুয়োপাৰে অতীজত মোগল আৰু আহোম সেনাৰ ভয়াময়া ৰণ, গদাধৰ নদীত অতীজৰেপৰা অসংখ্য নাৱৰীয়াৰ গান, ধুবুনীঘাটত নেতাই ধুবুনীয়ে কাপোৰ ধোৱাৰ ঝুপঝাপ শব্দ, ছত্ৰশালত কেৱলীয়া ভকতসকলৰ ভগৱন্তৰ ওচৰত নীৰৱ আত্মসমৰ্পণ, ভূমীশ্বৰৰ ধ্যানগম্ভীৰ মূৰ্ত্তি, যোগীঘোপাৰ অসংখ্য ঋষি-মুনিৰ প্ৰাৰ্থনা গীত, তাৰ কাষতে মহাবাহু ব্ৰহ্মপুত্ৰৰ উত্তাল তৰঙ্গ—এয়েইতো গোৱালপাৰা জিলা। এই জিলাৰে চিৎকা গাঁৱত মহাৰাজ বিশ্বসিংহই জন্মগ্ৰহণ কৰি বিশাল কোচ-সাম্ৰাজ্য স্থাপন কৰিছিল। এই জিলাতে মোগল সেনাপতি মিৰজুমলাৰ দৰ্পচূৰ্ণ হৈছিল। এই জিলাতে বড়ো বীৰাঙ্গনা বিৰ্গিয়ে বৃটিছৰ আক্ৰমণ প্ৰতিৰোধ কৰি আত্মবলি দিছিল। এই জিলাৰে বড়ো বীৰ জাওলিয়া ঝলাও। আজিও এই জিলাৰ টুক্ৰেশ্বৰীত মহাবীৰ হনুমন্তৰ পৰিনাতিয়ে অসংখ্য নৰনাৰীৰ শ্ৰদ্ধাঞ্জলি পায়। আজিও এই জিলাৰ উত্তৰ সীমান্তত থকা গৰমপানীত অসংখ্য ৰোগীয়ে গা ধুই আৰোগ্য লাভ কৰে। অসংখ্য প্ৰাচীন কীৰ্ত্তি-কাহিনীৰে ভৰপূৰ এই গোৱালপাৰা। বিভিন্ন সময়ত বিভিন্ন জাতিৰ বিভিন্ন শাসকৰ তলত থাকিও গোৱালপৰীয়াই তেওঁলোকৰ বৈশিষ্ট্য ৰক্ষা কৰি আহিছে।"

এতিয়া ধুবুৰীৰ মহম্মদ মকবুল আলি চাহাবৰ লগতে গোৱালপাৰাৰ 'বুঢ়া-বুঢ়ীৰ থান'ত ভুমুকি এটা মাৰি আহোঁগৈ বলক :—

"এক বিৰিখৰ তলত বৈসে দুই দেৱতাৰ থান
দেৱীক মানে হিন্দুলোকে, পীৰক মুছলমান।
হিন্দুৱানী মতে হিন্দু দেৱীৰ পূজা কৰে,
মুছলমানে পীৰৰ নামে দোৱা দৰুদ পঢ়ে।
মুছলমানে ছিন্নি ৰান্ধে, হিন্দু যোগায় খৰি
হৰিলুটৰ খোলান ছিলায় মুছলমানে ধৰি।
আজান শুনি বন্ধ কৰে ঢাকুৱা ঢাক ঢোল
মুছলমানে নাযায় ছুবাৰ হিন্দুৰ পূজাৰ জল।
জাতি আৰ বিজাতি বুলি হাই-কাজিয়া নাই,
হিন্দু মুছলমান যেমন মায়েৰ পেটৰ ভাই।
সাথে সাথে মেলাত আইসে সাথত ফিৰি যায়
ঠেকাত পৈলে নেয় তৰেয়া যেমন কৰি পায়।
হিন্দু মুছলমানে কৰে এক গাঁওতে বাস,
হিংসা ভুলি মিলিজুলি কাটায় বাৰমাস।"

আলি চাহাবে আমালৈ পঠোৱা 'গোৱালপাৰাৰ দৈ'ৰো অলপ জুতি চাওক :

"শাইল ধানেৰ চিকণ চিৰা
গোৱালপাৰাৰ দৈ—
খাবাৰ বেলা মনত পৰে
চেঙ্ৰা বন্ধু কৈ।
সে দৈ খায়া মেছপাৰীয়া
দেয় যে পুৰস্কাৰ,
অভয়পুৰীয়া খায়া চাইছে
দুই ভাৰ দৈ আৰ।
চাপৰীয়াই সে দৈ খায়া
দান কৰে যে চৰ
পূব ডুবাৰী খায়া দিছে
কাঠ খৰি আৰ ঘৰ।
পানবাৰীয়া বৰুৱা ৰাজা
সভাত কৰে মান,

পাণ্ডত পাইলে বেজায় খুচী
হিন্দু মুছলমান।
গোৱালপাৰাৰ দৈয়েৰ মতন
আমাৰ জাগাৰ মাটি,
গাছ ভৰা ফল, ভুঁই ভৰা ধান,
মাজিয়া শীতল পাটী।

দেশে স্বাধীনতা পোৱাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্ম হল। এই বিশ্ববিদ্যালয় অসমীয়া ৰাইজৰ বহুদিনীয়া সপোন আছিল। এই সপোন বাস্তৱলৈ ৰূপান্তৰিত কৰিলে লোকপ্ৰিয় বৰদলৈদেৱে। ইয়াৰ লাইখুটা পুতি ভেটিটো সুদৃঢ় কৰিলে বাণীপুত্ৰ শ্ৰীকৃষ্ণকান্তই আৰু সম্প্ৰতি ইয়াৰ গধুৰ দায়িত্ব কান্ধ পাতি লৈছে বুৰঞ্জীবিদ শ্ৰীভূঞা ডাঙৰীয়াই। জ্ঞান-বিজ্ঞানৰ জেউতিৰে এই বিশ্ববিদ্যালয়ে লুইতৰ পাৰ জিলিকাই তোলা দেখি আজি অসমীয়া ৰাইজৰ মনত পৰম হৰিষ। এই বিশ্ববিদ্যালয়ৰ যোগেদি অসমীয়া ভাষা-সাহিত্য, সংস্কৃতি, ভাস্কৰ্য্য আদি বিকশিত হোৱাটো আমি কামনা কৰোঁ। প্ৰাগজ্যোতিষৰ পশ্চিম প্ৰান্তত নকৈ গঢ়ি উঠা ইয়াৰ শিক্ষা-নগৰিকাখনিত এবাৰ ভুমুকি মাৰিলেই যাতে এইবোৰৰ উমান পোৱা যায় তাৰ দিহা কৰিবলৈ কৰ্তৃপক্ষক আমি অনুৰোধ জনাওঁ। ৰংপুৰ নগৰত সোমালেই যেনেকৈ জয়সাগৰ, জয়দৌল, শিৱদৌল, ৰংঘৰ, কাৰেংঘৰ আদি দেখি গৌৰৱময় আহোম ৰাজত্ব আৰু সেই সময়ৰ অসমীয়া সংস্কৃতিলৈ মনত পৰে, এই নগৰিকাত সোমালেও মনত তেনে জাতীয় ভাৱৰ উদয় হোৱাটো আমি কামনা কৰোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়

আন কথা বাদ দিলেও এই বিশ্ববিদ্যালয়ৰ অসমীয়া সাহিত্য বিভাগ, অসমৰ সংস্কৃতি বিভাগ, বুৰঞ্জী বিভাগ, সংস্কৃত বিভাগ আৰু প্ৰকাশন বিভাগৰপৰা আমাক বুজন বৰঙণি লাগে। এই বিভাগবোৰৰ কোনটোৱে এতিয়ালৈকে কি কাম কৰিছে নকলেও হব—জল্‌জল্ পট্‌পট দৈৱকীৰ গভুৱা লৰা আগতে ওলাই আছে। সুখৰ কথা, আমাৰ এই নিজা বিশ্ব-বিদ্যালয়তে উচ্চতম স্তৰলৈকে অসমীয়া সাহিত্য পঢ়োৱাৰ ব্যৱস্থা কৰা হৈছে। সংস্কৃতি বিভাগ এটাও নকৈ খোলা হৈছে। এতিয়ালৈকে নাই নাই বুলিও দুকুৰি আঠেকুৰি ডেকা-গাভৰুৱে অসমীয়াৰ এম-এ মহলাত উত্তীৰ্ণ হব পাৰিছে। এওঁলোক আমাৰ অসমীয়া সাহিত্যৰ আশা-ভৰষাৰ স্থল। কেৱল চাকৰীৰ বাকৰিত অনাই-বনাই ফুৰাটোৱেই এওঁলোকৰ জীৱনৰ একমাত্ৰ লক্ষ্য হোৱা অনুচিত। অসমত সাহিত্যসেৱীৰ সংখ্যা নিচেই তাকৰ। সেই বাবে আহাওধীয়া সাহিত্য-সেৱাৰ যোগেদি যেয়ে যেনেকৈ পাৰে ভক্তিৰ অঞ্জলি আগবঢ়াবলৈ অসম আয়ে এওঁলোকক আহ্বান জনাইছে। এই আহ্বানৰ উপযুক্ত সঁহাৰি নেপালে দেশৰ দুৰ্ভাগ্য বুলি কব লাগিব।

এই বিশ্ববিদ্যালয়ৰ প্ৰকাশন বিভাগৰ দায়িত্বও ৰাজ্যিক প্ৰকাশন বোৰ্ডৰ তুলনাত বেছি গধুৰ আৰু সুদূৰপ্ৰসাৰী। কেৱল অসমীয়া বিভাগেই নহয়, অসম সম্পৰ্কীয় ইংৰাজী গ্ৰন্থ,

পুৰণি পুথি, বিভিন্ন উচ্চ মহলাৰ বিজ্ঞান দৰ্শনকে ধৰি বিভিন্ন বিষয়ৰ অসমীয়া পাঠ্য-পুথিও এই বিভাগে যুগুত কৰি প্ৰকাশ কৰিব লাগিব। অনুবাদ কৰিয়েই হওক বা প্ৰাচীন গ্ৰন্থ সম্পাদিত কৰিয়েই হওক, এই বিভাগে তৰহে তৰহে মূল্যবান ন কিতাপ ছপাই উলিয়াব লাগিব। এই সম্পৰ্কত কলিকতা বিশ্ববিদ্যালয়ৰ আৰ্হি আদৰ্শ স্থানীয়। কেৱল পঢ়োৱা আৰু পৰীক্ষা লোৱা এই দুটা গতানুগতিক কামৰ ওপৰতে বিশ্ববিদ্যালয়ৰ সুখ্যাতি নিৰ্ভৰ নকৰে। আমি জনাত এই বিশ্ববিদ্যালয়ৰ পৃষ্ঠপোষকতাতে আমাৰ চাৰিজন ডেকা বন্ধুৱে অসমৰ ভাষা সংস্কৃতি সম্পৰ্কীয় চাৰিখন গধুৰ ইংৰাজী গ্ৰন্থ প্ৰণয়ন কৰি উচ্চ সন্মান লাভ কৰিছে। সেইবোৰ হৈছে :—ডঃ শ্ৰীমহেশ্বৰ নেওগৰ Sankardeva and His Times, ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ The Growth and Development of the Vaisnavite Institutions in Assam, ডঃ শ্ৰীপ্ৰফুল্লদত্ত গোস্বামীৰ The Folklore of Assam আৰু ডঃ শ্ৰীউপেন্দ্ৰনাথ গোস্বামীৰ A study of Kamrupi, a Dilect of Assamese. ইয়াৰ উপৰিও আৰু কেবাজনো মাতৃৰ কৃতী সন্তানে বিদেশলৈ গৈ নিজৰ জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰাৰ লগে লগে একোখনি তথ্যবহুল গ্ৰন্থও যুগুত কৰি থৈছে। ইমানদিনে এইবোৰ গ্ৰন্থ প্ৰকাশৰ কোনো থৰতকীয়া ব্যৱস্থা হৈ নুঠাটো পৰিতাপৰ কথা। আমি আশা কৰোঁ গুৱাহাটী বিশ্ববিদ্যালয়ে এই কাম কৰিব লাগে আন্তৰিকতাৰে আৰু ক্ষিপ্ৰতাৰে। ইংৰাজী আৰু হিন্দী ভাষাৰ প্ৰবন্ধ, গ্ৰন্থ আদি লিখি অসমৰ বাহিৰত আমাৰ বিষয়ে জনাবলৈ ব্যৱস্থা কৰিব লাগে। মুঠতে শিক্ষিত অসমীয়া ডেকাসকলে এইবোৰ গধুৰ দায়িত্ব মূৰ পাতি নললে দেশৰ মান নেথাকে, জাতিৰ কল্যাণ নহয়।

এই প্ৰসঙ্গ সামৰাৰ আগতে সিদিনা বিশ্ববিদ্যালয়ৰ সমাবৰ্ত্তন উৎসৱত আচাৰ্য্য শ্ৰীফজল আলিয়ে পাঠ কৰা ভাষণৰ পৰা আবাৰচেবেক গাই দিছোঁ শুনক :—

While conveying to my young friends, my blessings and my best wishes for success in your future careers, I would like to take this opportunity of impressing upon you all and upon my countrymen in general that having regard to the excelleut human material among us and the facilities for cultural anh educational advancement which are growing day by day, I firmly believe that our country will in due course be able to take its rightful place among the most progressive nations of the world not only on the field of economic development but also in that of education I would like to quote in conclusion a passage from an address which I delivered as Chancellor of the Utkal University when I was in Orissa The passage runs as follows —

Let us not forget today that ours is not, in the matter of edudation, a lonely progress in a lonely land All the pioneers of humanity in all parts of the world—the pioneers of social, economic and educational progress—are weaving the webs of the future together and in alliance. The U, N O. and other world organisations are sending out messengers of intellectual

co operation to every country that needs their help and exparts in various branches of learning and science have of late been visiting India far more frequently than before aud are anxious to give their plentitude of knowledge and research. Workers in education in all lands are working together. Let us then move into the future, running as the ancient runners ran in Greece, carrying the lit lamp of knowledge from generation to generation burning for ever with the beauty of the Indian heritage"

দেশে নকৈ স্বাধীনতা পোৱাৰ পিছত সাহিত্য-সংস্কৃতি আদিৰ উন্নয়ন সম্পৰ্কত আমাৰ দেশনায়কসকলৰ দৃষ্টিভঙ্গীৰ যে সলনি হৈছে সেই কথা স্বীকাৰ্য্য। এইটো নিশ্চয় এটা শুভ লক্ষণ। এই উদ্দেশ্য সাধনৰ মাধ্যম স্বৰূপে কেন্দ্ৰত সাহিত্য-একাডেমী, সঙ্গীত-নাটক-একাডেমী আৰু ললিত-কলা-একাডেমী নামেৰে তিনিটি জনহিতকৰ আধা চৰকাৰী অনুষ্ঠান প্ৰতিস্থাপিত হৈছে আৰু ইয়াৰ লালনপালন পৰিপুষ্টিৰ বাবে কেন্দ্ৰীয় ৰাজ-ভড়ালৰ পৰা প্ৰচুৰ অৰ্থব্যয়ো কৰা হৈছে। এইবোৰৰ পৰা আমি অসমীয়া ভাষা-সাহিত্য, নৃত্য-গীত আদিত কি পৰিমাণে উপকৃত হব পাৰিছোঁ তাকেই অলপ ভাবি চাওঁ আহক।

তৃথন 'একাডেমী'

সাহিত্য-একাডেমীয়ে প্ৰতিখন ৰাজ্যতে একোখনকৈ ৰাজ্যিক উপদেষ্টা সমিতি গঠন কৰি সেইবোৰৰ দিহা-পৰামৰ্শ আৰু নিজ পৰিকল্পিত আঁচনিৰ যোগেদি ভিন্-ভিন্ সাহিত্যসমূহৰ বিকাশ সাম্ফল কৰিবলৈ যত্ন কৰিছে। কোনো কোনো ৰাজ্যত ইয়াৰ ৰাজ্যিক শাখাও পতা হৈছে। অসমতো তেনে এটা শাখা পতাৰ প্ৰস্তাব উঠিছিল কিন্তু শ্ৰদ্ধেয় শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই অসম সাহিত্য-সভা থকাৰ কাৰণে তেনে এটা নতুন শাখা-অনুষ্ঠানৰ আৱশ্যক নাই বুলি মত প্ৰকাশ কৰাত সি যেনিবা হৈ নুঠিল। অপ্ৰিয় হলেও এই কথা আমি নকৈ নোৱাৰোঁ যে একাডেমীৰ কাৰ্য্যাৱলীয়ে এতিয়ালৈকে তেলীৰ মূৰত তেল ঢলাহে দেখা গৈছে। হিন্দী ভাষা-সাহিত্যৰ উন্নতি, প্ৰচাৰ আৰু শ্ৰীবৃদ্ধিৰ কাৰণে একাডেমীয়ে প্ৰত্যক্ষ আৰু পৰোক্ষ-ভাৱে যি কাম কৰিছে, যেনেদৰে কঁকালত টঙালি বান্ধি লাগিছে, আনবোৰ ৰাজ্যিক ভাষা-সাহিত্যয়ো একাডেমীৰ পৰা সেইখিনি নহলেও তাৰ নামনাচ মনোযোগ আৰু আৰ্থিক সহায় নিশ্চয় আশা কৰিব পাৰে। এই বিষয়ৰ এটা মাথোন কথা আজি আপোনালোকক কব খুজিছোঁ। এইবাৰকে ধৰি তিনিবাৰ সাহিত্য-একাডেমীয়ে প্ৰতিখন ৰাজ্যৰ শ্ৰেষ্ঠ সাহিত্যিক-সকললৈ একোটা পাঁচহাজাৰ টকাৰ বঁটা আগবঢ়ালে। প্ৰথমবাৰ মাথোন এই বঁটা অসমীয়া সাহিত্যৰ ভাগ্যত মিলিল। 'বনফুল' এপাহি লৈয়েই পূজাৰী সন্তুষ্ট হ'ল, পাঁচ হেজাৰ টকাৰ নিৰ্ম্মালি দিলে। তাৰ পিছৰ দুবাৰত কিন্তু কোনো অসমীয়া গ্ৰন্থকাৰেই এই পাঁচহেজাৰ-টকীয়া বঁটা লাভ কৰিব নোৱাৰিলে। কি মাপকাঠীৰে জুখি একাডেমীয়ে গ্ৰন্থৰ শ্ৰেষ্ঠতা নিৰ্দ্ধাৰণ কৰে সেই বিষয়ে আমি বিশেষ নেজানো। অতি উৎকৃষ্ট নাইবা বিশ্ব-সাহিত্যৰ ভঁড়ালত জিলিকিব পৰা অসমীয়া পুথি এই কালছোৱাত ওলাইছে বুলিও আমি ডাকোপ মাৰি কব খোজা নাই। কিন্তু

আন আন ৰাজ্যিক সাহিত্যবোৰৰ যিথিনি গ্ৰন্থ এতিয়ালৈকে বাছনিত উঠিছে তাৰ থনচেৰেকৰ লগত ফেৰ মাৰিব পৰা অসমীয়া গ্ৰন্থ যে আমাৰ সাহিত্যত নাই সেই কথা মানি লবলৈ আমি টান পাইছোঁ। এপাহ 'বনফুলে'ই যে অসমৰ সাহিত্যত ফুলিছে সেই কথাও নিশ্চয় সঁচা নহয়। নিতান্তই যদি একাডেমীৰ কৰ্ণধাৰসকলে আমাৰ সাহিত্যৰ এনে তলি উদং হোৱা বুলি ভাবিছে তেন্তে বঁটাৰ বাবে দুবাৰ আগবঢ়োৱা দহ হেজাৰ টকা এই সাহিত্য সভাৰ ভঁড়াললৈকে অসমীয়া সাহিত্য উন্নয়নৰ কাৰণে দিয়া উচিত। গ্ৰন্থ-বিচাৰ পদ্ধতিও বোধকৰোঁ সলোৱা উচিত হব। একাডেমীয়ে এনেদৰে একোজন সাহিত্যিকক একোটা শকত বঁটা দিলে তাৰ পৰা সমূহীয়াভাবে সাহিত্যৰ বিশেষ লাভ হয় বুলি আমি নেভাবোঁ। ব্যক্তিগতভাবে একোজন সাহিত্যিকক বঁটা দিয়ক, ৰাষ্ট্ৰীয় সন্মান দিয়ক, তাত আমাৰ আপত্তিৰ কাৰণ নাই, আনন্দৰ কথাহে আছে। কিন্তু তাৰ লগতে দুখীয়া গ্ৰন্থকাৰ আদিয়ে গ্ৰন্থ প্ৰকাশ, প্ৰচাৰ আদিত কিদৰে সকাহ পায়, কিদৰে কাকত, ছেপাশাল আদিৰ এশ এটা আহুকালৰ পৰা হাত সাৰিব পাৰে, কিদৰে ডাকযোগে কিতাপৰ চলাচল সুচল আৰু সহজ হব পাৰে, একাডেমীয়ে এইবোৰৰ ব্যৱস্থা হাতত লব লাগে। সাহিত্যিকৰ গুটীয়া উন্নতিৰ লগে লগে সাহিত্যৰ সমূহীয়া উন্নয়নৰ বিষয়েও ভাবিব লাগে। ভাৰতৰ চহকী আৰু সমৃদ্ধিশালী ভাষা-সাহিত্যতকৈ অসমীয়া ভাষা-সাহিত্যৰ নিচিনা উপযুক্ত পৃষ্ঠপোষকতা আৰু লালন-পালনৰ অভাৱত ভাৰতৰ যিকেইটা ভাষা-সাহিত্য আশানুৰূপ ভাবে বাঢ়িব পৰা নাই, একাডেমীয়ে তাৰ বাবেহে বিশেষভাবে যত্নবান হোৱাটো আৰু অধিক ধন ভঙাটো উচিত। ভাৰত চৰকাৰে অভাৱগ্ৰস্ত সাহিত্যিক-সকলক যি সাহায্য দিয়াৰ ব্যৱস্থা কৰিছে সি অতি সন্তোষৰ কথা হলেও এই বিষয়তো অসমীয়া সাহিত্যিকসকলে আন ৰাজ্যৰ তুলনাত বিশেষ লাভবান হব পৰা নাই। এনেবোৰ সাহায্য কোনে দিয়ে, কাক দিয়ে, কেনেকৈ দিয়ে, সেইবোৰ কথাও বিতংভাবে জানিবৰ উপায় নাই। লোকসভাত থকা আমাৰ মেলুৱৈসকলে এই বিষয়ত সততে খা-খবৰ ৰাখি যথাবিহিত ব্যৱস্থা হাতত লব লাগে। এই প্ৰসঙ্গতে আমাৰ ৰাজ্যিক চৰকাৰকো এনে সাহিত্যিকক সাহায্য, ঋণ আদি বিষয়ত হাতৰ মুঠি ঢিলাই দিবলৈ আমি অনুৰোধ জনাওঁ। দেশ-গঠনত 'ৰাজনৈতিক নিৰ্য্যাতিত' আদি পৰ্য্যায়ৰ লোকতকৈ সাহিত্যিক-শিল্পীসকলৰ বৰঙণিও যে কম নহয় সেই কথা আমি সংশ্লিষ্ট কৰ্তৃপক্ষক সকীয়াই দিব খোজোঁ। সি যি নহওক, সাহিত্য একাডেমীয়ে অনুবাদ আদি যিবোৰ আঁচনি হাতত লৈছে সেইবোৰ নিশ্চয় প্ৰশংসাযোগ্য। আমাৰ শিক্ষিত ডেকাসকলৰ সক্ৰিয় সহযোগ এই বিষয়ত বিশেষ আৱশ্যক।

সঙ্গীত-নাটক-একাডেমীৰ ৰাজ্যিক শাখা এটাও চৰকাৰী পৃষ্ঠপোষকতাত অসমতে আজি কেবাবছৰো আগতে স্থাপিত হৈছে, কিন্তু সুনিৰ্দ্দিষ্ট পৰিকল্পনাৰ অভাৱতেই হওক, নাইবা উপযুক্ত পৰিচালনাৰ অভাৱতে হওক, নাইবা আৰ্থিক অভাৱৰ কাৰণেই হওক বা আন যি কোনো কাৰণতে নহওক, ইয়াৰপৰা এতিয়াও আমি আশানুৰূপ ফল লাভ কৰিব পৰা নাই। সঙ্গীত-নাটক-একাডেমীৰ সমান্তৰালভাৱে 'অসম সঙ্গীত-সন্মিলনী' নামেৰে আন এখন ৰাজ্যিক

সঙ্গীত অনুষ্ঠানেও গা কৰি আহিছে। এই দুয়োখন অনুষ্ঠানৰ ৰাজসিক ৰূপটোহে বেছিকৈ চকুত পৰা হৈ উঠিছে। ইয়াৰ সাত্ত্বিক আৰু কাৰ্য্যকৰী ৰূপটো হলে দেখা পোৱাৰ আশা এতিয়াও হোৱা নাই যেন লাগে। দুয়োখন অনুষ্ঠানেই অসমৰ দুখন নগৰত বছৰি জাৰকালিৰ সেমেকা বায়ুমণ্ডল উত্তপ্ত কৰি তোলে। অজস্ৰ ধন এই উপলক্ষ্যত ব্যয় কৰা হয়। তাৰ পিছতেই কাঁহ পৰি জীণ যোৱা নিমাত নিতাল পৰিবেশ সৃষ্টি হয়। ডঃ শ্ৰীমহেশ্বৰ নেওগৰ সম্পাদনাত ওলোৱা 'স্বৰৰেখাত বৰগীত' নামৰ বৰগীতৰ প্ৰাথমিক গ্ৰন্থখনিয়েই আমাৰ চকুত পৰা এনে অনুষ্ঠানৰ এতিয়ালৈকে একমাত্ৰ সুফল। সঙ্গীত-নৃত্য আদি বিষয়ত আমি ইমানবোৰ কাম কৰিবলগীয়া আছে যে সেইবোৰৰ কথা ভাবিলেই মূৰ আচন্দ্ৰাই কৰে। স্বকীয়া কামৰূপী নৃত্য-গীত আদিক মৰণমুখী অৱস্থাৰ পৰা ৰক্ষা কৰিবলৈ দেশত আজি ধন্বন্তৰী নোহোৱা হল। কাম আছে, কৰ্ম্মী নাই। গীত আছে, গায়ক নাই। নৃত্য আছে, নাচোতা নাই। সঙ্গীত-নাচৰ বিবিধ আহিলা আছে, সেইবোৰৰ গৱেষণা কৰোঁতা নাই। যদি এয়েই প্ৰকৃত অৱস্থা হয় তেন্তে বছৰি সঙ্গীতৰ একোটা ৰাজসূয় যজ্ঞ পতাৰ আৱশ্যক কি? আমাৰে কাষৰৰ মণিপুৰী-সকল এই বিষয়ত কিমান আগবাঢ়ি গ'ল ভাবি চাওকচোন। অলপতে ভাৰত সঙ্গীত-নাটক-একাডেমীয়ে কেইটামান বিভিন্ন ৰাজ্যৰ থলুৱা নৃত্যক স্বীকৃতি দিবৰ উদ্দেশ্যে এখন বিশেষজ্ঞ কমিটী পাতি দিছে। সুখৰ বিষয়, ডঃ শ্ৰীমহেশ্বৰ নেওগো ইয়াৰ অন্যতম সভ্য। এই কমিটীয়ে অসমৰ সত্ৰীয়া নৃত্যকো স্বীকৃতি পাবৰ উপযুক্ত হয় নে নহয় বিচাৰ কৰি চাব। আমি আশা কৰোঁ আমাৰ চৰকাৰ, একাডেমী, নৃত্যশিল্পী আৰু এই বিষয়ে অভিজ্ঞ লোকসকলে যাতে সত্ৰীয়া নৃত্যৰ বিষয়ে লাগতিয়াল তথ্যপাতি আদি যথাসময়ত কমিটীৰ আগত উত্থাপন কৰিবলৈ পৰাঙ্মুখ নহয়। অসমত এখনি উচ্চ পৰ্য্যায়ৰ সুনিয়ন্ত্ৰিত সঙ্গীত কলেজৰ আৱশ্যকতাও আমি বৰকৈ অনুভৱ কৰিছোঁ। তাৰ লগতে থলুৱা নৃত্য-গীতৰ গৱেষণা, সংৰক্ষণ আদিও চলিব লাগে।

সঙ্গীত-নৃত্য আদিৰ লগত এই সাহিত্য-সভাৰ পোনপটীয়া সম্পৰ্ক নেথাকিলেও এইবোৰ বিষয়তো চিন্তা-চৰ্চ্চা, গৱেষণা-অধ্যয়ন লাগে আৰু সেই কাৰণেই আমাৰ সাহিত্যিকসকল ইয়াৰ পৰাও বাগি দি আঁতৰি যাব নোৱাৰে আৰু যোৱাটো উচিতো নহয়। সেয়েহে আমাৰ এই বিষয়ে চমু বক্তব্য দাঙি ধৰা হল।

বোলছবি-অনাতাঁৰ

বৰ্ত্তমান কালত বোলছবি আৰু অনাতাঁৰেও সাহিত্য-জগতৰ এটা বুজন অংশ অধিকাৰ কৰি লৈছে। বিজ্ঞানৰ এই দুবিধ যান্ত্ৰিক অৱদানৰ যোগেদিও সাহিত্য সংস্কৃতিৰ অশেষ মঙ্গল সাধিত হবৰ সম্ভাৱনাই দেখা দিছে। তাৰ লগে লগে অকল্যাণৰ দুৱাৰো যে মুকলি হোৱা নাই এনে কথা কব নোৱাৰি। প্ৰথমতে আমি অসমীয়া বোলছবিৰ ৰূপালী পৰ্দ্দাতে ভুমুকি এটা মাৰি চাওঁহক আহক। প্ৰকৃতপক্ষে অসমীয়া বোলছবিৰ জন্ম হবৰ বৰ বেছি দিন হোৱা নাই। এতিয়াও ইয়াৰ পঁচিশ বছৰীয়া জীৱন পূৰ নৌ হয় এখোন। এই বছৰটোৰ ভিতৰতে ভাল দিন-বাৰ চাই, সম্ভৱ হলে অসমীয়া বোলছবিৰ

জন্মদাতা ৰূপকোঁৱৰৰ জন্মদিনটোৰ লগত খাপ খুৱাই অসমীয়া বোলছবিৰ ৰূপালী-জয়ন্তী উৎসৱ পালন কৰিব পাৰিলে বৰ ভাল কথা হয়। আমাৰ বোলছবিৰ জীৱন বয়সৰ লেখেৰে পঁচিশ বছৰীয়া হলেও এতিয়ালৈকে আমি একুৰি পাঁচখন অসমীয়া বোলছবি দেখা পোৱাৰ সৌভাগ্য হোৱা নাই। এই বছৰটোৰ ভিতৰত টানি-মানি সেই সংখ্যা পূৰ হলে আনন্দৰ কথা হব। ১৯৩৫ চনৰ ১০ মাৰ্চ্চটোক অসমীয়া বোলছবিৰ জন্মদিন বুলি কব পাৰি। সেই দিনা কলিকতাৰ 'ৰাওনাক মহল'ত ৰসৰাজ বেজবৰুৱাৰ পৌৰোহিত্যত আৰু কলিকতা প্ৰবাসী অসমীয়াসকলৰ উপৰিও বহু ভাৰতীয় বিশিষ্ট লোকৰ উপস্থিতিত 'জয়মতী' বোলছবি প্ৰথমবাৰ প্ৰদৰ্শন কৰা হৈছিল। সেই উদ্বোধনী উৎসৱত ভাৰতবিখ্যাত চিত্ৰশিল্পী অসমৰ সুসন্তান ৰাজকুমাৰ প্ৰমথেশ বৰুৱা, নিউ থিয়েটাৰৰ বিখ্যাত অভিনেতা চায়গল, পৃথ্বীৰাজ কাপুৰ প্ৰভৃতি বহু বিশিষ্ট অতিথিয়ে শোভাবৰ্দ্ধন কৰিছিল। বেজবৰুৱা ডাঙৰীয়াই সেই উৎসৱৰ ভাষণত কৈছিল—

"আজি বৰ মঙ্গলৰ দিন। আজি অসমৰ এটা গৌৰৱৰ দিন। 'জয়মতী' শ্ৰীমান জ্যোতি বোপাৰ অশেষ চেষ্টা, অপৰিসীম ধৈৰ্য্য আৰু ধন ব্যয়ৰ ফল। তেওঁ প্ৰকৃততে এজন শিল্পী। তৰুণ অসমৰ 'জয়মতী' এখন উজ্জ্বল দাপোণ। মই আশা কৰোঁ যাতে অইন প্ৰদেশৰ লগে লগে এই লাগতিয়াল প্ৰতিষ্ঠানটোৱে অসমত ভালকৈ শিপায়, জকাইচুকৰ অসমে যাতে গোটেই ভাৰততে নিজৰ গৌৰৱ আৰু জাতীয়তা বিলাই ফুৰিব পাৰে। মই দেখিছোঁ 'জয়মতী' ছবিত পুৰণি গীত-মাত, বচন, ঘৰ-দুৱাৰ কাৰুকাৰ্য্য সকলো অসমীয়া ঠাঁচত কৰিবলৈ শ্ৰীমান জ্যোতি বোপাই চেষ্টা কৰিছে। মোৰ অপাৰ আনন্দ যে মোৰো মানসী কন্যা কল্পনাৰ নাগিনী প্ৰকৃতিৰ ছোৱালী ডালিমীক মই ভবামতে, মই কল্পনা কৰামতে দিঠকত দেখিবলৈ পালোঁ।"

১৯৩৪ চনত আৰম্ভ কৰা হৈছিল যদিও 'জয়মতী'ৰ প্ৰথম প্ৰদৰ্শন কৰা হয় ১৯৩৫ চনৰ ১০ মাৰ্চ্চত কলিকতাত আৰু ১৯৩৫ চনৰ ২০ মাৰ্চ্চত গুৱাহাটীত। উদ্বোধন-প্ৰসঙ্গত জ্যোতি-প্ৰসাদে এইদৰে এটি ঘোষণা কৰিছিল—

"অসমীয়া ৰাইজৰ শুভ ইচ্ছা আৰু আশীৰ্ব্বাদ মূৰত লৈ আজি প্ৰায় ডেৰ বছৰত মূৰত জয়মতী ফিল্ম ৰাইজৰ আগলৈ উলিয়াবলৈ সমৰ্থ হৈছোঁ। 'জয়মতী' ছবি তোলাৰ সময়ত এই অভাজনৰ ওপৰেদি নানা ক্লেশৰ প্ৰবল সোঁত বাগৰি গৈছিল। পিতৃ-মাতৃৰ চিৰবিদায়ৰ কৰুণতাক্লিষ্ট ঘাত-প্ৰতিঘাতে জৰ্জ্জৰিতপ্ৰায় কৰি এই 'জয়মতী' ছবি ৰাইজৰ আগলৈ উলিয়াটো বৰ দুৰূহ কৰি তুলিছিল॥ কিন্তু ৰাইজৰ ঐকান্তিক শুভ ইচ্ছাৰ ফলত সেই সকলো বাধা-বিঘিনি আৰু বিপদ-আপদৰ বতাহ-বৰষুণৰ মাজেদি 'জয়মতী'ক কোনোমতে ৰক্ষা কৰি আজি সম্পূৰ্ণাঙ্গীকৈ ৰাইজৰ আগত থিয় কৰিব পাৰিছোঁ। অসমীয়াৰ প্ৰথম কথাছবি বুলি, অসমীয়া ল'ৰা-ছোৱালীৰ ফিল্ম অভিনয়ত প্ৰথম চেষ্টা বুলি সদৌ অসমীয়া ৰাইজে যেন এই ছবিখন মৰমৰ চকুৰে চায় আৰু সহায় কৰি অসমীয়া ফিল্ম-শিল্প কৰ্ম্মীসকলৰ আগলৈ ফিল্ম কৰাৰ সোণালী সপোন দিঠকত পৰিণত কৰিবলৈ যেন আশীৰ্ব্বাদ কৰে।"

তেতিয়াৰ পৰা আজিলৈকে লুইতৰ বুকুৰেদি কিমান ধুমুহা, কিমান বাৰিষা-খৰালি, কিমান ভকা-চাকনৈয়া পাৰ হৈ গল তাৰ লেখ কোনে ৰাখিছে। এই সময় ছোৱাৰ ভিতৰত একুৰি এখন বোলছবিয়ে মুক্তিলাভ কৰিছে। সেইবোৰ হৈছে :—

| | | | |
|---|---|---|---|
| (১) | জয়মতী | পৰিচালক | জ্যোতিপ্ৰসাদ ( ১৯৩৫ চন ) |
| (২) | ইন্দ্ৰমালতী | " | " ( ১৯৩৯ চন ) |
| (৩) | মনোমতী | " | ৰোহিণী বৰুৱা (১৯৪১ চন ) |
| (৪) | ৰূপহী | " | শ্ৰীপাৰ্বতি বৰুৱা |
| (৫) | বদন বৰফুকন | " | শ্ৰীকমল চৌধুৰী |
| (৬) | চিৰাজ | " | শ্ৰীবিষ্ণু ৰাভা, শ্ৰীফণী শৰ্মা ( ১৯৪৮ চন ) |
| (৭) | পাৰঘাট | " | 'খনিকৰ' ( ১৯৫০ চন ) |
| (৮) | বিপ্লবী | " | শ্ৰীঅসিত সেন |
| (৯) | ৰুণুমী | " | শ্ৰীসুৰেশ গোস্বামী |
| (১০) | সতী বেউলা | " | শ্ৰীসুনীল গাঙ্গুলী |
| (১১) | নিমিলা অঙ্ক | " | শ্ৰীলক্ষ্যধৰ চৌধুৰী ( ১৯৫৫ চন ) |
| (১২) | পিয়লী ফুকন | " | শ্ৰীফণী শৰ্মা ( ১৯৫৫ চন ) |
| (১৩) | স্মৃতিৰ পৰশ | " | শ্ৰীনিপ বৰুৱা ( ১৯৫৫ চন ) |
| (১৪) | সৰা-পাত | " | আনোৱাৰ হুছেইন ( ১৯৫৫ চন ) |
| (১৫) | এৰা বাটৰ সুৰ | " | ডক্টৰ শ্ৰীভূপেন হাজৰিকা ( ১৯৫৬ চন ) |
| (১৬) | মাক আৰু মৰম | " | শ্ৰীনিপ বৰুৱা |
| (১৭) | লখিমী | " | শ্ৰীভবেন দাস |
| (১৮) | ধুমুহা | " | শ্ৰীফণী শৰ্মা ( ১৯৫৭ চন ) |
| (১৯) | ৰঙা পুলিচ | " | শ্ৰীনিপ বৰুৱা ( ১৯৫৮ চন ) |
| (২০) | নতুন পৃথিবী | " | আনোৱাৰ হুছেইন ( ১৯৫৮ চন ) |
| (২১) | ভক্ত প্ৰহ্লাদ | " | শ্ৰীনিপ বৰুৱা ( ১৯৫৮ চন ) |

ইয়াৰ উপৰিও 'প্ৰাগজ্যোতিকা' নামেৰে এখনি সূচনা-চিত্ৰ ( documentary ) প্ৰকাশ হৈছে। 'কেচা সোণ', 'চাকনৈয়া' আৰু 'পুবেৰুণ' নামৰ তিনিখন ছবি অলপতে পোহৰলৈ ওলোৱাৰ আশা হৈছে। 'লাচিত বৰফুকন', 'নৰকাসুৰ', 'পুৱতি নিশাৰ সপোন' নামেৰে আৰু তিনিখন ছবিৰ প্ৰস্তুতিৰ প্ৰাৰম্ভিক কাম চলি আছে। বোলছবিৰ ক্ষেত্ৰত এতিয়ালৈকে এই-খিনিয়েই আমাৰ ভঁড়ালৰ সম্পদ। ইয়াৰ ভিতৰত দুখনে ( পিয়লি ফুকন, মাক আৰু মৰম ) দিল্লীত মান-পত্ৰ লাভ কৰিছে আৰু 'ৰঙা পুলিচে' ৰূপৰ পদক পাইছে। এই পুৰস্কাৰকে অৱশ্যে কৃতকাৰ্য্যতাৰ একমাত্ৰ মাপকাঠী বুলি আমি ভবা নাই। বাইজৰ ফালৰ পৰাও কেইখনমান ছবি বিপুলভাৱে সম্বৰ্দ্ধিত হৈছে। দুই-এখনে শক্তি আৰু অৰ্থৰ অপচয় নকৰাকৈয়ো থকা নাই।

অভিজ্ঞতাৰপৰা মানুহে অনেক কথা শিকে। আমাৰ বোলছবিৰ পৰিচালক আৰু শিল্পীসকলেও ইমানদিনে তিনি-বুৰি বহুত কথাই শিকিব পাৰিছে নিশ্চয়।

আমি আজি অসমীয়া বোলছবিৰ সাহিত্যিক ফালটোৰ বিষয়েহে দুই একেষাৰ কব খুজিছোঁ। এই সাহিত্যিক ফালটোৰ কথা ভাবিলে ঘাইকৈ তিনিটা বিষয় চকুত পৰে। কাহিনী, সংলাপ আৰু সুৰৰ উপৰিও গীতৰ ভাব-ভাষা। এতিয়ালৈকে ওলোৱা অসমীয়া ছবিৰ ভিতৰত দহখনেই অৰ্থাৎ প্ৰায় আধাৰেই কাহিনী চিত্ৰপৰিচালকসকলৰ দ্বাৰা ৰচিত। ইয়াৰ ফলত অন্ততঃ কেইখনমান ছবি যে বিফল নাইবা দুৰ্ব্বল হৈছে সেই কথা অপ্ৰিয় হলেও সত্য। সকলো পৰিচালকে জ্যোতিপ্ৰসাদৰ নিচিনা বহুগুণী শিল্পী হবলৈ আশা কৰাটো ভুল। আৰ ছিগা চুলি তাৰ ছিগা চুলি মাৰি যাওঁ নেমেৰী খোপাৰ নিচিনাকৈ বঙলা, হিন্দী আদি ছবিৰ কাহিনীবোৰৰ টুকুৰাবোৰ আনি যোৰা দিলেই ভাল অসমীয়া কাহিনী এটা হব নোৱাৰে। দুই এক ক্ষেত্ৰত এনে হোৱা দেখিহে আমি এই কথা কৈছোঁ। কণা হাঁহক পতান দি আভুৱা ভৰাৰ নিচিনাকৈ দুৰ্ব্বল কাহিনী এটা সৃষ্টি কৰি অসমীয়া দৰ্শকক সন্তোষ দিব খোজা প্ৰচেষ্টাও দুই এঠাইত দেখা গৈছে। সংলাপ বা চিত্ৰনাট্যৰ ভাষা, ৰচনা-ভঙ্গী আদি দেখিও আমি বহু সময়ত হতাশ হৈছোঁ। কোনো কোনো ভাল ছবিও এনে দোষৰ পৰা মুক্ত হব পৰা নাই। কোনো কোনো ক্ষেত্ৰত শিল্পীসকলৰ বিকৃত উচ্চাৰণেও শুনোতাৰ কাণত কোটকোৰা কাঁইটে বিন্ধাৰ নিচিনাকৈ কষ্ট দিছে। চিত্ৰনাট্যকাৰসকল জনাবুজা লোক হলেও বিদগ্ধ পণ্ডিত হব নোৱাৰে। তেওঁলোকে লিখাবোৰ দুই-এজন জনা লোকক দেখুৱাই ভাষা আদি নিৰ্ভুল কৰি শুধৰাই ললে মহাভাৰতখন অশুদ্ধ হব বুলি আমি নেভাবোঁ। দুই-এখন ছবিৰ নামটোতে কেনে কেবোণে ধৰা অলপ টং কৰি চালেই আপোনালোকে বুজি পাব। 'জয়মতী কুঁৱৰী', 'মনোমতী' আদি সৰবৰহী গ্ৰন্থৰ নাট্যৰূপ দি খ্যাতনামা গ্ৰন্থকাৰসকলক সন্মানিত কৰাৰ উপৰিও দৰ্শকক ভাল বস্তু চাবলৈ সুযোগ দিয়া হৈছিল। লক্ষ্মীধৰৰ 'চিৰাজ' গল্পটোৱেও বোলছবিলৈ ৰূপান্তৰিত হৈ এক আলোড়নৰ সৃষ্টি কৰিছিল। এনে গ্ৰন্থ আৰু গল্প অসমীয়া সাহিত্যত ভালেমান আছে। বঙ্গদেশত ৰবীন্দ্ৰনাথ, বঙ্কিমচন্দ্ৰ, শৰৎচন্দ্ৰ, তাৰাশঙ্কৰ আদি প্ৰসিদ্ধ লিখকসকলক বঙালী চিত্ৰ-পৰিচালকসকলে যেনেকৈ লোকচক্ষুৰ সন্মুখত সন্মানেৰে দাঙি ধৰিছে, আমিও আমাৰ দেশৰ কৃতী গ্ৰন্থকাৰসকলক তেনেভাবে সন্মানিত কৰিবৰ সময় হৈছে বুলি ভাবোঁ। এতিয়ালৈকে এখনো খুহুতীয়া চিত্ৰ প্ৰকাশ হোৱা নাই। অসমীয়া দৰ্শকে হাঁহিব জানে, লিখকে হঁহুৱাব জানে, বোলছবিৰ পৰিচালকসকলেও মাজে সময়ে হাঁহিৰ থুন্‌পাক মেলি দিব পাৰিলে বোধকৰোঁ বেয়া নহয়। ধনৰ ভঁড়াল থকা নাইবা পৰিচালনাৰ চাবি-কাঠী হাতত থকা আমাৰ বন্ধুসকলে নিজৰ সৰ্ব্বগ্ৰাসী মনোবৃত্তি আংশিকভাবে পৰিত্যাগ কৰিলে অসমীয়া চিত্ৰশিল্পই আৰু এখাপ ওপৰলৈ উঠাব পাৰিব বুলি আমি ভাবোঁ।

আজিকালি বোলছবি অনাতাঁৰৰ যোগেদি প্ৰচাৰিত হোৱা সৰহ সংখ্যক গীতবে সুৰ থাকিলেও ভাষা নাই, ভাষা থাকিলেও অৰ্থৰ সঙ্গতি নাই। এনে গীতৰ সংখ্যা ক্ৰমাৎ বাঢ়িছে।

তদুপৰি বৰগীত, ঘোষা, লোকগীতি আদিৰ উপৰিও জ্যোতিপ্ৰসাদ, কীৰ্ত্তি বৰদলৈ, শ্ৰীপদ্মধৰ চলিহা, উমেশ চৌধাৰী, শ্ৰীপাৰ্বতি বৰুৱা, শ্ৰীমিত্ৰদেৱ মহন্ত, কমলানন্দ আদি খ্যাতনামা সঙ্গীত-লিখকসকলৰ গীত থাপ খুৱাই বোলছবিত ব্যৱহাৰ কৰিব জানিলে সেই ছবিৰ মান দুটুটি বাঢ়িবহে বুলি আমাৰ বিশ্বাস। এনেদৰে আমাৰ আপুৰুগীয়া সম্পদ ৰাশিক আদৰি লবলৈ আমি কেতিয়া শিকিম?

নৱলব্ধ স্বাধীনতাৰ লগে লগে ভাষা সংস্কৃতি আদিৰ উন্নয়নৰ কাৰণে অসমীয়ে লাভ কৰা জনহিতকৰ অনুষ্ঠানবোৰৰ ভিতৰত গুৱাহাটী অনাতাঁৰ-কেন্দ্ৰও অন্যতম। বৰ্ত্তমান অসমীয়া সাহিত্যলৈ এই অনাতাঁৰ-কেন্দ্ৰৰ অৰিহণাও লেখত লবলগীয়া। সেই কাৰণে এই সম্পৰ্কেও অলপ চালিজাৰি চোৱা উচিত। আমাৰ বোধেৰে অনাতাঁৰৰ মাধ্যমেৰে প্ৰচাৰিত বহুখিনি গীতি-কবিতা, গল্প-কথিকা, নাটক-ৰূপকবোৰ বতাহত উৰি যোৱাৰ লগে লগে সেইবোৰৰ সাহিত্যিক মূল্যও নাইকিয়া হৈ গৈছে। এনে ক্ষেত্ৰত ন-পুৰণি লিখক এচামক অনাতাঁৰ-কেন্দ্ৰই কেৱল বানচ লৈ সাহিত্যিক কচৰৎ কৰিবলৈ সুবিধা কৰি দিয়াৰ বাহিৰে আমি আন বিশেষ উপকাৰ পোৱা নাই বুলি কব লাগিব। পিছে আমাৰ বৰ্ত্তমান অসমীয়া সাহিত্যৰ দুখীয়া ভঁড়াললৈ এই অনাতাঁৰ-কেন্দ্ৰৰপৰা আশানুৰূপ নহলেও নিচেইকৈ ভাল বৰঙণি নাই পোৱা বুলি কলে অশলাগ কৰা হব। এই কেন্দ্ৰই আজি এঘাৰ বছৰে এদল নতুন লিখক, নতুন শিল্পী গঢ়িবলৈ চেষ্টা চলাই আহিছে। আমাৰ বিশ্বাস, এই কেন্দ্ৰই ১৯৪৮ চনৰ জুলাই মাহৰপৰা প্ৰচাৰিত হোৱা বাছকবনীয়া প্ৰবন্ধ-সম্ভাৰ, গল্প-নাটক আদি ভাগে ভাগে যতনাই ৰাখিছে। ইতিমধ্যে এই কেন্দ্ৰৰপৰা 'প্ৰসাৰিকা' নামৰ এখনি আলোচনীয়েও ছপাৰ আকাৰত দুবাৰ দেখা দিছিল। দুখৰ বিষয়, ছপাৰ ভুলেৰে হলে বিদ্ধাৰ নিচিনাকৈ ঠকাসৰকা হৈ ওলোৱাত এই পাঠকক সন্তোষ দিব নোৱাৰিলে। আমি আশা কৰোঁ নতুনকৈ ওলোৱা 'আকাশী'ত যেন তেনে ভুলৰ পুনৰাবৃত্তি নহয়। এই সচিত্ৰ 'আকাশী'ত ভিন্ ভিন্ কেন্দ্ৰৰ অনুষ্ঠানৰ বিশদ বিৱৰণ দিয়াৰ উপৰিও পূৰ্ব্বে অনাতাঁৰ যোগে প্ৰচাৰিত হোৱা গল্প-কবিতা-প্ৰবন্ধ আদিও প্ৰকাশ কৰিবলৈ লোৱা দেখি আমি আনন্দ পাইছোঁ। এই পৰেকীয়া আলোচনীখনৰ কলেৱৰ আৰু বৃদ্ধি হোৱাটো উচিত, লগতে প্ৰচাৰবো দিহা হব লাগে। অধিক সংখ্যক গীত, কথিকা, ৰূপক, নাটিকা সংৰক্ষণযোগ্য নহলেও তাৰ ভিতৰতে যিবোৰৰ স্থায়িত্ব প্ৰকৃততে কাম্য, সেইবোৰ যাতে চৰকাৰী ফাইলৰ ভিতৰতে উয়ে কুটি নেপেলায় তাৰ ব্যৱস্থা লবলৈ অনাতাঁৰ কৰ্ত্তৃপক্ষক আমি সকীয়াই থলোঁ।

এই কেন্দ্ৰৰ নানা আঁসোৱাহ, বিশেষকৈ ইয়াৰ ভাষানীতি সম্পৰ্কে যোৱা বেলি অসম সাহিত্য-সভাৰ তিনচুকীয়া অধিবেশনত পৰ্য্যালোচনা কৰা হৈছিল। চাহ-বনুৱা অঞ্চল, মিকিৰ, ডিমছা আৰু নগা পৰ্ব্বত নেফালৈ প্ৰচাৰিত অনুষ্ঠানসমূহৰ প্ৰচাৰৰ মাধ্যম হিচাপে অসমীয়া ভাষাৰ সলনি হিন্দী ভাষা ব্যৱহাৰ কৰাত প্ৰতিবাদ জনাই এটা প্ৰস্তাৱ লোৱা হৈছিল। সুখৰ বিষয় তাৰ পিছত অসমৰ চাহ-বনুৱাসকলৰ প্ৰকৃত জীৱন-যাত্ৰাৰ লগত থাপ খুৱাই বৰ্ত্তমানে

অসমীয়াতে অনুষ্ঠান প্ৰচাৰ কৰিবলৈ লোৱা হৈছে। পলমকৈ হলেও ইয়াৰ বাবে গুৱাহাটী অনাতাঁৰ-কেন্দ্ৰৰ বৰ্ত্তমান অধ্যক্ষ শ্ৰী ভি, কৃষ্ণমূৰ্ত্তি আৰু ওপৰৰ সংশ্লিষ্ট কৰ্তৃপক্ষৰ শলাগ লৈছোঁ। নগা পৰ্ব্বত, নেফাতো অনুৰূপ ব্যৱস্থা হব লাগে। পৰ্ব্বত-ভৈয়ামৰ অধিবাসীসকলৰ মাজত অবিশ্বাসৰ বেয়া ভাব সোমাবলৈ নিদি যাতে পৰস্পৰৰ কৃষ্টি সাহিত্যৰ বুজ পায় আৰু যাতে কাৰো ওপৰত আচহুৱা সংস্কৃতি জাপি দিয়াৰ অপচেষ্টা কৰা নহয় তালৈ যেন গুৱাহাটী অনাতাঁৰ-কেন্দ্ৰৰ কৰ্ত্তৃপক্ষই মনোযোগ দিয়ে। তাকে নকৰি আমাৰ পৰস্পৰৰ মাজত অবিশ্বাসৰ কঠীয়া সিঁচিলে সাম্প্ৰতিকভাবে উদ্দেশ্য সিদ্ধি হোৱা যেন লাগিলেও, সময়ত তাৰে পৰাই যে সমগ্ৰ ভাৰতৰ সমূহীয়া ঐক্যত আঘাত লাগিব পাৰে সেই কথালৈ লক্ষ্য ৰাখি সকলোৰে সতৰ্ক হৈ চলিব লাগে। অনাতাঁৰ কৰ্ত্তৃপক্ষৰ এই বিষয়ত দায়িত্ব অধিক আৰু সেই কাৰণে অধিক দূৰদৃষ্টিৰো আৱশ্যক। সেই উদ্দেশ্যেই এতিয়াও আমি আশা কৰিছোঁ নগা পৰ্ব্বত আৰু নেফা অঞ্চলৰ ভাই-ভনীসকলৰ লগত ৰামায়ণ মহাভাৰতৰ যুগৰেপৰা গঢ়ি উঠা ভৈয়ামবাসীৰ মৰমৰ এনাজৰীডালৰ বান্ধোন অনাতাঁৰ-কেন্দ্ৰই যেন ঢিলা কৰি নিদিয়ে। মুঠতে গুৱাহাটী অনাতাঁৰ-কেন্দ্ৰক ভাৰতৰ পূব প্ৰান্তৰ ৰামধনুবুলীয়া সাতোৰহণেৰে সুৰঞ্জিত নানান জাতি-উপজাতিৰ মাজত এটি সমন্বয় গঢ়াৰ অনুষ্ঠানৰ ভূমিকাত পাবলৈহে আমি কামনা কৰোঁ।

অনাতাঁৰ-কেন্দ্ৰৰ অধীনতে এটি সংৰক্ষণ, গৱেষণা আৰু আলোচনা চক্ৰ স্থাপন কৰি অসমৰ গাঁৱে-ভূঞে, সত্ৰই-মন্দিৰে, পৰ্ব্বতে-ভৈয়ামে সিঁচৰতি হৈ থকা গীত-পদবোৰ, নৈ-নিজৰা হাবি-বননিত কমোৱা তুলাৰ দৰে উৰি লেৰেলি যাবলৈ ধৰা এৰা-বাটৰ সুৰবোৰ ধৰি থবলৈ ব্যৱস্থা হাতত লব লাগে। আদিৰেপৰা গ্ৰামোফনত আজিলৈকে প্ৰচাৰিত হোৱা সকলোবোৰ গীতৰ ৰেকৰ্ড আৰু ৰেকৰ্ড নাটিকাবোৰ দুষ্প্ৰাপ্য হলেও গোটাই-মেলি আনি সংৰক্ষণ কৰাৰ উপৰিও মাজে সময়ে বজাই আপুৰুগীয়া সম্পদৰ ভাগ লবলৈ অনাতাঁৰ শ্ৰোতাক সুবিধা দিব লাগে। দোকানে-পোহাৰে কাণৰ কাষতে বাজি থকা ৰেকৰ্ড কেথনহে বৰ্ত্তমানে আমাৰ অনাতাঁৰ ভড়ালত আছে যেন অনুমান হয়।

অনাতাঁৰ-কেন্দ্ৰই অসমীয়া নাটক ৰচনা আৰু প্ৰচাৰৰ বিষয়তো শিল্পীসকলক উৎসাহ উদ্দীপনা যোগাইছে। আমি ভাবোঁ তাৰ ফলত এধাৰ বছৰৰ ভিতৰত গুৱাহাটী অনাতাঁৰ-কেন্দ্ৰৰ যোগেদি প্ৰায় এহেজাৰমান অসমীয়া নাটক, ৰূপক আদি প্ৰচাৰিত হৈছে। ইয়াৰ ভিতৰত অন্ততঃ খনচেৰেক যে ভাল পুথিও আছে সেই বিষয়ে সন্দেহ নাই। প্ৰসঙ্গক্ৰমে এনে বাছক-বনীয়া নাট-অনুষ্ঠানৰ ভিতৰত ডঃ শ্ৰীমহেশ্বৰ নেওগৰ দ্বাৰা সঙ্কলিত 'মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ', শ্ৰীউপেন্দ্ৰ লেখাৰুৰ দ্বাৰা সঙ্কলিত 'মহাপুৰুষ শ্ৰীমাধৱদেৱ'ৰ জীৱন-আলেখ্য দুখনিৰ নাম উল্লেখযোগ্য। এই শ্ৰেণীৰ প্ৰামাণিক জীৱন-আলেখ্য আমাক আৰু লাগে। শ্ৰীপৰাগ চলিহাৰ ৰচিত 'দুহেজাৰ বছৰৰ অসম' নামৰ নাটখনিও উল্লেখযোগ্য। কেবাজনো কলেজীয়া ডেকাৰ দ্বাৰা ৰচিত নাটকেও আমাক বিশেষ আনন্দ দিছিল। পাৰিশ্ৰমিক দি সাহিত্যিক, নাট্যকাৰ-সকলক উদগণি দিয়াৰ উপৰিও সৰ্ব্বভাৰতীয় ভিন্ ভিন্ ভাষাৰপৰা নাট অনুবাদ কৰি আৰু

অসমীয়া নাটো আন ভাষালৈ ভাঙনি কৰি বিভিন্ন কেন্দ্ৰৰ যোগেদি প্ৰচাৰ কৰাই সৰ্ব্বভাৰতীয় সমন্বয় গঢি তোলাৰ প্ৰচেষ্টা এটাও চলোৱা হৈছে। এই কথা দুখেৰে কব লাগিব যে আন ৰাজ্যিক ভাষাৰ নাটৰ তুলনাত অসমীয়া নাটক অতি কম সংখ্যকহে বাহিৰলৈ পঠোৱা হৈছে। এনেদৰে পঠোৱা নাট 'জয়মতী কুঁৱৰী' আৰু 'কাৰেঙৰ লিগিৰী'ৰ বাহিৰেও আৰু খনচেৰেক নাট যে আমাৰ ভাষাত নাই তেনে কথা আমি মানি নলওঁ। আন ৰাজ্যিক ভাষাৰপৰা ইতিমধ্যে অনুদিত হোৱা নিম্ন পৰ্য্যায়ৰ নাটতকৈ ভাল নাটক আমাৰ ভঁড়ালত নিশ্চয় আছে। ইয়াৰ উপৰিও সিফালৰপৰা অহা কেবাখনো নাট মূল নাটকৰ অনুবাদৰ অনুবাদ হোৱা বাবে আৰু হিন্দী ভাষা জনা কিন্তু অসমীয়া নাটকৰ ক্ষেত্ৰত ব্যুৎপত্তি নথকা লোকৰ হতুৱাই যথেমধে অনুবাদ কৰোৱাৰ ফলত মূল নাটকৰ মূল্য বহু পৰিমাণে কমি যোৱা দেখা গৈছে। এনেদৰে নাটকৰ নামত কিঁছুমান বিকৃত আৰু বিজতৰীয়া অনুবাদ হোৱাটো বাঞ্ছনীয় নহয়।

বৰ্ত্তমানে এই অনাতাঁৰ-অনুষ্ঠান ভাষা-সাহিত্যৰ ফালৰপৰা নিৰ্ভুল ভাবে পৰিচালনা কৰিবপৰা আৱশ্যকীয় সংখ্যক অসমীয়া কৰ্ম্মচাৰী আছে বুলি আমাৰ বিশ্বাস নহয়। এই অনুষ্ঠান প্ৰতিষ্ঠা কৰাৰ সময়ত ইয়াৰ বিভিন্ন কাৰ্য্য-সূচীৰ দায়িত্বত যি সংখ্যাৰ অসমীয়া কৰ্ম্মচাৰী আছিল এই কেন্দ্ৰৰ আগতকৈ বহুগুণে সম্প্ৰসাৰণ হোৱা সত্ত্বেও পূৰ্ব্বৰ অসমীয়া কৰ্ম্মচাৰীৰ সংখ্যা নেবাঢ়ি বহু গুণে টুটিল আৰু তাৰ ফলত কেবাটাও অসমীয়া অনুষ্ঠান অনা-অসমীয়া কৰ্ম্মচাৰীৰ তললৈ যোৱাত ইয়াৰ মানো যে পূৰ্ব্বতকৈ হ্ৰাস হৈছে সেই কথা স্বীকাৰ্য্য। যথেষ্ট সংখ্যক থলুৱা ভাষা-সাহিত্যৰ বিশেষ জ্ঞান থকা অসমীয়া কৰ্ম্মচাৰী নিযুক্ত কৰি অনাতাঁৰ যোগে প্ৰচাৰিত গীত-কথা আদিৰ ভাব-ভাষা যাতে অনুষ্ঠানৰ লগত ৰজিতা খোৱা হয় আৰু যাতে আঁসোৱাহযুক্ত মাত-কথা ৰচনাৰীতি আৰু অস্বাভাৱিক পৰিবেশৰ সৃষ্টি নহয় সেই বাবে অনাতাঁৰ কৰ্ত্তৃপক্ষই অবিলম্বে যথোচিত ব্যৱস্থা হাতত লোৱা উচিত। আমি কব খোজোঁ যে ভিতৰৰ পৰাই হওক বা বাহিৰৰ পৰাই হওক, একো একোজন পাৰদৰ্শী অভিজ্ঞ লোকক প্ৰযোজক হিচাপে গাঁৱলীয়া ৰাইজলৈ, আইদেউৰ বুলনি, চেমনীয়া অনুষ্ঠান, সাহিত্য-চ'ৰা আদি অনাতাঁৰৰ বিভিন্ন বিভাগৰ দায়িত্ব দি একাণপতীয়াকৈ লাগিবৰ সুবিধা দিলেহে অনুষ্ঠানৰ সাহিত্যিক আৰু কলাসুলভ মূল্যৰ মান উন্নত হব পাৰে। বৰ্ত্তমানে "এক বুটী দুই কাম, ধানো বানে চোহে আম"ৰ নিচিনাকৈ এজন লোকেই একাধিক বিভাগ নিয়ন্ত্ৰণ কৰিব লগীয়া হোৱাৰ বাবে কোনোটো অনুষ্ঠানেই নিয়মিতভাবে ভাল হবলৈ সুবিধা পোৱা নাই। এই ব্যৱস্থাৰ পৰিবৰ্ত্তন ঘটাই অভিজ্ঞ প্ৰযোজকৰ সংখ্যা বঢ়ালে আৰু শিল্পীসকলক লাগতিয়াল সা-সুবিধা দিলেহে অনুষ্ঠানৰ মান বাঢ়িব, শ্ৰোতায়ো শুনি ভাল পাব আৰু লগতে অসমীয়া ভাষা-সাহিত্যও সমৃদ্ধিশালী হব।

সংস্কৃত দেৱভাষা, কেৱল দেৱভাষাই নহয়—ই ভাৰতবাসীৰ আত্মাৰ ভাষা, ভাৰতৰ ত্ৰিকালজ্ঞ ঋষি-মুনিসকলৰ জ্ঞান-বিজ্ঞানৰ ভাষা। অতি প্ৰাচীন কালৰ পৰাই কামৰূপ নাইবা বৰ্ত্তমান অসম দেশ যে এই সংস্কৃত ভাষা-সাহিত্য চৰ্চ্চাৰ কেন্দ্ৰ আছিল সেই বিষয়ে সন্দেহৰ থল নাই। নৰকাসুৰ, ভগদত্ত, ভাস্কৰবৰ্ম্মা প্ৰভৃতি কামৰূপ নৃপতিসকলৰ ৰাজসভা নিশ্চয় সংস্কৃতজ্ঞ

পণ্ডিতসকলৰ দ্বাৰা সুশোভিত হৈছিল। ভাস্কৰবৰ্ম্মা ৰজাই শিলাদিত্য ৰজালৈ পঠোৱা বটা-বাহনৰ ভিতৰত যিখন সাঁচিপতীয়া পুথিৰ কথা উল্লেখ আছে সিও নিশ্চয় কামৰূপৰ পণ্ডিতৰ দ্বাৰা সংস্কৃত ভাষাত লিখা হৈছিল। সুৰঙ্গীৰ চকাময়কা পোহৰ পৰা-নপৰা দিনৰে পৰা সৌ সিদিনালৈকে লিখিত হোৱা যিবোৰ শিলৰ ফলি, তামৰ ফলি আজিলৈকে আৱিষ্কৃত হৈছে, তাত খোদিত ভাব-ভাষাই কামৰূপীয় পণ্ডিতসকলৰ সংস্কৃত ভাষাত অগাধ পাণ্ডিত্যৰ চিনাকি দিয়ে। তাৰ চিহ্ন পদ্মনাথ বিদ্যাবিনোদ সম্পাদিত 'কামৰূপ শাসনাৱলী' নামৰ মূল্যবান গ্ৰন্থত ফটফটীয়া হৈ জিলিকি আছে। অতীজৰে পৰা নানাজন ভাৰতবিখ্যাত সংস্কৃতজ্ঞ কবি-সাহিত্যিকৰো এই অসম বা প্ৰাচীন কামৰূপতে জন্ম হৈছিল।

সংস্কৃত সাহিত্য

কোনোবা এজন জয়ন্তীয়া ৰজাৰ কামেশ্বৰ নামে সভাপণ্ডিতে 'ৰাঘৱবিজয়ম্' নামে এখন উৎকৃষ্ট সংস্কৃত কাব্য ৰচনা কৰিছিল। ৮ম-৯ম শতিকাৰ ভাৰতবিখ্যাত পণ্ডিত আৰু ধৰ্ম্মগুৰু শঙ্কৰাচাৰ্য্য তৰ্কত কুমাৰিল ভট্টৰ হাতত পৰাস্ত হৈছিল। এই কুমাৰিল ভট্ট কামৰূপৰ মানুহ বুলি প্ৰখ্যাতি আছে। সেই কাৰণেহে আমাৰ কবিয়ে গাইছে:—

'শঙ্কৰাচাৰ্য্যৰ গুৰু অসমীয়া
কুমাৰিলা ভট্ট নাম,
জগত-গুৰুৰ গুৰু হব পাৰি
ভট্টই দেখালে কাম।'

এই কামৰূপতেই তন্ত্ৰ-শাস্ত্ৰৰ উদ্ভৱ হৈছিল। তাৰ অলেখ প্ৰমাণ আমাৰ চকুৰ আগতে নানা পীঠ, মন্দিৰ আৰু গ্ৰন্থৰাজিত পোৱা যায়। জ্যোতিষ, স্মৃতি, ব্যাকৰণ, আয়ুৰ্ব্বেদ আদি বিভিন্ন বিভাগত আমাৰ সংস্কৃতজ্ঞ পণ্ডিতসকলে নিজৰ গৌৰৱ প্ৰতিপন্ন কৰিছিল আৰু স্বকীয় চিন্তাধাৰাৰে কামৰূপীয় স্বকীয়া বৈশিষ্ট্য অক্ষুণ্ণ ৰাখি চলিছিল। জ্যোতিষ-শাস্ত্ৰত 'স্বৰোদয়', 'ৰত্নমালা', 'সময়ামৃত', 'যুদ্ধজয়াৰ্ণৱ', 'জ্যোতিৰ্ম্মুক্তাৱলী', 'জ্যোতিৰ্মালা', 'বৰ্ষাকৃত্য' আৰু অলেখ প্ৰামাণিক গ্ৰন্থ আমাৰ এই কামৰূপতে ৰচিত হৈছিল। ভাৰতৰ আয়ুৰ্ব্বেদ শাস্ত্ৰতো কামৰূপীয় আয়ুৰ্ব্বেদৰ বিশিষ্ট আৰু নিজৰ অৱদান আছে। আমি সকলোৱে ব্যৱহাৰ কৰা নাগাৰ্জ্জুন বড়ী অসমৰ বাহিৰৰ আন ঠাইত নাই। আমাৰ দেশৰ প্ৰাচীন ৰাজবৈদ্যসকলে সংস্কৃতত লিখা তালেমান আয়ুৰ্ব্বেদ গ্ৰন্থ এতিয়াও ধোঁৱাচাঙতে আছে। আহোম ৰজাৰ ৰাজবৈদ্যসকলে বেজবৰুৱা উপাধিৰে ভূষিত হৈ সমাজত আৰু ৰজাঘৰত সম্মানৰ স্থান লাভ কৰিছিল। 'বৈদ্যকল্পদ্ৰুম', 'ৰসচিন্তামণি', 'আয়ুৰ্ব্বেদ কল্পতৰু', 'আয়ুৰ্ব্বেদ দৰ্শন', আয়ুৰ্ব্বেদ সংগ্ৰহ', 'গৌৰী-কাঞ্চনিকা', 'মুক্তাৱলী' 'পঞ্চৰত্ন' আদি অলেখ মূল্যবান আয়ুৰ্ব্বেদীয় গ্ৰন্থ কামৰূপীয় পণ্ডিতৰ ৰচনা। কবিৰাজ নাৰায়ণ দাসৰ 'ৰাজবল্লভ' নামৰ চিকিৎসা গ্ৰন্থ তাহানিৰ 'আসাম-বান্ধৱ'ৰ সম্পাদক তাৰানাথ চক্ৰবৰ্ত্তী বিদ্যাবিনোদে ছপাই উলিয়াইছিল।

কোচৰজা নৰনাৰায়ণৰ ৰাজসভাখনক এখন পণ্ডিতৰ পৰিষদ আখ্যাও দিব পাৰি। তাত যে কিমান সংস্কৃতজ্ঞ আৰু দেশী ভাষাৰ পণ্ডিত আছিল সেইসকলৰ চিনাকি দিবলৈকে বহু

কথা কব লাগিব। স্বয়ং ৰাজভ্ৰাতা চিলাৰায় দেৱানে জয়দেৱৰ 'গীত-গোবিন্দ'ৰ টীকা কৰিছিল। ৰাজচ'ৰাৰ সংস্কৃতজ্ঞ পণ্ডিতসকলৰ ভিতৰত মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশৰ নাম অতি উল্লেখযোগ্য। এওঁৰ ৰচিত প্ৰসিদ্ধ 'প্ৰয়োগ-ৰত্নমালা' ব্যাকৰণ ৰচনা সম্পৰ্কত এটা কাহিনী প্ৰচলিত আছে। এদিন ভাটীৰ ফালৰ পৰা নাৰায়ণ ত্ৰিলোকী নামেৰে এজন ডাঙৰ পণ্ডিত নৰনাৰায়ণ ৰজাক দেখা কৰিবলৈ আহিছিল। সেই পণ্ডিতে দুৱাৰমুখতে দুৱৰীক লগ ধৰি নাৰায়ণ ত্ৰিলোকী আহিছে বুলি ৰজাক জনাবলৈ কলে। সেইমতে দুৱৰীয়ে গৈ ৰজাক জনালে—"মহাৰাজ। নাৰায়ণ তেলকলসী আহিছে।" অশিক্ষিত দুৱৰীৰ মুখত ত্ৰিলোকী গুচি তেলকলসী হল। ৰজাই ভাবিলে, তেওঁলৈ ৰাজবৈদ্যই কলহত ভৰাই নাৰায়ণ তেল পঠিয়াই দিছে। তাকে ভাবি তেওঁ তেল্-কলসীৰ মুখ বন্ধ কৰি তাকে ভঁড়ালৰ চাঙত তুলি থবলৈ আদেশ দিলে। সেইমতে কাম হল। ভঁড়ালৰ ভিতৰত মুখ বন্ধ কৰি থোৱাত বেচেৰা পণ্ডিতে চট্‌ফটাবলৈ ধৰিলে। তাকে দেখি ৰখীয়াবোৰে আহি ৰজাক জনালে—"মহাৰাজ। তেলকলসী ধৰফৰায়।" ৰজাৰ মনত সন্দেহ হল। তেওঁ 'তেলকলসী'ক ৰাজচ'ৰালৈ আনিবলৈ আদেশ দিলে। মেকুৰী জোলোঙাৰপৰা ওলাল। আচল কথা জানিব পাৰি ৰজাই বৰ লাজ পালে আৰু তেওঁ পণ্ডিতক ক্ষমা খুজিলে। পণ্ডিতে কলে—"মহাৰাজ। আপোনাৰ দুৱৰী অশিক্ষিত হোৱাৰ বাবেহে এনে হল। সেই কাৰণে আপুনি ৰাজ্যৰ পৰা নিৰক্ষৰতা দূৰ কৰিবলৈ চেষ্টা কৰক। সংস্কৃত ভাষা প্ৰচলনৰ বাবে যথাবিহিত ব্যৱস্থা কৰক।" ৰজা সন্মত হল। তেতিয়াই তেওঁ সভাৰ পণ্ডিত-মণ্ডলীৰ মাজত থকা পুৰুষোত্তম বিদ্যাবাগীশক এখন সৰল সংস্কৃত ব্যাকৰণ লিখিবলৈ আদেশ দিলে আৰু তেওঁক মাটিবাৰীও দান কৰিলে। বিদ্যাবাগীশে ১৯৪০ শকৰ শৰৎ কালত প্ৰসিদ্ধ 'প্ৰয়োগ-ৰত্নমালা' ব্যাকৰণ লিখি শেষ কৰি ৰজাৰ হাতত অৰ্পণ কৰিলে। তেতিয়াৰপৰা আজিলৈকে এই ব্যাকৰণ আমাৰ দেশৰ সংস্কৃত টোলবোৰত চলি আহিছে। এই ব্যাকৰণৰ বিশেষত্ব আৰু নতুনত্ব এইখিনিতে যে ইয়াৰ সূত্ৰবোৰ ছন্দত লিখা আৰু উদাহৰণবোৰ সুপ্ৰসিদ্ধ কবিসকলৰ ৰচনাৰ পৰা সংগৃহীত। বিদ্যাবাগীশৰ এই 'প্ৰয়োগ-ৰত্নমালা', 'ধাতুপাঠ' গ্ৰন্থ সংস্কৃত সাহিত্যৰ ব্যাকৰণ বিভাগলৈ বিশিষ্ট অৱদান। পীতাম্বৰ সিদ্ধান্তবাগীশৰ স্মৃতিগ্ৰন্থ 'অষ্টাদশ কৌমুদী' বঙ্গদেশৰ বিখ্যাত স্মৃতিকাৰ ৰঘুনন্দনৰ বহু পূৰ্ব্বে ৰচিত হৈছিল আৰু আজিও সেই বিধিমতেই আমাৰ ধৰ্ম্মকাৰ্য্যবোৰ পৰিচালিত হয়। এই প্ৰসঙ্গতে আন এগৰাকী প্ৰসিদ্ধ কামৰূপী পণ্ডিত নীলাম্বৰাচাৰ্য্যৰ নাম বিশেষভাৱে স্মৰণীয়। এইজনা স্মৃতি শাস্ত্ৰকাৰৰ নাম অসমৰ বাহিৰতো বিয়পি পৰিছিল। এখেতৰ গ্ৰন্থৰ ভিতৰত 'শ্ৰাদ্ধপ্ৰকাশ', 'শ্ৰাদ্ধভাষ্য', 'চন্দ্ৰপ্ৰভা', 'কালকৌমুদী', এই চাৰিখন পোৱা গৈছে। ইয়াৰ লগতে দামোদৰৰ 'গঙ্গাজল'ৰ নামো লেখত লবলগীয়া। এইসকলক উপৰিও ৰিপুঞ্জয় ভট্টাচাৰ্য্য, ভবদেৱ ভট্টাচাৰ্য্য আদি স্মৃতিকাৰসকলৰ গ্ৰন্থ, আৰু কবিভাৰতীৰ 'মথপ্ৰদীপ' নামৰ কৰ্ম্মকাণ্ড গ্ৰন্থ অসমীয়া সংস্কৃত সাহিত্যলৈ কামৰূপীয় পণ্ডিতসকলৰ বিশিষ্ট অৱদান। নৰনাৰায়ণ ৰজাৰ আন এজন সভাপণ্ডিত কবি কৰ্ণপুৰে 'বৃত্তমালা' নামৰ ছন্দগ্ৰন্থ লিখিছিল।

আহোম স্বৰ্গদেউসকলৰ আমোলতো শাসনাৱলী আদিৰ বাহিৰেও আয়ুৰ্ব্বেদ, নাটক আদি বিবিধ সংস্কৃত গ্ৰন্থ ৰচনা কৰা হৈছিল। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ উৎসাহত শিৱদাস শৰ্ম্মাই 'নৱৰত্ন' নামৰ এখনি বৈদ্য-শাস্ত্ৰ লিখিছিল। স্বৰ্গদেউ শিৱসিংহ আৰু মহাৰাণী প্ৰমথেশ্বৰীৰ পৃষ্ঠপোষকতাত কবিচন্দ্ৰ দ্বিজে 'কামকুমাৰ হৰণ' নাটক লিখে। স্বৰ্গদেউ গৌৰীনাথসিংহৰ সভাৰ ধৰ্ম্মদেৱ গোস্বামীয়ে 'ধৰ্ম্মোদয়' নাটক লিখিছিল। কবি সূৰ্য্যৰ 'বিঘ্নেশ জন্মোদয়', দীন দ্বিজৰ 'শঙ্খচূড়-বধ' আদি নাটকৰো নাম এইখিনিতে লব পাৰি।

আমাৰ অসমীয়া শ্ৰেষ্ঠ বৈষ্ণৱ কবিসকল সংস্কৃত ভাষাতো বিদগ্ধ পণ্ডিত আছিল। নহলেনো তেওঁলোকে ৰামায়ণ মহাভাৰতকে আৰম্ভ কৰি নানান সংস্কৃত গ্ৰন্থ অসমীয়ালৈ ভাঙি আমাৰ সাহিত্য-ভঁড়াল ওপোচাই পেলাব পাৰে নে? শ্ৰীশঙ্কৰদেৱৰ ৰচিত 'ভক্তি-ৰত্নাকৰ' আৰু ভট্টদেৱৰ ৰচিত 'ভক্তি-বিবেক' সংস্কৃত গ্ৰন্থ স্বৰূপেও বিশেষ মূল্যবান। মহাপুৰুষ দুজনাৰ অঙ্কীয়া নাটসমূহত উপযুক্ত স্থানত সংস্কৃত শ্লোক সন্নিবেশিত কৰা হৈছিল। এইবোৰৰ উপৰিও বাগীশ নামে পণ্ডিতৰ 'নীতিলতাঙ্কুৰ' আৰু আন এজনৰ 'ৰণজয় বিধি' নামৰ ৰাজনীতি বিষয়ক গ্ৰন্থই আমাৰ পণ্ডিতসকলৰ বহুমুখী প্ৰতিভাৰ চিনাকি দিয়ে। আলঙ্কাৰিক তান্ত্ৰিক অভিনব গুপ্তক কাশ্মীৰী বুলি কোৱা হয় যদিও তেওঁ কামৰূপৰ লোক বুলিও এটা প্ৰসিদ্ধি আছে। অতীজত কামৰূপ আৰু কাশ্মীৰৰ পৰম্পৰৰ মাজত থকা সম্পৰ্কৰ বিষয়ে গৱেষণা কৰিলে যুৰঙীত নতুন পোহৰ পৰিব পাৰে।

বৰ্ত্তমান কালতো অসমত সংস্কৃত চৰ্চ্চাৰ জ্যোতি সমূলি ম্লান হৈ যোৱা নাই। গাঁৱে-ভূঁঞে এতিয়াও ভালেমান প্ৰসিদ্ধ পণ্ডিতে পঠন-পাঠন কৰি নিজ নিজ বিষয়ত ৰত হৈ আছে। এই পণ্ডিতসকল আৰু তেওঁলোকৰ চিন্তাচৰ্চ্চাৰ বিষয়েও আমি বিতংভাবে জানিবলৈ বিচাৰোঁ। প্ৰাচ্য আৰু পাশ্চাত্য জ্ঞান-বিজ্ঞানত সমানে বিদগ্ধ পণ্ডিত আনন্দৰাম বৰুৱা আৰু শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই নিজ পাণ্ডিত্যৰ প্ৰতিভাৰে সমগ্ৰ জগতত অসমৰ নাম উজ্জ্বল কৰিছে। বৰুৱাদেৱৰ ইংৰাজী-সংস্কৃত অভিধান, উচ্চ সংস্কৃত ব্যাকৰণ, প্ৰাচীন ভাৰতৰ ভূগোল, জানকীৰাম ভাষ্য-টীকা-সম্বলিত ভৱভূতিৰ 'মহাবীৰ চৰিত', 'সংস্কৃত শিক্ষাৰ্থীৰ সহচৰ', 'ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই', 'সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ', 'ধাতুবৃত্তিসাৰ', অমৰকোষৰ 'নামলিঙ্গানু-শাসন', 'সৰস্বতীকণ্ঠাভৰণ' আদি আৰু শ্ৰীসন্দিকৈদেৱৰ শ্ৰীহৰ্ষৰ মহাকাব্য 'নৈষধ চৰিত্ৰ'ৰ ইংৰাজী অনুবাদ আৰু টীকা আৰু দ্বিতীয় গ্ৰন্থ—'Somadeva's Yasastilaka and Aspects of Jainism and Indian Thought and Culture in the Tenth Century'—এই গ্ৰন্থসমূহ বিশ্ব-সাহিত্যৰেই অমূল্য সম্পদ। এই দুজনা পণ্ডিতৰ উপৰিও মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য কবিৰত্নদেৱে সংস্কৃত-সাহিত্যৰ যোগেদি অসম-জননীৰ মুখত হাঁহি বিৰিঙাই তুলিছিল। দেশবিখ্যাত বিদুষী ৰমাবায়ে ভাৰতৰ আন ৰাজ্যৰ সংস্কৃত পণ্ডিতসকলক তৰ্কযুদ্ধত পৰাস্ত কৰি অসমলৈ আহি ধীৰেশ্বৰাচাৰ্য্যৰ হাতত পৰাভূতা হৈছিল। আমাৰ মহামহোপাধ্যায়দেৱৰ নিজ কবিত্ব প্ৰতিভাৰে 'কামৰূপী কালিদাস' নামেৰে জনাজাত হৈছিল। আন আন বিখ্যাত গ্ৰন্থৰ উপৰিও তেখেতৰ

'বৃত্তমঞ্জৰী' সংস্কৃত ছন্দ-শাস্ত্ৰৰ একটি বহুমূলীয়া উজ্জল মুকুতামণি। এই গ্ৰন্থ প্ৰকাশৰ কাৰণে বহু বছৰ পূৰ্ব্বে অসম সাহিত্য-সভায়ো এটা প্ৰস্তাৱ গ্ৰহণ কৰিছিল আৰু নানা প্ৰকাৰে ইমান দিনে চেষ্টা চলাই অহা হৈছিল। আজি মই আপোনালোকক জনাবলৈ পাই আনন্দ পাইছোঁ যে অসম পুৰাতত্ত্ব-বিভাগৰ যোগেদি সম্প্ৰতি 'বৃত্তমঞ্জৰী'য়ে ছপাখানা পাইছেগৈ। 'জোনাকী-যুগ'ৰ অন্যতম নক্ষত্ৰ শ্ৰদ্ধেয় শ্ৰীৰাধানাথ ফুকন ডাঙৰীয়াই সংস্কৃত-সাহিত্যৰ দৰ্শন-উপনিষদ আদি মন্থন কৰি তেখেতৰ নিজা জ্ঞান-সাগৰত জুবুৰিয়াই 'সাংখ্য-দৰ্শন', 'বেদান্ত-দৰ্শন', 'বিজ্ঞানৰ সিপাৰে', 'কথাৰে উপনিষদ', শ্ৰীমদ্ভাগবৎগীতা' আদি বহুমূলীয়া গ্ৰন্থৰাজি অসমীয়া সাহিত্য-ভঁড়াললৈ আগবঢাইছে। আমাৰ অসমীয়া সংস্কৃতজ্ঞ পণ্ডিতসকলে কালীদাস জয়ন্তী', 'বাল্মীকি-জয়ন্তী' আদি উৎসবত ভাগ লৈ মহাকবিসকলৰ বিষয়ে কথন-মথন আলোচনা আদি কৰিছে। ই অতি সুখৰ কথা।

এই দীঘল পাতনিৰ পিছত এতিয়া আমি আচল কথালৈ আহোঁ অৰ্থাৎ এই বিষয়ে আপোনালোকৰ আগত চমুকৈ আমাৰ কৰ্ত্তব্যৰ বিষয়ে দুই এটা পৰামৰ্শ আগবঢাব খুজিছোঁ। মানিলে ধান, নেমানিলে পতান।

( ১ ) 'কালিকাপুৰাণ' ( ১১শ শতিকা ), 'যোগিনীতন্ত্ৰ' ( ১৬শ শতিকা ) আৰু 'হৰগৌৰী-সম্বাদ' নামৰ এই তিনিখনি কামৰূপ ৰাজ্যৰ বুৰঞ্জী-সংস্কৃতি-ভৌগোলিক বিৱৰণৰ দৰ্পণ স্বৰূপ মহামূলীয়া গ্ৰন্থ সুসম্পাদিত কৰাই মূলৰ লগতে অসমীয়া অনুবাদ বহল ব্যাখ্যা সহ প্ৰকাশ কৰিবলৈ যথোচিত ব্যৱস্থা হাতত লব লাগে। ইয়াৰ বাবে লাগে সুচিন্তিত আঁচনি আৰু পণ্ডিতমণ্ডলীৰ যুটীয়া প্ৰচেষ্টা, লগতে লাগে ৰাজ্য-চৰকাৰৰ সহানুভূতি আৰু আৰ্থিক অনুদান।

( ২ ) অসমীয়ালৈ অনুদিত মহাভাৰত, ৰামায়ণ আদি বিৰাট গ্ৰন্থবোৰ বৰ্ত্তমানে ছপাত পাবলৈ আছে। আমাৰ প্ৰাচীন কবিসকলে নিয়াৰিকৈ এইবোৰ লিখি থৈ গৈছে আৰু বিপুল অৰ্থ ব্যয় কৰি দস্তৰকৰা আদিয়ে পোহৰলৈও উলিয়াইছে। ইয়াৰ বাহিৰেও কালিদাস গ্ৰন্থাৱলী, আন বিখ্যাত কবিৰ কাব্য-নাটক, বিবিধ পুৰাণ, উপনিষদ আদি এতিয়াও আমাৰ ভাষালৈ সংস্কৃতৰ পৰা ভাঙনি কৰা হোৱা নাই। পণ্ডিতসকলে ভাগ বাটি এই কাম হাতত লোৱা উচিত।

( ৩ ) অসমৰ সকলো প্ৰাচীন সংস্কৃত গ্ৰন্থ সংগ্ৰহ কৰি উপযুক্ত স্থানত সংৰক্ষণৰ দিহা কৰিব লাগে। এই প্ৰসঙ্গত নলবাৰী সংস্কৃত সঞ্জীৱনী সভাৰ পুথি-ভঁড়ালটোৰ নাম উল্লেখযোগ্য।

( ৪ ) আনন্দৰাম বৰুৱাদেৱৰ গ্ৰন্থৰাজি বিচাৰি আনি গুৱাহাটী বিশ্ববিত্যালয় বা পুৰাতত্ত্ব বিভাগত সংৰক্ষিত কৰিব লাগে। যদি কৰা হৈছে ভালেই। উত্তৰ গুৱাহাটীত আনন্দ লাইব্ৰেৰী নামে পুথি-ভঁড়াল এটা স্থাপন কৰি পিছত তাৰ কাঠ-সংস্কাৰ হোৱাত বহু আপুৰুগীয়া গ্ৰন্থ লোপ পালে। এনেবোৰ কাম আমাৰ জাতীয় কলঙ্ক।

( ৫ ) আমাৰ দেশৰ সংস্কৃতজ্ঞ পণ্ডিতসকলৰ জীৱন-টোকা আৰু তেওঁলোকৰ গ্ৰন্থসমূহৰ বিৱৰণ থকা গ্ৰন্থ এখন সঙ্কলন কৰিব লাগে। এই কাম কৰিব লাগে অসম সংস্কৃত-বোৰ্ডে। আমাৰ বিবেচনাৰে এই সংস্কৃত-বোৰ্ডখন পৰীক্ষা কৰা, পৰীক্ষা লোৱা আৰু সমাবৰ্ত্তন পত্ৰ

গতানুগতিক কামৰ এটি যন্ত্ৰ নহৈ এখন জীৱন্ত আৰু কাৰ্য্যকৰী অনুষ্ঠান হব লাগে। বঙ্গদেশৰ সংস্কৃত-বোৰ্ডে কৰা ভাল কামবোৰলৈ বোধকৰোঁ আঙুলিয়াই দিব নেলাগে।

(৬) আমাৰ দেশৰ বিবিধ আয়ুৰ্ব্বেদীয় গ্ৰন্থ সংগৃহীত আৰু সংৰক্ষিত হব লাগে। লগে লগে প্ৰতি বছৰে দুই এখনকৈ ছপোৱাৰ ব্যৱস্থাও কৰিব লাগে। এই কাম কৰিব পাৰে অসম আয়ুৰ্ব্বেদ কলেজে আৰু অসম আয়ুৰ্ব্বেদ মহাসভাই।

অসমীয়া হিন্দু-মুছলমানৰ সম্পৰ্ক অতীজৰ পৰাই অতি মধুৰ আৰু আদৰ্শস্থানীয়। হাজোৰ হয়গ্ৰীৱ মাধৱ, কেদাৰৰ ওচৰাওচৰিকৈ মুছলমানসকলৰ পবিত্ৰ তীৰ্থ পোৱামক্কা অসমৰ বুকুত অদ্যপি বিদ্যমান। ভাৰতৰ আন ৰাজ্যত যিজন মুছলমান পাটচাহ ঔৰংজীৱে হিন্দুসকলৰ ওপৰত জিজিয়া কৰ বহুৱাইছিল সেইজন সম্ৰাটেই অসমৰ উমানন্দ দেৱালয়ক মাটি দান কৰি হিন্দুধৰ্ম্মৰ পৃষ্ঠপোষকতা কৰিছিল। আমাৰ এই সাতাম-পুৰুষীয়া মিলা-প্ৰীতিৰ ভোলভাল আজি পুনৰ দৃঢ়তৰ কৰিবৰ আৱশুক হৈছে—অসমীয়া ভাষাৰ যোগেদি, অসমীয়া সাহিত্যৰ যোগেদি। বৰ্ত্তমানে দেশৰ লোকসংখ্যাৰ এটা বৃহৎ অংশই এই ধৰ্ম্মৰ আৰু হাজাৰ হাজাৰ নবাগত লোকে আহি অসমী আইৰ বুকুত এডুখৰি শান্তিৰ জুৰণিৰ স্থান বিচাৰি লৈছে, আমাৰ জননীকে নিজৰ মাতৃ বুলি গ্ৰহণ কৰিছে। এইসকলৰ কথাও আমি চিন্তা কৰিব লাগিব। এইসকল লোকৰো মানসিক খাদ্যৰ যোগান ধৰিব লাগিব আমিয়েই, নহয় জানো?

ইছলামী সাহিত্য

আমাৰ জন-সাহিত্যৰ চুক এটা জিকিৰ আৰু জাৰী নামৰ গীতৰাশিয়ে এতিয়াও পোহৰাই থৈছে। এই গীতবোৰ সাধাৰণতে অসমীয়া দেহবিচাৰৰ গীত পৰ্য্যায়ৰ।

"দহ শ ডুকুৰি নবী ছন হিজিৰি
আকৌ পাঁচ বছৰ যায়।
চাহ মিলনে এই জিকিৰ কৰিলে
কোৰাণ কিতাপত পাই॥
দিখৌ নৈৰ কাষৰি সুৰাগুৰি চাপৰি
বজাই সজাই দিলে মঠ।
ছকুৰি ভকতে লয় আল্লাৰ নাম
মাত্মুৰি বনৰে কণ্ঠ॥"

দিখৌ নৈৰ কাষৰিত কোন সুৰাগুৰি চাপৰিত কোন বজাই কেতিয়া মঠ সজাই দিছিল সেই কথাৰ সঠিক নিৰ্ণয় হোৱা নাই যদিও কেৱল ধৰ্ম্মৰ ক্ষেত্ৰতে নহয়, এই জিকিৰবোৰৰ সাহিত্যিক আৰু সাঙ্গীতিক মূল্যও আমি অস্বীকাৰ কৰিব নোৱাৰোঁ। ইয়াৰ সংখ্যাও নিচেই তাকৰ নহয়। চাহ মিলন বা আজান ফকিৰে আঠকুৰি জিকিৰ ৰচনা কৰিছিল বুলি জনা যায়। এইজন সুপৰিচিত জিকিৰ-কবিৰ উপৰিও চান্দ খাঁ, ছেখ ফৰিদ, মজহুদ্দিন ফকিৰ, ছৈয়দ মোস্তফা, বেঠাই গুৱাল, হৰিদাস বুঢ়াৰ, বান্দৰ ফকিৰ, হছেন আদি আদিয়েও জিকিৰ-জাৰী

ৰচনা কৰিছিল। সপ্তদশ শতিকাৰ পৰা উনবিংশ শতিকাৰ ভিতৰতে এই বাছকবনীয়া গীতবোৰ বচিত হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰে। ক্ষেত্ৰধৰ বৰগোহাঞী ডাঙৰীয়াই এনে কিছুমান জিকিৰ গীত সংগ্ৰহ কৰি প্ৰকাশ কৰিছিল আৰু সেই বিষয়ে প্ৰবন্ধও লিখিছিল। মহম্মদ মুহিবুল্লা ই-এ-চি চাহাবেও জিকিৰৰ সৰু সংগ্ৰহ এটা ছপাই উলিয়াইছিল। ইয়াৰ কিছুদিন আগতে সুসম্পাদিত সংগ্ৰহ এটা উলিয়াবলৈ প্ৰথমতে আমাৰ সাহিত্য-সভায়ো কাম হাতত লৈছিল আৰু অধ্যাপক ছৈয়দ আব্দুল মালিকক সেই ভাৰ দিছিল। পিছত গুৱাহাটী বিশ্ববিদ্যালয়ে সেই দায়িত্ব গ্ৰহণ কৰে আৰু সুখৰ কথা—অলপতে মালিক চাহাবৰ সম্পাদনাত অসমীয়া 'জিকিৰ আৰু জাৰী' নামৰ মূল্যবান গ্ৰন্থ এখনি প্ৰকাশ হৈ ওলাইছে। মুছলমান-সকলৰ পবিত্ৰ ধৰ্মগ্ৰন্থ 'কোৰাণ শৰীফ' আৰু তাৰ অন্তৰ্গত বিবিধ মূল্যবান কথা, সাৰুৱা বচন, কাহিনী আদি আমি সকলোৱে, বিশেষকৈ অসমৰ মুছলমানসকলে অসমীয়া ভাষাৰ যোগেদি পাবলৈ আশা কৰাটো স্বাভাৱিক আৰু যুক্তিসঙ্গত কথা। আমি জনাত এতিয়ালৈকে এই বিষয়ত আদৰ্শনীয় কাম কৰিছে কোৰাণ শৰীফৰ এনে অসমীয়া সংস্কৰণ যুগুত কৰি মোঃ আটাউৰ ৰহমান, ছৈয়দ মুহিবোল হক চাহাব আদিয়ে। অলপতে গুৱাহাটীৰ লয়াৰ্চ বুক ষ্টলে প্ৰকাশ কৰা কোৰাণৰ মূল আৰু অসমীয়া অনুবাদ সহ টীকা-টিপ্পনীৰে আৰু আমাৰ ধৰ্মপুথিৰ বিজনিমূলক ব্যাখ্যাৰে জননেতা তৈয়বুল্লা চাহাবে যুগুত কৰা 'উম্মুল কোৰাণ' বা 'আল কোৰাণ'ৰ সাৰ গ্ৰন্থখনি পাই আমি বিশেষ আনন্দ পাইছোঁ। তেখেতে পাতনিত কৈছে :—

"আমাৰ সামাজিক জীৱনলৈ লক্ষ্য কৰিলে দেখিবলৈ পোৱা যায় যে মুছলিমসকলৰ ভিতৰত (অমুছলিমৰ কথাতো সুকীয়াই) ইছলাম আৰু আল কোৰাণৰ সম্পৰ্কে জ্ঞান অতি সংকীৰ্ণ। সেই জ্ঞানো প্ৰায় ক্ষেত্ৰতে ক্ষীণ, ভ্ৰান্তিমূলক, অতি শোকলগা আৰু তাতে কিছুমান স্বাৰ্থান্বেষী ভণ্ড ধাৰ্মিকে নিজ ক্ষুদ্ৰ স্বাৰ্থত, সেই অজ্ঞানতাক আৰু দবাই ৰাখিবলৈ অসৎ প্ৰচেষ্টা কৰাও দেখা যায়। এনে শোচনীয় অৱস্থাৰ ঘাই কাৰণ হৈছে প্ৰকৃত ধৰ্মশিক্ষাৰ অভাৱ। এই অভাৱ যিমানদূৰ সম্ভৱ গুচাবৰ উদ্দেশ্যতেই যোৰহাট জিলাত ৰাজবন্দী হৈ থকা কালত এই 'উম্মুল কোৰাণ' লিখিবলৈ ললোঁ। * * যোৱা এঘাৰ শ বছৰৰ সহজীৱন আৰু সহযোগৰ ফলত হিন্দুস্থানৰ প্ৰাচীন কৃষ্টি, সংস্কৃতি, সভ্যতাৰ ঠাইত ইছলামৰ সংসৰ্গত যি এটা নতুন অভিনৱ সভ্যতা, সংস্কৃতি আৰু কৃষ্টি উদ্ভৱ হৈছে সি আজি যুগ্ম, উমৈহতীয়া, একেটা। এতেকে সামাজিক ঐক্য, উমৈহতীয়া জীৱন, প্ৰগতি আৰু শান্তিৰ কাৰণে মুছলিম আৰু অমুছলিমৰ মাজত ধৰ্ম সম্পৰ্কীয় পৰিচয় হোৱাটো একান্ত বাঞ্ছনীয়। সামাজিক জীৱনত আৰু জাতীয় জীৱনতো সেই পৰিচয় ভালদৰে যাতে হয়, আদান-প্ৰদান যাতে সুদৃঢ়, সুহৃদ আৰু সুস্থ হয় মোৰ 'উম্মুল কোৰাণ' আগবঢ়ালোঁ সেই উদ্দেশ্যৰেই।"

আমিও কামনা কৰিছোঁ তাকেই। ইয়াৰ ওপৰত অধিক মন্তব্য নিষ্প্ৰয়োজন। এনে সৎ উদ্দেশ্য প্ৰণোদিত গ্ৰন্থৰ বহল প্ৰচলন হোৱাটো বাঞ্ছনীয়। ইয়াৰ উপৰিও ছৈয়দ খেলিলোৰ ৰহমানৰ 'নিয়ামত' বা ইছলামৰ এশ ত্ৰিশ ফৰজ, ছৈয়দ বদিওজ্জামানৰ 'ইছলামৰ লগত চিনাকি' তিনি খণ্ড,

মুহিবোল হুছেনৰ 'হজৰত আজান পীড়' দুই খণ্ড, হাৰুণৰ ৰছিদৰ 'হজৰত-মহম্মদৰ ৰচনাৱলী', মিৰ্জ্জা আব্দুৰ ৰহমান বেগৰ 'তোহফতো মুৰিছিল', ফাইজুদ্দিন আহমদৰ 'মেৰাশোন মেমিনিশ', মহম্মদ পিয়াৰৰ 'কাৰবালাৰ শ্বহীদ', জেবুন্নিছাৰ 'পুৰণি কাহিনী' আৰু মফিজুদ্দিন আহমদ চাহাবৰ (অভয়াপুৰী) 'নহৰ' নামৰ গ্ৰন্থৰ নাম এই প্ৰসঙ্গত উল্লেখযোগ্য। ছৈয়দ আব্দুল হকৰ ইছলাম ধৰ্ম্মবিষয়ক গ্ৰন্থ 'মিশ্বৰাছল ইছলাম', নাজিৰ হুছেইনৰ 'অসমীয়া মৌলুদ চৰিফ' আৰু হাজি ফাইজুদ্দিন চাহাবৰ 'হজৰত মহম্মদ' (দঃ), 'হজৰত আলি', 'হজৰত আবুবকৰ চিদ্দিক', 'হায় হাচান হায় হুচেন' আদি গ্ৰন্থসমূহ আমাৰ সাহিত্য-ভঁড়াললৈ লেখত লবলগীয়া বৰঙণি।

অমুছলিম লিখকসকলৰ ভিতৰতো শ্ৰীৰঘুনাথ চৌধাৰী, শ্ৰীমহাদেৱ শৰ্ম্মা, শ্ৰীভিমেশ্বৰ নেওগ, গোপীনাথ বৰদলৈ আদি সাহিত্যিকসকলৰো এই বিষয়ত লেখত লবলগীয়া অৱিহণা আছে। ডঃ শ্ৰীসূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াৰ সম্পাদনাত ওলোৱা 'পাটছাৰ বুৰঞ্জী' আৰু ডঃ মফিজুল ইছলাম বৰাদেৱৰ 'বাহাৰিস্তান গাইবি' নামৰ গ্ৰন্থ আৰু শ্ৰীবেণুধৰ শৰ্ম্মাৰ 'ফাৰ্চী সাহিত্যত অসম বুৰঞ্জী' নামৰ গ্ৰন্থ কেইখনিও আমাৰ মূল্যবান সম্পদ। এই গ্ৰন্থসমূহত সেই সময়ৰ অসম আৰু মোগলৰ মাজত হোৱা যুদ্ধৰ কথাৰ উপৰিও অসমৰ সামাজিক সাংস্কৃতিক আদি বুৰঞ্জীৰ সমলো যথেষ্ট আছে। সন্ত প্ৰকাশিত ডঃ শ্ৰীমহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত দ্বিজৰামৰ 'চাহাপৰী উপাখ্যান' বা 'মৃগাৱতী চৰিত্ৰ'ৰ নামো আমি এই প্ৰসঙ্গতে লব পাৰোঁ। শ্ৰীনেওগে ইছলামী কথা-সম্ভাৰৰ মূল অনুপ্ৰেৰণা লৈ অসমীয়া বৈষ্ণৱ কবিতাৰ আদৰ্শত প্ৰণয়ন কৰা অমিৰ ছাহাৰ পুত্ৰ মালিকজাদা আৰু ৰোকাম চহৰৰ চাহাপৰীৰ এই প্ৰণয়-গাথাটি সজাই-পৰাই এই গ্ৰন্থখনি অসমৰ মুছলমান সাহিত্যসেৱীসকলৰ উদ্দেশ্যে আগবঢ়াইছে যদিও এই গ্ৰন্থ হিন্দু-মুছলমানৰ উমৈহতীয়া সাহিত্য-ভঁড়াললৈ বহুমূলীয়া অৱদান হৈছে বুলি আমি কব পাৰোঁ। শিৱসাগৰৰ মহিবুল হক চাহাবে 'অসমীয়া-আৰবী ফাইললজি' নাম দি বহুত অসমীয়া শব্দৰ মূল উলিয়াবলৈ যত্ন কৰিছিল। আলোচনীৰ পাতৰপৰা সেইবোৰক এখন গ্ৰন্থৰ ভিতৰলৈ আনিব নোৱাৰি নে?

কেৱল ধৰ্ম্মৰ কথাই নহয়, ফাৰ্চী সাহিত্যৰ বাছকবনীয়া সাহিত্য সম্পদৰাজি আৰু দাৰ্শনিক ভাবধাৰাৰ লগতো আমি চা-চিনাকি হবলৈ বিচাৰোঁ। এই বিষয়ত আমাক সহায় কৰিছে কবি শ্ৰীযতীন্দ্ৰনাথ দুৱৰাদেৱে 'ওমৰ তীৰ্থ' দেখুৱাই, শ্ৰীআনন্দ বৰুৱাই 'হাফিজৰ সুৰ' শুনাই। অধ্যাপক ৰায়হান চাহে মূল ফাৰ্চীৰপৰা কৰা ওমৰ খায়ামৰ ৰুবায়াতৰ ভাঙনি আৰু হাফিজৰ গজলৰ মূলৰপৰা অনুদিত মালিকৰ 'সুৰাৰ শিবিৰ'তো অবাধে প্ৰকাশ কৰি মৌ চাকি চাব পাৰোঁ।

হিন্দু-শাস্ত্ৰৰ কথা-কাহিনীবোৰ আমাৰ প্ৰাচীন বৈষ্ণৱ কবিসকলে স্ত্ৰী-শূদ্ৰ সকলোৱে সহজে বুজি পোৱাকৈ পদবন্ধে নিবদ্ধিছিল। আমি ভাবোঁ সেইদৰে আমাৰ 'ভীমচৰিত', 'কাণখোৱা' আদিৰ দৰে আমাৰ মুছলিম বাইজে তেওঁলোকৰ কাহিনীবোৰো অসমীয়া ভাষাত পঢ়িবলৈ সুবিধা পাব লাগে।

হাতেম তাই, আলফ্ লাইলা (আৰবৰ ৰাতি), জঙ্গে খয়বৰ, ছয়ফল মুলুক (পৰীৰ কাহিনী) আদি পুথি অসমীয়াত মুছলিম জনসাধাৰণে পালে নিশ্চয় আনন্দ পাব। ইয়াৰ

উপৰিও ইৰাণৰ হাফিজ, চাদী নজিৰীৰ গজল, বাবা তাহেৰ আদিৰ ৰোবায়ি, হাকিম ছানায়ী, আত্তাৰ, কমীৰ চুফী কবিতা, চাদীৰ 'বোস্তান', ভাৰতৰ বিখ্যাত ফাৰ্চী কবি আমিৰ খস্ৰুৰ গজল আৰু বুৰঞ্জীমূলক কবিতা, দিল্লীৰ হাছানৰ গজল আৰু আন কবিতা, মোগল ৰাজকন্যা জাহানআৰা আৰু জেবুন্নিসাৰ কবিতা আদি আৰু এনেধৰণৰ গ্ৰন্থ কবিতা মূলৰপৰা ভাঙি আমাৰ শিক্ষিত মুছলমান সাহিত্যিকসকলে ইচ্ছা কৰিলে অসমীয়া সাহিত্য-ভঁড়াল ওপোচাই পেলাব পাৰে। ই তেওঁলোকৰ কৰ্তব্য।

আলোচনী, বাতৰি-কাকত আদিতো অসমীয়া মুছলমানৰ বৰঙণি উপেক্ষণীয় নহয়। 'প্ৰচাৰক', 'পায়গাম', 'ইনচাফ' আদি ইছলামী কাকতৰ উপৰিও মহম্মদ চালেহৰ সম্পাদনাত ওলোৱা অসম মুছলমান ছাত্ৰ-সম্মিলনৰ মুখপত্ৰ 'সাধনা' নামৰ আলোচনীয়ে সাহিত্যানুৰাগী মুছলমান লিখক-লিখিকাসকলৰ মাজত উৎসাহ-উদ্দীপনাৰ আলোড়নৰ সৃষ্টি কৰিছিল। সেইদৰেই আমাৰ মুছলমান ভাই-ভনীসকলে যেয়ে যেনেকৈ যি পাৰে মাতৃৰ ভঁড়াললৈ তাকে আগবঢ়াব লাগে সভক্তিৰে।

অভিধান-ব্যাকৰণ

১৮৬৭ চনৰ আগষ্ট মাহত খৃষ্টীয় যাজক ব্ৰন্সন চাহাবে প্ৰথম অসমীয়া অভিধান ছপাই উলিয়ালে। এই অভিধান প্ৰণয়নত ব্ৰন্সন চাহাবে যাদুৰাম ডেকাবৰুৱাৰ সহায় লৈছিল। ইয়াৰ পিছত হেমচন্দ্ৰ বৰুৱাই 'পঢ়াশলীয়া অভিধান' আৰু 'হেমকোষ' প্ৰণয়ন কৰি আমাৰ সাহিত্যৰ বিজয়-স্তম্ভ স্থাপন কৰিলে। 'হেমকোষ' প্ৰকাশ সম্পৰ্কত পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে লিখিছিল :—

"স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই 'অসমীয়া হেম-কোষ' অভিধান আৰু 'অসমীয়া ভাষাৰ ব্যাকৰণ' লিখি অসমীয়া ভাষাৰ আৰু সাহিত্যৰ যি যুগমীয়া উপকাৰ কৰি গ'ল তাক হেজাৰ মুখেৰে কৈও সাং কৰিব নোৱাৰি। হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাত কেইবাখনো কিতাপ লিখি থৈ গৈছে। এইবোৰ কিতাপৰ নিমিত্তে যদিও অসমীয়া ভাষা তেওঁৰ ওচৰত চিৰকাল ধৰুৱা থাকিব, তথাপি তেওঁ ব্যাকৰণ আৰু অভিধান এই কিতাপ দুখন লিখি থৈ নোযোৱাহেঁতেন অসমীয়া ভাষা কিজানি চিৰকাল লোকৰ লাথি খোৱা অৱস্থাতে থাকিলেহেঁতেন। এই পুৰুষৰ ভিতৰত এনে এখন অভিধান আৰু এনে এখন ব্যাকৰণ লিখিবপৰা মানুহ আমাৰ ভিতৰত যে নায়েই, অহা পুৰুষতো যে ওলাব তাৰো ঠিকনা নাই। তেওঁৰ ব্যাকৰণৰ গুণাগুণ সম্বন্ধে আলচ কৰা আজি আমাৰ অভিপ্ৰায় নহয়। তেওঁৰ অভিধান 'হেমকোষ' সম্বন্ধেহে কেই আষাৰমান কথা কব খুজিছোঁ। অসমীয়া মানুহৰ ভিতৰত সাহিত্যসেৱকৰ লেখ নিচেই তাকৰ। সেই গুণে যি মানুহে অসমীয়া ভাষাত লিখা-পঢ়াৰ চৰ্চ্চা নকৰে তেওঁ অৱশ্যে 'হেমকোষ'ৰ মোল বুজিব পাৰে কিন্তু যি মানুহে অসমীয়া ভাষাত শুদ্ধকৈ কিবা লিখিব খোজে, তেওঁ ভালকৈ বুজে, অসমীয়া সাহিত্যৰ পক্ষে হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' কেনে কণাৰ লাখুটি। হেমচন্দ্ৰ বৰুৱাৰ এই অভিধান প্ৰকাশ হৈ ওলোৱাৰ আগেয়ে, অসমীয়া ভাষা ঠিক এখন গুৰীয়াল নাইকিয়া নাৱৰ নিচিনা আছিল, কিন্তু ইংৰাজী ১৯০০ চনত এই অভিধান প্ৰকাশ হৈ

ওলোৱাৰ পিছৰপৰা আৰু তাৰ সেই অৱস্থা নাই। আমাৰ ওচৰচুবুৰীয়া বন্ধুসকলে নিতৌ অসমীয়া ভাষাক বাহিৰলৈ উলিয়াবলৈ তুলসীৰ গুৰি খঁতাইছিল আৰু কাঠ সংকাৰ কৰিবলৈ কাঠ গোটাইছিল, কিন্তু কল্‌চোপ কল্‌চোপ কৰি থকা অসমীয়া ভাষাৰ মুখত হেমচন্দ্ৰ ধন্বন্তৰীৰ 'হেমকোষ' বড়ীপৰা মাত্ৰকে ক'ৰ যমদূত কলৈ গ'ল তাৰ চিন নাই, বাবীৰ চুকত পৰি 'নিঙঁ' 'নিঙঁ' কৰি চিয়ঁৰি থকা নিয়তী চৰাইবোৰো যমদূতবিলাকৰ লগতে নাইকিয়া হল আৰু দক্ষিণা লবলৈ আশা পালি থকা বাপুসকলেও এখোজ দোখোজকৈ ঘৰমুৱা হ'ল। মুঠতে কবলৈ গ'লে, হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অসমীয়া ভাষাৰ পক্ষে সঞ্জীৱনী মন্ত্ৰ। সেই মন্ত্ৰই মৃতকল্প অসমীয়া ভাষাক অমৰ কৰিলে। অসমীয়া ভাষাই যদি আজিকালি দিনে দিনে ঠন ধৰি উঠিছে আৰু ন ন ঠাল-ঠেঙুলি মেলিছে সি কেবল 'হেমকোষ'ৰ যহতে আৰু যদি সি কেতিয়াবা ফুল ফুলাই অসম দেশত সৌৰভ বিলাবপৰা হয়, সিও নিশ্চয় হেমকোষৰ যহতে হব। 'হেমকোষ' অসমীয়াৰ অমূল্য সম্পত্তি। এই অভিধানখনি হেমচন্দ্ৰ বৰুৱাৰ জীৱনব্যাপী পৰিশ্ৰমৰ ফল।"

'হেমকোষ' প্ৰকাশ হোৱাৰ বত্ৰিশ বছৰ পিছত 'চন্দ্ৰকান্ত অভিধান' ছপা হৈ ওলায়। এইখন তৃতীয় অসমীয়া অভিধান। দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া আৰু তেখেতৰ পুত্ৰ চন্দ্ৰকান্ত সন্দিকৈৰ পুণ্যস্মৃতিমণ্ডিত এই অভিধান প্ৰণয়ন আৰু প্ৰথম প্ৰকাশনত অসম সাহিত্য-সভাও জড়িত আছিল। বৰ্ত্তমানে এই অভিধানৰ ২য় তাঙৰণ গুৱাহাটী বিশ্ববিদ্যালৰ নিয়োজিত কমিটীৰ দ্বাৰা সংশোধিত, সম্পাদিত হৈ আৰু শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱৰ আৰ্থিক সাহায্যত ছপাশাল পাইছেগৈ। কিন্তু যেনেভাবে শামুকীয়া গতিত ইয়াৰ ছপাকাম চলিব লাগিছে তালৈ চাই আমি সোনকালে অভিধানখনিয়ে পোহৰৰ মুখ দেখা পাব বুলি আশা নাই। এই বিষয়ে সংশ্লিষ্ট কৰ্ত্তৃপক্ষই খৰতকীয়া ব্যৱস্থা লব বুলি আমি আশা কৰিলোঁ। এই চন্দ্ৰকান্ত অভিধানেও আমাৰ ব্যৱহাৰত থকা সকলোবোৰ শব্দ সামৰি লবপৰা নাই। 'হেমকোষ' আৰু 'চন্দ্ৰকান্ত অভিধান'ৰ বাহিৰত এতিয়াও অসমৰ বিভিন্ন অঞ্চলত প্ৰচলিত ভালেমান শব্দ আলৈআথানি হৈ পৰি আছে। ইংৰাজী, আৰবী, ফাৰ্চী, বঙলা, হিন্দী আদি বহু শব্দই ইতিমধ্যে আমাৰ বৰঘৰ, মাৰলঘৰত সোমাই খুটি পুতি বহি লৈছে। সকলোবোৰক নহলেও ইয়াৰ কিছুমানক এতিয়া আৰু উচ্ছেদ কৰিবৰ উপায় নাই। এই নতুন শব্দৰাজি সংগ্ৰহ কৰি সংৰক্ষিত কৰিবৰ সময় হৈছে। এই কামৰ কাৰণেও সাহিত্য-সভা আৰু বিশ্ববিদ্যালয়ৰ কাৰণে গধুৰ দায়িত্বই বাট চাই আছে।

ইয়াৰ উপৰিও আজীৱন সাহিত্যসাধক বেণুধৰ ৰাজখোৱা ডাঙৰীয়ায়ো কামত আহিবপৰা আন এখনি অসমীয়া অভিধান যুগুত কৰি এৰি থৈ গৈছে বুলি আমি জানিব পাৰিছোঁ। আকাৰত সৰু হলেও প্ৰকাৰত এই অভিধানখনিও মূল্যবান হব বুলি আমাৰ বিশ্বাস হৈছে। ই এতিয়া কেনেকৈ পোহৰৰ মুখ দেখে সেইটোহে ভাবিবলগীয়া বিষয়। দিল্লীৰ সাহিত্য একাডেমীয়ে একাধিক হিন্দী ভাষাৰ অভিধান আৰু চহকী বঙলা ভাষাৰ অভিধান এখনো প্ৰকাশৰ ভাৰ লৈছে। ৰাজখোৱা ডাঙৰীয়াৰ অভিধান প্ৰকাশৰ ভাৰো এই একাডেমীয়ে লব নোৱাৰে নে?

এইখিনিতে আৰু এটা কথা কোৱাৰ প্ৰয়োজন—

"ভাষা জতুৱা ৰাখিবলৈ হলে, যিমান পাৰি, নিজা ভঁড়ালৰ শব্দহে ব্যৱহাৰ কৰা উচিত। বাৰীৰ ঘাঁহে গোহালিৰ গৰুৱে বাহি নহাটো ধেঁৱাখুলীয়া লক্ষণ। অসমীয়া পুথি, বুৰঞ্জী আদিত থকা উপযুক্ত ভাল ভাল শব্দবোৰ বিচাৰি মুলিয়াই, কণামুনাকৈ একোটা বিদেশী শব্দ আমাৰ ভাষাত সুমাই লোৱাটো বেয়া কথা।"

চন্দ্ৰকান্ত অভিধানৰপৰা তুলি দিয়া ওপৰোক্ত কথাখিনি যথাৰ্থতে সঁচা। কেৱল শব্দৰ ক্ষেত্ৰতহে যে ই প্ৰযোজ্য এনে নহয়, খণ্ডবাক্য, যোজনা-ফকৰা, পটন্তৰ আদিৰ ক্ষেত্ৰটো এই একে কথাই খাটে। আমাৰ দেশৰ হাজাৰ হাজাৰ যোজনা, পটন্তৰ, ফকৰা মানুহৰ মুখে মুখে চলি আহিছে। আমাৰ জাতীয় জীৱনৰ সকলো ক্ষেত্ৰতে এইবোৰৰ প্ৰভাৱ অতি বেছি। এইবোৰ সাধাৰণতে মৌখিক সাহিত্যৰ অন্তৰ্গত। জাতিৰ জীৱনৰ আদিম অৱস্থাতে এনেবোৰ যোজনা পটন্তৰ আদিৰ সৃষ্টি হৈছিল আৰু যুগে যুগে কম-বেছি পৰিমাণে ইয়াৰ সৃষ্টি হৈয়ে আছে। আমি সকলোৱে 'ডাকৰ বচন'ৰ কথা শুনিছোঁ। হয়তো পুৰাই-গধূলিয়ে আৱশ্যকমতে এই বচন একোফাকি মাতি কথা ৰজিতা খুৱাইছোঁ। এনেদৰে মাত-কথাৰ লগত যোজনা-পটন্তৰ ব্যৱহাৰ কৰাটো অসমীয়া মানুহৰ এবিধ জাতিগত বৈশিষ্ট্য। ডাকৰ বচন বাদ দি বহুখিনি যোজনা-পটন্তৰৰ নিৰ্দ্দিষ্ট ৰচয়িতা বা ৰচনাৰ নিৰ্দ্দিষ্ট কাল নাই। মুঠতে অসমৰ বুকুৱেদি বাগৰি যোৱা বৰ লুইতখনৰ নিচিনা এইবোৰ পুৰণিৰো পুৰণি আওপুৰণি। শিক্ষিত সমাজতকৈ চহা-সমাজত, পুৰুষ-সমাজতকৈ আইসকলৰ সমাজত এইবোৰৰ চলন্তি অধিক বুলিব পাৰি। দিন যোৱাৰ লগে লগে আধুনিক শিক্ষাৰ ফলতেই হওক নাইবা বাৰমিহলি মানুহৰ লগত চলন-ফুৰণ কৰিবলগীয়াৰ ফলতেই হওক, এইবোৰৰ ব্যৱহাৰ ক্ৰমাৎ টুটি আহিছে। ই দুখৰ বিষয়। আগেযে আমাৰ নিৰক্ষৰা বুঢ়ী আই আৰু ককাই-দদাইহঁতৰ মুখত এই যোজনা-পটন্তৰবোৰ আথৈ ফুটাদি ফুটিছিল। আজি কিন্তু তেওঁলোকেও আগৰ দৰে এইবোৰ নোকোৱা হল। আমাৰ সাহিত্যৰ এইবোৰ অপুৰুগীয়া সম্পদ। ইয়াৰ মাজত আমাৰ বহু লোকৰ জীৱনৰ অভিজ্ঞতালব্ধ জ্ঞানৰাশি সোমাই আছে। এইবোৰ গোটাই ৰাখিবৰ এতিয়াও সুপৰিকল্পিতভাবে চেষ্টা কৰা হোৱা নাই। লম্বুৰাম চৌধাৰী, কান্তিৰাম বুঢ়াভকত, শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস, শ্ৰীলীলা গগৈ, শ্ৰীবেণুধৰ শৰ্ম্মা, শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী আদি জনদিয়েক উদ্যোগী সাহিত্যিকে গুটীয়াভাবে চেষ্টা কৰি এইবোৰ আংশিকভাবে গোটাইছে আৰু গোটাবৰ চেষ্টা চলাই আছে। সেয়ে হলেও, এখেতসকলৰ উদ্যম অতিশয় প্ৰশংসনীয় হলেও, আমি মনত ৰাখিব লাগিব, গুটীয়া চেষ্টাতকৈ সুপৰিকল্পিত যুটীয়া প্ৰচেষ্টা অধিক ফলদায়ক হোৱাটো সম্ভৱ। সেই কাৰণে ওপৰোক্ত লোকসকলৰ লগতে সাহিত্য-সভাৰ প্ৰতিখন শাখা-সভাই নিজ নিজ অঞ্চলৰ এনেবোৰ লুপ্ত হব খোজা সম্পদৰাশি সহজে সংগ্ৰহ কৰিব পাৰে। শেষত সকলোখিনি সংগ্ৰহ গোটেই ভাগে ভাগে সম্পাদন কৰি উলিয়াব পাৰিলে আমি এক অমূল্য সম্পদ লাভ কৰিম।

বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ 'খণ্ড-বাক্যকোষে' এই অভাৱ কিছু পৰিমাণে পূৰ্ণ কৰিছিল।

দুখৰ বিষয় যিও আজি ছপাৰ বাহিৰ হৈ দেৱদুৰ্লভ আপুৰুগীয়া বস্তু হল। এই গ্ৰন্থৰ পুনঃ-প্ৰকাশ বাঞ্ছনীয়। সাহিত্যৰত্ন শ্ৰীচন্দ্ৰধৰ ভাওৰীয়াৰ আজীৱন সাহিত্য-সাধনাৰ অমৃত ফলস্বৰূপ 'ৰত্ন-কোষ' গ্ৰন্থখনিয়ে ওপৰোক্ত বিষয়ত আমাৰ সাহিত্যৰ ভাণ্ডৰ অভাৱ এটা পূৰালেহেঁতেন নিশ্চয়। কিন্তু তেখেতৰ সুপুত্ৰসকল থকা সত্বেও আজি বহু বছৰে ই কিয় ছপা হৈ ওলাবপৰা নাই আৰু প্ৰকাশৰ বাটত ক'ত কেনা লাগিছে আমি গম নেপাওঁ। পুৰণি 'জোনাকী'ৰ সম্পাদকে 'হেমকোষ' প্ৰকাশ হৈ ওলোৱাত অযথা পলম হোৱা দেখি দুখ কৰি কৈছিল বোলে 'হেমকোষ' কিজানি চিৰকালে জগন্নাথৰ মূৰ্ত্তিৰ দৰেই থাকিব। এতিয়া আমি 'ৰত্নকোষ'ৰ বেলিকাও একে মন্তব্যকে দিবলগীয়া নহলেই ভাল পাম।

অভিধানৰ কথা এৰি এতিয়া ব্যাকৰণৰ ভিতৰত সোমাওঁ আহক। অসমীয়া সাহিত্যত এই পৰ্য্যন্ত ডক্টৰ কাকতিৰ ইংৰাজী ব্যাকৰণ বাদ দি হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণ, সত্যনাথ বৰাৰ 'বহল ব্যাকৰণ' আৰু কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ'—এই তিনিখন পুথিয়েই জাকত-জিলিকা হৈ আছে। ক্ৰমবৰ্দ্ধমান জীয়া ভাষা এটাৰ কাৰণে সময়ে সময়ে ব্যাকৰণৰ পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন আৱশ্যক হয়। সম্প্ৰতি বিশ্ববিদ্যালয়ৰ দ্বিতীয় ভাষা, বিকল্প ভাষা, অনাৰ্চ আৰু উচ্চতম স্তৰৰ এম-এ মহলাতো অসমীয়া সাহিত্যই ঠাই পাইছে। সাহিত্যৰ লগে লগে ব্যাকৰণো আগবাঢ়ি যাব লাগে। গতিকে আমি সম্প্ৰতি এখন ওখ থাপৰ অসমীয়া ব্যাকৰণৰ আৱশ্যকতা অনুভৱ কৰিছোঁ। এই বিষয়ে পণ্ডিতমণ্ডলী আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ। পাৰিলে সুকল্পিত যুটীয়া বা গুটীয়া প্ৰচেষ্টাৰে এতিয়াও 'ইন্দ্ৰকান্ত ব্যাকৰণ' উলিয়াব লাগে।

বুৰঞ্জী-প্ৰত্নতত্ব

অসমীয়া বুৰঞ্জী-সাহিত্যৰ অতীত অতি উজ্জ্বল। আমি এই বিষয়ে নিজে একো কবৰে আৱশ্যক নকৰে। গ্ৰিয়াৰ্ছনৰ নিচিনা বিদেশী পণ্ডিতেও বুৰঞ্জীৰ গুণ বখানি শতমুখ। সেইজনা চাহাবে লিখি থৈ গৈছে—

"The Assamese are justly proud of their national literature In no department have they been more successful than in a branch of study in which India, as a whole, is curiously deficient The historical works or Buranjis are numerous and voluminous A knowledge of Buranjis was an indispensable qualification to an Assamese gentleman."

অসমৰ অমূল্য সম্পদ এই বুৰঞ্জীবোৰৰ ৰচনাৰ কাল এতিয়াও সঠিকভাবে নিৰ্ণয় হোৱা নাই। পণ্ডিতসকলে ষোল শতিকা আৰু ঊনবিংশ শতিকাৰ ভিতৰতে এইবোৰ ৰচিত হোৱা বুলি অনুমান কৰে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে সম্পাদিত কৰি প্ৰকাশ কৰা 'পুৰণি অসম-বুৰঞ্জী'ৰ ( ১৯২২ ) উপৰিও ডক্টৰ শ্ৰীসূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই বুৰঞ্জী আৰু পুৰাতত্ব বিভাগটো স্থাপন কৰি ইয়াৰ যোগেদি আৰু কেবাখনো মূল্যবান পুৰণি বুৰঞ্জী পোহৰলৈ উলিয়াইছে। লাচিত বৰফুকন, আতন বুঢ়াগোহাঁইৰ জীৱন-চৰিতো তেখেতে পুৰণি বুৰঞ্জীৰ

সমল লৈ ইংৰাজী ভাষাৰে প্ৰণয়ন কৰিছে আৰু কেবাখনো এনে ধৰণৰ অসমীয়া আৰু ইংৰাজী পুথি যুগুত কৰি থৈছে। এই বিভাগৰপৰা ওলোৱা হৰকান্ত বৰুৱাৰ 'অসম বুৰঞ্জী', 'কামৰূপৰ বুৰঞ্জী', 'দেওধাই অসম-বুৰঞ্জী', শ্ৰীনাথ দুৱৰা বৰবৰুৱাৰ 'তুংখুঙীয়া বুৰঞ্জী', দুতিৰাম হাজৰিকা আৰু বিশ্বেশ্বৰ বৈদ্যাধীপৰ 'অসমৰ পদ্যবুৰঞ্জী', 'কছাৰী বুৰঞ্জী', 'জয়ন্তীয়া বুৰঞ্জী', 'ত্ৰিপুৰা বুৰঞ্জী', আৰু ইংৰাজী ভাষাৰে প্ৰকাশিত Tungkhungia Buranji, Baharistan-Ghaybi, 'Assamese . Its Formation and Development', 'Account of Assam' ( by Francis Hamilton ), 'Annals of the Delhi Badshahate', 'Anglo-Assamese Relations' আৰু ইয়াৰ উপৰিও কণকলাল বৰুৱাৰ 'Early History of Kamrup', গেইট চাহাবৰ 'A History of Assam', ডক্টৰ শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱাৰ 'A Cultural History of Assam', 'অসমীয়া ভাষা আৰু সংস্কৃতি', ডক্টৰ মফিজুল ইচলাম বৰাৰ 'Five Lectures on the History of Assam', গুণাভিৰাম বৰুৱাৰ 'অসম-বুৰঞ্জী', শ্ৰীৰাজমোহন নাথৰ 'Glorious Assam', 'গৌৰৱময় অসম', শ্ৰীভিম্বেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ বুৰঞ্জী', শ্ৰীবেণুধৰ শৰ্মাৰ 'দুৰবীণ', 'সাতাৰন ছাত্ৰ', 'বেদৰ বুৰঞ্জী' ( সম্পাদিত ) আদি, শ্ৰীদৈব তালুকদাৰৰ 'কাম্য কামৰূপ', ডঃ শ্ৰীমহেশ্বৰ নেওগৰ 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি', পদ্মনাথ গোহাঞী-বৰুৱাৰ 'অসম বুৰঞ্জী', পদ্মনাথ ভট্টাচাৰ্য্যৰ 'কামৰূপ শাসনাৱলী', হেমচন্দ্ৰ গোস্বামী সম্পাদিত 'দৰং-ৰাজবংশাৱলী' আদি এতিয়ালৈকে আমাৰ বুৰঞ্জী-ভঁড়ালত ছপাৰ পোহৰ দেখা মূল্যবান গ্ৰন্থ। ইয়াৰ উপৰিও হটন আদি কেবাজনো চাহাবে বিভিন্ন জনজাতি সম্পৰ্কে লিখা গ্ৰন্থও আছে। অলপতে ইংৰাজীত প্ৰকাশ হৈ ওলোৱা ডক্টৰ শ্ৰীপ্ৰতাপ চৌধুৰীদেৱৰ ইংৰাজী প্ৰাচীন অসমৰ বুৰঞ্জীখনো এখনি যুগজয়ী বুৰঞ্জী। ইয়াৰ বাহিৰেও গোলাপচন্দ্ৰ বৰুৱা, হিতেশ্বৰ বৰবৰুৱা, সোণাৰাম চৌধুৰী, ৰজনীকান্ত পদ্মপতি, আনন্দচন্দ্ৰ আগৰৱালা আদি বহু বুৰঞ্জীবিদে নানা প্ৰকাৰে আমাৰ বুৰঞ্জী-সাহিত্য চহকী কৰি থৈ গৈছে। তেখেতসকলৰ বেছি ভাগ প্ৰবন্ধই পুৰণি আলোচনী কাকতৰ পাতত নাইবা অপ্ৰকাশিত অৱস্থাত আছে। সম্প্ৰতি নানা জনে এই ক্ষেত্ৰত প্ৰকাশ্যে বা অপ্ৰকাশ্যে লাগি-ভাগি কাম কৰি আছে। বছৰি বুৰঞ্জী-সেৱক দুই এজন ডেকাক চৰকাৰী খৰচত অসমৰ বাহিৰলৈ সদৌ ভাৰত বুৰঞ্জী বিষয়ক সন্মিলনী-বোৰত যোগ দিবলৈ পঠোৱা হৈ আহিছে। এতিয়ালৈকে এইদৰে ফুৰাচকা কৰি কেনে ক'ত গৈ কি কৰিছে, আমাৰ দেশৰ বুৰঞ্জীৰ কোনটো চুক কেনেভাৱে উজ্জ্বল কৰিছে সেই বিষয়ে সঠিকভাৱে জানিবলৈ হলে উপায় নাই। অসমৰ পুৰণি বুৰঞ্জী-লিখকসকলে কেৱল অসমৰে বুৰঞ্জী লিখি ক্ষান্ত হোৱা নাছিল। চুবুৰীয়া ৰাজ্য আৰু জনজাতিসকলৰ বুৰঞ্জীও তেওঁলোকে লিখিছিল। ইয়াৰ উপৰিও বিভিন্ন সত্ৰৰ বুৰঞ্জী, চৰিত-পুথি আৰু পুৰণি পৰিয়ালবোৰৰ বংশাৱলী ৰচনা কৰাটোও অসমীয়া মানুহৰ অভ্যাস আছিল। এনে বংশাৱলী আৰু সাঁচিপতীয়া বুৰঞ্জী কিমান লোপ পালে, কিমান কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই পুৰিলে আৰু এতিয়াও কিমান খোঁৱাচাঙত আছে সেইবিষয়ে সঠিক নিৰ্ণয় হোৱা নাই। কিছুমান অৱশ্যে সংগৃহীত হৈ

পুৰাতত্ত্ব-বিভাগ নাইবা আন তেনে অনুষ্ঠানৰ ভঁড়ালত আছে। কিছুমান আকৌ ব্যক্তিগত-ভাৱে সংগৃহীত হৈ কোনো সংগ্ৰাহকৰ নিজা সম্পত্তিত পৰিণত হৈছে আৰু জনদিয়েক তেনে সংগ্ৰাহকৰ ইতিমধ্যে পৰলোক হোৱাত তেওঁলোকৰ লগতে তেওঁলোকৰ পুথি-ভঁড়ালত সংগৃহীত আৰু সংৰক্ষিত হোৱা আমাৰ প্ৰাচীন সম্পদবোৰো বিলুপ্ত হৈছে। এইবোৰ কিমান পৰিতাপৰ কথা ভাবি চাওকচোন।

সি যিকি নহওক, সাগৰৰ বুকুত ডিঙিৰ গুৰিলৈকে বুৰ গৈ থকা সত্ত্বেও পিয়াহত আমাৰ ডিঙিৰ আঁত শুকাই থাকিবলগীয়া হৈছে যেন অনুমান হয়। ওপৰত উল্লেখ কৰা বা নকৰা অসংখ্য প্ৰকাশিত আৰু অপ্ৰকাশিত বুৰঞ্জী আৰু হাততে ঢুকি পোৱাতে থকা অজস্ৰ বুৰঞ্জীৰ মূল্যবান উপাদান থকা সত্ত্বেও সেইবোৰ জুকিয়াই সংগ্ৰহ আৰু সম্পাদন কৰি এতিয়াও কোনো লোক বা প্ৰতিষ্ঠানে আমাক ইংৰাজীত বা অসমীয়াত এনে এখন বুৰঞ্জী যুগুত কৰি দিব পৰা নাই যিখনক আমি অসমৰ সম্পূৰ্ণ বহল বুৰঞ্জী আখ্যা দিব পাৰি। সেই কাৰণেই কৈছোঁ সুধীসকল। বুৰঞ্জী-সাগৰৰ মাজতো আজি আমাৰ কাৰণে পানীৰ আকালে দেখা দিছে। সুখৰ বিষয়, আমাৰ কেবাজনো ডেকাই বিলাতলৈ গৈ বুৰঞ্জীত ডক্টৰেট উপাধি লাভ কৰি আহিছে আৰু অসম বুৰঞ্জীৰ কোনো এটা কালৰ বিষয়ে গভীৰ অধ্যয়ন কৰি বৈজ্ঞানিক পদ্ধতিৰে একোখনি গ্ৰন্থও হয়তো যুগুত কৰি থৈছে। এই সকলৰ উপৰিও বুৰঞ্জীবিদ পণ্ডিত আমাৰ মাজত আছে। এই সকলো লোকক সুপৰিকল্পিত ভাবে ভাগে ভাগে কামত লগাই ইংৰাজী আৰু অসমীয়াত সম্পূৰ্ণ অসম বুৰঞ্জী প্ৰণয়ন কৰোৱাৰ কাল এতিয়াও উকলি যোৱা নাই। এইদৰে ঢাকা বিশ্ববিদ্যালয়ে বুৰঞ্জীবিদ ৰমেশচন্দ্ৰ মজুমদাৰৰ সম্পাদনাত বঙ্গদেশৰ বৃহৎ বুৰঞ্জী দুই খণ্ডত যুগুত কৰি ছপা কৰি উলিয়াইছিল। এই বুৰঞ্জী আৰু ডক্টৰ বাণীকান্ত কাকতিদেৱৰ সম্পাদনাত যুগুত হোৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ Aspects of Early Assamese Literature নামৰ গ্ৰন্থ এই বিষয়ত পথ-প্ৰদৰ্শক হব পাৰে। গুৰুক বেদ পঢ়াব নেলাগে। ডক্টৰ ভূঞা আৰু ডক্টৰ বৰুৱা প্ৰমুখ্যে আমাৰ বিশ্ববিদ্যালয়ৰ গুৰিয়ালসকলৰ দৃষ্টি এই বিষয়ত অচিৰে পৰিব বুলি আমি আশা কৰিলোঁ।

বুৰঞ্জী-প্ৰত্নতত্ত্ব সম্পৰ্কীয় চৰকাৰী আৰু বেচৰকাৰী অনুষ্ঠানৰ ভিতৰত আমি পোনপ্ৰথমে বাজহুৱা প্ৰচেষ্টাত গঠিত হোৱা 'কামৰূপ অনুসন্ধান সমিতি'ৰ নামকে লব পাৰোঁ। ১৯১২ চনৰ ৭ এপ্ৰিলত কেৱল বাৰজন সদস্য লৈ এই সমিতি গঠিত হৈছিল। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য আৰু 'কামৰূপ-শাসনাৱলী'ৰ ৰচয়িতা পদ্মনাথ বিদ্যাবিনোদ সেইসককলৰ মাজত আছিল। দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্ম্মাই সম্পাদক হৈ সেই নকৈ জন্ম লোৱা অনুষ্ঠানটিৰ গঢ় দিছিল। পিছত অসমৰ লাটবাহাদুৰ ছাৰ আৰ্চদেল্‌ আৰ্ল্‌, বঙ্গদেশ আৰু বিহাৰৰ তুৱলীয়া লাট ছাৰ গেইট্‌, কোচবিহাৰৰ মহাৰজা ছাৰ যতীন্দ্ৰনাৰায়ণ ভূপ বাহাদুৰ, গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা আৰু কৰ্ণেল পি-আৰ-টি গৰ্ডন পৃষ্ঠপোষক স্বৰূপে পাইছিল। ১৯১৫ চনৰ শেষ ভাগত অসম চৰকাৰেও এই সমিতিক নাম মাত্ৰ আঢ়ৈশ টকাৰ অনুদান দিছিল।

১৯১৭-১৮ চনলৈ পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে সভাপতি স্বৰূপে এই সমিতিৰ দায়িত্ব সুচাৰুৰূপে পালন কৰিছিল আৰু তেখেতৰ পৰলোক গমনত কনকলাল বৰুৱা ডাঙৰীয়াই সেই ভাৰ লৈছিল। তেখেত সমিতিৰ মুখপত্ৰ The Journal of the Assam Research Societyৰ প্ৰতিষ্ঠাতা আৰু প্ৰথম সম্পাদকো আছিল। ডক্টৰ ভূঞা ডাঙৰীয়াও কেবা বছৰো সম্পাদক স্বৰূপে থাকি এই সমিতিৰ সুখ্যাতি বঢ়াইছিল।

অসমৰ বুৰঞ্জী, অনুসন্ধান আদি ক্ষেত্ৰত অনুসন্ধান সমিতিৰ বহুমূলীয়া অৱদানৰ কথা আজি মই আপোনালোকক বিৱৰি কব নোখোজোঁ। এই সমিতিৰ যত্নত সংগৃহীত হোৱা গ্ৰন্থ আৰু আন প্ৰাচীন সম্পদৰাজিৰ সম্পৰ্কেও নকৈ কব নেলাগে। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ বিদ্যাবিনোদ, চন্দ্ৰনাথ শৰ্ম্মা, সোণাৰাম চৌধুৰী, সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী, কনকলাল বৰুৱা, শ্ৰীসূৰ্য্যকুমাৰ ভূঞা প্ৰভৃতি নানাজন বুৰঞ্জীবিদে আৰু প্ৰত্নতত্ত্ব-অনুৰাগী লোকৰ প্ৰচেষ্টাত এসময়ত সমিতিয়ে যিবোৰ কাম কৰিছিল সেইবোৰৰ লেখ আজিও বিচাৰিলে পোৱাতে আছে। প্ৰায় প্ৰতি বছৰে নিয়মিতভাবে ইয়াৰ বছেৰেকীয়া অধিবেশন বহিছিল। তাত নানা গভীৰ প্ৰবন্ধ পাঠ কৰা হৈছিল। দেশৰ চুকে-কোণে ক'ত কি প্ৰাচীন সম্পদ আছে সেইবোৰ উদ্ধাৰ কৰিবলৈ ইয়াৰ সদস্যসকলে অহোপুৰুষাৰ্থ কৰিছিল।

দুখৰ বিষয় এই 'কামৰূপ অনুসন্ধান-সমিতি' বৰ্ত্তমানে মৃতপ্ৰায় অৱস্থাত। ইয়াৰ সম্পাদক কোন, পৰিচালক কোন, এইবোৰেই অনুসন্ধানৰ বিষয় হৈছে। এই সমিতিৰ মূল্যবান পুথি-পাঁজিবোৰ একাধিক বাৰ বেলজুয়ে পুৰি বিনষ্ট কৰাৰ আশঙ্কা হৈছিল, ঈশ্বৰৰ অনুগ্ৰহতহে কোনোমতে ৰক্ষা পৰিছে। আছে গৰু নবয় হাল, হোৱাতকৈ নোহোৱাই ভাল। এতিয়া এই সমিতিৰ যি দুৰ্দ্দশা তালৈ চাই সমিতিৰ ভঁড়ালত সংৰক্ষিত পুথি-পাঁজিবোৰ পুৰাতত্ত্ব বিভাগলৈ আৰু আন যাদুঘৰীয়া বস্তুবোৰ অসম যাদুঘৰলৈ হস্তান্তৰিত হোৱাহে উচিত। মুঠতে এইবোৰ যাতে নষ্ট হবলৈ নেপায় নাইবা কাৰোবাৰ ব্যক্তিগত সম্পত্তি হব নোৱাৰে, পৰিচালক-সকলে তেনে ব্যৱস্থা কৰি ৰসতে নাম খোৱা উচিত।

ইয়াৰ পিছত ডক্টৰ শ্ৰীসূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াৰ ঐকান্তিক প্ৰচেষ্টাত 'অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ' নামেৰে চৰকাৰী বিভাগ এটা নকৈ জন্ম হয় আৰু পুণ্যশীলা নাৰায়ণী সন্দিকৈ স্মৃতি-মণ্ডিত ভৱনত এই বিভাগটোৱে নিজৰ কাম অতি পৰিপাটীকৈ চলাই আছে। নানান দুষ্প্ৰাপ্য গ্ৰন্থ এক্কাৰৰপৰা বিচাৰি পোহৰলৈ আনিছে, সম্পাদন কৰিছে, ছপাই উলিয়াইছে। সেইবোৰৰ বিস্তৃত তালিকাও আমাৰ চকুৰ আগতে আছে। মুঠতে, ডক্টৰ ভূঞাই আদিৰপৰা ইয়াৰ ধৰণী আৰু প্ৰাণস্বৰূপ হৈ আছে। আজি দুবছৰমানৰপৰা বুৰঞ্জীবিদ ডক্টৰ শ্ৰীপ্ৰতাপ চৌধুৰী ইয়াত সোমাই একে বাটৰ বাটৰুৱা হৈছে।

কামৰূপ অনুসন্ধান সমিতিৰ পৰিপূৰক বা পৰিবৰ্দ্ধক হিচাপে ৰাজ্য চৰকাৰে 'অসম যাদুঘৰ' ১৯৪০ চনত প্ৰতিষ্ঠা কৰি এটা প্ৰশংসনীয় কাম কৰিছে। এই অসম যাদুঘৰো আকাৰ আৰু প্ৰকাৰত বৰ্ত্তমানতকৈয়ো বহু গুণে জাকত জিলিকা হোৱাৰ সম্ভাৱনা থকা সত্বেও সেই

বিষয়ে বিশেষ একো যত্ন হোৱা নেদেখিহে আমি মনত দুখ পাওঁ। এই যাদুঘৰত ভালেমান বহুমূলীয়া প্ৰাচীন সম্পদ ইতিমধ্যে সংগৃহীত হৈছে আৰু আগলৈকো লাহে ধীৰে হৈ থাকিব। অধ্যক্ষ শ্ৰীহেম বৰুৱাৰ 'ৰঙা কৰবীৰ ফুল'ৰ এটি পাহিত আমি ৰুছিয়াৰ যাদুঘৰ এটাৰ বৰ্ণনা এইদৰে দেখা পাওঁ—

"ক্ৰেমলীনৰ এটাইতকৈ উল্লেখযোগ্য যাদুঘৰটোৰ নাম হৈছে 'উৰুমেয়নায়া প্লাটা'। ইংৰাজীত এওঁলোকে ইয়াক 'আৰমৰী' বোলে। ইয়াত সংৰক্ষিত প্ৰত্যেকটো বস্তুৰেই সাংস্কৃতিক আৰু ঐতিহাসিক দৃষ্টিকোণৰপৰা অতি তাৎপৰ্য্যপূৰ্ণ। ছশ বছৰৰ পূৰ্ব্বৰ প্ৰথম আইভান বোলা 'জাৰ' এজনৰ 'উইল' এখনত কিছুমান গোপন ঐশ্বৰ্য্য সম্পদ থকাৰ প্ৰমাণ এওঁলোকে পায়। ইয়াৰ পম খেদি এই বস্তু-সম্ভাৰসমূহ আৱিষ্কাৰ কৰা হয়। এই আৱিষ্কাৰকে ভিত্তি কৰি এই 'আৰমৰী' বোলা যাদুঘৰটো গঢ়ি তোলা হয়। মূল্যবান পাথৰ, মণি-মুক্তা, সোণ-ৰূপৰ বস্তু-সম্ভাৰ, নানা তৰহৰ বস্ত্ৰ-দ্ৰব্য ইয়াত তৰহে তৰহে সজাই থোৱা হৈছে। আমাৰ ৰজাঘৰীয়া সম্পদ বিদেশী শাসকৰ হাতত পৰি অন্তৰ্দ্ধান হল। চাই যাওঁতে কেইবাটাও মণি-মুক্তা-খচিত ৰাজমুকুট দেখা পাইছিলো। তাৰ এটাৰ নাম 'মনোমাম' আৰু এটা দেখিছিলো— এইটো হেনো বিবাহ কাৰ্য্য সমাধা কৰি ১৮৩১ চনত কৰি পুস্কিন আৰু তেওঁৰ পত্নীয়ে পৰিধান কৰিছিল। ৰাজমুকুটৰ বাহিৰেও ৰাজসিংহাসন আৰু ৰথো দেখিছিলো। ইয়াৰে এখন ৰথ ইংলণ্ডৰ মহাৰাণী এলিজাবেথে ৰুছিয়াৰ 'জাৰ' বৰীছ গুডানেভক উপহাৰ দিয়া। ৰাজকোঁৱৰসকলে কেচুৱা কালত আৰোহণ কৰা ৰথো আছে। আটাইবোৰ স্বৰ্ণখচিত— চিকমিকাই আছে। প্ৰত্যেকটো বস্তুৰ গাতে অতীত ইতিহাস উজ্জ্বল হৈ থকা যেন লাগিছিল। কিছুমান ৰথৰ আগত দেখিছিলো হালে হালে ঘোঁৰাৰ মৃত প্ৰতিমূৰ্ত্তি। ৰাজন্যবৰ্গই ব্যৱহাৰ কৰা সোণ-ৰূপখচিত নানাবিধ সাজপাৰো দেখিছিলো। 'জাৰ'সকলৰ আমোলত এইবোৰ সাজপাৰৰ কিছুমান দেশ-বিদেশৰপৰা গোটাই অনা হৈছিল। প্ৰাচীন ৰুছিয়াৰ বস্তু-সম্ভাৰৰ বাহিৰেও পোলণ্ড, ইংলণ্ড, জাৰ্মাণী ইত্যাদি দেশৰপৰা গোটাই অনা নানান হাতৰ কামৰ বস্তু-সম্ভাৰো ইয়াত ৰখা হৈছে। এই আটাইবোৰ পুৰণি বস্তু।"

এনে ধৰণৰ বৰ্ণনা পঢ়ি আৰু গোটেই অসম দেশখনকে প্ৰত্নতত্ত্ব, ভাস্কৰ্য্য, সংস্কৃতিৰ যাদুঘৰ বুলি ধৰিলে আৰু ভাৰতৰ আন আন ৰাজ্যৰ যাদুঘৰৰ লগত তুলনা কৰিলে আমাৰ অসম যাদুঘৰক এটা পুতলা যাদুঘৰহে আখ্যা দিব পাৰি। আমাৰ দেশৰ ডেকাসকলে এনেবোৰ বিষয়ত যেনে দৰে যত্নবান হব লাগিছিল, চৰকাৰে যেনে ভাবে এইবোৰ কামৰ পৃষ্ঠপোষকতা কৰিব লাগিছিল তেনে ভাবে কৰা হৈছে বুলি আমি নেভাবোঁ। যাদুঘৰ ৰখীয়া বিষয়াসকলেও গতানুগতিক ভাবে কাম কৰি নিজকে যাদুঘৰীয়া বস্তুত পৰিণত হবলৈ নিদি অধিক কৰ্ম্মতৎপৰ হলে অসম যাদুঘৰো অধিক উজ্জ্বল হব পাৰিব বুলি আমি আশা কৰোঁ। আমাৰ বিবেচনাৰে এই যাদুঘৰ আৰু অসম পুৰাতত্ত্ব বিভাগ এজনীয়া বা দুজনীয়া অনুষ্ঠান হব নেলাগে। ইয়াৰ শুৰিত সহযোগী হিচাপে উপযুক্ত লোকেৰে গঠিত উপদেষ্টা সমিতি একোখন থাকিব লাগে।

ইয়াৰ ৰাজহুৱাভাবে বছেৰেকীয়া অধিবেশন হব লাগে আৰু তাত বছৰটোৰ ভিতৰত কৰা কামৰ পৰ্য্যালোচনা, হিচাপ-নিকাচ হব লাগে। ১৯২৬ চনতে শ্ৰীৰাজমোহন নাথদেৱৰ উদ্যোগত স্থাপিত হোৱা নগাঁৱৰ যাদুঘৰ আৰু অলপতে শিৱসাগৰ কলেজত যাদুঘৰীয়া বিভাগ এটা স্থাপন হোৱাতো আমি আনন্দ পাইছোঁ। এনেদৰে অসমৰ আন ঠাইতো প্ৰাচীন সম্পদৰাশি সংৰক্ষিত কৰিবলৈ যথোচিৎ ব্যৱস্থা হোৱা উচিত।

পুৰণি পুথি সংগ্ৰহ বিষয়তো আমি কৰিবলগীয়া অনেক কামেই আছে। ইয়াৰ আগেয়ে ইয়াৰ বাবে কেবাটাও চুৰ্চ্চ্ৰীয়া প্ৰচেষ্টা হৈ গৈছে আৰু সম্প্ৰতি গুৱাহাটী বিশ্ববিদ্যালয়ে পুথি-সংগ্ৰহৰ বাবে 'কাইথেলী অক্ষ' সংগ্ৰাহক শ্ৰীদণ্ডীৰাম দত্তক নিয়োজিত কৰি প্ৰশংসনীয় কামকে কৰিছে। ইয়াৰ আগেয়ে ব্যক্তিগত প্ৰচেষ্টাত গোট খোৱা বহু পুথি নষ্ট হৈ গল। প্ৰাকৃতিক দুৰ্য্যোগেও বহু হানি-বিঘিনি ঘটালে। পুথিৰ গৰাকীসকলৰ অজ্ঞতা, কুসংস্কাৰ আৰু দূৰদৃষ্টিৰ অভাৱৰ কাৰণেও বহু পুথি লোপ পালে। মুঠতে এই সম্পৰ্কতো সুচিন্তিত আঁচনি লৈ তাক কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰিব লাগে আন্তৰিকতাৰ সৈতে। পূৰ্ব্বৰ অভিজ্ঞতায়ো এই বিষয়ত সহায় কৰিব পাৰে। কোচবেহাৰ ৰাজ-ভঁড়ালৰপৰা অসমীয়া পুৰণি পুথিবোৰ আনিবৰ একো দিহা নকৰাত ইয়াৰ ভিতৰতে সেইবোৰ কিমানৰ পেটকটা ৰ গুচি ফুট দিয়া ৰ হৈছে তাৰ নিশ্চয় নোহোৱা হল। দুখৰ কথা কওঁ মানে অন্ত নপৰে।

কীৰ্ত্তিৰ সমাধিক্ষেত্ৰ পুণ্যভূমি এই অসম দেশ। ইয়াৰ শিলৰ বুকুত, অটব্য হাবিৰ মাজত, নৈৰ বালিচন্দাত, য'তে ত'তে বুৰঞ্জীৰ কিমান কীৰ্ত্তি-কাহিনী পোত গৈ আছে, তাৰ হিচাপ কোনে ৰাখিছে? আমাৰ ককা, আজো-ককাৰ কিমানবোৰ পবিত্ৰ পুৰণি কাহিনী পাহৰণি ৰাক্ষসীয়ে গিলি থালে, সেই বিষয়ে আজি আমাক কোনে কব? অসমৰ প্ৰতিথন নগৰ, প্ৰতিথন গাঁৱৰেই কবলগীয়া পুৰণি নিজা কথা আছে। পূত-পবিত্ৰ এই দেশৰ প্ৰতি চমকা মাটিয়েই নিজৰ জীৱন-বুৰঞ্জী গাই শুনাব পাৰে। তাৰ নিমিত্তে লাগে উপযুক্ত গায়ক, লাগে উপযুক্ত শুনোতা। দুখৰ বিষয় আমাৰ মাজত দুয়োটাৰে অভাৱ।

অসমৰ বাহিৰে চৰকাৰী প্ৰচেষ্টাত খনন কাৰ্য্য চলাই কোনো কোনো ঠাইৰ বহু হেজাৰবছৰীয়া পোত খাই থকা আপুৰুগীয়া সভ্যতাৰ সমল খান্দি, বাহিৰ কৰি প্ৰকাশ কৰা হৈছে। তাৰ পণ্ডিতসকলে বুৰঞ্জীৰ নানা তৰহৰ লুপ্ত সম্ভেদ নিতৌ উলিয়াবই লাগিছে। কিন্তু এইখন আমাৰ হতভাগ্য দেশত হৈছে কি? নাই তেনে উল্লেখযোগ্য চৰকাৰী প্ৰচেষ্টা, নাই তেনে লেখত লবলগীয়া অনা-চৰকাৰী পাণ্ডিত্য, নাই তেনে অনুসন্ধিৎসু পণ্ডিতৰ দল। আজি কিছুমান দিনৰপৰা পনীয়া সোণ তেলৰ পুঙৰ উহ বিচাৰি আই অসমীৰ বুকু ভেদ কৰি অ'ত-ত'ত মাটি খান্দি ফুৰাৰ ব্যাপক প্ৰচেষ্টা এটা চলোৱা হৈছে, কিন্তু মাটিৰ তলত পোত গৈ থকা অসমৰ প্ৰাচীন সভ্যতা, প্ৰাচীন নগৰৰ ধ্বংসাৱশেষ আদি খান্দি উলিওৱাৰ ফালে হলে কাৰো কাণসাৰেই হোৱা নাই। আমাক আজি ধন-সোণহে লাগে, তেল-নাগমাটিহে লাগে, প্ৰাচীন সম্পদ নেলাগে, প্ৰাচীন গৌৰৱ নেলাগে। প্ৰাগজ্যোতিষপুৰ, শোণিতপুৰ, ডিমাপুৰ,

খাচপুৰ, কুণ্ডিল, জয়পুৰ, বৰদোৱা আদি অতীত স্মৃতিবিজড়িত পুৰণি ঠাইবোৰৰ কথা আমাক আজি কোনে কৈ শুনাব?

মাটিৰ তলৰ কথা এৰি দিয়ো মাটিৰ ওপৰত যিবোৰ দৌল-দেৱালয়, মৈদাম ধ্বংসাৱশেষ আছে সেইবোৰকে বা ধ্বংসৰ হাতৰপৰা ৰক্ষা কৰিবলৈ কি চেষ্টা চলিছে? এই সম্পৰ্কত কাম কৰিবলৈ ভাৰত চৰকাৰৰ তলত সুকীয়া বিভাগ এটাও আছে আৰু আন আন ৰাজ্যত সেই বিভাগে প্ৰচুৰ অৰ্থ ভাঙি উল্লেখযোগ্য প্ৰশংসনীয় কামো কৰিছে। তাৰ তুলনাত অসমৰ বেলিকা এই বিভাগটোৱে যথোচিত দৃষ্টি দিছে বুলি আমি প্ৰমাণ পোৱা নাই। নহলেনো সিদিনা আহোম স্বৰ্গদেউসকলৰ চৰাইদেও মৈদামত স্মৃতি-তৰ্পণ আগবঢাবলৈ গোট খোৱা ৰাইজে স্বৰ্গদেউসকলৰ মৈদাম চৰকাৰে ধ্বংসৰ মুখৰপৰা ৰক্ষা কৰিব লাগে বুলি প্ৰস্তাৱ এটা লবৰ আৱশ্যক হয় কিয়? আমি ভাবোঁ ভাৰত চৰকাৰৰ পুৰণি স্মৃতি সংৰক্ষণৰ বিভাগটোৰ দ্বাৰা অসমতো ভাল কাম হব লাগে আৰু আমিও হোৱাব পাৰিব লাগে।

ইতিপূৰ্ব্বে আলচ কৰা বিভাগবোৰ বাদ দি এতিয়া আমি আমাৰ বৰ্ত্তমান সাহিত্যৰ কবিতা, চুটি গল্প, উপন্যাস, নাটক আদি সৰ্ব্বজনপ্ৰিয় বিভাগবোৰৰ বিষয়ে দুই একেষাৰ কব খুজিছোঁ। আজিকালি এইবোৰৰ সপক্ষে কলেও লেঠা, বিপক্ষে কলেও বিপদ। একো নকব

বৰ্ত্তমান সাহিত্য

পৰা হলেই অৱশ্যে ভাল পালোঁহেঁতেন কিন্তু সভাত থাকি নেমাতে উচিত, দোষে পায় কিঞ্চিৎ কিঞ্চিৎ। সেই কাৰণেহে কিছু কথা কোৱাৰ আৱশ্যক হৈছে বুলি ভাবিছোঁ। প্ৰথমতে কবিতাৰ কোঠালীতে ভুমুকি এটা মাৰি চাওঁ। পুৰণি ৰীতিৰে লিখা কবিতাবোৰক স্থানচ্যুত কৰি সম্প্ৰতি নতুন ধৰণৰ এবিধ কবিতা-সৃষ্টিৰ ব্যাপক প্ৰচেষ্টা এটা চলোৱা দেখা গৈছে। 'জোনাকী যুগ'ত ৰোমাণ্টিক কবিতাৰ ধল নমাই অনাৰ নিচিনাকৈ এইবিধ কবিতাৰ ৰচনা আৰু গঠনৰীতিও ইংৰাজী-সাহিত্যৰপৰা আমদানি কৰা হৈছে। এইশ্ৰেণী কবিতা আধুনিক কবিতা নামেৰে চলাই দিয়া হৈছে যদিও দৰাচলতে ইয়াঁক ইলিয়টী কবিতা বুলি কলেহে খেও খাব যেন লাগে—কিয়নো আজিৰ যুগত যিটো আধুনিক, দুদিনৰ পিছতে সি পুৰণি যে যাবই লাগিব। এই নতুন কবিতাৰ প্ৰৱৰ্ত্তক আৰু পৃষ্ঠপোষক বন্ধুসকলক আমি স্পষ্টভাৱে জনাই দিব খোজোঁ যে এইজন নতুন আলহীক তেওঁলোকে আমাৰ মাজলৈ আনি এডুখৰি ঠাই অতাই-পিতাই দিয়াত আমি সমূলি আতঙ্কিত হোৱা নাই আৰু হবৰ কাৰণো নাই। কবিতাৰ ক্ষেত্ৰতেই হওক বা আন তেনে কোনো ক্ষেত্ৰতেই হওক, নতুন-পুৰণি, ৰোমাণ্টিক ইলিয়টী এইবোৰ বিষয় লৈ আৰু ইটোৰ লগত সিটোক ৰিজাই ভাঙৰ সৰু বিচাৰ কৰাৰ দলত আমি নাই। সাহিত্যৰ প্ৰকৃত কামলৈ নেওচা দি এনেবোৰ বাদ-বিসম্বাদ আৰু আত্মখৰিয়ালত প্ৰবৃত্ত হোৱাটো কেৱল অনুচিতেই নহয়, গৰ্হিত কাৰ্য্যও। এই তথাকথিত আধুনিক কবিতাবোৰ আজিকালি বহু পৰিমাণে ৰচিত হৈছে আৰু সেইবোৰ নিৰ্দ্দিষ্ট গণ্ডীৰ ভিতৰত প্ৰশংসিতও হৈছে। হওক, তাত আমাৰ চকু পোৱা নাই। ভাল বস্তু বা ভাল সৃষ্টি ভাল নোপোৱাটো মানসিক অসুস্থতাৰহে চিন। সিফালে আকৌ যি কোনো নতুন বস্তুকে

ভাল-বেয়া বাচবিচাৰ নকৰাকৈ বুকুৱ বান্ধে বুলি সাৰটি লোৱাটোত ৰুচি-বিকৃতিৰহে পৰিচয় পোৱা যায়।

সাহিত্য মানৱ মনৰ দাপোণ। মানৱ-সমাজ আৰু বাহ্যিক প্ৰকৃতিৰ প্ৰভাৱত মানৱ-মনত হোৱা প্ৰতিক্ৰিয়া প্ৰকাশ পায় সাহিত্যৰ মাজেদি। তথাপি একোটা বিশেষ পৰিবেশৰ মাজেদি একোজন সাহিত্যিকৰ সাহিত্যই গঢ লয়। পুস্তকলব্ধ জ্ঞানতকৈ ব্যক্তিগত উপলব্ধিৰ মূল্য বেছি। তেনেকৈ প্ৰথমটোৰ ভেটিত ৰচনা কৰা সাহিত্যতকৈ পাছৰটোৰ ভেটিত ৰচনা কৰা সাহিত্য বেছি মৰ্ম্মস্পৰ্শী আৰু মনোগ্ৰাহী হয়। বহিঃপ্ৰকৃতিৰ বিভিন্ন বিকাশৰ পাছফালে নিহিত থকা মূল সত্য এটা। উপলব্ধিৰ গভীৰতা যিমানেই বেছি হয়, সিমানেই এই মূল সত্যৰ ফালে যাব পাৰি। আনফালে মানৱ-সমাজ গঢ়ি উঠে মানৱ মনক ভেটি কৰি। মানৱ মনৰ অন্তৰ্নিহিত সত্য মূলত এক। উপলব্ধিৰ গভীৰতাই এই সত্য উপলব্ধিত সহয়তা কৰে। সেই কাৰণেই ঐকান্তিকতা আৰু গভীৰতা থাকিলে একোটা নিৰ্দ্দিষ্ট পৰিবেশৰ মাজতে একোটা বিশেষ সামাজিক আৰু প্ৰাকৃতিক প্ৰভাৱৰ মাজেদিয়েই বিশ্বজনীন আৰু যুগমীয়া সাহিত্য ৰচনা কৰা সম্ভৱ হয়। আমি যিথন সমাজত বাস কৰোঁ, চলন-ফুৰণ কৰি জীয়াই থাকোঁ, সেই সমাজৰ মানুহৰ জীয়া সমস্যাই যদি আমাক টনাব নোৱাৰে, আমি যি দেশৰ নদ নদী, চৰাই-চিৰিকতি, ধুনি-মাকতিৰ মাজত ডাঙৰ-দীঘল হৈছোঁ সেই দেশৰ সৌষ্ঠৱ, সৌন্দৰ্য্যই যদি আমাৰ সাহিত্যত প্ৰেৰণা যোগাব নোৱাৰে, যি আদৰ্শৰ পৰম্পৰাত আমাৰ মনোজগতৰ বিকাশ সাধন হৈছে সেই আদৰ্শত যদি আমি উদ্বুদ্ধ নহওঁ আৰু সাহিত্যত তাৰ প্ৰতিফলন নহয়, তেন্তে সেই সাহিত্যক আমাৰ নিজা সাহিত্য বুলি কবলৈ মন কোচ খাই যায়। সেই সাহিত্যই কোনো স্থায়িত্বও দাবী কৰিব নোৱাৰে। আমাৰ কবিতাৰ প্ৰেৰণা যোগাবলৈ যদি ভল্লা নহলে নহয়, নাৰী-সৌন্দৰ্য্যৰ বৰ্ণনা দিবলৈ যদি হেলেন-ক্লিয়পেট্ৰা নহলে নহয়, ৰত্নগৰ্ভা, অন্নদায়িনী, প্ৰাণ-দায়িনী মাতৃ বসুন্ধৰাক বন্ধ্যা পৃথিবী নুবুলিলে যদি পৃথিবীৰ প্ৰতি উপযুক্ত সম্বোধন নহয়, তেন্তে সেই কবিতাই, সেই সাহিত্যই আমাৰ মনত কি গভীৰ সাঁচ বহুৱাব? কবিতাৰ আধুনিক-পৌৰাণিক নাই, ৰোমাণ্টিক ইলিয়টী নাই। য'ত কবিতাৰ সম্মোহিনী গুণ আছে, সেয়ে কবিতা।

কবিতাত ৰসৰ সঞ্চাৰ হব লাগিব। ৰস অনুভূতিৰ বস্তু। কেৱল বুদ্ধিৰ চতুৰতাৰে ৰসৰ সৃষ্টি কৰিব নোৱাৰি। ৰস সৃষ্টি কৰিবলৈ উপলব্ধিৰ গভীৰতাৰ আৱশ্যক। গভীৰ উপলব্ধিৰেহে আনৰ প্ৰাণ স্পৰ্শ কৰিব পাৰি। সেয়ে নহলে সহজে নুবুজা কেইটামান শব্দ লগ লগাই তাকে কবিতা নাম দি প্ৰকাশ কৰিলেই সেইটো কবিতা হল বুলি কব নোৱাৰি। এজন সংস্কৃত কবিয়ে কৈছে,—

"কবিতা কোমলা বণিতা ৰসয়তি ৰসিকং ৰসেন মিলিতং।
যদি সা দুৰ্জ্জন হস্তে পতিতা প্ৰতিপদভগ্না সংশয়লগ্না॥"

অৰ্থাৎ কবিতা ৰচনা কৰিব ৰসিকে, কুমলী বনিতা মিলিব ৰসিকৰ লগত, অনুপযুক্ত দুৰ্জ্জনৰ লগত কুমলী বণিতাৰ মিলন হলে পদে পদে সংশয় উপস্থিত হয়। কবিতা আৰু আমাৰ মিলনো আতে শেষৰ ত্ৰিধ মিলনৰ দৰে নহয় সেই বিষয়ে সকলোৱে সতৰ্ক হব লাগে।

আজিকালি কবিতাত প্ৰয়োগ কৰা শব্দ খণ্ডবাক্য আদিও যথেমধে ব্যৱহাৰ কৰাত বহুত ভাল কবিতাৰ গাতো জটিলতা লম্ভা দেখা গৈছে। দুই এটা কবিতাত সম্পূৰ্ণ শিৰোনামাটোতে ইংৰাজী শব্দ এটা বা দুটা বহুৱাই বাইদেউৰ মুৰত চাহাবী হেট এটা পিন্ধোৱাৰ নিচিনা দৃশ্য একোটাৰো অৱতাৰণা কৰা দেখা গৈছে। বহু কবিতাত আৰু আন ৰচনাত আৱশ্যক নথকা সত্ত্বেও ইংৰাজী, বঙলা আৰু সংস্কৃত শব্দবোৰ ডালে-মূলে আনি ব্যৱহাৰ কৰাও হৈছে। বহু ক্ষেত্ৰত নতুন লিখকসকলে ব্যাকৰণৰ নিয়মকো নেওচা দিয়া দেখা যায়। এইদৰে নিজেই নিজৰ ভাষা-সাহিত্যৰ মৃত্যু ওচৰ চপাই আনিলে আমাক ৰক্ষা কৰিব কোনে?

এইবাৰ চুটি গল্পলৈ আহোঁ। এই ক্ষেত্ৰত অসমীয়া সাহিত্যৰ ব্যাপক প্ৰসাৰ হৈছে। কিতাপ আকাৰত বৰ বেছিকৈ ছপা হৈ নোলালেও আলোচনীৰ পাতত ভালেমান গল্প প্ৰকাশ হৈ ওলাইছে। নতুন লিখকসকলৰ উপৰিও দুই এগৰাকী পুৰণি গল্পলিখকেও কাপ চলাই আছে। শ্ৰীৰঘুনাথ চৌধাৰী, বাগ্মীবৰ শ্ৰীনীলমণি ফুকন, শ্ৰীলক্ষ্মীনাথ ফুকন আদিয়েও নিজৰ অভিজ্ঞতাৰঞ্জিত দুই এপাহ ফুল চুটি-গল্পৰ কৰণিত পেলাইছে। ন লিখকসকলৰ ভিতৰত দুই এজন ভাল লিখকো ওলাইছে আৰু মাজে-সময়ে কোনো কোনো গল্প পাঢ়ও আমি ভাল পাইছোঁ।

দুখৰ কথা এইটোহে যে গল্পবোৰৰ বুজন সংখ্যা এটাত কেৱলমাত্ৰ কামলিপ্ত ডেকা-গাভৰুৰ চঞ্চল মনৰ অভিব্যক্তি আৰু যৌন-আবেদনৰ নঙঠা ছবি অঁকাৰ এটা উৎকট প্ৰতিযোগিতা দেখা যায়। সমূলিকৈ গাত কথা নলগা কামনাবিলাসী ডেকা-গাভৰু কিছুমানৰ খন্তেকীয়া যৌন আকৰ্ষণৰ বাহিৰে আমাৰ আৰু সাহিত্যৰ সম্ভাৰ একো নাই জানো? মানুহৰ মনত জানো তাৰ বাহিৰে আৰু অন্য ভাব নাই? সমাজত আমাৰ জানো আৰু অন্য সমস্যা নাই যাক লৈ গল্প ৰচনা হব পাৰে? এই গল্পলিখকসকলক সুধিলে তেওঁলোকে নিজকে বাস্তৱবাদী বুলি একেষাৰেই কব। কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁলোকে যৌন-প্ৰবৃত্তিৰ বাহিৰে জগতত আন একো নেদেখে। তেওঁলোকৰ গল্পত ডেকা এজনে ৰেলত ভ্ৰমণ কৰোঁতে, এজনী গাভৰুৰ লগত চা-চিনাকি হৈ এটা যৌন-পৰিবেশৰ সৃষ্টি কৰিবই লাগিব। নহলেবা এজনী বিয়া কৰোৱা গাভৰু তিৰোতাই পূৰ্ব্ব-পৰিচিত এজন ডেকা বন্ধুৰ আগত যৌন-আবেদন কৰিবই লাগিব— নহলে যেন সি গল্পই নহয়। তাৰ বাহিৰেও কোনো কোনো লিখকে যৌন-পৰিবেশৰ বৰ্ণনাৰ ক্ষেত্ৰত অনুপাত-জ্ঞান হেৰুৱাই পেলোৱাও দেখা যায়। বিশেষকৈ, যৌন-পৰিবেশৰ অতিৰিক্ত বৰ্ণনা দিয়াত তেওঁলোক সিদ্ধহস্ত। কামোন্মত্ত ডেকা-গাভৰুৰ যৌনক্ৰিয়াবিলাকৰ প্ৰত্যেক পৰ্য্যায়ৰে নঙঠা ছবি আঁকি তেওঁলোকে পৰম তৃপ্তি লাভ কৰা দেখা যায়। তেওঁলোকে যৌন-জীৱনৰ ৰঙচঙীয়া ছবি আঁকি পাঠকৰ মনত কামভাৱৰ উদ্ৰেক কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। সাহিত্যত যৌন-আবেদনৰ সপক্ষে যুক্তি দিবলৈ অৱশ্যে পাশ্চাত্য সাহিত্যৰ পৰা ভালেমান উদাহৰণ দিব পাৰি। কিন্তু প্ৰাচ্য আৰু পাশ্চাত্য আদৰ্শ আৰু ভাৱধাৰাৰ মাজত থকা পাৰ্থক্যৰ কথা পাহৰি যোৱা উচিত নহয়। পাশ্চাত্য সাহিত্য, সমাজ, আদৰ্শ পাশ্চাত্য

ভাৱধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। পাশ্চাত্য সমাজৰ আচাৰ-নীতি, চলন-ফুৰণ, ভাবগতি প্ৰাচ্য সমাজৰ লগত নিমিলে। গতিকে তেওঁলোকৰ আৰ্হিৰে আমাৰ সাহিত্য গঢ়িবলৈ বিচাৰিলে সেই সাহিত্যই আমাৰ প্ৰাণ স্পৰ্শ কৰিব নোৱাৰে, মনত গভীৰ আনন্দৰ সৃষ্টি কৰিব নোৱাৰে। এই ক্ষেত্ৰত পুৰণি অসমীয়া আৰু সংস্কৃত সাহিত্যৰ পৰাও উদ্ধৃতি আনি সাহিত্যত যৌন-আবেদনৰ সপক্ষে যুক্তি দিয়াৰ চেষ্টা কৰাও দেখা যায়। কিন্তু এটা কথা মন কৰিব লাগিব যে পুৰণি সাহিত্যত যৌন-আবেদনৰ চিত্ৰ অঙ্কিত হলেও সাধাৰণতে সি মুখ্য স্থান অধিকাৰ কৰা নাই, গৌণ স্থান মাত্ৰ অধিকাৰ কৰি আছে। যি সাহিত্য যৌন-সৰ্ব্বস্ব, যৌন-জীৱন অঙ্কিত কৰাৰ বাহিৰে যি সাহিত্যৰ অন্য উদ্দেশ্য নাই, তেনে সাহিত্যৰ লগত প্ৰাচীন সাহিত্যৰ তুলনা নেখাটে। উদাহৰণ স্বৰূপে 'হৰমোহন'ত এফালে যেনেকৈ কামোন্মত্ত মহাদেউৰ উলঙ্গ চিত্ৰ অঁকা হৈছে, আনফালে আকৌ কামিনী নাৰীৰ পৰা দূৰত থাকিবলৈ সাৱধান বাণীও শুনাই থৈছে :—

"ঘোৰ নাৰী মায়া সৰ্ব্ব মায়াতে কুৎসিত।
মহা সিদ্ধ মুনিৰো কটাক্ষে মোহে চিত্ত॥
দৰশনে কৰে তপ-জপ-যোগ ভঙ্গ।
জানি জ্ঞানীগণে কামিনীৰ এৰে সঙ্গ।"

দৰাচলতে কামিনী নাৰীৰ কাম-জাল যে কিমান ভয়াবহ, কিমান কুৎসিত, তাকে প্ৰতিপন্ন কৰাটোহে 'হৰমোহন'ৰ উদ্দেশ্য যেন লাগে। গতিকে প্ৰাচীন সাহিত্যৰ উদাহৰণ দেখুৱাই সমাজৰ লগত খাপ নোখোৱা, জীৱনৰ লগত সম্বন্ধ নথকা কিছুমান অবাস্তৱ আৰু অশ্লীল ছবি আঁকি সাহিত্য সৃষ্টি কৰিলে তাৰ পৰা সমাজৰ উপকাৰ নহৈ অপকাৰহে হবলৈ বাধ্য। তদুপৰি আমি চাব লাগিব যে মহাদেউৰ আৰ্হি লৈ সকলোৱে বিহ খাই নীলকণ্ঠ হব নোৱাৰে। প্ৰতিভাশালী লিখকসকলে যি কোনো সমস্যাকে হাতত লৈ খুৰৰ সাঁকোৰেও বগাই যাব পাৰে। যৌন-আবেদনমূলক কথাবোৰো তেওঁলোকে দক্ষতাৰে বৰ্ণাই যাব পাৰে—গাত অশ্লীলতাৰ ধুলি-বালি নলগাকৈ। সেই একে কথাকে আমাৰ নিচিনা অসমীয়া মানুহে বৰ্ণাবলৈ হলে নিজে আৰু আনকো কাম-ভাবৰ পেঁকপানীত লুতুৰি-পুতুৰি কৰাৰ বাহিৰে আন বেছি একো হব নোৱাৰে।

চুটি গল্পৰ কথা শেষ কৰি নাট-সাহিত্যৰ ফালে চকু ফুৰাই চাওঁ আহক। অসমীয়া নাটৰ বহু শতাব্দী জোৰা স্বকীয়া দীঘল বুৰঞ্জী আছে আৰু আজি আমাৰ আগত এই নাট-ভাওনা সম্পৰ্কেও ন ন সমস্যাই জুমুৰি দি ধৰিছে। 'অসমৰ নাট্য-জগৎ' সম্পৰ্কে ইতিপূৰ্ব্বে আন ঠাইত আমি অলপ বহলাই আলোচনা কৰিছিলোঁ৷ আৰু ইয়াক পুথিৰ আকাৰত বাইজৰ আগত দাঙি ধৰিবলৈ ইচ্ছা এটাও মনত পুহি ৰখা হৈছে। সেইবাবে আজি কেৱল চমুকৈ দুই এটা নাটঘৰীয়া আহকাল আৰু এই বিষয়ে সাহিত্যিক আৰু সুধীবৃন্দৰ কৰ্ত্তব্য সম্পৰ্কে অলপ কথাহে কব খুজিছোঁ।

প্ৰথমতে ভাবি চাওক, আমাৰ অসমৰ পুৰণি নাটশালবোৰৰ আজি কেনে পানীত হাঁহ নচৰা বিলৈ হৈছে। চৰকাৰে সহায়-হাত আগবঢ়াব খোজাতো অৱস্থাৰ উন্নতি হোৱা নাই কিয় ? দেশত শিক্ষিত ডেকা-গাভৰুৰ সংখ্যা বাঢ়িছে, নাটামোদী ৰাইজৰ সংখ্যা বাঢ়িছে, তথাপি এনে অৱস্থা হৈছে কিয় ? অসম সঙ্গীত-নাটক একাডেমীৰ নাটক বিভাগটো পঙ্গু হৈ আছে কিয় ? নগাঁৱত পাতিব খোজা জাতীয় নাট্যশালটো এতিয়াও তুলাপাততে জঁয় পৰি যাবলগীয়া হৈছে কিয় ? সহ-অভিনয়ে অসমীয়া নাট্যমঞ্চৰ অগ্ৰগতিত হেঙাৰ স্বৰূপ হৈছে কিয় ? আকৌ তাহানিৰ দৰে অনুবাদিত নাটৰ ধল নামিছে কিয় ? ই মাথোন কেইটামান প্ৰশ্ন। ইয়াৰ সমিধান আৰু সমাধানৰ ভাৰ কোনে লয় লওক। কেৰোণবোৰ, জেং-জাবৰবোৰ গুচাই লৈ অৱস্থা চাই ব্যৱস্থা কৰিবলৈ সাজু হওক।

এইবাৰ সাহিত্যৰ আৰু এটা ডাঙৰ বিভাগ—উপন্যাসৰ বিষয়ে অলপ টলকি চাওঁ। ভাৰতীয় সাহিত্যত উপন্যাসৰ জন্ম হবৰ বেছি দিন হোৱা নাই, অৱশ্যে ইতিমধ্যে বহু শাখা-প্ৰশাখা মেলি এই বিভাগটোৱে সাহিত্যৰ ৰহঘৰত ভালদৰে থিতাপি লৈছে আৰু প্ৰচুৰ পৰিমাণে জনপ্ৰিয়তাও অৰ্জ্জন কৰিছে। আমাৰ অসমীয়া সাহিত্যতো 'অৰুনোদই'ৰ পোহৰত অনুদিত 'জাত্ৰিকৰ জাত্ৰা' ছপা হৈ ওলায়। ডাঃ গাৰ্ণিয়ে 'কামিনীকান্ত' আৰু পদ্মাৱতী দেৱী ফুকননীয়ে 'সুধৰ্ম্মাৰ উপাখ্যান' লিখি অসমীয়া সাহিত্যত উপন্যাসৰ পাতনি মেলে। 'জোনাকী' যুগত বেজবৰুৱা, গোহাঞীবৰুৱা আদিয়েও 'পদুম কুঁৱৰী', 'ভানুমতী' আৰু 'লাহৰী' ৰচনা কৰি অসমীয়া সাহিত্যত উপন্যাসৰ থাপনা পাতে। কিন্তু দৰাচলতে ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াইহে 'মিৰি-জীয়ৰী', 'মনোমতী' আদি কেইবাখনো জাকত জিলিকা অসমীয়া উপন্যাস উলিয়াই অসমীয়া সাহিত্যত উপন্যাসৰ ভেটিটো সুপ্ৰতিষ্ঠিত আৰু গজগজীয়া কৰি তোলে। সেয়ে হলেও আজি কেইবছৰমান আগলৈকে অসমীয়া উপন্যাসৰ সংখ্যা বৰ বেছি আৰু আশানুৰূপ আছিল বুলি কব পৰা নেযায়। এখন শকত পঢ়ুৱৈ সমাজ গঠন কৰি জাতীয় সাহিত্যৰ প্ৰসাৰ আৰু শ্ৰীবৃদ্ধি-সাধনত উপন্যাসে যে আগস্থান লব পাৰে এই কথাত সন্দেহৰ থল নাই। আমাৰ ডেকা সাহিত্যিক বন্ধুসকলে এই কথাটো বিশেষভাবে উপলব্ধি কৰিব পাৰিছে বুলি অনুমান হয়। তাৰ সুফল স্বৰূপে বৰ্ত্তমানে দুই এক পুৰণি লিখকৰ উপৰিও ন ন সাহিত্যিক উপন্যাসৰ ক্ষেত্ৰলৈ আগবাঢি আহিছে—হাতত ন ন অৰিহণা লৈ। আগৰ তুলনাত বছৰে বছৰে আমাৰ সাহিত্যত উপন্যাসৰ সংখ্যাও বৃদ্ধি হব লাগিছে। ই নিঃসন্দেহে এটা শুভ লক্ষণ। এই উপন্যাসবোৰৰ সম্যক সমালোচনা বা দোষ-গুণ বিস্তাৰিতভাবে ফঁহিয়াই চোৱাৰ সময় নৌ এখোন। সমাজ আৰু ব্যক্তিৰ পক্ষে বিশেষভাৱে অহিতকৰ কোনো কথা নেথাকিলে এইবোৰক আদৰি লোৱাত আমাৰ আপত্তি নেলাগে। আমি আশা কৰোঁ, চুটি গল্পৰ দৰে উপন্যাসৰ ক্ষেত্ৰতো লিখকসকলে যেন অলপ সংযতভাবে হাতত কাপ তুলি লয়। সমাজৰ হুবহু ছবি শিল্পীসুলভ মনোবৃত্তিৰে অঙ্কন কৰি পঢ়ুৱৈৰ মনত দ সাঁচ বহুৱাব পৰা এটা সুস্থ সবল জাতিগঠনৰ দৃষ্টিভঙ্গীৰপৰা ৰচনা কৰা উপন্যাস আমাক লাগে, বহুত লাগে।

সাহিত্যিক জাতিৰ খনিকৰ। জাতি গঠন কৰাত, জাতীয় চৰিত্ৰ গঢি তোলাত সাহিত্যিক যথেষ্ট বৰঙণি যোগাব পাৰে, যোগোৱা উচিতো। একমাত্ৰ ৰস সৃষ্টি কৰাই সাহিত্যিকৰ কাম নহয়। ওপৰতে কৈ আহিছোঁ, পাশ্চাত্য আদৰ্শৰ লগত প্ৰাচ্য আদৰ্শৰ মিল নাই। পাশ্চাত্য সভ্যতা বস্তুবাদী ( materialistic ) কিন্তু প্ৰাচ্য সভ্যতা ভাববাদী ( idealistic )। পাশ্চাত্য সভ্যতাৰ লক্ষ্য দৈহিক সুখ-শান্তি আৰু ঐহিক সুখ-সম্ভোগ। কিন্তু প্ৰাচ্য সভ্যতাৰ সেইটো মূল লক্ষ্য নহয়। দৈহিক সুখ-শান্তিতকৈ মানসিক আৰু আত্মিক সুখ-শান্তি প্ৰাচ্য দৃষ্টিভঙ্গীত শ্ৰেয়। ঐহিক সুখ-সম্ভোগতকৈ পাৰত্ৰিক আনন্দৰ মূল্য অধিক। সেই বুলি ঘৰ-সংসাৰ এৰি হিমালয়লৈ গৈ ভোৰতাল কোবাই বহি থাকিবলৈ ক'তো কোৱা নাই। গীতাৰ ধৰ্ম সংসাৰৰ মাজত থাকি পালন কৰা বৈৰাগ্যহে। অৰ্থাৎ মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধন কৰাটোহে প্ৰাচ্য দৰ্শনৰ মুখ্য কথা। গতিকে পাশ্চাত্য আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত, পাশ্চাত্য সমাজৰ বস্তুবাদী মনোভাবেৰে ৰচনা কৰা সাহিত্যই আমাৰ প্ৰাচ্য সংস্কাৰাবদ্ধ পাঠকবৰ্গৰ মনত দ সাঁচ বহুৱাব নোৱাৰে। সি আমাৰ জাতীয় সাহিত্য হব নোৱাৰে। জাতীয় সাহিত্য ৰচনা কৰিবলৈ হলে সাহিত্যিকে সমাজৰ নাড়ীজ্ঞান কৰিব পাৰিব লাগিব। গল্প, প্ৰবন্ধ, কবিতা, উপন্যাস, সকলো ক্ষেত্ৰতে সাহিত্যিকে সমাজত কি আছে তাক ফটফটীয়াকৈ দেখুওৱাৰ লগে লগে সমাজক কি লাগে, তাকো দেখুৱাব পাৰিব লাগিব। গঠন-মূলক দৃষ্টিভঙ্গীৰে এনেধৰণে সাহিত্য ৰচনা কৰিব লাগিব যাতে পাঠকে বুজি পায় সি তেওঁৰ প্ৰাণৰ কথা, তেওঁৰ আশা-আকাঙ্ক্ষাৰ প্ৰতীক, তেওঁৰ সমাজৰেই অভিব্যক্তি। আজি কুৰিশতিকাৰ জ্ঞান-বিজ্ঞানৰ যুগত আমি কোনেও ঘৰৰ ভিতৰত দুৱাৰ-খিৰিকী জপাই এলান্ধুকলীয়া মনোবৃত্তি লৈ থাকিব নোৱাৰোঁ। মহাত্মা গান্ধীয়ে কোৱাৰ নিচিনাকৈ আমাৰ ঘৰৰ দুৱাৰ-খিৰিকীবোৰ এনেভাবে মেলি ৰাখিব লাগিব যাতে বাহিৰৰ জগতখনৰপৰা পোহৰ তাত অনায়াসে সোমাব পাৰে, কিন্তু লগতে এই বিষয়েও সজাগ থাকিব লাগিব যেন ধুমুহা-বামাৰলীয়ে মূল ঘৰৰ চাল-বেৰ মূধচ উৰুৱাই নি গিৰিহঁতক গছৰ তলত থাকিবলগীয়া নকৰে। ৱৰ্ডছৱৰ্থৰ 'স্কাইলাৰ্ক' চৰাই-জনীৰ নিচিনাকৈ আমাৰ সাহিত্যিক শিল্পীসকল উৰি যাব লাগিব ওপৰলৈ—বহু ওপৰলৈ। কিন্তু সকলো সময়তে মনত ৰাখিব লাগিব নিজৰ লক্ষ্যলৈ—অসমী আইৰ বুকুত খেৰ-বাঁহেৰে সজা নিজৰ টোকোৰা পঁজাটোলৈহে।

"Type of the wise who soar but never roam—
True to the kindred points of heaven and home"

সাহিত্যৰ আন এটা লাগতিয়াল বিভাগ হৈছে শিশু-সাহিত্য। সাহিত্যিকসকলৰ ভিতৰত শিশু সাহিত্যৰ বৈদী ৰচনা কৰোঁতাসকলৰ ভূমিকা অধিক গুৰুত্বপূৰ্ণ। সাহিত্য-কাননত পাৰিজাত ফুলবোৰ একে দিনে বা কম সময়তে নুফুলে। গুটিৰপৰা পুলি হয়। পুলিৰপৰা গছ হয়। গছৰপৰা ফুল হয়। উপযুক্ত সময়ত সাৰ-পানী যোগাই ওচৰৰ ঘাঁহ-বন চিকুণাই দিলেহে লহপহকৈ বাঢি সময়ত ফুলগছবোৰে পৰিপূৰ্ণতা লাভ কৰি চকু জুৰোৱা ৰূপেৰে,

আমোলমোলোৱা গোন্ধেৰে জগত মুহিব পাৰে। দেশৰ শিশুসকলেই হৈছে এই ফুল-পুলি। প্ৰত্যেকটো পুলিৰ ভিতৰতে আছে ভৱিষ্যতৰ বিৰাট সম্ভাৱনা। এই দেৱশিশুবিলাকক যথোপযুক্তভাৱে লালন-পালন কৰি উপযুক্ত সুস্থ পৰিৱেশৰ মাজতে পৰিবৰ্দ্ধিত হবলৈ সুবিধা দি তেওঁলোকৰ অন্তৰ্নিহিত দেৱদত্ত সম্ভাৱনাবোৰ বীজতে যাতে শুকাই নেযায়, দুপাততে যাতে মৰহি নেযায়, কলিতে যাতে লেৰেলি নেযায়, সেই বিষয়ে সৰ্ব্বতোভাৱে যত্ন লোৱাটো সমাজৰ আৰু দেশৰ কৰ্ত্তব্য। এই বিষয়ে সমাজৰ সকলোৰে দায়িত্ব আছে। প্ৰথমতে শাসক আৰু শিক্ষাৰ গুৰিয়ালসকলে সকলো প্ৰকাৰ সা-সুবিধা দি উপযুক্ত পৰিৱেশ সৃষ্টি কৰিব লাগিব। অভিভাৱক-অভিভাৱিকাসকলে সহায়ৰ হাত আগবঢ়াব লাগিব। দায়িত্ব সকলোতকৈ বেছি হৈছে শিক্ষক-শিক্ষয়িত্ৰীসকলৰ আৰু সাহিত্য-শিল্পীসকলৰ। স্বৰ্গীয় ফুলনিখনৰ এওঁলোকেই হৈছে মালী। সেই কাৰণে শিক্ষকসকলে ফুল-পুলি আপভাল কৰাৰ নিচিনাকৈ শিশুসকলৰ মৰম-চেনেহৰ মাজেদি সিহঁতৰ অন্তৰত জ্ঞানৰ কঠীয়া কৰ লাগিব। সাহিত্যিকসকলে শিশুমনৰ উপযোগী তৰহে তৰহে মুখৰুচিকৰ খাদ্যৰ যোগান ধৰি সিহঁতক শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক বলত হৃষ্টপুষ্ট বলিষ্ঠ কৰি তুলিব লাগিব। বুঢ়া শালিকাই সহজে মাত নলয়, ললেও সি কষ্টসাধ্য আৰু কম ফলদায়ক। শিশুৰ বিষয়ত এই কথা নেখাটে, কিয়নো শিশুৰ মনত জ্ঞানৰ গুটি সিঁচিলে তাৰপৰা এগুণত এশগুণ বৃদ্ধি আশা কৰিব পাৰি। এই কথা দুখেৰে স্বীকাৰ কৰিব লাগিব যে আমাৰ অসমীয়া সাহিত্যত আন বিষয়ত অলপ-অচৰপ আগবাঢ়িলেও শিশু-সাহিত্যৰ বিভাগটো এতিয়াও টনকিয়াল হোৱা নাই। আমাৰ খোজ মন্থৰ গতিৰ হ'লেও বৰ্ত্তমান যুগৰ জগতখন বৰ তীব্ৰ গতিৰে আগবাঢ়ি যাব লাগিছে। নিতৌ ন ন অলেখ চমকপ্ৰদ আৱিষ্কাৰৰ উপৰিও অলপতে বিজ্ঞানে আকাশত কেচুৱা জোন ওপজাই সকলোৰে মনত অদ্ভুত বিস্ময়ৰ সঞ্চাৰ কৰিছে। জ্ঞান-বিজ্ঞানৰ এনে যুগসন্ধিত জন্ম লাভ কৰা শিশুসকলৰ মনৰ পৰিধি আগৰ শিশুসকলতকৈ বহু বেছি আহলবহল হোৱাটো স্বাভাৱিক। এই উন্নত মানসিক অৱস্থাৰ শিশুসকলৰ মনত খাপখোৱাকৈ কি প্ৰণালীৰে সাহিত্য ৰচনা কৰি সিহঁতক সন্তুষ্ট কৰিব পাৰি সেই বিষয়ে নিৰাকৰণ কৰাটো উজু কথা নহয়। এই বিষয়ে অৱশ্যে আমাৰ দেশাধিকাৰ-সকলে নভবাকৈ থকা নাই। এতিয়ালৈকে চাৰিবাৰ কেন্দ্ৰত শিশু-সাহিত্যৰ পুথিৰ প্ৰতিযোগিতা পতা হৈছে। আমাৰ ৰাজ্য-চৰকাৰেও অলপতে শিশু-সাহিত্যশালা এখন পাতি থনচেৰেক শিশুৰ উপযোগী পুথি যুগুত কৰিছে। শ্ৰীগৌৰীকান্ত তালুকদাৰদেৱৰ সম্পাদনাত ওলোৱা শিশু-আলোচনী 'দীপকে'ও আজি পাঁচ বছৰে আমাৰ শিশুসকলৰ মানসিক খাদ্যৰ যোগান ধৰিবলৈ চেষ্টা কৰি আহিছে। ইয়াৰ উপৰিও জনচেৰেক শিশু-কল্যাণকামী লোকে ব্যক্তিগত প্ৰচেষ্টাৰে আমাৰ শিশু-সাহিত্যৰ উন্নতি সাধিবলৈ একাণপতীয়াভাৱে লাগি আছে। এইবোৰ নিশ্চয় প্ৰশংসনীয় কাম। তথাপি অভাব আৰু সমস্যাৰ গুৰুত্বলৈ চাই এই বিষয়ত আমি এতিয়াও কৰিবলগীয়া কাম ভালেমান আছে। শিশু-বিশ্বকোষ এখনৰ কামো অচিৰে হাতত লবলগীয়া হৈছে।

শিশু-সাহিত্যৰ লগতে আমাৰ পাঠ্যপুথি সম্পৰ্কতো আধাৰচেৰেক কোৱাটো উচিত হব যেন পাওঁ। তলৰ পঢ়াশলীয়া স্তৰৰপৰা ওপৰৰ বিশ্ববিদ্যালয় স্তৰলৈকে এই বিষয়ে জনসাধাৰণৰ এটা অসন্তুষ্টিৰ ভাব আমি লক্ষ্য কৰিছোঁ। ক'ত কি কেৰোণে ধৰিছে আৰু কোনখিনিত পঁয়া লাগিছে সেই বিষয়ে আমি বিতং আলোচনা কৰিব নোখোজো। ধন্বন্তৰী হৈ জাবিফুকি ৰোগৰ উপশম ঘটাবলৈ শকতিও আমাৰ নাই। সংশ্লিষ্ট কৰ্তৃপক্ষই ইচ্ছা কৰিলেই অনায়াসে ভূত জাৰিব পাৰে। আমি বিচাৰোঁ—এনে পাঠ্যপুথি বাছনিত উঠিব লাগে যিবোৰ পঢ়ি শিকাৰুৱে নিভুৰ্লভাৱে ভাষাৰ ব্যৱহাৰিক ফালটো শিকিব পাৰে আৰু সেই পুথি পঢ়ি তেওঁলোকৰ ভাষাৰ প্ৰতি, সাহিত্যৰ প্ৰতি, নিজৰ দেশৰ প্ৰতি, জাতীয় চৰিত্ৰ গঠনৰ প্ৰতি অনুৰাগ বাঢ়ে। এই কথা অপ্ৰিয় হলেও স্বীকাৰ কৰিব লাগিব যে অসমীয়া সাহিত্যৰ বহুখিনি পাঠ্যপুথিয়ে অন্ততঃ দ্বিতীয় উদ্দেশ্যটো সম্পূৰ্ণভাৱে সাধন কৰিব পৰা নাই। ইয়াৰ প্ৰতিকাৰ বাঞ্ছনীয়।

সি যিকি নহওক, পাঠ্যপুথি আৰু পুৰণি সাহিত্যৰ পুথিবোৰ বাদ দিলে আমাৰ সাহিত্যৰ বৰ ভঁড়ালটোত সৰ্ব্বসাধাৰণ ৰাইজক সন্তুষ্ট কৰিব পৰা পুথিৰ সংখ্যা বৰ বেছি নহব। সাহিত্যৰ সৰ্ব্বাঙ্গীন উন্নয়ন কৰিব খুজিলে নানা তৰহৰ পুথিৰ প্ৰয়োজন। আমাৰ প্ৰাচীন কবিসকলে তেওঁলোকৰ লিখাবোৰ যাতে জনমুখী আৰু জনকল্যাণকামী হয় সেই উদ্দেশ্যকে লৈ তেওঁলোকে নানান পুথি অসমীয়ালৈ ভাঙিছিল। সেইবোৰ বিশেষভাৱে সৰবৰহীও হৈছিল। প্ৰাচীন কবিসকলে বেছি ভাগ পুথিকেই ধৰ্ম্মপ্ৰচাৰৰ উদ্দেশ্যে ৰচনা কৰিছিল যদিও তেওঁলোকে শুনোতা আৰু পঢ়োতাৰ ধাতু বুজি পাইছিল। আজি আমাৰ দেশত শিক্ষাৰ বহল প্ৰচলন হোৱাৰ লগে লগে সকলো স্তৰতে লিখা-পঢ়া জনা মানুহৰ সংখ্যা আগতকৈ বহু গুণে বাঢ়িছে আৰু সেই কাৰণে আগতকৈ পুথি-পাঁজিও লগা হৈছে অধিক পৰিমাণে। পূৰ্ব্ববঙ্গৰ অগণন লোক আহি আমাৰ দেশত থিতাপি লৈছে। সেইসকলৰ লৰা-ছোৱালীবিলাকে পঢ়াশালিত অসমীয়া পঢ়িছে। ভাঙৰেও অসমীয়া পুথি, বাতৰি কাকত আদি আদৰি লৈছে। এওঁলোকক নিজা ৰুচি অনুযায়ী ভাল ভাল অসমীয়া কিতাপৰ যোগান ধৰাটো আমাৰ কৰ্ত্তব্য নহয় নে? দুখৰ বিষয়, তেনে সহজ অসমীয়া কিতাপ আমাৰ ভাষাত বৰ বেছি ওলোৱা নাই। অসম জনশিক্ষা বিভাগে প্ৰকাশ কৰা আৰু চৰকাৰী সাহিত্য-শালাৰ উদ্যোগত এনে পুথি খনচেৰেক অৱশ্যে ওলাইছে। সম্প্ৰতি সহজ সৰল ভাষাত লিখা পুথি প্ৰকাশ কৰাৰ উপৰিও অসম সামাজিক শিক্ষা-বিভাগে জনসাধাৰণৰ উপযোগী 'জনশিক্ষা' নামে দুমহীয়া আলোচনী এখন (শ্ৰীনিৰ্ম্মলেশ্বৰ শৰ্ম্মা সম্পাদিত) প্ৰকাশ কৰিছে। আলোচনীখন ঘাইকৈ আমাৰ গঞা ৰাইজৰ ভিতৰতে সীমাবদ্ধ হলেও সুখৰ বিষয়—নেফা অঞ্চলৰ আবৰ মিচিমি আদি জনজাতীয় ছাত্ৰয়ো আলোচনীখনত লিখিবলৈ আৰম্ভ কৰিছে। দেশত সামাজিক শিক্ষা প্ৰচাৰ কৰাৰ উপৰিও আলোচনীখনে পৰ্ব্বত-ভৈয়াম সম্প্ৰীতিত অলপ অচৰপ বৰঙণি যোগাব পাৰিছে বুলি আমাৰ বিশ্বাস। আমাৰ খ্যাতনামা লিখকসকলেও এনেবোৰ সাহিত্য সৃষ্টিৰ ফালে চকু দিব লাগে। তেওঁলোকে যেন মনত ৰাখে, কেৱল কবিতা, চুটি গল্প, উপন্যাসৰ দ্বাৰাই সাহিত্যৰ বিৰাট

বপু সৃষ্টি হব নোৱাৰে। তলৰপৰা ওপৰলৈকে, লৰাৰপৰা বুঢ়ালৈকে, ন-শিকাৰুৰপৰা পুৰণি শিকাৰুলৈকে, ইংৰাজী জনা লোকৰপৰা নজনা লোকলৈকে আমাক সকলোৱে মনৰ বহুমুখী জ্ঞান-বিকাশৰ ক্ষুধা নিবাৰণ কৰিবলৈ সকলো বিধৰ ভাল সাহিত্য লাগে। ৰজা আৰু ৰাইজ, আধুনিক-পুৰণি, জাতি-বৰ্ণ-নিৰ্ব্বিশেষে সকলো শ্ৰেণীৰ সাহিত্যিকৰ সমূহীয়া প্ৰচেষ্টা লাগে। তেতিয়াহে আই-মাতৃৰ দলৰ কলচী দূৰ-দূৰণিৰপৰা জিলিকি উঠিব।

চলিহা-চৰকাৰৰ পৃষ্ঠপোষকতাত অলপতে এটা লাখটকীয়া প্ৰকাশন বোৰ্ড গঠন হোৱাত আমি আনন্দ পাইছোঁ। ইতিপূৰ্ব্বে বৃটিছ-আমোল আৰু পূৰ্ব্বৰ চৰকাৰী-আমোলত গ্ৰন্থ-প্ৰকাশৰ নামত একেলগে ইমানখিনি ধন আগবঢ়োৱাটো আমাৰ মনত নপৰে। দেশৰ পক্ষে ই এটা অতি শুভ লক্ষণ। ইয়াৰ বাবে আমি ৰাজ্য-চৰকাৰক সম্বৰ্দ্ধনা জনাইছোঁ আৰু লগতে সাহিত্যৰ নামত এই ধন প্ৰাথমিক অৰিহণা বুলিহে ধৰি লৈছোঁ। বছৰি এই বোৰ্ডে একলাখ টকা পাব লাগে আৰু সেই টকা গাঁঠিত বান্ধি নথৈ গ্ৰন্থ প্ৰকাশ-প্ৰচাৰ কাৰ্য্যত ব্যয় কৰিব লাগে। যোৱা বছৰটোত কাৰ্য্যালয় এটা স্থাপিত হোৱাৰ বাহিৰে আন একো কামেই নহল। এই বোৰ্ডৰ আৰ্থিক সাহায্যত এখন পুথিয়েও পোহৰৰ মুখ নেদেখিলে। এইদৰে কাল কাটোতে মাহৰ বতৰ গলে লাভ একো নহয়। যিটো যুগত মানুহে চন্দ্ৰলোকলৈ যাবলৈ কঁকালত টঙালি বান্ধিছে, মহাকাশৰ বুকুত নিতৌ ন ন অভিযান চলাইছে, সেইটো যুগতো যদি প্ৰকাশন বোৰ্ডে এইদৰে শামুকীয়া গতিৰে আগবাঢ়িবলৈ লয় তেন্তে চৰকাৰী দানৰ একো সাৰ্থকতা নহব, ভাষা-সাহিত্যও উপকৃত নহব।

প্ৰকাশ-প্ৰচাৰ

এই নবজাত বোৰ্ডে কি নীতি-নিয়মে আৰু কেনে কাৰ্য্য-পদ্ধতিৰে কাম হাতত লব খুজিছে সেই কথা আমি গম পোৱা নাই। আমাৰ বিবেচনাৰে এই বোৰ্ডৰ ওপৰত এক গধুৰ দায়িত্ব অৰ্পিত হৈছে। নামত প্ৰকাশন হলেও প্ৰণয়ন, সম্পাদন, সংগ্ৰহ, সাহায্য, অনুবাদ, বিতৰণ আদি বহু কথাই ইয়াৰ লগত জড়িত হৈ আছে বুলি আমাৰ বিশ্বাস। গ্ৰন্থ প্ৰকাশ হলেই নহয়, কেনেকৈ সেইবোৰ বিলাব পাৰি তাৰো দিহা হব লাগিব। অসমীয়া ৰাইজৰ মাজত পঢ়ুৱৈ-সমাজ নাই বুলি এটা বহুদিনীয়া দুৰ্ণাম আছে। এই কথা সম্পূৰ্ণ সঁচা নহয় বুলি আমাৰ নিজৰ অভিজ্ঞতাৰপৰাই কব পাৰোঁ। লিখকো আছে, হয়তো প্ৰকাশকো আছে, কিন্তু উপযুক্ত বেচোঁতাৰহে অভাব। অসমত এনে এখন দোকান নাই য'ত ছপা হোৱা সকলোবোৰ অসমীয়া পুথি কিনিবলৈ পোৱা যায়। ঘৰুৱা শিল্পজাত সামগ্ৰী, তাঁতশালৰ কানি-কাপোৰ আদি যেনেকৈ সহজে বেচি দিয়াৰ সুবিধা কৰি দিবলৈ চৰকাৰী 'এম্পৰিয়াম'ৰ ব্যৱস্থা আছে প্ৰকাশন বোৰ্ডৰ নিজৰ আৰু আনৰ দ্বাৰা প্ৰকাশিত অসমীয়া গ্ৰন্থৰাজি কম মূল্যত লিখকৰ হাতৰপৰা পঢ়ুৱৈৰ হাত পোৱাৰ ব্যৱস্থা কৰিব লাগে। সম্প্ৰতি আগতকৈ অসমীয়া পুথি প্ৰচাৰৰ ক্ষেত্ৰ বহল হৈছে। দেশত দিনে দিনে স্কুল-কলেজৰ সংখ্যা বাঢ়িছে, পুথি-ভঁড়ালৰ সংখ্যা বাঢ়িছে, সমাজ-উন্নয়ন, গাঁও-উন্নয়ন আদি কেন্দ্ৰ বাঢ়িছে, বেলত আঞ্চলিক ভাষাৰ কিতাপ কিনাৰ ব্যৱস্থা কৰা হব বুলি শুনা গৈছে। গতিকে সুস্থ, সুচিন্তিত আৰু নিৰপেক্ষ বিতৰণৰ

ব্যৱস্থা হলে প্ৰকাশক-গ্ৰন্থকাৰ কোনো হতাশ হবৰ কাৰণ আমি দেখা নেপাওঁ। পুৰাতত্ত্ব-বিভাগ, প্ৰচাৰ-বিভাগ, জনশিক্ষা-বিভাগ আদিয়েও নিজাকৈ তেওঁলোকে প্ৰকাশ কৰা কিতাপ বেচি আহিছে। প্ৰকাশন বোৰ্ডৰ যোগেদি এই সকলোবোৰৰ সমন্বয়মূলক এটা কেন্দ্ৰীয় বিতৰণ-কেন্দ্ৰৰ ব্যৱস্থা হব লাগে। ইয়াৰ উপৰিও উপযুক্ত শিক্ষিত ডেকাক নিযুক্ত কৰি আজিলৈকে প্ৰকাশিত হোৱা সকলো অসমীয়া পুথিৰ পোনতে এখনি প্ৰাথমিক তালিকা আৰু তাৰ পিছত এখন বিৱৰণমূলক তালিকা যুগুত কৰাই প্ৰকাশ কৰিব লাগে—যাতে সেই তালিকাত চকু ফুৰালেই ইচ্ছামতে পুথি বাছনি লোৱাৰ উপৰিও আমাৰ সাহিত্য-ভঁড়ালত চুকে-কোণে ক'ত কি আছে, কি নাই সেই কথাৰ সহজে উমান পোৱা যায়।

হৰিবিলাস আগৰৱালা, শিৱনাথ ভট্টাচাৰ্য্য, নন্দেশ্বৰ চক্ৰৱৰ্ত্তী, গঙ্গাধৰ বৰকটকী, দুৰ্গাধৰ বৰকটকী, হলিৰাম মহন্ত ঠাকুৰ, হৰিনাৰায়ণ দত্তবৰুৱা, তীৰ্থনাথ গোস্বামী, ভবিৰাম কলিতা প্ৰভৃতি বিদ্যোৎসাহী অনেক লোকে ধোঁৱাচাঙৰপৰা বুটলি আনি অনেক সাঁচিপতীয়া পুথি আৰু পুৰণি অমূল্য গ্ৰন্থ পোহৰলৈ উলিয়ালে। এইসকল লোকৰ বিস্তৃত জীৱন-কথা আৰু কাৰ্য্যাৱলীৰ বিৱৰণ আমি একে ঠাইতে পাবলৈ বিচাৰোঁ। বৰ্ত্তমান যুগৰ পুথি-প্ৰকাশকসকলৰ কথা সম্প্ৰতি এৰিছোঁৱেই বাৰু। সেই বুলি তেখেতসকলৰ বহুমূলীয়া অৱদানৰ কথা আমি অস্বীকাৰ কৰিব খোজা নাই। ওপৰত নাম লোৱা প্ৰকাশকসকলৰ উপৰিও আজি কেইবছৰমান আগৰপৰা জনদিয়েক পণ্ডিতে পুৰণি আৰু মূল্যবান গ্ৰন্থৰাজি যোগ্যতাৰে সম্পাদন কৰাৰ ফালে মনোযোগ দিছে আৰু তাৰ ফলত এই গ্ৰন্থসমূহৰ প্ৰকৃত মূল্যাঙ্কন কৰিবলৈ সহজ হৈছে—পুৰণি পুথিবিলাক আমি ন চকুযুৰিৰে চাই লবলৈ সুবিধা পাইছোঁ। কীৰ্ত্তন, ঘোষা, বৰগীত, অঙ্কীয়া নাট, অলেখ বুৰঞ্জী, দুৰ্গাবৰী ৰামায়ণ, ঊষা-পৰিণয়, শ্ৰীহস্তমুক্তাৱলী, মহামোহ কাব্য, চাহাপৰী উপাখ্যান আদি বহু গ্ৰন্থ এইদৰে যোগ্যজনৰ দ্বাৰা সম্পাদিত হৈ ওলাইছে। এইসকলে যে আমাৰ সাহিত্যৰ অশেষ উন্নতি সাধন কৰিছে সন্দেহ নাই। এইবোৰৰ কথা এৰি এই প্ৰসঙ্গত আমি কব খুজিছোঁ 'চিত্ৰ-ভাগৱত'ৰ নিচিনা পুৰণি সচিত্ৰ আৰু চকুত লগা গ্ৰন্থৰ কথা। লৱকুশৰ যুদ্ধ, শঙ্খচুড় বধ, দৰং ৰাজবংশাৱলী ( দৰঙী ৰজাৰ ঘৰত থকা ) আৰু কেবাখনো এনে বুজন সচিত্ৰ গ্ৰন্থ এতিয়াও আমাৰ ধোঁৱাচাঙত উঁৰলি যাবলগীয়া হৈছে। এইবোৰ প্ৰকাশ কৰাটো ব্যয়বহুল কাম। দত্তবৰুৱা আৰু ঘূৰি নাহে। প্ৰকাশন বোৰ্ডে যদি এই কাম হাতত নলয় তেন্তে লব কোনে ? এই বোৰ্ডৰ দ্বাৰা বছৰি অন্ততঃ এখন এনে ব্যয়বহুল সচিত্ৰ গ্ৰন্থ ছপা হৈ ওলাব লাগে।

দুখৰ বিষয়, ৰসৰাজ বেজবৰুৱাৰ এখন কি দুখনৰ বাহিৰে কোনোখন গ্ৰন্থ চকুত লগাকৈ আৰু পাঠকৰ মনোৰঞ্জন কৰিব পৰাকৈ চপা হবলৈ নেজানিলে। জয়মতী কুঁৱৰী, শঙ্কৰদেৱ-মাধৱদেৱ আদি সৰহভাগ পুথিয়েই ছপাৰ বাহিৰ হৈ আছে। পুৰণি 'বাঁহী' আদি অলোচনীত, বাতৰি কাকতত বেজবৰুৱাদেৱৰ বহুমূলীয়া কাপৰপৰা ওলোৱা অলেখ প্ৰবন্ধ, চুটিগল্প, ব্যঙ্গচিত্ৰ, কবিতা আদি সিঁচৰতি হৈ পৰি আছে। এইবোৰৰ কলেৱৰ তেখেতৰ ছপা হোৱা পুথি

কেইখনিতকৈ কোনো গুণে কম নহব। তেখেতৰ ভাগ ভাগ হৈ পৰি থকা এই প্ৰবন্ধবাজিৰ পৰা এতিয়ালৈকে এক মাথোন ‘ৰূপাৰৰ বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি’ নামৰ পুথিখনিহে ডক্টৰ বৰুৱা আৰু ডক্টৰ শৰ্মাৰ দ্বাৰা সংগৃহীত হৈ ছপা হৈ ওলাইছে। যিটো অনুষ্ঠানৰ গাত এইবোৰৰ স্বত্ব অৰ্পিত হৈছে সেই অনুষ্ঠানটোৱে এনেদৰে নিতাল মাৰি বহি থকাত আমি ভাল পোৱা নাই। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ গীত-নাট-কবিতা আদিৰো একে দশাই হৈছে। ফুকনৰ ‘চিকাৰ-কাহিনী’, লক্ষ্মীধৰৰ একাঙ্কিকাবোৰ আৰু চুটিগল্পবোৰ ছপা কৰি উলিয়াব পাৰিলে নিশ্চয় ৰাইজে আদৰি ললেহেঁতেন। পুৰণি বাতৰি কাকত, আলোচনীৰ পিঠিত আৰু বহুত মূল্যবান প্ৰবন্ধ-পাতি উৰ্বলি নাইকিয়া হৈ যাবৰ উপক্ৰম হৈছে। আনন্দচন্দ্ৰ আগৰৱালাৰ কবিতা, সোণাৰাম চৌধুৰী, হিতেশ্বৰ বৰবৰুৱা, ৰজনী পদ্মপতিৰ বুৰঞ্জীমূলক প্ৰবন্ধ, নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ভালেমান চুটিগল্প এইদৰে থানবান হৈ পৰি আছে, বুটলি লওঁতাৰ অভাৱত। প্ৰকাশন বোৰ্ডে এইবোৰলৈকো চকু দিব লাগিব, নিদিলে অধৰম হব। বহু দিন আগতে এবাৰ ছপা হৈ এতিয়া দুষ্প্ৰাপ্য হোৱা পুথিবোৰৰো নতুন তাঙৰণ উলিয়াবলগা হৈছে। অলপতে এনেদৰে ‘লয়াৰ্ছ বুক ষ্টলে’ ‘সীতাহৰণ কাব্য’ আৰু ‘চপলা বুক ষ্টলে’ ‘কাৰেঙৰ লিগিৰী’, ‘শোণিত কুঁৱৰী’, ‘ব্যৰ্থতাৰ দান’ উলিয়াই আমাৰ শলাগৰ ভাগী হৈছে। স্বত্বাধিকাৰী সকলে হাতৰ মুঠি ঢিলা কৰি দিলে আৰু এনে বহুত কিতাপ ওলোৱাটো সম্ভব বুলি আমি ভাবোঁ। বেজবৰুৱাৰ গ্ৰন্থবোৰৰ শোভন সংস্কৰণ আমাক লাগে। লক্ষ্মীধৰ, জ্যোতিপ্ৰসাদ আৰু কিমান দিন এন্ধাৰত থাকিব? সঙ্গীত-ওজা লক্ষ্মীৰাম বৰুৱাৰ ‘সঙ্গীত-কোষ’, ‘সঙ্গীত-সাধনা’ আকৌ পাবলৈ আশা কৰিলে ভুল কৰা হব নে? এইদৰে কৰিবলগীয়া অনেক কামেই আছে কিন্তু মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধায় কোনো সেইটোহে প্ৰধান সমস্যা বুলি আমি ভাবোঁ।

সাহিত্যৰ সৰ্ব্বাঙ্গীন উন্নতিৰ বাবে মৌলিক গ্ৰন্থৰ উপৰিও প্ৰচুৰ পৰিমাণে অনুবাদৰ আশ্ৰয় লব লাগিব। আমাৰ পুৰণি সাহিত্যৰ বহুখিনিয়েই অনুবাদৰ যোগেদি লাভ কৰা হৈছিল। বৰ্ত্তমানে ৰাষ্ট্ৰভাষা হিন্দী, আনকি চহকী বঙ্গ ভাষায়ো পৃথিবীৰ বাছকবনীয়া গ্ৰন্থসমূহ অনুবাদ কৰি নিজ নিজ ভাষাৰ অন্তৰ্ভুক্ত কৰিছে। অনুবাদ কৰা সহজ বুলি ধৰিব নেলাগে। মৌলিক ৰচনাত লিখকে নিজৰ ভাব ফুটাই তুলিব লাগে, অনুবাদত আনৰ ভাবৰ প্ৰতিধ্বনি তুলিব লাগে। নিজৰ মনৰ ভাব প্ৰকাশ কৰিবলৈ ভাষা আপোনা-আপুনি আহে কিন্তু আনৰ ভাব প্ৰকাশ কৰিবলৈ হলে ভাষা বিচাৰি উলিয়াই পৰীক্ষা কৰি স্থান-কালোপযোগী হল নে নাই জুখি মাখি চাব লাগে। তদুপৰি প্ৰত্যেক ভাষাতে নিজস্ব জতুৱা ঠাঁচ আৰু প্ৰকাশভঙ্গীৰ বিশেষত্ব আছে। উদাহৰণ স্বৰূপে—অসমীয়া ভাষাত এনে বহু কথা আছে যাক ইংৰাজীত হুবহু অনুবাদ কৰিব নোৱাৰি, ঠিক সেইদৰে ইংৰাজীৰ বহুকথা অসমীয়াত শব্দানুবাদ কৰিলে তাৰ প্ৰকৃত অৰ্থ নোলাব। ছেক্সপিয়েৰ, বাৰ্ণাৰ্ড শ্ব, ৰবীন্দ্ৰনাথ আদিৰ ৰচনা, কবিতা আন ভাষালৈ অনূদিত হলে মূলৰ সৌন্দৰ্য্য বহুখিনি কমি যোৱাৰ দৰে আমাৰ বেজবৰুৱা, বেণু শৰ্মা

আদিৰ সকলো ৰচনা অনুবাদৰ উপযোগী নহবও পাৰে। সেই কাৰণে অনুবাদ কৰোঁতাই দুটা ভাষাৰ শব্দকেইটা জানিলেই যথেষ্ট নহয়। দুইটা ভাষাৰ কথা কোৱাৰ ধৰণ, জতুৱা ঠাচ, প্ৰকাশ-ভঙ্গী আদিৰ বিশেষত্ববোৰ খৰচি মাৰি জানি লব লাগে। অনুবাদ কৰোঁতাৰ দুইটা ভাষাত সমান নহলেও নাম-নাচ ব্যুৎপত্তি থাকিব লাগে। মূল লিখকে যি ঠাইত যিমান জোৰ দি কথা কৈছিল, অনুবাদকে যদি সেই ঠাইত সমানে জোৰ দি কথা কব নোৱাৰে তেন্তে সেই অনুবাদত ব্যাকৰণগত ভুল নেথাকিলেও, সি কেতিয়াও প্ৰকৃত অনুবাদ নহয় আৰু সি পাঠকৰ মনোৰঞ্জন কৰিব নোৱাৰে। সেইকাৰণে অনুবাদৰ কাৰণে তিনিটা গুণৰ প্ৰয়োজন—বহল অধ্যয়ন, অভ্যাস আৰু চৰ্চা। এইকেইটা গুণ আয়ত্ব কৰি আমাৰ ডেকা বন্ধুসকলে দেশ-বিদেশৰ নানা গ্ৰন্থ তৰ্জ্জমা কৰি অসমী আইৰ সেৱা কৰিব লাগে।

সুখৰ বিষয়, সাহিত্য-একাডেমীয়ে অনুবাদৰ আঁচনিও হাতত লৈছে আৰু ইতিমধ্যে কেইখনমান বিশ্বসাহিত্যৰ অন্তৰ্গত বাছকবনীয়া গ্ৰন্থৰ অসমীয়া তৰ্জ্জমা যুগুত কৰিছে। ৰবীন্দ্ৰ-সাহিত্যৰো ভাঙনি হব ধৰিছে। এই ভাষণ লিখি থকাৰ সময়তে আমাৰ প্ৰকাশন বোৰ্ডৰ পৰাও অনুৰূপ তৰ্জ্জমাৰ ডেৰকুৰিৰো অধিক জগৎবিখ্যাত গ্ৰন্থৰ তালিকা এখনি আমি দেখা পাই সুখী হৈছোঁ। প্ৰকাশন বোৰ্ডৰ সম্পাদকে আমালৈ লিখিছে—"One of the important items of the scheme of the Board is the work of translating world classics and other books into Assamese language I shall be glade, if you kindly help me by way of suggesting a few names, at least 10, of outstanding English novels and short stories" মই আজি এই বাছনিৰ ভাৰ আপোনালোকক দিছোঁ। নিজৰ মনঃপুত খনচেৰেক ইংৰাজী পুথিৰ নাম প্ৰকাশন বোৰ্ডৰ সম্পাদকৰ নামত গুৱাহাটী ঠিকনাত পঠায় যেন। কেৱল ইংৰাজী উপন্যাস, চুটিগল্প আদিৰ ভাঙনিয়েই যে আমাক লাগে এনে নহয়, পণ্ডিত নেহৰুৰ 'Glimpses of the World History', ৰাজাগোপালাচাৰীৰ 'ভাৰত-কথা', ৰাজেন্দ্ৰপ্ৰসাদৰ আত্মজীৱনী, ৰাহুলা সাংকৃত্যায়নৰ 'ভল্গা সে গঙ্গা', ইকবালৰ 'আছৰাৰে খুদি,' ৰাধাকৃষ্ণণৰ দাৰ্শনিক গ্ৰন্থ আদিৰ দৰে আৰু বহু গ্ৰন্থও আমি অসমীয়া ভাষাৰ যোগেদি পঢ়িবলৈ বিচাৰোঁ। তাহানি ত্যাগবীৰ হেম বৰুৱা আৰু শ্ৰীঅমিয় দাসৰ আহাওধীয়া যত্নত গান্ধী-সাহিত্যৰ খনচেৰেক পুথি অসমীয়ালৈ ৰূপান্তৰিত হৈছিল। আৰু বেছি গান্ধী-সাহিত্য আমাক অসমীয়াত লাগে। বৈজ্ঞানিক সাহিত্যতো আমাৰ তলি উদং। সংশ্লিষ্টসকলে এই সকলো বিষয়ে চেষ্টা কৰক।

অসমত বৃটিছ আমোলৰ আদিতে বঙলা ভাষাৰ ধল আহি গোটেইখন দেশ ঢৌৱাই পেলাইছিল, ৰঘুমলা পৰি মূলগছ জোপাৰে কণকটীয়া মাৰিবলৈ চেষ্টা কৰিছিল। বহু প্ৰসঙ্গত এই বিষয়ে বহল আলোচনা হৈ গৈছে। গতিকে সেইবোৰ পুৰণি দুখৰ কথা আজি নতুনকৈ উজাৰিবৰ চেষ্টা আমি নকৰোঁ। মূঠৰ ওপৰত এতিয়াও সেই সৰ্ব্বনশীয়া গ্ৰাসৰ পৰা আমি মুক্ত হব পৰা নাই। দিদিনা সীমা নিৰ্দ্ধাৰণ আয়োগ

ভাটীৰ বাণ

অসমলৈ অহাৰ সময়ত যি অভিনয় হৈ গ'ল আৰু এতিয়াও সময়ৰ শৰ মাৰিব জনা কলিকতীয়া কাকতবিলাকে মাজে-সময়ে অসমীয়া ভাষাৰ ওপৰত বাগী কুঠাৰ বহুৱাবলৈ যি অপচেষ্টা চলাই আহিছে সেইবোৰ অপ্ৰিয় কথা নকৈ দাঙি ধৰাৰ সকাম নাই। ভূতৰ ওপৰতে দানহ পৰাৰ নিচিনাকৈ প্ৰসিদ্ধ পোষ্টৰ আগষ্টৰ পিছত আমাৰ দেশলৈ হিন্দী ভাষাৰ লোকোলটকা বান আহিছে। আমি এইখিনিতে স্পষ্টভাৱে জনাই থব খোজোঁ যে হিন্দী ভাষা ভাৰতৰ ৰাষ্ট্ৰভাষা হোৱাত আমাৰ অসন্তোষ নাই, সমৰ্থন আছে। কিন্তু এই ভাষাৰ গুৰিত জনবল, ধনবল আৰু ৰাজবল থকাৰ কাৰণে ই যে আমাৰ জীৱন-ধাৰণৰ পক্ষে শঙ্কাৰ কাৰণ হৈছে সেই কথা অস্বীকাৰ কৰিলে সত্যৰ অপলাপ কৰা হব। পৰ্ব্বতে-ভৈয়ামে পূৰ্ণ পয়োভৰেৰে হিন্দী ভাষাৰ প্ৰসাৰ আৰু প্ৰচাৰ চলিব লাগিছে। সকলো ঠাইতে এই ভাষাৰ বিৰাট কাৰ্য্যালয় আদিও সুপৰিকল্পিতভাৱে স্থাপিত হৈছে। চৰকাৰী শকত অনুদানৰ উপৰিও পুঁজিপতি, শিল্পপতিসকলেও ইয়াৰ পৃষ্ঠপোষকতা কৰিছে। 'আকাশবাণী', বোলছবি আদিয়েও আকাশে-বতাহে এই ভাষাৰ জয়ডঙ্কা বজাই শুনোতাৰ কাণৰ কণামাকৰি সৰাবলগীয়া কৰিছে। এনেবোৰ কাৰ্য্যত আমি বাধা দিব নোৱাৰোঁ আৰু হয়তো সেই অধিকাৰো আমাৰ নাই। ইয়াৰ উপৰিও দেশত ৰেল-নগৰ, তেল-নগৰ আদি স্থাপন হোৱাৰ বাবে আমি থলুৱা লোক ক্ৰমাৎ নিজৰ দেশতে বিতাৰিত আৰু স্থানচ্যুত হবৰ সম্ভাৱনাই দেখা দিছে আৰু ৰেল-জাহাজ চাহবাগিছা আদি সকলোতে আমি ক্ৰমাৎ পৃষ্ঠভঙ্গ দিবলগীয়া হৈছোঁ। এই বিষয়ে সিদিনা অসম বিধান-সভাত শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীদেৱে স্পষ্ট ছবি এখনি দাঙি ধৰি এটা বক্তৃতা দিছিল। যদি এয়েই আমাৰ অৱস্থা হয় অৰ্থাৎ নিজৰ দেশতে আমি নিঠৰুৱা হবলগীয়া হওঁ তেন্তে আমি থাকিম ক'ত? আমাৰ ভাষা-সংস্কৃতি সাহিত্য জীয়াই থাকিব কেনেকৈ? পৰিপুষ্ট হব কেনেকৈ? তদুপৰি উগ্ৰপন্থী পাণ্ডাসকলে যেনেভাৱে ৰাষ্ট্ৰভাষাৰ শাস্ত্ৰ আওৰাইছে সেইবোৰ শুনি আনকি আমাৰ প্ৰধানমন্ত্ৰী শ্ৰীনেহৰুৱেও অস্বস্তি অনুভৱ নকৰি থাকিব পৰা নাই। ভাগতী বাপুসকলে হাঁচটিত এনে লোভনীয় মাহপ্ৰসাদৰ টোপোলা বান্ধি আনিছে যে তাৰ লোভত আমাৰো বহুতৰ জিভাৰ পানী নপৰাকৈ থকা নাই। সেই বাবেই আমাৰ এদলে নিজৰ সাহিত্যৰ গাৰপৰা আখৰৰ বাখৰবোৰ সলাই নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰিবলৈ এতিয়াও তলে তলে চেষ্টা চলাই থকা আমি গম পাওঁ। ১৯৫৩ চনতে আমি এই বিষয়ে লিখিছিলোঁ—

'সদৌ ভাৰততে যদি এক আখৰ, এক সাহিত্য, এক ভাষা, এক ধৰ্ম্ম হয় তেন্তে নিশ্চয় অতি ভাল কথা হব আৰু তেনে এটি মহাভাৰতীয় জাতিয়ে জগতৰ ভিতৰতে শীৰ্ষস্থান লাভ কৰি আনকি ৰুছিয়া আৰু মাৰ্কিণ ৰাষ্ট্ৰৰ লগতো যে সমানে ফেৰ পাতিব পাৰিব সেই বিষয়ে সন্দেহ নাই। কিন্তু সেয়ে হব জানো? তেনেকুৱা সোণাময় দিন এটা কেতিয়াবা আহিব জানো? নাহে, নিশ্চয় নাহে। যদি নাহেই, তাৰে কল্পনাত আপোনপাহৰা হৈ ক্ষুদ্ৰ অসমীয়াই সকলোতকৈ আগতে আগৰণুৱা হৈ লিপি-বৰ্জ্জনৰ নিচিনা ত্যাগ কৰিবলৈ ওলোৱাটো উচিত হব নে? অসমত ঢাক-ঢোল বজাই এনে এটা আত্মঘাতী আন্দোলন চলোৱাৰ বতৰা পাই

বঙলা 'যুগান্তৰে' হাত চাপৰি দি 'আছামী' ভাইসকলক উৎসাহিত কৰি কৈছে—সাধু, সাধু। যদি তোমালোকে কৃতকাৰ্য্য হোৱা আমিও তোমালোকৰ পাছ লম।

এইখিনিতে আমাৰ এটা কথালৈ মনত পৰিছে। মানৱ সমাজৰ কল্যাণৰ অৰ্থে কোনো দুৰাৰোগ্য ব্যাধিৰ প্ৰতিকাৰৰ বাবে নতুন ঔষধ বা বেজী আবিষ্কৃত হলে তাক প্ৰথমতে জীৱশ্ৰেষ্ঠ মানুহৰ ওপৰত প্ৰয়োগ নকৰি কুকুৰ, মেকুৰী, বান্দৰ আদি ইতৰ জন্তুৰ গাত প্ৰয়োগ কৰা হয়, কিয়নো তেনেবোৰ কুকুৰধুলি জীৱ মৰিলে পৃথিৱীৰ কাৰো একো হানি-বিঘিনি নহয়। ঠিক সেইদৰেই লেবেলা চেপেটা অসমীয়া সাহিত্য আৰু ভাষাটোৰ ওপৰতো আজি এটা সৰ্ব্বভাৰতীয় মাৰাত্মক পৰীক্ষা চলাব খোজা হৈছে এই লিপি-পৰিবৰ্ত্তনৰ মাজেদি। দুখৰ কথা এইটোহে কোনো অনা-অসমীয়াই আমাক এই কামৰ বাবে বাহিৰৰপৰা হেঁচা দি বাধ্য কৰিব খোজা নাই। আমি নিজে নিজেই যাব খুজিছোঁ—আত্মাহুতি দিবলৈ অথবা আওমৰণে মৰিবলৈ।

তাহানি আনন্দচন্দ্ৰ আগৰৱালাদেৱৰ সভাপতিত্বত বহা অসম সাহিত্য-সভাৰ মঙলদৈ অধিবেশনত লিপি-পৰিবৰ্ত্তন সম্পৰ্কীয় তেজপুৰীয়া প্ৰস্তাৱ এটা উত্থাপন কৰা হৈছিল। পিচে বিষয় বাছনি সভাতে তাৰ মৃত্যু হল, কিন্তু ৰক্তবীজৰ দ'ৰে সি আজি মৰাৰ পিছতো গজালি মেলিব খুজিছে। বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যৰ কেইবাজনো কৰ্ণধাৰ সেই সময়ত জীয়াই আছিল। সেই সকলৰ কোনেও সেই প্ৰস্তাৱৰ সপক্ষে তেতিয়া কাকতে-পত্ৰই মত প্ৰকাশ কৰা নাছিল আৰু আৱশ্যক অনুভৱ কৰাৰো প্ৰমাণ পোৱা নগৈছিল। অৱশ্যে সেই সময়তকৈ আজি আমাৰ সৰ্ব্ব-ভাৰতীয় বোধ বাঢ়িছে, কিন্তু সেই পৰিমাণে অসমীয়াত্ববোধ টুটি গৈছে আৰু ক্ৰমাৎ আমি মাতে-কথাই, চলনে-ফুৰণে, খাবনে-শোৱনে, উঠনে-বহনে, সাজে-পাৰে এবিধ বিজতৰীয়া, কিম্ভুত-কিমাকাৰ, যাদুঘৰীয়া জন্তু হৈ যাব ধৰিছোঁহক। সেই বাবে লিপি বৰ্জ্জন, ভাষা বৰ্জ্জন, আচাৰ-ব্যৱহাৰ বৰ্জ্জন আদি আত্মহানিকৰ কাৰ্য্যৰ প্ৰস্তাৱে যেন আমাৰ অন্তৰত পীড়া নিদিয়ে।

বৰ্ত্তমানে আমি যি লিপি ব্যৱহাৰ কৰোঁ সেই লিপি বঙলা লিপি বুলি বহুতৰ মনত এটা ভুল ধাৰণা আছে আৰু সেই বাবেও কিছুমানে লিপি পৰিবৰ্ত্তনৰ পক্ষপাতী হৈছে। দৰাচলতে এই কথা সঁচা নহয়। বৰ্ত্তমান অসমীয়া লিপি কেতিয়াও বঙলাৰপৰা ধাৰ কৰা নহয়। পুৰণি অসমীয়া লিপিয়ে ক্ৰমবিকাশৰ মাজেদি ছপাখানা আদিৰ বাবে সহজ সৰল হৈ বৰ্ত্তমান ৰূপ লৈছে। অসমীয়াৰ 'ৰ' আৰু 'ৱ' আখৰ বঙলাৰ নাই। এই 'ৱ' আখৰটো চলাবলৈ হেমচন্দ্ৰ বৰুৱাই কিমান শ্ৰম কৰিব লগীয়া হৈছিল সেই কথা জানোতাই জানে। পুৰণি অসমীয়া লিপিৰ লগতে দেৱনাগৰী লিপিতকৈ অসমীয়া লিপিৰ যে ওচৰ সম্পৰ্ক সেই কথা আমি বিশেষজ্ঞসকলৰ মুখত হয়তৰ দিয়েই কব পাৰোঁ। হেমচন্দ্ৰ, ঢেকিয়াল ফুকন, গুণাভিৰাম, লক্ষ্মীনাথ, পদ্মনাথ আদিয়ে জীৱন ব্যাপি কৰা চিন্তা, শ্ৰম, গৱেষণা আজি আমি একে উশাহতে দলিয়াই পেলাবলৈ ওলাইছোঁ। ইয়াতকৈ দুখৰ আৰু অকৃতজ্ঞতাৰ কাম কি হব পাৰে?

'অৰুনোদই'ৰ যুগৰপৰা আজিলৈকে যিমানবোৰ অসমীয়া কিতাপ, আলোচনী, বাতৰি

কাকত, ধৰ্মপুথি আদি ছপা হৈ ওলাইছে সেইবোৰত গ্ৰন্থকাৰ আৰু প্ৰকাশকসকলৰ কিমান ত্যাগ সোমাই আছে সেই কথা নকৈ কব নেলাগে। বহুত মূল্যবান কিতাপেই এবাৰৰ বাহিৰে দ্বিতীয় বাৰ ছপাখানাৰ মুখ দেখা নাই। সেইবোৰৰ উপৰিও অসমীয়া লিপিৰে লিখা বহুত মূল্যবান দলিলপত্ৰ, চৰকাৰী কাকত আদিও আছে। আজি যদি লিপিবৰ্জন প্ৰস্তাৱ গ্ৰহণ কৰি সেই সকলোবোৰক একে বাতিৰ ভিতৰতে দীঘলী পুখুৰীৰ দক্ষিণ পাৰৰ যাদুঘৰলৈ পঠাই দিওঁ, তেন্তে ভাষা-সাহিত্যত ঘন-ঘোৰ তমসাবৃত অচল অৱস্থা সৃষ্টি কৰাৰ উপৰিও গ্ৰন্থকাৰ আৰু প্ৰকাশকসকলৰ ক্ষতিপূৰণ দিব কোনে? আমাৰ বিশ্ববিদ্যালয়ৰ বিভিন্ন মহলাৰ বাবে মঞ্জুৰী হোৱা এনে কেইবাখনো পুথি আছে যিবোৰ আজি অতি দুষ্প্ৰাপ্য। সেইবোৰৰ অভাৱত শিক্ষক আৰু ছাত্ৰই চকুৰে সৰিয়হ ফুল দেখিব লাগিছে। সেই পুথিবোৰৰ কলেৱৰ ডাঙৰ নহয় আৰু তুনাই ছপা কৰিবলৈ সৰহ ধনৰো আৱশ্যক নাই। কিন্তু তাকে কৰিবলৈকে দেখোন কোনো আগবাঢ়ি আহিব জনা নাই। গতিকে এনে দুই-চাৰিখন অতি আৱশ্যকীয় পুথি পুনৰ্মুদ্ৰণৰ ক্ষেত্ৰতে যিখন দেশৰ এনে পানীত হাঁহ নচৰা অৱস্থা, সেইখন দেশৰ মানুহে আৰু সেইখন দেশৰ চৰকাৰে আজি প্ৰায় ডেৰশ বছৰৰ ভিতৰত ছপা হোৱা সকলো অসমীয়া কিতাপ কাকত দেৱনাগৰী আখৰেৰে নকৈ ছপাই উলিয়াই দিব বুলি কৰা আশা পানীৰ ওটেঙা নহয় নে?

আনন্দ আগৰৱালা, সোণাৰাম চৌধুৰী, তৰুণ ফুকন, নগেন্দ্ৰ চৌধুৰী, লক্ষ্মীধৰ শৰ্মা প্ৰভৃতি ভালেমান প্ৰাতঃস্মৰণীয় লিখকে যিবোৰ সাহিত্য-সম্পদ হাতেলিখা অৱস্থাত এৰি থৈ গৈছে সেইবোৰকে ছপা কৰি উলিয়াবলৈ আজি দেখোন আমাৰ মাজত কোনো নাই। এনেখন গুণীৰ গুণ নুবুজা অসাঠনীয়া দেশত পুৰণি সকলো পুথি দেৱনাগৰী আখৰেৰে ছপা কৰি উলিওৱাৰ গুৰুভাৰ অথবা ভালুকৰ সাঙী কান্ধত তুলি লব কোনে? এনে এটা বিৰাট পৰিবৰ্ত্তনৰ বাবে অৰ্থাৎ বৰ্ত্তমান লিপিৰে ছপোৱা সকলোবোৰ কিতাপ-কাকত যাদুঘৰত ৰাখিবলৈ যি নতুন ঘৰ দুৱাৰ, আলমাৰী, বিষয়া আদিৰ প্ৰয়োজন হব আৰু ছপা খৰচৰ বাবে যি বহু কোটি টকা লাগিব তাৰ যোগান ধৰিব কোনে? অসমত দাতাকৰ্ণ কেইজন? অসম চৰকাৰৰ ধনৰ পুঁজি কিমান শকত? কাছাৰ জিলাৰ অসমীয়া শিক্ষক কেইজনক দৰমহা দিবৰ বেলিকাই দেখোন কন্দাকটা অৱস্থা?

পৰ্ব্বতীয়া ভাইভনীসকলক অসমীয়া শিকিবৰ বাবে দেৱনাগৰী আখৰৰ যি আৱশ্যকতা দেখুওৱা হৈছে তাকো আমি চালিজাৰি চালে কৃত্ৰিম আৰু উপকৰা বুলিহে কব পাৰোঁ। এনে অস্বাভাৱিক উপায়েৰে অসমীয়া জাতি গঢ়িবলৈ যাওঁতে ঈছপৰ সাধুত থকা মুখত মঙহ লৈ নৈ পাৰ হবলৈ যাওঁতে কুকুৰ এটাই মুখ মেলোঁতে মুখৰ মঙহটুকুৰা টপৰ কৰি সৰি পৰাৰ নিচিনা দশা আমাৰো হব পাৰে। পৰ্ব্বতীয়াতো অসমীয়া নহবই, থলুৱা সমুৱা আদিও আমাৰপৰা আঁতৰ হৈ যোৱাৰ সম্ভৱ। সাত সাগৰ তেৰ নদী পাৰ হৈ অহা খৃষ্টান যাজকসকলে সুন্দৰভাৱে অসমীয়া কব পাৰে, পঢ়িব পাৰে। মন কৰিলেই ছন, বকৰাবাৰীত ধন। যদি পৰ্ব্বতীয়া

ভাইসকলৰ সঁচাকৈয়ে আমাৰ প্ৰতি প্ৰাণৰ টান আছে, তেন্তে তেওঁলোকে আমাৰ সাহিত্য শিকিবই আৰু তেওঁলোকৰ নিজৰ ভাষাৰ কথাও অচিৰতে আমাৰ লিপিৰে লিখিব। আৰু যদি তেওঁলোকৰ লগত আমি আঁতৰৰপৰা বক্তৃতাৰ ফুলজাৰী মৰাৰ বাহিৰে আন সম্পৰ্ক নাৰাখোঁ, খৃষ্টান যাজকসকলৰ দৰে তেওঁলোকৰ মাজত সোমাই কাম কৰিব নোৱাৰোঁ, তেন্তে আঁতৰৰপৰা এনেবোৰ পানীৰ লাৰু বান্ধি থাকিলে লাভ একো নহয়। পৰ্ব্বতীয়া অঞ্চলত অসমীয়া ভাষাৰ বহল প্ৰচাৰৰ বাবে লিপি পৰিবৰ্ত্তন আৱশ্যক হোৱা নাই—আৱশ্যক হৈছে দূৰদৃষ্টিপূৰ্ণ সুপৰিকল্পিত আঁচনিৰ আৰু হাজাৰ হাজাৰ ত্যাগী উপযুক্ত শিক্ষকৰ, সমাজসেৱকৰ। আমাৰ চকুৰ আগতে ৰামকৃষ্ণ মিছনে খাচীয়া পৰ্ব্বতৰ চেৰাপুঞ্জী আদি ভিতৰুৱা অঞ্চলত সোমাই তাত হাইস্কুল পাতি খাচীয়া ল'ৰা-ছোৱালীক বঙলা লিপিৰে শিক্ষা দিছে। বঙালী গ্ৰন্থকাৰে 'খাচীয়া-বঙলা প্ৰাইমাৰ' ছপা কৰি খাচীয়াসকলক বঙলা লিখিবলৈ সুবিধা কৰি দিছে। নাচিব নাজানিলে চোতালখন হেৰেমগৰীয়া। শঙ্কৰদেৱে গাৰো, ভোট, যৱন আদিক নাম-ধৰ্ম্মত শৰণ দি বুকুত সাৱটি লৈছিল। আনকি আতৈৰ অধিকাৰ পৰ্য্যন্ত দি তেওঁলোকক হাড়ে-হিমজুৱে অসমীয়া কৰি তুলিছিল। আমিও আজি সেই বাটকে লব লাগিব। তাৰ বাবে লিপিবৰ্জ্জন কৰিব নালাগে—লাগে বহল বুকু, দীঘল দৃষ্টি, এফেৰি স্বাৰ্থত্যাগ আৰু অদম্য কৰ্ম্মশক্তি। প্ৰকৃত জীৱনীশক্তি থকা জাতি এটাক কোনেও মাৰিব নোৱাৰে। সি এঠাইত কাটিলে সাত ঠাইত গজিব। বঙালীসকলেই তাৰ প্ৰকৃষ্ট প্ৰমাণ। লিপিপৰিবৰ্ত্তন প্ৰস্তাৱটো মৃত্যুমুখী ৰোগীৰ বাবে অক্সিজেন প্ৰয়োগৰ সমতুল্য। যদি মৰিব লাগে তেন্তে লটিঘটি নোহোৱাকৈ তুলসী-তললৈ যোৱাই ভাল। অসমীয়া জাতি মৰিবলৈ ওলোৱা নাই, সেই বাবে অক্সিজেন ব্যৱস্থাৰো আৱশ্যক নাই। অসমীয়া জাতিৰ জীৱন-মৰণৰ প্ৰশ্ন অসমীয়া লিপি-পৰিবৰ্ত্তনৰ ওপৰত নিৰ্ভৰ কৰা নাই।

আৰু একেবাৰ কব খোজোঁ—আমি আৰু আমাৰ নিচিনা বহু জনে ফলি-পুথি হাতত লবৰ দিনাৰ পৰাই আজিলৈকে যি কেইটা আখৰৰ বাখৰৰ মাজেদি চিৰচেনেহী অসমী আইৰ মধুৰ মূৰ্ত্তি কল্পনা কৰি আহাওধীয়াভাৱে কেৰ্কেটুৱাৰ বাঁহপাতৰ ভেটীৰ নিচিনাকৈ পূজাৰ অঞ্জলি আগবঢ়াই আহিছোঁ—'আজি যদি কোনোবা কালাপাহাড়ে হাতুৰীৰে কোবাই সেই আখৰ কেইটা সোলোকাই লৈ যায় তেন্তে চকুৰ আগতে দেখি থকা হাহোঁ হাহোঁ মাতৃমূৰ্ত্তি অন্তৰ্দ্ধান হৈ লুকাবগৈ কোনোবা সাগৰৰ অতল গৰ্ভত। কাল্পনিক বৃহত্তৰ স্বাৰ্থৰ বাবে তেনে এটা আহুকলীয়া অৱস্থা যদি আমাৰ পক্ষে সহ্য কৰিবলৈ টান নহয় তেন্তে এদেও ছুদেও লোটা নিবৰ চেও হবলৈ দিয়াতকৈ একেবাৰতে লিপিবৰ্জ্জনৰ লগতে ভাষাবৰ্জ্জন, সাহিত্যবৰ্জ্জন, জাতি-বৰ্জ্জন আদি পৰ্ব্বও সমাপ্ত কৰি মাতৃৰ কাঠ-সংস্কাৰ কৰিবলৈকে সাজু হোৱাই উচিত।'

( নতুন অসমীয়া—১৩ মাৰ্চ্চ, ১৯৫১ চন )

সুখৰ বিষয়, চৰকাৰৰ ফালৰপৰা মতামত বিচৰাত বাইজে লিপি পৰিবৰ্ত্তনৰ বিপক্ষে নিজৰ মত দিলে। অসম সাহিত্য-সভায়ো বছেৰেকীয়া অধিবেশনত সৰ্ব্বসম্মতিক্ৰমে গৃহীত

হোৱা প্ৰস্তাৱৰ (২৪শ অধিবেশন, গুৱাহাটী ১৯৫৫—৩নং প্ৰস্তাৱ) যোগেদি ইয়াৰ বিৰোধিতা কৰিলে তীব্ৰভাৱে। তথাপিতো এতিয়াও যে তালধুচৰীয়া প্ৰচেষ্টা এটাৰ সমূলি ওৰপৰা নাই সেইটোহে পুতৌৰ কথা। এইদৰে চলিবলৈ হলে মহাত্মা গান্ধীৰ আশীৰ্ব্বাদ শিৰত তুলি লৈ যি স্বাধীনতা অসমে, অসমীয়াই লাভ কৰিলে, সেই স্বাধীনতা আমাৰ হৈ থাকিব কেই দিন?

এতিয়া জাতীৰপৰা ক্ৰমাগত আহি থকা ধলবোৰৰ পকনীয়া, চাকনৈয়াত পৰি আমাৰ নিজা অসমীয়া সংস্কৃতিৰ কেনে বিকৃতি ঘটিছে তাৰে আভাস পাবলৈ আমি মনৰ দুখৰে পূজা উপলক্ষ্যে লিখা পদ কেইফাকিমান শুনকচোন:—

পূজা আহিছে, অসম সংস্কৃতিয়ে বিনাই কান্দিছে,
চানাই বাজিছে, কালী, ঢোল, খোলে টুপাই যুৰ মাৰিছে।
ওজা-পালীয়ে হাড়ৰ মাজত জীউটো ৰাখিছে,
দেওধনীজনীয়ে মৰণৰ বাট বিচাৰি ফুৰিছে।
খুলীয়া গ'ল, ভাৱৰীয়া গ'ল, অনাদৰত মৰিছে,
যাত্ৰাৰ দলে ফাত্ৰাৰ দলক আঁকোৱালি ধৰিছে।
নগৰীয়া দলে সংস্কৃতি বেহাই নিজকে ঠগিছে,
কাউৰীৰ দৰে মৰাপাখি পিন্ধি ধুনপেঁচ মাৰিছে।
'কেৰিকেচাৰে'ৰে মহাপুৰুষৰ ভাওনা পাতিছে,
'মাইক'ৰ যোগে গায়িকাই বহি নাটৰ গীত জুৰিছে।
সূত্ৰধাৰে আহি সূত্ৰ হেৰুৱাই খপজপ কৰিছে,
একেটা খোলত হায় হায় বোলত বিননিহে উঠিছে।
কীৰ্ত্তনৰ পদ আভজা সুৰত আতৈয়ে পঢ়িছে,
জীয়াৰী-বোৱাৰী 'হাৰমোনিয়ম'ত বিয়ানাম জুৰিছে।
বিহুৰ নামত কঁকাল ঘূৰাই বহুৱালি পাতিছে,
সমজুৱাজনে বোকে ককাই বুলি তাতে মৌ হুপিছে।
বৰগীতবোৰেও সৰু হৈ যেন ত্ৰাহি ত্ৰাহি কৰিছে,
যাৰ যেনে ইচ্ছা, সেই বাটেদিয়ে হালৰ গৰু টানিছে।
সহ-অভিনয়ে ইকুল সিকুল দুইকুল নাশিছে,
পুৰণিও গ'ল, নতুনো নহ'ল, বিমোৰত পৰিছে।
চিনেমাৰ গানে, হিন্দী-বচনে খিচিৰী বান্ধিছে,
নতুন যুগত ডেকা গাভৰুৱে 'ফেষ্টিভেল্' পাতিছে।
দুৰ্গা দেৱী আহি দুৰ্গতিনাশিনী তাকেই চাইছে,
ভোদা দেখা পাই আমাৰ মূৰত দুৰ্গতিহে জাপিছে।

বিদ্যা-দেৱীয়ে পূজা খাই খাই আমাকে 'ফেল' কৰিছে,
লক্ষ্মী দেৱীয়েও আমাৰে পৰাই ধন-সোণ চুটিছে।
পেটুৱা গণেশ গণপতিয়ে আমাকেই লুটিছে,
পৰ্ব্বত-ভৈয়ামে ওভোতগোৰে অসুৰে নাচিছে।
এয়েই আমাৰ আজিৰ পৰ্ব্ব তাতে মনে নাচিছে,
এচুকত বহি সংস্কৃতিয়ে মাথোঁ বিননি ধৰিছে।

খুহুতীয়া কথাত লিখা হলেও বৰ্ত্তমানে এইবোৰ আমাৰ বাস্তৱ চিত্ৰ। সংস্কৃতিয়ে মানৱ মনক, মানৱ জীৱনক সংস্কৃত কৰি উন্নত কৰে, পৰিশোধন কৰি শুদ্ধ কৰে। গীত, নাট, ভাওনা, স্থাপত্য, সাহিত্য, ভাস্কৰ্য্য আদি মানৱ জীৱন তথা জাতিৰ জীৱনৰ বিভিন্ন ফালবোৰেই হৈছে সংস্কৃতি শতদলৰ একোটা পাহি। ইয়াৰ কোনো এটা পাহিত কেৰোণে ধৰিলে গোটেই ফুলপাহেই মজুৰা পৰে। আমাৰ অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত তেনে হোৱাৰ আগন্তুক দেখি আমি মৰ্ম্মান্তিক বেজাৰ পাইছোঁ। ইয়াৰ প্ৰতিকাৰৰ উপায় অৱশ্যে এতিয়াও আছে। সেই উপায় আছে দেশৰ ডেকা-গাভৰুসকলৰ হাতত। তেওঁলোকে বিজতৰীয়া ভাব ভাষা, আচাৰ-ব্যৱহাৰ, চলন-ফুৰণ, খাৱন-দাৱন, সাজ-পাৰ, মাত-কথা আদি বৰ্জ্জন কৰি আগবাঢ়ি যাব লাগিব—লাচিত-গদাধৰৰ দৰে, লক্ষ্মীনাথ-তৰুণ-নবীনৰ দৰে। প্ৰতিটো খোজতে সতৰ্ক ভৰি পেলাই খালে-ডোঙ্গে নপৰাকৈ নিজেও যাব লাগিব, দেশৰ মান-সন্মানো ৰাখিব লাগিব। আমি অৱশ্যে কাকো পাছৰ ফালে খোজ দিবলৈ কোৱা নাই, নতুনক অনাদৰ কৰিবলৈকো কোৱা নাই, কিন্তু নানান সংমিশ্ৰণ আৰু যুগ-পৰিবৰ্ত্তনৰ মাজতো বঙালী যেনেকৈ বঙালী হৈ আছে, পঞ্জাবী যেনেকৈ পঞ্জাবী হৈ আছে, মাদ্ৰাজী যেনেকৈ মাদ্ৰাজী হৈ আছে, ঠিক তেনেকৈয়ে অসমীয়াকো অসমীয়া হৈ থাকিবলৈ আমি গোহাৰি জনাইছোঁ।

অসম সাহিত্য-সভা বুলিলে কেৱল সম্পাদক, সভাপতি আৰু কাৰ্য্যনিৰ্ব্বাহক সভাৰে গঠিত মূল সভাখনেই নহয়, যোৰহাটত থকা চন্দ্ৰকান্ত-ভৱনটোৱেই নহয়, সমগ্ৰ অসমতে বিস্তাৰিত হৈ থকা শাখাবোৰেইহে ইয়াৰ জীৱনী-শক্তিৰ প্ৰকৃত উৎস। বৰগছজোপাৰ শাখা-প্ৰশাখাৰ দৰে ই যে কেৱল গছজোপাৰ শোভা বৰ্দ্ধনহে কৰে এনে নহয়, জীৱন-ধাৰণতো সহায় কৰে। ডাল-পাত নোহোৱা লঠা গছৰ মূল্য একে নাই। সুখৰ কথা অসমৰ গাঁৱে-নগৰে চাৰিওফালে বিহু-সন্মিলনী, শঙ্কৰদেৱৰ সোঁৱৰণী সভা আৰু অসমৰ বাহিৰতো কলিকতা, দিল্লী, লক্ষ্ণৌ, মাদ্ৰাজ আদি বহু দূৰণিবটীয়া ঠাইত অসম-সঙ্ঘ আদি সাংস্কৃতিক অনুষ্ঠানৰ সৃষ্টি হৈছে। পূৰ্ণাঙ্গ শাখা সভা হব নোৱাৰিলেও এইবোৰ স্বীকৃত-সভা স্বৰূপে অসম সাহিত্য-সভাৰ অঙ্গত পৰিণত হলে মূল এটি কেন্দ্ৰীয় অনুষ্ঠানৰ যোগেদি সকলোবোৰৰ মাজত এক যোগসূত্ৰ স্থাপিত হব পাৰে। মই এইখিনিতে শাখা-সভাবোৰকো নিজ কৰ্ত্তব্যৰ বিষয়ে অলপ সকীয়াই দিব খোজোঁ। আপোনালোকে সাহিত্য-সভাৰ ভিতৰ-চ'ৰাত সোমালেই দেখা পাব আমাৰ কেবাখনো শাখা-সভাৰ অৱস্থা জ্যামিতিৰ বিন্দুৰ নিচিনা—স্থিতি

শাখা সভা

আছে কিন্তু দীঘ-পুতল নাই। আনৰ কথা এৰি দিলেও আগশাৰীত ঠাই পোৱা একাধিক শাখা-সভাই নিজৰ গাতে চিকুট মাৰি চালে এই কথাৰ সত্যতা উপলব্ধি কৰিব পাৰিব। এনে অৱস্থাৰ পৰিবৰ্ত্তন বাঞ্ছনীয়। প্ৰতিখন শাখা-সভাই নামৰ নহৈ কামৰ হব লাগে। প্ৰতিখন সভাই নিজ নিজ অঞ্চলত অসমীয়া ভাষা-সাহিত্যৰ প্ৰসাৰ আৰু প্ৰচাৰৰ বাবে অহোপুৰুষাৰ্থ কৰিব লাগে। আজিকালি চৰকাৰ আৰু বাইজেও দেশৰ কল্যাণমূলক কামত মুঠিয়ে মুঠিয়ে ধন খৰচ কৰে। তাৰ ভাগ লৈ অসমীয়া সাহিত্যৰ কামত উচিতভাবে ব্যয় কৰিবলৈ আমাৰ সভাবিলাকেও জানিব লাগে। নিজ নিজ অঞ্চলৰ হাতেলিখা পুথি, প্ৰাচীন কীৰ্ত্তি-কাহিনীৰ বিৱৰণ, বুঢ়ালোকৰ মুখত শুনা কথা, সাধুকথা, লোকগীতি আদি সংগ্ৰহ কৰিব লাগে। সদৌ দেশৰে পূজনীয় বীৰ-বীৰাঙ্গনাসকলৰ উপৰিও স্থানীয় সাহিত্যসেৱী, শিল্পী, দেশসেৱক আদিৰ তিথি-উৎসৱ নিজ নিজ অঞ্চলত সমাৰোহেৰে পালন কৰিব লাগে। কোনো কোনো বিশিষ্ট লোকৰ তিথি-উৎসৱ তেওঁৰ জন্ম বা মৃত্যুস্থানত কেন্দ্ৰীয় উৎসৱ হিচাপে পাতিব লাগে আৰু সেই ঠাইৰ সাহিত্য-সভাই তাত আগভাগ লব লাগে। আমাৰ প্ৰসিদ্ধ দেশনেতা আৰু সাহিত্যৰথী-সকলে বাস কৰা ঘৰ-দুৱাৰবোৰ জাতীয় যাদুঘৰ হিচাপে সংৰক্ষিত হব লাগে। ফুকন, বৰদলৈ আদি লোকসকলৰ বাসভৱনবোৰৰ ঐতিহাসিক মূল্য কিমান বহলাই নকলেও হব।

আৰু এটা কথা ভাবিলেই আমাৰ বৰ বেজাৰ লাগে যে আমাৰ প্ৰায়বোৰ শাখা-সভাই অঘৰী। যোৰহাট আৰু শিলচৰত অসম সাহিত্য-সভাৰ নিজা ভৱন আছে, ধুবুৰীৰ অসম-ভৱনতো আমাৰ ঠাই আছে। কিন্তু শ্বিলং ৰাজধানী নাইবা অসমৰ সিংহদুৱাৰ গুৱাহাটী নগৰীৰ নিচিনা অসমৰ প্ৰধান ঠাইতো সাহিত্য-সভাৰ ঘৰ-মাটি নাই। শ্বিলঙত অসম সাহিত্য-সভাৰ পুনৰ্জ্জন্ম হৈছিল যোৱা মহাযুদ্ধৰ পিছত। তেতিয়া তাত পতা বছেৰেকীয়া মহোৎসৱৰ খৰচ বাদ দিও কিছু টকা ৰাহি হৈছিল। সেই টকাকে সমল লৈ 'মুকুল সঙ্ঘ'ই সাহিত্য-সভাৰ নিজা কাৰ্য্যালয় এটা স্থাপন কৰিব বুলি শুনা গৈছিল, কিন্তু সেই শুনা কথা আজিলৈকে শুনাতে থাকিল। কেৱল যে শ্বিলঙতেহে এনে কথা শুনা গৈছিল এনে নহয়, অসমৰ যিবোৰ ঠাইত ( কোনো ঠাইত একাধিকবাৰ ) ইতিপূৰ্ব্বে সভাৰ অধিবেশন বহি গৈছে, সেই সকলো ঠাইতে বছেৰেকীয়া উৎসৱত বা-বতাহ উত্তপ্ত হৈ থকাৰ সময়ত এনেদৰে আশা, উৎসাহ-উদ্দীপনাৰ কথা শুনা যায়, কিছু দিনৰ পিছতে নীল সাগৰৰ বুকুত ঢৌ মাৰ যোৱাৰ নিচিনাকৈ এই সকলোবোৰ সজ ভাবৰ বুৰবুৰণি দুদিনতে মাৰ যায়। আমি আশা কৰোঁ এইবাৰ যেন নগাঁৱত ইয়াৰ পুনৰাবৃত্তি নহয়।

যোৱা বছৰ আমাৰ শাখা-সভাবোৰে 'অসম সাহিত্য-সভা দিবস' পালন কৰি সাহিত্য-সভাৰ প্ৰসাৰ আৰু প্ৰচাৰত চুৰ্চ্চুৰীয়াভাৱে হলেও সহায় কৰিছিল। প্ৰতি বছৰে কেৱল দিবসেই নহয়, সাহিত্য-সভা সপ্তাহ এটা সাদিনীয়া বিস্তৃত কাৰ্য্যসূচীৰে পালন কৰিব লাগে আৰু বোধকৰোঁ এই সপ্তাহটো মহাপুৰুষ শঙ্কৰদেৱৰ জন্মোৎসৱৰ দিনাই আৰম্ভ হব লাগে—কিয়নো গুৰুজন কেৱল আমাৰ ধৰ্ম্মগুৰুৱেই নহয়, সাহিত্য আৰু সংস্কৃতিৰো গুৰু। যিসকল লোক

তেখেতৰ ধৰ্ম আৰু পন্থৰ বাহিৰত, সেইসকলেও যেন তেৰাৰ জন্মদিনত অসমীয়া সাহিত্য-সংস্কৃতিৰ চিন্তা-চৰ্চা-আলোচনা কৰিব পাৰে তেনে সুবিধা সাহিত্য-সভাই কৰি দিব পাৰে আমি উদ্ধুকিওৱা মতে সাহিত্য সপ্তাহ পালনৰ যোগেদি। অসম' ছাত্ৰ-সম্মিলনৰ প্ৰথম অধিবেশনত দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাদেৱে কৈছিল—

"অসমৰ ইমূৰৰপৰা সিমূৰলৈ এটা তোলপাৰ তুলি দিব লগা হৈছে। জয়ঘণ্টা বজাই বজাই নিদ্ৰিত অসমীয়া মানুহৰ টোপনি ভাঙি দিবৰ সময় হৈছে। যেতিয়া অসমৰ ধুবুৰীৰপৰা শদিয়ালৈকে দলদোপ হেন্দোলদোপ লাগি যাব, সকলো অসমীয়াৰ মুখে মুখে কাণে কাণে হব—অসমীয়া ভাষাৰ আলোচনা হব লাগে, উন্নতি হব লাগে, অসমীয়া ভাষাত জীৱন-চৰিত্ৰ লাগে, ইতিহাস লাগে, উচ্চ কাব্য লাগে, ব্যাকৰণ লাগে, দৰ্শন বিজ্ঞান লাগে, অৰ্থনীতি সমাজনীতি লাগে, তেতিয়া দেখিব অসমীয়া ভাষাৰ ভৱিষ্যৎ উন্নতিৰ বাট নিষ্কণ্টক হৈছে, তেতিয়া দেখিব অসমীয়া মানুহে ভাষাৰ উৎকৰ্ষৰ কাৰণে, সাহিত্যৰ উন্নতিৰ কাৰণে হাতে কামে লাগি গৈছে।"

ইমানতে মোৰ দীঘলীয়া ভাষণৰ সামৰণি মাৰি কব খোজোঁ যে যিথন পথাৰত ডাক মাধৱ-কন্দলীয়ে কঠীয়া পেলালে, শঙ্কৰ-মাধৱ-ভট্টদেৱে নদন-বদন খেতি কৰিলে, লাচিত-গদাধৰে বনৰীয়া হাতী-গাহৰি খেদিলে, আহোম ৰাজত্বৰ শেষ ভাগত সেই খেতি চপোৱা হ'ল। কিছুদিন সেই পথাৰ ছন পৰিল। ডাঠ হাবি-বনে ঢাকি ধৰিলে। ঢেকিয়াল ফুকন, হেম, গুণাভিৰাম আদিয়ে সেই হাবি-বন ভাঙিলে। নতুন যুগৰ জোনাকত আকৌ খেতি আৰম্ভ হ'ল। কমলাকান্তই পাহৰা কথা সোঁৱৰাই দিলে। হেম, চন্দ্ৰ, পদ্মনাথ আদিয়ে নাঙল জুৱলী তুলি ললে। লক্ষ্মীনাথে কাৰ্ফাই ধনু-কাড় তুলি লৈ 'হুৰ হুৰ বটা চৰাই আমাৰ ধান নেখাবি' বুলি গীত গাই কেৱল বটা চৰাইকে নহয়, বনৰীয়া গোনা মহকো সাত তাঁতিৰ বাহিৰলৈ খেদি পঠিয়ালে। বৃটিছ আমোলৰ শেষত সেই খেতিও চপোৱা হ'ল। পুনৰ আজি সেই একেখন লুইতপৰীয়া লখিমী-পথাৰেই ধোবাংবাং হৈ পৰি আছে। নানা জনে নানা ঠাইৰ-পৰা নানা খেতিৰ সঁচ আনিছে। এতিয়া আকৌ তাতে নদন-বদন খেতি হব লাগে। জাপানী পদ্ধতিৰেই হওক, বিলাতী পদ্ধতিৰেই হওক, নাইবা দেশীয় পদ্ধতিৰেই হওক, আমাক লাগে অধিক শস্য—সাহিত্যৰ ভঁৰালত মাণিকীমধুৰী জহা—আৰু লাগে এখন ৰমকজমক দিব্য উপবন। সেই উপবনত কেৱল যে শেৱালি, নেৱালি, তগৰ, গুটিমালী নাইবা নন্দনৰ পাৰিজাতেই ফুলিব এনে নহয়, তাত বচোৱা-সুন্দৰী গোলাপ, হাচনাহানা, ডালিয়া, মেগনলিয়া আদি বিবিধ দেশী-বিলাতী ফুল ফুলাৰ লাগিব আপোনালোকেই মালাকৰ মধুকৰ হৈ।

সামৰণি

সুধীসকল। মনৰ আবেগত মোৰ অন্তৰত গুজৰি-গুমৰি থকা বহু কথাই কোৱা হ'ল—হয়তো নকব লগীয়া কুথাও কলোঁ আৰু কব লগীয়া কথাও বাদ পৰিল। আজি এই পুণ্য দিনত সহৃদয় ৰাইজে মাতৃৰ চৰণ পৰশি এই অভাজনৰ অক্ষমতাৰ বাবে হোৱা বঢ়া-টুটাৰ এশ এটা দায়-দোষ মৰষিব বুলি আশা কৰিলোঁ। সদৌ শেষত অসমী আইৰ ৰঙা চৰণত 'শতদল'ৰ পাহি এটি দি গাওঁ আহক:—

"মাধৱ-সুধাকৰ, শঙ্কৰ-সৱিতা,
ভট্ট, সৰস্বতী, কন্দলী পূজিতা
কবিকুল-মণ্ডিতা
শূৰ-বীৰ-বন্দিতা
চিৰ-অভিনন্দিতা সুৰ বাণী বন্দে।
বন্দে, বন্দে, জননী তব সন্ততিবৃন্দে।"

"মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ
আমিও কৰিব পাৰোঁ জীৱন গঠিত
অভিনয় শেষ হলে আয়ু-বেলি মাৰ গলে
এৰি যাব পাৰোঁ খোজ সময়-বালিত।"

বীৰ-পূজা জীয়া জাতিৰ লক্ষণ। দুখৰ বিষয় আমি অসমীয়াবিলাক এতিয়াও এই বিষয়ত বৰ পাছ পৰি আছোঁ। এতিয়াও আমাৰ দেশৰ স্বৰ্গগত গুণী-জ্ঞানী লোকসকলক যথাযথভাৱে সুঁৱৰিবলৈ আমি শিকা নাই। আমাৰ দেশৰ অনেক কীৰ্ত্তিমন্ত পুৰুষৰ ভৰিৰ খোজ সময়-বালিত একেবাৰে মচ খাই নাইকিয়া হৈ গৈছে। এইটো বৰ পৰিতাপৰ বিষয়। অতীতত আমি কিন্তু আমাৰ পূৰ্ব্বপুৰুষসকলৰ প্ৰতি এনে অকৃতজ্ঞ নাছিলোঁ। মহাপুৰুষ ধৰ্ম্মগুৰুসকলৰ আজিলৈকে তিথি-পালনেই তাৰ প্ৰমাণ।

ওপৰঞ্চি

আজি কেইবছৰমানৰপৰা অসম সাহিত্য-সভাই অসমীয়া সাহিত্যিকসকলৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ প্ৰয়াস কৰা দেখা গৈছে। এইটো নিশ্চয় ভাল কথা। আমাৰ সাহিত্যিকসকল কেতিয়া কোন স্বৰ্গী হৈছিল সেই বিষয়ে কোনো নিৰ্দ্দিষ্ট তালিকা নথকাত সাহিত্য-সভাৰ শাখাবিলাকে ইচ্ছা থকা সত্বেও এনেবোৰ তিথি পালন কৰিব নোৱাৰা কথা আমি গম পাওঁ। সেই আহুকাল গুচাবলৈকে আমি বহু চেষ্টা কৰি এনে স্মৰণীয় দিন কিছুমান গোটাবলৈ যত্ন কৰিছিলোঁ। ইয়াত সেই তালিকাখনিকে আমাৰ সভাবিলাকৰ অৱগতিৰ অৰ্থে প্ৰকাশ কৰা হ'ল। আমি মানি লৈছোঁ যে এই তালিকা অসম্পূৰ্ণ আৰু কোনো ঠাইত ভুল-ভ্ৰান্তিও থাকিব পাৰে। বহু চেষ্টা কৰিও দুই-চাৰিজনৰ মৃত্যুদিনৰ সম্ভেদ পোৱা নগল। ইয়াত কেৱল বাইকৈ সাহিত্যিক আৰু সংস্কৃতিৰ গুৰি ধৰোঁতাসকলৰ তিথিৰ দিনহে অন্তৰ্ভুক্ত কৰা হৈছে। কিছুমানে এই দিনবোৰ ইংৰাজী তাৰিখ হিচাপে আৰু কিছুমানে অসমীয়া মাহৰ তিথি হিচাপে পালন কৰে। সেই কাৰণে আমি পাৰিলে দুয়োটাকে আৰু নোৱাৰিলে কেৱল তিথি বা ইংৰাজী দিনটোকে দিবলৈ যত্ন কৰিছোঁ। বঢ়া-টুটা দোষ মাৰ্জ্জনীয়।

## বহাগ

দামোদৰদেৱ—শুক্লা প্ৰতিপদ, ১৫০৯ শক।
আভিধানিক হেমচন্দ্ৰ বৰুৱা—২০ এপ্ৰিল, ১৮৯৬ চন।
লম্বোদৰ বৰা—১২ এপ্ৰিল, ১৮৯২ চন।
পণ্ডিত হেমচন্দ্ৰ গোস্বামী—শুক্লা ত্ৰয়োদশী, ২ মেই, ১৯২৮ চন।
পদ্মনাথ গোহাঞিবৰুৱা—কৃষ্ণাপঞ্চমী, ২১ এপ্ৰিল, ১৯৪৬ চন।
দণ্ডিনাথ কলিতা—কৃষ্ণাষ্টমী, ১৫ মেই, ১৯৫৫ চন।
লক্ষ্মীধৰ শৰ্মা—৩ মেই, ১৯৩৪ চন।
বিদুষী সুধালতা দুবৰা—৫ মেই, ১৯২৮ চন।
সৰ্ব্বেশ্বৰ শৰ্মা কটকী—১০ মেই, ১৯৪৬ চন।

## জেঠ

হৰিদেৱ—আউসী, জেঠ ১৫৫৫ শক।
দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা—২৯ মেই, ১৯২৮ চন।
সদাগৰ ভোলানাথ বৰুৱা—৩০ মেই, ১৯২৩ চন।

## আহাৰ

আনন্দৰাম ঢেকিয়াল ফুকন—কৃষ্ণা প্ৰতিপদ, ১৬ জুন, ১৮৫৯ চন।
ভোলানাথ দাস—২ জুলাই, ১৯২৯ চন।
বেণুধৰ ৰাজখোৱা—শুক্লা তৃতীয়া, ২২ জুন, ১৯৫৫ চন।

## শাওণ

দেশভক্ত তৰুণৰাম ফুকন—শুক্লা ত্ৰয়োদশী, ২৮ জুলাই, ১৯৩৯ চন।
চন্দ্ৰনাথ শৰ্মা—কৃষ্ণা একাদশী, ২১ জুলাই, ১৯২২ চন।
হিতেশ্বৰ বৰবৰুৱা—২৮ জুলাই, ১৯৩৯ চন।
ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা—শুক্লা দ্বিতীয়া, ১১ আগষ্ট, ১৯৪৫ চন।
লোকপ্ৰিয় গোপীনাথ বৰদলৈ—কৃষ্ণাষ্টমী, ৫ আগষ্ট, ১৯৫০ চন।
উমেশচন্দ্ৰ চৌধাৰী—শুক্লা দ্বিতীয়া, ১১ আগষ্ট, ১৯৫৩ চন।

## ভাদ

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ—শুক্লা দ্বিতীয়া, ১৪৯০ শক।
মহাপুৰুষ মাধৱদেৱ—কৃষ্ণা পঞ্চমী, ১৫১৮ শক।
গণেশ গগৈ—২১ আগষ্ট, ১৯৩৮ চন।
ভ্ৰমৰ শইকীয়া—২৬ আগষ্ট, ১৯৪৪ চন।
মাণিকচন্দ্ৰ বৰুৱা—৭ চেপ্তেম্বৰ, ১৯১৫ চন।

## আহিন

মথুৰাদাস বুঢ়া আতা—কৃষ্ণা চতুৰ্থী।
মাধৱচন্দ্ৰ বেজবৰুৱা—১০ অক্টোবৰ, ১৯৪৩ চন।

## কাতি

জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী—১৩ নবেম্বৰ, ১৯৪৭ চন।
ডক্টৰ বাণীকান্ত কাকতি—কৃষ্ণা ত্ৰয়োদশী, ১৫ নবেম্বৰ, ১৯৫২ চন।
মফিজুদ্দিন আহমদ হাজৰিকা—২৯ অক্টোবৰ, ১৯৫৮ চন।

## আঘোণ

সত্যনাথ বৰা—কৃষ্ণা চতুৰ্দ্দশী, ১৩ ডিচেম্বৰ, ১৯২৫ চন।
অমৃতভূষণ দেৱ অধিকাৰী—শুক্লা দ্বিতীয়া, ২৭ নবেম্বৰ, ১৯৩৬ চন।
কমলাকান্ত ভট্টাচাৰ্য্য—১৪ ডিচেম্বৰ, ১৯৩৬ চন।
সোণাৰাম চৌধুৰী—২ ডিচেম্বৰ, ১৯৪২ চন।

## পুহ

ভট্টদেৱ—কৃষ্ণা সপ্তমী।
কণকলাল বৰুৱা—কৃষ্ণা চতুৰ্দ্দশী, ৮ জানুৱাৰী, ১৯৪০ চন।
শৰৎচন্দ্ৰ গোস্বামী—শুক্লা পঞ্চমী, ৯ জানুৱাৰী।
কমলানন্দ ভট্টাচাৰ্য্য—কৃষ্ণা একাদশী, ৪ জানুৱাৰী, ১৯৫১ চন।

## মাঘ

ৰমাকান্ত চৌধাৰী—শ্ৰীপঞ্চমী বা শুক্লা পঞ্চমী।
আনন্দৰাম বৰুৱা—১৯ জানুৱাৰী, ১৮৮৯ চন।
কালিৰাম মেধি—কৃষ্ণা পঞ্চমী, ২৪ জানুৱাৰী, ১৯৫৪ চন।
জ্যোতিপ্ৰসাদ আগৰৱালা—১৭ জানুৱাৰী, ১৯৫১ চন।
জ্ঞানদাভিৰাম বৰুৱা—শুক্লা চতুৰ্থী, ২৭ জানুৱাৰী, ১৯৫৫ চন।

## ফাগুন

মণিৰাম দেৱান—শুক্লা চতুৰ্দ্দশী, ২৬ ফেব্ৰুৱাৰী, ১৮৫৮ চন।
কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ—কৃষ্ণা নবমী, ২৬ ফেব্ৰুৱাৰী, ১৯৩৬ চন।
চন্দ্ৰকুমাৰ আগৰৱালা—২ মাৰ্চ্চ, ১৯৩৮ চন।
ৰাধাকান্ত সন্দিকৈ—২৬ জানুৱাৰী, ১৯৫২ চন।
কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ—শিৱ চতুৰ্দ্দশী, ২৩ ফেব্ৰুৱাৰী, ১৯৫২ চন।
ৰজনীকুমাৰ পদ্মপতি—কৃষ্ণা নৱমী, ৩ মাৰ্চ্চ, ১৯৪৮ চন।

হৰিনাৰায়ণ দত্ত বৰুৱা—শুক্লা দশমী, ১৮ ফেব্ৰুৱাৰী, ১৯৫৯ চন।

হৰমোহন দাস—কৃষ্ণা সপ্তমী, ২০ ফেব্ৰুৱাৰী, ১৯৫৭ চন।

চ'ত

সতী জয়মতী—শুক্লা একাদশী।

গুণাভিৰাম বৰুৱা—২৫ মাৰ্চ্চ, ১৮৯৪ চন।

লক্ষ্মীনাথ বেজবৰুৱা—২৬ মাৰ্চ্চ, ১৯৩৮ চন।

লক্ষ্মীৰাম বৰুৱা—কৃষ্ণা চতুৰ্থী, ১৫ মাৰ্চ্চ, ১৯১৪ চন।

ৰজনীকান্ত বৰদলৈ—২৫ মাৰ্চ্চ, ১৯৪০ চন।



শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী ঃ অষ্টাবিংশ আৰু ঊনবিংশ সন্মিলনৰ সভাপতি

# অষ্টাবিংশ অধিবেশন

পলাশবাৰী—২৮ অক্টোবৰ, ১৯৬০ চন

## সভাপতি—শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী

অভ্যৰ্থনা সভাৰ মাননীয় সভাপতি ডাঙৰীয়া,
প্ৰতিনিধিবৰ্গ, আইসকল আৰু
সাহিত্যানুৰাগী বন্ধুসকল,

অসম সাহিত্য সভাৰ অষ্টাবিংশ অধিবেশনৰ সভাপতিৰূপে বৰণ কৰি মোক যি সন্মানেৰে আপোনালোকে ভূষিত কৰিলে তাৰ বাবে মই গৌৰবান্বিত হৈছোঁ আৰু আপোনালোকৰ আগত অন্তৰভৰা কৃতজ্ঞতা নিবেদন কৰিছোঁ। আজি দুকুৰি বছৰৰো ওপৰ কাল এই সভাই অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ প্ৰচাৰৰ বাবে যি প্ৰচেষ্টা চলাই আহিছে সি আপোনালোকৰ অবিদিত নহয়। নানান প্ৰতিকূল অৱস্থাৰ সন্মুখীন হোৱা সত্বেও সমগ্ৰ অসমবাসীৰ মাজত সম্প্ৰীতি আৰু সদ্ভাৱ ৰক্ষা কৰি এই সভাই অসমৰ ভাষা আৰু সাহিত্যৰ উন্নতিকল্পে সদায় যত্নপৰ হৈ আছে। দলগত ঠেক স্বাৰ্থ পৰিহাৰ কৰি, সংস্কৃতিমূলক এই মহান অনুষ্ঠানৰ ছত্ৰছায়াত গোটেই অসমীয়া জাতিয়ে আৰু আমাৰ ৰাজ্যৰ ভিতৰত আৰু দাঁতি কাষৰে থকা অনেক জন-জাতীয় প্ৰতিনিধিয়ে মুকলিমূৰীয়াকৈ যোগদান কৰি অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি গভীৰ শ্ৰদ্ধা প্ৰকাশ কৰিছে। সাহিত্য সভাই অসমীয়া জাতিৰ কাৰণে যিখিনি কাম কৰিছে তাক সুঁৱৰি আনন্দত আপোনপাহৰা হোৱাৰ প্ৰয়োজন নাই কিন্তু বিশ্বাসত বুকু সবল কৰি ভাষা আৰু সাহিত্যৰ সেৱাত অধিকতৰ মনোনিবেশ কৰাৰ উদগনি আছে।

বৰ দুখ আৰু পৰিতাপৰ কথা যে দুকুৰি বছৰ পাৰ হৈ যোৱাৰ পিছতো আজিৰ এই অধিবেশনত অসমীয়া সাহিত্যৰ পৰ্য্যালোচনাৰ লগতে আমাৰ ভাষা-সমস্যাৰ ওপৰতো সমান গুৰুত্ব আৰোপ কৰাৰ আৱশ্যক হৈ পৰিছে। আমাৰ প্ৰাচীন সাহিত্যৰ গৌৰৱময় অতীত আৰু আধুনিক সাহিত্যৰ বুকুত জাগি উঠা জাতিৰ নব-চেতনালৈ লক্ষ্য কৰিলে এনে এটি সমস্যা উদ্ভৱ হোৱাৰ কাৰণ বিচাৰি পোৱা নাযায়। তথাপি এই সমস্যাৰে আলমত অসমৰ বুকুৰ ওপৰেদি অশান্তিৰ ঘূৰ্ণীবতাহ বৈ গ'ল। এই বতাহে আমাৰ ভাষা আৰু সংস্কৃতিৰ গুৰি-গছ যেন কঁপাই তুলিবৰ উপক্ৰম কৰিলে। কিন্তু যি ভাষা আৰু সাহিত্যৰ গুৰি-গছ শকত, শিপা দ'কৈ পোত খোৱা, ধুমুহাই কেতিয়াবা তাৰ ঠাল-ঠেঙুলি লৰাব পাৰে, ছিঙিব পাৰে, তথাপি সগৌৰৱে মূৰ তুলি গছ থিৰ হৈ থাকে। অসমীয়া সাহিত্যৰ অতীত গৌৰৱৰ মূল কেশৰ

মহাপুৰুষসকলে যি দান দি গ'ল তাৰ লগত যোগসূত্ৰ স্থাপন কৰি তেওঁলোকে গঢ়ি যোৱা ভেটিৰ ওপৰত ভৱিষ্যত সাহিত্যৰ স্বৰ্ণসৌধ নিৰ্মাণৰ বাবে যত্নপৰ হ'ব লাগে।

আন আন প্ৰাদেশিক ভাষাৰ নিচিনাকৈ প্ৰাচীন প্ৰাকৃতৰ মাতৃগৰ্ভত জন্ম-গ্ৰহণ কৰি খৃষ্টীয় দশম শতিকাৰপৰা বিংশ শতিকালৈ এই দীঘল কালছোৱাৰ ভিতৰত ফাৰ্চী, আৰবী, ইংৰাজী, আহোম, মিকিৰ, কছাৰী আৰু অন্যান্য জন-জাতীয় শব্দ-সম্ভাৰেৰে পৰিপুষ্ট হৈ অসমীয়া ভাষা বৰ্ত্তমান এক নতুন ৰূপত দেখা দিছে। এই ভাষাৰ বুকুতে খৃষ্টীয় দ্বাদশ শতিকাৰপৰা আজিলৈকে নানান গ্ৰন্থৰাজি জিলিকি উঠি ভাষাৰ সমৃদ্ধি আৰু গীতিশীলতাৰ নিদৰ্শন দাঙি ধৰিছে। পাঁচ ছয় শ বছৰ আগতে বিৰাট সংস্কৃতগ্ৰন্থবোৰ এই ভাষালৈ অনুবাদ কৰা হৈছে, কিছুমান গদ্যত আৰু সৰহভাগ পদ্যছন্দত।

অপ্ৰমাদী কবি মাধৱ কন্দলীয়ে প্ৰায় ছশ বছৰ আগতে বৰাহী ৰজা মহামাণিক্যৰ অনুপ্ৰেৰণাত সপ্তকাণ্ড ৰামায়ণ পদ্যছন্দত ৰচনা কৰি গৈছে। কালক্ৰমত অৱশ্যে আদি আৰু উত্তৰাকাণ্ড লোপ পালে। পিছত মহাপুৰুষ মাধৱদেৱে আদিকাণ্ড আৰু মহাপুৰুষ শঙ্কৰদেৱে উত্তৰাকাণ্ড ৰচনা কৰি এই ৰামায়ণ সম্পূৰ্ণ কৰি থৈছে।

ৰামায়ণ

দুৰ্গাবৰ প্ৰাক্-বৈষ্ণৱ-যুগৰ কবি। এওঁৰ "গীতি-ৰামায়ণ"ৰ এটা অংশ আজিও উদ্ধাৰ হোৱা নাই। বোধহয়, অযত্নত নাইবা বৈপ্লৱিক পৰিস্থিতিৰ বুকুত সি জহি গ'ল। কিন্তু অৰণ্যকাণ্ডৰপৰা যিছোৱা উদ্ধাৰ হৈছে সেয়েই বুজাই দিছে কবিৰ মৌলিক প্ৰতিভা আৰু সুকুমাৰ দৃষ্টি-ভঙ্গী। ৰাম-সীতাৰ বিচ্ছেদ-বিৰহৰ মাজেদি কবিয়ে যি কৰুণতা ফুটাই তুলিছে তাৰ তুলনা মাধৱকন্দলী বা অনন্তকন্দলীৰ ৰামায়ণত নাই। দুৰ্গাবৰৰ ওপৰত মাধৱকন্দলীৰ স্পষ্ট প্ৰভাৱ থাকিলেও সুকুমাৰ অনুভূতি চিত্ৰণত তেওঁ নিজস্ব বৈশিষ্ট্য প্ৰকাশ কৰিছে আৰু সৰল বৰ্ণনাৰ সহায়ত বিষয় ৰসাল কৰি তুলিছে।

অনন্তকন্দলী বৈষ্ণৱ যুগৰ কবি। তেওঁৰ দ্বাৰা ৰচিত সম্পূৰ্ণ ৰামায়ণো আজিলৈকে হাতত পৰা নাই। যি পাঁচ কাণ্ড পোৱা গৈছে তাৰ ওপৰত কবিৰ ভক্তিৰস-সিক্ত মনৰ প্ৰভাৱ ভালকৈ পৰিস্ফুট হৈছে। কন্দলীৰ পদলালিত্য আৰু লৌকিক জীৱনৰপৰা আহৰণ কৰা উপমা উপাদেয়।

ৰঘুনাথ মহন্তৰ "কথা ৰামায়ণ" খৃষ্টীয় অষ্টাদশ শতিকাত ৰচিত। ভট্টদেৱৰ ষোড়শ শতিকাৰ গদ্যৰীতিৰ তুলনাত এই ৰামায়ণৰ গদ্যৰীতি আধুনিক আৰু সৰল। এইখন ৰামায়ণৰো গোটেই কেইটা কাণ্ড আজিলৈকে পোৱা নাই। কিন্তু যি চাৰিটা কাণ্ড পোৱা গৈছে সেইখিনিৰপৰা অষ্টাদশ শতিকাতে সৰস আৰু উন্নত গদ্যৰীতিৰ প্ৰমাণ প্ৰকাশিত হৈছে।

ৰামায়ণৰ লগতে মহাভাৰত এখন বিৰাটকায় গ্ৰন্থ। এই গ্ৰন্থৰ ভিতৰত সমগ্ৰ ভাৰতবৰ্ষৰে অতীত ইতিহাস লুকাই থকাৰ উপৰিও ইয়াৰ বুকুত ৰাজনীতি, সমাজনীতি, আচাৰ-ধৰ্মনীতি আটাইবোৰেই গাতে গা লগাই থাকি গ্ৰন্থখনক বিশ্বকোষৰ পৰ্য্যায়লৈ উন্নীত

কৰিছে। এনেহেন এক বিৰাট গ্ৰন্থৰ অসমীয়া মুকলি অনুবাদ হয় প্ৰায় চাৰি শ বছৰৰ আগতে ৰামসৰস্বতী, তেওঁৰ যোগ্যপুত্ৰ গোপীনাথ পাঠক আৰু কংসাৰী আদি কবিসকলৰদ্বাৰা।

মহাভাৰত

ৰামসৰস্বতীৰ লেখাত লৌকিক চিত্ৰৰ প্ৰয়োগ, ছন্দৰ সাৱলীলতা আৰু ভাবৰ প্ৰাঞ্জলতা সুন্দৰকৈ ফুটি উঠিছে। এইজন কবিয়ে বধকাব্যসমূহ আৰু 'ভীমচৰিত'ত যি মৌলিকতা আৰু ৰসিকতাৰ পৰিচয় দিছে তাৰ আদৰ সদায় থাকিব।

গীতা আৰু ভাগৱত পুৰাণৰ আদৰ্শক কেন্দ্ৰ কৰি বৈষ্ণৱ-আন্দোলনৰ প্লাবন অসমৰ ইমূৰৰপৰা সিমূৰলৈ বৈ যায়। গীতা আৰু ভাগৱত দুখন দাৰ্শনিক তথ্যপূৰ্ণ গধুৰ গ্ৰন্থ। কিন্তু

গীতা আৰু ভাগৱত

এনেহেন কঠিন গ্ৰন্থসমূহৰ অনুবাদো চাৰি-পাঁচ শ বছৰ আগতে সম্পন্ন হৈ যায়। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ প্ৰভৃতি অৱতাৰী পুৰুষসকলৰ যত্নত অকল ধৰ্ম প্ৰচাৰেই নহয়, তেওঁলোকৰদ্বাৰা স্থাপিত সত্ৰসমূহক কেন্দ্ৰ কৰি সাহিত্যৰ বহুমুখী বিকাশ সাধিত হয়। পাঁচ শ বছৰ আগেয়ে ভাগৱত শাস্ত্ৰ পদ্যছন্দত অনুবাদ কৰে মহাপুৰুষ শঙ্কৰদেৱে নিজেই আৰু তেওঁক সহায় কৰে তেওঁৰে প্ৰিয় শিষ্য মাধৱদেৱ আৰু সহযোগী অনন্তকন্দলী প্ৰভৃতি আন বৈষ্ণৱ জ্যোতিষ্কসকলে। মহাপুৰুষ দামোদৰদেৱৰ আজ্ঞাত তেওঁৰে প্ৰিয় শিষ্য ভট্টদেৱে গীতা আৰু ভাগৱত দুয়োখনকে সকলোৱে সহজে বুজিব পৰাকৈ গদ্যত লিখি উলিয়ায়। মহাপুৰুষ শঙ্কৰদেৱ আৰু দামোদৰদেৱক কেন্দ্ৰ কৰি বৈষ্ণৱ যুগত গীতা, ভাগৱত, মহাভাৰত আৰু ভালেমান অন্যান্য পুৰাণ অসমীয়া ভাষাত লিখা হয়। এই যুগৰ "কীৰ্ত্তন", "নামঘোষা" দুখন প্ৰধান গ্ৰন্থ। অসমীয়া হিন্দুসমাজৰ ওপৰত এই দুই গ্ৰন্থৰ প্ৰভাৱ আজিলৈকে অটুট হৈ আছে। "কীৰ্ত্তন" আৰু "নামঘোষা"ৰ পদলালিত্য আৰু ভাব-গাম্ভীৰ্য্য সাধাৰণ আলোচনীৰ চকুতো নপৰাকৈ নাথাকে। নিজৰ পাণ্ডিত্যৰ বলত মহাপুৰুষ শঙ্কৰদেৱে জটিল দাৰ্শনিক তথ্যবোৰো সহজ সৰল ভাষাৰে প্ৰকাশ কৰি গৈছে আৰু ভাষাকো সমৃদ্ধ কৰি তুলিছে।

মহাভাৰত, ভাগৱত আৰু অন্যান্য পুৰাণৰ কোনো কোনো আখ্যানক অৱলম্বন কৰি নানান পদপুথি এই বৈষ্ণৱ-যুগতেই ৰচিত হয়। আখ্যানৰ স্থূল অৱয়ৱ পুৰাণাদি গ্ৰন্থৰপৰা

মৌলিক কাব্য

লৈ লেখকসকলে নিজ কল্পনাৰ বলেৰে তাক বহলাই একো একোখন স্বয়ং-সম্পূৰ্ণ পুথি ৰচনা কৰে। সংস্কৃত কাব্যৰ প্ৰভাৱ এইবোৰ পদপুথিৰ ওপৰত কিছু পৰিমাণে পৰিছে। তথাপি লেখকসকলৰ মৌলিকতাৰ চিন পুথিৰ পাতে পাতে ফুটি উঠিছে। শঙ্কৰদেৱৰ "ৰুক্মিণীহৰণ", অনন্ত কন্দলীৰ "কুমৰহৰণ", শ্ৰীধৰ কন্দলীৰ "কাণখোৱা", ৰামসৰস্বতীৰ "ভীমচৰিত" আৰু বধকাব্যসমূহকে আদি কৰি ভালেমান মৌলিক পদ-পুথি এই বৈষ্ণৱ-যুগতেই ৰচিত হয়। এইবোৰ পুথিত উপমাদি-অলঙ্কাৰ প্ৰয়োগত কিছু গতানুগতিকতাৰ নিদৰ্শন আছে কিন্তু বস্তু-উত্থাপন আৰু ৰচনা-বিন্যাসৰ সমন্বয়ৰ হেতুকে আৰু সাধাৰণতে বৰ্ণনা স্থূল আৰু শক্তিশালী হোৱাৰ কাৰণে সহজে লোকৰঞ্জক হৈ উঠিছে। বাস্তৱ জীৱনৰ অভিজ্ঞতালব্ধ নিত্য-সত্যৰ প্ৰয়োগে আৰু মানৱীয় উপাদানৰ দ্বাৰা এইবোৰ পৰিপুষ্ট হোৱা বাবে এই শ্ৰেণীৰ সাহিত্যৰ জনপ্ৰিয়তা স্বাভাৱিকতে বেছি হৈছে। ভক্তি-ভাৱত মুৰ দোৱাই মানুহে "কীৰ্ত্তন",

"নামঘোষা" হাতত তুলি লয়, থাপনা পাতি দেৱতাৰ শাৰীলৈ তুলি দিয়ে কিন্তু "ভীমচৰিত", "কাণখোৱা", "কুমৰহৰণ" লোকে পঢ়ে আনন্দৰ কাৰণে, প্ৰকৃত কাব্যৰস বিচাৰি। ভক্তিৰসৰ চন্দন ছটিয়াই দিলেও এনেবোৰ পুথিত হৃদয়-সংবাদীজনৰ প্ৰতি কাব্যৰসাস্বাদৰ তৃপ্তি বহুতো বেছি।

অসমীয়া গদ্য-সাহিত্যৰ পূৰ্ণ বিকাশ প্ৰায় চাৰি শ বছৰ আগতে হয় বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য্য বা ভট্টদেৱৰ হাতত। ভট্টদেৱৰ আগতো অসমীয়া গদ্য-ৰচনা আছিল। অঙ্কীয়া নাটসমূহত বহুল গদ্য-ৰীতিৰ প্ৰয়োগ আছে কিন্তু এইবোৰ গদ্য ব্ৰজবুলি মিহলি হোৱা গতিকে ভট্টদেৱকে অসমীয়া গদ্য-সাহিত্যৰ প্ৰৱৰ্ত্তক বুলি ধৰা হয়। ভট্টদেৱৰ "কথাগীতা" আৰু "কথা ভাগৱত" দুখন তত্ত্বপূৰ্ণ গ্ৰন্থ। গহীন দাৰ্শনিক ভাবসমূহক ভট্টদেৱে গদ্যৰূপত প্ৰকাশ কৰাৰ ফলত অসমীয়া গদ্যৰীতিৰ যি বিকাশ চাৰিশ বছৰ আগতে হ'ল তাৰ তুলনা সৰহভাগ প্ৰাদেশিক ভাষাত নাই। চুটি চুটি বাক্যৰ সহায়ত তত্ত্বগধুৰ বিষয়সমূহ ভট্টদেৱে যি দক্ষতাৰে উত্থাপন কৰিলে তালৈ লক্ষ্য কৰি আচাৰ্য্য প্ৰফুল্ল ৰায়ে কৈছিল—"সুদূৰ ষোড়শ শতিকাতে অসমীয়া গদ্য-সাহিত্য এনে এটি স্তৰলৈ উন্নীত হয় যি স্তৰ ইংলণ্ডৰ হুকাৰ আৰু লেটিমাৰৰ লেখাত বাহিৰে পৃথিবীৰ আন কোনো সাহিত্যই চুকি পোৱা নাছিল। কথাগীতাই স্পষ্টকৈ প্ৰমাণ কৰে যে ষোড়শ শতিকাৰ অসমীয়া সাহিত্যৰ বিকাশ যি পৰ্য্যায়লৈ উঠিছিল সেই পৰ্য্যায় বঙালী সাহিত্যই লাভ কৰে কেৱল ঈশ্বৰচন্দ্ৰ আৰু বঙ্কিমচন্দ্ৰৰ সময়তহে।" ভাৰতীয় আন প্ৰাদেশিক ভাষাসমূহৰ ভিতৰত বোধহয় তামিল ভাষাৰ পিছতেই অসমীয়া ভাষাত উন্নত গদ্যৰীতিৰ প্ৰচলন দেখিবলৈ পোৱা যায়। ভট্টদেৱৰ হাততেই অসমীয়া গদ্য ৰীতি পৰিপুষ্ট, সমৃদ্ধ আৰু সুসঙ্গত হৈ উঠে। তেওঁৰ গদ্য সংস্কৃতগন্ধী কিন্তু প্ৰাঞ্জল আৰু লয়যুক্ত।

অসমীয়া গদ্য কথা গীতা, কথা ভাগৱত

বৈষ্ণৱযুগৰ আন আন মৌলিক ৰচনাৰ ভিতৰত অঙ্কীয়া নাট, বৰগীত আৰু চৰিত পুথি প্ৰধান। অঙ্কীয়া নাটবোৰ সংস্কৃত-প্ৰভাবমুক্ত নহলেও এইবোৰৰ স্বকীয় বৈশিষ্ট্য আছে। অঙ্ক, ডিম, ভান প্ৰভৃতি সংস্কৃত একাঙ্কী নাটবোৰৰ ৰচনা-পদ্ধতিৰ লগত অঙ্কীয়া নাটৰ মিলতকৈ অমিল বেছি। এই কাৰণেই এইবোৰ মৌলিক ৰচনা। সংস্কৃত নাটকৰ পূৰ্ব্বৰঙ্গ, নান্দী, সূত্ৰধাৰ, ভৰতবাক্য আদি ইয়াত থাকিলেও অঙ্কীয়া নাটৰ সমগ্ৰ নাটকীয় কাৰ্য্যৰ লগত সূত্ৰধাৰৰ ওতপ্ৰোত সম্বন্ধ। সংস্কৃত নাটকত হলে সূত্ৰধাৰে নাটৰ কাৰ্য্য আৰম্ভ হোৱাৰ পিছতেই মঞ্চৰপৰা মেলানি মাগে। সংস্কৃত নাটৰ আৰ্হিত প্ৰত্যেক অঙ্কীয়া নাটতো বিচাৰিলে অৱশ্যে অঙ্গীৰস পোৱা যায়। সৰহভাগ নাটতেই শান্তৰসকেই অঙ্গীৰস হিচাপে লোৱা দেখা যায়। এই নাটবোৰৰ অভিনয়ৰ লগত গীত, বাদ্য আৰু নৃত্যাদিৰ সংযোগ আছে। নাটবোৰত চৰিত্ৰবিকাশৰ ওপৰত গুৰুত্ব আৰোপৰ চেষ্টা নাই। নাটকীয় পৰিস্থিতি দুৰ্ব্বল আৰু কাৰ্য্য মন্থৰ কিন্তু সংলাপ চুটি চুটি হলেও অনেক সময়ত স্পন্দিত আৰু সাৱলীল। অঙ্কীয়া নাটৰ প্ৰৱৰ্ত্তক মহাপুৰুষ শঙ্কৰদেৱ নিজেই। তেওঁৰ পদানুসৰণ কৰি মাধৱদেৱ, গোপাল আতা, কৈৱল্যানন্দন দেৱ প্ৰভৃতি ভিন ভিন সত্ৰাধিকাৰসকলে এই ধাৰা নিদিনালৈ জীয়াই

অঙ্কীয়া নাট

ৰাখিছে। অসমীয়া সাহিত্যত অঙ্কীয়া নাটৰ ধাৰা এটি সম্পূৰ্ণ নতুন ধাৰা। আধুনিক যুগত ই কিছু লেহেম হৈ পৰিলেও আমাৰ সমাজত আজিও ই জীয়াই আছে আৰু অনেক লোকক আনন্দ দান কৰিছে। এসময়ত এনে ধৰণৰ নাটৰ আদৰ ইমান বাঢ়িছিল যে দুই-চাৰি জন পণ্ডিত লোকে সংস্কৃত ভাষাতো এনে ধৰণে নাট লিখি উলিয়াইছিল। দ্বিজ কবিচন্দ্ৰৰদ্বাৰা ৰচিত "কামকুমাৰহৰণ" নাট অঙ্কীয়া নাটৰ আৰ্হিত ৰচিত এখন সুন্দৰ সংস্কৃত নাট।

ৰৰগীত প্ৰধানতঃ দুজনা মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দান। এইবোৰত শাস্ত্ৰীয় সুৰ আৰু তালৰ সংযোগ আছে। তথাপি এইবোৰ শাস্ত্ৰীয় খেয়াল বা ধ্ৰুপদ নহয়। কোনো-কোনোৱে ইয়াক মাৰ্গসঙ্গীতৰ লগত তুলনা কৰিব খোজে। সি যিকি নহওক, বৰ্ত্তমান সময়ত

ৰৰগীত

কোনো কোনো সত্ৰত ইয়াক যি ধৰণে গোৱা হয় আৰু তাল আৰু বিৰতি যেনেকুৱাকৈ দেখুৱা হয় তাৰপৰা ভালেমান ৰৰগীত ধ্ৰুপদ অঙ্গত পৰে যেন লাগে। ৰৰগীতৰ সুৰৰ ধ্বনিত গম্ভীৰ পৰিবেশ-সৃষ্টিৰ ক্ষমতা আছে। ৰৰগীতবোৰৰ ভাব উচ্চ, মহত্বপূৰ্ণ—ভাষা সংযত, অৰ্থ-প্ৰকাশক আৰু শব্দালঙ্কাৰযুক্ত। কিছুমান ৰৰগীতৰ মাজেদি বিৰাট পুৰুষৰ সাৰ্ব্বভৌম সত্তাৰ পৰিচয় ফুটি উঠিছে আৰু আন কিছুমানৰ মাজেদি বালক-কৃষ্ণৰ শিশুসুলভ চৰিত্ৰৰ উৎকৃষ্ট ৰূপ পৰিস্ফুট হৈ পৰিছে।

ৰৰগীত জনপ্ৰিয় হোৱাৰ কিছুকাল আগৰেপৰা মনসা বা পদ্মাদেৱীক কেন্দ্ৰ কৰি কেইখনমান কাব্য ৰচিত হয়। এইবোৰ কাব্যৰ মূল বিষয়বস্তু পদ্মাদেৱী বা বেউলা-লক্ষিন্দাৰৰ

মনসা-কাব্য

করুণ কাহিনী। ঠায়ে ঠায়ে অৱশ্যে কাব্যৰ মাজত আন আন উপাখ্যানবো সংযোগ নথকা নহয়। মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱ অসমীয়া সাহিত্যৰ মনসা শাখাৰ প্ৰধান কবিসকল। নাৰায়ণদেৱৰ 'পদ্মপুৰাণ" গীতি প্ৰধান আৰু ৰাগ-ৰাগিনীযুক্ত। আজিও ওজাপালিয়ে খুতিতাল বজাই, ভিন ভিন সুৰৰ লহৰ তুলি আৰু নৃত্য-ভঙ্গীৰ সংযোগ কৰি এই গীত প্ৰধান কাব্যৰ অভিনয় কৰে। এইবোৰ কাব্যৰ ভিতৰেদি প্ৰকাশিত হোৱা শৃঙ্গাৰ আৰু করুণ ৰসৰ উপৰিও অভিনয় কালত হাস্যৰসৰ সংযোগে অভিনয় উপভোগ্য কৰি তোলে। কাব্যৰ ৰচনা মৌলিক, চিত্ৰবোৰ লৌকিক আৰু কবিসকলৰ অভিজ্ঞতাৰ পৰিসৰ যথেষ্ট ব্যাপক।

চৰিত পুথিবোৰৰ মাজত আধ্যাত্মিক ভাব অ'ত ত'ত সোমাই পৰিলেও মূলতঃ এইবোৰ মহাপুৰুষ আৰু সন্ত মহন্তসকলক কেন্দ্ৰ কৰি লিখা মৌলিক গ্ৰন্থ। এইবোৰৰ ওপৰত কোনো

চৰিত পুথি

আধাৰগ্ৰন্থৰ প্ৰভাৱ নাই। চৰিতকাৰসকলে নিজ নিজ দৃষ্টিভঙ্গীৰ ফালৰপৰা মহাপুৰুষ আৰু সন্ত-মহন্তসকলৰ আদৰ্শাত্মক ৰূপ দাঙি ধৰিছে। সৰহভাগ ক্ষেত্ৰতেই পুথিবোৰ সাহিত্যৰ শাৰীলৈ উন্নীত হোৱা নাই। কিন্তু ঠায়ে ঠায়ে গ্ৰন্থকাৰসকলে ৰমৰম বৰ্ণনাৰ পৰিচয় দি গৈছে। সাহিত্যৰ ফালৰপৰা এইবোৰ পুথিৰ মূল্য যিয়েই নহওক লাগে, মৌলিক গ্ৰন্থ হিচাপে ভাষাৰ বিকাশত এইবোৰৰ দান প্ৰচুৰ। পাৰলৌকিক কথাৰ জটিলতা পৰিহাৰ কৰি লৌকিক চৰিত্ৰৰ পুঙ্খানুপুঙ্খ আলোচনা, সামাজিক পটভূমিৰ বৰ্ণনা

ধৰ্মীয় অনুষ্ঠানৰ প্ৰভাৱ আৰু প্ৰসাৰৰ আলোচনা আটায়ে সপ্তদশ শতাব্দীৰ অসমীয়া ভাষাৰ উন্নত ৰূপৰ পৰিচয় দি যায়।

সপ্তদশ শতিকাৰ শেহ ভাগত গদ্য আৰু পদ্য দুয়ো ৰূপতে বুৰঞ্জী লিখিবলৈ আৰম্ভ কৰা হয়। সাধাৰণতে বুৰঞ্জী সাহিত্য নহয় কিন্তু এই দুয়োটাৰে মাজত থকা সীমাৰেখা অতি ক্ষীণ। বুৰঞ্জী লেখকে নৈৰ্ব্যক্তিকতা পৰিহাৰ কৰি যেতিয়া ভাৱময় প্ৰকাশ-ভঙ্গীৰ আশ্ৰয় লয় আৰু দ্ৰৱীভূত আপোন অন্তৰাত্মাৰ স্পৰ্শ বৰ্ণনাৰ ওপৰত পৰিবলৈ দিয়ে তেতিয়াই বুৰঞ্জী হৈ পৰে সাহিত্য। ভাৰতীয় সাহিত্য আৰু ভাষাসমূহ অনেক ক্ষেত্ৰত সমৃদ্ধ হলেও সপ্তদশ-অষ্টাদশ শতিকাত সেইবোৰৰ মাজত বুৰঞ্জীৰ প্ৰচলন তেনেই কম আছিল। অসমত আহোম ৰজাসকলে পোনতে তেওঁলোকৰ নিজ ভাষাতেই বুৰঞ্জী লিখে। পিছতে অসমীয়া ভাষা তেওঁলোকে যেতিয়া আয়ত্ত কৰিলে তেতিয়াৰেপৰা অসমীয়া ভাষাতে তেওঁলোকে লিখিবলৈ আৰম্ভ কৰিলে। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে ভালেমান বুৰঞ্জী প্ৰকাশ কৰিছে। প্ৰকাশিত এইবোৰ বুৰঞ্জীয়ে এপিনে যেনেকৈ আহোমৰ দিনৰ সামাজিক আৰু ৰাজনৈতিক অৱস্থাৰ পৰিচয় দিয়ে, আন পিনে ঠিক তেনেকৈয়ে অসমীয়া ভাষাৰ ক্ৰমবিকাশৰ ইতিহাস দাঙি ধৰে। ভট্টদেৱৰ "কথা ভাগৱত"ৰ দিনৰেপৰা আৰম্ভ কৰি আমি যদি ৰঘুনাথ মহন্তৰ "কথা ৰামায়ণ" আৰু ভিন ভিন বুৰঞ্জীৰ বুকুত থকা গদ্যৰীতিৰ তুলনামূলক আলোচনা কৰি চাওঁ তেন্তে কিমান ক্ষিপ্ৰগতিত অসমীয়া ভাষাৰ বিকাশ সাধিত হৈছিল সি সহজতে চকুত ধৰা পৰে। খৃষ্টীয় ষোড়শ শতিকাত অসমীয়া গদ্যৰীতিৰ উদ্ভৱ হৈ উনবিংশ শতিকাত সেয়ে আধুনিক ৰূপ পায় আৰু সকলো ধৰণৰ ভাবপ্ৰকাশৰ বাহনৰূপে প্ৰতিষ্ঠিত হয়।

বুৰঞ্জী

প্ৰাচীন কালৰেপৰা মুখে মুখে চলি থকা আই-নাম, বিয়া-নাম, নানা তৰহৰ লোকগীতি, ভিন ভিন মন্ত্ৰপুথি, ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত, জনা গাভৰুৰ গীত, বৰফুকনৰ গীত প্ৰভৃতি নানা তৰহৰ গীত আৰু মন্ত্ৰবোৰৰ উপৰিও "ঘোঁৰানিদান", "হস্তী-বিদ্যাৰ্ণৱ", "শ্ৰীহস্তমুক্তাৱলী" প্ৰভৃতি ঘোঁৰা-হাতীৰ চিকিৎসা-বিষয়ক আৰু নৃত্যত ব্যৱহৃত নানা তৰহৰ মুদ্ৰাবিষয়ক আলোচনাগ্ৰন্থ উনবিংশ শতিকাৰ আগতে ৰচিত হয়। মুঠতে উনবিংশ শতিকাৰ আগতে বৈষয়িক আৰু পাৰলৌকিক দুয়ো ধৰণৰ ভাবকে কেন্দ্ৰ কৰি অসমীয়া সাহিত্যৰ দুটা স্বকীয়া ধাৰা অপ্ৰতিহত হৈ বৈ থাকে। সাহিত্যৰ এই ধাৰা বাধাপ্ৰাপ্ত নোহোৱা হলে, আধুনিক অসমীয়া সাহিত্যৰ ৰূপ হয়তো আজি আন ধৰণৰ হৈ পৰিলহেঁতেন।

লোকগীতি

ইং ১৮২৬ চনত ইয়াণ্ডাবু সন্ধি মতে অসম দেশ ইংৰাজৰ অধীনলৈ যোৱাত মানৰ অত্যাচাৰ-উৎপীড়নত জুৰুলা হৈ পৰা জনসাধাৰণে এটি স্বস্তিৰ হুমুনিয়াহ এৰিলে। অৱশ্যে মণিৰাম দেৱান, পিয়লি ফুকন প্ৰভৃতি ডাঙৰীয়া বংশৰ লোকসকলে দেশৰ স্বাধীনতাৰ অৱসান দেখি বৃটিছ কৰ্মচাৰীৰ বিৰুদ্ধে প্ৰতিবাদ তুলিছিল আৰু মৰণ বৰণো কৰিছিল। তথাপি মানৰ অত্যাচাৰত ভাগৰিপৰা অসমৰ জনসাধাৰণে বিচাৰিছিল এটা বিৰতিৰ উশাহ। সেই উশাহ সৌভাগ্যক্ৰমে তেওঁলোকে লব

ইংৰাজৰ আগমন আৰু বঙলা প্ৰচলন

পাৰিছিল। দেশত অপেক্ষাকৃত এটি শান্তিপূৰ্ণ পৰিবেশৰ সৃষ্টি হৈছিল আৰু আগতে সমৃদ্ধ হৈ থকা অসমীয়া সাহিত্যৰ ভৱিষ্যৎ বিকাশৰ বহল ক্ষেত্ৰও গঢ়ি উঠিছিল। কিন্তু ইংৰাজ কৰ্মচাৰী-সকলৰ অজ্ঞতাৰ হেতুকে আৰু বঙালী কেৰাণী মহৰীসকলৰ প্ৰৰোচনাৰ বলতে ইং ১৮৩৬ চনত অসমৰ পঢ়াশালিত বঙালী ভাষাৰ অধ্যাপনা আৰম্ভ হ'ল, আদালততো বঙালী ভাষা সোমাই পৰিল। পঢ়াশালিবোৰৰ শিক্ষক ভালেমান অসমীয়া মানুহেই থাকিল। ফলত অসমীয়া ভাষা-ভাষী শিক্ষক-ছাত্ৰৰ বঙালী ভাষাজ্ঞানৰ খুন্দিয়াখুন্দিৰ মাজত এটা কৃত্ৰিম খিচুৰী ভাষা পঢ়াশালিৰ চাৰিবেৰৰ ভিতৰত আৰু চিঠি-পত্ৰৰ আদান-প্ৰদানৰ মাজত সাময়িকভাৱে চলিবলৈ ধৰিলে। প্ৰায় দুকুৰিমান বছৰৰ ভিতৰতো অসমৰ অনুৰ্ব্বৰ পঢ়াশালিৰ বুকুত বঙালী ভাষা ঠন ধৰি উঠিব নোৱাৰিলে। শেহত, সি লেবেলি গ'ল কিন্তু লগতে অসমীয়া ভাষাৰো সাৰ পানী চুহি ললে। ইং ১৮৩৬ খৃষ্টাব্দৰপৰা ১৮৭৩ খৃষ্টাব্দলৈ অসমীয়া সাহিত্যত এক ঘন অন্ধকাৰ যুগ আহি পৰিল। পশ্চিমীয়া শাসকসকলৰ প্ৰভাৱত কম-বেছি ৰকমে ইউৰোপীয় ভাবধাৰাৰ লগত পৰিচিত হোৱা লোকসকলৰ কল্পনাই প্ৰকাশৰ বাট বিচাৰি নাপালে। সাহিত্য-সৃষ্টিৰ গতিৰোধ হ'ল। ভাষাৰ ওপৰত অন্যায়ভাৱে তুলি দিয়া বোজা আঁতৰাই তাক সবল কৰি লবলৈ দীঘলীয়া সময় আৱশ্যক হৈ পৰিল।

এই কাৰণেই ইংৰাজ শাসনৰ আৰম্ভৰ প্ৰথম ছোৱাতে অসমৰ ভাষা সমস্যাই প্ৰথমতে দেখা দিয়ে। এই সমস্যা অসমীয়া জাতিয়ে নিজে সৃষ্টি কৰা নাছিল। বিদেশী আহোম ৰজাসকলে

অসমত ভাষা সমস্যা

যেতিয়া অসমদেশ জয় কৰি ৰজা হয় আৰু যেতিয়া অসমীয়া ভাষা তেনেই চালুকীয়া অৱস্থাত থাকে তেতিয়াও অসমত ভাষাৰ সমস্যা উঠা নাছিল। কিন্তু উনবিংশ শতিকাত যেতিয়া অসমীয়া ভাষা সুপ্ৰতিষ্ঠিত আৰু সুসমৃদ্ধ হৈ উঠিল, সেই সময়তো অন্যায়ভাৱে শাসক আৰু বঙালী কৰ্মচাৰীসকলে অসমত এটা নতুন সমস্যাৰ সৃষ্টি কৰিলে—সেয়ে হ'ল ভাষা সমস্যা। অসমীয়া ভাষাক নিজ ঘৰৰপৰা উলিয়াই দি তাত বঙালী ভাষাৰ প্ৰতিষ্ঠা কৰাৰ চেষ্টাত সহায় কৰিলে উৎকট বঙ্গভাষা-প্ৰেমী কিছুমান বুদ্ধিজীৱী লোকে। অসমীয়া ভাষাৰ নিজস্ব সত্তা অস্বীকাৰ কৰি, কিতাপ পত্ৰ লিখি আৰু সুপৰিকল্পিতভাৱে চেষ্টা চলাই এওঁলোকে বঙালী লোকসকলক ভালকৈ বুজাই দিলে যে অসমীয়া এটা স্বকীয়া ভাষা নহয়। অসমীয়া সাহিত্যৰ ভালেমান লেখকক বঙালী লেখক বুলি কৈ তেওঁলোকে গৰ্ব্ব অনুভৱ কৰিব ধৰিলে। কিন্তু আমাৰ ভাষা-প্ৰেমী, সাহিত্য-সেৱী আৰু খৃষ্টীয়ান মিছনেৰীসকলৰ যত্নত পৰিকল্পিত অভিসন্ধি ব্যৰ্থ হ'ল। শাসকসকলে ভাষা-সমস্যাৰ সমাধান কৰিবলৈ বাধ্য হ'ল। ইং ১৮৭৩ চনৰপৰা অসমৰ পঢ়াশালি আৰু আদালতত পুনৰ অসমীয়া ভাষাৰ প্ৰচলন হবলৈ ধৰিলে। ইংৰাজ শাসকসকলে আৰু বঙালী কৰ্মচাৰীবৃন্দই দুৰভিসন্ধি কৰি আমাৰ ভাষা আৰু সাহিত্যৰ অগ্ৰগতিত যি বাধাৰ সৃষ্টি কৰিলে তাক বহলাই আলোচনা কৰিবলৈ গলে আমাৰ জাতীয় সংস্কৃতি নিৰ্ম্মল কৰাৰ যি অপচেষ্টা চলিছিল তাৰ নগ্নতা ভালকৈ ওলাই পৰে। শেহত জানিবা সুপৰিকল্পিত চেষ্টা ব্যৰ্থ হৈ পৰিল আৰু সাময়িক বাধাৰ সৃষ্টি

হলেও অসমীয়া ভাষাৰ স্বকীয়া সত্তা আৰু নিজৰ মৰ্য্যাদা স্বীকৃত হ'ল। অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠা কৰিবলৈ আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা প্ৰভৃতি ব্যক্তিসকলে যি যত্ন-চেষ্টা কৰিলে তাৰ পিছত ভাষা-সমস্যাই নতুন ৰূপত আমাৰ মাজত দেখা দিয়াৰ বিশেষ একো কাৰণ নাছিল। কিছুমান বঙালী লোক তলে তলে অসমীয়া ভাষাৰ বিপক্ষে থকা ষড়যন্ত্ৰত লিপ্ত থাকিলেও অসমত বাস কৰা অনেকে আৰু বঙ্গদেশৰো চিন্তাশীল পণ্ডিত লোকসকলে অসমীয়া ভাষাৰ প্ৰাচীনত্ব স্বীকাৰ কৰিছে আৰু তাৰ স্বকীয়া সত্তা মানি লৈছে।

স্বাধীনতা লাভৰ পিছত আমাৰ নেতৃস্থানীয় লোকসকলে দেশৰ শাসনভাৰ ললে। তেতিয়া ভাৰতৰ সংবিধানৰ ৩৪৫ ধাৰা অনুসৰি আমাৰ চৰকাৰে অসমীয়া ভাষাক ৰাজ্যিক-ভাষাৰ স্বীকৃতি দিয়া উচিত আছিল। কিন্তু সি হৈ নুঠিল। বছৰৰ পিছত বছৰ পাৰ হৈ গ'ল। ভাৰতৰ আন আন ৰাজ্যসমূহে নিজ নিজ ৰাজ্যিক-ভাষা গ্ৰহণ কৰিলে। ক'তো হৈ-চৈ নালাগিল, হাহাকাৰ ধ্বনি শুনা নগল। সংবিধানৰ ৩৪৫ ছেদে বিধান সভাৰ সভ্যসকলক কোনো এটা ভাষাক ৰাজ্যিক-ভাষাৰ স্বীকৃতি দিয়াৰ ক্ষমতা দিছে। ৰাজ্যিক ভাষাৰ প্ৰসঙ্গত কিবা গোলমাল, তৰ্কাতৰ্কি আনকি অলপ ঠেলা-হেঁচা হব লাগিলেও সি হব লাগিছিল বিধানসভাৰ মজিয়াতহে। ইয়াত জনসাধাৰণৰ পোনপটীয়া হস্তক্ষেপৰ থল মুঠেই নাছিল। ১৯৪৭ চনৰ পিছত গঠিত অসম চৰকাৰ বা অসম বিধান সভাৰ সদস্যসকলে যদি ৰাজ্যিক-ভাষাৰ প্ৰশ্নত এটা মীমাংসাত উপনীত হবলৈ যত্ন কৰিলে-হেঁতেন, ঢেকিয়াল ফুকনৰ দিনতে সমাধান হৈ যোৱা ভাষা-সমস্যা জনসাধাৰণৰ মনত নতুনকৈ জাগি উঠাৰ কাৰণ নাথাকিলহেঁতেন। কিন্তু ৰাজ্যিক-ভাষাৰ প্ৰশ্ন বিধানসভাত নুঠিল আৰু বিধানসভাৰ সভ্যসকলেও এই বিষয়ে চিন্তা কৰাৰ অৱসৰ নাপালে। দহ বছৰ আগতে ১৯৫০ চনত অসম সাহিত্য সভাৰ তৰফৰপৰা এটা প্ৰস্তাৱ গ্ৰহণ কৰি অসম চৰকাৰক সোঁৱৰাই দিয়া হ'ল যে অসমীয়া ভাষা ৰাজ্যিক ভাষা হিচাপে সোনকালে গৃহীত হব লাগে। সেই প্ৰস্তাৱৰ পিছতো চৰকাৰে বিশেষ তৎপৰতা দেখুৱাৰ চিন পোৱা নগল।

সাংবিধানিক সুবিধা

যোৱা ১৯৫৯ চনত সাহিত্য-সভাৰ নগাঁও অধিবেশনত ৰাজ্যিক ভাষা সম্বন্ধে আন এটি প্ৰস্তাৱ লোৱা হ'ল আৰু চৰকাৰক অনুৰোধ কৰা হ'ল যাতে ১৯৬০ চনৰ ভিতৰতে অসমীয়া ভাষাক ৰাজ্যিক-ভাষা বুলি ঘোষণা কৰা হয়। সাহিত্য-সভাৰ এই দাবি অসমীয়া ৰাইজৰ দাবি। এই দাবি উত্থাপন কৰিবলৈ যাওঁতে অনা অসমীয়া আৰু পাৰ্ব্বত্য অঞ্চলৰ ভাইসকলৰ প্ৰতি কোনো অন্যায় অবিচাৰৰ ভাব পোষণ কৰা হোৱা নাই। নাইবা অসমীয়া ভাষাক তেওঁলোকৰ ওপৰত বলেৰে জাপি দিবলৈ চেষ্টা চলোৱাও হোৱা নাই। সংখ্যা-গৰিষ্ঠ হোৱা হলে তেওঁলোকেও এনে দাবি উত্থাপন কৰিলেহেঁতেন আৰু সি যুক্তিসঙ্গতো হলহেঁতেন। বিশেষতঃ এটা ভাষা আন ভাষা-ভাষীৰ ওপৰত জাপি দিয়াৰ ধাৰণা অমূলক আৰু নিৰৰ্থক। ভাষা শিকিব লাগিলে স্বেচ্ছাৰ শিকিব

সাহিত্য সভাৰ প্ৰস্তাৱ

লাগে। আপি দিবলৈ গলে বিৰোধ উপস্থিত হয় আৰু তেতিয়া সেই ভাষাই শিপাব নোৱাৰি মৰি যায়।

আমাৰ দেশখনক লোকতান্ত্ৰিক গণৰাজ্য বুলি ঘোষণা কৰা হৈছে। গণতান্ত্ৰিক শাসন-পদ্ধতিৰ তলত যেই সেই সংখ্যা-গৰিষ্ঠ দলে বৈধভাৱে তেওঁলোকৰ দাবি উত্থাপন কৰিব পাৰে। কেৱল অসমীয়া মানুহেই নহয়, আন ৰাজ্যতো তেনে সমস্যাৰ উদ্ভৱ হলে সেই ৰাজ্যৰ সংখ্যা-গৰিষ্ঠ দলে এনেকৈ বিধি সন্মতভাৱে প্ৰস্তাৱ আদি লৈ, হৰতাল পালন কৰি, শোভাযাত্ৰা উলিয়াই জনমতৰ নিদৰ্শন দেখুৱালেহেঁতেন আৰু ৰাইজৰ দাবি চৰকাৰৰ দৃষ্টিগোচৰ কৰিলেহেঁতেন।

গণতান্ত্ৰিক ৰীতি

ভাৰতৰ সংবিধানত স্বীকৃত ১৪টা ভাষাৰ ভিতৰত অসমীয়া এটা মুখ্য ভাষা। সংবিধানত স্বীকৃত এই ভাষাৰ কাৰণেও এটা স্বকীয়া এলেকা থাকিব লাগিব। সেই এলেকা বোম্বাই, উত্তৰপ্ৰদেশ, বিহাৰ বা বঙ্গদেশৰ ভিতৰত হব নোৱাৰে কিয়নো এইবোৰ ঠাইত অসমীয়া ভাষা-ভাষীৰ সংখ্যা তেনেই নগণ্য। যি অসম প্ৰদেশৰ শতকৰা ৬০ জন লোকেই অসমীয়া কথা কয়, অসমীয়া পঢ়ে আৰু যি ভাষাৰ এটা গৌৰৱময় অতীত আৰু উজ্জ্বলতৰ ভবিষ্যৎ আছে সেই ভাষাই অসমৰ একমাত্ৰ ৰাজ্যিক-ভাষা ঘোষিত হোৱাৰ যুক্তিৰ বাহিৰে আন দ্বিতীয় যুক্তি নাই। আমাৰ বিধান সভাৰ সভ্য আৰু মন্ত্ৰীমণ্ডলীয়ে এই যুক্তি নুবুজা নহয়, বুজে, কিন্তু ৰাজনৈতিক কাৰণত তেওঁলোকে কেতিয়াবা কেতিয়াবা বুজিও নুবুজাৰ ভাও ধৰে।

অসমীয়া ভাষাৰ স্থান

যি কি নহওক, বিধান সভাত ৰাজ্যিক ভাষাৰ প্ৰশ্ন তুলিলে বিৰোধী দলপতি শ্ৰীহৰেশ্বৰ গোস্বামীয়ে। বিৰোধী দলৰ আন আন সদস্যসকলে এই দাবিৰ যৌক্তিকতা দেখুৱাই যথাশক্তি দীঘল-চুটি বক্তৃতা দিলে। মুখ্যমন্ত্ৰী এইবাৰ সজাগ হ'ল আৰু যোৱা ৩ মাৰ্চ্চ তাৰিখে বিধান সভাৰ মজিয়াত তেওঁ এটা বক্তৃতা দি চৰকাৰৰ মতামত জনালে। বক্তৃতাটোত তেওঁ ভালেমান ভাল কথাকে কৈছিল আৰু এটা উদাৰ মনৰ পৰিচয়ো দিছিল। এনে এটি উদাৰ ভাবৰ বশবৰ্ত্তী হৈয়েই হয়তো তেওঁ কৈ পেলালে যে অসমীয়া ৰাজ্যিক-ভাষা কৰাৰ নিমিত্তে অনা-অসমীয়া লোকসকলৰপৰা দাবি নহালৈকে চৰকাৰে অপেক্ষা কৰিবলৈ ভাল পায়। মুখ্যমন্ত্ৰী চলিহা যিমানেই উদাৰ ভাবৰদ্বাৰা পৰিপুষ্ট নহওক লাগে, তেওঁৰ এই উক্তিত ৰাজনৈতিক বিচক্ষণতাৰ পৰিচয় নাথাকিল আৰু সি যুক্তি-সন্মতো নহল। মুখ্যমন্ত্ৰীয়ে এইদৰে কোৱাৰ কিছুদিন আগৰেপৰা ভালেমান অনা-অসমীয়া অনুষ্ঠানে অসমীয়াকে ৰাজ্যিক ভাষা কৰাৰ দাবি মুক্তকণ্ঠে সমৰ্থন কৰা কথা তেওঁ জানে। তাৰোপৰি ৰাজ্য-ভাষাৰ প্ৰশ্নত সংখ্যা গৰিষ্ঠ লোকসকলৰ দাবি অগ্ৰাহ্য কৰি সংখ্যা লঘুসকলৰ ওপৰত ইমান বেছি গুৰুত্ব আৰোপৰ চেষ্টা কেনে ধৰণৰ গণতান্ত্ৰিক নীতি, আমি তাক বুজিবলৈ অক্ষম। অসমৰ নানা তৰহৰ সমস্যাৰ দোহাই দি, সেইবোৰৰ সমাধান কৰিবলৈ চেষ্টা নকৰি আওকাণ কৰাৰ অভ্যাস চৰকাৰৰ দুৰ্ব্বলতাৰ বাহিৰে আন কি হব পাৰে? সমস্যাৰ উদ্ভৱ হলে

মুখ্যমন্ত্ৰীৰ উক্তি, তাৰ প্ৰতিক্ৰিয়া

সাহস আৰু দৃঢ়তাৰে সমাধানৰ চেষ্টা কৰাটো দূৰদৰ্শিতাৰ পৰিচয়। কিন্তু তাকে নকৰি মুখ্যমন্ত্ৰীয়ে এনে এটা কথা কৈ পেলালে যাৰ ফলত সমস্যা জটিলতৰ হৈ উঠিল আৰু বিভেদকামী দলক সক্ৰিয় কৰি তুলিলে। ভালেমান অসমীয়া লোকে মুখ্যমন্ত্ৰীৰ উক্তিৰ তাৎপৰ্য্য বুজিবলৈ চেষ্টা নকৰিলে। কিন্তু কাছাৰ জিল্লাৰ এটি চুকত আৰু শ্বিলং নগৰত বসতি কৰা বঙালী লোকসকলে এই উক্তিৰদ্বাৰা উৎসাহিত হৈ অসমীয়া ভাষা যাতে ৰাজ্যিক-ভাষা হিচাপে গ্ৰহণ কৰা নহয় তাৰ কাৰণে উঠিপৰি লাগিল, আন্দোলন আৰম্ভ কৰিলে। পৰ্ব্বতীয়া ভাইসকলৰ, যিসকলৰ লগত অসমীয়া লোকৰ অতীজৰেপৰা ঘনিষ্ঠ সম্বন্ধ সেইসকলকো অপপ্ৰচাৰৰ দ্বাৰা আৰু মিছা ভীতি প্ৰদৰ্শনৰ সহায়ত অসমীয়া লোকৰপৰা ক্ৰমাৎ আঁতৰাই দিবলৈ চেষ্টা কৰা হ'ল। অসমৰ ৰাজধানী শ্বিলঙৰ বুকুতে অসমীয়া জাতিক আৰু ভাষাক অকথ্য ভাষাৰে তিৰস্কাৰ কৰি শোভাযাত্ৰা কৰা হ'ল, কোনো কোনো অসমীয়া লোকৰ গাত ছুৰীৰ আঘাত লাগিল। মৰিয়নী, লামডিং আদি ঠাইত লোকৰ ওপৰত উৎপীডন আৰম্ভ হ'ল। লগে লগে তাৰ প্ৰতিক্ৰিয়াও দেখা দিলে।

শান্তিপূৰ্ণ অসমৰ বুকুত অশান্তিৰ উত্তপ্ত বতাহ বেগেৰে ববলৈ আৰম্ভ কৰিলে কোনো কোনো অনা-অসমীয়া উচ্চপদস্থ কৰ্ম্মচাৰীৰ পক্ষপাতিতাপূৰ্ণ সক্ৰিয়তাৰ কাৰণে আৰু আন কিছুমান তলতীয়া কৰ্ম্মচাৰীৰ কিংকৰ্ত্তব্য-বিমূঢ়-নিষ্ক্ৰিয়তাৰ হেতুকে। কলিকতাৰপৰা প্ৰকাশিত দৈনিক বাতৰি কাকত কেইখনমান মিছা আৰু অতিৰঞ্জিত বাতৰি পৰিবেশন কৰি মানুহক আতঙ্কিত, উন্মত্ত কৰি তুলিলে। কটন কলেজৰ ছাত্ৰাবাসৰ ওপৰত গুলীচালনা কৰা হ'ল—ফলত নিৰপৰাধী ৰণজিত বৰপূজাৰীৰ বাৰেণ্ডাত মৃত্যু ঘটিল আৰু ছজন গুৰুতৰৰূপে আহত হ'ল। গোলমাল বাঢ়ি উঠিল—সুযোগ ললে সমাজবিৰোধী লোকসকলে। ৰাজ্যভাষাৰ প্ৰশ্ন তল পৰি গ'ল, সভা-সমিতিৰ যোগেদি জনমত প্ৰকাশৰ সুবিধা নাইকিয়া হৈ পৰিল। আগৰেপৰা উন্মত্ত হৈ পৰা দুয়ো পক্ষৰে সমাজবিৰোধী কিছুমান লোক হঠাৎ সক্ৰিয় হৈ উঠিল। অনেক লোক গৃহহীন হ'ল, সা সম্পত্তি নষ্ট পালে। সৰহভাগেই আতঙ্কিত হৈ নিজৰ ঘৰ-দুৱাৰ এৰি ভগনীয়া হৈ পৰিল। অসমৰপৰা বঙ্গদেশলৈ বঙালী ভগনীয়াৰ সোঁত ববলৈ ধৰিলে আৰু শ্বিলং, লামডিং, কোচবেহাৰ, আলিপুৰ-দুৱাৰ, শিলচৰ আদিৰপৰাও অসমীয়া ভগনীয়াৰ সোঁত আৰম্ভ হ'ল। শিলিগুৰিত উদীয়মান লেখক সূৰ্য্য বৰাক নৃশংসভাৱে হত্যা কৰা হ'ল। বিৰোধী দলপতি হৰেশ্বৰ গোস্বামীৰ জীৱন ৰক্ষা কৰিবলৈ শিলিগুৰিত বিৰাট সৈন্য-সমাবেশৰ প্ৰয়োজন হ'ল, চাৰি জন লোকক গুলী কৰি মাৰিব লগাও হ'ল। অৱশেষে অসমীয়া জাতিৰ সৌভাগ্যৰ বলত আৰু ভগৱানৰ অপাৰ কৰুণাৰ ফলত হৰেশ্বৰ গোস্বামীৰ ভৰ-যৌৱনৰ জীৱন-সূৰ্য্য অকালতে বুৰ নগ'ল।

অশান্তিৰ কাৰণ

অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰপৰা অসমীয়া ভাষাক ৰাজ্যিক ভাষা হিচাবে স্বীকৃতি দিয়াৰ প্ৰস্তাৱ গ্ৰহণ আৰু বিশেষকৈ মুখ্যমন্ত্ৰী মহোদয়ে বিবৃতিযোগে দিয়া ৰাজ্যিক ভাষাৰ বিল আগত বিধানসভাৰ অধিবেশনত উত্থাপন কৰাৰ আশ্বাসৰ পিছত অসমীয়া জাতি কোনো

গণ্ডগোলৰ মাজত সোমাই পৰাৰ কাৰণ নাছিল। সেই বাবে বাইজৰ দাবিৰ অনুকূলে মুখ্যমন্ত্ৰীয়ে মত প্ৰকাশ কৰাৰ পিছতো অশান্তি বাঢ়ি উঠাৰ কাৰণবোৰ কি, তাক ভালকৈ অনুসন্ধান কৰিলেহে পোৱা যাব। অসম-ভ্ৰমণ প্ৰসঙ্গত কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীঅশোককুমাৰ সেনে কৈছিল—অসমৰ এই গোলমালৰ মূল কাৰণ ৰাজ্যিক-ভাষা নহয় তাতকৈ দকৈ শিপোৱা আন বিষ-বৃক্ষহে। এই বিষ-বৃক্ষৰ শিপা হয়তো বহুত দূৰলৈ গৈছে। সেই শিপা উভালিব পাৰিলেহে ভবিষ্যৎ বিপদৰ আশঙ্কা আঁতৰিব। চৰকাৰৰ তৰফৰপৰা ভাল তদন্ত চলাব লাগে আৰু দোষীৰ ওপৰত যথাবিহিত শাস্তিৰ ব্যৱস্থা কৰিব লাগে। ব্যক্তি-জীৱন আৰু সামাজিক নিৰাপত্তা লৈ খেলা কৰা অমাৰ্জ্জনীয় অপৰাধ।

অশান্তিৰ মূলোৎপাদন

যোৱা গোলমালত যি কেইজন লোক মৃত্যুৰ মুখত পৰিল তাৰ কাৰণে গভীৰ সমবেদনা প্ৰকাশ কৰিছোঁ আৰু মৃতকৰ আত্মাৰ সদ্গতিৰ অৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ। যিসকল গৃহহীন হৈ পৰিছে সেইসকলৰ প্ৰতি আন্তৰিক সহানুভূতি প্ৰকাশ কৰিছোঁ। আতঙ্কিত এই লোকসকলৰ মনৰ সন্দেহ দূৰ কৰা আমাৰ কৰ্ত্তব্য। যি অসমীয়া জাতিয়ে কেইবছৰমান আগতে ছয় লাখ বঙালী ভগনীয়াক আদৰি লৈছিল সেই অসমীয়া জাতিৰ মনত এইসকল আপোন নহৈ নোৱাৰে। কিন্তু এওঁলোকেও আমাক আৰু আমাৰ নেতাসকলক আপোন বুলি ভাবিব লাগে। অসমৰ মাটি-পানীৰে পৰিপুষ্ট হৈ বঙ্গদেশৰ বাতৰি কাকতৰ নেতৃত্বৰ নিৰ্দ্দেশত উঠা-বহা কৰা প্ৰকৃতিয়ে অসম চৰকাৰ আৰু অসমৰ নেতৃত্বৰ প্ৰতি তেওঁলোকৰ আনুগত্য নুবুজায়।

ভগনীয়াসকলৰ কৰ্ত্তব্য

যোৱা গোলমালত অসমৰ প্ৰভূত আৰ্থিক ক্ষতি সাধিত হৈছে। কিন্তু তাতোকৈ বেছি হৈছে অসমীয়া জাতিৰ মুখত সানি দিবলৈ খোজা কলঙ্কৰ ডাঠ কালিমা। এই ছেগতে মই আমাৰ দেশবাসীক জনাব খোজো যে সৰহভাগ অসমীয়া লোকেই আৰু অসমৰ প্ৰত্যেক ৰাজনৈতিক দলৰ নেতাসকলে এনেবোৰ সমাজবিৰোধী কাৰ্য্যৰ তীব্ৰ নিন্দা কৰিছে। আনহাতে অসমীয়া স্বেচ্ছাসেৱকসকলে আৰু গাৱঁলীয়া ৰাইজে ভগনীয়াসকলৰ পুনৰ সংস্থাপনত সক্ৰিয় অংশ গ্ৰহণ কৰি ঘৰ-দুৱাৰ সাজি দিছে। অসমীয়া লোকৰ সৰ্ব্বভাৰতীয় দৃষ্টিভঙ্গী নথকা নহয়। তেওঁলোকে বুজে অসমীয়া, বঙালী, মাদ্ৰাছী, আমি সকলোৱে একেখন সংবিধানৰ তলতে শাসিত হৈছোঁ আৰু একেখন দেশৰ উন্নতি-অৱনতিৰ লগত আমাৰ জীৱনৰ উন্নতি-অৱনতি জড়িত হৈ আছে। সমগ্ৰ ভাৰতৰ উন্নতিৰ লগত দেশৰ ভিন ভিন এলেকা আৰু ৰাজ্যৰ উন্নতিৰ সম্বন্ধ আছে। ভাৰতৰ ভিতৰত কোনো ৰাজ্য পিছ পৰি থাকিলে সি ভাৰতৰ আভ্যন্তৰীণ দুৰ্ব্বলতাহে প্ৰকাশ কৰে। গতিকে কোনো ৰাজ্যৰ লোকে ন্যায্যভাৱে কোনো কথাত আগুৱাই যাব খুজিলে তাত বাধা জন্মোৱা অনুচিত। অসমৰ জাতীয় উন্নতিত সমাজে এটি খোজ আগুৱাই দিব খুজিলে তাক পিছলৈ টনাৰ চেষ্টা থাকিব নালাগে। সংখ্যাগৰিষ্ঠ দলে অসমত অসমীয়া ৰাজ্যিকভাষা বিচাৰিছে। আন্দোলনৰ-দ্বাৰা বাধাৰ সৃষ্টি কৰি দেশক বিপ্লৱৰ পথলৈ আগুৱাই যাবলৈ সুবিধা দিয়া অমাৰ্জ্জনীয়

সৰ্ব্বভাৰতীয় চৈতন্য

অপৰাধ। সংখ্যালঘুসকলৰ মনত অসন্তোষ থাকিলে সংবিধানৰ ৩৪৭ ধাৰাৰ আশ্ৰয় লৈ ৰাষ্ট্ৰপতিৰ ওচৰত আবেদন কৰাৰ উপায় তেওঁলোকৰ হাতত আছে।

যিসকল সংখ্যালঘু সম্প্ৰদায়ৰ লোকে অসমীয়া ভাষাক ৰাজ্যিক-ভাষা হিচাবে গ্ৰহণ কৰাৰ বিপক্ষে তুমুল আন্দোলন আৰম্ভ কৰিছে সেইসকলেও জানিব পাৰিছে যে অসম-উপত্যকাত বসতি কৰা বঙালী লোকসকলে অসমীয়া ৰাজ্যিকভাষা হব লাগে বুলি মত প্ৰকাশ কৰিছে। কাছাৰ জিলাৰ ভিতৰত অসমীয়া ভাষা-ভাষীৰ সংখ্যাও একেবাৰে নগণ্য নহয়। তাৰোপৰি কাছাৰৰ পুৰণি লোকসকলৰ বুজন সংখ্যাকে অসমীয়া জাতিৰ এই দাবিৰ প্ৰতি সমৰ্থন জনাই ভিন ভিন সংস্থাৰপৰা প্ৰস্তাৱ গ্ৰহণ কৰিছে। মিকিৰ ভাইসকলে অসমীয়াকেই ৰাজ্যিক-ভাষাৰ মৰ্য্যাদা দিব লাগে বুলি মত প্ৰকাশ কৰিছে। নগা ভাইসকলৰ এতিয়া স্বকীয়া ৰাজ্য হ'ব। এই ৰাজ্যৰ ভিতৰত থকা ভিন ভিন খেলৰ লোকৰ মাজত আদান-প্ৰদানৰ মাধ্যম অসমীয়া। শুনা গৈছে, নতুন নগা ৰাজ্যত হেনো এই মাধ্যম স্বীকাৰ কৰি লোৱা হব। নেফা প্ৰশাসনে নেফাৰ স্কুলসমূহত শিক্ষাৰ মাধ্যম অসমীয়া কৰা বুলি জনাইছে। প্ৰাচীন কালৰেপৰা খাচী, জয়ন্তীয়া, গাৰো আৰু কিছু পৰিমাণে মিজোসকলৰ লগত অসমীয়া জাতিৰ ঘনিষ্ঠ সম্বন্ধ। এওঁলোকৰ ভিতৰত অনেকেই অসমীয়া বুজে। ইচ্ছা কৰিলে সহজে এওঁলোকে অসমীয়া ভাষা আয়ত্ত কৰি লব পাৰে। আমি আশা কৰোঁ, ভেদভাব পৰিত্যাগ কৰি অসমৰ উন্নতিকল্পে এওঁলোক আগবাঢ়ি আহিব। এওঁলোক আৰু আন সংখ্যালঘুসকলে নিজ নিজ মাতৃভাষাৰ জৰিয়তে শিক্ষা-দীক্ষা পোৱাৰ ব্যৱস্থা আছে। তাৰোপৰি ৰাজ্যিকভাষা ঘোষণা কৰাৰ লগতে এওঁলোকৰ অন্যান্য সা-সুবিধা সংৰক্ষণৰ ব্যৱস্থাও কৰিব পৰা হব। পাৰ্ব্বত্য অঞ্চলৰ দুই-চাৰি নেতাৰ লগত আলাপ-অ লোচনা কৰি আমি বুজিব পাৰিলোঁ অসমীয়া ৰাজ্যিক-ভাষা ঘোষিত হ'লে চাকৰি-বাকৰিত পৰ্ব্বতীয়া ভাইসকলৰ অসুবিধা হব আৰু তেওঁলোকৰ নিজ নিজ ভাষা-সংস্কৃতিৰ অগ্ৰগতিত বাধা পৰিব—এনে এটা সন্দেহ তেওঁলোকৰ মনত সোমাইছে। কিন্তু আচলতে অসমৰ সংস্কৃতি গঠনত পৰ্ব্বত আৰু ভৈয়ামৰ সমান দান আছে। অসমীয়া ৰাজ্যিক-ভাষা গৃহীত হলে কাৰো ভাষা সংস্কৃতি পঙ্গু হৈ নাযায় বৰং পাৰম্পৰিক সহযোগত অসমীয়া আৰু লগে লগে পাৰ্ব্বত্য অঞ্চলৰ ভাষাবোৰৰো প্ৰকৃত উন্নতি সাধিত হব। চাকৰি আদি বিষয়ত সমান সুবিধাৰ কাৰণে শিক্ষানীতিৰ অলপ-অচৰপ সাল-সলনি কৰি লব পৰা হব। মাথোন আমাক লাগে সহযোগী মনোবৃত্তি। দেশত কিবা সমস্যাৰ উদ্ভৱ হ'লে সেই সমস্যা যিমানেই জটিল নহওক, তাৰ সমাধান এদিন কৰিব লাগিব। মই সেই বাবে পৰ্ব্বতীয়া ভাইসকলক অনুৰোধ কৰিব খোজোঁ তেওঁলোকে যেন মিছা সন্দেহবোৰ মনৰ মাজত পুহি নাৰাখে। আজিৰ যুগত, গণতান্ত্ৰিক শাসনৰ তলত কেৱে কাৰো ভাষা-সংস্কৃতিৰ ওপৰত হাত নিদিয়ে। ই গণতান্ত্ৰিক নীতিৰ বিৰোধী।

অনা-অসমীয়া লোকৰ সমৰ্থন

ৰাজ্যিক-ভাষাৰ প্ৰশ্নৰ আলমত অসমক খণ্ড-বিখণ্ড কৰি পেলোৱা যুক্তি সমৰ্থনযোগ্য

নহয়। ৰাজ্যখনক ভাঙি-ছিঙি কেইখনমান সৰু সৰু দুৰ্ব্বল খণ্ডত পৰিণত কৰিলে অকল অসমৰে নহয়, পাৰ্ব্বত্য জিলাসমূহ আৰু আনকি সমগ্ৰ ভাৰতবৰ্ষৰে বিশেষ ক্ষতি হব। দেশ খণ্ড-বিখণ্ড কৰা মনোবৃত্তি দেশবাসীৰ মনত এবাৰ সোমাব লাগিলে প্ৰাদেশিকতাতকৈও সি এক উৎকট মাৰাত্মক ব্যাধিত পৰিণত হব। আজি কিছু দিনৰেপৰা গোটেই দেশৰ ভিতৰতে সঙ্কীৰ্ণ মনোবৃত্তি ফুটি উঠাৰ চিন দেখা গৈছে। এই মনোবৃত্তি সময় থাকোঁতে দূৰ কৰিব লাগে। আমি সকলোৱে নিজা বৈশিষ্ট্য ৰক্ষা কৰাৰ লগতে ভাৰতীয় ঐতিহ্যৰ প্ৰতিও সচেতন হব লাগে আৰু ভাৰতৰ অখণ্ডতা যাতে ৰক্ষা পৰে তাৰ বাবে যত্নপৰ হব লাগে। দেশৰ লোকসকল প্ৰাদেশিকতাৰ উৎকট ব্যাধিগ্ৰস্ত হৈ পৰিলে দেশ দুৰ্ব্বল হয় আৰু তাৰ নিৰাপত্তাৰ ভেটি কঁপি উঠে।

স্বকীয়া পাৰ্ব্বত্য ৰাজ্য

আনহাতে ভিন ভিন ৰাজ্যসমূহৰো অনেক ক্ষেত্ৰত স্বাতন্ত্ৰ্য আছে। এখন ৰাজ্যৰ স্বতন্ত্ৰতা ভঙ্গ কৰিবলৈ আন এখন ৰাজ্য যত্নপৰ হোৱা নিতান্ত অনুচিত। অসমত কিবা গোলমাল হলে অসম চৰকাৰে যাতে তাক সহজে দমন কৰিব পাৰে তাৰ অনুকূল পৰিবেশ সৃষ্টিৰ দায়িত্ব চুবুৰীয়া ৰাজ্যৰ। কিন্তু তাকে নকৰি সমস্যা-সমাধানৰ প্ৰতিকূল অৱস্থাৰ সৃষ্টি কৰিলে অকল অসমৰে অন্যায় কৰা নহয় নিজৰ ৰাজ্যতো সাম্প্ৰদায়িকতাৰ প্ৰশ্ৰয় দিয়া হয়। গণতান্ত্ৰিক প্ৰশাসনৰ ক্ষেত্ৰত নাগৰিকসকলৰ ধৈৰ্য্য আৰু সহিষ্ণুতা ভাবপ্ৰবণতাৰ বেদীত উছৰ্গা কৰি দিবলৈ গলে সমস্যাৰ সমাধান নহয়, সি জটিল হৈহে পৰে।

ৰাজ্যৰ স্বতন্ত্ৰতা

অনেক বঙালী জাৰ্নেলিষ্টে কলিকতাৰ বুকুত থাকি অসমৰ সম্বন্ধে এটা মনেগঢ়া romantic ছবি আঁকি লৈ বহি আছে। তেওঁলোকৰ কল্পনাত সমগ্ৰ গোৱালপাৰা, সমগ্ৰ কাছাৰ আৰু অসম উপত্যকাৰো আধা-আধি লোক বঙালী। সেই গতিকে শ্ৰীচপলকান্ত ভট্টাচাৰ্য্যৰ দৰে লোকেও অসমৰ ১৯৫১ চনৰ চেন্সাছৰ হিচাব মানি নলৈ অন্যায়ভাৱে অসম চৰকাৰৰ ওপৰত দোষাৰোপ কৰিছে। কিন্তু ভট্টাচাৰ্য্য আৰু তেওঁৰ মতাৱলম্বী লোকসকলে বুজা উচিত যে ১৯৫১ চনৰ আগৰ চেন্সাছবোৰত বঙালী কৰ্ম্মচাৰীসকলে সমগ্ৰ গোৱালপাৰা বাসীকেই বঙালী বুলি মিছা হিচাব দিছিল। তাৰোপৰি অনা-অসমীয়া ভালেমান লোককো বঙালী বুলি দেখুৱা হৈছিল। চেন্সাছ অফিচাৰসকলৰ ভিন ভিন টোকাবোৰ চালেই এই কথা প্ৰমাণিত হব। উদাহৰণস্বৰূপে ১৮৮১, ১৯০১, ১৯১১, ১৯২১, ১৯৩১ চনত হোৱা লোকগণনাত গোৱালপাৰা জিলাত অসমীয়া ভাষা-ভাষীৰ সংখ্যা কেনে সামঞ্জস্যহীন হৈ পৰিছে তালৈ চকু দিলে সকলো কথা ওলাই পৰে। ইয়াৰ উপৰিও ১৯৫১ চনৰ আগতে বঙ্গ-ভাষা-ভাষী ছিলেট জিলাৰ প্ৰায় আঠাইথিনি অংশ পাকিস্তানৰ ভিতৰত পৰি গৈছে। অলীক কল্পলোকৰপৰা নামি আহি আৰু মনৰপৰা কুসংস্কাৰৰ ঘন কুঁৱলী আঁতৰাই এইসকল লোকে যদি নিৰপেক্ষ দৃষ্টি-ভঙ্গী লৈ পৰীক্ষা কৰি চায় তেন্তে তেওঁলোকে দেখিবলৈ পাব অকল গোৱাল-পাৰাকে আৰম্ভ কৰি নহয়, কোচবেহাৰ, ৰংপুৰৰপৰা পূৱৰ সদিয়ালৈকে এই দীঘল ভূখণ্ড কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল। আজিও কামৰূপীয় সংস্কৃতি আৰু প্ৰাচীন কামৰূপীয় ভাষাৰ ঠাচ

মনে গঢ়া কল্পনা

কোচবিহাৰ, ৰংপুৰ অঞ্চলত প্ৰচলিত হৈ আছে। আজিও বৰ্ত্তমান কামৰূপ জিলাৰ অনেক লোকৰ লগত এইসকলৰ ঘনিষ্ঠ সম্বন্ধ আছে আৰু তেওঁলোকৰ অসমবাসীৰ প্ৰতি গভীৰ মৰম আৰু স্নেহৰ আকৰ্ষণ আছে। গোৱালপাৰা জিলাৰ লোকসকল হাবে-হিমজুৱে অসমীয়া— তাৰ নিদৰ্শন ৰাজ্যপুনৰ্গঠন আয়োগৰ তদন্তৰ সময়ত গোৱালপাৰাবাসীয়ে নিজে দি গৈছে। কামৰূপ, দৰং, নগাওঁ আদি জিলাসমূহত দহপোন্ধৰ বছৰ আগতে বসতি কৰা বঙালী লোক-সকলে ইতিমধ্যে অসমীয়া গ্ৰহণ কৰিছে। কাছাৰ জিলাৰ কিছু লোক অসমীয়া। প্ৰাচীন কালৰেপৰা বসতি কৰা খিলঞ্জীয়া লোকসকলৰ অসমীয়া জাতিৰ আশা-আকাঙ্খাৰ প্ৰতি সমৰ্থন আছে। মনেগঢ়া কল্পনা এৰি এই বঙালী লোকসকলে যদি ভালকৈ চায় তেন্তে বাস্তৱত তেওঁ-লোকে যি দেখা পাব তাৰপৰা তেওঁলোকৰ অন্তৰাত্মাই নিশ্চয় বুজিব যে অহা চেন্সাছত অসমীয়া লোকৰ সংখ্যা কমিব নোৱাৰে, বহুত বেছি বাঢ়িবহে। চেন্সাছলৈ ভয় কৰি অসমীয়া জাতিয়ে ৰাজ্যিকভাষা বিচৰা নাই, বিচাৰিছে এটা ন্যায়সঙ্গত দাবিৰ স্বীকৃতি।

অসম বহুভাষী ৰাজ্য বুলি কোৱা যেনেকৈ অসঙ্গত, দ্বিভাষী বোলাটোও তেনেকৈ অসঙ্গত। এইটো সঁচা কথা যে ভিন ভিন ভাষা-ভাষী লোক অসমত আছে কিন্তু অসমৰ নিচিনাকৈ আন ৰাজ্যতো বহু-ভাষাভাষী লোক খিলঞ্জীয়া অধিবাসী হিচাবে বসতি কৰি আছে। সেইবোৰ ৰাজ্যত বহুভাষাৰ প্ৰশ্ন নুঠিলে, অসমৰ ক্ষেত্ৰত অকলে সেই প্ৰশ্ন তোলাৰ জানো কিবা কাৰণ আছে? বিশেষতঃ অসমৰ কোনো অঞ্চলত প্ৰচলিত ভাষাবোৰে আন প্ৰধান ১৪টা মুখ্য ভাষাৰ লগত সমানে স্বীকৃতি পোৱা নাই। অসমৰ শতকৰা ১৮ জনৰ মাজত বঙালী ভাষাৰ প্ৰচলন আছে। কিন্তু অসম উপত্যকাত বসতি কৰা সৰহ সংখ্যক বঙালী লোক (তেওঁলোকে অসমীয়া বুজে) অসমীয়া ভাষাক ৰাজ্যিক-ভাষা কৰা দাবি সমৰ্থন কৰিছে। তাৰোপৰি এখন ডাঙৰ ৰাজ্যৰ ওপৰত বঙ্গভাষাই নিৰ্ব্বিবাদে ৰাজত্ব কৰি আছে। ভাৰতৰ বিস্তীৰ্ণ ভূমিৰ এটি খণ্ডত অসমীয়া ভাষাক শান্তিৰে থাকিবলৈ দিলে বঙ্গদেশৰ একো ক্ষতি নহয়, ভাৰতৰো নহয়। আমি যেনেকৈ বঙালী ভাষা সোনকালে আয়ত্ত কৰিব পাৰোঁ, বঙালী ভাইসকলেও তেনেকৈ অসমীয়া ভাষা আয়ত্ত কৰিব পাৰে। বঙালীসকলৰ মাজৰেপৰা ওলোৱা দুই চাৰিজন লেখকে আধুনিক অসমীয়া সাহিত্যত সোনকালে খ্যাতি অৰ্জ্জন কৰাটোৱেই তাৰ প্ৰমাণ। শ্ৰীঅমলেন্দু গুহ এনে এজন লোক। এনেস্থলত অসমক দ্বিভাষী ৰাজ্য বুলি ভবাৰ কোনো অৰ্থ নাই। অসম বহুভাষী বা দ্বিভাষী ৰাজ্য কেতিয়াও হব নোৱাৰে। এই ৰাজ্যৰ সৰহ সংখ্যক লোক অসমীয়া ভাষা-ভাষী। অসমীয়া ভাষা-সাহিত্যৰ গৌৰৱময় অতীত বুৰঞ্জী আছে আৰু উজ্জ্বল ভৱিষ্যতৰ স্পষ্ট নিদৰ্শন আছে। এনে এটা ভাষাৰ লগত আন কোনো ভাষাকে সমানে ৰাজ্য-ভাষাৰ মৰ্য্যাদা অসমত দিব নোৱাৰি। ভাৰতৰ ভিন ভিন ৰাজনৈতিক দল আৰু নেতৃবৃন্দই এই মত দৃঢ়ভাৱে প্ৰকাশ কৰিছে। সেই বাবে অসমীয়া বাইজৰ দাবি সুস্পষ্ট—একমাত্ৰ অসমীয়া ভাষাই অসমত ৰাজ্য-ভাষাৰ মৰ্য্যাদা পাব লাগে। সংখ্যালঘুসকলৰ সুবিধাৰ অৰ্থে কোনো অঞ্চলত ৰাজ্য-ভাষাৰ

বহুভাষী, দ্বিভাষী ৰাজ্যৰ দাবি অসঙ্গত

প্ৰয়োগ এটা নিৰ্দ্দিষ্ট কাললৈ পিছুৱাই দিয়াৰ দিহা কৰিব লাগে নাইবা তেওঁলোকৰ নিজ ভাষা আৰু কৃষ্টি সংৰক্ষণৰ ব্যৱস্থা কৰিব লাগে।

ৰাজ্য-ভাষাক কেন্দ্ৰ কৰি আমাৰ মাজত যি বাদবিসম্বাদৰ সৃষ্টি হৈছে তাৰ লগে লগে অসমীয়া সাহিত্যৰ মৌলিক সম্পদ লৈয়ো প্ৰশ্ন মুঠা নহয়। বাহিৰৰ সৰহভাগ লোকে আৰু আমাৰ মাজতো অনেকেই অসমীয়া প্ৰাচীন সাহিত্যৰ সমৃদ্ধিৰ গম ভালকৈ নাপায়। আধুনিক যিসকল সাহিত্যিক আছে সেই সকলৰ দ্বাৰা ৰচিত পুথি-সমূহো পঢ়িবলৈ এওঁলোকে যত্ন নকৰে। ইয়াৰ উপৰিও, সাহিত্যৰ ৰসগ্ৰহণৰ বাবে যি সহৃদয়তা লাগে তাৰো অভাব বোধকৰোঁ এওঁলোকৰ অন্তৰত আছে। আনক ভাল বোলাৰ ক্ষেত্ৰত আমাৰ সৰহভাগ ভাৰতীয় লোকৰ নিজস্ব একোটা মানদণ্ড আছে বুলিও মনত ধাৰণা কৰা টান। ভাৰতৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহেৰু, উপ-ৰাষ্ট্ৰপতি ডাঃ ৰাধাকৃষ্ণন প্ৰভৃতি লোক-সকলেও আন্তৰ্জ্জাতিক ক্ষেত্ৰত যশস্বী হৈ পৰাৰ পিছতহে আমাৰ দেশত খ্যাতি লাভ কৰে। কবি-গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে ন'বেল বঁটা লাভ কৰাৰ আগলৈকে তেওঁৰ নিজৰ ৰাজ্যত চোকা বাক্যবাণৰ আঁচোৰ সহ্য কৰিব লগীয়া হৈছিল। দেখা গৈছে, খ্যাতিৰ চিল-মোহৰৰ চাব বাহিৰৰ পৰা গাত পৰাৰ আগতে আমি সহজতে আমাৰ মাজত থকা গুণী আৰু জ্ঞানী-লোকসকলক চিনি পাবলৈ যত্ন নকৰোঁ। ই বোধহয় বিদেশী শাসকসকলৰ প্ৰভাৱত গঢ়ি উঠা পৰমুখাপেক্ষিতাৰ নকল দৃষ্টি-ভঙ্গী।

*সাহিত্যৰ সম্পদ*

উৎকৃষ্ট সাহিত্যৰ সৃষ্টিৰ মূলতে কবি-প্ৰতিভা হলেও সামাজিক আৰু ঐতিহাসিক নানান কাৰণৰ দ্বাৰা কবি-প্ৰতিভাৰ দিক্-নিৰ্ণীত হয়। আমাৰ প্ৰাচীন সাহিত্যৰ বুৰঞ্জীলৈ চালে সেই সাহিত্যৰ যি এটা ধাৰাবাহিক প্ৰবাহ উনবিংশ শতিকাৰ দ্বিতীয় দশকলৈ বৈ আছিল, সেই প্ৰবাহৰ গতি সাময়িকভাৱে দুকুৰিমান বছৰলৈ বন্ধ হৈ পৰে আৰু ফলত একেটি ধাৰাই ভিন ভিন সুঁতিয়েদি আগবঢ়াৰ সূচল নাইকিয়া হয়।

*আধুনিক সাহিত্য*

উনবিংশ শতিকাৰ শেষ দশকত সমাজ-গাঠনিৰ কিছু সালসলনি হয়। আগৰ ডা-ডাঙৰীয়াৰ ঠাই বৰমূৰীয়া ৰাজ-কৰ্ম্মচাৰীয়ে অধিকাৰ কৰে। লগে লগে পশ্চিমীয়া ভাবধাৰাৰ সোঁতো আমাৰ দেশৰ বুকুৰ ওপৰেদি বৰলৈ আৰম্ভ কৰে। এনে পৰিবৰ্ত্তনৰ হেতুকে সাহিত্যৰ ৰূপো সলনি হোৱাৰ আৱশ্যক হৈ পৰে। বিৰাট পুৰুষৰ সাৰ্ব্বভৌম সত্তাক কেন্দ্ৰ কৰি ভক্তিৰসৰ ব্যক্তি-নিৰপেক্ষ দৃষ্টি-ভঙ্গীৰ সহায়ত যি ধৰণৰ সাহিত্য-সৃষ্টি উনবিংশ শতিকাৰ আগতে হৈছিল তাৰ ঠাই লাহে লাহে ব্যক্তিকেন্দ্ৰিক, সমাজকেন্দ্ৰিক ভাবধাৰাৰে পৰিপুষ্ট সাহিত্যই পূৰাবলৈ ধৰে।

গোটেই পৃথিৱীৰ ভিতৰতে উনবিংশ শতিকাত ব্যক্তিকেন্দ্ৰিক চিন্তাধাৰা চৰম পৰ্য্যায়লৈ উঠে। তাৰ প্ৰভাৱ কম-বেছি ৰকমে অসমীয়া সাহিত্যতো পৰিছে। কিন্তু উনবিংশ শতিকাৰ শেহৰ খণ্ডত আৰু আনকি বিংশ শতিকাৰ প্ৰথম ছোৱাতো আমাৰ সাহিত্যিকসকলে অসমীয়া ভাষাৰ পুনৰ সংস্থাপনত বেছি মনোনিবেশ কৰাৰ প্ৰয়োজন হৈছিল। বঙালী ভাষা অসমৰ

পঢ়াশালিবপৰা উঠি যোৱাৰ ফলত অসমীয়া ভাষাৰ নানা তৰহৰ পাঠ্যপুথিৰ আৰু ব্যাকৰণ, অভিধান আদি গ্ৰন্থৰ বিশেষ প্ৰয়োজন হৈ পৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ দৰে মৌলিক প্ৰতিভা-সম্পন্ন লোকেও অভিধান আৰু ব্যাকৰণ যুগুত কৰা কামত বেছি মনোযোগ দিছিল। ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা প্ৰভৃতি লোকসকলে উচ্চাঙ্গৰ সাহিত্য-সৃষ্টিৰ কল্পনাতকৈ অসমীয়া ভাষা আৰু জাতিৰ উন্নতিৰ কথাকে বেছিকৈ ভাবিব লগীয়া হৈছিল। ভাষা আৰু সাহিত্যৰ সেৱা তেওঁলোকে কৰিছে আৰু তেওঁলোকে ব্যক্তিগত চেষ্টাৰে বান্ধি থোৱা ভেটিৰ ওপৰত বৰ্ত্তমান অসমীয়া সাহিত্য গঢ়ি উঠিছে। এওঁলোকৰ লেখাৰ ভিতৰত বৈষ্ণৱ বা প্ৰাক্-বৈষ্ণৱ যুগৰ সাহিত্যিকসকলৰ প্ৰভাৱ নপৰাকৈ থকা নাই কিন্তু সেই প্ৰভাৱ প্ৰত্যক্ষতকৈ পৰোক্ষত বেছি। এওঁলোকৰ হাতত অসমীয়া সাহিত্যই নতুন ৰূপ পায়। সেই ৰূপ আধুনিক ৰূপ।

ভাষাৰ পুনৰ সংস্থাপন

ব্যাকৰণ, অভিধান লিখাৰ উপৰিও হেমচন্দ্ৰ বৰুৱাই "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী" আৰু "কানীয়াৰ কীৰ্ত্তন" নামৰ দুখন সৰু পুথি ৰচনা কৰে। দুয়োখন পুথিয়েই ব্যঙ্গাত্মক। পুৰণি আৰু নতুন ভাবধাৰাৰ সংঘাতৰ ফলত অসমৰ সামাজিক জীৱনত যি বিপৰ্য্যয় ঘটিছিল তাৰ সম্পূৰ্ণ চিত্ৰ সেই যুগৰ লেখকসকলৰ হাতত ভালকৈ ফুটি উঠা নাই। কিন্তু ব্যাঙ্গাত্মক ৰচনাবোৰৰ মাজেদি সেই বিপৰ্য্যয়ৰ সঙ্কেত সহজে ধৰিব পৰা যায়। হেম বৰুৱাৰ ব্যঙ্গাত্মক ৰচনাৰ মাজেদি সংস্কাৰকামী মনোভাব ফুটি উঠিছে। বাক্-আড়ম্বৰহীন বৰুৱাৰ লেখাত বিদ্ৰূপৰ প্ৰচুৰ তীব্ৰতা আছে।

হেমচন্দ্ৰ বৰুৱা

গুণাভিৰাম বৰুৱাৰ "অসম বুৰঞ্জী" আধুনিক অসমীয়া গদ্যৰ সুন্দৰ নিদৰ্শন। তেওঁৰ "ৰাম-নৱমী" পাশ্চাত্য নাট্য-কৌশলৰ আৰ্হিত ৰচিত নাট। নাটৰ বিষয়বস্তু পৌৰাণিক কাহিনীৰপৰা নলৈ লেখকে সেই সময়ৰ এটি সামাজিক সমস্যাক অৱলম্বন কৰি নাটখন ৰচনা কৰিছে। বস্তু-নিৰ্ব্বাচন আৰু প্ৰকাশভঙ্গী দুয়োটাৰেপৰা চিৰাচৰিত প্ৰথা আৰু বিশ্বাসৰ বিৰুদ্ধে জাগি উঠা নতুন বৈপ্লৱিক মনোভাবৰ পৰিচয় পোৱা যায়। "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত" আধুনিক দৃষ্টিসম্পন্ন লোকৰদ্বাৰা ৰচিত এখন উল্লেখযোগ্য জীৱন চৰিত। "ৰাম-নৱমী" নাটকত যেনেকৈ বৈষ্ণৱ-যুগৰ প্ৰভাৱ ক্ষীণ, ঢেকিয়াল ফুকনৰ জীৱন চৰিতৰ মাজতো বৈষ্ণৱ চৰিতকাৰসকলৰ মাজত প্ৰচলিত অতিৰঞ্জনৰ গাঢ় বৰ্ণলেপেৰে গুৰুসকলৰ বাস্তৱ জীৱনী অলৌকিক কৰি তোলাৰ ৰীতি নাই।

গুণাভিৰাম বৰুৱা

মিছনেৰীসকলৰদ্বাৰা পৰিচালিত 'অৰুনোদই' কাকতৰ সময়ৰেপৰা আৰম্ভ কৰি ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাৰ দিনতে অসমীয়া সাহিত্যই নতুন নতুন খুঁতিয়েদি আগুৱাই যাবলৈ আৰম্ভ কৰে। প্ৰাচীন সাহিত্যৰ এটি ক্ষীণ ধাৰা তেতিয়াও বৈ আছিল কিন্তু শেহত গৈ সি নাইকিয়া হৈ পৰে। এই নতুন সাহিত্যৰ মাজেদি যিখিনি মৌলিক আৰু যুগোপযোগী চিন্তাধাৰা ফুটি উঠিছে সেইখিনিয়ে আমাৰ বৰ্ত্তমান সাহিত্যৰ সম্পদ। লোক-সমাজত সাময়িক সাহিত্যৰ যিমানেই আদৰ নহওক লাগে জীৱনক কেন্দ্ৰ কৰি মৌলিক

চিন্তাধাৰাৰে সাহিত্য পৰিপুষ্ট নহলে আৰু সেই চিন্তাধাৰা যথোপযোগী ভাবাৰে প্ৰকাশিত নহলে কালজয়ী সাহিত্যৰ সৃষ্টি হব নোৱাৰে। কিন্তু এনে সাহিত্যিক লোকেই বা পৃথিৱীত কেইজন?

যুগ-প্ৰৱৰ্ত্তক সাহিত্যিক

ব্যাস, বাল্মীকি, হোমাৰৰ কথাকে নকওঁ কালিদাস, শেক্সপীয়াৰ, গেটে, ডান্টে, টলষ্টয়ৰ দৰে ক্ষণজন্মা সাহিত্যিকো গোটেই পৃথিৱীৰ ভিতৰতে দহ-পোন্ধৰ জনৰ বেছি নোলাব। কিন্তু সেই বুলি আন শ শ সাহিত্যিকৰ ৰচনাৰ মাজেদি মৌলিকতা ফুটি উঠা নাই জানো? সেইসকল লোকক জানো পৃথিৱীৰ প্ৰথম শ্ৰেণীৰ সাহিত্যিক বুলি গ্ৰহণ কৰা হোৱা নাই?

কালিদাস, শেক্সপীয়াৰৰ দৰে ক্ষণজন্মা পুৰুষৰ লেখাৰদ্বাৰা পৃথিৱীৰ দুই-চাৰি সাহিত্যহে সমৃদ্ধ হৈ উঠিছে। আপেক্ষিক কম প্ৰতিভাশালী লোকৰদ্বাৰা আন আন অনেক সাহিত্যৰ পুষ্টি সাধন হোৱা সত্ত্বেও পৃথিৱীৰ ইতিহাসত সেই সেই সাহিত্যৰ বিশেষ স্থান আছে। কোনো সাহিত্যৰ আকাশত ক্ষণজন্মা পুৰুষৰ আবিৰ্ভাবে সেই সাহিত্যক পোহৰাই তুলিলে জাতিৰ কাৰণে পৰম সৌভাগ্যৰ কথা। কিন্তু তেনে লোকৰ আবিৰ্ভাব নোহোৱাটোৱেই জাতিৰ দুৰ্ভাগ্যৰ পৰিচায়ক নহয় আৰু সেই জাতিৰ সাহিত্যও পিছ পৰা বা পৰিমৰা বিধৰ নহব পাৰে। ফৰাচী সাহিত্যৰ পিনে চকু দিলেই এই সত্য প্ৰমাণিত হয়। ব্যাস, বাল্মীকি, হোমাৰৰ কথা এৰি দিলেও এই সাহিত্যৰ বুৰঞ্জীত আনকি গেটে নাইবা ডান্টেৰ নিচিনা প্ৰতিভাশালী লেখকৰ আবিৰ্ভাব হোৱা নাই। তথাপি আগৰেপৰা ফৰাচী সাহিত্য উন্নত থাপৰ সাহিত্য। আধুনিক যুগতো এই সাহিত্যৰ বুকুত নিতৌ ন ন স্ফূৰ্তি বৈ পৃথিৱীৰ আন আন সাহিত্যক নতুনৰ সন্ধান দিছে আৰু সেইবোৰৰ ওপৰত প্ৰভূত প্ৰভাৱ বিস্তাৰো কৰিছে।

ইতিহাসৰ বুকুত ভিন ভিন লেখকসকলে স্তৰে স্তৰে জীৱনৰ গভীৰ অভিজ্ঞতাবোৰ সাহিত্যৰ বুকুত প্ৰতিফলিত কৰিবলৈ যত্নপৰ হলে সেই সাহিত্যৰ জীৱনীস্ফূৰ্তি বাধাহীন হৈ আগবাঢ়ি আছে। সেই সাহিত্যই জড়তাপ্ৰাপ্ত হোৱা নাই। সেই সাহিত্যৰ মূল উৎস আছে আৰু আছে জীৱন-যৌৱনৰ গতিশীলতাৰ লয়লাস। অসমীয়া সাহিত্যৰ বুকুতো জীৱনৰ উদ্দাম

গতিশীল সাহিত্য-ৰসোপলব্ধি

আছে আৰু তাৰ অগ্ৰগতিৰ পদক্ষেপতো আছে ছন্দৰ মধুৰিমা। কাব্য, নাটক, উপন্যাস, চুটিগল্প আদি সাহিত্যৰ ভিন ভিন ঠালবোৰৰ ক্ৰম-বিকাশত আমাৰ ভিন ভিন লেখকসকলৰ উৎকৃষ্ট অৱদান আছে। এইবোৰ অৱদানেৰে পৰিপুষ্ট অসমীয়া সাহিত্যৰ ভঁৰালত মাণিক বিচাৰিলে নিশ্চয় পোৱা যাব। যত্ন কৰি সেই মাণিক বিচাৰিবলৈ নগৈ অলসতা বা অজ্ঞতাৰ কোলাত শুই পৰা লোকৰ মুখত যদি অসমীয়া সাহিত্যৰ সম্বন্ধে নিন্দাসূচক শব্দ উচ্চাৰিত হয়, তাৰ বাবে অসমীয়া সাহিত্য জানো জগৰীয়া? বেকনে কৈছিল যে জ্ঞানৰাজ্যত প্ৰবেশ কৰিব লাগিলে সকলো সংস্কাৰ-মুক্ত হৈ তাত প্ৰবেশ কৰিব লাগে। তেতিয়াহে প্ৰকৃত জ্ঞানলাভ সম্ভৱ হয়। সাহিত্যৰ ক্ষেত্ৰতো এই কথা খাটে। সাহিত্য-সৃষ্টি টান কাম কিন্তু সাহিত্যৰ ৰস গ্ৰহণো সহজ কাম নহয়। সাহিত্যৰ ৰসোপলব্ধিৰ কাৰণে সকলো সংস্কাৰৰ প্ৰভাৱ-মুক্ত হৈ লেখকৰ ভাবসমূহ নিজৰ অন্তৰত জগাই তোলাৰ চেষ্টা

থাকিলেহে সাহিত্যৰ ৰসাস্বাদভূতি সম্ভৱ হব পাৰে। নহলে ৰঙ্গমঞ্চত অভিনয় চাবলৈ গৈ পান, বিৰি, চপ্, কাট্‌লেটৰ লোভত অভিভূত হৈ পৰা দৰ্শকৰ মন অভিনেতা-অভিনেত্ৰীসকলৰ ৰূপসজ্জাতে আবদ্ধ হৈ থকাৰ দৰে কুসংস্কাৰৰ ঘন-কৃষ্ণ মেঘাবৰণ ভেদ কৰি সাহিত্যৰ জোনাক-জেউতিয়ে পাঠকৰ হৃদয়ৰাজ্য উদ্ভাসিত কৰিব নোৱাৰে। সাহিত্যৰ সৌন্দৰ্য্য সুকুমাৰ। তাৰ ৰসোপলব্ধিৰ কাৰণে পাঠকৰ হৃদয়-তন্ত্ৰীত সুকুমাৰ অনুভূতিৰ সূক্ষ্ম ঝঙ্কাৰ বাজি উঠিব লাগে।

আধুনিক যুগৰ কাব্য-সাহিত্যত ৰোমাণ্টিক প্ৰভাৱ সুস্পষ্ট। এই প্ৰভাৱ পশ্চিমীয়া ভাবধাৰাৰ মাজেদি অসমীয়া আৰু অন্যান্য ভাৰতীয় প্ৰাদেশিক ভাষাৰ মাজত সোমাই পৰে। বৃটিছ আমোলত স্থাপিত শিক্ষা অনুষ্ঠানত শিক্ষা লাভ কৰা লেখকসকলৰ ইংৰাজী সাহিত্যৰ প্ৰতি অনুৰাগ জন্মে। ইয়াৰ ফলত সেই যুগত ইংৰাজী সাহিত্যত প্ৰচলিত বস্তু-নিৰ্ব্বাচন আৰু ৰচনা-ৰীতিৰ প্ৰভাৱ আমাৰ দেশৰ সাহিত্যিকসকলৰ ওপৰতো পৰে। লগে লগে বৈষয়িক সমস্যাবোৰৰ প্ৰতি সাহিত্যিকসকল সজাগ হৈ উঠে। প্ৰকৃতিৰ সৌন্দৰ্য্যৰাশিৰ প্ৰতি আকৃষ্ট হৈ বিলাসী কল্পনাক তেওঁলোকে অবাধে উৰিবলৈ এৰি দিয়ে। জৈৱিক আশা-আকাঙ্ক্ষাক নেওচি, জীৱনৰ ঘাত-প্ৰতিঘাতৰ তাৰণা পাহৰি তেওঁলোকে কল্পলোকত সুখ-শান্তিৰ অফুৰন্ত নিজৰা বিচাৰে। তেওঁলোকৰ লেখাত প্ৰকৃতি সঞ্জীৱিত হয়, কুলি-কেতেকীৰ মাতত সঙ্গীতৰ ধ্বনি বাগৰে, নিজৰাৰ কুলু কুলু ৰৱত কবি বিভোৰ হয় কিন্তু ইংৰাজ কবি ৱৰ্ডছ্‌ৱৰ্থৰ দৰে ব্যক্তি আৰু প্ৰকৃতিৰ মাজত একত্বৰ যোগসূত্ৰ স্থাপিত নহয়। জীৱ, জগত আৰু ঈশ্বৰ সম্বন্ধে ভাৰতীয় দাৰ্শনিক চিন্তাধাৰাৰ প্ৰভাৱ এইসকল লেখকে এৰিব নোৱাৰে। প্ৰাচীন ছন্দ-প্ৰয়োগৰ ক্ষেত্ৰতো এওঁলোক কিছু পৰিমাণে ৰক্ষণশীল হৈয়েই থাকে। শেহলৈ অৱশ্যে ছন্দ-প্ৰয়োগত কিছু স্বতন্ত্ৰতা আহি পৰিছে কিন্তু সৰহভাগ ক্ষেত্ৰতেই কিছুমান ছন্দ অলপ বেলেগ বেলেগ যেন দেখিলেও প্ৰকৃততে এইবোৰ পদ, তুলৰী নাইবা ছবি আদিৰ প্ৰকাৰহে মাথোন।

আধুনিক কাব্য-সাহিত্য

বৈষ্ণৱ-যুগৰ অৱসান আৰু আধুনিক যুগৰ আৰম্ভণৰ মাজৰ কালছোৱাত কোনো কোনো ভাৰতীয় প্ৰাদেশিক সাহিত্যত প্ৰাচীন সংস্কৃত আলঙ্কাৰিকসকলৰ প্ৰতিপাদ্য ৰীতিবাদে ব্যাপক প্ৰভাৱ বিস্তাৰ কৰে। ৰীতিবাদৰ প্ৰধান উদ্দেশ্য লাক্ষণিক বিচাৰ। ইয়াৰ প্ৰভাৱত হিন্দী সাহিত্যত ঊনবিংশ শতিকাৰ মাজভাগলৈ কাব্য আৰু খণ্ড-কবিতা ৰচিত হয়। হিন্দী সাহিত্যৰ ওপৰত পৰা এই প্ৰাচীন প্ৰভাৱৰ সময়ছোৱা ইংলণ্ডৰ অষ্টাদশ শতিকাৰ সাহিত্যৰ লগত ভালকৈ বিজাব পাৰি।

অসমীয়া সাহিত্যত হলে ঊনবিংশ শতিকাৰ ভিতৰৰ কালছোৱাত এনে এটি প্ৰভাৱে লেখকসকলৰ ব্যক্তি-স্বাতন্ত্ৰ্য সঙ্কুচিত কৰা নাই। সেই হিচাবে লেখকসকলে নিজ নিজ অভিৰুচি অনুসাৰে কাব্য আৰু খণ্ড-কবিতা ৰচিবলৈ যথেষ্ট সুবিধা পাইছে। ভোলানাথ দাসৰপৰা আৰম্ভ কৰি অতুল হাজৰিকালৈ প্ৰায় একুৰিবো ওপৰ কবিয়ে তেওঁলোকৰ কাব্য আৰু খণ্ড-কবিতাসমূহৰ-দ্বাৰা আধুনিক অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰে। কমলাকান্ত ভট্টাচাৰ্য্যৰ জাতীয়তাবোধ,

বেজবৰুৱাৰ আশাবাদ, চন্দ্ৰকুমাৰ আগৰৱালাৰ ভাব-গাম্ভীৰ্য্য, ৰঘু চৌধাৰীৰ প্ৰকৃতি-সৌন্দৰ্য্য, নলিনীবালা দেৱীৰ ৰহস্যবাদ, অম্বিকাগিৰী ৰায়চৌধুৰীৰ উদ্দীপ্ত বচনভঙ্গী, যতীন্দ্ৰ দুৱৰাৰ নিৰাশাৰ ছায়া আৰু বিনন্দ বৰুৱাৰ অতীত গৌৰৱলব্ধ প্ৰেৰণা নিজ নিজ খণ্ড-কবিতাসমূহৰ মাজেদি সাৰ্থকভাৱে প্ৰকাশিত হৈছে। ভাবোচ্ছ্বাসৰ আধিক্যৰ হেতুকে নানা তত্বৰ সমস্যাৱে জুৰুলা হৈ পৰা ব্যক্তি জীৱনৰ সৰু-বৰ নানান প্ৰশ্নই এই লেখকসকলক অভিভূত কৰা নাই। পৰিদৃশ্যমান জাগতিক সৌন্দৰ্য্যৰাশিৰ বুকুত এওঁলোকৰ সৰহভাগেই শান্তিৰ শীতল স্পৰ্শ অনুভৱ কৰিছে। আশা-আকাঙ্ক্ষা, প্ৰেম-প্ৰীতি সংসাৰত ক্ষণস্থায়ী আৰু দুৰ্জ্জেয় এক শাশ্বত শক্তিৰ কল্পনাত এওঁলোক বিভোৰ হৈ পৰিছে। আন কেৱে কেৱে প্ৰাকৃতিক সৌন্দৰ্য্যৰ স্থায়িত্বৰ তুলনাত অসমৰ লুপ্ত শৌৰ্য্য-বীৰ্য্যৰ কাৰণে খেদ কৰিছে আৰু অলসতা পৰিহাৰ কৰি ডুবাৰীৰ দৰে সাগৰৰ তলিৰপৰা লুপ্ত গৌৰৱ পুনৰুদ্ধাৰৰ আশা পোষণ কৰিছে। এই যুগৰ কবিতাসমূহৰ বস্তু-নিৰ্ব্বাচনত ব্যাপকতাৰ অভাৱ হোৱা নাই কিন্তু কোনো কবিতাত অভাৱ হৈছে ভাবৰ গভীৰতা আৰু তাৰ সুকুমাৰতা।

যোৱা দ্বিতীয় মহাসমৰৰ ভিতৰতে অসমীয়া কাব্যসাহিত্যত এটা নতুন জোৱাৰ উঠে। কাৰ্লমাৰ্ক্সৰ শ্ৰেণী সংগ্ৰামৰ তত্বপূৰ্ণ আলোচনাসমূহ যুদ্ধকালীন সময়ৰ অলপ আগৰ পৰাহে আমাৰ সমাজত কিছু প্ৰচাৰ লাভ কৰে। মাৰ্ক্সীয় প্ৰভাৱেৰে পুষ্ট আৰু ছন্দ-বন্ধনৰ শিথিল গাঠনিযুক্ত কেইটামান কবিতা আলোচনীৰ পাতত প্ৰকাশিত হয়। কবিতাবোৰত প্ৰচলিত কাব্য-ৰীতি অনুসৰণ নকৰি নিজস্ব ব্যক্তি-কেন্দ্ৰিক দৃষ্টি-ভঙ্গীৰে অৱহেলিত জনগণৰ মূক-বেদনা নগ্নৰূপত প্ৰকাশ কৰিবলৈ যত্ন কৰা হয়। মাৰ্ক্সীয় প্ৰভাৱপুষ্ট কবিতাৰ ধাৰা দুই এবছৰৰ ভিতৰতে ৰুদ্ধ হৈ আহিল আৰু ইলিয়টী কবিতাৰ ধাৰা আলোচনীৰ পাতত বেগেৰে বৰলৈ ধৰিলে। দুই-চাৰিখন পুথিও প্ৰকাশিত হ'ল। টি, এছ্, ইলিয়টে বিজ্ঞানৰ অৱদানৰ বুকুত মুগ্ধ মানৱৰ প্ৰণয়-প্ৰীতি, বিশ্বাস-অবিশ্বাস, নীতি-অনীতি আৰু সামাজিক, ৰাজনৈতিক নানান অনুষ্ঠানৰ অসংলগ্ন প্ৰভাৱ সকলোকে কাব্যৰ মাধ্যমেৰে সমালোচনাৰ চোকা অসিধাৰৰ ওপৰত তুলি ধৰিছে। বিংশ শতিকাৰ নানান বিশ্বাসৰ মাজত অবিশ্বাসী হৈ পৰা মানৱৰ অন্তঃসাৰশূণ্যতা, নীচতা, ভণ্ডামি আদি সকলোকে উজাৰি উলিয়াই অনুৰূপ অসংলগ্ন কিন্তু সাঙ্গীতিক সম্মোহনী টান থকা কাব্য-ৰীতিৰে তেওঁ ব্যঙ্গ কৰিছে। বিজ্ঞানৰ বুকুত ইংলণ্ডৰ সমাজ যেনেকৈ লালিত পালিত হৈছে আমাৰ সমাজ তেনেকৈ হোৱা নাই। তথাপি এই কবিতাবোৰৰ মাজেদি উচ্ছ্বাসৰ পৰিবৰ্ত্তে জীৱনৰ পৰ্য্যালোচনা ফুটি উঠিছে আৰু আংশিকৰূপে ভাব-গধুৰ হৈ পৰিছে। কোনোৱে কোনোৱে ঠায়ে ঠায়ে সুন্দৰ ৰচনাশৈলীৰো পৰিচয় দিছে। কিন্তু এই চামৰ অনেক লেখকৰ লেখাতেই বিক্ষিপ্ত ভাবসমূহৰ সমাবেশ থাকিলেও সেইবোৰৰ সমন্বয়ৰ চেষ্টা নাই। ঠায়ে ঠায়ে দুই চাৰি শাৰীৰ মাজেদি চিত্ৰ আৰু প্ৰতীকৰ সুকুমাৰ ব্যঞ্জনা ফুটি উঠিছে কিন্তু সৰহভাগ কবিতাৰ ঐকিক প্ৰভাৱ ৰসৰ অপকৰ্ষক হৈ পৰিছে। এইবোৰৰ ৰচনা-ৰীতি মূলতঃ স্বতঃ-প্ৰণোদিত কিন্তু

আধুনিক কবিতা

কিছুমানৰ হাতত অনুকৰণ-প্ৰিয়তাৰ চিন ফুটি উঠিছে। মুক্তক ছন্দৰ সাঙ্গীতিক লয় কাৰো কাৰো হাতত আপেক্ষিক নীৰস গদ্যভঙ্গীলৈ নামি আহিছে। ভাব-প্ৰকাশৰ হেতুকে উপযুক্ত শব্দ প্ৰয়োগৰ ক্ষেত্ৰত মূল সংস্কৃত আৰু ঠায়ে ঠায়ে অপ্ৰচলিত নিভাজ দুই-চাৰি অসমীয়া শব্দৰ ব্যৱহাৰে ভাষা সমৃদ্ধিশালী কৰাত সহায় কৰিছে। এইবোৰ কবিতা বুদ্ধিদীপ্ত, দৰ্শন, মনোবিজ্ঞান, জীৱবিজ্ঞান, সমাজ-বিজ্ঞান, আদিৰ নানান মতবাদৰ প্ৰভাৱেৰে পৰিপুষ্ট আৰু অনেক ক্ষেত্ৰত ভাৰাক্ৰান্ত।

এই ধৰণৰ আধুনিক কবিসকলৰ বৈশিষ্ট্য সজাগ জীৱন-চেতনা। সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক নানান সমস্যাৰ চাকনৈয়াত হাবুডুবু খাই ভাগৰিপৰা জনগণৰ প্ৰতি কবিসকলৰ পৰোক্ষ সহানুভূতি আছে আৰু আছে সাম্য-মৈত্ৰীৰ জয়ৰ ক্ষীণ কল্পনা। নতুন দৃষ্টি-ভঙ্গীৰ সহায়ত জীৱন-ধাৰাৰ নতুন মূল্যাঙ্কণ বিচৰা প্ৰয়াস এনেবোৰ কবিতাৰ মাজেদি স্পষ্ট হৈ পৰিছে। হেম বৰুৱা, বীৰেন্দ্ৰ ভট্টাচাৰ্য্য, হৰি বৰকাকতি, কেশৱ মহন্ত, মহেন্দ্ৰ বৰা প্ৰভৃতি ভালেমান আধুনিক কবিয়ে ইতিমধ্যে খ্যাতি অৰ্জ্জন কৰিবলৈ সক্ষম হৈছে।

আধুনিক কবিতাসমূহে বৰ্ত্তমানে এটা নতুন ৰূপ পাইছে। বুদ্ধি-দীপ্ত এই শ্ৰেণীৰ কবিতা যিমানেই জটিল নহওক লাগে আধুনিক সামাজিক জীৱনৰ এইবোৰ ভাব-গধুৰ কাব্যিক আলোচনা। ছন্দৰ ৰুনুজুনু ধ্বনিৰে সমৃদ্ধ আপেক্ষিক প্ৰাচীন ধৰণৰ কবিতাৰ কাষে কাষে আধুনিক কবিতা-বোৰে সহঅৱস্থান কৰাৰ অৰ্হতা কেতিয়াবাই আৰ্জ্জি লৈছে। কালক্ৰমত ই শক্তিশালী হৈ উঠাৰ সম্ভাৱনা।

আধুনিক কাব্য আৰু খণ্ড-কবিতাৰ বিকাশৰ লগে লগে আধুনিক নাটকৰো জন্ম হয় গুণাভিৰাম বৰুৱাৰ হাতত। 'ৰাম-নৱমী' নাটকৰ বস্তু-নিৰ্ব্বাচন আৰু ৰচনা-ৰীতি সম্পূৰ্ণ আধুনিক, অৱশ্যে প্ৰাচীন প্ৰভাৱো সামান্যৰূপে ইয়াৰ ওপৰত পৰিছে। হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্ত্তন' প্ৰহসন শ্ৰেণীৰ। ৰমাকান্ত চৌধুৰী পৌৰাণিক নাটকৰ জন্মদাতা। তেওঁৰ দ্বাৰা ৰচিত নাট দুখন হৈছে 'সীতা হৰণ' আৰু ৰাৱণ বধ'। চৌধুৰীৰ পিছতে গোহাঁঞি বৰুৱা, বেজবৰুৱা প্ৰমুখ্যে প্ৰায় পোন্ধৰ-কুৰিজন উল্লেখযোগ্য নাট্যকাৰে অসমীয়া নাট্য সাহিত্যৰ বিকাশত অৰিহণা যোগাইছে। এইসকল নাট্যকাৰৰ নাটসমূহত প্ৰাচীন সংস্কৃত বা বৈষ্ণৱ যুগৰ অঙ্কীয়া নাটৰ প্ৰভাৱ নাই আৰু এই নাটবোৰ ৰস-প্ৰধানো নহয়। পাশ্চাত্য নাট্য-কৌশলৰ প্ৰভাৱ এইবোৰ নাটৰ ওপৰত পৰিছে কিন্তু অসমৰ মাটি-পানীৰ সাৰেৰে এইবোৰ পৰিপুষ্ট হৈছে।

নাটক

ৰোমাণ্টিক নাটকৰ দিনৰেপৰা পাশ্চাত্য নাট্য সাহিত্যৰ বুৰঞ্জীত ভিন ভিন ভাৱধাৰাৰ প্ৰবাহ বিশেষকৈ লক্ষণীয়। ষেক্সপীয়াৰ, ইব্ছেন, শ, মেটাৰলিঙ্ক, ইয়েট্ছ, অ'নিল, ইলিয়ট্ প্ৰভৃতি নাট্যকাৰসকলৰ প্ৰত্যেকে নাট্য জগতলৈ বিশিষ্ট দান আগবঢ়াই গৈছে। তেওঁলোকৰ পদানুসৰণ কৰি আন আন নাট্যকাৰসকলে পাশ্চাত্য নাট্য-সাহিত্যৰ ভিন ভিন ধাৰা সুস্পষ্টকৈ তুলিছে। উন্নত ৰঙ্গমঞ্চ, শিক্ষিত ৰুচিসম্পন্ন সামাজিক, আৰু নাট্যকাৰৰ মৌলিক প্ৰতিভা—এই আটাইখিনিৰ সংযোগ হলেহে

পাশ্চাত্য নাট্য-সাহিত্যৰ ধাৰা

ভাল নাট ৰচনা সম্ভৱ হব পাৰে। পাশ্চাত্য জগতৰ ভিন ভিন দেশত এনে অনুকূল পৰিবেশৰ সৃষ্টি হৈছে আৰু সেই সেই দেশৰ নাট্য-সাহিত্যৰ বিকাশো চমকপ্ৰদ হৈ উঠিছে।

আমাৰ সৰহভাগ ভাৰতীয় ভাষাৰ মাজেদি নাট্য-সাহিত্যৰ বিকাশ বহুমুখী নহৈ একমুখী হৈ পৰিছে। অসমীয়া সৰহভাগ নাটকতেই আকৃতি আৰু প্ৰকৃতিগত বিশেষ পাৰ্থক্য নাই। পৌৰাণিক, বুৰঞ্জীমূলক, সামাজিক যি ধৰণৰ নাটকেই নহওক প্ৰায় সকলোতেই ৰোমাণ্টিক আদৰ্শৰ ছাপ ভালকৈয়ে পৰিছে। ইব্‌ছেনৰ ধৰণে কেইখনমান নাটক অৱশ্যে সামাজিক সমস্যাক কেন্দ্ৰ কৰি ৰচনা কৰা হৈছে। গতিকে আধুনিক অসমীয়া নাট্য-সাহিত্যাই দুটা মাথোন ভিন ভিন সুঁতীয়েদি আগবাঢ়ি আছে—এটা ৰোমাণ্টিক আৰু আনটো বাস্তৱবাদী। ৰোমাণ্টিক সুঁতিৰ ভিতৰত পৌৰাণিক ঐতিহাসিক আৰু কিছুমান কাল্পনিক নাট্য-বস্তুক কেন্দ্ৰ কৰি ৰচিত নাটসমূহ পৰিছে। বাস্তৱবাদী নাটসমূহত ভিন ভিন সামাজিক, অৰ্থনৈতিক সমস্যাসমূহে আধিপত্য বিস্তাৰ কৰিছে।

অসমীয়া নাটৰ দুটি ধাৰা

ৰোমাণ্টিক নাটসমূহত ঠায়ে ঠায়ে কাব্য-প্ৰতিভা আৰু আকৰ্ষণীয় পৰিস্থিতি-সৃষ্টিৰ ক্ষমতা চকুত পৰে। চৰিত্ৰ-সৃষ্টিৰ ক্ষেত্ৰতো কেইবাজনো নাট্যকাৰে সাৰ্থক চেষ্টাৰ পৰিচয় দিছে। জ্যোতিপ্ৰসাদ আগৰৱালাৰ নাটসমূহত নাট্যকাৰৰ স্বকীয়া বৈশিষ্ট্য ভালকৈ ফুটি উঠিছে। বেজবৰুৱাৰ হাতত জালিমীৰ চৰিত্ৰ সজীৱ হৈ উঠিছে। গণেশ গগৈৰ 'শকুনিৰ প্ৰতিশোধ' নাটকত শ্ৰীকৃষ্ণ আৰু শকুনিৰ চৰিত্ৰ-সৃষ্টিত নাট্যকাৰৰ প্ৰতিভা দেখিবলৈ পোৱা যায়। অতুল হাজৰিকাৰ কেইখনমান নাটৰ মাজেদি কাব্যিকতা আৰু চৰিত্ৰ-সৃষ্টিৰ ক্ষমতা চকুত নপৰাকৈ নাথাকে।

অসমত উন্নত ৰঙ্গমঞ্চৰ অভাৱ আছে। এই অভাৱ দূৰ নহলে উন্নত নাট্য-সাহিত্যৰ বিকাশ মন্থৰ গতিত হোৱাৰহে সম্ভাৱনা আছে।

উপন্যাস আধুনিক যুগৰ সৃষ্টি আৰু ইংৰাজী নভেলৰ আৰ্হিত ৰচিত। প্ৰাচীন সংস্কৃত সাহিত্যত 'কাদম্বৰী' বাসৱদত্তা'ৰ দৰে কেইবাখনো গদ্য-কাব্য আছে। কোনো কোনো প্ৰাদেশিক সাহিত্যত উপন্যাসৰ বিকল্প নাম কাদম্বৰী কথা। এইবোৰ সাহিত্যৰ উপন্যাসৰ ওপৰত 'কাদম্বৰী'ৰ প্ৰভাৱ কম-বেছি ৰকমে পৰিবও পাৰে। কিন্তু অসমীয়া উপন্যাসৰ ওপৰত হলে এই প্ৰভাৱ পৰা নাই। আধুনিক অসমীয়া সাহিত্যত গোহাঁঞি বৰুৱাৰদ্বাৰা ৰচিত 'ভানুমতী' আৰু 'লাহৰী' উপন্যাসৰ পূৰ্ণাঙ্গ উপন্যাস-সৃষ্টিৰ ইতিহাস আৰম্ভ হয়। প্ৰচেষ্টা হিচাবে এই উপন্যাস দুখনৰ মাজেদি গোহাঁঞি বৰুৱাৰ দক্ষতাৰ চিন পোৱা যায়, ৰচনা-ভঙ্গীতো প্ৰাঞ্জলতাৰ নিদৰ্শন আছে। গোহাঁঞি বৰুৱাৰ সমসাময়িক লেখক ৰজনী বৰদলৈৰ হাতত উপন্যাস সাহিত্য সমৃদ্ধ আৰু পৰিপুষ্ট হৈ উঠিছে। ইংৰাজী ঔপন্যাসিক ওৱাল্টাৰ স্কটৰদ্বাৰা বৰদলৈ কিছু পৰিমাণে প্ৰভাৱান্বিত হৈছে সন্দেহ নাই। ঐতিহাসিক পটভূমিৰ আঠখন মূল্যৱান উপন্যাস ৰচনা কৰি অসমীয়া উপন্যাস সাহিত্যৰ ভেটি সুদৃঢ় কৰি গৈছে। বৰদলৈৰ উপন্যাসৰ ওপৰত ভাৰতীয় দাৰ্শনিকভাৱধাৰা আৰু বিশেষকৈ বৈষ্ণৱ গুৰুসকলৰ ৰসময়ী ভক্তিৰ প্ৰভাৱ স্পষ্ট।

অসমীয়া উপন্যাস

চৰিত্ৰবোৰ সহজ, সবল আৰু বাস্তব। অন্তৰ্দ্বন্দ্বৰ তাৰণাত এইবোৰৰ মানসিক সংঘাত পৰিস্ফুট হোৱা নাই কিন্তু সহজ সবল লোকৰ অনাড়ম্বৰ জীৱনৰ টাইপ হিচাবে এইবোৰ আকৰ্ষণীয় হৈ পৰিছে। শৰৎ গোস্বামী, দৈৱ তালুকদাৰ, দণ্ডিনাথ কলিতা, হৰিনাৰায়ণ দত্তবৰুৱা, বীণা বৰুৱা, দীননাথ শৰ্ম্মা, ৰাধিকা গোস্বামী, যোগেশ দাস, মহম্মদ পীয়াৰ, হিতেশ ডেকা, সুৰেশ গোস্বামী, প্ৰেমনাৰায়ণ দত্ত প্ৰভৃতি ভালেমান ঔপন্যাসিকৰ লেখাৰ মাজেদি উপন্যাস সাহিত্যৰ স্ফূৰ্তি আগবাঢ়ি আছে। ৰজনী বৰদলৈৰ ঠিক পিছতেই সাময়িকভাৱে উপন্যাস-সৃষ্টিৰ ক্ষেত্ৰত কিছু শিথিলতা পৰিলক্ষিত হয়। কিন্তু যোৱা দহ পোন্ধৰ বছৰৰ ভিতৰত ভিন ভিন সমস্যা বুকুত লৈ ভালেমান উপন্যাস ৰচিত হৈছে। এইবোৰৰ মাজেদি উন্নত ৰচনাশৈলী আৰু সজীৱ চৰিত্ৰ-সৃষ্টিৰ নিদৰ্শনো দেখিবলৈ পোৱা যায়। ঔপন্যাসিকসকলৰ দৃষ্টিকোণ বহিৰ্মুখী নহৈ লাহে লাহে অন্তৰ্মুখী হৈয়ো পৰিছে আৰু কিছুমান উপন্যাসৰ ওপৰত মনোবৈজ্ঞানিক মতবাদৰ স্পষ্ট ছাপ পৰিছে। গাৱঁলীয়া জীৱন, বাগিচাৰ বনুৱা জীৱন প্ৰভৃতিক কেন্দ্ৰ কৰি দুই-চাৰিখন ভাল উপন্যাস ৰচিত হৈছে। তথাপি আধুনিক নানা তৰহৰ সামাজিক আৰু অৰ্থনৈতিক সমস্যাৰদ্বাৰা প্ৰপীড়িত ব্যক্তি-জীৱনৰ অসহায়তা, দুৰ্দ্দমনীয় জৈৱিক কামনা-বাসনাৰ বিজ্ঞানসম্মত বিশ্লেষণ, শ্ৰমবিমুখ সমাজত শ্ৰম আৰু কৰ্ম্ম-নিষ্ঠাৰ তৃপ্তি আদি অলেখ সমস্যাৰ আলমত ভাল উপন্যাস ৰচিত হবলৈ এতিয়াও বাকী। জীৱনৰ বহুল ক্ষেত্ৰত আৰ্টত ৰূপ দিব পৰা সকবৰ অনেক ঘটনা সংঘটিত হয়। সেই ঘটনাবোৰ পোহৰাই তুলিব পাৰিলে সমগ্ৰ জীৱনৰ উজ্জ্বল ৰূপ প্ৰকাশিত হৈ পৰে। ঔপন্যাসিকৰ প্ৰতিভাৰ অনুবীক্ষণে জীৱনৰ সূক্ষ্ম অনুভূতি আৱিষ্কাৰ কৰিব খুজিলে সাধনা আৰু অনুশীলনৰ প্ৰয়োজন। প্ৰতিভাৰ বিকাশৰ কাৰণেও সজ চেষ্টাৰ আৱশ্যক হৈ পৰে। নতুন উপন্যাস লেখকসকলৰ হাতত উপন্যাস সাহিত্যৰ সমৃদ্ধি বাঢ়ি উঠাৰ আশা কৰা যায়।

আধুনিক চুটি গল্প

উপন্যাসৰ লগে লগে আধুনিক চুটি গল্পৰো জন্ম হয় ঊনবিংশ শতিকাৰ শেষ ভাগত। বেজবৰুৱাই পৌৰাণিক ঠাঁচত সাধুকথা আৰু আধুনিক চুটি গল্প দুয়োটাকে লিখিছে। এওঁৰদ্বাৰা ৰচিত গল্পসমূহৰ সৰহভাগেই হাস্যৰস প্ৰধান আৰু ব্যঙ্গাত্মক। শৰৎ গোস্বামীয়ে জীৱনৰ সুখ-দুখ, হাঁহি-কান্দোনৰ ফালটোৰ পিনে ভালকৈয়ে চকু দিছে আৰু কিছুমান গল্পৰ যোগেদি অদৃষ্টৰ নিৰ্ম্মম কশাঘাতৰ তাৰণাত জীৱনৰ কাৰুণ্য ফুটাই তুলিছে। এওঁলোকৰ পিছতে ভালেমান গল্প লেখকে বিংশ শতিকাৰ প্ৰথম চাৰি দশকৰ ভিতৰত স্বৰচিত গল্পসমূহৰদ্বাৰা অসমীয়া গল্প-সাহিত্যক এক উন্নত স্তৰলৈ লৈ গৈছে। নগেন্দ্ৰ চৌধুৰী, হলীৰাম ডেকা, লক্ষ্মীধৰ শৰ্ম্মা, লক্ষ্মীনাথ ফুকন, মহী বৰা, বীণা বৰুৱা, ৰমা দাস, ত্ৰৈলোক্য গোস্বামী, ৰাধিকা গোস্বামী আদি লেখকসকল এই যুগৰ গল্পকাৰসকলৰ ভিতৰত অলপ কেইজন-মানহে। এই যুগৰ গল্পসমূহৰ মাজেদি যৌন-আকৰ্ষণৰ মাদকতাৰ বিলাসৰপৰা আৰম্ভ কৰি ত্যাগৰ মাহাত্ম্যলৈকে নানা তৰহৰ চিত্ৰ ফুটি উঠিছে। ফ্ৰয়ড ইয়ুং, এডলাৰ প্ৰভৃতি মনোবৈজ্ঞানিক-সকলৰ প্ৰভাৱ এই যুগৰ লেখকসকলৰ সৰহভাগৰ ওপৰতে পৰিছে। শেহৰ পিনে দুই-চাৰি গল্পৰ ওপৰত মাৰ্ক্সীয় প্ৰভাৱো চকুত পৰে। এই সময়তে গল্পৰ কলাকৌশল উন্নত হয় আৰু

কথা-সাহিত্যৰ প্ৰকাশভঙ্গীৰ স্বচ্ছন্দতা আহি পৰে। ৰোমাণ্টিক প্ৰভাৱপুষ্ট কিছুমান গল্পত ভাব-বিলাসৰ আধিক্য থাকিলেও উন্নত টেক্‌নিকৰ মাজত সি সহজতে অনুভূত নহয়। গল্পসাহিত্যৰ প্ৰতি মানুহৰ আগ্ৰহ এই কালছোৱাতেই বাঢ়িবলৈ ধৰে।

যোৱা মহাযুদ্ধৰ পিছত ভাৰতে স্বাধীনতা লাভ কৰে। যুদ্ধকালীন নানান সমস্যাৰ হেঁচাত চেপা খাই থকা সাহিত্যিক প্ৰতিভা বাধাহীন হৈ ভিন ভিন সুঁতিয়েদি আগবাঢ়ি যাবলৈ ধৰে। তেওঁলোকৰ মনত নব-চেতনা জাগে আৰু নতুন প্ৰেৰণাৰে অনুপ্ৰাণিত হোৱা সৃষ্টিধৰ্মী মনৰ বিকাশ হয় খণ্ড-কবিতা, চুটি গল্প আৰু কিছু পৰিমাণে উপন্যাসৰ মাজেদি।

স্বাধীনতাৰ পিছত যি সামাজিক বিশৃঙ্খলতা সাময়িকভাৱে আহি পৰিছিল সি লাহে লাহে আঁতৰি গ'ল। কিন্তু একৰকম স্থবিৰ হৈ পৰা প্ৰাচীন সমাজ-গাঠনিত এক অভাৱনীয় পৰিবৰ্ত্তনৰ জোকাৰ লাগিল। ইয়াৰ ফলত দেশত নতুন নতুন সমস্যাৰ উদ্ভৱ হ'ল।

যুদ্ধোত্তৰ যুগৰ লেখকসকলে নতুন পটভূমিৰ ওপৰত নতুন দৃষ্টি-ভঙ্গী লৈ গল্প লিখিবলৈ আৰম্ভ কৰিলে। আলোচনীৰ পাতত আঢৈ কুৰিৰো ওপৰ গল্প লেখকৰ নাম চকুত পৰিল। কেৱল আব্দুল মালিক, বীৰেন্দ্ৰ ভট্টাচাৰ্য্য, যোগেশ দাস, হোমেন বৰগোঁহাই, চন্দ্ৰপ্ৰসাদ শইকীয়া, লক্ষীনন্দন বৰা, নিৰুপমা বৰগোঁহাই, স্নেহ দেৱী আদিৰ নাম উল্লেখ কৰি ক্ষান্ত হলেও উল্লেখযোগ্য আন আন লেখকৰ নাম নথকা নহয়। নতুন লেখকসকলৰ হাতত অসমীয়া গল্প-সাহিত্যই এটা শক্তিশালী ৰূপ পাইছে। ভালেমান গল্পত অৱশ্যে বাক্‌সংযমৰ জৰী ঢিলা হৈ পৰিছে আৰু পৰিবেশ-সৃষ্টিৰ নামত অনাৱশ্যকীয় ভূমিকাৰ ওপৰত অধিক গুৰুত্ব আৰোপিত হৈছে। কাব্যিক সৌন্দৰ্য্যৰ মোহত অভিভূত হৈ পৰা লেখকো নোহোৱা নহয়। যৌন ক্ষুধাৰ প্ৰচণ্ডতাৰ চিত্ৰ ফুটাই তুলিবলৈ যাওঁতে কোনো গল্পত নগ্নতা প্ৰকাশ হৈয়ো পৰিছে। কেৱল নগ্নতাৰ কাৰণে নগ্ন চিত্ৰ চিত্ৰিত কৰা সুৰুচিৰ পৰিচায়ক নহয়। কিন্তু আৰ্টৰ মাজেদি জীৱনৰ নগ্নতাৰ ৰসসিক্ত অভিব্যক্তিৰপৰা কলাকাৰসকল দূৰত থাকিলে সাহিত্যৰ দাপোণত এই আৱশ্যকীয় ফালটো প্ৰতিফলিত হব নোৱাৰে। ব্যাপক জীৱনৰ চঞ্চল মুহূৰ্ত্তবোৰ আৰ্টৰ বুকুত স্থায়ী ৰূপ দিবলৈ গলে সেই মুহূৰ্ত্তৰ মাজত উজ্জ্বলি উঠা নগ্নতা শিল্পীৰ তুলিকাৰ যোগেদি মূৰ্ত্ত হোৱাটো স্বাভাৱিক। অৱশ্যে ই শিল্পীৰ হৃদয়-সংবেদনাৰ সলিলেৰে ধৌত আৰু পৰিস্কৃত হোৱা উচিত। আৰ্টত দক্ষতাৰে ব্যক্তি-চৰিত্ৰ ৰূপ দিব পাৰিলে ই প্ৰকৃততে ব্যক্তি হৈয়ো ব্যক্তি-নিৰপেক্ষ হৈ পৰে। ব্যক্তি-নিৰপেক্ষ চৰিত্ৰৰ মাজেদি ইন্দ্ৰিয়-লোলুপতা বা কামুকতা প্ৰকাশিত নহয়, হয় আদিৰসসিক্ত সুকুমাৰ অনুভূতি। সাহিত্যৰ ক্ষেত্ৰত সত অসত সকলো ভাবেই ৰস-ৰাজ্যলৈ উন্নীত হোৱাৰ ফলত সেইবোৰৰ তীব্ৰতা আঁতৰি যায় আৰু বাস্তৱৰ কদাকাৰ ৰূপটোও সলনি হৈ পৰে।

যুদ্ধোত্তৰ যুগত ৰস-ৰচনাই আমাৰ সাহিত্যত ভুমুকি মাৰি সোনকালে জনপ্ৰিয়তা লাভ কৰিছে। ৰস-ৰচনাৰ সাহিত্যিক মূল্যাংকণ কৰাৰ সময় এতিয়াও আহি পৰা নাই। তিলক

হাজৰিকা আৰু হেমচন্দ্ৰ শৰ্ম্মাই এই ক্ষেত্ৰত পাৰদৰ্শিতাৰ পৰিচয় দিছে। আচলতে এনে ধৰণৰ ৰচনা লিখিবলৈ যেনে সহজ, লেখকৰ দৃষ্টি-ভঙ্গী এক অপূৰ্ব্ব উন্নত স্তৰত ৰখাটোও তেনেকৈ টান। ভাবৰ নিম্নগামী প্ৰবল প্ৰবাহক বাধা দি ৰাখিবলৈ হলে ভাবৰ সৌকুমাৰ্য্যৰ দীনতা দূৰ হব লাগে। কিন্তু ইয়াৰ কাৰণে লাগে অভিজ্ঞতাৰ গভীৰতা আৰু নিৰ্ব্বাচনৰ পটুতা।

ৰস-ৰচনা

প্ৰবন্ধ, ৰচনা আৰু সমালোচনাৰ ক্ষেত্ৰত অসমীয়া সাহিত্যৰ আশানুৰূপ উন্নতি হোৱা নাই। ডঃ বাণীকান্ত কাকতিয়ে এক উচ্চ পৰ্য্যায়ৰ সমালোচনাৰ ধাৰা বোৱাবলৈ যত্ন কৰিছিল কিন্তু তেওঁৰ মৃত্যুৰ পিছত সেই ধাৰা বেগেৰে বৈ থকা নাই। আজি অসমীয়া সাহিত্য এনে এটা স্তৰলৈ উঠিছে, যি স্তৰত গঠনমূলক সমালোচনাৰ দিক্-দৰ্শন নিতান্ত প্ৰয়োজন হৈ পৰিছে। সমালোচনা টান কাম। প্ৰতিভা থাকিলে আপেক্ষিক কম আয়াসতে কবিতা বা গল্প ৰচনা সম্ভৱ হব পাৰে কিন্তু সমালোচক হব লাগিলে প্ৰতিভাৰ উপৰিও অধ্যয়ন আৰু গভীৰ জ্ঞানৰ প্ৰয়োজন হয়। তাৰোপৰি জ্ঞানী আৰু প্ৰতিভাশালী লোকো সংস্কাৰমুক্ত নহৈ অৱৰুদ্ধ মনৰ হলে প্ৰকৃত সমালোচনা সম্ভৱ হব নোৱাৰে। সমালোচনাত একদেশদৰ্শিতা যেনেকৈ বৰ্জ্জনীয়, পাণ্ডিত্যাভিমানৰ কচ্‌ৰতো তেনেকৈ বৰ্জ্জনীয়। গুণ-গ্ৰাহিতা সমালোচকৰ ভূষণ কিন্তু বিশ্লেষণী ক্ষমতা তেওঁৰ সম্বল।

সমালোচনা

অসমীয়া সাহিত্য এক প্ৰান্তীয় সাহিত্য হলেও বিশ্ব-সাহিত্যৰ লগত আমাৰ সাহিত্যিক-সকলৰ ভালকৈ পৰিচয় ঘটিছে। পদাৰ্থ-বিজ্ঞান, মনোবিজ্ঞান, জীৱবিজ্ঞান প্ৰভৃতি ভিন ভিন বিজ্ঞানৰ মতবাদে আজিৰ সাহিত্যিকৰ চিন্তাধাৰাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। কাৰ্য্য-কাৰণ সম্বন্ধৰ বিষয়ে আমাৰ আগৰ যুগৰ লোকসকলৰ যি ধাৰণা আছিল আজিৰ যুগত তাৰ পৰিবৰ্ত্তন ঘটিছে। লেখকৰ দৃষ্টি-ভঙ্গী সলনি হৈছে আৰু কলা-কৌশলৰ ক্ষেত্ৰত নতুন নতুন পৰীক্ষা চলিব ধৰিছে। কথা আৰু কথন-ভঙ্গী লৈ আধুনিক সাহিত্যৰ বিচাৰ আৰম্ভ হৈছে। সাহিত্যিকৰ হৃদয়ৰ ভাব-প্ৰৱণতাৰ ওপৰত বুদ্ধি-শক্তিৰ নিৰ্ম্মম শাসন চলিব ধৰিছে। সৰল ৰেখাৰ দৰে পোন গতিত অবিৰাম বৈ থকা কালৰ সোঁত আধুনিক অনেক লেখকৰ মনত বেঁকা হৈ পৰি কাল চক্ৰৰূপে কল্পিত হৈছে আৰু অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ ধাৰণাৰ অনুৰূপ পৰিবৰ্ত্তন ঘটিছে। সামাজিক জীৱনৰ জটিলতা বঢ়াৰ লগে লগে তাৰ ৰূপদানৰ চেষ্টাত নতুন কৌশল অৱলম্বন কৰা দেখা গৈছে।

আধুনিক সাহিত্যৰ জটিলতা

বিংশ শতিকাত সৃষ্টি-ধৰ্ম্মী সাহিত্যৰ মাজেদি নানা তৰহৰ ভাবৰ সুঁতি একা-বেঁকাকৈ বৈ থকাৰ কাৰণে সমালোচকে সেইবোৰৰ সাহিত্যিক মূল্যাঙ্কণ কৰা সহজ হৈ থকা নাই। কোনো সমালোচক জ্ঞানত গভীৰ হলেও সেই গভীৰ জ্ঞানৰ প্ৰয়োগ বিশেষ ক্ষেত্ৰত উপযুক্ত হয় নে নহয় তাতো সন্দেহৰ থল আছে। তথাপি সমালোচনা সাহিত্যৰ প্ৰতি সচেতন হোৱা সময় কেতিয়াবাই আহি পৰিছে। সমালোচনাও অনেক সময়ত সৃষ্টি-ধৰ্ম্মী। মৌলিক আৰু সমালোচনা সাহিত্যৰ ভিতৰত এটা পাৰস্পৰিক

সমালোচকৰ দায়িত্ব

সম্বন্ধও আছে। সেই বাবে প্ৰচলিত সমালোচনাৰ জাগতিক ধাৰাৰ লগত আমাৰ সমালোচক-সকলৰ আত্মিক যোগসূত্ৰ স্থাপিত হব লাগে। ভাবৰ আন্তৰ্জাতিক বিনিময়ৰ যুগত আমাৰ লেখক আৰু সমালোচকসকলে গোটেই পৃথিবীৰ উৎকৃষ্ট সাহিত্যৰ পিনে পিঠি দি চলিব নোৱাৰে। প্ৰাচীন সংস্কৃত অলঙ্কাৰ শাস্ত্ৰ দুই এখন aesthetics, ইংৰাজী আৰু ফৰাচী সাহিত্যৰ সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যৰ ধাৰাবাহিক ইতিহাসৰ লগত সমালোচকসকলৰ অন্ততঃ ভাল নহলেও কিছু পৰিচয় থাকিব লাগে।

আজিৰ বৈজ্ঞানিক উন্নতিৰ যুগত এখন দেশে কেৱল মধ্যযুগীয় মনোবৃত্তি লৈ ভালকৈ জীয়াই থাকিব নোৱাৰে। যিবোৰ নতুন চিন্তাধাৰাই জগতবাসীক মুগ্ধ আৰু স্তম্ভিত কৰিছে সেইবোৰৰ প্ৰতি কোনো উন্নত জাতিয়ে উদাসীন হৈ তেওঁলোকৰ কৃষ্টি-সভ্যতাৰ জড়তা অনাত সহায় নকৰে। আমাৰ অসমীয়া জাতিৰ বুকুতো স্বাধীনতা লাভৰ পাছৰপৰা এটা উৎসাহ-উদ্দীপনা জাগি উঠিছে। উৎসাহ-উদ্দীপনা এটা সক্ৰিয় শক্তি। এই শক্তিৰ প্ৰয়োগ হব লাগে দেশৰ গঠনমূলক কামত আৰু ভাষা-সাহিত্যৰ উন্নতিৰ চেষ্টাত। অকল প্ৰতিভাৰ বলতে ভাল সাহিত্য-সৃষ্টি সম্ভৱ নহয়। দেশ-বিদেশৰ লেখক-সকলৰ চিন্তাধাৰাৰ লগত সাহিত্যিকসকল পৰিচিত হব লাগে আৰু তাৰ বাবে লাগে অধ্যয়ন, ভ্ৰমণ, শ্ৰবণ, আলোচনা সকলোকে। খোলা মন, উদাৰ দৃষ্টি-ভঙ্গী আৰু বৃহৎ কল্পনা নহলে উৎকৃষ্ট সাহিত্য সৃষ্টি নহয়। জাতীয় এক সন্ধিক্ষণত আমাৰ নতুন নতুন লেখকসকলৰ ওপৰত গধুৰ দায়িত্বৰ বোজা আহি পৰিছে। সাহস আৰু দৃঢ়তাৰে এই বোজা বহন কৰিবলৈ আগবাঢ়ি নাহিলে যুদ্ধোত্তৰ যুগত জাগি উঠা নৱ-চেতনা বিপথগামী হব, নষ্ট পাব। আলস্য-পৰবশ, ব্যক্তিকেন্দ্ৰিক আৰু আত্ম-তুষ্টিত ভোল যোৱা লোকে ভৱিষ্যতৰ অলীক সপোন কাব্যত ৰূপ দি নিজৰ ভাবোচ্ছ্বাসৰহে পৰিচয় দিয়ে। দক্ষ আৰু কৰ্মী লোকে সপোনত আপোনপাহৰা নহৈ বহল জীৱনৰপৰা এটা এটাকৈ মাণিক বুটলি আনি সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰে। অতীত আৰু ভৱিষ্যতৰ মাধুৰ্য্যৰ কল্পনাত অভিভূত, পক্ষাঘাতগ্ৰস্ত হোৱাটো টান কথা নহয় কিন্তু টান কথা বৰ্ত্তমানৰ লগত নিবিড় সম্বন্ধ স্থাপন কৰি তাৰ সোঁতৰ লগত সমানে আগুৱাই যোৱাটো। সক্ৰিয়, শক্তিমন্ত জাতি সজাগ হয় কেৱল বৰ্ত্তমানৰ প্ৰতি, অনু-প্ৰেৰণা লাভ কৰে অতীতৰ বুকুৰপৰা আৰু অনাগত ভৱিষ্যতৰ অলীক কল্পনাৰপৰা দূৰত থাকে। মনগঢ়া ভৱিষ্যত ৰাম-ৰাজ্যৰ কল্পনা সাহিত্যিকৰ চকুত এক প্ৰকাৰ পলায়নবাদ। আজিৰ যুগত পলায়নী মনোবৃত্তিৰ প্ৰয়োজন নাই। সমস্যাবোৰৰ আগত মুখামুখীকৈ থিয় দি সেইবোৰ বুজিবলৈ, সমাধান কৰিবলৈ সাহিত্যিকসকল যত্নপৰ হোৱা উচিত।

বৰ্ত্তমান যুগত সাহিত্যিকৰ দায়িত্ব

বিংশ শতিকাত বুদ্ধিজীৱী লোকৰ মন বিক্ষিপ্ত নানান ভাবধাৰাৰে ভাবাক্ৰান্ত হৈ পৰিছে। পাৰস্পৰিক সম্বন্ধহীন বিভিন্ন ভাবসমূহে তেওঁলোকক কোনো নিৰ্দ্দিষ্ট লক্ষ্যৰ পিনে আগুৱাই নিয়া নাই। ব্যক্তিগত জীৱনতেই হওক বা জাতীয় জীৱনতেই হওক অনিশ্চিত লক্ষ্য আগত থাকিলে ব্যক্তিজীৱনৰ বা জাতিৰ সমস্যা-সমাধানত সাহসৰ দৃঢ়তা নাথাকে। ব্যক্তিৰ

অন্তৰত স্তূপীকৃত অসংলগ্ন ভাবসমূহৰ মাজত সমন্বয় স্থাপিত হলেহে ব্যক্তি-জীৱনৰ মানসিক দ্বন্দ্ব আঁতৰি যায় আৰু লক্ষ্যত উপনীত হোৱাৰ সুবিধা ঘটে। কিন্তু ভাবসমূহৰ মাজত এনে সমন্বয় স্থাপন কৰিব পৰা আত্মবল আৰু আত্মবিশ্বাস বিংশ শতিকাৰ ভাৰতবাসীৰ মাজত বিৰল। নানান মতবাদৰ হেঁচাত জৰ্জ্জৰিত আৰু অৱসন্ন আমাৰ মনৰ মাজত বিশ্বাস-অবিশ্বাসৰ তুমুল সংগ্ৰাম। সেই বাবে আমাৰ সৰহ ভাগৰে মনত নাই গভীৰ বিশ্বাস, নাই জীৱনৰ দৰ্শন। অবিশ্বাসৰ ঘন কুৱঁলী ভেদ কৰি সৃষ্টি-ধৰ্ম্মী সাহিত্যিকৰ মন জীৱন-দৰ্শনৰ জ্যোতিৰে উজ্জ্বল হৈ উঠিব লাগে। তেওঁলোকৰ চকুৰ আগত জিলিকি থাকিব লাগে জীৱনৰ লক্ষ্য। সেই লক্ষ্যৰ পৰিপ্ৰেক্ষণত চঞ্চল আৰু ক্ষণভঙ্গুৰ জীৱনৰ সত্য উজ্জ্বলি উঠে। জীৱনৰ লক্ষ্য আগত নাথাকিলে লক্ষ্যভ্ৰষ্ট লেখকসকলৰ হাতত কথাবস্তু হয় প্ৰাণহীন আৰু কথাৰীতি হয় গতানুগতিক।

আধুনিক যুগৰ অনিশ্চিত লক্ষ্য

আমাৰ সমাজত নতুন যুগোপযোগী সাহিত্যৰ সৃষ্টিৰ প্ৰয়োজন হৈ পৰিছে। সাহিত্যিক-সকল সামাজিক চিন্তাধাৰাৰে প্ৰভাৱান্বিত হলেও সেই ধাৰা পৰিবৰ্ত্তনৰ ক্ষমতা তেওঁলোকৰ হাততে আছে। জীৱনৰ উন্নত মানদণ্ড চকুৰ আগত ৰাখি সমাজৰ কুসংস্কাৰ, ব্যভিচাৰ, নীচতা, ভণ্ডামী আঁতৰাই এখন সুস্থ, সবল সমাজ-গঠনৰ আদৰ্শ দাঙি ধৰিবলৈ হলে সাহিত্যিকসকলেই তাক দাঙি ধৰিব লাগিব। ব্যাধিগ্ৰস্ত সমাজক ৰোগ মুক্তিৰ শান্তি-পানী সাহিত্যিকৰ লেখনীয়েহে ছটিয়াব পাৰিব। অকল এখন দেশৰে কথা নহয়, গোটেই পৃথিৱীখনেই যেন আজি এক অচিন ব্যাধিৰ আক্ৰমণত সন্তপ্ত হৈ পৰিছে। সন্দেহ, অবিশ্বাস আৰু মৰণৰ বিভীষিকা ভিন ভিন জাতিৰ জীৱনত মূৰ্ত্ত হৈ উঠিছে। সাহিত্যিকৰ প্ৰাণস্পৰ্শী লেখাৰদ্বাৰা এই অবিশ্বাস আৰু বিভীষিকা দূৰ কৰি হতাশ প্ৰাণত আশাৰ সঞ্চাৰ কৰিব লাগিব। কাব্য, নাটক, উপন্যাস, চুটি-গল্পৰ মাজেদি সাম্য, মৈত্ৰী আৰু শান্তিৰ শঙ্খধ্বনি বাজি উঠিব লাগিব নহলে বৈজ্ঞানিকৰ হাতে-গঢ়া আটমবোমাৰ গৰ্জ্জনত মানৱ-জাতিৰ কৃষ্টি-সভ্যতা হয়তো এদিন কঁপি উঠিব, খহি পৰিব।

যুগোপযোগী সাহিত্য

আমাৰ শিশু সাহিত্যৰ মাজেদিও এনে এটি আদৰ্শ ফুটি উঠিব লাগে। আজিৰ যুগত আমাৰ শিক্ষা-অনুষ্ঠানবোৰ হৈ পৰিছে এক প্ৰকাৰ জ্ঞানৰ পোহাৰ। পোহাৰত বস্তু বেচা হয় আৰু শিক্ষালয়ত বেচা হয় জ্ঞান। শিক্ষাৰ্থীসকলে পইচা ভাঙি কিনি লোৱা এই জ্ঞান পিছৰ জীৱনত আৱশ্যক মতে অলপ অলপকৈ উলিয়াই খৰচ কৰে কিন্তু ভঁৰাল সমৃদ্ধ কৰিবলৈ যত্ন নকৰে। কিছুদিনৰ পিছত সৰহ ভাগৰে জ্ঞানৰ ভঁৰাল উদং হৈ পৰাত খালি ঠাই অন্ধ-বিশ্বাস, কুসংস্কাৰ আদিয়ে পূৰাই পেলায়। কোনো আদৰ্শ বা সামাজিক উদ্দেশ্য আগত ৰাখি শিক্ষা-পদ্ধতি ৰচিত নহলে নাইবা সাহিত্যৰ জৰিয়তে ব্যক্তি আদৰ্শ-চেতন নহলে অৰ্থলব্ধ জ্ঞানৰ ভঁৰাল এনেদৰে উদং হৈ পৰা একো আচৰিত নহয়।

শিশু-সাহিত্য

আগৰ কেই বছৰমানৰ তুলনাত শিশু-সাহিত্যৰ ক্ষেত্ৰত আমাৰ সাহিত্য এখোজ

আগুৱাই আহিছে আৰু কেইখনমান শিশু-সাহিত্যৰ ভাল পুথিও প্ৰকাশিত হৈছে। তথাপি এই ধৰণৰ ভালেমান পুথিৰ আৱশ্যক এতিয়াও নোহোৱা নহয়। শিশুসকলৰ জ্ঞান-স্পৃহা বঢ়াবলৈ আকৰ্ষণীয় আৰু সচিত্ৰ, সাধাৰণ জ্ঞানৰ-পুথি আমাৰ ভাষাত নাই। পৌৰাণিক কাহিনী আৰু সাধু-কথাবোৰত ভাষাৰ মাধুৰ্য্য আৰু ছপাৰ সৌন্দৰ্য্য বঢ়োৱাৰ থল আছে। ধৰ্মগুৰু, বৈজ্ঞানিক আৰু সমাজ-হিতৈষী লোকসকলৰ চমু জীৱনীয়ে শিশুসকলৰ মনৰ ওপৰত আদৰ্শৰ ছাপ ৰাখি যায়। কাল্পনিক কাহিনীবোৰে তেওঁলোকৰ কল্পনা প্ৰখৰ কৰে। এনে ধৰণৰ ভিন ভিন কিতাপেৰে আমাৰ শিশু-সাহিত্য সমৃদ্ধ হব লাগে। বিজ্ঞানৰ বিচিত্ৰ অৱদানৰ বুকুত আমি ডাঙৰ দীঘল হৈছোঁ। বৈজ্ঞানিক কথাবোৰৰ লগত আমাৰ ল'ৰা-ছোৱালীৰ সৰুৰেপৰা সাধাৰণ পৰিচয় ঘটাৰ সুবিধা লাগে। আজিৰ যুগত বৈজ্ঞানিক আৰু কাৰিকৰী শিক্ষাৰ প্ৰতি আমাৰ ল'ৰা-ছোৱালীৰ আগ্ৰহ জন্মোৱাৰ বিশেষ আৱশ্যক হৈ পৰিছে। উপযুক্ত প্ৰশিক্ষণ পোৱা ইচ্ছুক কৰ্মীৰ অভাৱ হলে দেশৰ উন্নয়নমূলক কাম সম্ভৱ নহয়। সেইবাবে চৰকাৰৰ তৰফৰপৰা প্ৰশিক্ষণৰ সুব্যৱস্থা কৰাৰ লগতে দেশৰ বুজন সংখ্যক ল'ৰাৰ মনো যাতে এইফালে আকৃষ্ট হয় তাৰ প্ৰতিও চকু দিব লাগে। ইয়াৰ কাৰণে তেনে ধৰণৰ শিশু-সাহিত্যৰ পুথি-ৰচনাৰ ওপৰত লেখকসকলে বিশেষ গুৰুত্ব আৰোপ কৰা উচিত। চৰকাৰী প্ৰকাশনবোৰ্ডও এনেবোৰ কাম হাতত ললে আমাৰ ভৱিষ্যত আশা-ভৰসাৰ স্থল শিশুসকলৰ আৰু লগতে দেশৰো ডাঙৰ অভাৱ পূৰণ কৰা হয়।

আমাৰ ল'ৰা-ছোৱালীৰ বাবে যুগুত কৰা পাঠ্য-পুথিৰ ওপৰতো সমাজে নজৰ দিয়াৰ সময় আহিছে। পাঠ্য-পুথিবোৰে ল'ৰা-ছোৱালীৰ ৰুচি গঠন কৰে। শিক্ষাৰ মৌলিক উদ্দেশ্যৰ প্ৰতি লক্ষ্য ৰাখি এই পুথিবোৰ ৰচিত নহলে শিক্ষাদানৰ সামাজিক উদ্দেশ্য সফল নহয়।

পাঠ্য-পুথি

আজি কেইবছৰমান আগৰেপৰা নৈতিক আৰু উদাৰ আদৰ্শৰপৰা পাঠ্য-পুথিবোৰ অলপ আঁতৰি আহিছে। ধৰ্ম-নিৰপেক্ষ ৰাষ্ট্ৰত ধৰ্মালোচনাৰ কথা তুলিব নোৱাৰি কিন্তু নৈতিক আৰু আধ্যাত্মিক আদৰ্শ বিসৰ্জ্জন দি ৰাজনৈতিক বা অৰ্থ-নৈতিক আলোচনাতে আবদ্ধ থাকিলে জীৱনৰ পূৰ্ণ-বিকাশক সহায় কৰা নহয়। বৰ্ত্তমান চলি থকা পাঠ্য-পুথিবোৰত ৰাজনৈতিক নেতাসকলৰ জীৱনীৰ ওপৰত বেচি গুৰুত্ব দিয়া দেখা গৈছে। কিন্তু নেতাসকলৰ জীৱনৰ আদৰ্শলৈ চকু ৰাখি তেওঁলোকৰ জীৱন-চৰিত ৰচনা কৰা নহয়। সৰহভাগ ৰাজনৈতিক নেতাই স্বাধীনতা যুঁজৰ লগত ঘনিষ্ঠভাৱে জড়িত। জীৱনী-বোৰৰ মাজেদি নেতাসকলৰ আন্দোলন-প্ৰিয়তাৰ ছবিয়েই আটাইতকৈ সুস্পষ্ট। তেওঁলোকৰ জীৱনৰ আদৰ্শ কি, তাক মূৰ্ত্ত কৰাৰ চেষ্টা এইবোৰত নাই। এনেবোৰ জীৱনীৰ সংস্পৰ্শত ল'ৰা-ছোৱালীৰ মত আন্দোলনমুখী হোৱা একো আচৰিত নহয়। ত্যাগৰ আদৰ্শ, দানৰ শ্ৰেষ্ঠতা, সৌহাৰ্দ্দ্যৰ শান্তি পাঠ্যপুথিৰপৰা দূৰত ৰাখি আজিৰ ৰচকসকলে আধুনিকতাৰ পৰিচয় দিব খুজিছে সঁচা, কিন্তু এনেবোৰ পুথিয়ে ল'ৰা-ছোৱালীবোৰক জীৱনৰ লক্ষ্য সম্বন্ধে সন্দিহান হোৱাত সহায় কৰিছে।

ল'ৰা-ছোৱালীৰ কুমলীয়া মনত বীৰপূজাৰ প্ৰতি আগ্ৰহ প্ৰবল। মহৎ লোকৰ জীৱনীয়ে এই আগ্ৰহ পূৰণ কৰাৰ উপৰিও শিশুসকলৰ আগত জীৱনৰ একো একোটা আদৰ্শ তুলি ধৰে। অকল শিশুসকলৰ বাবেই নহয়, বয়স্কসকলৰ বাবেও এনে জীৱনী আমাৰ সাহিত্যত সৰহ নহয়। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ "আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত", গোপীনাথ বৰদলৈৰ "দেশভক্ত তৰুণৰাম ফুকন," মহাদেৱ শৰ্ম্মাৰ "লোকপ্ৰিয় গোপীনাথ বৰদলৈ," বেণুধৰ শৰ্ম্মাৰ "মনিৰাম দেৱান" আৰু ডাঃ মহেশ্বৰ নেওগৰ "শ্ৰীশ্ৰীশঙ্কৰদেৱ" প্ৰভৃতি কেইখনমান উল্লেখযোগ্য জীৱন-চৰিত আমাৰ সাহিত্যত অৱশ্যে আছে। কিন্তু আধুনিক সাহিত্যৰ গল্প, উপন্যাস আছে আৰু কবিতাৰ তুলনাত এইবোৰ তেনেই তাকৰ। আধুনিক দৃষ্টি-কোণৰপৰা সৰস জীৱন-চৰিতৰ মাজেদি মহৎ লোকসকলক এক ৰকম পুনৰ্জীৱিত কৰা দৃষ্টান্ত পৃথিৱীৰ সাহিত্যৰ বুৰঞ্জীত আছে। উন্নত থাপৰ কেইখনমান জীৱন-চৰিত প্ৰকাশিত হলেহে আমাৰ সমাজৰ দৃষ্টি এইফালে আকৰ্ষিত হোৱাৰ সম্ভাৱনা। জীৱন-চৰিত ৰচনাৰ প্ৰতি আমাৰ লেখকসকলৰ আগ্ৰহ এতিয়াও দেখিবলৈ পোৱা নাই। এদল লেখকে অকল এই ফালটোৰ ওপৰতে বিশেষ গুৰুত্ব আৰোপ কৰি সৰস জীৱন-চৰিত ৰচনাত প্ৰবৃত্ত হব লাগে।

মহৎ লোকৰ জীৱনী

বয়স্কসকলৰ কাৰণে সম্ভৱ নহলেও অন্ততঃ শিশুসকলৰ কাৰণে বিশ্বকোষৰ ধৰণৰ জ্ঞানকোষ যুগুত কৰাৰ দায়িত্ব আমাৰ লেখকসকলৰ ওপৰত পৰিছে। জ্ঞানকোষৰ ধৰণৰ পুথি যুগুত কৰোঁতে যুটীয়া প্ৰচেষ্টাৰ আৱশ্যক। কোনো অনুষ্ঠানে এইবোৰ যুগুত আৰু প্ৰকাশৰ দায়িত্ব নললে ব্যক্তিগত প্ৰচেষ্টাৰ বলত এনে কাম সহজে হৈ নুঠে। এনে কাম সময় আৰু ব্যয়-সাপেক্ষ। আমাৰ মাজত ভাল প্ৰকাশন অনুষ্ঠান দুই এখনহে আছে। প্ৰকাশন অনুষ্ঠানৰ যোগেদি আমাৰ পুৰণি সাহিত্যৰ কিছু প্ৰচাৰ হলেও আধুনিক সাহিত্যৰ উন্নতি খুব কমেই হৈছে। নতুন পুথি প্ৰকাশৰ সময়ত এই অনুষ্ঠানবোৰে সাহিত্যৰ এটা মানদণ্ড চকুৰ আগত ৰখা যেন নালাগে। কেৱল বণিক-বিচাৰৰ ফালৰপৰা প্ৰকাশনৰ কাম হাতত ললে ভাষা আৰু সাহিত্যৰ সেৱা কৰা নহয়। এই প্ৰকাশন অনুষ্ঠান-বোৰে আৰু বিশেষকৈ চৰকাৰী প্ৰকাশন বোৰ্ডে এখন জ্ঞানকোষ যুগুত কৰাৰ ভাৰ আগতেই লব লাগিছিল। কিন্তু আজিলৈকে কোনো অনুষ্ঠানে এইফালে মনকাণ দিয়া বুলি জানিব পৰা নাই। আমি আশা কৰোঁ অন্ততঃ চৰকাৰী প্ৰকাশন বোৰ্ডে এই কাম অতি সোনকালে হাতত লব আৰু সমাজৰ এটি অতি আৱশ্যকীয় অভাৱ পূৰাবলৈ যত্ন কৰিব।

বিশ্বকোষ

'হেমকোষ', 'চন্দ্ৰকান্ত অভিধান' পাবলৈ নাইকিয়া হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ যোগেদি 'চন্দ্ৰকান্ত অভিধান'ৰ এটা বৰ্দ্ধিত সংস্কৰণ উলিওৱাৰ কথা আছিল। ইয়াৰ কাৰণে প্ৰাক্তন উপাচাৰ্য্য শ্ৰীকৃষ্ণকান্ত সন্দিকৈয়ে দহ হাজাৰ টকাৰ দানো আগবঢাইছিল হেনো। কিন্তু আজিলৈকে এই অভিধান প্ৰকাশৰ কাম কিমান দূৰ আগবাঢিছে আমি কব পৰা নাই। বিশ্ববিদ্যালয়ৰ ভবিষ্যতে আন আন ঠাইত মূল্যবান অনেক পুথি প্ৰকাশ কৰি সাহিত্যৰ ভঁৰাল চহকী কৰা হৈছে। আনকি কলিকতা বিশ্ববিদ্যালয়েও হেমচন্দ্ৰ

অভিধান

গোস্বামীৰদ্বাৰা সম্পাদিত 'অসমীয়া সাহিত্যৰ চানেকি' ছপাই উলিয়াইছিল। কিন্তু দুখৰ বিষয় আমাৰ বিশ্ববিদ্যালয়ে আজিলৈকে এনে কোনো উল্লেখযোগ্য দান সমাজৰ হাতত তুলি দিব পৰা নাই। যি অনুষ্ঠানত আমাৰ দেশৰ তীক্ষ্ণধী লোকসকল গোট খাই আছে, সেই অনুষ্ঠানৰপৰা উপৰিও ভাষা-সাহিত্যৰ উন্নতিকল্পে কিছু অতিৰিক্ত দান পাবলৈ সমাজে বিচাৰে। বিশ্ববিদ্যালয়ৰ তৰফৰপৰা পুৰণি পুথি সংগ্ৰহৰ চেষ্টা চলোৱা হৈছে। এই সজ চেষ্টাত সকলোৱে সহযোগ কৰিব লাগে। ইতিমধ্যে কিছুমান ভাল ভাল পুথি সংগৃহীত হোৱা বুলিও জানিব পৰা গৈছে। এইবোৰ পুথিবো প্ৰকাশৰ দিহা কৰিব লাগে।

আন্তৰ্জাতিক বিনিময়ৰ যুগত পৃথিবীৰ শ্ৰেষ্ঠ সাহিত্যিকসকল মানৱ জাতিৰে গৌৰৱৰ স্থল হৈ পৰিছে। এইসকলৰদ্বাৰা ৰচিত গ্ৰন্থসমূহ এটা ভাষাৰপৰা আন এটা ভাষালৈ ভাষান্তৰ কৰা হৈছে। শ্ৰেষ্ঠ গ্ৰন্থবোৰ এইদৰে ভিন ভিন ভাষালৈ অনূদিত হোৱাৰ ফলত ভাবৰ পাৰস্পৰিক বিনিময় ঘটিছে আৰু ভিন ভিন জাতিৰ সাহিত্যাই হাত ধৰা-ধৰিকৈ আগুৱাই যাব ধৰিছে। এইফালৰপৰা চালে প্ৰত্যেক সাহিত্যতে প্ৰচুৰ অনুবাদ গ্ৰন্থ থকাৰ প্ৰয়োজন। আমাৰ সাহিত্যত অনুবাদ-গ্ৰন্থ তেনেই তাকৰ নহয়। তথাপি এই ক্ষেত্ৰত কৰিব লগীয়া ঢেৰ কাম আছে। প্ৰাচীন সংস্কৃত আৰু পৃথিবীৰ আন আন প্ৰধান ভাষাবোৰৰ বুকুত থকা অমূল্য গ্ৰন্থ-ৰাজিৰ ভালেমান আজিও আমাৰ ভাষালৈ অনূদিত হোৱা নাই। আমাৰ ভাষালৈ এইবোৰ ৰূপান্তৰিত কৰাৰ চেষ্টা থাকিব লাগে। অনুবাদৰ কথা কলে সচৰাচৰ সাহিত্য-গ্ৰন্থৰ কথাই আমাৰ মনলৈ আহে। কিন্তু বিজ্ঞান, দৰ্শন আদি সাহিত্যৰ ভিতৰত নপৰা অনেক পুথিৰ ক্ষেত্ৰত আমি দুখীয়া হৈ আছোঁ। আমাৰ লেখকসকলৰ এফালে এইপিনে চকু দি সকলো ধৰণৰ অনুবাদ-গ্ৰন্থৰে আমাৰ ভাষা শক্তিশালী কৰিবলৈ চেষ্টা কৰা উচিত।

অনুবাদ গ্ৰন্থ

অসম-সাহিত্য-সভা স্থাপিত হয় ১৯১৭ চনত। সেই সময়ৰেপৰা আজিলৈকে এই দীঘল কালছোৱাৰ ভিতৰত কি কি উল্লেখযোগ্য কাম কৰা হ'ল তালৈ চাই আমাৰ ভৱিষ্যৎ কাৰ্য্যপন্থা স্থিৰ কৰা উচিত। দুখৰ বিষয় যে আজি দুকুৰি বছৰবো ওপৰ কাল ভাষা-সমস্যাৰ ওপৰতে সাহিত্য-সভাই সদায় গুৰুত্ব আৰোপ কৰিব লগীয়া হৈছে। সঁচা কথা, এই সমস্যা এটি জটিল সমস্যা আৰু ইয়াৰ সমাধানকল্পে আমি আটায়ে যত্নপৰ হব লাগে। কিন্তু অকল ভাষাৰ ওপৰতে বিশেষ গুৰুত্ব আৰোপ কৰি সাহিত্যৰ উন্নতি-বিষয়ক সকলো চেষ্টা এৰি পেলোৱা উচিত নহব। সাহিত্যৰ শ্ৰীবৃদ্ধি সাধিত হলেহে ভাষাৰ প্ৰতি আনৰ আদৰ বাঢে। বিশেষতঃ যোৱা ভাষা-আন্দোলনৰ আলমত ঘটি যোৱা গোলমালৰ পিছত অসমীয়া ভাষা প্ৰচাৰৰ ক্ষেত্ৰত অলপ বিবেচনাৰে আগবঢ়া উচিত। পৰ্ব্বতীয়া ভাই-সকলৰ মাজত আজি যেনে ধৰণৰ বিৰূপ মনোভাৱৰ সৃষ্টি হৈছে, তাৰ কাৰণে অসমীয়া জাতি জগৰীয়া নহয়। আমি আটায়ে অসমীয়া ভাষাক ৰাজ্য-ভাষা হিচাবে পাবলৈ বিচাৰোঁ। পৰ্ব্বতীয়া ভাইসকলৰ নিজ ভাষা আৰু কৃষ্টি সংৰক্ষণৰ ব্যৱস্থা দিয়াৰ ক্ষেত্ৰতো আমাৰ আপত্তি নাই। এনে স্থলত পৰ্ব্বতীয়া ভাইসকলৰ নেতৃবৃন্দৰ আকোৰগোঁজালি মনোভাব হয়তো কিছু

শাখা-সভা

পৰিমাণে স্বাৰ্থ-প্ৰণোদিত। ৰাজনীতিৰ মেৰপাকৰ মাজত সোমাই নপৰা সৰল পৰ্ব্বতীয়া ভাইসকলৰ এনে মনোভাব নাই বুলি মোৰ বিশ্বাস। আমি এইসকলৰ লগত সৌহাৰ্দ্দ্য স্থাপন কৰি পাৰস্পৰিক সম্বন্ধ মধুৰ কৰিব লাগে। পৰ্ব্বতীয়া লোকসকলৰ ভাষা আৰু সংস্কৃতিৰ প্ৰতি আমাৰ শ্ৰদ্ধা প্ৰকাশ কৰিলেহে এইবোৰ অঞ্চলত আমাৰ ভাষা-সাহিত্যই ভাল ঠাই অধিকাৰ কৰিব পাৰিব। পৰ্ব্বতীয়া আৰু আন আন জনজাতীয় লোকসকলৰ মাজত প্ৰচলিত লোকগীত আৰু মুখে মুখে চলি থকা সাধুবোৰ আমাৰ ভাষাত প্ৰকাশিত কৰাৰ চেষ্টা চলিব লাগে। আবৰ ছাত্ৰ এজনে অসমীয়াতে এখন গল্প-পুথি লিখিছে আৰু সাহিত্য-সভাই এই পুথি প্ৰকাশ কৰিছে। এই পুথিৰ জৰিয়তে নেফাত অসমীয়া ভাষাৰ প্ৰতি আদৰ বঢ়োৱাৰ সুবিধা হ'ব। আন আন পাৰ্ব্বত্য লোকসকলৰ মাজৰপৰাও পাৰিলে এনে লোক উলিয়াই তেওঁলোকক উদ্গণি দিব লাগে আৰু আৱশ্যকীয় আৰ্থিক সাহায্যও আগবঢ়াব লাগে।

এটা ভাষাক অকল ৰাজ্যভাষাৰ স্বীকৃতি দিয়াটোৱেই জাতিৰ চৰম আদৰ্শ নহয়। আধুনিক যুগৰ চিন্তাধাৰাৰ বাহক হিচাবে ভাষা সমৃদ্ধ হ'ব নোৱাৰিলে আন চহকী ভাষাৰ প্ৰভাৱ তাৰ ওপৰত যেনে তেনে পৰিব। এনে এটি প্ৰভাৱৰদ্বাৰা দুৰ্ব্বল ভাষাটো সমৃদ্ধিশালী

ভাষাৰ উন্নতি

হোৱাৰ বাটত আগবাঢ়ি গ'লে ক্ষতি একো নহয়, কিন্তু দুৰ্ব্বল ভাষাটো গতিশীল হৈ নাথাকিলে অনেক সময়ত এই প্ৰভাৱে তাৰ নিজস্ব বৈশিষ্ট্য নষ্ট কৰে। ভাষাৰ মৰ্য্যাদা অটুট ৰাখিবলৈ হ'লে সেই ভাষা সৰ্ব্বতোভাৱে উন্নত হৈ থাকিব লাগিব। স্বাভাৱিক গতিত অৱশ্যে ভাষা আৰু সাহিত্যৰ উন্নতি হয়। কিন্তু বৰ্ত্তমান যুগত পৰিকল্পনাৰ সহায়ত আৰু দৃঢ়তাৰ বলত কম সময়তে এটা ভাষাক আগুৱাই নিব পৰা যায়। ৰাজনীতি, অৰ্থনীতি, বিজ্ঞান, দৰ্শন আদি ভিন ভিন বিষয়ৰ গ্ৰন্থৰ অভাৱ আমাৰ ভাষাত আছে। সাহিত্যৰ ক্ষেত্ৰত অৱশ্যে আমি বহুতো আগুৱাই আছোঁ। অধিক ভাব-প্ৰৱণতাৰ বলত আমাৰ দৈন্যৰ বিষয়ে সচেতন নহৈ আত্মশ্লাঘাৰ মাদকতাত ভোল গৈ থাকিলে ভাষা-সাহিত্যৰ সেৱা কৰা নহয়। ভাষা-সাহিত্যৰ সেৱাক জীৱনৰ সাধনা হিচাবে গ্ৰহণ কৰা এদল উৎসাহী নতুন লেখক আমাক লাগে। সাহস আৰু দৃঢ়তাৰে এওঁলোকে কামত আগবাঢ়িলে কম সময়ৰ ভিতৰতে আশানুৰূপ উন্নতিৰ সম্ভাৱনা আছে। সমাজৰ প্ৰয়োজন আৰু সাহিত্যিকৰ মৌলিকতাৰ পাৰস্পৰিক সংযোগৰ ফলত উচ্চ-সাহিত্যৰ সৃষ্টি হয়। আজিৰ যুগত আমাৰ সমাজখন ভালেমান আগুৱাই আহিছে আৰু চিন্তাশীল লোকো আমাৰ মাজত নোহোৱা নহয়। গতিকে, আমাৰ সাহিত্যৰ ভৱিষ্যৎ উজ্জ্বল এই মত নিঃসঙ্কোচে প্ৰকাশ কৰিব পাৰি।

সাহিত্যিকৰ অৱদানৰ উপলব্ধি কৰিবলৈ উন্নত শ্ৰেণীৰ পাঠকসমাজৰ প্ৰয়োজন। সাহিত্যৰ ৰুচিবোধ জন্মগত এৰু নহয়। নিজে শ্ৰম কৰি পাঠকে এই ৰুচি গঠন কৰি লব লাগে।

পাঠক সমাজ

কোনো এজন সাহিত্যিকৰ লেখা ভালকৈ বুজিবলৈ আৰু হৃদয়ঙ্গম কৰিবলৈ হ'লে পাঠকে আন আন সাহিত্যিকৰ লেখাৰ লগতো পৰিচিত হ'ব লাগে আৰু তেওঁৰ মনত ভিন ভিন লেখাৰ তুলনামূলক আলোচনাৰ ক্ষমতাও কিছু পৰিমাণে থাকিব

লাগে। হৃদয়-সংবাদী পাঠকো সমালোচকৰ শাৰীৰে এজন। উন্নত ৰুচিৰ পাঠক সমাজ গঢ়ি উঠিলে সৃষ্টি-ধৰ্মী লেখকসকলৰ ওপৰত তেওঁলোকৰ প্ৰভাৱ পোনপটীয়াকৈ পৰে আৰু উচ্চাঙ্গৰ সাহিত্য-সৃষ্টিৰ অনুকূল পৰিবেশ সৃষ্টি কৰে। অসম সাহিত্য-সভাৰ তলত ভালেমান শাখা আৰু স্বীকৃত সভা আছে। এই শাখা আৰু স্বীকৃত সভাবোৰ জীৱন্ত কৰি তোলাৰ চেষ্টা চলিব লাগে। এইবোৰৰ যোগেদি ভাষা-সাহিত্যৰ প্ৰচাৰৰ লগে লগে ভাল পাঠক সমাজ গঢ়ি তোলাৰ চেষ্টা চলোৱাৰ সময় কেতিয়াবাই আহি পৰিছে।

আমাৰ ৰাজ্যত লোক-গণনা হব ধৰিছে। কিছুমান স্বাৰ্থপৰ লোকে অসমীয়া জাতিৰ অন্যায় কৰিবলৈ হয়তো সাজু হৈ আছে। আমাৰ শাখা আৰু স্বীকৃত সভাবিলাকে এই বিষয়ে চোকা নজৰ ৰখা উচিত। অসমীয়া জাতিৰ ন্যায্য স্বাৰ্থ যাতে দুৰভিসন্ধিকাৰীৰ চক্ৰান্তত নষ্ট নহয় তাৰ বাবে সমগ্ৰ অসমীয়া জাতিয়ে সজাগ হৈ থাকিব লাগে। ভাষা-আন্দোলনৰ আলমত যি গোলমাল সৃষ্টি হ'ল তাৰে চেলু লৈ সমগ্ৰ অসমীয়া জাতিৰ ওপৰতে কলঙ্কৰ বোজা জাপি দিবলৈ যি অপচেষ্টা কৰা হ'ল তাৰ তিতা অভিজ্ঞতা আপোনালোকে নিজেই পাইছে। অভিজ্ঞতাই মানুহক জ্ঞানী কৰা উচিত। আমি আটায়ে আমাৰ জাতিৰ নিজস্ব বৈশিষ্ট্য ৰক্ষা কৰিবলৈ দৃঢ় সঙ্কল্প হব লাগে। কাৰো লগত আমাৰ বিৰোধ নাই, কাৰো প্ৰতি আমি বিদ্বেষ ভাব পোষণ নকৰোঁ। অসমত বাস কৰা সকলো অনা-অসমীয়াই আমাৰ আপোন। অসমৰ উন্নতি সাধন কৰা আমাৰ যেনে কৰ্ত্তব্য, অনা-অসমীয়া ভাইসকলৰো তেনে কৰ্ত্তব্য। আমি আশা কৰোঁ সকলো ভেদ-ভাব পাহৰি অনা-অসমীয়া ভাইসকলে এখন উন্নত অসম গঢ়ি তোলাত যথাশক্তি সহায় কৰিব।

লোক-গণনা

প্ৰতিনিধি বন্ধুসকল, আপোনালোকে অসমৰ ভিন ভিন ঠাইৰপৰা আহি আজি ইয়াত গোট খাইছেহি। আপোনালোকে বুজে যে আজি আমি এটা সন্ধিক্ষণত উপস্থিত হৈছোঁ। এনে সময়ত আমি কৰ্ম্মঠ নহলে আমাৰ সাহিত্য-সভাৰ আদৰ্শ লাভ কৰাৰ বাটত যিবোৰ বাধা আছে সেইবোৰ আমি আঁতৰাব নোৱাৰোঁ। মোৰ অনুৰোধ, আপোনালোকে ভাব-প্ৰৱণতা পৰিত্যাগ কৰি আমাৰ ভাষা-সাহিত্যৰ সমস্যাৰ বিষয়ে অলপ দকৈ চিন্তা কৰি চাব। এইটো সঁচা কথা, আজিলৈ সাহিত্য-সভাই যিমানখিনি আগুৱাই যাব লাগিছিল সিমানখিনি যাব পৰা নাই। তাৰ বাবে দায়ী আমি আটায়ে। মিকিৰ পাহাৰ, উত্তৰ কাছাৰ, নেফা, আন পাৰ্ব্বত্য অঞ্চল আৰু আনকি গোৱালপাৰাৰ পশ্চিমাংশতো আমি ভালকৈ কাম আৰম্ভ কৰিব পৰা নাই। এইবোৰ অঞ্চলৰপৰা যিসকল প্ৰতিনিধিয়ে আহি আজিৰ সভাত যোগদান কৰিছে সেইসকল যেন ইয়াৰ পিছত অলপ সক্ৰিয় হয়—এয়ে মোৰ ঘাই অনুৰোধ।

বন্ধুসকল, দীঘলীয়া অভিভাষণ পাঠ কৰি মই হয়তো আপোনালোকক আমনি দিছোঁ। মই আৰু বেছি কথা কবলৈ ইচ্ছা নকৰোঁ। সকলো ৰাইজকে সেৱা জনাই আৰু আমাৰ ভাষা আৰু সাহিত্যৰ উন্নতি কামনা কৰি আজিৰ কাৰণে মই আপোনালোকৰপৰা বিদায় মাগিলোঁ।

ওঁ তৎসৎ

# ঊনবিংশ অধিবেশন

গোৱালপাৰা—৩১ অক্টোবৰ, ১৯৬১ চন

সভাপতি—শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী

**অভ্যৰ্থনা সভাৰ মাননীয় সভাপতি ডাঙৰীয়া, প্ৰতিনিধিবৰ্গ, আইসকল আৰু সাহিত্যানুৰাগী বন্ধুসকল,**

অসম সাহিত্য সভাৰ ঊনত্ৰিংশ অধিবেশনত সভাপতিত্ব কৰাৰ সন্মান মোৰ পক্ষে গৌৰবৰ কাৰণ আৰু আপোনালোকে দয়া কৰি মোক এই সন্মানিত পদত অধিষ্ঠিত কৰাৰ কাৰণে আপোনালোকৰ ওচৰত মোৰ অন্তৰভৰা কৃতজ্ঞতা নিবেদন কৰিছোঁ। যোৱা দুবছৰৰ ভিতৰত সাহিত্য সভাৰ আগত নানান জটিল প্ৰশ্ন আৰু বহুত গধুৰ সমস্যা উপস্থিত হৈছে। এইবোৰৰ সমাধানৰ চেষ্টাত অসমীয়া ৰাইজে যি সহযোগ আৰু সমৰ্থন আগ বঢ়াইছে তাৰ কাৰণে মই ৰাইজক সশ্ৰদ্ধ অভিনন্দন জনাইছোঁ। বৰ দুখ আৰু পৰিতাপৰ কথা যে অসম চৰকাৰে চৰকাৰী ভাষা-আইন গ্ৰহণ কৰাৰ পাছতো অসমৰ ভাষা-সমস্যাৰ সমাধান নহল। সংখ্যালঘুসকলৰ সংৰক্ষণৰ কাৰণে বিহিত ব্যৱস্থাৰ ৰক্ষা-কবচ থকা সত্বেও এদল স্বাৰ্থান্বেষী লোক অসন্তুষ্ট হৈ থাকিল। স্বকীয়া পাৰ্ব্বত্য ৰাজ্যৰ ধ্বনি কিছু অস্পষ্ট হ'ল সঁচা কিন্তু মাৰ নগল। এখন দেশৰ চৰকাৰে নাইবা সেই দেশৰ সংখ্যাগৰিষ্ঠ লোকে সংখ্যালঘুসকলৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে যত্নপৰ হব পাৰে, তেওঁলোকৰ প্ৰতি মৰম-স্নেহ দেখুৱাব পাৰে কিন্তু সেই মৰম-স্নেহক যেতিয়া জাতীয় দুৰ্ব্বলতা বুলি অভিহিত কৰি মৌলিক গণতান্ত্ৰিক স্বত্বৰ নামত আইন আৰু শৃঙ্খলা ভঙ্গ কৰাৰ চেষ্টা চলে তাৰ প্ৰতিৰোধৰ শক্তিও জনগণৰ মাজতে আপোনা-আপুনিয়ে জাগি উঠে। আইন শৃঙ্খলা ৰক্ষা কৰা চৰকাৰৰ কাম। কিন্তু অন্যায়ভাৱে আইন শৃঙ্খলা ভঙ্গ কৰা, আৰু জনসাধাৰণৰ সহজ জীৱন-যাত্ৰাৰ পথত বাধা জন্মোৱা শক্তিৰ বিপক্ষে জনমত গঠন কৰা, আৰু চৰকাৰৰ হাত শক্তিশালী কৰি তোলা নাগৰিক সকলৰ কাম। গণতান্ত্ৰিক দেশত জনগণে সদায় নিষ্ক্ৰিয় হৈ হাত সাৱটি বহি থাকিব নোৱাৰে। আমাৰ দেশত জনগণৰ মাজত যি চৈতন্যৰ সঞ্চাৰ হৈছে সি জীৱন-যুদ্ধত বাচি থাকিবলৈ সচেষ্ট হোৱা এটা জাতিৰ জাগৰণ। এই জাগৰণ আন্দোলনমুখী নহৈ গঠনমুখী কৰি তোলাৰ প্ৰচেষ্টা আমাৰ মাজত প্ৰবলভাৱে গঢ়ি উঠিব লাগে।

ঊনৈশ শ ষাঠি চনৰ অক্টোবৰ মাহত অসম চৰকাৰী ভাষা আইন গৃহীত হ'ল। এই

আইন ক্ৰটিপূৰ্ণ হোৱা সত্বেও, সেই সময়ৰ দেশৰ পৰিস্থিতিলৈ লক্ষ্য কৰি আৰু সংখ্যালঘুসকলৰ মনোভাবলৈ চাই সাহিত্য সভাই চৰ্ত্ত-সাপেক্ষে তাক সমৰ্থন কৰিছিল আৰু ভাবিছিল যে এই আইন কাৰ্য্যকৰী কৰাৰ সকলো ব্যৱস্থা অনতিপলমে চৰকাৰে হাতত লব। অসমীয়া বাইজে ভাবিব পৰা নাছিল যে কাছাৰ জিলাত বঙ্গ-ভাষাৰ প্ৰচলন অব্যাহত ৰখাৰ পাছতো বঙ্গ-ভাষা-ভাষী কাছাৰৰ কিছুমান লোকে অসমীয়াৰ লগতে বঙ্গ-ভাষাকো অসমৰ দ্বিতীয় চৰকাৰী ভাষা হিচাবে স্বীকৃতি দিয়াৰ দাবী তুলিব আৰু সংগ্ৰাম পৰিষদ গঠন কৰিব। কিবা কাৰণে তেওঁ-লোক অসন্তুষ্ট হলে তেওঁলোকৰ হাতত থকা সাংবিধানিক সুবিধাৰ সহায়ত সেই অসন্তোষ দূৰ কৰাৰ উপায় তেওঁলোকৰ আছিল। কিন্তু সংগ্ৰাম পৰিষদৰ সংগ্ৰামকামী নেতাসকলে যি অগণতান্ত্ৰিক পন্থা অবলম্বন কৰিলে তাৰ ফলত কেইবাজনো লোক অকালতে মৃত্যুৰ মুখত পৰিল। মৃত্যুৰ পৰশ সদায় নিষ্ঠুৰ আৰু অকাল-মৃত্যুৰ সন্তাপ অবিস্মৰণীয়। এইসকলৰ আত্মাৰ সদ্গতিৰ অৰ্থে আমি প্ৰাৰ্থনা জনাইছোঁ। যোৱা ষাঠি চনৰ জুলাই মাহত কটন কলেজৰ ছাত্ৰাবাসৰ বাৰেণ্ডাতে তেজৰ ডোঙাৰ মাজত বঞ্জীত বৰপূজাৰীৰ শেষ নিশ্বাসৰ হুমুনিয়াহ আজিও আমাৰ কাণত বাজি আছে। শান্তিকামী লোকে সেই বাবে নিবিচাৰে সংগ্ৰাম কিন্তু বিচাৰে প্ৰেমপ্ৰীতিৰ বুকুভৰা আলিঙ্গন।

কিন্তু তাৰ পৰিবৰ্ত্তে ভাষাৰ নামত মানুহ-মানুহৰ মাজত থকা সম্বন্ধ ছিন্ন-বিচ্ছিন্ন কৰাৰ অপচেষ্টা দেশৰ ভালেমান ঠাইতে গঢ়ি উঠিব ধৰিছে। ইয়াৰ প্ৰতিৰোধৰ চেষ্টা জানো হব নালাগিব? সংগ্ৰাম পৰিষদে যি দাবীৰ উত্থাপন কৰিছিল সেই দাবীৰ যৌক্তিকতা বিচাৰি চোৱাৰ সুবিধা অসম চৰকাৰৰো নহল, স্বৰাষ্ট্ৰ-মন্ত্ৰী শ্ৰীশাস্ত্ৰীৰো নহল। আপোচৰ ঘন কুৱঁলীৰ মাজেদি গোটেই সমস্যাটোকেই চোৱাৰ ফলত সমস্যাৰ প্ৰকৃত ৰূপ তেওঁলোকে উপলব্ধি কৰিব নোৱাৰিলে। ইয়াৰ কাৰণেই জন্ম হ'ল প্ৰচ্ছন্ন দ্বিভাষী শাস্ত্ৰীসূত্ৰ আৰু অসম চৰকাৰৰ তাৰ প্ৰতি সমৰ্থন। কিন্তু সকলো ক্ষেত্ৰতে কাছাৰ জিলাত ৰাজ্যিক চৰকাৰী অসমীয়া ভাষাৰ প্ৰৱেশ নিষিদ্ধ কৰি দিয়াৰ যি সঙ্কল্প সি হয়তো বিধিভুক্ত হৈ অসম মাতৃৰ বুকুত শেল হানিলেহেঁতেন কিন্তু স্বতঃস্ফূৰ্ত্তভাৱে কাছাৰবাসীৰ মাজতে যেতিয়া শান্তি পৰিষদৰ আন্দোলনে ব্যাপক ৰূপ ধাৰণ কৰিলে তেতিয়া সংগ্ৰাম পৰিষদৰ দাবীৰ সকলো অঙ্গাভৰণ সুলকি পৰিল। কাছাৰত বাস কৰা এমুঠি ভগনীয়া আৰু আন বঙ্গ-ভাষাভাষী লোকসকলে কাছাৰত শতকৰা নব্বৈজন লোক বঙ্গ-ভাষাভাষী বুলি তোলা ধ্বনিৰ অৰ্থ নাথাকিল। যেতিয়া কাছাৰৰ মণিপুৰী, হিন্দুস্থানী, ৰাজবংশী, বৰ্মুৰা আৰু খিলঞ্জীয়া হাজাৰ হাজাৰ লোকৰ প্ৰতিনিধি দলে মুখ্য মন্ত্ৰীৰ আগত গণভোটৰ প্ৰস্তাৱ দাঙি ধৰিলে তেতিয়া সেই প্ৰস্তাৱত সংগ্ৰাম পৰিষদৰ নেতাসকলে সমৰ্থন জনোৱাত নিশ্চয় একো বাধা নাছিল। কিন্তু এই গণতান্ত্ৰিক নীতি গ্ৰহণ কৰিবলৈ তেওঁলোকে আগবাঢ়ি নাহিল। তেওঁলোকে ভাবিলে বঙ্গদেশৰ আইনজ্ঞ আৰু প্ৰগল্‌ভ ব্যক্তিসকলৰ যত্নত আৰু বঙ্গদেশত বাতৰি কাকতৰ সবল প্ৰপেগেণ্ডাৰ সহায়ত সংখ্যালঘু হলেও তেওঁলোকৰ অভীষ্ট পূৰণ হব আৰু দ্বিভাষী বন্দৰ গধুৰ হেচাত অসমৰ প্ৰশাসনীয় বিভাগ ভাৰও পক্ষীৰ দৰে দ্বিমুখী

হৈ পৰিব। কিন্তু কাছাৰৰ সংগ্ৰাম পৰিষদ আৰু কংগ্ৰেছ ভাষা-আন্দোলন সমিতিয়ে তুলি ধৰা সমস্যাৰ ৰূপ বাস্তৱ ৰূপ নাছিল। সেই ৰূপ আছিল ভাব-প্ৰৱণতাৰ অতিৰঞ্জনৰ ৰঙেৰে ৰঞ্জিত। শান্তি-পৰিষদৰ প্ৰতিক্ৰিয়াৰ ফলস্বৰূপে কাছাৰৰ ভাষা-সমস্যাৰ প্ৰকৃত ৰূপ ওলাই পৰিল আৰু সংগ্ৰাম পৰিষদ আৰু ভাষা-আন্দোলন সমিতিৰ দাবীৰ যুক্তিহীনতা প্ৰতিপন্ন কৰিলে।

এনে সময়তে অগা-পিছাকৈ ৰাজ্যৰ সকলো অংশতে যে ৰাজ্যিক চৰকাৰী ভাষাৰ প্ৰৱেশাধিকাৰ আছে সেই মত প্ৰধানমন্ত্ৰী আৰু স্বৰাষ্ট্ৰমন্ত্ৰীয়ে সুস্পষ্টভাৱে ব্যক্ত কৰিলে। মুখ্যমন্ত্ৰীৰ সন্মিলনতো চৰকাৰী ভাষাৰ সাৰ্ব্বভৌমত্ব স্বীকাৰ কৰি চৰকাৰী ভাষাৰ লগতে আৱশ্যক হলে জিলা পৰ্য্যায়ত আন ওপৰঞ্চি ভাষাৰ স্বীকৃতি দিয়াৰ ব্যৱস্থা সমৰ্থিত হ'ল। এনে পটভূমিৰ বুকুত ৰাজ্যিক চৰকাৰী ভাষা আইনৰ সংশোধনী বিধান সভাত তুলি ধৰা হ'ল। তৰ্ক-বিতৰ্কৰ পিছত বিধান সভাত যি সংশোধনী গৃহীত হ'ল তাৰ ফলত বঙ্গ-ভাষাকে কাছাৰৰ জিলা পৰ্য্যায়ৰ ভাষা হিচাবে স্বীকৃতি দিয়া হল কিন্তু ৰাজ্যিক চৰকাৰী ভাষাৰ প্ৰৱেশৰ বাটো মুকলি হৈ থাকিল। শাস্ত্ৰী-সূত্ৰৰ আভ্যন্তৰিক ক্ৰটি কিছু পৰিমাণে সংশোধিত হ'ল কিন্তু কাছাৰ জিলাৰ মণিপুৰী, হিন্দুস্থানী, ৰাজবংশী, বৰ্ম্মুৱা সম্প্ৰদায় আৰু খিলঞ্জীয়া লোকসকলৰ দাবী উপেক্ষিত হল। আনহাতে ৰাজ্যিক চৰকাৰী ভাষা আইনখন কাৰ্য্যকৰী কৰাৰ চেষ্টাৰ আগতে তাৰ প্ৰথম সংশোধনী হাতত লব লগা হল। সাংবিধানিক কাৰণত কোনো এখন আইনৰ সংশোধনী আনিব লগা হলে তাৰ কথা সুকীয়া কিন্তু আপোছৰ কাৰণে আৰু লোকৰ সন্তুষ্টিৰ বাবে কোনো এখন আইন কাৰ্য্যকৰী কৰাৰ আগতে সংশোধিত হোৱা দৃষ্টান্ত বিৰল। তথাপি এবছৰৰ ভিতৰতে এই আইনখন সংশোধন কৰিব লগা হল যেতিয়া তাৰ ভিতৰত থকা সকলো আঁসোৱাহ একেলগে আঁতৰোৱা উচিত আছিল। মুখ্যমন্ত্ৰীৰ সন্মিলনৰ সিদ্ধান্ত, প্ৰধান আৰু স্বৰাষ্ট্ৰ মন্ত্ৰীৰ মন্তব্য আৰু জনমতৰ গুৰুত্বৰ ওপৰত নিৰ্ভৰ কৰি ৰাজ্যিক চৰকাৰী ভাষাৰ মৰ্য্যাদা সকলো জিলাতে অটুট ৰখাৰ ব্যৱস্থা একে সংশোধনীৰ মাজেদি বিধিভুক্ত কৰাৰ থল আছিল, কিয়নো এই ব্যৱস্থা সংবিধানসন্মত। বিশেষতঃ কাছাৰ জিলাত ৰাজ্যিক চৰকাৰী ভাষাৰ প্ৰৱেশ বিধিভুক্ত কৰি আন পাৰ্ব্বত্য জিলাসমূহৰ ক্ষেত্ৰত সেই ব্যৱস্থা নৰখাটো যুক্তিৰ ফালৰপৰা সমৰ্থন-যোগ্য নহয়। পাৰ্ব্বত্য অঞ্চলৰ লোকসকলে এনে ব্যৱস্থাৰ প্ৰতি বিৰূপ মনোভাব পোষণ কৰাৰো কোন কাৰণ নাই কিয়নো এইটো এটা সৰ্ব্বভাৰতীয় নীতি হিচাবে গৃহীত হৈছে। সংবিধানৰ ৩৪৫ ধাৰা অনুসৰি সমগ্ৰ ৰাজ্যৰ কাৰণে এটা বা তাতকৈ বেছি ভাষা ৰাজ্যিক চৰকাৰী ভাষা হিচাবে গ্ৰহণ কৰাৰ ক্ষমতা বিধান সভাৰ আছে। সংবিধানৰ ৩৪৭ ধাৰা অনুসৰি জিলা পৰ্য্যায়ত চৰকাৰী ভাষাৰ বাহিৰে আন কোনো ভাষা অতিৰিক্ত ভাষা হিচাবে ব্যৱহাৰৰ ব্যৱস্থাৰপৰা এইটো স্পষ্ট হয় যে চৰকাৰী ভাষাৰ ব্যৱহাৰ সমগ্ৰ ৰাজ্যৰ ভিতৰতে নোহোৱাকৈ থাকিব নোৱাৰে, কিয়নো আঞ্চলিক ৰাজ্যিক-ভাষাৰ গ্ৰহণ সংবিধান-সন্মত নহয়। এই সম্বন্ধে ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু স্বৰাষ্ট্ৰমন্ত্ৰীয়ে দিয়া নিজা মতামতৰ উপৰিও মুখ্যমন্ত্ৰী সন্মিলনত গৃহীত ভাষানীতিয়ে চৰকাৰী ভাষাৰ প্ৰৱেশ সকলো জিলাতে ৰাখি আৱশ্যক হলে জিলা পৰ্য্যায়ত আন অতিৰিক্ত

ভাষাৰ প্ৰচলন সমৰ্থন কৰিছে। ভাষা আইন সংশোধন কৰা সময়ত এই আটাইবোৰ কথা বিবেচনা কৰি আইনৰ চাৰি আৰু পাঁচ ধাৰাৰ সংশোধন একেলগে কৰা উচিত আছিল। কিন্তু সময়ৰ শৰ সময়মতে নিক্ষেপ কৰা নহল।

সি যি কি নহওক, আমি আশা কৰিছোঁ৷ সাহিত্য-সভাৰ যেন ভৱিষ্যতে অসমৰ ভাষা-সমস্যাৰ মাজত সোমাই পৰাৰ হুনাই আৱশ্যক হৈ নপৰে। মন্ত্ৰীমণ্ডলী আৰু বিধান সভাৰ সদস্য-সকলে যদি ৰাজ্যিক চৰকাৰী ভাষাৰ মৰ্য্যাদা সকলো জিলাতে অটুট ৰখাৰ প্ৰতি যত্নপৰ হয় তেন্তে বিধান সভাৰ মজিয়াতে ভাষা-সংক্ৰান্ত সকলো সমস্যাৰ সমাধান হব। সাহিত্য-প্ৰেমীসকলৰ সাহিত্যৰ প্ৰতি যি অনুৰাগ আছে আৰু সাহিত্যকসকলৰ সৃষ্টিকামী মনৰ মাজত যি সৌন্দৰ্য্য-লিপ্সা আছে সি ভাষা প্ৰীতিৰ ওপৰত। কিন্তু যি ভাষাৰ মাধ্যমেৰে সৃষ্টিকামী মনে প্ৰকাশ বিচাৰে সেই ভাষাৰ গুৰিগছত বাগি কুঠাৰ মাৰিলে সাহিত্য-প্ৰেমত ৰূপান্তৰিত নহৈ নোৱাৰে। ঢেকিয়াল ফুকনৰ দিনৰেপৰা আমাৰ সাহিত্যিকসকলৰ জীৱনত উপস্থিত হোৱা ভাষা-প্ৰেম আৰু সাহিত্যৰ প্ৰেমৰ ৰূপান্তৰ দুৰ্ভাগ্যৰ পৰিচায়ক। একেলগে উপস্থিত হোৱা দুই কৰ্ত্তব্যৰ দোমোজাত প্ৰতিভাৰ পূৰ্ণ প্ৰকাশ নহয়, অভিজ্ঞতাৰ চিত্ৰ ফুটি নুঠে।

আজি বিংশ শতিকাত সমাজ-ব্যৱস্থাৰ নানান পৰিবৰ্ত্তন ঘটিছে। বৈজ্ঞানিক নানান আৱিষ্কাৰৰ ফলত মানুহৰ চিন্তাধাৰা নানান সুঁতীয়েদি বৈ যাব ধৰিছে। নানান নতুন মতবাদৰ প্ৰভাৱ সাহিত্যিকসকলেও এৰাব পৰা নাই। আনহাতে ভিন ভিন ৰুচিৰ পাঠক সমাজো দিনে দিনে বহল হৈ আহিব ধৰিছে। সাহিত্যিকৰ ব্যক্তিত্ব বিসৰ্জ্জন নিদিয়াকৈ সমাজৰ ৰুচিৰ অনুকূলে সাহিত্য-সৃষ্টি দিনে দিনে টান হৈ আহিছে। সমাজৰ দাবী উপেক্ষা কৰি সাহিত্য-সৃষ্টিৰ চেষ্টা কৰিলেও সি অনেক সময়ত গ্ৰহণীয় হৈ নুঠে। সমাজৰ প্ৰতি চকু নৰখাকৈ সম্পূৰ্ণ ব্যক্তিগত দৃষ্টিকোণৰপৰা লেখকে সাহিত্য-সৃষ্টি কৰিলে তাৰ মাজত যি ব্যক্তিগত ভাব আৰু প্ৰকাশ ৰীতি থাকে তাৰ সম্যক উপলব্ধি টান হয়। আনফালে সম্পূৰ্ণ সমাজৰ ৰুচিৰ অনুকূলে সাহিত্য ৰচনা কৰিলেও তাৰ অন্তঃসাৰশূন্যতা সহজে ধৰা পৰে। এনে ৰচনাৰ মাজত সাহিত্যিকৰ আধ্যাত্মিক সত্তাৰ পৰশ অস্পষ্ট হৈ থাকে। ৰচনা প্ৰাণৱন্ত হব লাগিলে সাহিত্যিকৰ নিজৰ প্ৰাণৰ পৰশত সি জীৱন্ত হৈ উঠিব লাগে। প্ৰয়োজনৰ তাগিদাত নাইবা লাভৰ আশাত পুথি ৰচনা কৰিলে তাৰ মাজেদি বণিক-বিচাৰেই স্পষ্ট ৰূপ পায়। আজিৰ যুগত অধিক সংখ্যক পুথিয়েই বণিক-বিচাৰৰপৰা সমুদ্ভূত। সেই বাবে উন্নত স্তৰৰ সাহিত্য-সৃষ্টি সকলোৰে পক্ষে সম্ভৱ নহয়। বৃহৎ কল্পনা, গভীৰ আৰু ব্যাপক অনুভূতি আৰু অনুৰূপ ভাষাৰ মাধ্যমেৰে তাৰ প্ৰকাশ সহজ-সাধ্য নহয়। বিশেষতঃ আধুনিক যুগৰ সৃষ্টিকামী মানবে নানান নতুন দৃষ্টিকোণৰ পৰা সাহিত্য ৰচনাত প্ৰবৃত্ত হৈছে। সাহিত্যৰ ক্ষেত্ৰত নতুন পৰীক্ষাৰ থল আছে। সাহিত্যৰ ইতিহাসত যুগে যুগে এনে পৰীক্ষা চলোৱাৰ প্ৰচেষ্টা আমাৰ চকুত পৰে। বস্তু-নিৰ্ব্বাচন আৰু প্ৰকাশ ৰীতি একে ধৰণৰ হলে এফালে যেনেকৈ কল্পনাৰ দৈন্য প্ৰকাশিত হয়, আনফালে তেনেকৈ গতানুগতিকতাৰ হেচাত বৈশিষ্ট্য ধ্বংস হৈ যায়। যুগে যুগে সাহিত্যৰ মাজেদি নতুন দৃষ্টি-ভঙ্গী

আৰু কল্পনাৰ বৈশিষ্টতা মূৰ্ত্ত নহলে সাহিত্যৰ জীৱনী-শক্তি নাথাকে আৰু সাহিত্য হৈ পৰে স্থিতিশীল। স্থিতিশীল সাহিত্যৰ বুকুত জৰা আৰু মৰণৰ বীজ গজি উঠে।

সংস্কৃত সাহিত্যত সেয়ে হৈছিল। যি প্ৰতিভাশালী লোকসকলে এটা যুগত অমৰ কাব্য-সৌন্দৰ্য্য স্থষ্টি কৰি গল তাৰ আদৰ পৰবৰ্ত্তী যুগলৈ থাকিল কিন্তু পৰবৰ্ত্তী যুগত তেনে কাব্যৰ স্থষ্টি হোৱাৰ স্থযোগ নঘটিল। আলঙ্কাৰিকসকলৰ নানান বিশ্লেষণী আলোচনাই তেওঁলোকৰ নিজৰ পাণ্ডিত্যৰ পৰিচয় দিলে সঁচা কিন্তু লগতে নানান বিধি-নিষেধৰ দৌৰাত্ম্যত প্ৰতিভাৰ বিকাশ হোৱাৰ স্থযোগ নষ্ট হল। লেখকৰ যি সমাজ-সচেতনতাৰ আৱশ্যক তাক পৰিহাৰ কৰি নানান তথ্যৰ চাৰিবেৰৰ মাজত সোমাই পৰিলে প্ৰতিভাই প্ৰাণ নাপায়। প্ৰায় একে ৰীতিকেই যুগৰ পিছৰ যুগত অনুসৃত হলে ৰচনাৰীতিত আহি পৰে জড়তা আৰু উপমাদি অলঙ্কাৰৰ ক্ষেত্ৰত আহি পৰে গতানুগতিকতা। ভিন ভিন যুগৰ সাহিত্যৰ মাজেদি এক মৌলিক ঐক্য পৰিলক্ষিত হয় কিন্তু তাৰ লগে লগে ভিন ভিন যুগৰ বিশিষ্টতাও ফুটি উঠে। যেতিয়া যুগৰ বিশিষ্টতা সাহিত্যৰ বুকুত প্ৰতিফলিত হৈ নুঠে তেতিয়া প্ৰকৃত জীৱনৰ লগত সাহিত্যৰ সম্বন্ধ নাইকিয়া হয় আৰু লগে লগে সাহিত্যৰো জীৱনী-শক্তি লোপ পাই আহিব ধৰে।

মানুহৰ জীৱন চঞ্চল আৰু গতিশীল। নৈৰ সোঁতৰ দৰে জীৱন-প্ৰবাহ বৈ আছে। জীৱনত লাভ কৰা নানান অভিজ্ঞতাবোৰো এটা এটাকৈ জীৱনলৈ নাহে কিন্তু অনেক সময়ত এটা অভিজ্ঞতা আন অভিজ্ঞতাবোৰৰ লগত মিহলি হৈ পৰে। কাব্য বা নাটকৰ মাজেদি এই অভিজ্ঞতাৰ ৰূপ দিব লাগিলে মনেৰে সেইবোৰ স্থসংগঠিত কৰি লব লাগে, মানসিক সংগঠনৰ লগে লগে সি প্ৰকাশক্ষম হয়। মূল অভিজ্ঞতা আৰু তাৰ প্ৰকাশৰ মাজত এটা পাৰস্পৰিক সম্বন্ধ আছে। এই সম্বন্ধৰ কাৰণে অভিজ্ঞতা আৰু প্ৰকাশ-চেষ্টা পাৰস্পৰিক সহায়ক হৈ আৰু পৰস্পৰে পৰস্পৰক নিয়ন্ত্ৰিত কৰি শব্দাদিৰ সহায়ত বাহ্যিক ৰূপ পৰিগ্ৰহণ কৰে। এই ৰূপেই হ'ল কাব্য, নাটক, উপন্যাস, চুটিগল্প আদি বিবিধ ৰচনা।

প্ৰাচীন কালৰেপৰা এটা মত প্ৰচলিত হৈ আছে যে কাব্য স্বতঃস্ফূৰ্ত্ত। এই মতৰ ভিতৰত এটা সত্য লুকাই আছে। এই সত্য হল, প্ৰতিভা নহলে কাব্য-স্থষ্টি সম্ভৱ নহয়। কিন্তু স্বতঃস্ফূৰ্ত্ত ভাবাবেগৰ সমষ্টিয়ে কাব্য আৰু কবিৰ ব্যক্তিত্ব কাব্য-স্থষ্টিৰ সময়ত সদায় নিক্ৰিয়, এই কথা সঁচা হব নোৱাৰে। কবিৰ মানসিক ক্ষেত্ৰত কোনো এটি অনুভূতি জাগি উঠিব পাৰে। কিন্তু এই মানসিক অৱস্থাই বাহ্যিক ৰূপ পাব লাগিলে কবিৰ সক্ৰিয় চেষ্টা ব্যতিৰেকে ৰূপ-গ্ৰহণৰ যোগ্যতা মানসিক অৱস্থাৰ নাই। সমগ্ৰ ৰামায়ণ ৰচনা কৰোঁতে স্বয়ং বাল্মীকি নিক্ৰিয় হৈ আছিল আৰু অনুষ্টুভ ছন্দৰ সোঁত বাল্মীকিৰ মুখেদি আপোনাআপুনিয়ে ওলাই আহিছিল এই কল্পনা অলীক নহলেও অলৌকিক। 'ঋতু সংহাৰ' ৰচনাৰ সময়ত ছয় ঋতুৰ বৰ্ণনাৰ মাজেদি কালিদাসৰ সচেষ্ট ৰচনাশৈলীহে প্ৰকট হৈ উঠিছে। আজি আধুনিক যুগত উন্নত বাক্‌ভঙ্গীৰ মাধ্যমেৰে অভিজ্ঞতা প্ৰকাশৰ চেষ্টা সদায় সুস্পষ্ট।

দ্বিতীয় কথা—আজি জটিল সমাজ-ব্যৱস্থাৰ মাজত সন্দেহবাদী পাঠকৰ মন আকৰ্ষণ

কৰাৰ কাৰণে অকল প্ৰতিভাৰ ওপৰত আনো সকলো গুৰুত্ব আৰোপ কৰা যায়। প্ৰাচীন সাহিত্যিকসকলে প্ৰতিভাক মূল বুলি ধৰিছে কিন্তু লগতে কৈছে যে শাস্ত্ৰ আৰু লোকচৰিত্ৰ অধ্যয়ন, কাব্যজ্ঞ জনৰপৰা শিক্ষা লাভ আৰু অভ্যাস, এই আটাইকেইটা প্ৰতিভাৰ সহায়ক। শ্ৰমবিমুখ হলে প্ৰতিভাশালী ব্যক্তিৰো প্ৰতিভা বিকশিত নহয়। ৰচনাশৈলী উন্নত কৰিব লাগিলে প্ৰতিভাৰো প্ৰয়োগ কৰাৰ চেষ্টা থাকিব লাগে। প্ৰাচীন কালৰেপৰা আধুনিক যুগলৈ সাহিত্যৰ মাজেদি নানান নতুন কৌশল অবলম্বনৰ চেষ্টা কৰা হৈছে। এইবোৰ পৰিচয় আধুনিক যুগৰ সাহিত্যিকৰ প্ৰতি অপৰিহাৰ্য্য। দেশ-বিদেশৰ সাহিত্যৰ অধ্যয়নৰ যোগেদি জাগতিক চিন্তাধাৰাৰ লগত সম্বন্ধ স্থাপন কৰিব নোৱাৰিলে আধুনিক সাহিত্যত সাহিত্যিকৰ দৃষ্টিভঙ্গী আৰু প্ৰকাশৰীতি কিমান উন্নত আৰু সূক্ষ্ম হৈ পৰিছে তাক বুজাৰ উপায় নাই। ইংৰাজী আলোচক দুই-চাৰিজনে সেই বাবে সাহিত্যিকৰ শিক্ষাৰ ওপৰত গুৰুত্ব দিছে। এই শিক্ষা পৰীক্ষা পাছ কৰা শিক্ষা নহয়। সাহিত্যিকৰ শিক্ষাৰ ভিতৰত অধ্যয়নৰ উপৰিও শ্ৰৱণ, ভ্ৰমণ, আলোচনা, চিন্তা আদি সকলো আছে। পুথি আৰু জীৱন দুয়োৰো অধ্যয়নৰ ফলত কোনো বিশেষ দৃষ্টি-কোণৰপৰা জীৱনৰ বৈচিত্ৰ্যময় ঘটনাসমূহৰ চিত্ৰ তুলি ধৰা সম্ভব হয়। বাস্তৱ ঘটনাৰ বৰ্ণনাৰ প্ৰতি সাহিত্যিক অৱশ্যে উদাসীন নহয় কিন্তু সাহিত্যৰ ক্ষেত্ৰত ঘটনাৰ সত্যতাতকৈ কাব্যিক সত্যতাৰ মূল্য বেছি। চিত্ৰবিদ্যা, ভাস্কৰ্য্য প্ৰভৃতি কলাৰ ক্ষেত্ৰত কিছুমান ৰীতি থকাৰ নিচিনাকৈ সাহিত্যৰ ক্ষেত্ৰতো কিছুমান মৌলিক ৰীতি আছে। এইবোৰ অলঙ্ঘনীয় বুলি কোৱা টান। তথাপি আধুনিক যুগত সৃষ্টিকামী লোকৰ প্ৰতি এইবোৰৰ জ্ঞান অকল আৱশ্যকীয়েই নহয়, অপৰিহাৰ্য্যও। যুগে যুগে সাহিত্যিকসকলে জীৱনৰ ভিন ভিন ফালৰ প্ৰতি লক্ষ্য ৰাখি নতুনৰ সৃষ্টি কৰিবলৈ যত্ন কৰিছে। আধুনিক যুগৰ সাহিত্যিকসকলেও নতুনৰ সৃষ্টিৰ পাছত সকলো শক্তি নিয়োগ কৰে আৰু পুৰণিৰ পুনৰ অভিনয় কৰি আনন্দ লাভ নকৰে।

নতুন সৃষ্টি কৰিব খুজিলে আধুনিক যুগৰ যিবোৰ চিন্তাধাৰাই জগতৰ ওপৰত প্ৰভাৱ পেলাইছে আৰু জীৱনৰ সমস্যাবোৰক নতুন দৃষ্টিকোণৰপৰা চাবলৈ শিকাইছে সেইবোৰক আওকাণ কৰিব নোৱাৰি। পদাৰ্থ-বিজ্ঞানৰ অভূতপূৰ্ব্ব উন্নতিৰ লগতে জীৱ-বিজ্ঞান, মনোবিজ্ঞান আৰু দৰ্শনৰ নতুন নতুন মতবাদৰ সৃষ্টি হৈছে। আজিৰ যুগত সাহিত্যিকৰ মানসিক প্ৰসাৰতাৰ আৱশ্যকতা বহলাই কোৱাৰ প্ৰয়োজন নাই। দৰ্শন আৰু বিজ্ঞানৰ এই মতবাদবোৰক উলাই কৰি আধুনিক যুগত সাহিত্য-সৃষ্টি এক প্ৰকাৰ অসম্ভৱ। এইটো অৱশ্যে সঁচা কথা যে সাহিত্যৰ বুকুত প্ৰকাশিত জীৱনৰ আলোচনা আধুনিক বৈজ্ঞানিক চিন্তাধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। মানৱ-সমাজ দিনে দিনে জটিল হৈ অহাৰ লগে লগে ব্যক্তি-জীৱনো জটিল হৈ পৰিছে। জটিল সমাজ-ব্যৱস্থাৰ মাজত ব্যক্তিৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ছবি তুলি ধৰিব লাগিলে সূক্ষ্ম ভাব আৰু অনুভূতিৰ ইঙ্গিত প্ৰকাশিত হব লাগে। আমাৰ আগৰ সাহিত্যিকসকলৰ আগত স্থূল সমস্যা আছিল। সেই বাবে জৈৱিক আশা-আকাঙ্ক্ষাৰ স্থূল ৰূপ মূৰ্ত্তিমন্ত কৰি তুলিবলৈ তেওঁলোক যত্নপৰ হৈছিল। এই ক্ষেত্ৰত তেওঁলোকে যি যোগ্যতাৰ পৰিচয় দিছে সেই যোগ্যতাৰ পৰিচয় দিয়া আধুনিক

লেখকৰ প্ৰতি সহজ নহয়। যি বিশ্বাসৰ মাজেদি আগৰ লেখকসকলে সমগ্ৰ মানৱ-সত্তাকে বুজিবলৈ আৰু বুজাবলৈ চেষ্টা কৰিছিল সেই বিশ্বাসৰ বহুল ক্ষেত্ৰ আধুনিক লেখকৰ নাই। আধুনিক অনেক লেখকেই সংশয়বাদী আৰু পাঠক-সমাজো বেছি সমালোচনা-প্ৰিয়। সমগ্ৰ জীৱনকে স্থূল কেইটামান ভাগত বিভক্ত কৰাতকৈ জীৱনৰ কোনো এটি ফাল পোহৰলৈ অনা তেওঁৰ মনৰ আদৰ্শ। মানুহৰ জৈৱিক আশা-আকাঙ্ক্ষা আদিম। এই আদিম আশা-আকাঙ্ক্ষা মূৰ্ত্ত কৰি তোলাৰ উদ্দেশ্য আধুনিক যুগৰ সাহিত্যিকৰো আছে। কিন্তু প্ৰাচীন লেখকসকলৰ তুলনাত আধুনিক যুগৰ লেখকসকলৰ দৃষ্টিভঙ্গী বেলেগ। আধুনিক যুগৰ লেখকসকলে জেমছ্, এড্‌লাৰ, ফ্ৰয়ড্ বা ইয়ুঙৰ প্ৰভাৱ এৰাব নোৱাৰে। মনৰ চেতন, অৱচেতন আৰু অচেতন অৱস্থাৰ প্ৰতি তেওঁলোক সজাগ। কিন্তু চেতন ৰাজ্যৰ ক্ৰিয়া-প্ৰক্ৰিয়া প্ৰকাশ কৰিবলৈ যি কৌশলৰ আৱশ্যক সেই একে কৌশলৰ সহায়ত অৱচেতন বা অচেতন মনৰ অৱস্থা বুজোৱা নাযায়। গতিকে কলা কৌশলৰ প্ৰয়োগো পৰিবৰ্ত্তিত হৈছে। সাহিত্যিকৰ ব্যক্তিগত দৃষ্টিভঙ্গী বেছি সুস্পষ্ট হৈছে আৰু ইয়াৰ লগে লগে ৰচনা-শৈলী আৰু উপমাদি অলঙ্কাৰৰ প্ৰয়োগতো স্বতন্ত্ৰতা পৰিলক্ষিত হৈছে।

আমাৰ দেশৰ কোনো প্ৰাদেশিক সাহিত্যত লেখকৰ চিন্তাধাৰা পাঠকৰ গ্ৰহণ-ক্ষমতাতকৈ আগবাঢ়ি গৈছে। আধুনিক শিক্ষাত শিক্ষিত ভালেমান লেখকে পাশ্চাত্য প্ৰভাৱৰ ফলত যি সাহিত্য ৰচনা কৰিছে সি সাধাৰণ পাঠকৰ অন্তৰত ৰস-সৃষ্টি কৰিব নোৱাৰে। এনে সাহিত্য-সৃষ্টিৰ কিবা সামাজিক মূল্য আছে নে নাই এই প্ৰশ্নৰ মীমাংসাত মতভেদ আছে। সাহিত্যিকৰ মন উদাৰ আৰু ব্যাপক হলেও সময়ত নানান সংস্কাৰৰ বলত সি অৱৰুদ্ধ হৈ পৰে। অৱৰুদ্ধ মনৰো এটা স্বাতন্ত্ৰ্য আছে কিন্তু এই স্বাতন্ত্ৰ্য সংস্কাৰৰ চাৰি সীমাৰ মাজত ঘূৰি ফুৰা স্বাতন্ত্ৰ্য, মুক্ত পখীৰ দৰে আকাশে-বতাহে উৰি ফুৰা স্বাতন্ত্ৰ্য নহয়। আধুনিক কোনো কোনো লেখকৰ মনৰ ওপৰত অভিনৱত্বৰ মোহ এই সংস্কাৰৰ বাহিৰে আন সংস্কাৰৰ প্ৰভাৱ ক্ষীণ। এওঁলোকৰ মনত সকলো ধৰণৰ ভাবেই খলকণি তুলিব পাৰে। এওঁলোকৰ এটা বিশেষত্ব এইয়ে যে এওঁলোকে পুৰণিৰ ধ্বংসস্তূপৰ ওপৰত নতুনৰ নন্দন-কানন ৰচিব খোজে। জীৰ্ণ বস্তু আৰু ৰীতিৰ প্ৰতি এওঁলোকৰ মোহ নাই। যান্ত্ৰিক সভ্যতাৰ বুকুত জীৱনেই পৰিবৰ্ত্তিত হৈ পৰিছে যেতিয়া বাস্তৱ জীৱনৰ যিবোৰ সমস্যা সেইবোৰৰ ভিত্তিত নতুন সাহিত্য-সৃষ্টি হব লাগে। আজিৰ যুগৰ ব্যক্তি-জীৱনৰ ওপৰত নৈতিক, আধ্যাত্মিক প্ৰভাৱৰ উপৰিও সামাজিক, ৰাজনৈতিক, অৰ্থ-নৈতিক নানান প্ৰভাৱ আছে। ব্যক্তি-জীৱনৰ মানসিক দ্বন্দ্বও সদায় স্পষ্ট। পাৰিপাৰ্শ্বিকতাৰ মাজত ব্যক্তি আৰু সামাজিক জীৱনৰ নিৰ্য্যাতনৰ প্ৰতি এওঁলোক সচেতন। নতুন সমাজৰ ক্ৰম-বিকাশৰ লগে লগে জীৱনৰ আদৰ্শবোধ কেনেকৈ লাহে লাহে উপেক্ষিত হৈছে আৰু তাৰ্গি পৰিব ধৰিছে তাক এওঁলোকে উপলব্ধি কৰিছে। জীৱনক নতুন দৃষ্টিকোণৰপৰা চোৱাৰ ইচ্ছা এওঁলোকৰ আছে। আইনষ্টাইনৰ নতুন মতবাদৰ স্থান আৰু কালৰ ধাৰণাও পৰিবৰ্ত্তিত হৈ পৰিছে। কালৰ গতি সৰল ৰেখাৰ দৰে কল্পিত নহৈ চক্ৰাকাৰ বুলি গ্ৰহণ কৰা হৈছে। ইয়াৰ

ফলত অতীত, বৰ্ত্তমান আৰু ভৱিষ্যত পৰস্পৰে পৰস্পৰৰ বুকুত সোমাই পৰিছে। আধুনিক চিন্তাধাৰাৰ ওপৰত প্ৰভাব পেলোৱা নানান নতুন নতুন মতবাদৰ প্ৰভাব এওঁলোকৰ ওপৰত আছে। এইবোৰ মতবাদ নিজৰ জীৱন দৰ্শনৰ জেউতিৰে উদ্ভাসিত আৰু ৰূপান্তৰিত হোৱা নাই, কিন্তু মনৰ ওপৰত প্ৰতিবিম্বিত হৈছে মাথোন। গতিকে এওঁলোকৰ ৰচনাৰ মাজেদি যি ভাৱ ফুটাই তোলাৰ ইচ্ছা আছে সেই ভাব খণ্ডিত মানসিক অৱস্থাৰ বাহ্যিক অসংলগ্ন ৰূপ। এই ৰূপৰ চাৰি সীমা অস্পষ্ট, গতিকে ই সহজে বোধগম্য নহয়। কিন্তু কোনো এটি বস্তু জটিল বুলিয়েই বৰ্জ্জনীয় হ'ব নোৱাৰে। এটা যুগত জটিল বুলি পৰিহাৰ কৰা ৰচনা পৰবৰ্ত্তী যুগত সমাদৃত হোৱা দৃষ্টান্ত পৃথিৱীৰ সাহিত্যৰ ইতিহাসত বিৰল নহয়। অৰ্থনৈতিক হেচাত জুৰুলা হৈ পৰা মানুহৰ মনত যি আদৰ্শৰ সংঘাত উপস্থিত হৈছে আৰু বাস্তৱৰ ক্ৰূৰতা আৰু আদৰ্শৰ নিষ্ক্ৰিয়তাৰ দোমোজাত ব্যক্তি-জীৱনৰ যি অসহায়তা পৰিলক্ষিত হৈছে তাৰ চিত্ৰ আধুনিক লেখকসকলৰ ৰচনাৰ মাজেদি ফুটাই তোলাৰ যত্ন আছে। অনেক সময়ত এওঁলোকে এই চিত্ৰবোৰ সুস্পষ্টকৈ আঁকিব পৰা নাই, হয়তো তেনেকৈ অঙ্কিত কৰাৰ অভিপ্ৰায়ো এওঁলোকৰ নাই। এওঁলোকে সমাজৰ ৰুচিৰ প্ৰতি বৰকৈ মনোযোগ দিয়া নাই। সমাজৰ ৰুচি আৰু আদৰ্শৰ সমালোচনা কৰাৰ উদ্দেশ্য এওঁলোকৰ আছে যেতিয়া সমাজৰ ৰুচিৰ অনুকূলে এওঁলোকে সাহিত্য সৃষ্টি কৰাৰ অৰ্থ নাই।

এইটো সঁচা কথা যে অকল সমাজৰ ৰুচিৰ ওপৰতে নিৰ্ভৰ কৰি উচ্চ স্তৰৰ সাহিত্য-সৃষ্টি সম্ভৱ নহয়। সমাজৰ দাবী আৰু গ্ৰহণ-ক্ষমতাৰ প্ৰতি চকু ৰখা আৰ্টিষ্টৰ এটা কৰ্ত্তব্য কিন্তু সমাজৰ ৰুচিৰ নামত ব্যক্তিত্ব বিসৰ্জ্জন দিবলৈ গলে ৰস-সৃষ্টি হ'ব নোৱাৰে। সৃষ্টিৰ সময়ত স্ৰষ্টাৰ যি মানসিক অভিজ্ঞতা লাভ হয় সি সম্পূৰ্ণ ব্যক্তিগত। কিন্তু এই অভিজ্ঞতা মৌলিক অভিজ্ঞতাৰপৰা পৃথক। কলাকাৰৰ ব্যক্তিত্ব সাধাৰণীকৃত ব্যক্তিত্ব। ইয়াৰ লগত লৌকিক জীৱনৰ সুখ-দুখ, আশা-নিৰাশা, হতাশ-হুমুনিয়াহৰ তীব্ৰতাৰ সম্বন্ধ নাই। সৃষ্টিৰ সময়ত কলাকাৰৰ ব্যক্তিত্বৰ যোগেদি জীৱনৰ আশা-আকাঙ্ক্ষাই ৰূপ পালেও স্ৰষ্টা বাসনাৰ অধীন নহয় আৰু তেওঁ ৰূপ দিয়া বাসনাও লৌকিক বাসনাৰ ওপৰত থাকে। ভাব যেতিয়া ৰসলৈ ৰূপান্তৰিত হয় তেতিয়া লৌকিক জীৱনৰ তীব্ৰতা তাৰ লগত নাথাকে। এই কাৰণে লৌকিক শোক আৰু করুণ-ৰসাত্মক পুথিৰ মাজত বিৰাট প্ৰভেদ। কলাকাৰৰ উদ্দেশ্য ৰস-সৃষ্টি হলে তেওঁ সদায় সমাজৰ ৰুচিৰ অনুকূলে কলা-সৃষ্টি কৰিব নোৱাৰে। সাহিত্য-সৃষ্টিৰ সময়ত সাহিত্যিকৰো ৰসোপলব্ধি হয়। এই উপলব্ধি ব্যক্তিৰ পৰিচ্ছেদ নথকা অৱস্থাত লাভ কৰা এক অভিনৱ উপলব্ধি। কোনো লৌকিক বস্তুৰ সান্নিধ্যত এই উপলব্ধি আহি পৰিব পাৰে। কিন্তু এই উপলব্ধি ৰূপ দিয়াৰ সময়ত ই সাহিত্যিকৰ এক অখণ্ড অভিজ্ঞতাৰূপেহে প্ৰকাশিত হয়। আন কথাত কবলৈ গলে, শব্দাদিৰ সহায়ত প্ৰকাশিত সাহিত্যিকৰ উপলব্ধিয়ে সাহিত্য। এই সাহিত্য সমাজমুখী কিন্তু সমাজৰ ৰুচিমুখী নহয়।

আচলতে সাহিত্যিকৰ ব্যক্তিগত উপলব্ধিয়ে হ'ল মূল কথা। কিন্তু অকল এই উপলব্ধিৰ

ৰূপ দিয়েই সাহিত্যিক সন্তুষ্ট হব নোৱাৰে। নিজৰ অভিজ্ঞতাক ৰূপ দিয়াত এটা নিশ্চয় আনন্দ আছে কিন্তু এই আনন্দ লাভৰ পাছতো আনে যাতে এই অভিজ্ঞতা উপলব্ধি কৰে তাৰ আশা স্রষ্টাৰ আছে। ইয়াতেই এটা জটিল প্ৰশ্নৰ উদ্ভৱ হয়। এপিনে সাহিত্যিকৰ সৃষ্টিকামী মনে নিজৰ ব্যক্তিগত উপলব্ধিৰ ৰূপ দিব খোজে আৰু আনপিনে নিজৰ ব্যক্তিগত বৈশিষ্ট্যৰ প্ৰকাশৰ সহায়ত আনৰ অন্তৰত ৰসৰ সঞ্চাৰো কৰিব বিচাৰে। এইটো জানো সম্ভৱপৰ?

সাহিত্যিকৰ উপলব্ধি এক মানসিক অৱস্থা। শব্দাদিৰ মাধ্যমেৰে এই অৱস্থাই বাহ্যিক ৰূপ পায়। ৰূপদানৰ সময়ত সমাজৰ গ্ৰহণক্ষমতাৰ প্ৰতি সাহিত্যিকে চকু ৰাখে আৰু এই সময়তে সামাজিক নানান আদৰ্শৰ প্ৰভাৱো তেওঁৰ লেখাৰ ওপৰত পৰে। নৈতিক বা আধ্যাত্মিক আদৰ্শ দাঙি ধৰা সাহিত্যিকৰ উদ্দেশ্য নহয় কিন্তু তেওঁ নৈতিক বা আধ্যাত্মিক আদৰ্শৰপৰা প্ৰভাৱমুক্তও নহয়। সাহিত্যিকৰ নিজা জীৱন-দৰ্শন আছে। এই জীৱন-দৰ্শনৰ আদৰ্শৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত হৈ সাহিত্যিকৰ উপলব্ধিয়ে ৰূপ পায়। কোনো কোনো সাহিত্যিকৰ অৱশ্যে বৈপ্লৱিক দৃষ্টিভঙ্গী আছে। কম-বেছি ৰকমে কৃতী-সাহিত্যিক সকলোৱে এই গৌৰৱৰ ভাগ লব পাৰে। তথাপি আধুনিক যুগত এদল লেখকে প্ৰচলিত ৰীতি নীতিৰ বিপক্ষে প্ৰকাশ্যে বিদ্ৰোহ ঘোষণা কৰি সাহিত্য-সৃষ্টি কৰিব খুজিছে। এইবোৰ সাহিত্যৰ সৰহভাগেই প্ৰচাৰগন্ধী। আন এদল লেখকে জীৱনৰ প্ৰাচীন আদৰ্শৰ ওপৰত আস্থা হেৰুৱাই পেলাইছে আৰু নতুন পৰিস্থিতিৰ বুকুত জীৱনৰ নতুন মান বিচাৰি উলিওৱাৰ চেষ্টা কৰিছে। এইবোৰ সাহিত্যৰ ওপৰত বুদ্ধি-শক্তিৰ প্ৰয়োগ বেছি আৰু সাহিত্যও চিত্ৰৰ যোগেদি প্ৰকাশিত কৰিব খোজা জীৱনৰ দাৰ্শনিক আলোচনা। আধুনিক ফৰাচী সাহিত্যৰ ভালেমান নাটক, উপন্যাস, আৰু চুটি গল্পৰ মাজেদি জীৱনৰ নতুন মান বিচৰাৰ প্ৰয়াস দেখিবলৈ পোৱা যায়।

বিজ্ঞানৰ ক্ষিপ্ৰ উন্নতিৰ ফলত আমি বিংশ শতিকাৰ মানুহ যেন এক সন্ধিক্ষণত উপনীত হৈছোঁ। ভৌতিকবাদৰ নানান প্ৰলোভন আৰু আদৰ্শবাদৰ উদাসীনতাৰ মাজত বিংশ শতিকাৰ মানৱ সংশয়বাদী হৈ পৰিছে। প্ৰাচীন কালৰেপৰা নিত্য সত্য বুলি গ্ৰহণ কৰা অনেক আদৰ্শৰ ওপৰত ব্যক্তি আস্থাহীন হৈ পৰিছে অথচ সেইবোৰৰ ঠাইত নতুন আদৰ্শও গঢ়ি উঠা নাই। এনে সময়ত সাহিত্যিকসকলৰ নতুন মান নিৰ্ণয়ৰ চেষ্টা সম্পূৰ্ণ স্বাভাৱিক চেষ্টা। ব্যক্তিৰ বহুধা বিভক্তিত সত্তাৰ পৰিচয় আমি বাস্তৱ জীৱনতে পাওঁ। আনহাতে জীৱনৰ আদৰ্শবাচক যিবোৰ গুণাত্মক শব্দ আছে বাস্তৱ ক্ষেত্ৰত সেইবোৰৰ অপ-প্ৰয়োগ আমাৰ চকুত নপৰাকৈ নাথাকে। সত্যৰ নামত অসত্যৰ আশ্ৰয়, ত্যাগৰ নামত স্বাৰ্থ পূৰণৰ চেষ্টা আৰু সেৱাৰ নামত প্ৰতিষ্ঠাৰ প্ৰলোভন আজিৰ যুগত অনেক লোকৰেই আছে। ইয়াৰ উপৰিও কোনো কোনো ব্যক্তিৰ ব্যক্তিগত আৰু সামাজিক জীৱনৰ মাজত বিৰাট পাৰ্থক্য। অনেক সময়ত আকৌ আদৰ্শবাদী জীৱন-যাপন কৰা লোকিবো হঠাতে পদস্খলন ঘটে। এইবোৰৰ কাৰণে হয়তো বেজাৰ কৰি লাভ নাই। কিন্তু বাস্তৱবাদী লেখকে এইবোৰ উপেক্ষা কৰি কল্পনাৰ মায়াপুৰীৰ মাজত সোমাই সৰগ ৰচিব নোৱাৰে। জীৱনৰ নানান নিষ্ঠুৰ ঘটনাই তেওঁক প্ৰেৰণা যোগায়। জীৱনৰ ভুল-

ত্ৰুটি, নীচতা হীনতা তেওঁ মূৰ্ত্তিমন্ত কৰি তোলে আৰু প্ৰকাশ কৰে আধুনিক সভ্যতাৰ নগ্ন বাস্তৱতা। পাশ্চাত্য দেশৰ কিছুমান পুথিৰ মাজেদি নগ্নতা ভালেকৈ প্ৰকাশিত হৈছে কিন্তু এইবোৰৰ কিছুমানৰ মাজেদি লেখকৰ ব্যঙ্গাত্মক মনোভাব ফুটি উঠিছে। আমাৰ সাহিত্যৰ কোনো কোনো ঠাইতো নগ্ন চিত্ৰ ফুটাই তোলা হৈছে। সাহিত্যত নগ্ন চিত্ৰৰ আৱশ্যকতা আছে নে নাই সি এটা বেলেগ প্ৰশ্ন। কিন্তু এই নগ্ন চিত্ৰৰ প্ৰতি লেখক আকৃষ্ট হোৱাৰ কাৰণ কি? ই সামাজিক প্ৰয়োজন নে লেখকৰ ভাববিলাস? বোধহয় দুয়োটা। আমাৰ দুই-চাৰিখন আলোচনীৰ পাতত কিছুমান চিঠি প্ৰকাশ কৰা হয়। সচৰাচৰ নগ্ন চিত্ৰ প্ৰকাশ কৰা কোনো কোনো গল্পক কেন্দ্ৰ কৰিয়ে এইবোৰ চিঠিৰ জন্ম। এই চিঠিবোৰ পঢ়ি ধাৰণা হয় যে সমাজৰ অনেক লোকেই জৈৱিক বাসনাৰ নগ্নতা সাহিত্যৰ বুকুত প্ৰতিফলিত হোৱা বিচাৰে। কোনো চিঠিত বাল্মীকিৰপৰা আৰম্ভ কৰি আধুনিক যুগলৈ সাহিত্যত সন্নিবিষ্ট হোৱা নগ্ন চিত্ৰৰ তালিকা প্ৰস্তুত কৰি আধুনিক যুগত এনে চিত্ৰৰ আৱশ্যকতাৰ ভেটি দৃঢ় কৰাৰ চেষ্টাও পৰিলক্ষিত হয়। এনে স্থলত সমাজে এনে চৰিত্ৰ নিবিচাৰে বুলি কোৱাৰ থল নাই। কিন্তু তেতিয়াও এটা প্ৰশ্ন স্বাভাৱিকতে মনলৈ আহে। আন পণ্যদ্ৰব্যৰ দৰে সমাজে যি বিচাৰে তাৰেই যোগান ধৰা সাহিত্যকৰ কৰ্ত্তব্য জানো?

ওপৰতে কৈ অহা হৈছে যে সমাজৰ ৰুচি অনুসৰি সাহিত্যসৃষ্টি হলে লেখকৰ আধ্যাত্মিক সত্তাৰ পৰশত ৰচনা প্ৰাণৱন্ত নহয়। সমাজৰ দাবীৰ পদতলত লেখকৰ ব্যক্তিত্ব দলিত হলে অপাৰ কাব্যসংসাৰত কবি প্ৰজাপতি হৈ থাকিব নোৱাৰে। সস্তীয়া প্ৰীতিৰ প্ৰতি মোহ জন্মাৰ ফলত তেওঁৰ ব্যক্তিত্ব সদায় সমাজৰ ৰুচিৰ দ্বাৰা পৰিচালিত হৈ থাকে। জীৱনত অসততা আছে আৰু নানান কামনা-বাসনাও আছে। সাহিত্যিকৰ অন্তৰত এইবোৰৰ নগ্নৰূপ আপোনা-আপুনিয়ে জাগি উঠিব পাৰে। অন্তৰত জাগি উঠা এই ৰূপ শব্দাদিৰ সহায়ত প্ৰকাশিত হোৱাত কিবা বাধা আছে বুলিও নিশ্চয় কব নোৱাৰি। কিন্তু এনেকৈ প্ৰকাশিত হোৱা বস্তু সাহিত্য বুলি গ্ৰহণ কৰাৰ আগতে সি জাৰ্নেলিজম্ নাইবা সাধাৰণ বৰ্ণনা নহৈ সাহিত্য হব লাগিব। সাহিত্যত ৰসোত্তীৰ্ণ মানসিক অৱস্থাৰ ৰূপ দিয়া হয়। ইন্দ্ৰিয় লালসাকো ৰসোত্তীৰ্ণ অৱস্থালৈ নিব পাৰিলে সি লালসা হৈ নাথাকে। ৰতিভাৱৰ সহায়ত যেতিয়া শৃঙ্গাৰ-ৰসাত্মক পুথি ৰচনা কৰা হয় তেতিয়া সি কোনো ব্যক্তিৰ ৰতিৰূপে প্ৰকাশিত নহয়। ৰতিভাৱ শৃঙ্গাৰ ৰসত ৰূপান্তৰিত হলে সি ব্যক্তি-নিৰপেক্ষ, সাধাৰণীকৃত এক অনিৰ্ব্বচনীয় আনন্দস্বৰূপ হৈ পৰে। এই আনন্দৰ মাজত থাকে স্থৈৰ্য্য আৰু মহত্ত্ব। ইয়াৰ লগত উন্মাদনা আৰু চিত্তচাঞ্চল্যৰ সম্বন্ধ নাই। কিন্তু ভাব যেতিয়া ভাব হিচাবেই প্ৰকাশিত হয় তেতিয়া তাৰ আভ্যন্তৰিক সৌন্দৰ্য্য মূৰ্ত্ত নহয়।

প্ৰাচীন কালৰেপৰা আৰম্ভ কৰি আধুনিক যুগলৈকে সাহিত্যৰ মাজত বিচাৰিলে নগ্ন-চিত্ৰ নাইবা তেনে বৰ্ণনা ঢেৰ ওলাব। প্ৰাচীন ৰক্ষণশীল মানৱ-সমাজত এনে ধৰণৰ চিত্ৰ বা বৰ্ণনাই ঠাই পাইছে যেতিয়া আজি ব্যক্তি-স্বাধীনতাৰ যুগত এইবোৰৰ প্ৰতি মোহ বাঢ়ি অহাৰ কাৰণ

নোহোৱা নহয়। কিন্তু প্ৰাচীন কালত ৰচিত পুথিৰ মাজেদি যি নগ্ন বৰ্ণনা আছে সেই বৰ্ণনা প্ৰাসঙ্গিক কথাৰপৰা আঁতৰাই আনি বেলেগ বিচাৰ কৰা অনুচিত। কোনো এখন কাব্য বা উপন্যাসৰ অখণ্ড প্ৰভাৱৰ প্ৰতিহে সাহিত্যিকে লক্ষ্য কৰে, পুথিৰ ভিতৰত থকা দুই চাৰি বৰ্ণনাৰ ওপৰত নহয়। ৰসোত্তীৰ্ণ হলে অখণ্ড প্ৰভাৱৰ মাধুৰ্য্যৰ বলত নগ্নতা নগ্নতা হৈ নাথাকে। তথাপি শ্ৰেষ্ঠ কবি কালিদাসৰ কল্পনায়ো যেতিয়া সীমাৰেখা অতিক্ৰম কৰিছে তেতিয়া তেওঁ সমালোচনাৰ হাত সাৰিব পৰা নাই। মম্মট ভট্ট, ক্ষেমেন্দ্ৰ প্ৰভৃতিয়ে কুমাৰ-সম্ভৱত হৰ-পাৰ্ব্বতীৰ শৃঙ্গাৰ বৰ্ণনা অনৌচিত্য দোষদুষ্ট বুলি মত প্ৰকাশ কৰিছে। পাশ্চাত্য সাহিত্যত নগ্ন-চিত্ৰ আৰু বৰ্ণনা থকা ভালেমান পুথি আছে। ফ্ৰয়দৰ মতবাদৰ প্ৰভাৱত অচেতন ৰাজ্যৰ লেতেৰা ভাববোৰ মূৰ্ত্ত কৰিবলৈ যাওঁতে এনে নগ্নতায় আশ্ৰয় লব লগা হৈছে। কোনো কোনো পুথিত অৱস্থাৰ নিপীডনৰ কাৰণে নাইবা অৰ্থনৈতিক হেচাৰ প্ৰভাৱত মানুহে উলঙ্গ কামনাৰ ওচৰত আত্মসমৰ্পণ কৰা দৃষ্টান্তও আছে। এইবোৰ পুথিৰ সাহিত্যিক মূল্য নিৰ্দ্ধাৰণ এই যুগত সহজ নহয়। তথাপি এনে ধৰণৰ কিতাপৰ মাজতো প্ৰতিভাৰ হীন-ডেটি পৰিলক্ষিত হয়। 'ইউলিছিছ'ত প্ৰকাশিত জেম্‌ছ জইছৰ বস্তু-উত্থাপন আৰু ৰচনাশৈলী লৰেন্সৰ 'লেডী চেটাৰ্লীজ লাভাৰ' নাইবা মোৰেভিয়াৰ 'দি ওমেন অৱ ৰোম'ৰ ৰচনা কৌশলতকৈ বেছি উন্নত, আৰু লেখকৰ জীৱন-চেতনাও বেছি মূৰ্ত্ত। গতিকে দেখা যায় যে নগ্ন বৰ্ণনা আৰু নগ্ন চিত্ৰৰ উত্থাপন কৰা ক্ষেত্ৰতো দৃষ্টি-ভঙ্গী আৰু ৰচনা-শৈলীৰ সমন্বয়ৰ প্ৰয়োজন। সামাজিক কোনো উদ্দেশ্য নোহোৱাকৈ নগ্নতাৰ কাৰণে নগ্ন-চিত্ৰৰ উত্থাপন নগ্ন জীৱনৰ ফটোগ্ৰাফহে মাথোন। যেতিয়ালৈকে চিত্ৰ আৰু বৰ্ণনাৰ আৰ্টিষ্টৰ দৃষ্টি-ভঙ্গীৰ সহায়ত প্ৰাণ নাপায় তেতিয়ালৈকে বৰ্ণিত কথাৰ মনোবৈজ্ঞানিক নাইবা সমাজতাত্বিক কিবা মূল্য থাকিলেও তাৰ সাহিত্যিক মূল্য নাথাকে।

আজিৰ যুগত জীৱনৰ আদৰ্শৰ প্ৰতি মানুহ আস্থাহীন হৈ পৰাৰ কাৰণ আছে। বাস্তৱ জীৱনত আদৰ্শৰ প্ৰতি আস্থাবান ব্যক্তিৰ সংখ্যা কম। সৰহ ক্ষেত্ৰতে আদৰ্শৰ নামত স্বাৰ্থ-পূৰণৰ ভুৱা আমাৰ চকুত পৰে। জীৱনৰ আদৰ্শবোৰ যেতিয়া স্বাৰ্থ-সংঘাতৰ কাৰণে উপেক্ষিত হৈ থাকে তেতিয়া আদৰ্শ অনুসৰণৰ প্ৰতি দেখুৱা ব্যক্তিৰ অনুৰাগৰ ওপৰত সন্দেহ হয়। ত্যাগৰ অন্তৰালত যেতিয়া অধিক লাভৰ গুপুত আকাঙ্ক্ষা শুই থাকে তেতিয়া গুণাত্মক শব্দ ত্যাগৰ স্বৰ্গীয় সৌন্দৰ্য্য আঁতৰি যায়। ৰাইজৰ দোহাই দি যেতিয়া নেতৃস্থানীয় লোকে স্বাৰ্থ-পূৰণৰ গুপুত ষড়যন্ত্ৰৰ জাল পাতে তেতিয়া ব্যক্তিৰ প্ৰবঞ্চনা ধৰা পৰে। সেইদৰে মানৱৰ শান্তিৰ নামত যেতিয়া বৈজ্ঞানিকসকলে মাৰাত্মক অস্ত্ৰৰ আৱিষ্কাৰ কৰি হাজাৰ হাজাৰ মানুহক নিমিষতে হত্যা কৰাৰ উপায় উলিয়াই দিয়ে তেতিয়া মানৱৰ অন্তৰত থকা দয়া আৰু কাৰুণ্যৰ শক্তিহীনতা প্ৰমাণিত হয়। স্বাৰ্থ আৰু প্ৰৱঞ্চনাপূৰ্ণ জীৱনৰ এই ফালটো আজিৰ যুগত, বৈজ্ঞানিক আৱিষ্কাৰৰ পাছত, যেনেকৈ প্ৰকাশিত হৈ পৰিছে আগৰ যুগত তেনেকৈ বোধহয় পৰা নাছিল। শেক্সপীয়াৰে 'ওথেলো' নাটকত ইয়াগোৰ চৰিত্ৰ অমৰ কৰি থৈ গৈছে। শেক্সপীয়াৰৰ যুগত ইয়াগো-ভক্ত লোকৰ সংখ্যা বিচাৰ কৰাৰ সময় এতিয়া নহয় কিন্তু আজি বিংশ শতিকাত তেওঁৰ

ভক্তবৃন্দ অলেখ। ভাৰতৰ সাহিত্যিকৰ হাতত ইয়াগোৰ জন্ম হোৱা হলে আমি কিজানি এই যুগত তেওঁৰ চৰণত ফুল-বেলপাত দি সিদ্ধি লাভৰ আশাত পূজা কৰিলোঁহেঁতেন।

বাস্তৱ জীৱনত এনেধৰণৰ নানা তৰহৰ দ্বন্দ্ব উপস্থিত হলে সাহিত্যিকৰ হাতত সি ৰূপ পায়। যেতিয়ালৈকে জীৱনত ভুল-ত্ৰুটি থাকিব তেতিয়ালৈকে সাহিত্যৰ বুকুতো ভুল ত্ৰুটিপূৰ্ণ জীৱনৰ চিত্ৰ ফুটি উঠিব। ইতিহাসৰ বিৱৰ্ত্তনত মানৱ-চৰিত্ৰৰ কোনো কোনো ফাল কোনো সময়ত সুস্পষ্ট হৈ উঠে। এই বাবে বেলেগ বেলেগ যুগত বেলেগ বেলেগ দিশৰ ওপৰত বেছি মনোযোগ দিয়া হয়। আগতে কৈ অহা হৈছে যে আগৰ যুগৰ লেখক সংশয়বাদী। এই সংশয়বাদ এটা দাৰ্শনিক বিশ্বাস নহয় কিন্তু বাস্তৱ জীৱনৰ অভিজ্ঞতাৰপৰা লাভ কৰা এটা অস্থিৰ মানসিক অৱস্থা। আমাৰ সাহিত্যিকসকল সংশয়বাদী পিছতহে হৈছে। প্ৰায় তিনি-চাৰি কুৰি বছৰৰ আগতে পাশ্চাত্য দেশত অনেক সংশয়বাদী আৰু দুই-চাৰিজন নাস্তিক লেখকে সমাজৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰি গৈছে। আমাৰ সাহিত্যিকসকলে এই সকলৰ পদানুসৰণ নকৰিলেও এওঁলোকৰ আদৰ্শত উৎসাহ-উদ্দীপনা লাভ কৰিছে। সংশয়বাদী দৃষ্টিকোণ আমাৰ বৰ্ত্তমান সাহিত্যৰ মাজেদি লাহে লাহে স্পষ্টতৰ হৈ উঠিব ধৰিছে।

স্পষ্ট জীৱন-আদৰ্শৰ অভাব, সংশয়বাদৰ অস্থিৰতা আৰু লোকৰঞ্জনৰ আকুলতা আমাৰ আধুনিক সাহিত্যৰ বুকুত গজি উঠাৰ উপক্ৰম কৰিছে। কিন্তু সংশয়ৰ শেষ নাই আৰু জীৱন-আদৰ্শৰ অভাৱত সমাজৰ ৰুচি পৰিবৰ্ত্তিত হোৱাৰ থল নাই। সাহিত্য সমাজমুখী যেতিয়া সাহিত্যিকসকলৰ সমাজৰ প্ৰতি একো একোটি কৰ্ত্তব্যও নিশ্চয় আছে। সাহিত্য সমাজৰ প্ৰতিচ্ছবি হলেও সেই প্ৰতিচ্ছবি তুলি ধৰাৰ একোটা উদ্দেশ্য আছে। ইয়াৰ দ্বাৰা সাহিত্য সদায় উদ্দেশ্যধৰ্মী বুলি কব খোজা নাই। উদ্দেশ্যধৰ্মী শব্দটো আজিকালি যেনে অৰ্থত ব্যৱহাৰ কৰা হয় তেনে অৰ্থত সাহিত্যৰ সীমা ঠেক হৈ পৰে। মানুহৰ সকলো কাৰ্য্য-কলাপৰ মূলতে একো একোটা উদ্দেশ্য আছে। এজন বৈজ্ঞানিকে যেতিয়া এটা নতুন আৱিষ্কাৰ কৰে তেতিয়া তেওঁৰ আগত এটা উদ্দেশ্য থাকে। এজন ৰাজনৈতিক নেতাই কোনো ক্ষেত্ৰত মত প্ৰকাশ কৰিলে সেই মত প্ৰকাশত তেওঁৰ কোনো উদ্দেশ্য নাই বুলি কোনোৱে নকয়। সেইদৰে এজন সাহিত্যিকে তেওঁৰ অভিজ্ঞতা ৰূপ দিলে তেওঁৰো নিশ্চয় এটা উদ্দেশ্য আছে। কিন্তু উদ্দেশ্যৰ দ্বাৰা সচৰাচৰ তেওঁৰ ভাবাবেগ নিয়ন্ত্ৰিত নহয়। সাহিত্যিকৰ ভাবাবেগ ৰূপ পোৱাৰ লগে লগে কোনো এটা উদ্দেশ্যৰ মাজেদি আহি সি ৰূপ পায়। বিশেষতে সমাজৰ গ্ৰহণ-ক্ষমতালৈ যেতিয়া সাহিত্যিকে চকু দিয়ে তেওঁৰ উদ্দেশ্যৰ প্ৰভাব বস্তু আৰু ভঙ্গী দুয়োটাৰে ওপৰত পৰে। যদি কোৱা হয় যে সাহিত্যিকৰ নিজৰ ভাবাবেগক ৰূপ দিয়াৰ বাহিৰে আন কোনো উদ্দেশ্য নাই তেন্তে সাহিত্যিকৰ নিজা সৃষ্টিৰ মাজতে পৰস্পৰ বৈষম্য উপস্থিত হব। খ্যাতনামা সাহিত্যিকসকলৰ লেখাৰ মাজেদি সদায় এটা সূক্ষ্ম দাৰ্শনিক ঐক্য পৰিলক্ষিত হয়। বেজবৰুৱাৰ কবিতাৰ মাজেদি যি আশাবাদ ফুটি উঠিছে তাৰ সন্ধান ব্যঙ্গাত্মক আৰু হাস্যৰসাত্মক ৰচনাৰ মাজতো পোৱা যায়। প্ৰকৃতিক সঞ্জীৱিত কৰি তোলা আদৰ্শ ৰঘু চৌধাৰীৰ প্ৰায় আটাইবোৰ কবিতাৰ মাজতে আছে। অম্বিকাগিৰী

ৰায়চৌধুৰীৰ সবল, সুষ্ঠ সমাজ-গঠনৰ আশা তালেমান কবিতাৰ মাজেদি মূৰ্ত্ত হৈছে। কমলাকান্ত ভট্টাচাৰ্য্যৰ স্বদেশানুৰাগ, নলিনীবালা দেৱীৰ জীৱনৰ ৰহস্যৰ প্ৰতি আকুলতা আৰু যতীন্দ্ৰ দুৱৰাৰ নিৰাশা ভেদ কৰি দেখিবলৈ পোৱা অস্পষ্ট আশাৰ ৰেঙনি প্ৰায় সকলো কবিতাৰ মাজেদি ফুটি উঠিছে। আমাৰ সাহিত্যৰ এইসকল কবিৰ আগত থকা জীৱনৰ আদৰ্শ মলিন হৈ পৰা নাই। মানবৰ যাতনা-বেদনা, নিষ্ঠুৰতা, অসহায়তা, কপটতা, সকলোৰে প্ৰতি এইসকল কবি সজাগ। তথাপি তেওঁলোকে আশা কৰিছে এদিন বেদনাৰ অন্ত হব, নিষ্ঠুৰতা পঙ্গু হৈ পৰিব আৰু দুৰ্ব্বলতা আঁতৰি যাব। সতৰ নিৰ্য্যাতন আৰু অসতৰ অভ্যুত্থান এওঁলোকে মানি লৈছে কিন্তু লগতে বিশ্বাসো কৰিছে যে সতৰ জয় অৱশ্যম্ভাবী আৰু অসতৰ পতন নিশ্চিত। এক শাশ্বত বিৰাট শক্তিৰ অস্তিত্ব এওঁলোকৰ এটা কল্পনা নহয়, অটল বিশ্বাস।

আধুনিক কিছুমান লেখকৰ মনত থকা এই বিশ্বাস আজি কঁপি উঠিছে। পাশ্চাত্য দেশতো এদিন এনে হৈছিল। বৈজ্ঞানিক উন্নতিৰ কাৰণে যেতিয়া শিল্প-বিপ্লৱ হল তেতিয়া অনেক চিন্তাশীল লোকেই কল্পনা কৰিছিল যে যুক্তিৰ বলত আৰু বুদ্ধি-শক্তিৰ প্ৰয়োগত মানুহে এদিন পৃথিৱীতে স্বৰ্গৰাজ্য স্থাপন কৰিব পাৰিব। কিন্তু লাহে লাহে যেতিয়া যান্ত্ৰিক সভ্যতাৰ বুকুত নানান নতুন সমস্যাৰ উদ্ভব হল আৰু মানুহ-মানুহৰ সম্বন্ধ অৰ্থৰ মাপকাঠিৰে জোখাৰ চেষ্টা চলিল তেতিয়া লোকে যুক্তিৰ দুৰ্ব্বলতা অনুভব কৰিব ধৰিলে। বৈজ্ঞানিক আবিষ্কাৰে বাহ্যিক দৃষ্টিত মানুহৰ সুখ-শান্তি বঢ়াই দিলে। মানুহৰ কায়িক শ্ৰম কমি গল। কিন্তু ইয়াৰ লগে লগে এদল মালিক শ্ৰেণীৰ সৃষ্টি হল। এওঁলোক হল শ্ৰমবিমুখ, বিলাসী আৰু অত্যাচাৰী। মালিক বনুৱাৰ মাজত সংঘৰ্ষ উপস্থিত হল আৰু মানুহ-মানুহৰ মাজত থকা প্ৰেম-প্ৰীতি অৰ্থৰ অনৰ্থ বেদীত বলি দিয়া হল। প্ৰাচুৰ্য্যেৰে পূৰ্ণ সংখ্যালঘু এক শ্ৰেণী লোকৰ চাৰিওফালে আগুৰি থাকিল অভাৱ-অনাটনগ্ৰস্ত, অসন্তুষ্ট বিৰাট জনতা। বুভুক্ষিত এই জনতাৰ অসন্তুষ্টিত সমাজ কঁপি উঠিল। সমাজে শান্তি হেৰুৱাই পেলালে। বুভুক্ষিতৰ বুভুক্ষা দূৰ নহল, প্ৰাচুৰ্য্যেৰে পূৰ্ণ লোকসকলৰ তৃষ্ণাও নিবাৰিত নহল। এনে সময়তে মাৰ্কসে শ্ৰেণী সংগ্ৰামৰ সূত্ৰৰ সহায়ত এখন উন্নত শাসন আৰু শোষণহীন সমাজৰ কল্পনা কৰিলে। অনেক বুদ্ধিজীৱী লোক মাৰ্কসৰ মতবাদৰ দ্বাৰা প্ৰভাবান্বিত হল, ভাবিলে সমাজৰ দুখ-দৈন্য দূৰ হব, শান্তি আহিব। শেহত শান্তি নাহিল। বুদ্ধিজীৱী লোক লাহে লাহে মোহ-মুক্ত হল। কোয়েষ্টলাৰৰ বিশ্বাস আঁতৰিল, স্পেণ্ডাৰ আৰু অডেনে নতুন বাটেদি আগবঢ়াৰ চেষ্টা কৰিলে। কেমুৱে প্ৰকাশ্যে ঘোষণা কৰিলে যে জীৱনৰ সমস্যা মাৰ্কসবাদৰ বা খৃষ্টধৰ্ম্মৰ সহায়ত সমাধান কৰা নাযায়।

এটা জটিল সমস্যাৰ মাজত আজিৰ যুগৰ সাহিত্যিকসকল থিয় দিছে। ভাব-বিলাসত আপোন-পাহৰা হৈ পৰা সময় আজিৰ সাহিত্যিকৰ নাই। জীৱনৰ গধুৰ সমস্যাবোৰ তেওঁলোকৰ মুখৰ ওপৰত। সাহিত্যিকৰ সন্ধানী মনোবৃত্তিয়ে এইবোৰৰ সমাধান বিচৰাৰ প্ৰয়োজন হৈ পৰিছে। সেই বাবে অকল প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনাৰ মাজতে নাইবা কুলি-কেতেকীৰ সুমধুৰ সঙ্গীততে আপোন-পাহৰা হৈ পৰা সাহিত্যিকৰ সংখ্যা আজিৰ যুগত কম। নানান সমস্যাৰে

ভৰা বাস্তব জীৱনৰ প্ৰতি সৃষ্টিকামী মন উদাসীন হব নোৱাৰে। বৈজ্ঞানিক নানান উন্নতিৰ মাজতো ক্ৰমবৰ্দ্ধমান সমাজৰ ভোক আঁতৰি যোৱা নাই। সেই বাবে প্ৰাকৃতিক সম্পদেৰে পৰিপূৰ্ণ ৰত্ন-গৰ্ভা বসুমতী আজিৰ লেখকৰ চকুত বন্ধ্যা। বিচিত্ৰ-বসনা ধৰিত্ৰীৰ বুকু আজি শুকান।

সঁচা কথা, ই এটা নতুন দৃষ্টি-ভঙ্গী। কিন্তু অকল দৃষ্টি-ভঙ্গীৰ সহায়ত সমস্যাৰ সমাধান সম্ভৱ নহয়। তাৰ বাবে লাগে আদৰ্শ। আদৰ্শৰ লগত বিশ্বাসৰ সম্বন্ধ আছে। সংশয়বাদী মনে সমস্যা তুলি ধৰিব পাৰে কিন্তু সমাধানৰ ইঙ্গিত দিবলৈ যি বিশ্বাসৰ প্ৰয়োজন সেই বিশ্বাস সংশয়ৰ লগত একেলগে থাকিব নোৱাৰে। পাশ্চাত্য দেশত নতুন জীৱন আদৰ্শ তুলি ধৰাৰ চেষ্টা ভালেমান লেখকে কৰিছে। সৰহ ভাগেই শাশ্বত নিত্য সত্য বুলি গৃহীত আদৰ্শসমূহৰ ওপৰতে সম্পূৰ্ণ আস্থা ৰাখিছে। আমাৰ দেশৰ সৰহভাগ বুদ্ধিজীৱী লোকৰে মানসিক দ্বন্দ্ব আঁতৰি যোৱা নাই। বৰ্ত্তমান যুগত নানান মতবাদৰ প্ৰভাৱত জুৰুলা হৈ পৰা বুদ্ধিজীৱীৰ মনৰ মাজত জ্ঞানৰ সমন্বয় সাধনৰ চেষ্টা কম। অনেক লোকৰেই কষ্টোপাৰ্জ্জিত জ্ঞান জীৱনৰ লগত এক হৈ পৰা নাই কিন্তু জ্ঞানৰ সমন্বয় সাধন নহলে আত্ম-বিশ্বাস অস্থিৰ হৈ থাকে আৰু সাহিত্যৰ মাজেদি লেখকৰ যি দৃঢ়তা ফুটি উঠে তাৰ অভাব হয়। আজিৰ যুগৰ সাহিত্য বেছি দাৰ্শনিক চিন্তাধাৰাৰ বাহক। বৰ্ত্তমান যুগত বিজ্ঞান আৰু দৰ্শনৰ মাজত থকা সীমাৰেখা যেনেকৈ অস্পষ্ট হৈ পৰিছে, সাহিত্য আৰু দৰ্শনৰ মাজত থকা দূৰত্বও লাহে লাহে কমি আহিছে। কেমুৰে দৰ্শন আৰু আৰ্টৰ মাজত ৰখা ব্যৱধান মানি লব নোখোজে। দাৰ্শনিক চিন্তাধাৰাৰে মনৰ দাপোন পৰিষ্কৃত নহলে দপোনত অভিজ্ঞতা সুস্পষ্টৰূপে প্ৰতিফলিত নহয়। যি অভিজ্ঞতা ভালকৈ উপলব্ধ নহয় তেনে অভিজ্ঞতাৰ সবল প্ৰকাশ-ক্ষমতাও নাথাকে।

আৰ্টিষ্টৰ মনৰ আগত সদায় কোনো এটি আদৰ্শ থাকে। এই আদৰ্শ ভৌতিকবাদৰ প্ৰভাৱতো গঢ়ি উঠিব পাৰে আৰু হেতুবাদৰ যুক্তিৰ ওপৰতো প্ৰতিষ্ঠিত হব পাৰে। কিন্তু জীৱনৰ জটিল সমস্যাৰ সমাধান ভৌতিকবাদৰ সহায়ত সহজ নহয়। মানুহৰ জীৱনত এনে অনেক ভাব আৰু আকাঙ্ক্ষা আছে যিবোৰ উপলব্ধি কৰা যায় কিন্তু ব্যাখ্যা কৰা নাযায়। দুই কৰ্ত্তব্যৰ মাজত দ্বন্দ্ব উপস্থিত হলে জড়বাদী যুক্তিৰে তাক জুখিব নোৱাৰি। আদৰ্শৰ নামত স্বাৰ্থবলিদান কৰা দৃষ্টান্ত আমাৰ সমাজত আছে। জনসেৱাৰ কাৰণে জীৱন উছৰ্গা কৰি দিয়া লোক আমাৰ মাজত বিৰল নহয়। চকুৰ আগতে দেখা এনে দৃষ্টান্তৰ জড়বাদী ব্যাখ্যা অবিশ্বাস্য। সেই বাবে জীৱনৰ নানান কথা বুজিবলৈ স্থান কালৰ অতীত এক আত্ম-শক্তিত বিশ্বাস স্থাপন কৰিব লগীয়া হয়। এই বিশ্বাস দাৰ্শনিক চিন্তাধাৰাৰপৰা উদ্ভূত নহবও পাৰে। জীৱনৰ অভিজ্ঞতাৰ সম্যক উপলব্ধি কৰাৰ চেষ্টা থাকিলে আৰ্টিষ্টৰ স্বয়ং প্ৰকাশিত জ্ঞানৰূপে উদয় হয়।

এই আত্ম-শক্তিৰ ওপৰত পোনপটীয়া বিশ্বাস আজিৰ যুগৰ ভালেমান লেখকৰে নাই। সমাজৰ ৰুচিৰ অনুকূলে সাহিত্য ৰচনা কৰিব খুজিলে এই বিশ্বাসৰ বলত ৰচনা শক্তিমন্ত হোৱাৰ সুযোগ নাথাকে। ছপাশালৰ প্ৰচলন হোৱাৰ লগে লগে নানা তৰহৰ কিতাপ সমাজত সিঁচৰতি হৈ পৰিছে। এইবোৰৰ সৰহ ভাগতেই জীৱনৰ গভীৰ অভিজ্ঞতা মূৰ্ত্ত কৰাৰ চেষ্টা নাই।

ভালেমান কিতাপ ৰচনা কৰা হয় লাভৰ আশাত, আন কিছুমান ৰচিত হয় প্ৰতিষ্ঠাৰ লালসাত। এই দুয়ো শ্ৰেণীৰ লেখকেই সমাজৰ ৰুচিৰ দ্বাৰা পৰিচালিত হয়। কিন্তু সমাজৰ ৰুচি পৰিবৰ্ত্তন কৰাৰ দায়িত্ব জানো সৃষ্টিধৰ্ম্মী লেখকৰ নাই? টি, এছ্‌ এলিয়েটে কৈছে যে সমাজৰ ৰুচি পৰিবৰ্ত্তন কৰা সমালোচকৰ প্ৰধান কাম। কিন্তু সৃষ্টিধৰ্ম্মী লেখকে ৰুচি পৰিবৰ্ত্তনৰ বাটত আগুৱাই নগলে সমালোচকে কিহৰ অৱলম্বনত বাৰু ৰুচি পৰিবৰ্ত্তন কৰিব পাৰিব? উন্নত ৰুচি গঢ়ি তোলাৰ কাৰণে জীৱনৰ সকলো অভিজ্ঞতাকে কোনো আদৰ্শৰ ফালৰপৰা চোৱাৰ প্ৰয়োজন হয়। এই আদৰ্শ মনৰ ওপৰত ওপঙি থকা এক উপকৰা আদৰ্শ নহয়। ই সমগ্ৰ জীৱনটোৰে লগত এক হৈ পৰা এটি আদৰ্শ। ইয়াৰ প্ৰভাৱত ব্যক্তিৰ দৃষ্টিকোণ সলনি হয় আৰু জীৱনৰ অসংলগ্ন কাৰ্য্য-কলাপৰ মাজত সংলগ্নতা স্থাপিত হয়।

আমাৰ বৈষ্ণৱ কবিসকলৰ আগত এই আদৰ্শ আছিল সুস্পষ্টভাৱে। ৰচনাৰীতি আৰু শব্দ প্ৰয়োগৰ ক্ষেত্ৰত তেওঁলোকে বৈপ্লবিক দৃষ্টি-ভঙ্গীৰ পৰিচয় দিলেও জীৱনৰ আদৰ্শৰ ওপৰত তেওঁলোকৰ নিষ্ঠা অতি প্ৰবল। জৈৱিক সুখ-সম্ভোগৰ মৰীচিকা খেদি ফুৰিব জীৱনক আদৰ্শমুখী আৰু ঈশ্বৰমুখী কৰি তোলা তেওঁলোকৰ উদ্দেশ্য। এক বিৰাট সৰ্ব্বশক্তিমান আৰু সৰ্ব্বজ্ঞ পুৰুষৰ উপলব্ধি আৰু তেওঁৰ সন্তুষ্টিৰ বাবে কৰা পূজা অৰ্চ্চনাৰ তুলনাত স্ত্ৰী-পুত্ৰ, আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ প্ৰতি থকা আসক্তি সম্পূৰ্ণ মায়াময়। মনুষ্য জীৱনৰ সাৰ্থকতা আছে এই বুলিয়েই যে এই অদৃশ্য, অজ্ঞেয় নিৰাকাৰ ব্ৰহ্মৰ উপাসনা কৰি মানুহ ধন্য হব পাৰে। এই সকল লেখকে জীৱনৰ দাবীতকৈ আদৰ্শ বেছি বাস্তৱ বুলি গণ্য কৰিছে। সকলো স্বাৰ্থ পৰিহাৰ কৰি আদৰ্শৰ মাজেদি ঈশ্বৰ উপলব্ধিৰ বাটত মানুহক আগুৱাই দিয়া চেষ্টা সামাজিক দৃষ্টিকোণৰ পৰা এটা সজ চেষ্টা। এই সকল লেখকৰ হাতত জৈৱিক বাসনা বাসনা হিচাবে মূৰ্ত্ত নোহোৱা নহয়, হৈছে, কিন্তু সেই বাসনা সদায় আদৰ্শৰ অঙ্কুশৰ তাড়ণাত অৱনত হৈ পৰিছে। বৈষ্ণৱ লেখকসকলে আদৰ্শৰ ওপৰত ইমান বেছি গুৰুত্ব দিয়া সত্বেও সমাজ আদৰ্শমুখী নহল। মানুহৰ আদিম বাসনা আদিম হৈয়েই থাকিল। বাস্তৱ জীৱনত সুখ-সম্ভোগৰ মাদকতাৰ মাজত আদৰ্শ অৱৰুদ্ধ হৈ পৰিল।

আধুনিক যুগৰ ৰোমাণ্টিক লেখকসকল জীৱনৰ আশা-নিৰাশা আৰু হতাশ হুমুনিয়াহৰ প্ৰতি সচেতন হ'ল। জৈৱিক বাসনাৰ মূল্য তেওঁলোকে স্বীকাৰ কৰিলে। ব্যৰ্থ প্ৰেমিক-প্ৰেমিকাৰ প্ৰতি সহানুভূতিৰে তেওঁলোকৰ অন্তৰ ভৰি পৰিল। প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাজত তেওঁলোকে সৃষ্টিকৰ্ত্তাৰ মাহাত্ম্য বিচাৰি পালে। সন্তপ্ত, পীড়িত লোকৰ প্ৰতি তেওঁলোকৰ দয়া আৰু কাৰুণ্য জাগি উঠিল। সমাজৰ অনাচাৰ অবিচাৰৰ ওপৰত তেওঁলোকে চোকা বাক্যবাণ নিক্ষেপ কৰিলে। জৰা আৰু মৰণৰ নিষ্ঠুৰতা তেওঁলোকে উপলব্ধি কৰিলে কিন্তু লগতে বিশ্বাসো কৰিলে যে মৃত্যুৰ পৰশত জীৱন-যাতনাৰ ওৰ পৰিব আৰু নৱজীৱন লাভ হব। প্ৰৱঞ্চনা কপটতাপূৰ্ণ এই পাৰ্থিৱ জীৱনত অকপট প্ৰেম-প্ৰীতিৰ স্থান নাই, সত্য আৰু ন্যায়ৰ আদৰ্শ স্বাৰ্থৰ তাড়নাত মানুহে পাহৰি যায় আৰু প্ৰকৃত ভালপোৱাৰ অভাৱত জীৱন দুৰ্ব্বহ হৈ পৰে। ইয়াৰ

ফলত জীৱনলৈ আহি পৰে হতাশা আৰু মৃত্যু। মৃত্যুত হয়তো যাতনা আছে, বিৰহ-বিচ্ছেদৰ বিননি আছে, কিন্তু মৃত্যুৰ সিপাৰে মিলনৰ আশাও আছে আৰু আছে শান্তিৰ শীতল বা। দেহ নশ্বৰ কিন্তু আত্মা অমৰ। দেহ-পিঞ্জৰৰপৰা আত্মাৰ মুক্তি শোক-তাপেৰে জৰ্জৰিত জীৱনৰ সকলো বন্ধনৰপৰা মুক্তি। মুক্তিৰ লগতে আত্মাৰ স্বৰূপানন্দৰ প্ৰকাশ।

ৰোমাণ্টিক লেখকসকলৰ এদলে অতীতৰ শৌৰ্য্য-বীৰ্য্যৰ তুলনাত সমাজৰ বুকুত দেখিবলৈ পালে দুৰ্ব্বলতা। যি আদৰ্শ আগত ৰাখি অতীতৰ বীৰ-বীৰাঙ্গনাসকল দেশৰ আৰু ধৰ্ম্মৰ কাৰণে জীৱন পণ কৰিছিল সেই আদৰ্শ মানুহে পাহৰি গৈ এলাহৰ কোমল বুকুৰ ওপৰত শুই পৰিল। পৃথিবীৰ নানান জাতিয়ে কৰ্ম্মৰত হৈ যেতিয়া জীৱন-যুদ্ধত আগুৱাই গ'ল অসমীয়া জাতিয়ে পূৰ্ব্বৰ সকলো গৌৰৱ পাহৰি তেতিয়াও হৈ থাকিল অলস আৰু শ্ৰমবিমুখ। ত্যাগ আৰু সেৱাৰ আদৰ্শ মানুহে পাহৰি পেলালে। জাতিৰ এনে পতনোন্মুখ অৱস্থাত এই লেখক-সকলৰ মনলৈ আহিছে খেদ, কিন্তু অতীতৰপৰা প্ৰেৰণা লাভ কৰি নতুন আদৰ্শেৰে জাতীয় জীৱনত প্ৰাণৰ সঞ্চাৰ কৰাৰ আশা এওঁলোকৰ আছে। এওঁলোকৰ কাৰো কাৰো দৃষ্টিত অসম শ্মশান। কিন্তু এই শ্মশানৰ ওপৰতে গঢ়ি উঠিব লাগিব এদিন বেবিলনৰ বাগিছা। এওঁলোকৰ সৰহ ভাগেই বিশ্বাস কৰিছে যে অতীতৰ আদৰ্শ নতুন সমাজত পুনৰ প্ৰতিষ্ঠিত হব আৰু সমাজৰ বুকুত দেশাত্মবোধ জাগিব। অতীত সমাজৰ তুলনাত বিংশ শতিকাৰ প্ৰাৰম্ভতে আমাৰ সমাজৰ মাজতো যি পৰিবৰ্ত্তনৰ চিন ফুটি উঠিছিল তালৈ লক্ষ্য কৰি সমাজৰ আগত নতুন আদৰ্শ দাঙি ধৰিবলৈ এওঁলোকে চেষ্টা কৰা নাই কিন্তু অতীতৰ লুপ্ত শৌৰ্য্য-বীৰ্য্যৰ আদৰ্শ স্থূলভাৱে সমাজৰ আগত দাঙি ধৰিছে।

ৰোমাণ্টিক দৃষ্টিভঙ্গী লাহে লাহে সলনি হৈ আহিব ধৰিলে। দেৱকান্ত বৰুৱাৰ চিন্তা-ধাৰা ৰোমাণ্টিক হলেও তেওঁৰ দৃষ্টিভঙ্গীৰ ওপৰত বুদ্ধি-শক্তিৰ প্ৰভাৱ স্পষ্ট। অতুল হাজৰিকা সদায় ৰোমাণ্টিক আৰু ভাৱপ্ৰৱণ। এই দুজন কবিৰ দ্বাৰা ৰচিত "দেৱদাসী" নামক কবিতাৰ তুলনামূলক আলোচনা কৰি চালে দেখিবলৈ পোৱা যাব যে হাজৰিকাৰ মনৰ ওপৰত আদৰ্শৰ অপ্ৰতিহত প্ৰভাৱ কিন্তু বৰুৱাৰ মনৰ ওপৰত সংশয়ৰ অস্থিৰতা। যি বিশ্বাসেৰে আগৰ ৰোমাণ্টিক কবিসকলে জীৱনৰ আদৰ্শবোৰ গ্ৰহণ কৰিছিল আৰু যি বিশ্বাসেৰে হাজৰিকায়ো সেইবোৰ গ্ৰহণ কৰিছে বৰুৱাৰ হলে সেই বিশ্বাস নাই। বৰুৱা অৱশ্যে তেতিয়াও আদৰ্শৰ ওপৰত সম্পূৰ্ণ আস্থাহীন হৈ পৰা নাই কিন্তু প্ৰাচীন আদৰ্শৰ ওপৰত তেওঁৰ সন্দেহ উপস্থিত হৈছে। কৰুণ অকাল-মৃত্যুৰ বুকুত অমূল্য বৰুৱাৰ প্ৰতিভা বিলুপ্ত হ'ল কিন্তু তেওঁৰ দ্বাৰা ৰচিত যি দুই-চাৰিটা কবিতা প্ৰকাশিত হৈছে তাৰ মাজেদি ফুটি উঠিছে প্ৰাচীন সামাজিক আদৰ্শৰ ওপৰত প্ৰকাশ্য অনাস্থা আৰু নতুন পৰিবেশৰ মাজত ব্যক্তি-জীৱন বুজিবলৈ কৰা চেষ্টা। সকলো সংস্কাৰমুক্ত হৈ বিংশ শতিকাৰ মানৱ-জীৱনৰ আশা-নিৰাশা মূৰ্ত্ত কৰা আৰু জীৱনৰ নতুন মূল্যবোধ জগাই তোলাৰ চেষ্টা আধুনিক কবিসকলৰ আছে। এইসকল কবিৰ প্ৰকাশ-ৰীতিৰ মাজত যি নতুনত্ব আছে তাৰ আলোচনা ইয়াত সম্ভৱ নহয়। শব্দ-সংযোগ,

উপমাদি অলঙ্কাৰৰ প্ৰয়োগ আৰু প্ৰতীকৰ ব্যৱহাৰত এওঁলোকে যথেষ্ট স্বতন্ত্ৰতা অৱলম্বন কৰিছে। দুই-চাৰি আধুনিক কবিৰ দৃষ্টিভঙ্গী মৌলিক আৰু ৰচনাৰীতি প্ৰাঞ্জল। ভৱিষ্যতে এওঁলোকৰ দ্বাৰা ৰচিত হোৱা কবিতাৰ মাজেদি প্ৰকাশিত হোৱা চিন্তাধাৰাৰ সংলগ্নতাৰ ওপৰত এওঁলোকৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰিব। সৰহ ভাগ আধুনিক কবিতাই অনুকৰণ-প্ৰিয়তাৰ নিদৰ্শন। এইবোৰৰ ভিতৰত অভিনৱত্বৰ নামত আহি পৰা গতানুগতিকতা ৰসৰ অপকৰ্ষক। ভাৱৰপৰা ভাবান্তৰলৈ ক্ষিপ্ৰগতিত যোৱা আধুনিক কবিতাৰ বিশিষ্টতা। বাহ্যিক দৃষ্টিত এইবোৰ ভাবৰ মাজত কোনো সম্বন্ধ থকা যেন নালাগিলেও প্ৰকৃততে চিন্তা-জগতত সেইবোৰৰ পাৰম্পৰিক সম্বন্ধ আছে আৰু এই সম্বন্ধৰ কাৰণে এইবোৰৰ একেলগে প্ৰকাশিত হোৱাৰ যোগ্যতাও আছে। কিন্তু যেতিয়া মানসিক যোগসূত্ৰ নথকা অৱস্থাত গতানুগতিক ৰীতি অৱলম্বন কৰাৰ অৰ্থে বলেৰে অসংলগ্ন ভাববোৰ একেলগে থুপাই অখণ্ড অভিজ্ঞতা মূৰ্ত্ত কৰিব খোজা হয় তেতিয়া বিক্ষিপ্ত ভাব বিক্ষিপ্ত হৈয়েই থাকে, অভিজ্ঞতা মূৰ্ত্ত নহয়। ভালেমান আধুনিক কবিতাত কল্পনাৰ দৈন্য, অভিজ্ঞতাৰ অস্পষ্টতা আৰু প্ৰকাশভঙ্গীৰ জড়তা পৰিলক্ষিত হয়। কিছুমান কবিতাত আকৌ একে ৰীতিৰ সহায়তে ৰোমাণ্টিক দৃষ্টিভঙ্গী প্ৰকাশৰ চেষ্টা সাৰ্থক চেষ্টা হোৱা নাই। আগৰ কবিসকলে ভিন ভিন দৃষ্টিভঙ্গী প্ৰকাশৰ অৰ্থে নতুন নতুন ছন্দৰ ব্যৱহাৰ কৰিছিল। আজিও সেইবোৰ প্ৰকাশৰ অৰ্থে নতুন নতুন ৰীতি উদ্ভাৱনৰ প্ৰয়োজন হয়। আমাৰ আধুনিক কবিতা ক্ৰম-বিকাশৰ পথত। ইতিমধ্যে এইবোৰ কবিতাৰ গঢ় আৰু ৰীতি কিছু পৰিমাণে পৰিবৰ্ত্তিত হৈছে আৰু কবিসকলো পাঠকৰ গ্ৰহণ-ক্ষমতাৰ প্ৰতি সজাগ হোৱাৰ চিন পোৱা গৈছে। আধুনিক কবিসকলৰ বৈশিষ্ট্য জীৱন-চেতনা আৰু নতুন দৃষ্টিভঙ্গীৰ প্ৰকাশ। নানান সংস্কাৰৰ কুঁৱলীৰ মাজেদি জীৱন বুজিবলৈ চেষ্টা কৰিলে তাৰ বিচিত্ৰতা বুজা নাযায়। সমাজ গাঠনিৰ পৰিবৰ্ত্তনৰ ফলত জীৱনৰ জটিল ৰূপ ব্যক্ত হৈ পৰিছে। প্ৰাচীন সমাজ-ব্যৱস্থাৰ মাজত গঢ়ি উঠা অনেক আদৰ্শৰ বাস্তৱ ৰূপ আজিৰ সমাজত নাই কিন্তু আছে কিছুমান গুণাত্মক শব্দ। প্ৰকৃত জীৱনত এইবোৰ আদৰ্শৰ যদি কেতিয়াবা প্ৰয়োগ আছে তেন্তে সৰহ ক্ষেত্ৰতে সেইবোৰৰ অপ-প্ৰয়োগহে চকুত পৰে। গতিকে বাস্তৱ জীৱনৰ অভিজ্ঞতা উপলব্ধি আৰু তাৰ প্ৰকাশৰ সময়ত সংস্কাৰৰ প্ৰভাৱমুক্ত হোৱাৰ আৱশ্যক। সংস্কাৰৰ প্ৰভাৱৰ ওপৰলৈ উঠি ব্যক্তি আৰু সামাজিক জীৱনৰ পৰ্য্যালোচনা কৰাৰ চেষ্টা আধুনিক কবিসকলৰ আছে। মানৱ জীৱন এওঁলোকৰ প্ৰধান বস্তু। জড় জগতৰ ঐশ্বৰ্য্য-সম্পদৰ প্ৰতি এওঁলোকৰ যি মোহ সেই মোহ মানৱীয় প্ৰয়োজনৰ মোহ। এওঁলোক সচৰাচৰ ভাৱপ্ৰৱণ নহয়। এওঁলোকৰ কবিতাৰ ওপৰত বুদ্ধিশক্তিৰ প্ৰভাৱ বেছি।

আমাৰ আধুনিক নাট্য-সাহিত্যত আদৰ্শৰ সংঘাত থকা ভাব-নাটক ( drama of ideas ) ৰচিত হোৱা নাই। ভাব-নাটকৰ ৰসগ্ৰহণ কৰা সামাজিকৰ সংখ্যাও হয়তো আমাৰ মাজত কম। কোনো পৰিস্থিতিৰ বুকুত কৰ্ত্তব্যাকৰ্ত্তব্যৰ দ্বন্দ্ব আমাৰ নাটকৰ মাজেদি ফুটাই তোলাৰ চেষ্টা কমেইহে চকুত পৰে। কিন্তু মহাকাব্য দুখন আৰু ইতিহাসৰ বুকুৰপৰা আহৰণ কৰা

কথাবস্তুৰ নতুন ব্যাখ্যা তুলি ধৰাৰ আদৰ্শ আধুনিক নাট্যকাৰসকলৰ আছে। জ্যোতি আগৰ-ওৱলাৰ পাছতেই প্ৰবীণ ফুকন, লক্ষ্য চৌধুৰী, সাৰদা বৰদলৈ, কৃষ্ণানন্দ ভট্টাচাৰ্য্য, সত্যপ্ৰসাদ বৰুৱা প্ৰভৃতি ভালেমান নাট্যকাৰে মঞ্চোপযোগী নাটক ৰচনা কৰি খ্যাতি লাভ কৰিছে। আধুনিক নাটকত লোমহৰ্ষক দৃশ্য-সংযোগ কমিছে কিন্তু আঁতৰি যোৱা নাই। নাটকৰ মাজত থকা অমিত্ৰাক্ষৰ ছন্দৰ সংলাপৰ ঠাইত গদ্যৰ প্ৰচলন কৰা হৈছে। সামাজিক নাটকবোৰৰ মাজেদি কিছুমান সমস্যা উত্থাপিত হৈছে কিন্তু এই সমস্যাবোৰৰ মাজত ব্যক্তিৰ আধ্যাত্মিক সত্তাৰ বিমূঢ় অৱস্থা চিত্ৰিত হোৱা নাই। সমস্যাৰ মাজত বাহ্যিক জীৱনৰ যিটো ফাল প্ৰকাশিত হয় তাৰ ওপৰতে সকলো শক্তি প্ৰয়োগ কৰা হৈছে। দুই-এখন নাটকত মাথোন নতুন জীৱন আদৰ্শ বিচৰাৰ প্ৰয়াস দেখিবলৈ পোৱা যায়। মহাকাব্য বা প্ৰাচীন সাধুৰ ওপৰত ভিত্তি কৰি যিবোৰ নাটক ৰচিত হৈছে সেইবোৰ সচৰাচৰ অমিত্ৰাক্ষৰ ছন্দত লিখা। অমিত্ৰাক্ষৰ ছন্দৰ সাবলীল গতিৰ মাজেদি দৰ্শকৰ অনুৰাগ আকৰ্ষিত হয়। ভাব-গাম্ভীৰ্য্য প্ৰকাশৰ বাবেও ই উপযুক্ত মাধ্যম। আমাৰ দুই-চাৰি নাট্যকাৰে সাৰ্থকতাৰে অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ কৰিছে। তথাপি অমিত্ৰাক্ষৰ ছন্দক উন্নত স্তৰলৈ তুলি নিয়াৰ পথ এতিয়াও ৰুদ্ধ হোৱা নাই। গদ্যত ৰচিত সৰহ ভাগ নাটকেই গদ্যগন্ধী। গদ্য-নাটকৰ সংলাপত কথিত ভাষাৰ প্ৰয়োগ হলেও সি বৰ্ণনামূলক নহৈ প্ৰাণৱন্ত হব লাগে। উন্নত বচন-ভঙ্গীৰ মাজেদি চাৰিত্ৰিক বৈশিষ্ট্য ফুটাই তোলা নাইবা সেইবোৰৰ অন্তৰ্দ্বন্দ্বৰ ইঙ্গিত দিয়াৰ চেষ্টা সৰহ ভাগ নাটকতে নাই। সামাজিক নাটকবোৰ সচৰাচৰ ঘটনা-প্ৰধান। কিন্তু ঘটনাৰ মাজেদি নতুন আদৰ্শৰ সন্ধানৰ চেষ্টা কেইখনমান নাটকতহে আছে। পদ্য-নাটক আমাৰ সাহিত্যত আজিও ওপজা নাই। কবিতা আৰু চুটি গল্পৰ ক্ষেত্ৰত আমাৰ সাহিত্যিকসকলে নতুন কলা-কৌশল উদ্ভাৱনৰ চেষ্টা কৰাৰ দৰে আমাৰ নাট্যকাৰসকলে বস্তু-নিৰ্ব্বাচনৰ ক্ষেত্ৰত কিছু সতৰ্ক হলেও ৰচনাশৈলীৰ প্ৰতি তেওঁলোকে বিশেষ মনোযোগ দিয়া নাই। নাটক সুসংগঠিত আৰ্ট। ইয়াত নিৰ্ব্বাচন-পটুতাৰ যেনে আৱশ্যক সংগঠন ক্ষমতাৰো তেনে আৱশ্যক। সংযত বাক্‌ভঙ্গীৰ মাজেদি চাৰিত্ৰিক বৈশিষ্ট্যৰ বিকাশ, ৰসৰ ব্যঞ্জনা, বাস্তৱতাৰ ভ্ৰান্তি উৎপাদন নাট্য সাহিত্যৰ যোগেদি প্ৰকাশিত হয়। কাব্য সৃষ্টিৰ দৰে নাটক-সৃষ্টিও কষ্ট-সাধ্য আৰু প্ৰতিভা-সাপেক্ষ। গীতি-নাটকৰ দৰে এক শ্ৰেণীৰ কেইখন-মান শিশুসকলৰ কাৰণে উপযোগী নাটক কীৰ্ত্তিনাথ বৰদলৈ আৰু তেওঁৰ সুযোগ্য পুত্ৰ মুক্তিনাথ বৰদলৈয়ে ৰচনা কৰিছিল। নাটকবোৰ এসময়ত যথেষ্ট সমাদৃত হৈছিল। নৃত্য আৰু গীতেৰে পৰিপুষ্ট এই নাটক কেইখনৰ বৈশিষ্ট্য গঠন ৰীতি আৰু ৰস-সৃষ্টি দুয়ো ফালৰেপৰা আছে। আনন্দ বৰুৱা আৰু কৰুণাধৰ বৰুৱাৰ পাছত নিচেই কম লেখকহে এই ফালে মনোযোগ দিছে। একাঙ্ক নাটকৰ প্ৰচলন আবাহন যুগৰপৰা আৰম্ভ হয়। একাঙ্ক নাটকৰ সমাদৰ দিনে দিনে বাঢ়ি অহা দেখিবলৈ পোৱা গৈছে। এইবোৰৰ দুই-চাৰিখনৰ মাজেদি নতুন আদৰ্শ বিচৰাৰ প্ৰয়াসো পৰিস্ফুট হৈছে।

যি আদৰ্শ আগত ৰাখি ৰজনী বৰদলৈয়ে উপন্যাস ৰচনা কৰিছিল পৰৱৰ্ত্তী ঔপন্যাসিকসকল

ক্ৰমে ক্ৰমে ভাৰপৰা আঁতৰি আহিছে। উপন্যাসৰ ক্ষেত্ৰ ব্যাপক। জৈৱিক, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, আধ্যাত্মিক, সকলো সমস্যাৰ চিত্ৰ উপন্যাসৰ পাতত ফুটি উঠে। আগেয়ে ঘটনা বিচিত্ৰতাৰ ওপৰত ঔপন্যাসিকসকলে বিশেষ চকু ৰাখিছিল। সংঘাতৰ মাজেদি চৰিত্ৰৰ স্পষ্টতা অঙ্কিত কৰা এওঁলোকৰ আদৰ্শ আছিল। আধুনিক ঔপন্যাসিকে হলে সংঘাতৰ ওপৰত বিশেষ গুৰুত্ব দিয়া নাই। ঘটনা-পৰম্পৰাৰ বৰ্ণনাৰ প্ৰতিও তেওঁৰ আগ্ৰহ কম। ঘটনাৰ মাজেদি প্ৰকাশিত হোৱা ব্যক্তি-সত্তাৰ অন্তৰ্দ্বন্দ্বৰ প্ৰতি আধুনিক লেখক সজাগ। উপন্যাসৰ ক্ষেত্ৰত দেশ-বিদেশৰ সাহিত্যৰ মাজেদি নতুন নতুন কলা-কৌশল ফুটাই তোলা হৈছে। নাটকৰ তুলনাত ঔপন্যাসিকৰ স্বতন্ত্ৰতা বেছি। এই স্বাতন্ত্ৰ্যৰ কাৰণে ঔপন্যাসিকৰ সুবিধা-অসুবিধা দুয়োটাই হৈছে। স্বতন্ত্ৰভাৱে ঔপন্যাসিকে বস্তু নিৰ্ব্বাচন আৰু ৰীতিৰ অৱলম্বন কৰিব পাৰে। কিন্তু বহল মানৱ-সমাজত ঘটা কোনো ঘটনাৰ অৱলম্বনত এখন সমাজৰ চিত্ৰ বাস্তৱ ৰূপত ঔপন্যাসিকৰ নিজা দৃষ্টিকোণৰ মাজেদি ফুটাই তোলা টান কাম। আমাৰ আধুনিক লেখকসকলে বিংশ শতিকাৰ নানান সমস্যাৰ মাজত বিব্ৰত হৈ পৰা মানৱৰ চিত্ৰ অঙ্কিত কৰিবলৈ চেষ্টা কৰিছে। মনৰ গুপুত আশা-আকাঙ্ক্ষা, অবচেতন মনত শুই থকা লালসাৰ তাড়না আৰু আদৰ্শৰ আঁৰত লুকাই থকা প্ৰবঞ্চনাৰ চাতুৰী খোলাভাৱে প্ৰকাশৰ চেষ্টা কেইবাজনো ঔপন্যাসিকৰ আছে। এইবোৰ উপন্যাসৰ ৰচনাত প্ৰাচীন আদৰ্শৰ প্ৰভাৱ নাই। বৰং প্ৰাচীন আদৰ্শ আওকাণ কৰি জীৱনৰ দাবীৰ মানদণ্ডেৰে জীৱনক জোখাৰ চেষ্টা আছে। আধুনিক কবিসকলৰ নিচিনাকৈ আধুনিক অনেক ঔপন্যাসিকেও প্ৰাচীন আদৰ্শবোৰ মানিব খোজা নাই। নানান সামাজিক বাধা-নিষেধৰ অন্ধকাৰৰ মাজেদি জীৱনৰ ৰূপ উপলব্ধি সম্ভৱ নহয়। সকলো বাধা-নিষেধৰ ওপৰলৈ উঠি জীৱন বুজিব খুজিলে হয়তো আংশিকৰূপে তাক বুজিব পৰা যায়। আমাৰ কেইজনমান আধুনিক ঔপন্যাসিকে জৈৱিক কিছুমান সমস্যা নতুন কলা-কৌশলেৰে তুলি ধৰাৰ চেষ্টা কৰিছে। কোনো কোনো উপন্যাসৰ মাজত নগ্ন চিত্ৰ আৰু নগ্নতাৰ বৰ্ণনা চকুত পৰে। এইবোৰ উপন্যাসৰ সামাজিক আৰু সাহিত্যিক মূল্য কিমান তাৰ নিৰ্দ্ধাৰণৰ যত্ন ইয়াত কৰিব নোৱাৰি। কিন্তু এইটো স্পষ্ট যে বিংশ শতিকাৰ সমস্যাৰ সমস্যাবহুল জীৱনক ভিন ভিন দৃষ্টিকোণৰপৰা চোৱাৰ চেষ্টা আমাৰ ঔপন্যাসিকসকলে কৰিছে। ৰচনা-কৌশলৰ ক্ষেত্ৰতো কোনো কোনো লেখকে দক্ষতাৰ পৰিচয় দিছে। ঘটনা-বৈচিত্ৰ্যৰ প্ৰভাৱ আজিও আমাৰ উপন্যাসৰ ওপৰত আছে। কিন্তু নাটকীয় ভঙ্গীৰ সাৰ্থক প্ৰয়োগ, সূক্ষ্ম মনস্তাত্বিক আলোচনা, সবল সংলাপ আৰু দৃশ্য আৰু চৰিত্ৰৰ আত্মিক সম্বন্ধ এতিয়াও স্পষ্ট হৈ পৰা নাই। ভালেমান উপন্যাসৰ ঘটনা নিজা গতিতে আগুৱাই নাযায়। কিছুমানত আকৌ চৰিত্ৰ আৰু ঘটনাবোৰৰ মাজত পাৰম্পৰিক সম্বন্ধ দুৰ্ব্বল। ঠায়ে ঠায়ে আৰ্টৰ দাবীতকৈ লোকৰঞ্জনৰ সন্তুষ্টিৰ কাৰণে চিত্ৰ-সংযোগৰ চেষ্টা বেছি। ঔপন্যাসিকেও কোনো এক জীৱনাদৰ্শৰ মাজেদি জৈৱিক সমস্যাৰ পৰ্য্যালোচনাৰ চেষ্টা কৰে। কৃতী ঔপন্যাসিকসকলৰ উপন্যাসৰ মাজেদি সূক্ষ্ম জীৱন-দৰ্শন ফুটি উঠে। আমাৰ সৰহ ভাগ ঔপন্যাসিকে এই দৃষ্টিকোণৰপৰা জীৱনক বুজিবলৈ চেষ্টা নকৰাৰ ফলত উপন্যাস সাহিত্য

লোকৰঞ্জক হৈছে সঁচা কিন্তু জীৱন-জিজ্ঞাসাৰ বাহক হৈ পৰা নাই। তথাপি উপন্যাস সাহিত্য দ্ৰুত গতিত আগবাঢ়িছে।

বেজবৰুৱাৰ পিছত আবাহনৰ বুকুত যিবোৰ গল্পই প্ৰকাশ লাভ কৰিছিল সেইবোৰৰ সৰহ ভাগৰে মাজত এটা বাক্-সংযম দেখিবলৈ পোৱা যায়। দীঘল ভূমিকা পৰিহাৰ কৰি কথাবস্তুৰ ওপৰত গুৰুত্ব দিয়া অভ্যাস এই সময়ৰ লেখকসকলৰ আছিল। কিন্তু স্বাধীনতা লাভৰ পাছত আমি যেতিয়া বাক্-স্বাধীনতা পালোঁ তেতিয়া বোধহয় সংযমৰ প্ৰয়োজন নোহোৱা হ'ল। অনেক গল্পত পৰিবেশৰ ওপৰতে গুৰুত্ব দিয়াৰ ৰীতি গঢ়ি উঠিল। গল্প টেক্‌নিকসৰ্ব্বস্ব বুলি ধৰি লোৱাৰ ফলত বাক্‌চাতুৰ্য্যৰ দুৰ্ভেদ্য দুৰ্গৰ ভিতৰত জীৱন অৱৰুদ্ধ হৈ পৰিল। মনো-বিজ্ঞান, জীৱ-বিজ্ঞান প্ৰভৃতিৰ ভিন ভিন মতবাদৰ দুৰ্ব্বল সৈনিকে এই দুৰ্গ ভেদ কৰি জীৱনৰ মুক্তিসাধন কৰিব নোৱাৰিলে। পুৰণি আদৰ্শৰ অস্ত্ৰ প্ৰয়োগ নিষ্ফল বুলি ধৰি লৈ বিদেশৰপৰা নতুন অস্ত্ৰৰ আমদানি কৰা হ'ল যদিও অনভ্যস্ত অপৈণত হাতেৰে চালিত অস্ত্ৰ লক্ষ্যৰ আঁতৰেদি গুচি গ'ল। সৰহ ভাগেই ভাবিলে, দুৰ্গ ভেদ হৈছে, জীৱনে মুক্তিলাভ কৰিছে। তেওঁলোকে পৰস্পৰে পৰস্পৰক অভিনন্দনো জনালে। সংস্কাৰৰ প্ৰভাৱেৰে নিপীড়িতা, দলিতা জীৱনৰ অসংযত বেশভূষাৰ মাজেদি তেওঁলোকে দেখিবলৈ পালে কামনাৰ মত্ততা। গল্পত তাৰেই চিত্ৰ ফুটাই তোলাৰ চেষ্টা একৰকম নিচাত পৰিণত হ'ল। কিছুমানে আকৌ ভাবিলে জীৱন অৱৰুদ্ধ হব নোৱাৰে। নৈৰ সোঁতৰ দৰে ই প্ৰবহমান। কোনো এটি মুহূৰ্ত্তত ইয়াক ধৰি ৰাখিব খুজিলেও সি বেগেৰে আঁতৰি যায়। জীৱনৰ গতিশীলতা আৰু বিচিত্ৰতা এওঁলোকে উপলব্ধি কৰিছে কিন্তু এই বিচিত্ৰতাৰ আঁৰত লুকাই থকা মহত্ত্ব আৰু গাম্ভীৰ্য্যৰ সন্ধান এওঁলোকে এতিয়াও পোৱা নাই। শব্দালঙ্কাৰৰ মোহ এওঁলোকৰ এতিয়াও আছে। ৰচনাশৈলীৰ কৃত্ৰিমতাৰ মাজত অৰ্থগৌৰৱ অনেক ক্ষেত্ৰতে শৃঙ্খলিত হৈছে। কাব্যিক দৃষ্টিভঙ্গীৰ ফলত স্বাভাৱিক পৰিস্থিতিৰ মাজত চৰিত্ৰৰ বাস্তৱৰূপ ভাববিলাসৰ প্ৰসাধনেৰে আবৃত হৈ পৰিছে।

আচলতে ভঙ্গী আৰু বস্তু এক হৈ নপৰিলে উন্নত সাহিত্যসৃষ্টি হব নোৱাৰে। বস্তু আৰু ভঙ্গীৰ সম্বন্ধ কি এই আলোচনা এটা দীঘল আলোচনা। ভঙ্গীকেই সাহিত্যৰ সকলো বুলি ধৰি ললেও বস্তু-সৌন্দৰ্য্য দুই কৰা নাযায়। ভঙ্গী এটি আভৰণ নহয় আৰু এই আভৰণৰ দ্বাৰা সকলো বস্তুৰ সৌন্দৰ্য্য ফুটাই তোলা সম্ভৱো নহয়। কথাবস্তুৰ সৌন্দৰ্য্যই ভঙ্গীৰ সৌন্দৰ্য্য নিৰূপিত কৰে। গল্প-লেখকৰ মনোবেগৰ পূৰ্ণতা অপূৰ্ণতাৰ লগত ভঙ্গীৰ সম্বন্ধ আছে। অভিজ্ঞতা গভীৰ আৰু ব্যাপক নহলে কথনভঙ্গীৰ মাধুৰ্য্য ফুটাই তুলিব নোৱাৰি। বলেৰে উন্নত কথনভঙ্গী প্ৰয়োগ কৰিব খুজিলেও সি হৈ পৰে কৃত্ৰিম আৰু বাক্‌চাতুৰ্য্যৰ নিদৰ্শন। অকল ৰাজনৈতিক নেতাসকলৰ বাক্‌চাতুৰ্য্যৰ তাড়নাতে আমি ক্লান্ত হৈ পৰিছোঁ। গল্পত সেই চাতুৰ্য্যৰ প্ৰয়োগ কৰিলে গল্পৰ অন্তঃসাৰশূন্যতা জানো চকুত নপৰাকৈ থাকিব? পৃথিৱীৰ আধুনিক গল্প-সাহিত্য পৰীক্ষাৰ কাৰাগাৰত অৱৰুদ্ধ। জীৱনৰ বিচিত্ৰতা আৰু গভীৰতা ফুটাই তোলাৰ অৰ্থে এই পৰীক্ষা। আমাৰ সাহিত্যতো এনে পৰীক্ষা চলিছে। বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ ফলাফল

ঘোষণা কৰোঁতে চাৰি-ছয় মাহ লাগে যেতিয়া গল্পকাৰৰ পৰীক্ষাৰ ফলাফল প্ৰকাশিত হ'বলৈ চাৰি-ছয় বছৰ নিশ্চয় লাগিব। এনে স্থলত সমাজে ধৈৰ্য্য ধৰা উচিত হ'ব। নিষ্ক্ৰিয় আৰু ধৈৰ্য্যশীল বুলি আমাৰ সুখ্যাতি আগৰেপৰা আছে।

আধুনিক সাহিত্যত প্ৰাচীন আদৰ্শৰ অভাৱ আৰু ব্যক্তিগত দৃষ্টিকোণৰ প্ৰাধান্যৰ ফলত তাৰ মূল্যাঙ্কন সহজ হৈ থকা নাই। বৈজ্ঞানিক আৰু দাৰ্শনিক মতবাদৰ প্ৰভাৱৰ কাৰণে এই কাম বেছি জটিল হৈ পৰিছে। তথাপি আমাৰ আধুনিক সাহিত্যৰ সমালোচনা সোনকালে গঢ়ি নুঠিলে সৃষ্টিধৰ্মী লেখকৰ চিন্তাধাৰা বেছি বিক্ষিপ্ত হৈ পৰাৰ আশংকা আছে। আৰ্টৰ ক্ষেত্ৰত বাস্তৱ জীৱনৰ ঘটনাসমূহৰ পুনৰ নিৰ্ম্মাণ হয়। কিন্তু এই নিৰ্ম্মাণত সাহিত্যিকৰ যথেচ্ছাচাৰ নাই। সাহিত্যিকৰ উদ্দেশ্য ৰস-সৃষ্টি। ইয়াৰ কাৰণে ছন্দ, লয়, ব্যঞ্জনা, শ্লেষ সকলোৰে আৱশ্যক মতে প্ৰয়োগ কৰা হয়। ৰসসৃষ্টিৰ সলনি ভাব বা ভাবাবেগ-সৃষ্টি কৰিবলৈ গলে সাহিত্যৰ মান তললৈ নামি আহে। আজি বৈজ্ঞানিক উন্নতিৰ যুগত নানা তৰহৰ কিতাপ প্ৰকাশিত হৈছে। এইবোৰৰ মূল্য-নিৰূপণ সাহিত্য আৰু সমাজ দুয়ো ফালৰপৰাই আৱশ্যক। কিন্তু সমালোচনা সাহিত্য আমাৰ দুৰ্ব্বল। বিজ্ঞ আৰু তীক্ষ্ণধী লোকসকলে এই কাম হাতত লব লাগে। আজিও কিতাঁপৰ বিক্ৰী সংখ্যাৰ ওপৰত পুথিৰ মূল্য নিৰ্দ্ধাৰণ কৰাৰ অভ্যাস আমাৰ সমাজ আৰু দুই-চাৰি সমালোচকৰো আছে। সাহিত্যৰ মূল্যাঙ্কনৰ ক্ষেত্ৰত এনে গণতান্ত্ৰিক বিচাৰৰ প্ৰয়োজন আমাৰ সমাজত এতিয়াও হোৱা নাই। সেই বাবে আজি আমাক লাগে বিনয়ী আৰু উদাৰ মনৰ সমালোচক। এনে সমালোচকৰপৰা আমি বিচৰা নাই পাণ্ডিত্য-গন্ধী বিক্ষিপ্ত ব্যক্তিগত চিন্তাধাৰা কিন্তু বিচাৰিছোঁ লেখকৰ দৃষ্টি-ভঙ্গীৰ নিখুঁত বিশ্লেষণ আৰু ৰচনাৰ মাজত লুকাই থকা সৌন্দৰ্য্যৰ প্ৰকাশ।

আমাৰ সমাজৰ শিক্ষিত লোকসকলৰ এটা বুজন অংশই কিতাপ পঢ়ে কেৱল বিশ্ৰামৰ সময়ত, আনন্দ লাভৰ কাৰণে। এই সকল লোকৰ জ্ঞান-লাভৰ আকাঙ্ক্ষা নাই। এওঁলোকে ব্যক্তিগত আনন্দ-লাভৰ মাপ-কাঠিৰে পুথিৰ মূল্য নিৰূপণ কৰে। নিজৰ মানসিক উৎকৰ্ষৰ প্ৰতি সজাগ নোহোৱাৰ ফলত বহুত কিতাপ পঢ়াৰ পাছতো এওঁলোকৰ ঘটনা বৈচিত্ৰ্য নাইবা যৌন-ক্ষুধাৰ বৰ্ণনাৰ প্ৰতি আসক্তি নকমে। এই শ্ৰেণীৰ লোকৰ নিমিত্তেও পুথি-ৰচনাৰ প্ৰয়োজন হয়। কিন্তু সামাজিক নিৰাপত্তাৰ কাৰণে আৰু সমাজৰ ৰুচি উন্নত কৰাৰ অৰ্থে কেনে ধৰণৰ পুথি ৰচিত হোৱা উচিত সেইটো প্ৰকৃতপক্ষে সাহিত্যৰ বিচাৰ নহয়। কিন্তু কম বেছি ৰকমে সমাজৰ দাবীৰ ওপৰতে সাহিত্য প্ৰতিষ্ঠিত হয় যেতিয়া এই প্ৰশ্ন সাহিত্যৰ ক্ষেত্ৰতো নুতুলি নোৱাৰি।

আন এক শ্ৰেণীৰ লোক আছে। অক্ষৰজ্ঞান লাভ কৰাৰ অলপ পাছতেই এওঁলোকে পঢ়া এৰি পেলায়। ঘৰত এওঁলোকে মাজে সময়ে ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, দশম পঢ়ে। আধুনিক কবিতা, চুটি গল্প, উপন্যাস আদিত এওঁলোকৰ ৰাপ নাই। কিন্তু ভীম-চৰিত্ত, কাণখোৱাৰ দৰে পুথিত এওঁলোকে তৃপ্তি লাভ কৰে। অনা-অসমীয়া যিসকল লোকে অলপ অসমীয়া শিকিছে সেই সকলৰ ৰুচিও প্ৰায় একে ধৰণৰেই। এই সকল লোকৰ কাৰণেও

সম্ভীয়া আদৰ্শাত্মক পুথি ৰচনাৰ প্ৰয়োজন হৈ পৰিছে। সাহিত্য সভাৰ তৰফৰপৰা আৰু প্ৰকাশকসকলৰ ফালৰপৰাও এনে ধৰণৰ পুথি সহজলভ্য কৰাৰ চেষ্টা থাকিব লাগে।

প্ৰতিনিধি বন্ধুসকল, অসমৰ ভিন ভিন ঠাইৰপৰা আহি আপোনালোক আজি ইয়াত সমবেত হৈছে। আমাৰ ভাষা সাহিত্যৰ উন্নতিৰ প্ৰতি আপোনালোকৰ যি সদিচ্ছা আছে সেই সদিচ্ছাৰ বলতে উন্নত সাহিত্য সৃষ্টি আশা কৰা নাযায়। সচৰাচৰ সমাজৰ ৰুচি উন্নত হলে উন্নত স্তৰৰ সাহিত্য সৃষ্টিৰো বাট মুকলি হৈ পৰে। কিন্তু আমাৰ সমাজত আজিও ভাল এক শ্ৰেণী ৰসগ্ৰাহী পাঠক গঢ়ি উঠা নাই। শিক্ষিত লোকসকলৰ ভিতৰতো ভালেমান লোক আমাৰ সাহিত্যৰ উন্নতি অৱনতিৰ প্ৰতি সম্পূৰ্ণ উদাসীন। এনে স্থলত আমাৰ শাখা-সভাবোৰৰ জৰিয়তে এক শ্ৰেণী লোকৰ সাহিত্যৰ প্ৰতি অনুৰাগ জগাই তুলিব পাৰিলে এই সকলৰ জ্ঞান লাভৰ প্ৰতি আগ্ৰহ বাঢে আৰু সাহিত্যৰ মাজেদি উন্নতিৰ চিন ফুটি উঠিবলৈ কিছু সময় লাগে। আমাৰ সাহিত্যৰ ক্ষেত্ৰতো যি উন্নতিমুখী গতি পৰিলক্ষিত হয় তাক ক্ষিপ্ৰ কৰি তুলিব লাগিলে আমাৰ শাখা-সভাবোৰৰ মাজতো নতুন জাগৰণৰ চিন স্পষ্ট হব লাগিব। এই জাগৰণৰ চিন আগতকৈ সুস্পষ্ট হৈছে সন্দেহ নাই। তথাপি আমি আটায়ে চাব লাগে যাতে আমাৰ কৰ্ত্তব্য-নিষ্ঠা অৱসাদৰ অলসতাৰে কলুষিত নহয়।

বন্ধুসকল, দীঘলীয়া অভিভাষণেৰে মই হয়তো আপোনালোকক আমনি দিছোঁ। বেছি কথা কৈ আপোনালোকৰ আমনি বঢোৱা ইচ্ছা মোৰ নাই। সকলো বাইজকে সেৱা জনাই আৰু আমাৰ ভাষা সাহিত্যৰ উন্নতি কামনা কৰি আজিলৈ মই আপোনালোকৰপৰা বিদায় মাগিলোঁ।

॥ ওঁ তৎসৎ ॥

# ত্ৰিংশ অধিবেশন

## নাজিৰা—২০ এপ্ৰিল, ১৯৬৩ চন

## সভাপতি —বকুলকান্ত বৰকাকতী

"ওঁ যো দেবোঽগ্নৌ যোপ্‌সু যো বিশ্বং ভুবনমাবিবেশ।
য ওষধীষু যো বনস্পতিষু তস্মৈ দেবায় নমোনমঃ॥"

যি দেৱতা অগ্নিত, যি পানীত, যি বিশ্বসংসাৰত প্ৰবিষ্ট হৈ আছে, যি ওষধিত, যি বনস্পতিত, সেই দেৱতাক বাৰে বাৰে নমস্কাৰ কৰোঁ।

শ্ৰদ্ধেয় আদৰণী সভাৰ সভাপতি ডাঙৰীয়া, সমবেত সাহিত্যিক প্ৰতিনিধি, বন্ধু বান্ধৱীসকল আৰু সহৃদয় সদৌ বাইজ। আজি আমাৰ অসমীয়াৰ উন্নতি-মন্দিৰৰ সিংহ-দুৱাৰ স্বৰূপ অসমীয়া ভাষা-সাহিত্যৰ এই মহোৎসৱত আমি সকলো সমবেত হৈছোঁহিঁক। এই মহোৎসৱৰ পৌৰোহিত্য কৰিবৰ যোগতা মোৰ নাই বুলি নিজে জানিও, মোৰ যোগ্যতা-বিচাৰ জ্ঞানক তল পেলাই আপোনাসকলে যচা এই সন্মান মই মূৰ পাতি লৈছোঁ আপোনাসকলৰ মোৰ প্ৰতি হোৱা শ্ৰদ্ধা প্ৰীতিৰে নিদৰ্শন বুলি জানিয়েই। এই বাবে আপোনাসকলৰ প্ৰতিও মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। এতিয়া পৰমেশ্বৰক প্ৰাৰ্থনা কৰোঁ আমাৰ সকলোৰে হৃদয়ত বল দিয়ক, আমাৰ অনুষ্ঠান সাফল্যমণ্ডিত হওক।

আজি এই সভাপতিৰ আসনত উপবিষ্ট হোৱাৰ আগবেপৰাই এই নাজিৰা অধিবেশনৰ সভাপতি নিৰ্ব্বাচিত হোৱা বাৰ্ত্তাত চাৰিও ফালৰপৰা নানি নিছিগাকৈ জাউৰিয়ে জাউৰিয়ে যি আনন্দ অভিবাদন পাবলৈ ধৰিছোঁ তাৰ বাবেও আপোনাসকললৈ বিশেষভাৱে মোৰ আন্তৰিক শলাগ জনাইছোঁ। মোৰ নিজৰ ফালৰপৰা কবৰ হলে এই আনন্দটো কিন্তু মোলৈ সিমান প্ৰাণৱন্ত হ'ব পৰা নাই, কাৰণ বসন্তকালৰ মৃদু মলয়া বলি ফুল-ফুলা আনন্দটো যদি বাৰিষাৰ প্ৰবল ধুমুহা বতাহ আৰু কাণ তাল-মৰা ঢেৰেকণিৰ মাজত কিংবা দুৰ্ঘোৰ শীতকালৰ ঠেৰেঙা লগা জাৰত লব লগাত পৰেগৈ, তেতিয়া নিষ্প্ৰাণ হোৱাটোৱেই স্বাভাৱিক নহয় জানো? মোৰ বৰ্ত্তমান শাৰীৰিক মানসিক অৱস্থা, আৰু দেশৰো প্ৰাকৃতিক অৱস্থিতিৰ (গত বানপানী আদিৰ দুৰ্যোগ) হৈচাতহে এই কথা ক'ব লগাত পৰিলোঁ। আনফালে চীনৰ অন্যায় ভাৰত আক্ৰমণৰ দুঃসংবাদেও কম খোকি-বাথৌ লগোৱাহি নাই, এনে অৱস্থাত "ইচ্ছা তথু পূৰ্ণ হ'ক হেৰা দয়াময়" বুলি নজনা জনৰ ওপৰতে নিৰ্ভৰ কৰি থাকি আজি আমাৰ মাতৃভাষাৰ এই সেৱা উৎসৱত আহি আপোনাসকলৰ লগত আনন্দ ভক্তিৰেই থিয় হৈছোঁহি। মাতৃভাষা মাতৃ-স্তন্যৰ দৰে,



শেৱালি-কবি ৰত্নকান্ত বৰকাকতী ঃ ত্ৰিংশ সন্মিলনৰ সভাপতি

জন্মতে সন্তানে নিজৰ লগত তাৰ অধিকাৰ লৈ আহিছে। সেই দেখি তাহানি ছাত্ৰ অৱস্থাতে এই মাতৃভাষাক লৈ কবিতা লিখিছিলোঁ :—

মাতৃৰ স্তনেৰে সতে থুনুক্ থানাক্ মাতে
কৰিছিলোঁ যি ভাষাৰ নিতৌ অমৃত পান
সেয়ে মোৰ পৰাণৰ মাতৃভাষা সৰগ সমান।
শঙ্কৰ মাধৱ, কবি মাধৱ কন্দলি
ফুলালেহি যি ভাষাত কাব্য-ফুল-কলি,
যি ভাষাৰ পতি কবি হেম বৰুৱাই
সাধিলে জাতীয় হিত "কোষ" উলিয়াই,
সেয়ে মোৰ শৰীৰৰ শিৰে শিৰে নচা
সেয়ে মোৰ মৰমৰ সেয়ে মাতৃ ভাষা।

তাৰপিছত সংসাৰত সোমাইও গান গাইছিলোঁ :—

জীৱনৰ লগ সাদৰী মাতৃ ভাষা
পৰাণৰ তুমি একোটি মাথোন গভীৰ মাধুৰী আশা।
মোৰ সপোনৰ তুমি সুমধুৰ খেলা
দিঠকৰ তুমি সুগভীৰ ব্ৰত,
মোৰ মৰতৰ তুমি পানীৰ ভেলা
সৰগৰ তুমি সোণালী ৰথ।
মোৰ আশা ভৰসাৰ তুমিয়ে কেন্দ্ৰ
তোমাৰ যশতে গৰ্ব্ব মোৰ,
মোৰ ভয় ভাবনাৰ তুমিয়ে মন্ত্ৰ
জীৱনত তুমি পৰ্ব্ব মোৰ॥
মোৰ ক্ষীণ শক্তিৰ তুমিয়ে ধাত্ৰী
হৃদয়-বীণাৰ তুমিয়ে তাঁৰ,
মোৰ দীন ভক্তিৰ তুমিয়ে মাতৃ
তুমিয়েই পুষ্প পূজা-উপচাৰ।
তোমাৰ কাৰণে ত্যাগিম স্বাৰ্থ
তোমাৰ কল্যাণে জাগিম মই,
তোমাৰ পূজাত ৰদিবা ব্যৰ্থ
ই জীৱন মোৰ ব্যৰ্থ হয়।

এতিয়া গৈ থৈ জীৱন ব্যৰ্থই হ'ল নে কি হ'লগৈ বুজিবই নোৱাৰিলোঁ। ক'বৰ হলে সেই শেৱালিৰ কবিতাৰেই ইমানকে ক'ব পাৰোঁ :—

এই জীৱনৰ শেৱালি বনৰ
মনৰ যতেক কামনা
চাওঁতে চাওঁতে ফুলিল সৰিল
কতনো ভাবৰ ভাবনা।
কতনো ছিন্ন আশাৰ মুকুল
পৰিল ধূলিত বাগৰি,
কতনো ভিন্ন ভাবৰ কুসুম
সৰিল, কলিতে আহৰি।
ফুলিল, সৰিল মহিমাত যাৰ
ফুলাব সবাব নিতকে,
হাঁহি কান্দনৰ বত্যাহত ঢৌ
খেলিব, খেলাব পলকে,
উদ্দেশি সেই নিৰুদ্দেশ কোন
• ময়াপি দেৱ,
সৰি পৰা মোৰ শেৱালিয়ে আজি
কৰিছে সেৱ।

এইখিনিতে হঠাৎ মনত পৰিল ইংৰাজ কবি গ্ৰে' (*Gray*) লৈ। কবি গ্ৰে'ৰ জীৱন আছিল তেওঁৰ কবি-প্ৰতিভাৰ প্ৰতিকূল অৱস্থাৰে সমাকীৰ্ণ। দৰিদ্ৰতাৰ বোজা লৈ তেওঁ থাকিব লগা হৈছিল সদায় গাঁৱত, যদিও নগৰত তেওঁৰ সীমাবদ্ধ বন্ধু-মণ্ডলীৰ মাজত আহি মাজে মাজে লগ লাগেহি। তেওঁ আছিল বৰ বিদ্যানুৰাগী লোক। ইংৰাজী সাহিত্য এৰিও তেওঁ স্কেণ্ডেনেভীয়াৰ সাহিত্য (*Scandinavian literature*) পৰ্য্যন্ত পঢ়ি বিজ্ঞ হৈছিল। তেওঁ তেওঁৰ জীৱনত মুঠতে ২৬ টা কবিতাহে মাথোন লিখিব পাৰিছিল। তাৰ ভিতৰত 'ইলিজী' (*Elegy*) অৰ্থাৎ 'বিলাপ' বোলা কবিতাটোৱেই তেওঁক বিখ্যাত আৰু অমৰ কৰি তুলিলে। এই কবিতাটো লিখোঁতে হেনো তেওঁক একাদিক্ৰমে সাত বছৰ সময় লাগিছিল। কবিতাটোত কবিয়ে মৰিশালিৰ কবৰবিলাকলৈ চাই দুখ কৰিছে:—

দৰিদ্ৰতাৰ হেঁচাত পৰি কত অবিকশিত প্ৰতিভা এই শ্মশানতে লীন হৈ গ'ল। সেই কবিতাটিৰ আমাৰ অসমীয়া কবি শ্ৰীযতীন্দ্ৰনাথ দুৱৰা দেৱে ভাঙনি কৰিছে প্ৰথমৰ দুই থাপি এইদৰে:—

অশেষ ৰতন থাকে সাগৰ বুকুত
মানুহৰ চকুৰ আঁৰত
কতনো ধুনীয়া ফুল লেৰেলি শুকায়
নিৰজন বনৰ মাজত।

কত জন সাহে পিতে গদাধৰ হই
মূৰ তুলি আছিল গাৰ্বত।
নীৰবে বজাই বীণা কতবা শঙ্কৰে
শেষ শান্তি ললে শ্মশানত।

এই লেখকেও জীৱনৰ বাটত জ্ঞান চৰ্চ্চা আৰু সাহিত্য সাধনাত দীৰ্ঘকাল ধৰি ভালে ৰকম প্ৰতিকূল অৱস্থাত পৰিলত, বিশেষ ৰূপে সিদ্ধি লাভ কৰিব নোৱাৰিলে যদিও কৱিতা লিখাত হলে তেওঁ কিন্তু ডেকাকালতে গ্ৰে'ক সংখ্যা হিচাপে চেৰ পেলাইছে। গ্ৰে'ই লিখিছিল ২৬ টা কবিতা, তেওঁ কিন্তু হোৱাই নোহোৱাই সকৰেপৰা লিখা কবিতা ২৬অতকৈ বহুতো বেছি হৈ এশ'ৰ সীমা পাৰ হৈ গ'ল। এতিয়া তাৰে ভিতৰত কোনটো বা কোন কেইটা কবিতাই তেওঁক বিখ্যাত বা অমৰ কৰে, বা একেবাৰে মাৰিয়েই পেলায় নে কি তাৰ বিচাৰ ভৱিষ্যৎ কালৰ হাততহে, যি ভৱিষ্যৎ কালৰ কথা মহাকবি ভৱভূতিয়ে কৈয়ে গৈছে—"কালোঽয়ং নিৰবধি বিপুলা চ পৃথ্বী।"

বৰ্ত্তমানতো আপোনাসকলৰ গুণগ্ৰাহী ৰসজ্ঞ বহু সদাশয়ে এই লেখকৰ কবিতাৰ ৰস উপভোগ কৰি প্ৰশংসা জনাইছে, আনকি যাইকৈ সেই কাৰণেই বোধকৰোঁ আপোনাসকলে আজি তেওঁক আনি সাহিত্যসভাৰ সভাপতিৰ আসনতে বহুৱাইছেহি, এই বাবে আজি তেওঁ নিজকে কৃত্যকৃত্য জ্ঞান কৰিছে, জোনাকি পৰুৱাৰ দৰে তেওঁ নিজৰ পোহৰতে (নিজৰ ভাবতে) নিজে জ্বলি উৰি ফুৰোঁতেই যদি সেই পোহৰৰ জিলিকণি দেখিয়েই আপোনাসকল আনন্দিত হৈছে, তেন্তে তেওঁ তেওঁৰ সেই ক্ষণিক উডনকে চিৰন্তন উড়ন বুলি ধৰি আজি গৌৰৱানন্দত উৎফুল্ল হৈ আপোনাসকললৈকো দাড়ি ধৰিছে—তেওঁৰ শ্ৰদ্ধাবনত এই অন্তৰভৰা শলাগ নিবেদনৰ শৰাই। কিমধিকমিতি।

আজি আমি এই সভাৰ যি মণ্ডপত সমবেত হৈছোঁহঁক সেই মণ্ডপৰ চাৰিওফালে জকমকাই উঠিছে অসমীয়া জাতিৰ অতীত গৌৰৱৰ ঘোষণা।

এটা যুগ আছিল, যেতিয়া গড়গাৱঁৰ কটাৰীৰ ডাবেই কাটিছিল আৰু গড়গাৱঁৰ শব্দতে গোটেই অসমে মৌ পিছিল। সেই গড়গাওঁ যেই, নাজিৰাও সেই। গড়গাওঁ নাজিৰা ভিন্ন নহয়। এই নাজিৰাতে এসময়ত হেজাৰ বিজাৰ বগুৰা নাও-নাৱৰাই দলদোপ্-হেন্দোলদোপ্ কৰি আছিল, যাৰ পয়োভৰ দেখি পেটতে হাত-ভৰি লুকাইছিল বিদেশী আক্ৰমণকাৰীৰ। স্বৰ্গদেৱসকলৰ অপ্লাৱিত নাও তুনি জিৰোৱা কাৰণে এই ঠাইৰ নাম নাজিৰা হ'ল বুলি বহুতেই কয়।

নাজিৰা

নাজিৰাৰ নামাম্বয়ৰ বিষয়ে আৰু এটি প্ৰবাদ আছে—সেইটি হৈছে, ইয়াতে ওপৰ নাজিৰাত ভাটী যোৱা গোপাল আতাই কলিতা দেশৰপৰা আহি নাৱত জিৰাই নাম-ধৰ্ম্ম প্ৰচাৰ কৰিছিল। এই কাৰণেও ইয়াৰ নাম নাজিৰা হোৱা বুলি কিংবদন্তী আছে।

নামৰ আঁতিগুৰি যিয়েই নহওক, গড়গাওঁ নাজিৰাই যে অতীতত অসমৰ ভাগ্য নিয়ন্ত্ৰণ

কৰিছিল, সেই কথা কোনো ৰকমে মুই কৰিব নোৱাৰি। এই নাজিৰাৰ ওচৰতে থকা "চৰাইদেও" পাহাৰত স্বৰ্গদেৱসকলৰ এতিয়াও মৈদাম আছে। এই চৰাইদেও পাহাৰেই আহোম স্বৰ্গদেও সকলৰ প্ৰথম বাসস্থান। বৃটিছৰ যুগতো যি চাহ-খেতিয়ে অসমীয়া মানুহৰ আৰ্থিক অৱস্থা উন্নত কৰিলে আৰু নাজিৰাৰ মানদণ্ড উধুৱাই অসমৰ মানচিত্ৰত প্ৰাধান্য দিলে, সেই চাহ-খেতি পাতোঁতা আসাম কোম্পানীৰ দেৱান মণিৰাম বৰভাণ্ডাৰ বৰুৱাৰ অৱদানো এই প্ৰসঙ্গতে সুঁৱৰিবি নোৱাৰোঁ।

নকলেও হব যে এই বীৰ মণিৰাম দেৱানেই বৃটিছ যুগত ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ প্ৰথম শ্বহীদ।*

অতীত বুৰঞ্জীৰ যি ফালৰপৰাই চাওঁ সেই ফালৰপৰাই নাজিৰাৰ ঐতিহাসিক সমৃদ্ধিয়ে আমাক অনুপ্ৰাণিত নকৰাকৈ নেথাকে। গতিকে নিশ্চয় সোণত সুৱগা চৰা হৈ পৰিছে আজিৰ এই সাহিত্য-সভাৰ গুৰুত্বপূৰ্ণ ত্ৰিংশ অধিবেশনখনি।

কাব্য বা সাহিত্য

আকাশৰ ৰামধেনুখন বগা। বগা বৰণটোৰ ভিতৰতে ৰঙা, ক'লা, নীলা আদি সাতোটা বৰণ সোমাই থকাৰ দৰেই সাহিত্য-ৰামধেনুৰ ভিতৰত বিজ্ঞান, দৰ্শন, বুৰঞ্জী প্ৰভৃতি বিবিধ জ্ঞান সোমাই থাকিলেও সাহিত্য ঠিক বিজ্ঞান, দৰ্শন কিংবা ঠিক বুৰঞ্জী নহয়, সাহিত্য সাহিত্যই। ৰামধেনুখন যেনেকৈ বগা ৰামধেনুৱেই, ৰঙা বা ক'লা নহয়। জীৱনৰ অনুভূতিত ৰসাল হৈ উঠি বৈ গলেহে দৰ্শন, বিজ্ঞান আদিও সাহিত্য হয়। সংস্কৃতত কাব্যৰ সংজ্ঞাই হৈছে—বাক্যং ৰসাত্মকং কাব্যং, ৰসাত্মক বাক্য—অৰ্থাৎ ৰসাল কথাই, ৰস লগোৱা আনন্দ দিয়া কথাই কাব্য বা সাহিত্য। সাহিত্য শব্দৰ উৎপত্তিও সহিত শব্দৰ পৰা, সহিত+ষ্ণ্য=সাহিত্য। সাহিত্যৰ কাম এই সহিত্যত্ব স্থাপন কৰা, লগ লগোৱা মিলন ঘটোৱা।

এই মিলনতে সৌন্দৰ্য্য আৰু আনন্দ। সাহিত্যৰ এই সহিতত্ব, এই লগ, এই মিলন কেৱল ভাবৰ লগত ভাষাৰেই নহয়, ব্যাকৰণৰ লগত ছন্দৰেই নহয়, দূৰৈৰ সৈতে ওচৰৰ, অতীতৰ লগত বৰ্ত্তমানৰ, মানুহৰ লগত মানুহৰ, অন্তঃপ্ৰকৃতিৰ লগত বহিঃপ্ৰকৃতিৰ, ব্যক্তিগত জীৱনৰ লগত সমাজ জীৱন, জগৎ জীৱনৰ। এই ৰসস্ৰাবী আনন্দ-প্ৰসূ জীৱন-প্ৰকাশক সাহিত্যৰ বাহন হৈছে ভাষা।

মানুহৰ ভাষা আৰু আখৰ

পৃথিবীত যেতিয়া মানুহৰ ভাষাৰ উদ্ভৱ হোৱা নাছিল তেতিয়া সেই আদিম বৰ্ব্বৰ মানুহে মনৰ ভাব প্ৰকাশ কৰিছিল পশু, পক্ষী, জন্তু-জনোৱাৰৰদৰে কেৱল কেইটামান চিঞৰ-বাখৰ কৰিহে। সুখ, দুখ, বেজাৰ, ভয়, আনন্দ, উল্লাস ইত্যাদি বিশেষ কেইটামান ভাবৰ ধ্বনি আছিল মাথোন তেওঁলোকৰ সম্বল। কিন্তু সেই চিঞৰ-বাখৰ কৰা ধ্বনি কেইটাকে সম্বল কৰি আৰু বেছি দিন মানুহ থাকিব নোৱাৰিলে। সেই ধ্বনিয়েই ক্ৰমে লৰলৈ ধৰিলে বিভিন্ন ৰূপ। সৃষ্টি হ'লগৈ মানুহৰ ভাষা জ্ঞান উন্মেষৰ লগে লগে। তাৰ পাছত শব্দময় ভাব-সমুদ্ৰক নিঃশব্দ কৰি বান্ধি ৰাখিবলৈ সৃষ্টি

*আমাৰ জাতীয় চিন্তাশীল ঐতিহাসিকৰ মতে ১৮৫৭ চনত হোৱা চিপাহী বিদ্ৰোহেই ভাৰতৰ প্ৰথম স্বাধীনতা সংগ্ৰাম।

হ'ল আখৰৰ। যিদিনাই সৃষ্টি হ'ল আখৰ বা অক্ষৰ সেই দিনাই অৱসান আৰম্ভ হ'ল মানুহৰ বৰ্ব্বৰ যুগৰ। অক্ষৰ শব্দৰ অৰ্থ ন-ক্ষৰ অৰ্থাৎ যি নক্ষৰে, যাৰ বিনাশ নাই, যি চিৰস্থায়ী। ভাবক চিৰস্থায়ী কৰি ৰাখিবলৈকে এই আখৰকে আলম লৈ ওলালহি কাব্য, ওলালহি সাহিত্য।

এই কাব্য এই সাহিত্য হ'ল কেৱল মানুহৰহে, আন ইতৰ জন্তুলৈ কিন্তু এই কাব্য-সাহিত্যৰূপী অমৃতৰ মন্দাকিনী ধাৰ বৈ নাহিল। ইতৰ জন্তুৰ সাহিত্য নহলেও অৱশ্যে মনৰ ভাব প্ৰকাশ কৰা সীমাবদ্ধ ভাষা আছে। কিন্তু সি হ'ল তেনেই সীমাবদ্ধ। যিবিলাক সুকোমল সুকুমাৰ ভাব বৃত্তিয়ে মানুহৰ কাব্য-সাহিত্য বিকাশত সহায় কৰিলে, সেইবিলাক অঙ্কুৰ ৰূপে ইতৰ জন্তুৰ ভিতৰতো আছে। কিছুমানতো মানুহৰ আদৰ্শৰূপে জলন্ত হৈ আছে। যেনে— কপৌ চৰাইৰ দাম্পত্য প্ৰীতি, শৰালিৰ বাৎসল্য স্নেহ, কুকুৰৰ প্ৰভুভক্তি। ভাষাৰ সীমাবদ্ধতাৰ কাৰণেই হওক বা চেতনাৰ অপৰিপূৰ্ণতাৰ কাৰণেই হওক সিহঁত সাহিত্যামৃতৰ আৰু পিছৰ জ্ঞান-বিজ্ঞানৰূপী মৌ-জোলৰও অধিকাৰী হব নোৱাৰিলে। পশু-পক্ষী আদি ইতৰ জন্তুবিলাক এই সাহিত্য আৰু জ্ঞান একোৰে অধিকাৰী হব নোৱাৰিলে কাৰণেই আজিৰ মানুহ সিহঁতকৈ শ্ৰেষ্ঠ হৈ জ্ঞান আৰু আনন্দ ৰসেৰে পৃথিবীত মানুহৰ মাজত মিলন সাধন কৰিবলৈ, সংস্কৃতি সভ্যতা বিস্তাৰ কৰিবলৈ ইমান তৎপৰ হৈছে। আজি আমাৰ এই সাহিত্য সভালৈ সাহিত্য সংস্কৃতি চৰ্চ্চা কৰিবলৈ সিহঁত অহা নাই। বাঘ আহি গোঁজৰা নাই। সিংহ আহি সিংহ-নিনাদ কৰা নাই, সাহিত্য সভাৰ জয়ধ্বনি তুলি আহিছোঁ, আমি মানুহহে, সকলো লগ লাগি, সেই দেখিয়েই কবিয়ে গাইছে :—

চৰাইক দিলাঁ যি গান
গায় সেই গান,
তাতকৈ বেছি একো
নকৰে সি দান,
মোক যে স্বৰটি দিলাঁ
তাতোকৈ বেছি দিওঁ দান
মই গাওঁ গান॥ (ৰবীন্দ্ৰনাথৰ অনুবাদ)

আজি কুলি কেতকী বিহঙ্গ দলে লাখ লাখ বছৰ ধৰি সেই প্ৰকৃতিয়ে বান্ধি দিয়া বন্ধা সুৰ, বন্ধা মাতৰ গানকে গাই আছে, বেছি একো দিবপৰা নাই।

মানুহে কিন্তু তেওঁৰ মাতটোৰপৰাই সুৰ সাধি সাধি ছয় ৰাগ ছয়ত্ৰিশ ৰাগিণী উলিয়াই মেঘমল্লাৰ গাই ঢালি দিলেগৈ ধাৰাসাৰে ৰসৰ বৰষুণ এই মৰ্ত্ত্যলোকতে সৃষ্টি কৰি সুৰৰ সুৰলোক। সৃষ্টি হ'ল সংগীতৰ কাব্যৰ সাহিত্যৰ মূৰ্ত্তি ধৰিবলেহি দেশে দেশে সভ্যতা সংস্কৃতিয়ে। এই সভ্যতা সংস্কৃতিৰো যুগে যুগে বাহক হৈ আহিল যাইকৈ এই সাহিত্যাই, জীৱনত জীৱন বৰ্দ্ধন কৰি, প্ৰাণত প্ৰাণ ঢালি এই সাহিত্য, এই সঙ্গীত, এই সুকুমাৰ কলা বাগিয়েই।

আজি প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ যোগসূত্ৰ কি? সেই অতীতৰ লগত বৰ্ত্তমানৰ যোগ

স্থাপন কৰিছে কিহে? ভাৰতৰ সাহিত্যই, কাব্যই, ৰামায়ণ, মহাভাৰত, গীতা, ভাগৱত, ব্যাস, বাল্মীকি, কালিদাসে। আজি সেই অতীতৰ অযোধ্যা নাই, শ্ৰীৰামচন্দ্ৰও নাই, কিন্তু ৰামায়ণ আছে, ৰামায়ণে আজিও আমাক লৈ গৈছে সেই অযোধ্যালৈ, আনি দিছে চকুৰ আগলৈ ভগৱান শ্ৰীৰামচন্দ্ৰক, আজিও জগৎ বিমুগ্ধ হৈ পৰিছে যাৰ জীৱনাদৰ্শত। আজি আমাৰ সেই কুৰুক্ষেত্ৰ নাই, সেই যমুনা সেই বৃন্দাবনো নাই। পাণ্ডৱ-সাৰথি সেই বংশীবদন গোপাল কৃষ্ণও নাই, কিন্তু আছে মহাভাৰত, ভাগৱত, গীতা—যি আনি দিছে আমাৰ চকুৰ আগলৈ সেই কুৰুক্ষেত্ৰ, সেই পাণ্ডৱ-সাৰথি, সেই বৃন্দাবন যমুনা, সেই বংশীবদন গোপাল কৃষ্ণ—যাৰ বংশী ধ্বনি শুনি (কল্পনাৰ শ্ৰৱণত হলেও) যেন আজিও আমি বিমুগ্ধ হৈছোঁ, ৰাসোৎসৱ পাতি আনন্দ লভিছোঁ, যাৰ বিৰাট বিশ্বৰূপৰো সন্ধান লভি সেই অৰ্জ্জুনৰ দৰেই তদ্‌গতচিত্ত ভক্ত-প্ৰাণে আজিও গাব পাৰিছে—

প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ লগত যোগসূত্ৰ

"নাৰায়ণ কাঁহে ভকতি কৰোঁ তেৰা"

*　　*　　*

যত জীৱ জঙ্গম কীট পতঙ্গম
অগ নগ জগ তেৰি কায়া।"

আজি আমাৰ সেই ১৫শ শতিকাৰ অসম দেশ নাই, সেই মহাপুৰুষ শ্ৰীশঙ্কৰ শ্ৰীমাধৱও নাই, কিন্তু আছে মহাপুৰুষদ্বয়ৰ সাহিত্য, দশম কীৰ্ত্তন, ঘোষা, গীত, পদ, ভটিমা, যাৰ বলতেই আজি আমি ভাৰতত গৌৰৱেৰে পৰিচিত হব পাৰিছোঁ ধৰ্ম্ম, সমাজ, সাহিত্য সংস্কৃতিসম্পন্ন এটা সুসভ্য ভাৰতীয় জাতি বুলি, যি আজিও আমাক ভাৰতীয় সাহিত্য সংস্কৃতিৰ যোগসূত্ৰেৰে লগ লগাই বৰ্ত্তমানৰ লগত খাপ খাই আগুৱাই যাবলৈ আৰিয়া ধৰিব লাগিছে:—

"তুমি জগজীৱ　　তোমাক পূজিলে
　　মিলে আপোনাত যাই
যেন মুখ শ্ৰীক　　প্ৰতি বিম্ব মুখে
　　দেখিয়া দৰ্পণ চাই"— আদি বাণীৰে বৰ্ত্তমানৰ উচ্চৈস্বৰে নিনাদিত "সাম্যবাদকো" অৰ্থযুক্ত কৰি সামৰিলৈ।

আজি আমাৰ অসমীয়া ভাষাৰ, অসমীয়া সাহিত্যৰ 'অসম' ৰাষ্ট্ৰীয়ভাৱেও ভাৰতৰে সৈতে এক হৈ পৰিছে।

আজি আমি ঘাইকৈ অসমীয়া নে ভাৰতীয়? অসমীয়া সাহিত্য সংস্কৃতি অসমীয়া নে ভাৰতীয়, এনে প্ৰশ্নইও সময়ত নানা কাৰণত ভুমুকি মাৰে। মোৰ মনেৰে এই প্ৰশ্নই মূলতে ভ্ৰমাত্মক, আমি ৰাষ্ট্ৰীয়ভাৱে মহাভাৰতৰ দিনৰেপৰা স্বকীয়া হৈ থাকোঁতেও আমাৰ সভ্যতা সংস্কৃতি ঘাইকৈ ভাৰতীয় হৈয়ে আহিছে। আমি যে সদায় ভাৰতীয়ই সিতো তেনেই জল্‌-জল্ পট্-পট্। ৰাষ্ট্ৰীয় ঐক্য বাদ দিলেও ৰেল, জাহাজ, বিজুলি, ডাকৰ অচাৰ-সঁচাৰ অৱস্থাতো এই অৰণ্যতে যেখোন দুন্দুভি বাজিছিল সেই ভাৰতীয় সাহিত্য

অসমীয়া নে ভাৰতীয়

সঙ্গীত সংস্কৃতিবেহে, বৈষ্ণৱ যুগৰ মহাপুৰুষ। সেই ধৰ্ম সংস্কাৰত, সমাজ সংগঠনত উজ্জল ভাৰতীয় আদৰ্শৰ জাতীয় জীৱনৰ গম পাই, স্বয়ং মহাত্মা গান্ধীয়েও কৈ গৈছে—

"What Shankar alone was able to do, today the whole army of English knowing people can't do." অৰ্থাৎ শঙ্কৰে অকলৈ যিটো কৰিবলৈ সমৰ্থ হৈছিল, আজি তথাকথিত শিক্ষিত ইংৰাজী জনা গোটেই সৈন্য-সামন্ত দলে তাক কৰিব নোৱাৰে।

ভাৰতৰ আৰ্য্য অনাৰ্য্য সংস্কৃতিৰ সংমিশ্ৰণত উদ্ভৱ হোৱা মহাভাৰতীয় সংস্কৃতিৰ জগত গোটেই ভাৰতৰ যি যোগসূত্ৰ বৰ্ত্তমান, আমাৰ অসমো সেই যোগসূত্ৰেৰেই সদায় একে হৈ অহা নাই জানো? সমগ্ৰ ভাৰতীয় সভ্যতা সংস্কৃতিৰ মূলত যি জীৱন-দৰ্শন আধ্যাত্মিকতাৰ অনুৰূপ হৈছে, সিয়েই আমাক সদায় যোগাব লাগিছে অন্তৰতৰ ৰূপে সেই ভাৰতীয় ঐক্য বোধো। সেই দেখি আমি অসমীয়া হিচাপে এফালে যেনেকৈ গদাধৰ, লাচিতৰ বীৰত্বত, জয়মতীৰ সতীত্বৰ গৌৰৱত গৌৰৱান্বিত বোধ কৰোঁ, তেনেকৈ ৰাম, লক্ষ্মণ, সীতা, সাবিত্ৰী, কৃষ্ণ, ভীম, অৰ্জ্জুন, যুধিষ্ঠিৰ, দ্ৰৌপদীৰ বীৰত্ব, সতীত্ব লৈও গৌৰৱান্বিত বোধ নকৰি নোৱাৰোঁ। শঙ্কৰদেৱৰ নামত যেনেকৈ গৌৰৱান্বিত, ব্যাস-বাল্মিকীৰ নামত, কালিদাস, ৰবীন্দ্ৰনাথৰ নামত তেনেকৈ গৌৰৱান্বিত। দেশভক্ত দেশনেতা হিচাপে লাচিত পূৰ্ণানন্দতকৈ গান্ধী নেহৰুৰ প্ৰতি কম শ্ৰদ্ধান্বিত নহওঁ। এইটোয়েই অসমীয়া জীৱনতো ভাৰতীয় সংস্কৃতিৰ, ভাৰতীয় ঐক্যবোধৰ জাজ্জল্যমান দৃষ্টান্ত নহয় জানো?

ভাৰতৰ সংস্কৃতিৰ বাহন যাইকৈ সংস্কৃত ভাষা। এই সংস্কৃত ভাষাৰ অনিৰ্ব্বচনীয় শক্তিৰ কথা ভাবিলে সংস্কৃতক সঁচাকৈয়ে দেৱভাষা আখ্যা নিদি আৰু আন আখ্যা যেন দিবই নোৱাৰি। এই সংস্কৃত ভাষাৰ কথা কওঁতে স্বয়ং পণ্ডিত নেহৰুৱেই কৈছে:—

সংস্কৃত ভাষা

"এটা জাতিৰ ইতিহাসত সংস্কৃত ভাষাৰ দৰে পৃথিৱীৰ কোনো ভাষাই ইমান ওতঃপ্ৰোত হৈ প্ৰভাৱিত কৰিব পৰা নাই। এই সংস্কৃত ভাষা ভাৰতৰ উচ্চতম ভাব চিন্তাৰ আৰু অতি সুকুমাৰ সাধনাৰেই আধাৰ নহয়, ভাৰতৰ ৰাষ্ট্ৰীয় বিভেদ সত্বেও গোটেই ভাৰতক একে কৰি ৰখাৰ যোগসূত্ৰ হ'ল এই সংস্কৃত ভাষাইহে। ৰামায়ণ, মহাভাৰত গঁথা হৈ আহিছে হাজাৰ হাজাৰ বছৰ ধৰি পুৰুষে পুৰুষে লাখ লাখ নৰনাৰীৰ জীৱন তন্ত্ৰেৰে।

মই প্ৰায়েই আচৰিত হৈ যাওঁ যে আমাৰ জাতিটোৱে যদি বুদ্ধদেৱ উপনিষদ আৰু মহাকাব্য দুখন (ৰামায়ণ, মহাভাৰত) পাহৰি গ'লহেঁতেন ইয়াৰ প্ৰধান লক্ষণবিলাকেই, যিবিলাকে ইয়াক ধৰি ৰাখিছে আৰু যুগ যুগ ধৰি ইয়াক যি বিশিষ্টতা দান কৰি আহিছে সিয়েই হেৰাই গ'লহেঁতেন। ভাৰতবৰ্ষ আৰু ভাৰতবৰ্ষ হৈ নেথাকিলহেঁতেন।"

এই মহিমামণ্ডিত সংস্কৃত ভাষা নিজে সকলো সময়তে সকলো অৱস্থাতে কথিত ভাষা নহলেও সংস্কৃতৰ জীয়াৰী ভাষাবিলাকেই যেন সংস্কৃতৰ নিজ মহিমাৰ বলতে কথিত ভাষা হৈ আহিছে—প্ৰাকৃত, পালী আদি ভাষাক আগৰ সংস্কৃতৰে কথিত ভাষা বুলি কব নোৱাৰি জানো?

হিন্দি, গুজৰাটি, উড়িয়া, অসমীয়া, বঙ্গলা আদি সকলো সংস্কৃত-মূলক ভাষাই নানা স্থানীয় ভাষা আৰু ভাৱধাৰাৰে আনকি ইংৰাজী ভাষাৰ মাধ্যমত পাশ্চাত্য ভাব ভঙ্গিমা মিহলি কৰি লৈও সেই একে ভাৰতীয় সংস্কৃতিৰে ধাৰক হৈ অহা নাই জানো? জীয়াৰী ভাষাবিলাকৰ ধমনীয়ে ধমনীয়ে সংস্কৃত ভাষাই আজিও যেন বোৱাব লাগিছে নিজৰ তেজৰে সোঁত। আমাৰ অসমীয়া ভাষাও সংস্কৃতৰ অতি পুৰণি জীয়াৰী।

অসমীয়া ভাষা সম্পৰ্কে হিউৱেন চাঙৰ মন্তব্য

খৃষ্টীয় ৭ম শতিকাত চীন পৰিব্ৰাজক সংস্কৃতৰ বিদগ্ধ পণ্ডিত হিউৱেন চাঙে অসমৰ ভাষাক মধ্য ভাৰতৰ ভাষাৰে সৈতে অলপ মাথোন বেলেগ বুলি কৈছে। তেওঁ মধ্য ভাৰতৰ ভাষাৰ বিষয়ে কৈছে যে আদিম কালৰেপৰা সি একেদৰে আছে আৰু সেই ভাষাৰ উচ্চাৰণ শুনিবলৈ মধুৰ আৰু শুদ্ধ আৰু দেৱতা-সকলৰ ভাষাৰ দৰে। হিউৱেন চাঙে আমাৰ অসমীয়া ভাষাকো প্ৰায় সেই মধ্য ভাৰতৰ ভাষাৰ নিচিনা বুলি কৰা মন্তব্যৰপৰাই বুজিব পাৰি ভাৰতত আমাৰ ভাষা কিমান পুৰণি আৰু উন্নত।

শঙ্কৰী যুগৰ আগৰেপৰা অসমীয়া লিখিত সাহিত্যাই আকৌ মাজে মাজে ছেগা চোৰোকাকৈ হলেও দেখা দি শঙ্কৰী যুগতে আহি পূৰ্ণ প্ৰস্ফুটিত শতদল ৰূপে টল্‌মল্ কৰিবলৈ ধৰিলে। এই যুগৰ কবিতা বা পদ্য সাহিত্যৰ কথা এৰিও অসমীয়া গদ্য সাহিত্য অনুপম হৈ পৰিছিল পৃথিবীৰ সেই গদ্য সাহিত্যৰ ভিতৰতে। বঙ্গৰ গান্ধী পণ্ডিত-প্ৰবৰ ৺আচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে মন্তব্য কৰিছে :—

"বাস্তৱতে ষোল শতিকাৰ ৰচিত শ্ৰীভট্টদেৱৰ গদ্য গীতা এখনি অনুপম গ্ৰন্থ। অসমীয়া সাহিত্যৰ ই এটি অমূল্য সম্পত্তি। অসমীয়া গদ্য সাহিত্য সুদূৰ অতীতৰ ষোড়শ শতিকাতে ইমান উন্নত অৱস্থা প্ৰাপ্ত হৈছিল যে ইংলণ্ডৰ "হুকাৰ" আৰু "লেটিমাৰ"ত বাজে সেই সময়ত পৃথিবীৰ কোনো সাহিত্যাই সেই অৱস্থা পোৱা নাছিল।" কথা গীতাই ভালকৈ দেখুৱাইছে যে অসমীয়া সাহিত্যাই ষোল শতিকাত যি অৱস্থা পাইছিল, বঙালী সাহিত্যাই ঈশ্বৰচন্দ্ৰ আৰু বঙ্কিমচন্দ্ৰৰ দিনতহে সেই অৱস্থা পাইছিল। প্ৰকৃততে যদি কোনো অসমীয়া পণ্ডিতে এতিয়া উঠি কয় যে বঙালীয়েহে অসমীয়া সাহিত্যৰপৰা গদ্য ধাৰ কৰি নি তেওঁবিলাকৰ সাহিত্য চহকী কৰিছে তেনেহলে তেওঁক পৰাস্ত কৰা টান হ'ব।

ষোল শতিকাত অসমীয়া গদ্য সাহিত্য

ভট্টদেৱৰ কথাগীতা পঢ়ি স্বয়ং বিশ্বকবি ৰবীন্দ্ৰনাথেও ৺হেমচন্দ্ৰ গোস্বামীলৈ লিখিছিল—"আমাৰ বঙ্গলাত যেতিয়া কোনো গদ্য গ্ৰন্থ ওলোৱাই নাছিল তাৰ এক শতিকাৰ আগতে যি জন গ্ৰন্থকাৰে অসমীয়া ভাষাত ইমান দক্ষতাৰে এনে গদ্য ৰচনা ( Lucid style ) কৰিব পাৰিছিল, সেইজন গ্ৰন্থকাৰক লৈ আপোনাসকলে নিশ্চয় ভালদৰেই গৰ্ব্ব কৰিব পাৰে।" আৰু অসমীয়া ভাষাক বিশ্ববিদ্যালয়ৰ এম. এ পৰ্য্যন্ত স্থান দিওঁতা স্বৰ্গীয় আশুতোষ মুখাৰ্জ্জীয়েও লিখিছিল—'যিটো জাতিয়ে ষোল শতিকাতে গীতা এনেকুৱাকৈ লিখিব পাৰিছিল, সেইটো এটা ক্ষুদ্ৰ জাতি ( small people ) নহয়।"

ভাৰতৰ এই তিনিজন প্ৰতিনিধি স্থানীয় বঙ্গালী জগদ্‌বিখ্যাত পণ্ডিত পুৰুষে স্বয়ং আমাৰ প্ৰাচীন গদ্য সাহিত্যৰ কথা ইমান উচ্চৈস্বৰে প্ৰশংসা কৰিছে যেতিয়া বঙ্গালীৰ লগত আমাৰ বিৰোধ ক'ত? আমাৰ মহাপুৰুষ শঙ্কৰ মাধৱৰ দশম, কীৰ্ত্তন, ঘোষা, গীত, বড়গীত আদি পদ্য (কবিতা) সাহিত্যৰ কথাও বুজিব পৰা হলে তেওঁলোকে কি কলেহেঁতেন জানিবৰ মন নাযায় নে বাৰু? ভাষা লৈ অসমীয়া বঙ্গালীৰ সংঘৰ্ষটো যে ভাৰতীয় হিচাপে বঙ্গালীসকলৰ পক্ষেও আত্ম-বিৰোধেইহে তাক নকলেও হ'ব। এই সম্পৰ্কত ক্ৰমে পিছলৈ আৰু মুকলি হ'ব।

এই নৱ-বৈষ্ণৱ জাগৰণক সাহিত্যৰ লক্ষণ গোটেই ভাৰততে একেবাৰেই প্ৰাণৰ মুকলি-মূৰীয়া বতৰা নহয়, ই আছিল ধৰ্ম্ম সংস্কাৰক কেন্দ্ৰ কৰি, গতিকে অসমীয়াৰ এই সাহিত্য আছিল প্ৰধানতঃ অনুবাদমূলক অৰ্থাৎ ভাগৱত সাহিত্যৰ অসমীয়া সংস্কৰণ। লগে লগে ৰামায়ণ, মহাভাৰতৰ উপাদানেও নাট্য সাহিত্যত যোগান ধৰিছিল। যদিও এই সাহিত্য খাইকৈ অনুবাদ-প্ৰধান সাহিত্য আছিল তথাপি মহাপুৰুষ দুজনৰ অলোকসামান্য প্ৰতিভাই ইয়াতো তেওঁলোকৰ হৃদয়ৰ তাপ প্ৰাণৰ পোহৰ পেলাই এই নৱ-বৈষ্ণৱ আন্দোলনৰ ধৰ্ম্ম সংস্কাৰত:—

"ৰজনী প্ৰভাত দিশ ধৱলী বৰণ
তিমিৰ ফাৰিয়া বাজে ৰবিৰ কিৰণ।"

কৰিছিল যদিও মহাপুৰুষে ৰচনা কৰা "কৃষ্ণ কথাৰ মধুচক্ৰকে কেন্দ্ৰ কৰি সেই সময়ৰ সকলোবোৰ কবি মৌ-মাখিয়ে গুঞ্জৰণ কৰি ফুৰিছিল, তথাপি মাধৱ কন্দলিৰ ৰামায়ণ তাৰ অলপ আগৰে এখন লেখৰ কাব্য আছিল। মহাপুৰুষ শ্ৰীমাধৱদেৱৰ গীতা উপনিষদৰ দাৰ্শনিক তত্ত্বেৰে ভৰা "নাম-ঘোষা"ৰ উপৰিও "ভোজন ব্যৱহাৰ", "পিপড়া গুচোৱা" আৰু তেওঁৰ সুমধুৰ বৰগীতবাশিয়ে বাৎসল্য ৰসৰ অমিয়া মাধুৰীৰে সেই সময়ৰ অসমীয়া নাট্য গীত অমৰ কৰি থৈছে। কেৱল "কানু ছাড়া গীত নাই" হৈ কৃষ্ণক এৰি মুকলিভাৱে হৃদয়ৰ কথা খুলি কোনেও নকৈছিল যদিও সেই আন্দোলনৰ ৰ'দ-বতাহতে "ৰাধা হৰণ"ৰ নিচিনা কাব্য "কৃষ্ণ কথাৰ আঁৰ লৈ" হলেও ওলাইছিল। মুঠতে কবৰ হলে সেই সময়ৰ অসমৰ অসমীয়া বৈষ্ণৱ কবিতা বঙ্গৰ চণ্ডীদাস আৰু মিথিলাৰ বিদ্যাপতিৰ দৰে পৰকীয়া ভাৱৰ স্বকীয়া মূৰ্ত্তিৰে নোলাই নিৰ্ম্মল ভাগৱত সাহিত্যৰ মাজেৰেই ওলাইছিল যদিও, মহাপুৰুষ দুজনৰ স্বীয় প্ৰতিভা আৰু কল্পনাই তাক যে সেইভাৱেই জীৱন্ত কৰি তুলিছিল, তাৰ প্ৰমাণ আজি পাঁচ শ বছৰেও সেই সাহিত্য সেই কবিতা সেই গীতাবেই অসম দেশৰ হাবিয়ে বননিয়ে মুখৰিত হৈ আছে। মই হলে ভাবোঁ, সমগ্ৰ শঙ্কৰী সাহিত্যৰ ভিতৰত, কি আধ্যাত্মিক, কি সাহিত্যিক, কি সামাজিকভাৱে—Most condensed and dignified line অৰ্থাৎ একেবাৰেই ঘনীভূত গভীৰ কবিতা ফাকি হৈছে মহাপুৰুষ মাধৱদেৱৰ—

"হৰি নাম-ৰস বৈকুণ্ঠ প্ৰকাশে
বহে অমৃতৰ নদী,
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি।"

"বৈকুণ্ঠ প্ৰকাশৰ" "বৈকুণ্ঠ" শব্দটো "সংস্কৃত ভাষা" বুলি ধৰিলে গোটেই শঙ্কৰী আন্দোলনটোৱেই চকুৰ আগত ভৰ বাৰিষাৰ বানপানীৰ দৰে বগটো হৈ পৰেহি। মহাত্মা কবীৰে কৈছিল :—

"সংস্কৃত হৈ কূপ জল,
ভাষা বহতা নীৰ।"

সংস্কৃত কুৱাৰ পানী, কুৱাতে আবদ্ধ। কিন্তু ভাষা অৰ্থাৎ মাতৃভাষা বোঁৱতী নৈ—গঙ্গা বা ব্ৰহ্মপুত্ৰৰ দৰে। সেই নৈত সকলোৱে স্নান পান কৰিব পৰাৰ দৰে, অসমীয়া শঙ্কৰী সাহিত্য, কাব্যৰূপী লুইতটো সেই সময়ত সকলোৱে স্নান-পান কৰি আনন্দ ৰসত উৎফুল্ল হৈ উঠিল। এতিয়াও সেই উৎফুল্লতা অসমীয়া জীৱনৰপৰা একেবাৰেই মাৰ যোৱা নাই। এতিয়াও সি—

"ভাগি গ'ল বীণখনি ছিগি গ'ল তাঁৰ,
ৰৈ গ'ল অৱশেষ অমিয়া জেঁাকাৰ"—

ৰূপে অসমীয়াৰ জীৱনত চিৰন্তন সুৰৰ জেঁাকাৰ তুলি আছে।

সংক্ষেপতে ক'ব লাগিলে আমাৰ এই শঙ্কৰী সাহিত্যক সংকীৰ্ণ অৰ্থত এটা ধৰ্ম্ম সাহিত্য নুবুলি বুলিব পাৰি ভাৰতীয় চিৰন্তন আদৰ্শৰ সাহিত্য, যি সাহিত্য অনুপ্ৰাণিত হৈ পৰিছে বেদান্ততত্ত্বৰ দ্বাৰা, যি সাহিত্যৰ মৰ্ম্মকথা হৈছে—"বসুধৈব কুটুম্বকম্।"

মহাপুৰুষ শ্ৰীশঙ্কৰ আৰু শ্ৰীমাধৱ উভয়েই তেখেতসকলৰ বিবিধ ৰচনাৰাশিৰ লগতে অসমীয়া ভাষাত সংগীতৰ এটা বিশিষ্ট ৰূপ সৃষ্টি কৰিছিল—বৰগীত। বৰ্ত্তমানত বঙ্গদেশৰ ৰবীন্দ্ৰ সংগীতৰ দৰে এই বৰগীতৰ আছিল এটা নিজস্ব ৰূপ ( a type by itself )।

দুইজনা মহাপুৰুষে মিলি বাৰকুৰি বৰগীত ৰচনা কৰিছিল বুলি জনা যায় কিন্তু তাৰে বহুত নাইকীয়া হ'ল। এই বৰগীতবিলাক অতি গভীৰ ভাব আৰু গম্ভীৰ সুৰেৰে উচ্ছ্বসিত ভক্তি-সংগীত। তেওঁবিলাকে অসমীয়া ভাওনা কৰিবলৈ নাটকও ৰচনা কৰিছিল। "পাৰিজাত হৰণ", "ৰুক্মিণী হৰণ", "পিপড়া গুচোৱা", "ভূমি লুটিৱা" প্ৰভৃতি নাটক ৰাশি। এইবিলাকৰ নাম আছিল অঙ্কীয়া নাট।

ৰোমা ৰোলাঁই "কলাৰ কাৰণেই কলা।" ( Art for art's sake ) মত অস্বীকাৰ কৰি মানৱতাৰ কাৰণেহে কলা বুলি (Art for humanity's sake) যি মতবাদ প্ৰতিষ্ঠিত কৰিছে আমাৰ এই ভাগৱতী সাহিত্যকো কলাৰ কাৰণেই কলা নুবুলি—মানৱতাৰ কাৰণেহে কলা বুলি কব পাৰি।

শঙ্কৰী যুগৰ পিছত ১৭শ শতিকাৰ মাজৰপৰা বৃটিছ শাসনৰ আৰম্ভলৈকে ( খৃঃ ১৬৬০—খৃঃ ১৮৪০ ) এই যুগটোক অসমত আহোম শাসনৰ যুগ বুলি ক'ব পাৰি। এই যুগৰ অসমীয়া সাহিত্যৰ বিশেষত্ব হৈছে, ই পূৰ্ব্বৰ শঙ্কৰী যুগৰ ভাবগম্ভীৰ সু-সমৃদ্ধ সাহিত্যৰ ক্ষতি পূৰণ কৰিছিল। এই সময়ৰ অসংখ্য চৰিত পুথি বংশাৱলী, বুৰঞ্জী আৰু "হস্তি বিদ্যাৰ্ণৱ"ৰ নিচিনা নানা বৈজ্ঞানিক আলোচনা আৰু নানা ধৰ্ম্ম বিষয়ক জাতীয় ঐতিহ্যৰ ৰচনা আদিয়ে এই যুগটোক অসমীয়া সাহিত্যৰ পক্ষে ধৰ্ম্ম

আহোম যুগ
বিভূতিৰ যুগ

নিৰ্বিশেষে প্ৰকৃতিৰ আৰু এক হিচাপে বিভূতিৰ যুগ কৰি তুলিছিল। বৈষ্ণৱ যুগৰ বৈষ্ণৱ ভাৱৰ লগত এই যুগৰ সাহিত্যই যেন কৃত্ৰিম ভাৱৰো যোগান ধৰিলে।

বৃটিছ যুগ আৰম্ভ

সংক্ষেপতে কবৰ হলে বৃটিছ শাসনৰ কালতে সাগৰৰ সিপাৰৰ নতুন ভাব চিন্তাৰ বতাহ লাগি অসমীয়া সাহিত্য এটি নতুন সুৰত সঞ্জীৱিত হৈ উঠিল। পশ্চিমৰ নতুন উদ্যমত অসমীয়া কবিতা লংফেলোৰ সুৰত সুৰ মিলাই বাজিবলৈ ধৰিলে—

"শোকৰ কবিতা ৰচি দুধাৰি চকুলো মচি
নকৰা জীৱন মিছা
নিশাৰ সপোন।" —আনন্দচন্দ্ৰ আগৰৱালা

মুঠতে কবৰ হলে ইংৰাজী ৰোমাণ্টিক সাহিত্যৰ বসন্ত-স্পৰ্শ পাই অসমীয়া সাহিত্য, কবিতা, গল্প, উপন্যাস, নাটক উদ্ভিন্ন হৈ পৰিল। বৰ্ত্তমানৰ তথাকথিত ভালেখিনি সাহিত্যৰ দৰে ই এটা বিনামেঘে বজ্ৰপাত নাছিল। সেই প্ৰথম পুৰাৰ ফেঁহুজালিতে বিশ্বসুৰত বাজি উঠিবলৈ ই যেন অসমীয়া অন্ত:কৰণক পুনৰ প্ৰস্তুত কৰিলে।

কবি শ্বেলীৰ "Things are more true and deep than we mortals deem" অৰ কবিত্ব প্ৰভাৱে অসমীয়া কবিতাৰ এটা অংশ সেই ভাৰতীয় ৰহস্যবোধৰ ( Indian mysticism ) ওচৰ চপাই দিলে। প্ৰকৃতিৰ মনোৰম দৃশ্য আৰু সুমধুৰ শব্দই কালিদাসৰ "জননান্তৰ-সৌহৃদানি"লৈ মনত পেলাই দিয়াৰ দৰে শ্বেলীৰ "স্কাইলাৰ্ক" কবিতায়ো আমাক সেই অনন্ত ৰহস্যৰ কথা মনত পেলাই দি অসমীয়া কবিতাত এটা সুৰ লগাই দিলে—

"What objects are the
fountains
Of thy happy strain?
What shapes or waves or
mountains?
What shapes of sky or
Plain?
What love of thine own kind?
What ignorance of pain?"

-অৰ দৰে অসমীয়া কবিতাতো এটা অনিৰ্ব্বচনীয়তাৰ সুৰ জগালে। কীট্‌চৰ ( Keats ) "Huge cloudy symbols of high romance"ৰ লগত ৰবীন্দ্ৰনাথৰ—

"সীমার মাঝে অসীম তুমি
বাজাও আপন সুর,
আমার মাঝে তোমার প্রকাশ
তাই এত মধুর।"

দৰে অনন্ত ৰহস্যৰ কবিত্বয়ো এই যুগৰ অসমীয়া কবিতাক এটা উদ্দীপনা দিলে। জীৱন আৰু প্ৰকৃতিলৈ ভাৰতীয়ৰ দৰেই অন্তৰদৃষ্টি সম্পন্ন কবি ৱৰ্দচওৱৰ্থৰ প্ৰভাৱো এই যুগৰ অসমীয়া কবিতাত নপৰি থকা নাই। এভিচন আৰু চুইফটৰ হাস্য-ব্যঙ্গ ৰসেও অসমীয়া সাহিত্য আৰু কবিতাক আহ্লাদিত কৰিছিল। অসমীয়া সাহিত্যত এই হাস্য-ব্যঙ্গ ৰসৰ মৌলিক লেখক আছিল সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱা। এইজন লেখকেই কুৰি শতিকাৰ মাজ ভাগলৈকে অসমীয়া সাহিত্য আকাশত উজ্জ্বল তৰাৰ দৰে জ্বলি আছিল। তেওঁৰ সৃষ্টিমূলক ৰচনাৰাশিয়ে জাতীয় ঐতিহ্যৰে জাতীয়ত্বৰ পৰিচয় দান কৰে।

এই যুগতে ৰামায়ণ মহাভাৰতৰ উপাখ্যানেৰে ভালেমান নাটক আৰু কাব্যও ৰচিত হৈছিল। ৺ভোলানাথ দাসৰ "সীতাহৰণ" কাব্য এই ধৰণৰে (of Epic nature) এখনি সুদীৰ্ঘ কবিতা গ্ৰন্থ। ছেক্সপিয়েৰৰ ইংৰাজী নাটক Comedy of Errors ("ভ্ৰমৰঙ্গ"), Macbeth ("ভীম দৰ্প" শ্ৰীদেৱানন্দ ভড়ালী), Romeo and Juliet ("অমৰ লীলা" শ্ৰীপদ্মধৰ চলিহা) প্ৰভৃতি নাটকও অনূদিত হৈছিল বিখ্যাত অসমীয়া লেখক সকলৰদ্বাৰা। ৺লক্ষ্মীনাথ বেজবৰুৱাৰ "বেলি মাৰ"ৰ নিচিনা বুৰঞ্জীমূলক জাতীয় সাহিত্য (অসমৰ স্বাধীনতা সূৰ্য্য অস্ত যোৱাৰ বৰ্ণনামূলক নাট্য) "চক্ৰধ্বজ সিংহ" আৰু ৺পদ্মনাথ গোহাঞিবৰুৱাৰ "জয়মতী", "গদাধৰ" আৰু "লাচিত বৰফুকন" আৰু ৺জ্যোতিপ্ৰসাদ আগৰৱলাৰ "শোণিত কুঁৱৰী" নাটকও এই ভিক্টোৰিয়া যুগৰে অৱদান। ৺ৰজনীকান্ত বৰদলৈৰ বিখ্যাত "মনোমতী" উপন্যাস আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ "লাহৰী", "ভানুমতী" উপন্যাসও এই যুগৰে কীৰ্ত্তিকলাপ।

বৃটিছ যুগৰ অৰ্থাৎ 'অসম দেশ' বৃটিছৰ হাতলৈ যোৱাৰপৰা প্ৰায় এটা শতাব্দীৰ অসমীয়া কবিতাক তিনিটা ভাগত ভগাব পাৰি। প্ৰথমটো চালুকীয়া বা একেবাৰেই ল'ৰা কালৰ, দ্বিতীয়টো শৈশৱ কালৰ বা চেঙেৰা অৱস্থাৰ আৰু তৃতীয়টো হৈছে যৌৱনৰ। খৃষ্টান মিশ্যনাৰীসকলেই পোন প্ৰথমে "অৰুনোদই" (অৰুণোদয়) কাকত উলিয়াই নতুন যুগৰ অসমীয়াৰ হাতত কবিতাৰ কলিগুটি দিয়েহি। 'অৰুণোদয়'ৰ দিনৰপৰা "অসম বন্ধু"ৰ দিনলৈকে অসমীয়া কবিতা মুখত মাত ফুটি চালুকীয়া অৱস্থাত পৰিছিলহি, তেতিয়া ল'ৰাই মাত শিকোঁতে যেনেকৈ আধা ভঙা কথাৰে থলক লগাই থাকে, অসমীয়া কবিতায়ো চহৰৰ বৰ্ণনা, কাছাৰী ঘৰৰ বৰ্ণনা, মানুহৰ বৰ্ণনা, বিয়া-সবাহৰ কথা আদি নানা তৰহৰ মাত মাতি, ধূলিৰে ঘৰ সাজি শিশুলীলা কৰিছিল। সংজ্ঞা দি ক'বৰ হলে সেই সময়ৰ কবিতা প্ৰায়-বিলাকেই বৰ্ণনামূলক (Descriptive) কিংবা বস্তু-মুখী (Objective) হৈছিল, ভাবমুখিতাৰ (Subjectivity) বিশেষ উন্মেষ হোৱা নাছিল। ভাষাৰ পাৰিপাট্য কিংবা ৰচনা-নৈপুণ্যৰো যথেষ্ট অভাৱ আছিল। তাৰ পিছত 'অসম বন্ধু'ৰ দিনৰপৰা আহি "জোনাকী", "বিজুলী"ৰ দিনত অসমীয়া কবিতা যেন চালুকীয়া অৱস্থা পাৰ হৈ ক্ৰমে কৈশোৰত ভৰি দি কথাই-বতৰাই চালে-চলনে এটি অপূৰ্ব্ব মাধুৰীলৈ উপস্থিত হ'লহি। পশ্চিমীয়া শিক্ষাৰ বতাহত সাগৰৰ সিপাৰৰ সুৰ উটি আহি যেন অসমীয়া কবিতাৰ গাত বসন্তৰ এটি নতুন ডেকাধ্বনি লাগিলহি—

"কোনোবা দেশৰ পৰা ধীৰ সোঁত বলি
আহিছে এখনি জুৰ নৈ,
ৰিণিকি ৰিণিকি এটি নীৰব কৱিতা
বাজিছে বুকুত বৈ বৈ।" —৺হেমচন্দ্ৰ গোস্বামী

সেই ধ্বনিৰপৰাই যেন ক্ৰমে চিৰদিনলৈ ধ্বনি উঠিল—

"ৰৰষা অনন্ত কাল জ্ঞানৰ পোহৰ
জ্যোতিৰ্ম্ময় জোনাকী সৱিতা,
বজোৱাঁ অনন্তকাল পঞ্চমত তুলি
বীণাপাণি কোমল কবিতা।"

কৈশোৰ যৌৱনৰ সন্ধিস্থলৰ সেই—

"ন-যযৌ ন তস্থৌ
অগা পিছা ভবিটি
দেৱী নে মানৱী ঐ
মাধুৰীৰ ছবিটি"— —৺চন্দ্ৰকুমাৰ আগৰৱলা

হৈ যেন অসমীয়া কবিতা চাওঁতে চাওঁতে ৰমণীয় হৈ ওলাল। প্ৰেমিকে দেখি যেন মাত লগালে—

"এৰিলে জীৱন যদি জীৱন সলনি হয়
ঘূৰি যেন প্ৰাণে মোৰ ওৰণি জনম লয়,
ছেগ চাই সুন্দৰীক ধৰিব যেতিয়া গ'ই
সৰাম লাজৰ হাত অৱলা সাৰথি হ'ই,
চকুৱে চকুৱে চাই চকু কথা পাতোঁতেই
বিচ্ছেদ ধেমালি চাম ঢাকি ধৰি লাহেকৈ॥"

—৺পদ্মনাথ গোহাঞিবৰুৱা

কলিকতাৰপৰা ওলোৱা "জোনাকী" "বিজুলী"ৰ দিনত অসমীয়া কবিতাই প্ৰাণৰ উচ্ছ্বাসত গাবলৈ ধৰিলে—

"অজ্ঞান আন্ধাৰ ঠেলি
জ্ঞানৰ পোহৰ বেলি
জিলিকে পূবত
জিলিকা পাখিৰে উৰি
বিস্তাৰে বসুধা জুৰি
জিলিঙণি যত।" —পদ্মনাথ গোহাঞিবৰুৱা

'জোনাকী' বিন্দুণীৰ পাছৰপৰা—'আলোচনী' 'ঊষা' 'বাঁহী', 'চেতনা'ৰ দিনলৈকে অসমীয়া কবিতাই কৈশোৰ যৌৱনৰ এটা শোভা বিস্তাৰ কৰি উঠিল বুলি কব পাৰি। সেই সময়ৰ আগতে "লীলা" কাব্যত অসমীয়া কবিয়ে বাগ্‌দেৱীক যেন মাতি আনিবলৈ ওলাল—

"ধৰাঁ সুৰ দেৱি, গাথো দুখীয়াৰ মালা।"

"লীলা কাব্য"—৺গোহাঞিবৰুৱা

এই সময়ৰ আৰু বিশেষভাৱে উল্লেখযোগ্য কবি ৺চন্দ্ৰকুমাৰ আগৰৱলা আৰু ৺আনন্দচন্দ্ৰ আগৰৱলা। "প্ৰতিমা"ৰ কবি চন্দ্ৰকুমাৰ আগৰৱলাৰ 'বীণ ব'ৰাগী' বোলা কবিতাত এটি অভিনৱ সুৰ বাজিছে—

"আঙুলি বুলাব জনা হলে আজি
পেলালোঁহেঁতেন টানি।
হিমালয় চূড়া বুৰালোঁহেঁতেন উছলি
কলীয়া পানী॥

* * *

মান অপমান ঢৌৱাই যাওক
পৃথিৱীৰপৰা গুচি।
নতুন সৃষ্টিৰ অৰুণ কিৰণে
কৰোক সকলো শুচি॥"

সেইদৰে তেওঁৰ 'তেজীমলা'তো—কাৰুণ্যৰ এটি অভিনৱ ধ্বনি—

"মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনে হাঁয়
সাৰি, তুলি, ছিঙি মোহাৰি পেলালে
মানুহৰ মৰমো নাই।"

অনুবাদত সিদ্ধহস্ত কবি আনন্দচন্দ্ৰ আগৰৱলাৰ Longfellowৰ Psalm of Life ৰ অনুবাদ 'জীৱন সঙ্গীতে' বঙ্গীয় কবি ৺হেম বানাৰ্জিৰ অনুবাদকো চেৰ পেলাইছে। ৺হেম বানাৰ্জিয়ে Lives of great men all remind us, we can make our lives sublime, and departing leave behind us, footprints on the sands of time ৰ অনুবাদ কৰিছে :—

"মহাজ্ঞানী মহাজন যে পথে করে গমন
হয়েছেন প্রাতঃস্মরণীয়,
সেই পথ লক্ষ্য করে স্বীয় কীর্ত্তি ধ্বজা ধরে
আমরাও হ'ব বরণীয়।"

আমাৰ আগৰৱলাৰ কি সহজ সৰল তৰলা অনুবাদ :—

"মহা মহা পুৰুষৰ চানেকীৱে জীৱনৰ
আমিও কৰিব পাৰোঁ জীৱন গঢ়িত,
অভিনয় শেষ হলে, আয়ু বেলি মাৰ গলে
থৈ যাব পাৰোঁ খোজ সময়-বালিত।"

সেইদৰে Better landৰ অনুবাদ 'সুখৰ ঠাই'য়ে আনন্দ বসন্ত মেঘৰ মাজলৈকে লৈ যায়।

সাহিত্যৰথী ৰসৰাজ ৺বেজবৰুৱা গীতি-কবিতাত সদায় সিদ্ধহস্ত নহলেও, সৰহ ঠাইতে তেখেত যে অসমীয়াত এজন প্ৰথম শ্ৰেণীৰ কবি তাত সন্দেহ নাই। তেখেতৰ "বীণ ব'ৰাগী", "ধনবৰ আৰু ৰতনী" অসমীয়া কবিতাৰ একোজুবি সোণৰ খাৰু। বৃন্দা চন্দ্ৰাৱলীৰ সংবাদ আদি হাস্য-ব্যঙ্গ ৰসাত্মক কবিতাবোৰ অসমীয়া কাব্যৰ একোখন বাখৰ। তেখেতৰ 'কবিতা' বোলা কবিতাটোত কবিতাৰ সংজ্ঞাটোৰেই অনুপম ৰূপে প্ৰকাশ পাইছে—

গীতি কবিতাত ৰসৰাজ ৺বেজবৰুৱা

শোকৰ সঙ্গীত সিটি বিষাদৰ সুৰ
আতুৰৰ হমুনিয়া লোতক চকুৰ,
* * *
কামিনীৰ কমনীয় মাধুৰী মধুৰ
আধা ফুটা আধা মাত সৰগ শিশুৰ,
* * *
"অনাঘ্ৰাত কেতেকীৰ সোণোৱালী ৰেণু
বৃন্দাবন মণ্ডলীয়া কলীয়াৰ বেণু।
প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য্য ৰঞ্জিত
কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত।"

কবিতা যদি ৰসৰেই প্ৰকাশ, বাক্যং ৰসাত্মকং কাব্যং তেন্তে ৰসৰাজ ৺বেজবৰুৱাক ছন্দবদ্ধ কবিতাৰ কথা এৰি হাস্য-ব্যঙ্গ ৰসৰ একচ্ছত্ৰী সম্ৰাট বুলি অন্ততঃ সেই ৰসত গদ্যতে কবিবো সৰ্ব্বশ্ৰেষ্ঠ আসন দিব পাৰি। বেজবৰুৱাৰ অনুগামী শিষ্য ৺দণ্ডীনাথ কলিতাই তেওঁৰ "বহুৰৱা"ত 'মেধি তীৰ্থলৈ যায়' প্ৰভৃতি কবিতাৰে যি ৰস চালিছে ৺বেজবৰুৱাই গদ্যতে তাতকৈ হাস্য-ব্যঙ্গ ৰসৰ অনিবাৰ সোঁত বোৱাই দি গৈছে—

এদিন দুবৈত্ত পুলিছে মানুহ এটাক হাত-কেৰেয়া মাৰি লৈ অহা দেখি কুপাৰৰ বৰুৱাই সুধিছে—"এই মানুহ জনৰনো কি হ'ল?" আন এজন মানুহে বৰবৰুৱাক উত্তৰ দিলে—"তেওঁ

এটা চোৰ, ধৰা পৰিলত পুলিচে হাত-কেৰেয়া মাৰি বন্দী কৰি লৈ আহিছে।" তেতিয়া ৰূপাবৰ বৰুৱাই হাত-কেৰেয়াত বন্দী হৈ অহা মানুহজনৰ দুখত ব্যথিত হৈ মাত লগালে— "আই ঐ দেহি! ধৰা পৰিয়েই চোৰ নাম পালে।" কি ৰহস্য ৰস! ৰসৰাজত বাজে কথাৰেই ইমান ৰস দিব পৰা আৰু কোন হ'ব বাৰু?

আকৌ এদিন ৰূপাবৰ বৰুৱাই কৈছে:—

ৰূপাবৰ বৰুৱাৰ লেখা-পঢ়া মেজখনৰ ওপৰত কোনে কৰ নোৱাৰোঁ এই "ৰূপাবৰ বৰুৱাৰ কাকতৰ টোপোলা" নামে কিতাপখন থৈ গ'লহি। কিতাপখনৰ ইমান ৰস যে খোটালি গোটেইটো পকৰাময় হৈ পৰিল। কিতাপখনৰ নাম "ৰূপাবৰ বৰুৱাৰ কাকতৰ টোপোলা", যাৰ মেজত থৈ গ'ল তেওঁৰ নামো দেখোন ৰূপাবৰ বৰুৱা, পিছে এওঁৰেই নে তেওঁ কিংবা তেওঁৰেই নে এওঁ—পণ্ডিতসকলে ইয়াৰ এটা তথ্য উদ্ধাৰ কৰি দিয়ে যেন।

ৰূপাবৰ বৰুৱাৰ কাকতৰ টোপোলাৰ ৰস

ইয়াৰ পিছত সেই সময়ৰ দাৰ্শনিক কবি ৺দুৰ্গেশ্বৰ শৰ্মাৰ নাম নলৈ নোৱাৰি। তেখেতৰ "বিশ্ব ভাবনা" কবিতাত তেখেতে গাইছে:—

"আমি নাচিব লাগিছোঁ গোটেই জীৱন
কাৰ সুৰত নেজানো,
আমি গাবই লাগিছোঁ গোটেই জীৱন
কাৰ গান নেজানো।" —ইত্যাদি

৺শৰ্মাদেৱৰ কবিতাত ইংৰাজ কবি ওৱৰ্ডচৱৰ্থৰ ( Wordsworth ) ভাষাৰ সৰলতা আৰু ভাবৰ গাম্ভীৰ্য্যই ভুমুকি মাৰিছে, শ্বেলী ( Shelley ), কীট্‌চৰ ( Keats ) আন কি মাজে সময়ে ব্ৰাউনিঙৰ ( Browning ) কল্পনাৰ জিলিঙণিও পৰিৱলৈ ধৰিছে:—

"সন্ধিয়াৰ পুব পিনে উঠে জোনাবাই
তুমি উঠা যমুনা পাৰত,
হাঁহি জাঁলি ফুৰা যেন ভাৱৰ দৰে
ৰ'দ পৰি নীল আকাশত।
তুমি মোৰ কৰবাৰ প্ৰাণ শীতলোৱা
গধূলিৰ শান্তিৰ জৰণা
কেনি বোৱা, কেনি যোৱা, কোন পিনলৈ
ক'ব পৰা ওলালা নজনা।" —প্ৰভৃতি

কবিতাই Wordsworthৰ Like a lonely star shining in the evening skyলৈ মনত পেলাই দি এখনি নিভৃত ৰাজ্যলৈ লৈ গৈ a voice, a mystryৰ ভাব জাগ্ৰত কৰি দিয়ে—

"হ'ব পাৰা পৃথিবীৰ, মোৰ উমানত
তুমি দেৱী বসন্ত নগৰী,
তোমাক যে দেখা নাই মাথো শুনা নাই
সেই গুণে বুলিছোঁ নাহৰী।"

এই ধৰণৰ কবিতাই মনে মনে এটা ৰহস্য ভাব ঘনীভূত কৰি তোলে।

এইখিনিতে "চিন্তা-তৰঙ্গিনী", "সীতা হৰণ" কাব্য ৰচোঁতা ৺ভোলানাথ দাস, "চিন্তানল"ৰ কবি ৺কমলাকান্ত ভট্টাচাৰ্য্য আৰু "কমতাপুৰ ধ্বংস" কাব্যৰ কবি ৺হিতেশ্বৰ বৰবৰুৱাৰ নাম নললে জোনাকী যুগৰ অসমীয়া কবিতাৰ বুৰঞ্জী অসম্পূৰ্ণ যেন হ'ব। প্ৰথমজনৰ মাই দান অসমীয়া কবিতাত 'অমিত্ৰাক্ষৰ ছন্দ', দ্বিতীয়জনৰ দান তেওঁৰ 'পাহৰণি'ৰ নিচিনা জাতীয় ভাবোদ্দীপক কবিতা। 'পাহৰণি' কবিতাত শোণিতপুৰৰ (তেজপুৰৰ) ভৈৰৱ মন্দিৰৰ শিলৰ ভগ্নাৱশেষলৈ চাই কবিয়ে কৈছে:—

"তেন্তে তুচ্ছ বুলি নেভাবোঁ ই শিল
হৃদয়-মাজৰ জপৰ ধন,
কৰিব এদিন ভাৰত সন্তানে
পৰাণ প্ৰতিষ্ঠা ইয়াৰ সাধন।
জন্মিব সিদিনা শতেক মেট্‌চিনী,
তুচ্ছ পৰি থকা শিলৰ পৰা,
শত গাৰিবল্‌ডি জনম লভিব,
কৰিব পোহৰ ভাৰত ধৰা।"

তৃতীয়জনৰ মাই দান "কমতাপুৰ ধ্বংস" কাব্য। বৰ্ণাত্মক কাব্য হিচাপে বৰবৰুৱাৰ এই "কমতাপুৰ ধ্বংস" কাব্যখনিক আধুনিক অসমীয়া সাহিত্যৰ তৃতীয় উল্লেখযোগ্য কাব্য বুলি কব পাৰি। এই "কমতাপুৰ ধ্বংস" আৰু "বিৰহিনী বিলাপ" নামৰ কাব্য দুখনেই বৰবৰুৱাক সাহিত্য-জগতত সু-প্ৰতিষ্ঠিত কৰিছে। প্ৰথম অসমীয়া 'চনেট'ৰ (চতুৰ্দ্দশপদী কবিতা) পুথি ১২ চনেটৰ সংগ্ৰহ বৰবৰুৱাৰ "মালচে"ই প্ৰথম অসমীয়া চনেটৰ পুথি, যদিও ৺হেমচন্দ্ৰ গোস্বামীৰ "কুকুৰা-ঠেঙীয়া সেই আখৰ কিটিত যি অমিয়া মঁহা আছে ক'তো আৰু নাই" বুলি "প্ৰিয়তমাৰ চিঠি" বোলা 'চনেট'টোৱেই অসমীয়া সাহিত্যত প্ৰথম চনেট।

সজীৱ পদাৰ্থ মাত্ৰই যেনেকৈ তাৰ চাৰিও কালৰ বায়ুমণ্ডলৰ প্ৰভাৱ এৰাব নোৱাৰে, কবি-সাহিত্যিকো তেনেকৈ মানসিক বায়ুমণ্ডলৰ প্ৰভাৱ-মুক্ত নহয়। অসমীয়া কবি-সাহিত্যিকৰ

আন আন কবি-সাহিত্যিকৰ প্ৰভাৱ

যে মানসিক বায়ুমণ্ডলটো মাইকৈ বঙ্গীয় কবি-সাহিত্যিক বঙ্কিম, মধুসূদন, ৰবীন্দ্ৰনাথ, শৰৎ চ্যাটাৰ্জ্জীৰ পৰা ধৰি আজিৰ বুদ্ধদেৱ বসুলৈকে জুৰি পৰা এটা বায়ুমণ্ডল, তাক দুই কৰাৰ উপায় নাই। গতিকে যোগ্য প্ৰভাৱ হলে প্ৰভাৱৰ বিভীষিকা নেদেখাই ভাল।

"মেঘনাদ বধ", "ভাগ্য পৰীক্ষা" নাটৰ নাট্যকাৰ "জোনাকী" যুগৰ লব্ধপ্ৰতিষ্ঠ কবি-সাহিত্যিক আৰু "অকৰ চাহাব হ'ম ইবাৰ মৰিলে" বোলা জনপ্ৰিয় বিখ্যাত গানৰ ৰচয়িতা সাহিত্য-ৰত্ন ৺চন্দ্ৰধৰ বৰুৱা সৰ্ব্বজন সমাদৃত কবি। তেওঁৰ 'ধূলি-কণা মই' কবিতাটিয়েই গধুৰ ভাবৰ কি মধুৰ সৰল প্ৰকাশ চাওক—

"যিদিনা মৰিম মই, সেইদিনা বাৰু
জগতৰ কেনি হানি হ'ব?
মৰিলোনে আছোঁ, মই, এই কথাকেনো
পৃথিবীৰ কিমানে জানিব?

* * *

অনন্ত বিশ্বৰ এই অসংখ্য ধূলিৰ
এটি মাত্ৰ ধূলি-কণা মই,
মোৰ বিহনে এই বিপুল সৃষ্টিৰ
কেনিও অকণো হানি নাই।"

বিহগী কবি শ্ৰীৰঘুনাথ চৌধাৰীৰ কবিতা গীতি-কবিতা পৰ্য্যায়ৰ। ভাষাৰ ঝঙ্কাৰ আৰু ছন্দ ধ্বনিত তেখেতক বঙ্গীয় কবি ৺হেমচন্দ্ৰ বন্দোপাধ্যায়ৰ লগত বিজাব পাৰি। ৺হেম ব্যানাৰ্জ্জীৰ "এই কি আমাৰ জীবনতোষিণী"ৰ ছন্দ ঝঙ্কাৰত "গোৱাঁহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী" বাজি উঠিছে।

স্বাধীনচিতীয়া কবি শ্ৰীঅম্বিকাগিৰি ৰায় চৌধুৰীৰ কবিতাৰ এটা নিৰপেক্ষ স্বাধীন সুৰৰ লগত অসমবাসী বিশেষভাৱে পৰিচিত। তেখেতৰ কবিতাত দুটা বস্তু লক্ষ্য কৰিব লগা-—একালে "তুমি" প্ৰভৃতি কবিতাৰ এক অনন্ত ৰহস্যী তত্বৰ ভাবৰসৰ ( Mysticism ) আৰু আনটো স্বদেশ প্ৰেমৰ ওজস্বিতা-বীৰ্য্য, কিংবা বীৰৰসৰ। যেনে:—

"কৰ্ম্মবিমুখ এলেহুৱাৰ ওফন্দনিত ভৰি থকা
ভেম-ভাওৰ আৱৰ্জ্জনাত
কৰ্ম্মধাৰাৰ দীপ্তশিখা জলাই দে জলাই দে
কুটিলতাৰ, প্ৰতাৰণাৰ, অসততাৰ ভণ্ডামীবোৰ
ফাকি ফুকাৰ জঠৰতা,
নিৰ্ভীকতাৰ হাকৰ-মুখত গলাই দে গলাই দে,—
তোৰ সৎ-সাহিত্য, নৃত্যগীতৰ বিদ্যুত-উজল ভঙ্গী ঠাটত
ধোদ্ব ফুলীয়া অঙ্গবোৰত
নতুন জীৱন, নৱোৎসাহৰ প্ৰচণ্ডতম কৰ্ম্মধাৰা চলাই দে চলাই দে।"

"ফুলনি"ৰ (গান) কবি শ্ৰীপদ্মধৰ চলিহাৰ কবিতাতো ৺ডি, এল, ৰায়ৰ ছন্দ ঝঙ্কাৰ শুনা যায়। তেওঁৰ 'বৰদোৱা' বোলা কবিতাটো ডি, এল, ৰায়ৰ ছন্দৰ পদধ্বনিৰ গতিত খোজ লোৱা এটি মহান সুন্দৰ কবিতা ( a Masterpiece ) হৈ পৰিছে। যেনে :—

"এয়ে সেই তৰু শঙ্কৰ শিলিখা শ্ৰীশঙ্কৰৰ কীৰিত্তি-স্তম্ভ,
আজিও বাজিছে কাম্য-ভূমিত, চূৰ্ণ কৰিছে কালৰ দম্ভ।
ইয়াতে আউজি কৰিলে শঙ্কৰে অমিয়া-প্ৰসূতা লিখনী বৃষ্টি,
ৰচিলে ছুলড়ী, ভটিমা লেচাৰি, কৰিলে সাহিত্য-জগত সৃষ্টি।
দোওৰা পথিক, দোওৰা হে শিৰ, প্ৰণিপাতে পাবা প্ৰাণত শান্তি
এয়ে ভকতৰ কল্পতৰু যে, এয়ে পাৰিজাত স্বৰগ-কান্তি।"

* * *

"বনফুল"ৰ কবি শ্ৰীযতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত প্ৰায়েই প্ৰেম-বিৰহৰ এটা করুণ ধ্বনি যেন সন্ধ্যা ৰাগেৰে ৰঞ্জিত। তেওঁৰ "ওমৰ খৈয়াম"ৰ অনুবাদ "ওমৰ তীৰ্থ" আমাৰ কাব্য ফুলনিত যেন পাৰস্যৰপৰা আনি নতুনকৈ ৰোৱা এডালি ৰঙা গোলাপ ( A red rose )।

"নিজৰা"ৰ কবি শ্ৰীশৈলধৰ ৰাজখোৱাৰ সহজ শুৱলা ভাষাৰ কবিতাৰাশি অসমীয়া কাব্য-সাহিত্যত নিজৰাৰ দৰেই বৈ গৈছে। তেওঁ তেওঁৰ 'পাষাণ প্ৰতিমা' কবিতাত পাষাণ মূৰ্ত্তিলৈ চাই কৈছে :—

"ভগু যোগী সউ গিৰি ৰাঘৰৰ বহিছে ধ্যানত, নবহে মন,
সমুখত দুটি ৰূপহী কিশোৰী, চাৰিও কাষৰে নিজান বন।
কাকনো দুষিম, কামিনী-পাশত
জঁটীয়া শিৰও পৰিল পাকত।
উঠা যোগীৰৰ, বীণখনি বাই শুনোৱা পুৰণি পাহৰা কথা,
যুগে যুগে যত অতীত কাহিনী সকলো তোমাৰ মনতে গঁথা।"

"জ্ঞান-মালিনী" কবিতা পুথিৰ ৰচক ৺মফিজুদ্দিন আহমদ হাজৰিকাক তেওঁৰ "জ্ঞান-মালিনী"য়েই অনাজাত কৰি ৰাখিছে। কবিতা হিচাপে "জ্ঞান-মালিনী"ত 'দিনকণা' ( ৰূপক ? ) কবিতাটোৱেই সৰ্ব্বোৎকৃষ্ট যেন লাগে। দিনকণাই যেন দিনতে বাট হেৰুৱাই আন আন বাটৰুৱাসকলক, তেওঁক পোহৰ দেখুৱাই হাতত ধৰি নিবলৈ কাতৰ কৰি মাতিছে—

"বেছিতো নেলাগে মোক,
একেৰি পোহৰ মুঠে,
তাকে পালে উলাহতে
হিয়া মোৰ নাচি উঠে।

এটুপি চকুৰ লো,
এখনি কোমল হিয়া,
এবাৰি 'আয়ৈ দেহি',
আৰু এটি হুমুনিয়া,
ইয়াৰ উপৰি আৰু
একোকে নেলাগে মোক,
ইয়াকে পালেই মোৰ
গুচি যাব যত শোক।"

"সতীৰ তেজ", "অগ্নি পৰীক্ষা", "কীচক বধ"ৰ নিচিনা গহীন নাটক ৰচয়িতা, "বহুৰা", "বগৰ", "বহুৰূপী"ৰ নিচিনা ধেমেলীয়া ৰচনা আৰু প্ৰহসন লেখক—ৰসৰাজ ৺বেজবৰুৱাৰ পিছতে অসমীয়া সাহিত্যত ব্যঙ্গৰসৰ কবি-সাহিত্যিক ৺দণ্ডিনাথ কলিতাৰ নাম নিশ্চয় উল্লেখযোগ্য। উদাহৰণ স্বৰূপে তেওঁৰ ব্যঙ্গ-ৰসাত্মক কবিতা 'বিফৰ্ম্মসুন্দৰী'ৰে থাপি দিয়েক দেখুৱাব পাৰি :

"বিফৰ্ম্ম আহিছে" "বিফৰ্ম্ম আহিছে"
চৌপাশে উঠিল ৰাও,
বাজিল বাদ্য ধিনিকি ধিন্দাও
ধিনিকি ধিন্দাও দাও।

* * *

গোটেই দেশত হ'ল হুলস্থুল,
ভোট, ভোট, ভোট—উঠিল কল্লোল,
দুৱাৰে দুৱাৰে ভোট্-ভোটনি মাথোঁ।
ৰাইজ মোক দিয়া ভোট্,
নিশ্চয় বোৱাম গোটেই দেশত
উন্নতিৰ নতুন সোঁত।

* * *

ভোটৰ নিমিত্তে টঙনা-টঙনি
কত ভোজ ভাত, ইননি-বিননি,

* * *

ভোটৰ কাৰণে প্ৰাৰ্থী সকলে
প্ৰথমে দেখিলে পাওঁ;
বাজিল বাদ্য ধিনিকি ধিন্দাও
ধিনিকি ধিন্দাও দাও।"

বাগ্মীবৰ কবি শ্ৰীনীলমণি ফুকনৰ কবিতাত খাইকৈ দাৰ্শনিক একোটা ভাবে ভুমুকি দি আবেগ সৃষ্টি কৰে। যেনে—'অকলৈ' কবিতাৰ—

"অকলৈ সোধা প্ৰশ্নৰ উত্তৰ
দিওঁতাযে নাই বাহিৰত,
সন্নিধান তাৰ দিয়ে কোনোবাই
শুনি থাকোঁতেই ভিতৰত।"

'চহা পণ্ডিতে বুজিছে জানো?' বোলা কবিতাৰ:—

"ভাগবত ব্যাখ্যা কৰোঁতে পণ্ডিতে
অৰ্থ উলিয়াওঁতে ভাগৰি যায়,
থাপনালৈ চাই মূৰ দোঁৱাওঁতেই
বিশ্বাসৰ বস্তু চহাই পায়।"

বাগ্মীবৰ ফুকনক এক হিচাপে গদ্য-কবি বুলি কলেও বঢ়াই কোৱা নহয়। স্বদেশ-প্ৰেমিক ফুকনৰ ওজস্বিনী বক্তৃতাবিলাকেই তাৰ জলন্ত প্ৰমাণ।

শ্ৰীলক্ষ্মীনাথ ফুকনক "আলোচনী"ৰ দিনৰেপৰা "উষা-বাঁহী" আদি কাকতত জ্বলি অহা এজন উজ্জ্বল কবি বুলি কব পাৰি। তেখেতৰ অলপতে প্ৰকাশিত কবিতাৰ পুথি "সোণালী সপোনেই" তাৰ জলন্ত প্ৰমাণ। তেখেতৰ "সোণালী সপোন" কেৱল এজন মানুহৰে সপোন নহয়, ই যেন চিৰ মানৱৰ সপোন। গতিকে সেই সপোন মানুহৰ চিৰন্তন সপোন ৰূপে সি চিৰন্তন কাব্য, চিৰন্তন সাহিত্যৰ আসনত অধিষ্ঠিত হৈছে। "সোণালী সপোন"ৰ 'ব্ৰহ্মপুত্ৰ' বোলা কবিতাতে সেই বাতৰিও ধ্বনিত হৈছে:—

"আকাশে বতাহে মাথোঁ কিবা এটি গুমুনিয়া, কিবা এটি হাহাকাৰ-ধ্বনি
উঠে আজি গুজৰি-গুমৰি,
হে বিশাল ব্ৰহ্মপুত্ৰ, আহিলে বাৰিধা তুমি দশোদিশে তুলি খলকনি—
দিয়ানেকি তাৰেই বাতৰি?"

"শঙ্খধ্বনি"ৰ কবি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাৰ শঙ্খনাদেই তেওঁৰ কবিত্ব নিনাদিত কৰিছে। তেওঁৰ "প্ৰতিধ্বনি"ৰ 'গড়গাওঁ' বোলা কবিতাই ভাবে ভাষায় স্বাধীন অসমৰ জাতীয় প্ৰাণৰ জয়ধ্বনি সূচনা কৰে। সৰ্বৰহী 'গড়গাওঁ' কবিতা আজি সকলোৰে মুখে মুখে।

তেওঁৰ জাতীয় ভাবোদ্দীপক বিখ্যাত 'ভাৰতবৰ্ষ' বোলা কবিতাটি বঙ্গীয় কবি ৺ডি, এল, ৰায়ৰ ছন্দৰ পদধ্বনিত আগবাঢ়ি আহিছে যেন লাগে। বৰুৱাৰ 'ভাৰতবৰ্ষ' সঁচাকৈয়ে 'ভাৰতবৰ্ষ'ৰ দৰেই মনোৰম হৈছে। যেনে:—

"ব্ৰহ্মপুত্ৰ গঙ্গা যমুনা শোভিছে সিন্ধু কণ্ঠ-হাৰ,
দেৱ-বাঞ্ছিত বঙ্গভূমিত উজলি শতেক স্ফটিক ধাৰ।

দক্ষিণে বাখে অপাৰ সিন্ধু উত্তৰে গিৰি হিম-অচল,
ৰাখিছে লঙ্ঘিব আকাশ-মাৰ্গ বিশাল দেহৰ প্ৰকাশি বল

* * *

বুকুত জলাই জ্ঞানৰ শলিতা আদিম মানৱে যেতিয়া চালে,
প্ৰথমে তোমাতে বিধাতাৰ তিথি জড় চেতনত বিচাৰি পালে।
সিন্ধু নদীৰ পাৰত সিদিন জ্ঞানৰ বিন্দু বুকুত বান্ধি,
আচৰিত হৈ প্ৰথমে মানৱে অন্ত নেপাই পেলালে কান্দি।"

"বকুল বন"ৰ কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱা এজন আত্মভোলা কবি বুলি জনাজাত। আলোচনীবোৰত প্ৰকাশিত তেওঁৰ বিবিধ কবিতাৰ উপৰিও তেওঁৰ অৱদান "পৰাগ", "ৰঞ্জন-ৰশ্মি", "হাফিজৰ সুৰ" এই তিনিখন কবিতা-গ্ৰন্থ। তাৰ ভিতৰত পাৰস্যৰ চুফী কবি "হাফিজ"ৰ অনুবাদ "হাফিজৰ সুৰেই" তেওঁক ঘাইকৈ কাব্য-জগতত প্ৰতিষ্ঠিত কৰিছে। দুৰ্বাদেৱৰ ওমৰ খৈয়ামৰ অনুবাদ "ওমৰ তীৰ্থ"ৰ দৰে বৰুৱাদেৱৰ "হাফিজৰ সুৰ"ও তেওঁৰ কবি প্ৰতিভাৰ স্পৰ্শত এটা নিজস্ব সৌন্দৰ্য্যেৰে জ্বলি উঠিছে।

সৃষ্টিৰ মূলতে আমি ভৰা কোনো বস্তু নাই, আছে কেৱল বিদ্যুত-তৰঙ্গহে (Electric waves)। সেইটোকে তেওঁ কবিত্বময়কৈ প্ৰকাশ কৰিছে তেওঁৰ 'ঢৌ' বোলা কবিতাটিত:

"ঢৌ! ঢৌ!! ঢৌ!!!
ঢৌৰ উপৰি
উঠিছে ঢৌ—
কেৱল ঢৌ।
মহা-আকাশৰ
মহা শূন্যত
দিব্য-জ্যোতিৰ ঢৌ
উঠিব লাগিছে
অনাহত গতি—
তাল, মান, যতি
একো নাই,
কেৱল ঢৌ
উঠিছে নামিছে
বাৰিষাৰ মৌ!

* * *

এই ঢৌ বোৰেই
মহা-সত্যৰ ৰূপ
অপৰূপ
বাকি সকলোটি মিছা।
সেইহে সদায়
কিহবাই
নিতে বিউৰায়
'হ'লনে নৌ'
ঢৌ! ঢৌ!! ঢৌ!!!
—কেবল ঢৌ।"

অলপ দ-কৈ ভাবিলে এই "ঢৌৱেই" অব্যক্তৰ প্ৰথম ব্যক্তৰূপ—"জ্যোতিৰ্ব্ৰহ্ম" আৰু "শব্দব্ৰহ্ম" লৈ মনত পেলাই দিয়ে।

বিৰহী-কবি ৺গণেশ গগৈৰ "পাপৰি", "ৰূপ-জ্যোতি", "স্বপ্নভঙ্গ" আৰু "গীতি-মালা" এই চাৰিখনি গীতি-কবিতাৰ পুথি। গগৈৰ এই কবিতাবোৰত উচ্ছ্বসিত হৈছে—প্ৰেম-বিৰহৰ এটি কৰুণ নিশ্বাস—প্ৰেমৰ ব্যৰ্থ পৰিণতিৰ কাৰণে কবিয়ে প্ৰিয়তমাৰ ওচৰত খেদ কৰিলেও তেওঁক কিন্তু দোষাৰোপ কৰা নাই, দোষী কৰিছে নিয়তিকহে। সেই দেখিয়েই তেওঁ তেওঁৰ "পাপৰি"ত কৈছে :—

"মাণিক মুকুতা গাঁথি নাই গঁথা গলপতা
হীৰাৰ আঙঠি মোৰ নাই দিবলই,
ভালপোৱা অন্তৰত যিকণি চেনেহ আছে
মহাৰ্ঘ ৰতন মোৰ সেয়ে তোমালই।"

মহিলা কবি ৺ধৰ্মেশ্বৰী বৰুৱানী আৰু ৺যমুনেশ্বৰী খাটনিয়াৰৰ অবদান উল্লেখযোগ্য। বৰুৱানীৰ "ফুলৰ শৰাই" আৰু "প্ৰাণৰ পৰশ" এই দুখনি খণ্ড-কবিতাৰ পুথিত তেওঁৰ আধ্যাত্মিক দৃষ্টিৰ ক্ৰমবিকাশৰ পৰিচয় পোৱা যায়। তেওঁৰ 'প্ৰকৃত সুখ ক'ত' বোলা কবিতাত কাৰো ক'তো সুখ নেদেখি শেষত কৈছে গৈ :—

"সুখ আছে ক'ত, নেপালোঁ বিচাৰি
গোটেই জগত ঘূৰি
সংসাৰীজনৰ সুখ নেদেখিলোঁ
খালোঁ মাথোঁ হাবাথুৰি।

* * *

সংসাৰৰ জ্বালা-যন্ত্ৰণাই যাৰ
নোৱাৰে টলাব মন
বিপদ-সঙ্কট-সঙ্কুল ধৰাত
চিৰসুখী সেইজন।"

৺যমুনেশ্বৰী খাটনিয়াৰৰ কবিতা আগৰ অসমীয়া আলোচনী কাকতৰ যোগে বিৰিঙি আছিছে। তেওঁৰ 'নীৰৱে' বোলা কবিতাটিয়ে নীৰৱে তেওঁৰ কবিত্ব ঘোষণা কৰিছে। উক্ত কবিতাটি খাটনিয়াৰ কবিৰ ৰমণীসুলভ কমনীয়তা আৰু নমনীয়তাৰ লাৱণ্য প্ৰকাশ বুলি ক'ব পাৰি। যেনে :—

"নীৰৱে দেখিম মই সন্ধিয়াৰ তৰা,
নীৰৱে বিশ্বত্ মিলি যাব অশ্ৰু-ধাৰা।
নীৰৱে উঠিব মোৰ হৃদয়ৰ আশা,
নীৰৱে ফুটিব মোৰ পৰাণৰ ভাষা।

—তেওঁৰ কবি স্বামী ভৈৰৱচন্দ্ৰ খাটনিয়াৰ দেৱে তেওঁৰ হৃদয়গ্ৰাহী 'মানিমুনি শাক' কবিতাত কোৱাৰ দৰে প্ৰিয়তমা খাটনিয়াৰণী কবিৰ সম্বন্ধেও ক'ব পাৰি :—

"কেৱল নীৰৱ নিস্তব্ধ সন্তোষ
মনত লুকাই ৰাখ,
মানিমুনি শাক, তই ইয়াতেই ফুলি থাক।

*　　*　　*

জগত-ভৰা আয়োজনত আছে তোৰো ভাগ
মানিমুনি শাক, সুখেৰে জীয়াই থাক।"

অসমীয়া কবিতাৰ আকাশত পুঁৱতী তৰাৰদৰে অকলৈ জ্বলি উঠা আৰু এটি কবি তৰাৰ (মহিলা কবি) নাম উল্লেখ নকৰি নোৱাৰি। সেইটি হৈছে—'অৰ্পণা', 'মালঞ্চ' প্ৰভৃতি উৎকৃষ্ট কবিতা গ্ৰন্থ ৰচয়িত্ৰী শ্ৰীমতী দিব্যপ্ৰভা ভৰালী। তেওঁৰ কবিতাৰ চানেকী :—

"আকাশ ভৰা তৰাৰ মাজত
মোৰ জীৱন তৰা ক'তা?
নিদ্ৰা-নীৰৱ অসীম বুকুত
চিকি মিকি ৰূপচ্ছটা,
টিমিক্ চামাক্ চুচুক্ চামাক্
কিহৰ লাজত কঁপে,
সান্ধ্য গগণে মুদিত নয়নে
কোন দেৱতাক জপে?" (মালঞ্চ)

কবি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ কবিতাৰ নিজৰা শতধা হৈ বাগৰি পৰিছে; একালেই একেবাহে সদায় নবৈ কেউফালে কল-কলাই উঠে। তেওঁৰ "তপোবন" বোলা গ্ৰন্থৰ আৰম্ভতে তেওঁ নিজেই কৈছে :—

"মোৰ এই তপোবন কবিতাৰ ক্ষুদ্ৰ বন
নাই তাত সাত-ৰঙা বৈকুণ্ঠৰ বাট,
সংসাৰী মানব মই কৰা নাই ৰিপু জয়
উঠে কত জীৱনত ঘাত-প্ৰতিঘাত।"

শ্ৰীহাজৰিকাৰ 'কবিতাৰ কবিতা উপমা' নামৰ কবিতাটি উপমাৰেই যোগ্য—

"শব্দৰ লালিত্য জ্ঞানৰ পাণ্ডিত্য
নোহে কবিতাৰ সাৰ,
অন্তৰৰ অনুভূতি হৃদয়ৰ চাটি ফুটি
কবিতাৰ কণ্ঠহাৰ।

* * *

কবিৰ হৃদয়ৰূপী ভাবৰ প্ৰতিমা,
কবিতাৰ এক মাথোঁ—কবিতা উপমা।"

শ্ৰীডিম্বেশ্বৰ নেওগৰ না-না তৰহৰ মনমোহা কবিতাৰ উপৰিও তেওঁৰ সৰহ ভাগ কবিতাতে জাতীয় প্ৰেম আৰু স্বদেশ হিতৈষণাৰ ঝঙ্কাৰ শুনা যায়। উদাহৰণ স্বৰূপে 'বুৰঞ্জী লেখক' কবিতাৰ—

"চিকাৰী ডেকাই ক'লে মনে মনে
মাটিগই থাপি এযুৰি চকু,
ছিগি যা ছিগি যা হৃদয় তন্ত্ৰী।
ভাগি যা ভাগি যা চলকা বুকু।
যি দেশৰ দশা দেখিব নোৱাৰি
ফুৰিছোঁ নিজেই ব'ৰাগী হই,
আৱৰী জাতিৰ মাজত ফুৰিছোঁ
কিজানি সি দুখ পাহৰোঁৱেই।"

আদি হৃদয়স্পৰ্শীফাকিবোৰকে দেখুৱাব পাৰি।

"নৌ-মহাভাৰত" লিখোতা জনপ্ৰিয় সংগীতজ্ঞ আৰু নাট্যকাৰ শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তদেৱৰ কবিতা হিচাপে কবিতাগ্ৰন্থ নহলেও, বৰ্তমান পৰিস্থিতি সৌৰৱাই জাতীয় উদ্দীপনা জগোৱা তেওঁৰ গীতি-কবিতাৰ পুথি "ৰণ-ৰঙ্গিনী"ৰ গীত এটিকে দাঙি ধৰিব পাৰি :—

"শিৰে শিৰে তেজ ভৰা
খোজে খোজে কঁপাই ধৰা
ব'ল ব'ল ব'ল
ৰণ থলীলৈ ব'ল।" ইত্যাদি

অগ্নি-কবি শ্ৰীপ্ৰসন্নলাল চৌধুৰী এসময়ত অসমৰ 'নজৰুল' বুলি আমাৰ সঙ্গী সমাজত পৰিচিত। তেওঁৰ "অগ্নিমন্ত্ৰ" নামৰ কবিতাৰ পুথি আৰু আন সিঁচৰিত হৈ থকা কবিতাৰাশিত স্বদেশ প্ৰেম আৰু মানৱতাৰ ভেঁটিত সাম্যবাদৰ আকাঙ্খাৰে বিদ্ৰোহৰ অগ্নিশিখা জ্বলি উঠিছে। তেওঁৰ 'বিদ্ৰোহী' বোলা কবিতাৰ তলত দিয়া থাপিবোৰেই তাৰ উদাহৰণ।

"বন্ধ কাৰাৰ অন্ধকাৰত
জুই লই কৰোঁ খেল,
মৃত্যু মেঘৰ নৃত্য সভাত
পাতোঁ জীৱনৰ গুপ্ত মেল।
* * *
কৰোঁ জীৱনৰ অভিযান
গাওঁ মানৱৰ জয়গান,
ৰক্ত লোহিত পতাকা উৰাওঁ
অগ্নি মন্ত্ৰ ঘোষি—
সৰ্ব্বনাশক কৰোঁ আক্ৰমণ
ব্যূহৰ মাজত পশি।"

গীতি-কবি শ্ৰীপৰাগ চলিহাৰ "চাৰি হেজাৰ বছৰৰ অসম" সঁচাকৈয়ে এখনি অনুপম গীতি ৰচনা। এই ৰচনাত প্ৰাক্-ঐতিহাসিক যুগৰেপৰা এতিয়ালৈকে (দেশ স্বাধীন হোৱালৈকে) চাৰি হেজাৰ বছৰ অসমৰ চাৰু-চিত্ৰ একোটি ফটফটীয়াকৈ জ্বলি উঠিছে। মুঠতে এই গীতি ৰচনা চাৰি হেজাৰ বছৰ অসমৰ একাদিক্ৰমে ঐতিহাসিক তথ্যেৰে ভৰপূৰ প্ৰাণস্পৰ্শী গীতি হিল্লোলত হিল্লোলিত হৈ পৰিছে। উদাহৰণ স্বৰূপে অসম জননীৰ 'উষা' 'চিত্ৰলেখালৈকে' গৌৰৱ ঘোষিত হৈছে।

"সোৱা শোণিতপুৰ
ধৰাৰ অলকাপুৰ
ৰূপে গুণে নিৰুপমা উষাৰ নগৰী।
উষাসখী চিত্ৰলেখী
চিত্ৰ-নৃত্য পাৰদৰ্শী
পৃথিবীৰ প্ৰথমা শিল্পী।"

শ্ৰীমহেশচন্দ্ৰ গোস্বামীৰ "স্মৃতি" আৰু "অমৰা" দুখনি উল্লেখযোগ্য গীতি-কবিতাৰ পুথি। গীতি-কবিতা যিমানেই ওপৰলৈ উঠায় সিমান মন্ময় ( Subjective ) হৈ পৰে। সেই দেখিয়েই গোস্বামীৰ "স্মৃতি" বোলা খণ্ড-কাব্যত কবিতা বাজিছে :—

"ছয় ঋতু সুধা আনি
বুকুৰ বহন গানি
কৰিয়ে বিলায় নিজে
প্ৰেমৰ বৰষা,
কাৰবা হিয়াত লাগে
কাৰবা যৌৱন জাগে
কোন বা আঁতৰি যায়
নকৰে ভৰষা।"

ৰব লাওটো পাতৰ আঁৰত লুকাই থকাৰদৰে জন চেৰেক অগ্ৰগণী কবি ইতিমধ্যে লুকাই ব'ল। 'জোনাকী', 'বিজুলী'ৰ লেখকসকলৰ পিছত 'কবি-সূৰ্য্য'ৰ ( ৰবীন্দ্ৰনাথৰ ) পোহৰ প্ৰথম আমাৰ কবিতাত 'পদ্মশ্ৰী' ডঃ শ্ৰীসূৰ্য্যকুমাৰ ভূঞাৰ "নিৰ্মালি"তেই বিৰিঙি পৰিছে— ভূঞাদেৱৰ 'উতলা', 'আপোন সুৰ', 'সৃষ্টি পাতনি' প্ৰভৃতি কবিতাই তাৰ নিদৰ্শন। 'উতলা' কবিতাত কবি উতলি উঠি গাইছে :—

"মোৰ কাণত ৰিণিকি-ৰিণি,
আজি পৰিছে আকাশী বাণী,—
আজি মোৰ জগত বলিয়া কিহত ? কিহত বলিয়া প্ৰাণী ?
তুমি জীৱন কৰিলা জয়
আজি হেৰোৱা আতমা লই,
আজি নিমাতে বিশ্ব প্ৰতি কাণে-কাণে
ভাবেহে বতৰা কয়।"

পদ্মশ্ৰী শ্ৰীনলিনীবালা দেৱীৰ "সন্ধিয়াৰ সুৰ"টো এই 'কবি-সূৰ্য্য'ৰ পোহৰ বাহুনী ব'হৰদৰে পৰিছে। যেনে :—

"শেৱালি বনৰ উতলা পৱনে
বজালে প্ৰাণৰ নিস্তুঁতি বীণ,
উৰিলে সন্ধ্যাৰ মুকলি পখীতি
নজনা জনাৰ বিচাৰি চিন।"

তেওঁৰ 'পৰম তৃষ্ণা' কবিতাত বাজি উঠিছে :—

"কোনে বাক দিলে তেনে মানুহৰ আতমাত
বিশ্বগ্রাসী হেঁপাহৰ ক্ষুধা
যদি তেওঁ থোৱা নাই আতমাৰ চিৰ শান্তি
পৰশমণিৰ প্রেম-সুধা ?"

এইখিনিতে মনত পৰিছে আমাৰ এজন সংস্কৃত কাব্য-সাহিত্যৰ প্রভাবযুক্ত কবিলৈ। পাতৰ আঁৰত বৰ লাওটো লুকাই থকাৰ দৰে সেই লুকাই থকা কবিজন হৈছে আমাৰ শ্রদ্ধেয় ৺ইন্দ্রেশ্বৰ বৰঠাকুৰ। বিখ্যাত অভিনেতা, নাট্যকাৰ, নাট্যামোদী বৰঠাকুৰক অসমত নজনা কেও নাই। গীতি-কবিতাতো বৰঠাকুৰে নিজস্ব আসন এখন লৈ আছে। উদাহৰণস্বৰূপে তেওঁৰ "চন্দ্রমল্লিকা"ত কবি কালিদাসৰ সম্বন্ধে লিখা কবিতা এফাকিকে দাঙি ধৰিব পাৰি—

"অনাদি কালৰ গোপন কথাটি
কৈয়ে হেকৱালাঁ কাল,
সকলো কালৰ কবি কালিদাস।
আৰু কি তর্ক জাল ?
ললিত ছন্দে স্পষ্ট উপমা
নাইযে উপমা তাৰ,
এনে বাগর্থত প্রতিপত্তি লাভ
খেলালে কাব্যে কাৰ ?"

শ্রীদেৱকান্ত বৰুৱা এজন অনন্য-সাধাৰণ কবি। তেওঁৰ "সাগৰ দেখিছা" বোলা কবিতা পুথিখনিয়েই তেওঁৰ সুখ্যাতি আনিছে। তেওঁৰ 'পৃথিবী' বোলা মনোৰম কবিতাটিৰে উদাহৰণ স্বৰূপে—

পতুমৰ পাহি সৰে, বসন্ত লেবেলি পৰে,
মাৰ যায় তৰা ,
হাঁহি আৰু মৰণৰ অপূর্ব্ব আভাৰে দীপ্তা
এই বসুন্ধৰা !
তুমিও মৰিবা সখী। শেষ হ'ব খেলিমেলি
এই উপন্যাস ,
তোমাৰ প্রেমেৰে ৰঙা আজিৰ কবিতা হ'ব
শব্দৰ বিন্যাস।"

বিস্মৃতিৰ বুকুত লুকাই যোৱা শিৱসাগৰ সোণাৰিৰ "সোণালী পাম"ৰ স্বর্গীয় ভগৱতী-প্রসাদ বৰুৱা আছিল এজন স্বভাৱ সুলভ 'ৰাবীন্দ্রিক' কবি। তেওঁৰ 'এবাৰি নোকোৱা কথা' কবিতাটিয়েই তেওঁৰ কবিত্বৰ প্রকৃত পৰিচয় দি আছে—

"এখাৰি নোকোৱা কথা
তাকে শুনিবৰ গুণে
কিয় হাবিয়াস এনে
কিয় এনে আকুলতা ?
* * *
ফুটাব নোৱাৰি বাণী
মৌন বাণীৰ হৈ
ধীৰেৰে আহিছে বৈ
নোটোকা চকুৰ পানী।"

শিশু-সাহিত্যমূলক "ল'ৰাৰ শঙ্কৰদেৱ", "বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ", "ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ" আৰু "মাৰ্শাল ষ্টেলিন" আদি জীৱনী লিখোঁতা শ্ৰীকমলেশ্বৰ চলিহা ৰবীন্দ্ৰ-প্ৰভাৱ পৰা এজন কবি। তেওঁৰ 'কবিৰ প্ৰতি ফুল' কবিতাৰ তলৰ খাপিকে উদাহৰণ ৰূপে দাঙি ধৰিব পাৰি—

"বিশ্বৰ কথা আছে 'হেৰ গঁথা
পখিলা এটিৰ পাখিতে,
তাকে তুলি লৈ থলোঁ হেৰ মই
মোৰ হাঁহি আৰু পাহিতে।
* * *
হাঁয়, হাঁয়, কবি, হাঁয় ঐ,
মিছা ভাবনাৰ অসাৰ বেজাৰ
যেন তোৰ হেৰ যায় ঐ।"

শিল্পী-কবি শ্ৰীমহেন্দ্ৰনাথ ডেকা ফুকন প্ৰকৃততে অসমীয়াত ডেকাধ্বনি তোলা কবি। তেওঁৰ 'পুৰণি পুতলা' বোলা কবিতাটোৱেই কবি-শিল্পীৰ ( Poet and artist ) প্ৰকৃত তত্ত্ব-জ্ঞাপক কবিতা। তেওঁ লিখিছে—

"যুগে যুগে মোৰ এটি দুৰ্ণাম—
মই হেনো আঁকো মোহিনী ছবি,
মই হেনো গাওঁ সুমধুৰ গীতি,
মোকে হেনো বোলে বিশ্বকবি।
* * *
মইনো কি গাম, মই কি বজাম,
মই কি নাচিম নতুন কই ?
চিনি পাওঁ মানে সকলো পুৰণি
মইযে থাকিলো পুৰণি হই।

একে প্ৰকৃতিৰ একেটি স্বৰূপ,
একেটি স্বভাব সদায় এক,
চোৱাৰ দোষতে চিনাৰ ভুলতে
বুলিছে এককে বহু, অলেখ।

* * *

কালৰ বুকুত চৰণ চলাই
কোনে কণ্ কণ্ নৃত্য কৰে?
কোনে তোলে সুৰ, কোনে ধৰে তাল,
কোনে লগে লগে সুঁহুৰি ধৰে?

* * *

কোনেনো গায়ন, কোনেনো বায়ন,
নাচনীনো কোন, শিপিনী কোন?
কোন শিপিনীয়ে ইন্দ্ৰ-জালত
বান্ধিলে বেলিক, বান্ধিলে জোন?

* * *

মইনো কি গাম, মই কি বজাম,
মই কি নাচিম নতুন কই?
গায়ন বায়ন সকলো প্ৰাচীন,
পুৰণি নাচৰে পুতলা মই।"

—ডেকা ফুকনদেৱে তেওঁৰ 'পুৰণি পুতলা'ত যি চিৰসুন্দৰ কাব্যশিল্প বা কবি-শিল্পীৰ ইঙ্গিত দিছে,—কবি শ্ৰীভবানন্দ ৰাজখোৱা দেৱেও তেওঁৰ 'পদুম কলিৰ প্ৰাৰ্থনা' কবিতাত সেই চিৰ-সুন্দৰৰ মহিমাৰে যেন সন্ধান লভি কৈছে—

"ওৰে ৰাতি ভেঁট ফুলে পাতিলে ধেমালি
চেনেহ চুমাটি পাই ধুনীয়া জোনৰ
ভেঁটৰ উলাহ দেখি মইযে কান্দিলোঁ
বিচাৰি পৰশ মোৰ প্ৰাণৰ প্ৰিয়ৰ
তোমাৰ মহিমা মই নুবুজি, সুন্দৰ।"

সংগীতজ্ঞ ৺উমেশচন্দ্ৰ চৌধুৰীও জ্বলি উঠিছিল এজন গীতি-কবি ৰূপে। তেওঁৰ সেই—

"চেনেহী মোৰ মাতৃ ভাষা
তুমিয়ে মোৰ বুকুৰ বাণী,
তুমিয়ে মোৰ লীলাময়ী,
তুমি মোহ স্বপ্ন-ৰাণী।"

—মাতৃভাষাক লৈ গোৱা এটি হৃদয়স্পৰ্শী গীত।

"বামুণী কোঁৱৰ", "অসম প্ৰতিভা", "ভাস্কৰ বৰ্মা", "বিপ্লৱী", "চন্দ্ৰকলা" প্ৰভৃতি ঐতিহাসিক আৰু সামাজিক নাটক আৰু "অপূৰ্ণ", "ধুৱলী-কুঁৱলী", "বিদ্ৰোহী", "আগ্নেয়গিৰি" আদি উপন্যাস ৰচয়িতা শ্ৰীদৈৱচন্দ্ৰ তালুকদাৰ বৰ্ণনা ভঙ্গী আৰু বিষয়-বস্তুৰ সৰলতাৰে এজন সহজ সৰল কবি। উদাহৰণ স্বৰূপে তেওঁৰ 'প্ৰেম পটৰপৰা' কবিতাটিৰ দুখাপিমান দেখুৱা হ'ল—

"ৰূপহী নইত মলোৱে পলৰে
কাৰৈ চেনিপুঠি যাৰে,
নাৱৰ টিঙত জুমুৰে আছাৰে
মুগা বিহা আঁৰে আঁৰে।

* * *

মলোৰ জুমুৰ দুইৰো প্ৰাণৰ
টনাটনি কোনে চায়?
নজনা নুশুনা নেদেখা ভোলেৰে
টানিছে গাভৰু ডেকা,
আজোৰা-আজুৰি হইছে কতনো
উঠিছে জোৱাৰ ভাটা
প্ৰেমৰ মধুৰ অনাসৃতা টান
হঠাতেই গ'ল জহি,
জুমু গাভৰুৱে মূছকছ গই
পানীত পৰিল খহি।"

"কিৰণ ৰথ" বোলা কবিতা গ্ৰন্থৰ গ্ৰন্থকাৰ শ্ৰীটঙ্কেশ্বৰ শৰ্মা বৰুৱাদেৱকো কবি হিচাপে নিশ্চয় আদৰি লব পাৰি। তেওঁৰ 'জ্ঞানাঞ্জন' বোলা কবিতাতে তেওঁৰ চিন্তাশীল চিত্তৰ অনুভূতি প্ৰকাশ পাইছে—

"যজ্ঞৰ কুণ্ডত যাৰ জনম প্ৰথম,
সৃষ্টিবীজ শাশ্বত প্ৰাণ অনুপম,
সেই হেন দেৱতাৰ পুৰোহিত জন,
পশ্চিমত বহি থাকে জয় কৰি মন।
পূবৰ অৰুণ যাৰ ৰথৰ সাৰথি
সেই দেৱ, জগতৰ জাগ্ৰত কবি।"

ৰুচিছ যুগৰ (জোনাকী বিজুলীৰ অলপ পিছৰে) কবি-সাহিত্যিক ৺দুৰ্গেশ্বৰ শৰ্মা, সাহিত্য-ৰত্ন ৺চন্দ্ৰধৰ বৰুৱা প্ৰমুখ্যে ৺কৃষ্ণপ্ৰসাদ আগৰৱালা, লক্ষীধৰ শৰ্মা, ৺পদ্মনাথ শৰ্মা,

৺সিংহদত্ত অধিকাৰী, ৺ধানেশ্বৰ হাজৰিকা, শ্ৰীসীতানাথ ব্ৰহ্ম চৌধুৰী, শ্ৰীশশীকান্ত গগৈ, শ্ৰীভৱপ্ৰসাদ ৰাজখোৱাৰ নামো কবি-সাহিত্যিক হিচাপে উল্লেখযোগ্য।

উল্লিখিত পুৰণি কবিসকলত বাজেও এই যুগত নতুনকৈ উঠি অহা ডেকা কবি কেইজন মানৰ নামো এইখিনিতে নলৈ নোৱাৰি।

শ্ৰীভুবনচন্দ্ৰ ফুকনৰ এতিয়ালৈকে তিনিখন গ্ৰন্থ প্ৰকাশিত হৈছে—"শতদল", "অৰুন্ধতীৰ কাহিনী", "সত্য কিংবা মায়া"। কবিতাৰ এটা প্ৰধান গুণ হৈছে ভাবৰ বিশালতা (Immensity)। তেওঁৰ আটাইবোৰ কবিতাৰ ভিতৰেদি এই বিশালতাৰ স্পৰ্শ অনুভৱ কৰিব পাৰি।

গীতি-কবি ৺মলিনচন্দ্ৰ বৰা আজি আমাৰ মাজত নাই। দুখৰ বিষয় এই উঠি অহা গীতি-কবিজনে অলপতে ইহলীলা সংবৰণ কৰিলে। তেওঁৰ "বেণু" আৰু "সুৰৰ কবিতা" বোলা গীতি-কবিতাৰাশিয়ে—গীতৰ ধ্বনিৰে তেওঁলৈ নিশ্চয় আমাক মনত পেলাই থাকিব।

"আলোক পথৰ যাত্ৰী" আৰু "কৰণিৰ ফুল" নামৰ গীতি-কবিতাৰ পুথি ৰচয়িতা শ্ৰীঅনন্ত দেৱ শৰ্মাৰ নামো উদীয়মান কবি হিচাপে উল্লেখযোগ্য।

উদীয়মান কবি শ্ৰীনগেন ব'ৰাৰ তিনিখন সুন্দৰ কবিতা পুথি প্ৰকাশ হৈছে—"অসম জীয়াৰী" "আধা মেলা ফুল" আৰু "দশমী"। তেওঁৰ তিনিওখন পুথিতে ভাব, ভাষা আৰু ছন্দৰ মিলিত' ঝংকাৰ শুনা যায়। বহুতো উদীয়মান ডেকা কবিৰ কবিতাত তেওঁৰ দৰে ভাষাৰ স্বাভাৱিক হিল্লোলটোও নাই।

উল্লিখিত উদীয়মান কবিসকলত বাজেও "পৰাণৰ তান" (গীতিমালিকা) ৰচয়িতা শঙ্কৰ মজুমদাৰ, "অৰূপমতৃষ্ণা" ৰচয়িতা হৰেন্দ্ৰদেৱ গোস্বামী, "তুমি আৰু মই" ৰচয়িত্ৰী শুচিব্ৰতা ৰায় চৌধুৰী, "সঁহাৰি" ৰচয়িতা নবীন বৰদলৈ, "ভিখাৰী" ৰচয়িতা হেমকান্ত ডুবৰা আদি ডেকা কবিসকলৰ নামো এইখিনিতে উল্লেখযোগ্য।

আমাৰ ভাষাত সম্প্ৰতি এক নৱধৰণৰ কবিতা আৰম্ভ হৈছে, বৰ্ত্তমান যুগৰ পঞ্চম দশকৰ মাজ ভাগতে 'জয়ন্তী' কাকতৰ জৰিয়তে। ৺ভৱানন্দ দত্ত, ৺অমূল্য বৰুৱা আদিৰ কবিতাতেই এই কাব্য-ধাৰাৰ উন্মেষ হয়। তাৰ পাছত হেম বৰুৱা আৰু নৱকান্ত বৰুৱাই ইয়াৰ গুৰি ধৰে। নৱকান্ত বৰুৱাৰ "এটি ছুটি এঘাৰটি তৰা", আৰু মহেন্দ্ৰ বৰা সম্পাদিত "নতুন কবিতা"ৰ 'হে অৰণ্য হে মহানগৰ', হেম বৰুৱাৰ "বালিছন্দা" নিচিনা কবিতাকে এই নতুন যুগৰ কবিতাৰ অৱদান স্বৰূপ বুলি কব পাৰি। 'ৰামধেনু' কাকতত এই নব্য কবিতাৰ বিস্তৃতি আৰু পৰিপোষণ। এই কবিসকলৰ ভিতৰত উল্লেখযোগ্য হ'ল—হেম বৰুৱা, নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, হোমেন বৰগোহাঞি, নীলমণি ফুকন (ডেকাজন), বীৰেশ্বৰ বৰুৱা, দীনেশ গোস্বামী, হৰি বৰকাকতি, নিৰ্ম্মলপ্ৰভা বৰদলৈ, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, মহিম বৰা আৰু ভালেমান নবীন কবি।

সাম্প্ৰতিক কবিতা আৰু কবিসকল

"অসমীয়া সাহিত্যৰ ইতিবৃত্ত" ৰচয়িতা ডাঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱে এই সম্পৰ্কত লিখিছে—"এই কবিতা এতিয়াও সময়ৰ পৰীক্ষাত উত্তীৰ্ণ হোৱা নাই, কিন্তু 'বহুজন হিতায় আৰু

বহুজন সুখায়' যদি হ'ব নোৱাৰে তেনে এই কাব্যধাৰাৰ ভৱিষ্যৎ সম্পৰ্কে আমি সন্দেহহীন হব নোৱাৰোঁ।

বৰ্ত্তমান গোটেই জগতত এটা বোল উঠিছে বাস্তব সাহিত্যৰ, বাস্তব কবিতাৰ। সাহিত্যৰ এই বাস্তববাদ আহিছে প্ৰগতিবাদ-মাৰ্ক্সবাদ ( Marxism ) আদিৰ পৰা। এই বাস্তববাদী সাহিত্য-কাব্য বোলে হব লাগে প্ৰকৃতিৰ অৰ্থাৎ বহিৰ্জগতৰ আৰু মানুহৰ, জীৱনৰ ঘটনাৰ হুবহু এটা ফটো ( Photo ) হে, চিত্ৰ ( Picture ) নহয়। বাস্তববাদীৰ মতে 'ফটো' হ'ল সত্যৰ প্ৰতিকৃতি, আদৰ্শ হেনো তাৰ বিকৃতি ( ? )। এই মত মানি ললে সুধিবৰ মন যায় যে, পুলিচৰ ৰোমাঞ্চকৰ ( Sensational ) খুনি মামলাৰ নথিবিলাক যদি হুবহু ছপাই উলিওৱা যায়, তেন্তে সি সাহিত্য বা কাব্য হব নে নহয় ? কালিদাসৰ "মেঘদূত" কাব্যখন উক্ত 'বস্তুতান্ত্ৰিক' নহয়, কিন্তু 'মেঘদূত' পঢ়ি মানুহে যাক যিটো ৰস অনুভৱ কৰে, যিটো আনন্দ আৰু সৌন্দৰ্য্য পায়, সেইটো বাস্তৱ ( Psychologically real ) হয় নে নহয়,—অৰ্থাৎ মানুহৰ মনে পোৱা সেই ৰসটো, আনন্দটো, সৌন্দৰ্য্যটো প্ৰকৃত বা বাস্তৱ হয় নে নহয় ? যদি হয়, তেন্তে কাব্যৰ বাস্তৱতা ( Reality ) মানুহৰ অনুভূতিতহে, ৰস আস্বাদনতহে নহয় জানো ?

কাব্য-সাহিত্য যুগে যুগে বেলেগ বেলেগ মূৰ্ত্তি লৈ ওলালেও অৰ্থাৎ কাব্য-সাহিত্য এক হিচাপে যুগন্ধৰ হলেও, সাহিত্যৰ যিটো নিত্য ধৰ্ম্ম তাৰ কিন্তু পৰিবৰ্ত্তন নহয়। সেই দেখি সি যুগাতীতও। আকাশত যেনেকৈ একে সময়তে ক'ৰবাত ৰ'দ, ক'ৰবাত বৰষুণ, কাব্য-সাহিত্যৰ, কবিতাৰ ৰস আস্বাদনতো তেনেকৈ মানুহৰ হৃদয়ত ক'ৰবাত ৰ'দ, ক'ৰবাত বৰষুণ, অৰ্থাৎ একে কাব্য, একে কবিতাকে পঢ়ি যদি পাঁচজনে নথে ৰস, নথে আনন্দ উপভোগ কৰে, দহজনে হয়তো নকৰে। এই কাৰণেই সকলো দেশতে সকলো কবি বা সাহিত্যিক একে সময়তে সৰ্ব্বজন-সমাদৃত হোৱা প্ৰায়েই দেখা নাযায়। সেই দেখি ভৱভূতিয়ে সদৰ্পে কৈ গৈছে—

"উৎপৎস্যতেহস্তি মম কোঽপি সমানধৰ্ম্মা
কালোহয়ং নিৰবধিৰ্বিপুলা চ পৃথ্বী।"

অৰ্থাৎ মোক বুজিবলৈ বা মোৰ কাব্যৰসত আপ্লুত হবলৈ জানো কোনোবা মোৰে সৈতে সমানধৰ্ম্মা।

আজিকালি যুগলক্ষণ চাইহে কাব্য-সাহিত্যৰ উৎকৃষ্টতা নিকৃষ্টতাও নিৰ্ণীত হবলৈ ধৰিছে। ভৱভূতিৰ কথামতে চালে ই কেৱল যুগ-লক্ষণৰ ওপৰতেই নিৰ্ভৰ নকৰে নিশ্চয়। কাব্য-সাহিত্য যেতিয়া মূলতে মন্ময় ( Subjective ) তেন্তে ই মাইকৈ নিৰ্ভৰ কৰে তাক প্ৰকাশ কৰিব পৰা প্ৰতিভাৰ ওপৰত হে। কিন্তু এই প্ৰতিভাৰো নানা স্তৰ আছে। কাব্য-সাহিত্য সৃষ্টি কৰা আটাইবোৰ প্ৰতিভা সমান স্তৰৰ নহয়, আটাইবোৰ কালিদাস, ভৱভূতি বা ছেক্সপিয়েৰ, মিল্টন নহয় :—

"যতেক চটক দেখা যাৰ যেন মত পখা
সেহি মতেসে উৰয়॥" —শঙ্কৰদেৱ

—সেই দেখি প্ৰায় একে সময়তে সাহিত্য জগতত যেনেকৈ বাৰ্ণাৰ্ড শ, টলাৰ প্ৰভৃতি তথাকথিত বাস্তৱবাদী ( Realistic ) মূৰ্ত্তি লৈ ওলাইছে, সেইদৰে মেটাৰলিঙ্ক, ৰবীন্দ্ৰনাথ, ঈটচ্ প্ৰভৃতি ৰহস্যবাদী ( Mystic ) হৈও উদয় হৈছে। কাজেই সাহিত্য কাব্য হিচাপে পৃথিবীৰ যুগটো যে কাৰ আৰু কি যুগ তাক নিৰ্ণয় কৰা কম কথা নহয়।

সৌ আকাশৰ ৰামধেনুখন ৰঙা, নীলা আদি সাতোটা ৰবণ মিহলি হৈও বগা হোৱাৰ দৰে—এই কাব্য-সাহিত্যবো দৰ্শন, বিজ্ঞান—এই যুগ সেই যুগ মিহলি হৈও প্ৰকৃত কাব্য-সাহিত্য হব পাৰিলে সিয়েই চিৰন্তন কাব্য-সাহিত্য—কবিতা নহৈ নোৱাৰিব। কবি ৱৰ্ডচওৱৰ্থে আকাশৰ ৰামধেনুখন দেখি নেদেখাই দেখাৰ দৰে আনন্দতে বিভোৰ হৈ কোৱাৰ দৰে আমিও তেওঁৰ লগতে যেতিয়াই তেতিয়াই চিৰন্তন কাব্য-সাহিত্য পালে কব পাৰিম—

"আকাশৰ ৰামধেনুখন
দেখোঁ মই যেতিয়াই
হিয়া মোৰ উল্লাসতে
—উঠে জঁপিয়াই।

এইদৰে জীৱনৰ আৰম্ভতো
উঠিছিল হাঁয়
এতিয়া হলোঁহি ডেকা
এতিয়াও সিদৰেই
উঠে জঁপিয়াই।

বুঢ়া হ'ম যেতিয়া
তেতিয়াও একেদৰে সেই,
একেদৰে হিয়া মোৰ
উঠিব উঠিব জঁপিয়াই,
নুঠে যদি, ভাল মই
একেবাৰে মৰিয়ে যোৱাই।"

—এই ৰামধেনুখনৰ দৰেই প্ৰকৃত কাব্য-সাহিত্য বা কবিতাও ৰসজ্ঞ বা ৰসগ্ৰাহী পাঠকলৈ চিৰ-নতুন হৈয়ে থাকিব।

**গীতি-কবিতা আৰু সংগীত**

গীতি-কবিতা আৰু সংগীত গাই গাই লগালগি। সংগীত, গীত, বাদ্য আৰু নৃত্য তিনিওটাৰ সমন্বয়। কবিতাৰ কেৱল গীতধ্বনিহে। গতিকে কবিতাৰ লগতে সংগীতৰ খাইকৈ এই যুগৰ গানৰ কথাও উলুকিয়াই যোৱা সমীচীন।

এই যুগত প্ৰথমতে অসমীয়া সংগীত-ওজা ৺লক্ষ্মীৰাম বৰুৱাই বৈজ্ঞানিকভাৱে সংগীত

চৰ্চ্চাৰ প্ৰচলন কৰে।" প্ৰথমে তেওঁ হিন্দুস্থানী সংগীতেৰেই প্ৰচাৰ কৰিছিল। মুঠতে নতুন যুগত পশ্চিমবৰপৰা বঙ্গলাৰ যোগেদি অহা—সাংস্কৃতিক সম্পদৰ চকুমকণিত অসমীয়া সংস্কৃতিক গ্ৰাম্য বুলি ভাবি অসমীয়া সংগীতৰ বৰগীত, বিহুগীত, আইনাম, ধাইনাম, বিয়ানাম আদি বহুদিনৰ নিজৰ জতুৱা অসমীয়া সংগীতলৈ সেই সময়ৰ শিক্ষিত অসমীয়া সমাজ আওকণীয়া হৈয়ে আছিল। শ্ৰীপদ্মধৰ চলিহাৰ "ফুলনি" বোলা গানৰ কিতাপখন যদিও বঙ্গলুৱা সুৰতে ওলাইছিল, তথাপি তাৰ গানেই অসমীয়া শিক্ষিত ডেকা সম্প্ৰদায়ৰ অসমীয়া গানলৈ ধাউতি বঢাই দিলে। ৺জ্যোতিপ্ৰসাদ আগৰৱালাই অসমীয়া সংগীত জগতলৈ তেওঁৰ বিখ্যাত নাট "শোণিত কুঁৱৰী"ৰ যোগেদিয়েই বনগীত, আইনাম, বিয়ানাম আদি বিবিধ অসমীয়া সুৰৰ ঝঙ্কাৰত তুলি দিলেহি আকৌ এটা জাতীয় কম্পন। এই যুগৰ অসমীয়া সংগীতত তেওঁৱেই যেন পাতি দিলেহি "গছে গছে ফুলৰে শৰাই"।

সু-গায়ক শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাৰ সহযোগত অসমীয়া গান, সুৰ-ৰচক শ্ৰীপ্ৰসন্নলাল চৌধুৰী, ৺কমলানন্দ ভট্টাচাৰ্য্য, শ্ৰীপাৰ্ব্বতীপ্ৰসাদ বৰুৱা, কমলাপ্ৰসাদ আগৰৱালা, মোহনলাল চৌধুৰী প্ৰভৃতি নব্য লেখক, গায়ক দলৰ চেষ্টাত অসমীয়া সংগীত এই নতুন ৰূপ ধৰি আগুৱাই আহিল।

এওঁলোকৰ পিছতে ক্ৰমে বিষ্ণুপ্ৰসাদ ৰাভা, কীৰ্ত্তিনাথ বৰদলৈ, মুক্তিনাথ বৰদলৈ, উমেশচন্দ্ৰ চৌধাৰী, আনন্দিৰাম দাস আদিৰ এই সংগীত ধাৰাত বিশেষ অৱদানো উল্লেখযোগ্য।

জ্যোতিপ্ৰসাদৰ "শোণিত কুঁৱৰী" নাটৰ উষা-অনিৰুদ্ধৰ সপোনতে হোৱা প্ৰেমৰ কথাটো চিত্ৰলেখাই নাচি নাচি গোৱা গানটোতেই যেন সেই স্বপ্নবৎ সুৰত বাজি উঠিল—

"নিজৰি, নিজৰি, নিজৰি নিজৰি কোন সুৰে গান গাই।
প্ৰাণ মতলীয়া কৰা আলসুৱা ইকিনো মায়া, ইকিনো মায়া।"

অসমীয়া এই নতুন গীতৰ চানেকি স্বৰূপে ৺কমলানন্দ ভট্টাচাৰ্য্যৰ বীণত বাজিবলৈ ধৰিলে—

"চৰাই হালধীয়া, পাখিও ধুনীয়া,
মাতিলি অমাতৰ মাত
বিনন্দীয়া, মাতিলি অমাতৰ মাত।
আমোলাই বননি, উঠিলে বিননি, কি জুই লগালি গাত,
ঐ বলিয়া, কি জুই লগালি গাত?"

* * *

শ্ৰীপাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ বীণত বাজিল—

"সোণৰ হৰিণা তই
ক'ত দেখিলি?
ছা-জুইৰ পোহৰত
ধন দেখিলি।"

৺জ্যোতিপ্ৰসাদৰ পিছতে তেওঁৰ উত্তৰাধিকাৰী হিচাপে সংগীতজ্ঞ ডঃ ভূপেন হাজৰিকাই বৰ্ত্তমান অসমীয়া সংগীত সাগৰত সাঁতুৰি আছে। তেওঁৰ গানৰ আৰ্হি স্বৰূপে তেওঁৰ বিখ্যাত গান—

(১) "সাগৰ সঙ্গমত কতনা সাঁতুৰিলো
তথাপিতো হোৱা নাই ক্লান্ত
তথাপি মনৰ মোৰ প্ৰশান্ত সাগৰৰ
উৰ্ম্মিমালা অশান্ত।"

(২) "কত জোৱানৰ মৃত্যু হ'ল ?
কাৰ জীৱন-যৌৱন গ'ল ?
সেই মৃত্যু অপবাজেয় ?
তেনে মৃতক নহলোঁ মই কিয় ?"

আদি গীতলৈ আঙুলিয়াব পাৰি।

ডঃ হাজৰিকাৰ লগে লগে বৰ্ত্তমান সংগীত জগতত সুখ্যাতি অৰ্জ্জন কৰা কদ্ৰ বৰুৱা, পুৰুষোত্তম দাস, আনন্দিৰাম দাস, নৱকান্ত বৰুৱা, কেশৱ মহন্ত, লক্ষহীৰা দাস, নিৰ্ম্মলপ্ৰভা বৰদলৈ, ৺মলিনচন্দ্ৰ বৰা, কেশৱানন্দ গোস্বামী আৰু আলিমুন্নিছা পিয়াৰৰ নাম নলৈ নোৱাৰি। গুৱাহাটী 'আকাশবাণী'ৰ যুগে প্ৰচাৰিত হৈ থকা এই গীতিকাৰসকলৰ গীত শুনা অসমৰ সংগীতানুৰাগীসকলৰ মাজত বোধকৰোঁ কেও নাই।

কবিবৰ শ্ৰীঅম্বিকাগিৰি ৰায়চৌধাৰীয়েই প্ৰথমে এই যুগত অসমীয়া শিক্ষিত সমাজৰ মন আকৰ্ষণ কৰে অসমীয়া বৰগীতলৈ তাক কিছু সঞ্চালনি কৰি দি। অসমীয়া ভাষা আৰু জাতীয় সংস্কৃতি যে অষ্ট্ৰিক, বড়ো আদি সংস্কৃতিৰো স্পৰ্শতহে পূৰ্ণৰূপে জ্বলি উঠিছে তাক আমাৰ বিহুগীত বিহুনাচ আদিয়েই দেখুৱাব লাগিছে—

"ক'ত এনে মিৰিনাচ, ক'ত এনে বিহু
ক'ত পাবা জগা গাইৰ এনেকুৱা ফেঁহু।"

অসমীয়া হিন্দু সংস্কৃতিয়ে আকৌ বিহুক হুঁচৰি কীৰ্ত্তনেৰে সামৰি লৈ যেন অসমীয়া বিহুৰ ( বসন্তোৎসৱৰ ) এটা পূৰ্ণ ৰূপ দিছে—

"কৃষ্ণাইৰ মুৰৰে বকুল ফুল এপাহি
নিয়ঁৰ পাই মুকলি হ'ল ঐ
গোবিন্দাই ৰাম।"

আকৌ বিহুতলিত যেতিয়া বনগীত ওলায়—

"ঘৰতো নৰহে মন সমনীয়া
পৰতো নৰহে মন
কমোৱা তুলাবোৰ যেনেকৈ উড়িছে
তেনেকৈ উড়িবৰ মন।"

—তেতিয়া হয়তো আমাৰ ঘৰে ঘৰে হুঁচৰিবো ধ্বনি হয়—

"কুঞ্জে কুঞ্জে ধেনু চৰাই
বংশী ধৰি নাচে কানাই
মোহন মুৰলী বেণু
কেনৈ বজালা, কেনৈ বজালা
ক'তে গই আছা গই নন্দকানাই ঐ
গোপালে চৰালে ধেনু।"

ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰাই সম্পাদিত "বৰফুকনৰ গীত"ত আছে—

"আই সৰেচণ্ডী দেৱী পাৰেৱতী
তোমালৈ বঢ়াই যাওঁ মলা
পাহৰা পদকে সোঁৱৰাই দি যাবা
যেনে পাঁজি কটা শলা।"

এইফাকিত অসমীয়া খকৱা কথাৰে হয়তো নিৰক্ষৰ কবিৰ Invocation to Muse অৰ্থাৎ কাব্য দেৱী বা বীণা দেৱীলৈ আহ্বান জনোৱা হৈছে।

"কালহীবা চেলেকী বুঢ়াগোহাঁই নৰকী
বাতিয়েই সৰকি গ'ল।"

এই কেইফাকিয়ে এপিনে যদিও অসমৰ ৰাজক্ষমতাৰ ধৰণী স্বদেশপ্ৰাণ পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙৰীয়াৰ প্ৰতি অকৃতজ্ঞতা আৰু অবিচাৰৰ পৰিচয় দিছে, আনপিনে কিন্তু ই অসমীয়া জাতিৰ প্ৰগাঢ় স্বদেশ-প্ৰেমৰও পৰিচয় নিদি থকা নাই।

বন্ধুবৰ বুৰঞ্জীবিদ শ্ৰীবেণুধৰ শৰ্ম্মাদেৱে গোটোৱা পৃথুৰ বৰকাকতীৰ গীতটো অসমীয়া বেলেডৰ এডোখৰ বাখৰ পতোৱা হীৰা—

"ধনেৰে চহকী পৃথু বৰকাকতী
ঘৰতে লাগিলে জুই
ধনবোৰ উতলি বাৰীখন বান্ধিলে
যেন ইটাগুৰিৰ দুই।
অতি বৰচহকী পৃথু বৰকাকতী
সোণেৰে বন্ধোৱা পেৰা
চমুৱা ছাহাবো ওলাই বৈ থাকে
চকুৱে দেখাবে পৰা।"

—এই ফাকিবোৰ বুটিছৰ দিনবো শেষলৈকে থকা অসমীয়া জাতিৰ ঐশ্বৰ্য্য গৌৰৱত বিজুলী চমক পেলাই দিছে।

ইমান পৰে বৃটিছ যুগলৈকে হোৱা আমাৰ সাহিত্যৰ Better half অৰ্থাৎ উত্তমাঙ্গৰ (কাব্য, কবিতা, গীত আদি) কথা কোৱা হ'ল। এতিয়া বাকী অৰ্দ্ধাংশ অৰ্থাৎ নিম্নাঙ্গৰ কথা অন্ততঃ থুলমূলকৈ কৈ সমগ্ৰ অঙ্গৰ অৰ্থাৎ এই যুগৰ আমাৰ ভাষা-সাহিত্যৰ বিষয়ে সমগ্ৰ-ভাৱে যি পৰা যায় কৰলৈ চোৱাই ভাল।

ইংৰাজ আগমনৰ আগতে অৰ্থাৎ শঙ্কৰী আৰু বৃটিছ যুগৰ মাজৰ কালডোখৰত আমাৰ দেশ মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণে জুৰুলা কৰে। সেই সময়ত আমাৰ সাহিত্যও মৃতপ্ৰায় অৱস্থাত। তাৰ পিছতে ইংৰাজ ৰাজত্ব আহিল—লগে লগে আমাৰ ভাষাৰ বুকুতো পৰিলহি এটা বাঘচকা। অসমীয়া ভাষা বোলে এটা স্বকীয়া ভাষা নহয়—ই বঙ্গলাৰে অপভ্ৰংশ মাথোন। অসমত ইংৰাজ ৰজাৰ ৰাজকাৰ্য্য চলোৱা যন্ত্ৰৰ কাণত এই মন্ত্ৰ দিলে এই যন্ত্ৰৰ বঙ্গালী কেৰাণীসকলেই। ১৮৩৭ চনৰপৰা প্ৰায় ছকুৰি বছৰ [১৮৭৩-৭৪ চনলৈকে] অসমীয়া ভাষা-সাহিত্যৰ পক্ষে ঘোৰ অন্ধকাৰ যুগ—বৰ ছৰ্দ্দিন, অসমৰ ল' কলেজ, আদালতত অসমীয়াৰ সলনি চলিবলৈ ধৰিলে বঙ্গলাহে। এই ছৰ্য্যোগটো, এই বাঘচকাটো চম্ভালোতেই আমাৰ বহু সময় বিফলে গ'ল। ৰাতিৰ পিছত দিন অহাৰ দৰে বেপ্টিষ্ট মিশ্যনাৰীসকলৰ পুৰুষাৰ্থত 'অৰুণোদয়' কাকতৰ জন্ম হ'ল। ৺আনন্দৰাম ঢেকিয়াল ফুকন, ৺হেমচন্দ্ৰ বৰুৱা, ৺গুণাভিৰাম বৰুৱাৰ আবিৰ্ভাৱ হ'ল।

বেপ্টিষ্ট মিশ্যনাৰীসকল যদিও ঘাইকৈ খৃষ্টধৰ্ম্ম প্ৰচাৰৰ কাৰণেই অসম পাইছিলহি, তথাপি তেওঁলোকেই লুপ্তপ্ৰায় অসমীয়া ভাষা আৰু সাহিত্যক জীপ দি তাক অকাল মৃত্যুৰপৰা ৰক্ষা কৰিলেহি বুলি কলেও অত্যুক্তি কৰা নহব। প্ৰথমে ১৮২৪ চনত শিৱসাগৰত ছটা ছপা যন্ত্ৰ স্থাপিত কৰে তেওঁলোকেই। তেওঁলোকৰ লগতে অসম দেশৰ ৰামমোহন ৰায় স্বৰ্গীয় আনন্দৰাম ঢেঁকীয়াল ফুকনে এই সন্ধিক্ষণত কি কৰিলেহি তাক নিশ্চয় সকলোৱে জানে। এই ঢেঁকীয়াল ফুকনেই মাতৃভাষাক পুনৰ অসমৰ শিক্ষা মন্দিৰত, ৰাজ আদালতত আনি প্ৰতিষ্ঠিত কৰিবলৈ যুদ্ধ দিলে। তেখেতৰ এই সময়ৰ ইংৰাজীৰে লিখা "A few remarks on Assamese language" নামৰ পুস্তিকাই বিশেষভাৱে উল্লেখযোগ্য। তেওঁ এই কিতাপতে অকাট্য যুক্তিৰে প্ৰমাণ কৰি দেখুৱাইছে যে অসমীয়া ভাষা বঙ্গলাৰ অপভ্ৰংশ নহয়, ই এটা স্বতন্ত্ৰ ভাষা। এই সময়তে মিশ্যনাৰীসকলেও অসমীয়া আলোচনী 'অৰুণোদয়' প্ৰকাশ কৰে আৰু ইয়াৰ পাছতে নাথান ব্ৰাউনৰ অসমীয়া ভাষাৰ ব্যাকৰণ আৰু ডক্টৰ ব্ৰন্সনৰ অসমীয়া ভাষাৰ অভিধানো প্ৰকাশ হয়।

অসমীয়া সাহিত্যত ঢেঁকীয়াল ফুকনৰ চিৰস্মৰণীয় অৱদান হৈছে তেখেতৰ চাৰিশ পিঠিয়া "অসমীয়া ল'ৰাৰ মিত্ৰ"—ছুই খণ্ড।

৺হেমচন্দ্ৰ বৰুৱা আৰু ৺গুণাভিৰাম বৰুৱা

৺ঢেঁকীয়াল ফুকনৰ পাছতে আমাৰ ভাষা-সাহিত্যৰ কৰ্ণধাৰ স্বৰূপে ওলাল ৺হেমচন্দ্ৰ বৰুৱা আৰু ৺গুণাভিৰাম বৰুৱা। এই দুইজন লেখকেই 'অৰুণোদয়'ৰ দিনৰ অসমীয়া সাহিত্যৰ মিশ্যনেৰী স্তৰৰ অৱসান ঘটাই এটা নতুন স্তৰ আৰম্ভ কৰিলে। এই দুয়োজন লেখকৰ হাতত্তে প্ৰথমে অসমীয়া গন্তই বিশুদ্ধৰূপ ধাৰণ কৰি 'অৰুণোদয়'ৰ সেই খৃষ্টিয়ানী গদ্যৰ আধাফুটা থুনুক্-থানাক্ মাত এৰি স্বাভাৱিক মাত লবলৈ ধৰে।

ওপৰত দেখুৱাই অহা ইংৰাজী ৰোমাণ্টিক কবিতাৰ স্পৰ্শত অসমীয়া কবিতা যেনেকৈ সৃষ্টিধৰ্মী হৈ ওলাল, তেনেকৈ সৃষ্টিধৰ্মী অসমীয়া গদ্য সাহিত্যৰো আৰম্ভ হ'ল এই দুজন অসমীয়া লেখকৰ হাততে। ৺হেমচন্দ্ৰ বৰুৱাৰ "কাণীয়া কীৰ্ত্তন" আৰু "বাহিৰে বং চং ভিতৰে কোৱাভাতুৰী" বোলা তীব্ৰ ব্যঙ্গব্যাপাত্মক (Satire) নাট দুখনেই তাৰ প্ৰথম উদাহৰণ। অৱশ্যে "কাণীয়া কীৰ্ত্তন" বৰ্ত্তমান যুগৰ দ্বিতীয় নাটকহে। প্ৰথম নাটক হৈছে ৺ৰমাকান্ত চৌধাৰীৰ "সীতা হৰণ" পৌৰাণিক নাট। ("অভিমন্যু বধ" তেৱেঁই ৰচনা কৰা অমিত্ৰাক্ষৰ ছন্দৰ প্ৰথম কাব্য।)

৺হেমচন্দ্ৰ বৰুৱাৰ কীৰ্ত্তিস্তম্ভ তেওঁৰ "হেমকোষ", যদিও জীৱদ্দশাত তেওঁ তাৰ প্ৰকাশ দেখিবলৈ নেপালে। ১৯০০ খৃষ্টাব্দত ৺হেমচন্দ্ৰ গোস্বামী আৰু গৰ্ডন চাহাবৰ চেষ্টাতে "হেমকোষ" ছপা হৈ ওলাল। এই হেমকোষৰ কথা সুঁৱৰি বিখ্যাত কবি ৺পদ্মনাথ গোহাঞিবৰুৱাই লিখিছিল—

"হেমৰ কোষেৰে ওথ দোল বান্ধি
ভাষাক সাৰথি ধৰি,
দুমাৰ লগীয়া অসমীয়া নাম
ৰাখিলে জিলিকা কৰি।"

'হেমকোষ' ৺হেম বৰুৱাৰ কীৰ্ত্তিস্তম্ভৰদৰে ৺গুণাভিৰাম বৰুৱাৰ কীৰ্ত্তিস্তম্ভ হৈছে তেওঁৰ বিখ্যাত "অসম বুৰঞ্জী"। ৺হেমচন্দ্ৰ বৰুৱা অপূৰ্ব্ব পাণ্ডিত্য আৰু ভাষা-জ্ঞানৰ পৰিচায়ক "হেমকোষ"ত বাদেও "অসমীয়া ব্যাকৰণ", "অসমীয়া ল'ৰাৰ ব্যাকৰণ", "পঢ়াশলীয়া অভিধান" আৰু "আদি পাঠ", "পাঠমালা", "স্বাস্থ্যৰক্ষাৰ নিয়ম" (Way to Health নামৰ ইংৰাজী কিতাপৰ অনুবাদ) প্ৰভৃতি পঢ়াশলীয়া কিতাপো লিখি অসমীয়া সাহিত্যক বাট লগাই দি তাৰ ভবিষ্যৎ ৰচনা কৰি গ'ল। ৺গুণাভিৰাম বৰুৱাইও হেমচন্দ্ৰৰ দৰেই সৃষ্টিমূলক সাহিত্য 'ৰামনৱমী' নাট লিখি উলিয়ায়, এই নাটখনত ভাৰতীয় ঐতিহ্যৰ বিপৰীতে বিয়োগান্তক পৰিসমাপ্তি হৈছে (of tragic tend)।

নগাঁৱৰ ৺ৰুদ্ৰৰাম বৰদলৈৰ "বঙ্গাল-বঙ্গালনী" নাটক (১৮৭০), ৺দেবনাথ বৰদলৈৰ "হেমপ্ৰভা" আৰু "বৈদেহী-বিচ্ছেদ", হেমচন্দ্ৰ-গুণাভিৰামৰ কালচোৱাত ৰচিত হোৱা উল্লেখযোগ্য পুথি। ৺ৰুদ্ৰৰাম বৰদলৈৰ "বঙ্গাল-বঙ্গালনী" নাটকখন সুৰুচিপূৰ্ণ নহলেও সেই সময়ৰ অসমত বেপাৰ কৰিবলৈ অহা অনা-অসমীয়া লোকৰ ব্যভিচাৰী জীৱনৰ এটা চিত্ৰ। ৺দেবনাথ বৰদলৈৰ "হেমপ্ৰভা" নাটকখনেই ঐতিহাসিক পটভূমিৰ প্ৰথম গহীন নাটক।

৺হেমচন্দ্ৰ বৰুৱা "আসাম নিউজ" (ইংৰাজী অসমীয়া সাপ্তাহিক বাতৰি) কাকতৰ সম্পাদক হৈ আৰু ৺গুণাভিৰাম বৰুৱাই তেওঁৰ "অসম বন্ধু" (মাহেকীয়া আলোচনী)ৰ সম্পাদক হৈও অসমীয়া ভাষা-সাহিত্যক উন্নতি-পথত যথেষ্ট অগ্ৰসৰ কৰি দিলে। ৺হেমচন্দ্ৰ বৰুৱাৰ "আসাম নিউজ"ই অসমীয়া আখৰ জোঁটনিৰ মান (Standard) স্থিৰ কৰি দিয়ে। ১৮৮২-

১৮৮৫-ৰ ভিতৰতে এই কাকত দুখনে অসমীয়া ভাষা আৰু সাহিত্যক প্ৰগতি পথত বহুদুৰ আগুৱাই লৈ আহে। ১৮৮৫ চনত গুণাভিৰামৰ "অসম বন্ধু"ও বিবিধ ঐতিহাসিক প্ৰবন্ধ ধাৰাবে ওলাবলৈ ধৰে, কাকতখন অলপ দিনতে বন্ধ হোৱাত তালেমান ধাৰাবাহিক প্ৰবন্ধ আধৰুৱা হৈয়ে বৈ গ'ল। মুঠতে ক'বৰ হলে প্ৰথমে ৺হেমচন্দ্ৰ বৰুৱাই মৌলিক ব্যাকৰণ অভিধান ৰচি অসমীয়া আখৰ জোঁটনিৰ সুস্থিৰ ৰূপ দি আদৰ্শ অসমীয়া গদ্য-লেখকৰূপে এই যুগৰ আৰম্ভণীতে বঙলা ভাষাৰ ৺ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ দৰে অসমীয়া ভাষাৰ পিতৃ স্থান ( Father of the language ) অধিকাৰ কৰি আছে। লগতে গুণাভিৰামও ঐতিহাসিক গৱেষণা, জীৱন-চৰিত, ভ্ৰমণ বৃত্তান্ত, নাটক ৰচনা আৰু কাকত সম্পাদনেৰে সৈতে সকলো বিষয়তে অসমীয়া ভাষাৰ লেফ্‌টেনেণ্ট্‌—দুৱলীয়া নেতা স্বৰূপে পথপ্ৰদৰ্শক হৈ গৈছে।

এইখিনিতে সেই সময়ৰ মহিলা লেখিকা ৺ঢেঁকীয়াল ফুকনৰ দুহিতা ৺পদ্মাৱতী দেৱী ফুকননীৰ "সুধৰ্মাৰ উপাখ্যান" আৰু তেওঁৰ "হিত সাধিকা" নামৰ ছাত্ৰোপযোগী পুথি উল্লেখ-যোগ্য। ৺গুণাভিৰাম বৰুৱাৰ পত্নী ৺বিষ্ণুপ্ৰিয়া দেৱীৰ নৈতিক সাধুকথাৰ পুথি "নীতিকথা" আৰু দুহিতা স্বৰ্ণলতা দেৱীৰ "আহিঁ তিৰোতা"ও এই সময়ৰে পুথি।

হেমচন্দ্ৰ-গুণাভিৰামৰ পাছতে উল্লেখযোগ্য অসমীয়া লেখক সংস্কৃত শকুন্তলা নাটৰ প্ৰথম অনুবাদক ৺লম্বোদৰ বৰা, বি. এল। সেই সময়ৰ "আসাম বিলাসিনী" আৰু "অসম বন্ধু" কাকতত তেওঁৰ শ্ৰেষ্ঠ গদ্য অৱদান হৈছিল। তেওঁৰ "ল'ৰাবোধ" আৰু "জ্ঞানোদয়" শ্ৰেষ্ঠ ধৰণৰ শিশু উপযোগী পুথি। তেওঁৰ শক্তিশালী গদ্য ৰচনাৰ নিদৰ্শন "আনন্দৰাম বৰুৱাৰ জীৱন চৰিতৰ পাতনি" বোলা প্ৰবন্ধটোতে, যেনে—

"জগত যেতিয়া আন্ধাৰ ৰাতিৰ কোলাত অচেতন হৈ টোপনি গৈছিল ভাৰত তেতিয়া জ্ঞানৰ পোহৰেৰে ভোটা তৰাৰ দৰে জিলিকি আছিল।"

৺লম্বোদৰ বৰাৰ পিছতে অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰত৺হৰিবিলাস আগৰৱালা ( চন্দ্ৰ-কুমাৰ আগৰৱালাৰ পিতৃদেৱ ) আৰু ৰায়বাহাদুৰ ৺মাধৱচন্দ্ৰ বৰদলৈৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ৺হৰিবিলাস আগৰৱালাই ১৮৭৬ চনতে পোন প্ৰথমে মহাপুৰুষ শঙ্কৰদেৱৰ "কীৰ্ত্তন" পুথি, সাঁচিপতীয়া পুথি চাই কলিকতাত ছপাই আনি প্ৰকাশ কৰে। অকল কীৰ্ত্তনেই নহয়, মহাপুৰুষৰ ভাগৱতৰ দশম স্কন্ধকে আদি কৰি ক্ৰমে ভাগৱত আটাই কেইস্কন্ধকে প্ৰকাশ কৰে। মুঠতে ১৯ শতিকাৰ শেষ ভাগৰ ভিতৰতে মহাপুৰুষৰ "সীতা স্বয়ম্বৰ" নাট, "গুণমালা", "ভটিমা", বৰগীত আদিও ছপাই উলিয়ায় এই আগৰৱালা ডাঙৰীয়ায়েই। ইংৰাজী ভাষাত নাট্য সাহিত্য ঠিকৰূপে ওলোৱাৰ আগতে যে অসমীয়া ভাষাত সুন্দৰ নাট ৰচনা হৈছিল, বৰগীতৰ নিচিনা সংগীত আছিল, অসমত এই গৌৰৱৰ বাতৰি প্ৰথমে প্ৰচাৰিত হ'ল এই আগৰৱালা ডাঙৰীয়াৰ যত্নতে। অসমীয়া সাহিত্যৰ পুৰণি সম্পদ এইদৰে জগতৰ আগত দাঙি ধৰিবলৈ যত্ন কৰা এই সময়ৰ দ্বিতীয়জন লোক আছিল ৰায়বাহাদুৰ ৺মাধৱচন্দ্ৰ বৰদলৈ। অসমীয়া সাতকাণ্ড ৰামায়ণ বহু

৺হৰিবিলাস আগৰ-ৱালা আৰু ৺মাধৱচন্দ্ৰ বৰদলৈ

অৰ্থ ব্যয় কৰি প্ৰকাশ কৰে এই ৰবদলৈ ডাঙৰীয়াই। এই ৰামায়ণৰ পাততনিখনিয়েই ৰবদলৈ ডাঙৰীয়াৰ সাহিত্য চৰ্চ্চাত যথেষ্ট ব্যুৎপত্তিৰ পৰিচয় দিয়ে। ৰবদলৈ ডাঙৰীয়াৰ ৰামায়ণ ওলোৱাৰ আগেয়ে অসমীয়া মানুহে বঙ্গলা ৰামায়ণহে পঢ়িছিল, অথচ কেইবাটা শতাব্দীৰ আগতে নিজৰ ভাষাত লিখা ৰামায়ণ লুপ্ত বস্তুৰদৰে নিজৰ ঘৰতে লুপ্ত হৈ আছিল। ৰবদলৈ ডাঙৰীয়াই ১৮৩৫ চনত বৰপেটা সনাতন ধৰ্ম্ম-যন্ত্ৰৰপৰা পুৰুষোত্তম গজপতিৰ "দীপিকা ছন্দ" পুথিও প্ৰকাশ কৰে। এইদৰে ক্ৰমে পুৰণি অসমীয়া সাহিত্যৰ পুথিবিলাক পোহৰলৈ উলিয়াই থকাটোৱেই তেওঁৰ প্ৰধান লক্ষ্য আছিল, কিন্তু কালৰ কুটীলা গতিয়ে তেওঁক আৰু সময় নিদিলে।

উক্ত ৺আগৰৱালা আৰু ৰবদলৈক এৰিও এই প্ৰাচীন অসমীয়া সাহিত্যৰ পুথি প্ৰকাশত অসমৰ আউনীআটী সত্ৰৰ অবদানো স্মৰণীয় নিশ্চয়। সত্ৰাধিকাৰ পূজ্যপাদ ৺দত্তদেৱ গোস্বামীয়েই তেখেতৰ 'ধৰ্ম্মপ্ৰকাশ প্ৰেছ'ৰ যোগেদি প্ৰথমে "আসাম বিলাসিনী" পত্ৰিকা উলিয়ায়। তেখেতে "ৰুক্মিণী হৰণ" কাব্য, নাটক আৰু পুৰণি সাহিত্যৰ এই ধৰণৰ বহু পুথি প্ৰকাশ কৰে। "কাণখোৱা" বোলা পুথিখনো মহামহোপাধ্যায় ধাৰেশ্বৰ ভট্টাচাৰ্য্যৰ দ্বাৰাই সংস্কৃতত অনুবাদ কৰাই "কৰ্ণখাদক" নামে সংস্কৃতত উলিয়ায়। এই পুথি সেই সময়ৰ অসমীয়া সংস্কৃতজ্ঞ পণ্ডিত সমাজত সুন্দৰ সংস্কৃত কবিতা বুলি সমাদৃত হোৱা পুথি। ৺বেজবৰুৱাৰ "শঙ্কৰদেৱ আৰু মাধৱদেৱ" গ্ৰন্থৰপৰা জানিব পৰা যায় যে দক্ষিণপাত সত্ৰত মহাপুৰুষে নিজহাতে লিখা পুথি এখন আছে। অসম চৰকাৰ আৰু অসম সাহিত্য সভাই তাৰ এটা ফটোষ্টাড্ কপি ( Photostat copy ) ৰাখিবলৈ চোৱা নিশ্চয় কৰ্ত্তব্য।

অকল আউনীআটিয়েই নহয়, অসমৰ ধৰ্ম্ম, সাহিত্য-সংস্কৃতিৰ কেন্দ্ৰ স্বৰূপ চাৰিওখন সত্ৰই প্ৰাচীন অসমীয়া সাহিত্যৰ পোহৰত অসমীয়া জাতিক উদ্বোধিত কৰিছিল। এই সম্পৰ্কত বৰ্ত্তমান সময়ত গড়মূৰীয় সত্ৰাধিকাৰ পূজ্যপাদ ৺শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। আমাৰ দুৰ্ভাগ্য, আজি অলপ দিনৰ ভিতৰতে পূজ্যপাদ ৺গোস্বামী প্ৰভুৱে ইহলীলা সম্বৰণ কৰিলে। স্বাধীনতা সংগ্ৰামত চাৰিসত্ৰীয়া গোসাঁই হৈও গোস্বামী প্ৰভুৱে কংগ্ৰেছ-কৰ্ম্মী হিচাপে নিজে কাৰাবৰণ পৰ্য্যন্ত কৰি সামাজিক সংস্কাৰ সাধন কৰিবলৈ যি দেশহিতকৰ কামত হাত দিছিল তাক নিশ্চয় সকলোৱে জানে। তদুপৰি অসমীয়াত 'সনাতন ধৰ্ম্মৰ মুখপত্ৰ' নামে তেখেতে নিজে সম্পাদন কৰি যিখন তিনি-মহীয়া আলোচনী প্ৰকাশ কৰিছিল—সেইখন বাস্তৱতে বহুমূলীয়া আলোচনী হৈছিল। তাত অসমৰ ধৰ্ম্ম, সমাজ সংস্কাৰৰ সুন্দৰ চৰ্চ্চা কৰিছিল। পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰোঁ গোস্বামী প্ৰভুৰ সমাজ কল্যাণৰ তীব্ৰ কামনা যেন পশ্চাদগামী সকলোৱে অন্তৰত জ্বলি উঠে—আমাৰ জনজাতিৰ লোকসকলকো নিজৰ সমাজৰ ভিতৰত সামৰি লবলৈ।

গড়মূৰীয় সত্ৰাধিকাৰ

সেই সময়ৰপৰা "সাৰথি", "সাহিত্য বিচাৰ", "আকাশ ৰহস্য", "বহল ব্যাকৰণ" প্ৰভৃতি উল্লেখযোগ্য গ্ৰন্থ প্ৰণেতা ৺সত্যনাথ বৰা, ৺পানীন্দ্ৰ নাথ গগৈ (৺পদ্মনাথ গোহাঞিবৰুৱাৰ সৈতে লগ লাগি যুগুত কৰা "সাহিত্য সংগ্ৰহ" আৰু তেওঁৰ নিজৰ "ল'ৰা শিক্ষা"ৰ নিচিনা পঢ়া-

শলীয়া পুথিৰ গ্ৰন্থকাৰ) "খণ্ডবাক্য-কোষ" আৰু না-না তথ্যমূলক ৰচনা, "ভেকা-গাভৰু", "দুৰ্য্যোধনৰ উৰুভঙ্গ", "দক্ষযজ্ঞ", "দৰবাৰ", "কুৰি শতিকাৰ সভ্যতা", "অশিক্ষিতা বৈণী" প্ৰভৃতি বিবিধ নাট ও গ্ৰন্থ ৰচোঁতা। ৺বেণুধৰ ৰাজখোৱা অসমীয়া নাটৰ আন এজন গুৰি ধৰোঁতা।

৺ৰাজখোৱা ডাঙৰীয়াৰ লগৰে আন এজন লেখক ৺দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা। মজিন্দাৰ বৰুৱাৰ পৌৰাণিক নাট "বৃষকেতু", "গুৰুদক্ষিণা" আৰু ধেমেলীয়া নাট "নিগ্ৰো" "মহৰী" এই দুখন উল্লেখযোগ্য প্ৰহসন। এই ৺সত্যনাথ, ৺বেণুধৰ আৰু ৺দুৰ্গাপ্ৰসাদৰে পৰা ধৰি বিংশ শতাব্দীৰ মাজ ভাগলৈ—৺লক্ষ্মীনাথ, ৺পদ্মনাথলৈ বৈ অহা সাহিত্যিক সোঁতটোতে ওলালহি ৺চন্দ্ৰকুমাৰ আগৰৱলা, ৺আনন্দচন্দ্ৰ আগৰৱলা, ৺কমলাকান্ত ভট্টাচাৰ্য্য, ৺চন্দ্ৰধৰ বৰুৱা, ৺দুৰ্গেশ্বৰ শৰ্ম্মা, ৺নগেন্দ্ৰনাৰায়ণ চৌধুৰী, ঐতিহাসিক গৱেষক ৺ৰজনীকুমাৰ পদ্মপতি, ৺সেনাপতি দেৱশৰ্ম্মা, ৺হৰিনাৰায়ণ দত্তবৰুৱা প্ৰভৃতি লেখকসকলক পদ্য গদ্য উভয়বিধ ৰচনাৰ ঢৌ তুলি। এই সকলৰ ভিতৰত "বাঁহী"ত ধাৰাবাহিক ভাৱে গুটিদিয়েক চিন্তাৰ ঢৌ প্ৰবন্ধ লিখোঁতা আৰু "কঃ পন্থা" গ্ৰন্থ লিখোঁতা ৺কমলাকান্ত ভট্টাচাৰ্য্যকে মৌলিকত্বপূৰ্ণ চিন্তাশীল দাৰ্শনিক ৰচনাৰ আৰ্হি দেখুৱাওঁতা লেখক বুলি কব পাৰি।

সৃষ্টিমূলক সাহিত্য এৰিও বুটিছ যুগত কেইজনমান পণ্ডিত লেখকৰ নাম বিশেষভাৱে উল্লেখযোগ্য। হিন্দু দৰ্শনৰ (সাংখ্য, বেদান্ত আৰু গীতা তত্ত্বৰ) একমাত্ৰ ব্যাখ্যা কাৰক শ্ৰদ্ধেয় ৰাধানাথ ফুকনেই এই সম্পৰ্কত এতিয়ালৈকে জ্বলিব লাগিছে 'একোচন্দ্ৰ তমোহন্তি' ৰূপে।

শ্ৰদ্ধেয় দেৱানন্দ ভৰালী আৰু ডঃ ৺বাণীকান্ত কাকতী—এই দুজনকে অসমীয়া পণ্ডিত-সকলৰ মাজত অসমীয়া ভাষা-বিজ্ঞান হোমৰ প্ৰথম হোতা বুলি কব পাৰি। ভৰালীৰ অসমীয়া ভাষাৰ "মৌলিক বিচাৰ আৰু অসমীয়া সাহিত্য", ইংৰাজীৰে লিখা—"A study of Phonology & Vocabulary of the Assamese language" (অসমীয়া উচ্চাৰণ তত্ত্বৰ কথা আৰু অসমীয়া ভাষাৰ শব্দাৱলী) আৰু ডঃ কাকতীৰ Formation of Assamese Language & its Development" (অসমীয়া ভাষাৰ গঠন আৰু তাৰ বিকাশ) বোলা কিতাপ কেইখনেই উভয় লেখকৰ এই সম্পৰ্কত অধ্যয়ন আৰু পাণ্ডিত্যৰ পৰিচয় দিব লাগিছে।

বিংশ শতাব্দীত আন্তৰ্জাতিক খ্যাতিমান সংস্কৃতজ্ঞ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ আৰু ডঃ বাণীকান্ত কাকতীকে ধৰি ডঃ সূৰ্য্যকুমাৰ ভূঞা, বেণুধৰ শৰ্ম্মা, বিৰিঞ্চিকুমাৰ বৰুৱা, ত্ৰৈলোক্য গোস্বামী, তীৰ্থনাথ শৰ্ম্মা, ডঃ সত্যেন শৰ্ম্মা, মনোৰঞ্জন শাস্ত্ৰী, ডিম্বেশ্বৰ নেওগ, বিশ্বনাৰায়ণ শাস্ত্ৰী, অতুল বৰুৱা, প্ৰফুল্লদত্ত গোস্বামী, যজ্ঞেশ্বৰ শৰ্ম্মা, ডঃ মহেশ্বৰ নেওগ, হেম বৰুৱা প্ৰভৃতি এক শ্ৰেণী অধ্যয়নশীল বিবিধ বিষয়ৰ গৱেষণাকাৰী পণ্ডিত লেখকে গৱেষণামূলক আলোচনা, নতুন সমালোচনা পদ্ধতি, পুৰণি পুথিৰ বৈজ্ঞানিক সম্পাদনা আদিৰ ক্ষেত্ৰত যথেষ্ট অৱদান দিছে। এইখিনিতে প্ৰধান প্ৰত্নতাত্ত্বিক লেখক হিচাপে ৰাজমোহন নাথৰ নামও উল্লেখযোগ্য।

এওঁলোকৰ ভিতৰত অসম বুৰঞ্জীৰ তথ্যত ডঃ সূৰ্য্যকুমাৰ ভূঞা আৰু বেণুধৰ শৰ্ম্মাই অগ্ৰণী। শৰ্ম্মাদেৱ সাধাৰণতে 'অসমৰ বুৰঞ্জীবিদ' বুলি খ্যাত। বুৰঞ্জীবিদৰ লগতে তেওঁ

অসমৰ 'বুৰঞ্জী বসন্ত' বুলি খ্যাত হলেছে লোণত সুৰগা চৰা হ'ব। অসম বুৰঞ্জীত অসমীয়া জাতিৰ প্ৰাণ ৰসটো কোন পিনে কেনেকৈ বাগৰি গৈছিল তাক 'বুৰঞ্জী বসন্ত' বেণুৰৰ শৰ্মাইহে ৰস লগাই হৃদয়ঙ্গম কৰাব পাৰিছে।

সাহিত্যৰথী ৺বেজবৰুৱাৰ পাছত ৺শৰচ্চন্দ্ৰ গোস্বামীৰেপৰা ৺হলীৰাম ডেকা, ৺নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আদি গল্পলেখকসকলৰ বৰঙণিয়ে অসমীয়া গল্প-সাহিত্য পুৰঠ কৰাত সহায় কৰিছে।

চুটি গল্প

বৰ্ত্তমান জীৱিতসকলৰ ভিতৰত মহীচন্দ্ৰ বৰা, ত্ৰৈলোক্য গোস্বামী, ৰাধিকামোহন গোস্বামী, ৰমা দাস, নকুল ভূঞা, লক্ষ্মীনাথ ফুকন আদি লেখকসকলে "আৱাহন"ৰ যুগৰপৰা গল্প-সাহিত্যত নিজস্ব বৈশিষ্ট্যৰে স্বকীয়া ধাৰাৰ সৃষ্টি কৰিছে।

বৰ্ত্তমান নতুন এচাম গল্প-লেখকৰ হাতত আমাৰ গল্প-সাহিত্যই পূৰ্ণাঙ্গ ৰূপ এটা লোৱাৰ সম্ভাৱনা দেখা গৈছে। এওঁলোকৰ ভিতৰত আব্দুল মালিক এতিয়াও কেন্দ্ৰস্থ শক্তি। বাকী যোগেশ দাস, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, ইমৰাণ শ্বাহ, স্নেহ দেৱী, হোমেন বৰগোহাঞি, প্ৰীতি বৰুৱা, নিৰুপমা গোহাঁই, নিৰোদ চৌধুৰী, ছাঈদুল ইচলাম, লুম্বেৰ দাই, বীৰেশ্বৰ বৰুৱা, মহিম বৰা, আলিমুন্নিছা পিয়াৰ, লক্ষ্মীনন্দন বৰা, ভবেন শইকীয়াৰ নাম উল্লেখযোগ্য। কেবাখনো ব্যক্তিগত আৰু সমূহীয়া গল্প সংকলন আমাৰ সাহিত্যত প্ৰকাশিত হৈছে আৰু দুই এখনৰ উৎকৃষ্ট সমালোচনাও পোৱা গৈছে। আনকি কেবাটাও গল্প একাধিক ভাৰতীয় আৰু ইংৰাজী ভাষাত ভাষান্তৰিত হৈ প্ৰশংসা লাভ কৰিছে। অসমীয়া গল্প-সাহিত্যৰ প্ৰচাৰত আকাশবাণী গুৱাহাটীৰ অৱদানো উল্লেখযোগ্য।

বৰ্ত্তমান গল্প-লেখকসকলৰ মাজত হাস্যৰসিক গল্প লেখকৰ অভাৱ লক্ষ্য কৰিব লগীয়া। মাজে মাজে আকাশবাণীত মাত্ৰ দুই এজনৰ ধেমেলীয়া গল্প কদা-কাশ্চিৎ শুনিবলৈ পোৱা যায়। শ্ৰীমহীচন্দ্ৰ বৰাৰ পিছত ব্যঙ্গ-বিদ্ৰূপাত্মক আশাশুধীয়া লেখক নোহোৱাটো পৰিতাপৰ কথা।

নতুন গল্পধাৰাত আৰু এটা দোষ চকুত পৰে। বহুত গল্পত সূক্ষ্ম মনোবিশ্লেষণ আছে, কলা-কৌশলৰ নতুন নতুন পৰীক্ষা আছে, আনকি বাস্তৱতাৰ নামত উৎকট যৌনবিকাৰো কোনো কোনো গল্প-লেখকৰ গল্পত দেখিবলৈ পোৱা যায়। কিন্তু অসমৰ কেঁচা মাটি আৰু জীয়া জীৱনৰ গোন্ধ বহুত গল্পতে নাই। তথাপি মহিম বৰা, লক্ষ্মীনন্দন বৰা, ভবেন শইকীয়া আৰু যোগেশ দাস আদিৰ গল্পত মাটি আৰু জীৱনৰ স্পৰ্শ আছে। যৌনকেন্দ্ৰী নোহোৱাকৈয়ে বাস্তৱ জীৱনক লৈ সুন্দৰ বাস্তৱধৰ্মী গল্প যে সৃষ্টি হ'ব পাৰে তাৰ উদাহৰণ মহিম বৰাৰ "কাঠনিবাৰী ঘাট"ৰ গল্পসমূহ।

উপন্যাস

উপন্যাস সাহিত্য আমাৰ চুটি গল্পৰ অনুপাতে বৃদ্ধি হোৱা নাই। প্ৰকাশক, পাঠক, আৰ্থিক সমস্যা আদিও ইয়াৰ বাবে দায়ী। কিন্তু আটাইতকৈ ডাঙৰ কথা হৈছে যে আমাৰ লেখকসকলৰ জীৱনত দুঃসাহসিক কাৰ্য্যকলাপ, বিচিত্ৰ অভিজ্ঞতা, ভ্ৰমণ আদিৰ অভাৱ। সেইদৰে সামাজিক জীৱনতো বৈচিত্ৰ্য আৰু থল বিশেষে

বৈপ্লৱিক দৃষ্টিভঙ্গিৰ অভাৱে উপন্যাসৰ কেঁচা মালৰ যোগান ধৰিব পৰা নাই। যি কি নহওক, যোৱা মহাযুদ্ধৰ পাছৰপৰা কেইবাখনো ভাল উপন্যাস আমাৰ ওলাইছে।

পুৰণি চামৰ ৺বেজবৰুৱা, ৺বৰদলৈ, ৺দণ্ডীনাথ কলিতা, ৺গোহাঞিবৰুৱাৰ পাছত বৰ্ত্তমান লেখত লব লগীয়া কেইখনমান উপন্যাস আমাৰ সাহিত্যত প্ৰকাশ হৈছে। দৈৱচন্দ্ৰ তালুকদাৰৰ 'অপূৰ্ণ', 'আদৰ্শ-পীঠ' আদি, দীননাথ শৰ্ম্মাৰ 'সংগ্ৰাম', ৰাধিকামোহন গোস্বামীৰ 'চাকনৈয়া', আব্দুল মালিকৰ 'সূৰুযমুখীৰ স্বপ্ন', যোগেশ দাসৰ 'ডাৱৰ আৰু নাই', 'জোনাকীৰ জুই', বাণ্ডা বৰুৱাৰ 'সেউজী পাতৰ কাহিনী', প্ৰফুল্লদত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি', নৱকান্ত বৰুৱাৰ 'কপিলী পৰীয়া সাধু', হিতেশ ডেকাৰ 'ভাৰাঘৰ', বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ 'ইয়াৰুইঙ্গম' আদিৰ নাম উল্লেখযোগ্য। তাৰ উপৰি নাৰায়ণ বেজবৰুৱা, মথুৰা ডেকা, ঘনকান্ত গগৈ, কমলেশ্বৰ চলিহা, ডিটেক্‌টিভ ঔপন্যাসিক প্ৰেমনাৰায়ণ দত্ত, কুমুদেশ্বৰ বৰঠাকুৰ আৰু 'ভুলৰ সমাধি'ৰ লেখক প্ৰেমধৰ ৰাজখোৱা আদিৰ নাম উল্লেখযোগ্য।

জনজাতীয় জীৱন লৈ উপন্যাস ৺বৰদলৈৰ 'মিৰি জীয়ৰী'তে শেষ নকৰি আমাৰ উঠি অহা পৰ্ব্বত আৰু ভৈয়ামৰ সাহিত্যিকসকলে কাৰ্বি (মিকিৰ), নেফা জনজাতীয় ৰাইজৰ জীৱনক লৈ, 'ইয়াৰুইঙ্গম'ৰ দৰে উপন্যাস লিখিবলৈ আগবাঢ়ি অহাৰ সময় হ'ল।

**ব্যক্তিমূখী ৰচনা**

বেজবৰুৱাৰ পাছত নতুন যুগত এচাম লেখক ওলাইছে। ইয়াৰ ভিতৰত শ্ৰীমহেশচন্দ্ৰ দেৱ গোস্বামী, লীলা গগৈ, হেমচন্দ্ৰ শৰ্ম্মা, তিলক হাজৰিকা আদিৰ দুই এখন সংকলন প্ৰকাশ হোৱাৰপৰাই এই শ্ৰেণীৰ সাহিত্যৰ জনপ্ৰিয়তা বুজিব পাৰি।

**শিশু সাহিত্য**

শিশু-সাহিত্যৰ অৱস্থা আমাৰ এতিয়াও পুতৌ লগা। তথাপি নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা, নিৰ্ম্মলপ্ৰভা বৰদলৈ, লক্ষেশ্বৰ হাজৰিকা আদি লেখকসকলৰ হাতত অচিৰে-শিশু সাহিত্যই গা কৰি উঠিব বুলি আশা কৰিব পাৰি।

**জীৱনী বা জীৱন-চৰিত**

আমাৰ ভাষাত জীৱনী বা জীৱন-চৰিত বৈষ্ণৱ যুগৰেপৰা সন্ত-মহন্তসকলৰ জীৱন-কাহিনীৰে ওলাই আহিছে। বৰ্ত্তমান যুগতো "আনন্দৰাম বৰুৱাৰ জীৱন চৰিত", "মহাত্মা গোপালকৃষ্ণ গোখলে", "ৰবীন্দ্ৰনাথ" প্ৰভৃতি জীৱন-চৰিতৰ গ্ৰন্থকাৰ ডঃ সূৰ্য্যকুমাৰ ভূঞা, সৰ্ব্বেশ্বৰ কটকী, বসন্ত বৰুৱা, দণ্ডিনাথ কলিতা, গোপীনাথ বৰদলৈ ("দেশভক্ত তৰুণৰাম ফুকন"), মহাদেৱ শৰ্ম্মা, নলিনীবালা দেৱী, বেণুধৰ শৰ্ম্মা, হৰেন্দ্ৰ শৰ্ম্মা, পদ্ম বৰকটকী, নীলিমা দত্ত, বিনন্দ বৰুৱা, প্ৰেমধৰ ৰাজখোৱা, ("ল'ৰাৰ জৱহৰলাল") প্ৰভৃতি লেখকসকলৰ অৱদানেই স্মৰণযোগ্য। ইয়াৰ ভিতৰত বেণুধৰ শৰ্ম্মাৰ ৰাজনৈতিক পটভূমিত লিখা আলোচনামূলক জীৱন চৰিত "মণিৰাম দেৱান" বৰ্ত্তমান সময়ৰ উল্লেখযোগ্য গ্ৰন্থ।

এইখিনিতে এখন ডাঙৰ জীৱনীৰ কথা নিশ্চয় উল্লেখযোগ্য—সু-সাহিত্যিক শ্ৰীনকুলচন্দ্ৰ ভূঞাদেৱে লিখা "ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া"। অসমৰ বিখ্যাত দানবীৰ সন্দিকৈ ডাঙৰীয়াৰ এই সুদীৰ্ঘ জীৱন-চৰিতখনি লিখি উলিয়াই ভূঞাদেৱে অসমীয়া সাহিত্যত এটা মহৎ কাম কৰিছে।

দানবীৰ সন্দিকৈে ডাঙৰীয়াই অসমীয়া ভাষা-সাহিত্যৰ কেন্দ্ৰস্থল ৰূপে 'চন্দ্ৰকান্ত সন্দিকৈ ভৱন' দান কৰি অসমীয়া সাহিত্যৰ অশেষ উপকাৰ সাধন কৰিলে। সন্দিকৈ কেৱল দানবীৰেই নহয়, অসমীয়া সাহিত্যৰ এজন প্ৰকৃত সেৱকও। তেখেতৰ "মুলা গাভৰু" বোলা নাটকেই তাৰ আজিও চিনাকি দিছে।

৺বেজবৰুৱা, ৺গোহাঞিবৰুৱা আদিৰ বুৰঞ্জীমূলক আৰু অসমীয়া জাতীয়তা সূচক সামাজিক নাটক আদিৰ পাছত অতুলচন্দ্ৰ হাজৰিকাই বিশেষকৈ পৌৰাণিক নাটকেৰে আমাৰ ৰঙ্গমঞ্চৰ বহুত অভাৱ পূৰণ কৰে। বাকীসকলৰ ভিতৰত নকুলচন্দ্ৰ ভূঞা, দৈৱ তালুকদাৰ, ৺চন্দ্ৰধৰ বৰুৱা, ৺জ্যোতিপ্ৰসাদ আগৰৱালা, শ্ৰীমিত্ৰদেৱ মহন্ত আদি নাট্যকাৰসকলৰ অৱদানে আমাৰ নাট্য-সাহিত্য পুৰঠ কৰিছে।

আমাৰ নাট্য-সাহিত্য

যুদ্ধোত্তৰ যুগত একাঙ্কিকা নাটকৰ প্ৰচাৰ বাঢ়িছে আৰু কেইবাখনো সাৰ্থক একাঙ্ক নাটকৰ অভিনয় হৈছে।

বাকী ধেমেলীয়া সামাজিক নাটকৰ ক্ষেত্ৰত প্ৰবীন ফুকন, যুগল দাস, সত্যপ্ৰসাদ বৰুৱা, সাৰদাকান্ত বৰদলৈ, অনিল ৰায় চৌধুৰী, গিৰিশ চৌধুৰী, কুমুদ বৰুৱা, সুৰেন্দ্ৰ শইকীয়া, চন্দ্ৰকান্ত বৰা, উত্তম বৰুৱা, সৰ্ব্বেশ্বৰ চক্ৰৱৰ্ত্তীৰ নাম উল্লেখযোগ্য। ইয়াৰ লগতে অনাতাৰ শ্ৰাব্য নাটক সৃষ্টি কৰাত আৰু জনপ্ৰিয় কৰি তোলাত আকাশ-বাণীৰ বৰঙণি উল্লেখ কৰিব লগীয়া।

অসমৰ থলুৱা নৃত্য-গীত আদিৰ উপযুক্ত চৰ্চ্চা আৰু অনুশীলনৰ যোগেদি অসমীয়া নৃত্যৰো গুৰুকুল ( School ) এটা প্ৰতিষ্ঠাৰ কাৰণে অসম সাহিত্য সভা আৰু অন্যান্য সাংস্কৃতিক অনুষ্ঠানে চেষ্টা কৰিব লাগে। 'শোণিত কোঁৱৰ' গজেন বৰুৱা, প্ৰদীপ চলিহা, চাৰু বৰদলৈ, সুৰেশ গোস্বামী, বিষ্ণু ৰাভা আদি নৃত্যশিল্পীসকলক চৰকাৰ, সাহিত্য সভা, সাংস্কৃতিক অনুষ্ঠান আদিয়ে আৰ্থিক আৰু অন্যান্য সা-সুবিধা দিলে প্ৰাচীন কামৰূপী নৃত্য সংঘৰ দৰে অনুষ্ঠান হয় পুনৰুদ্ধাৰ কৰা উচিত হ'ব নহয় নতুন অনুষ্ঠান গঢ়ি তুলিব পাৰিব। মাদ্ৰাজ কলাক্ষেত্ৰ আদিৰ দৰে এক কেন্দ্ৰিয় শিক্ষা অনুষ্ঠান গটি তোলাৰ সময় পলম হৈ গৈছে। চৰকাৰ আৰু সাহিত্য সভা সক্ৰিয় হলে আমাৰ প্ৰতিভাশালী শিল্পীসকলক লৈ অসমৰ বাহিৰত আমাৰ নৃত্য-গীত আদি প্ৰচাৰ আৰু প্ৰদৰ্শনৰ ব্যৱস্থা কৰিব পাৰিব। লুপ্তপ্ৰায় বাবে চহৰীয়া ভাওনাৰ দৰে অনুষ্ঠান পুনৰুদ্ধাৰ কৰিবৰ বাবে চেষ্টা কৰিব লাগে। বিশেষকৈ নেফা আদি ঠাইলৈ আমাৰ শিল্পীদল ঘনাই পঠিয়াই নেফাৰ লগত সাংস্কৃতিক সম্পৰ্কটো গাঢ় কৰিতুলিব লাগে।

নৃত্য-কলা চিত্ৰ আদি

চৰকাৰী সাহায্যত ষ্টুডিঅ'ৰ কাম আগবঢ়া বুলি শুনিছিলোঁ। বৰ্ত্তমান জৰুৰী অৱস্থাৰ দোহাই দি যাতে ষ্টুডিঅ'ৰ কাম বন্ধ নেথাকে তাৰ বাবে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ। ষ্টুডিঅ'ৰ অভাৱত আমাৰ বোলছবি শিল্পই গা কৰি উঠিব নোৱাৰিব। নানান অসুবিধাৰ মাজতো আমাৰ শিল্পীসকলে যি কেইখন বোলছবি সৃষ্টি কৰিব পাৰিছে তাৰ বাবে তেওঁলোক আমাৰ ধন্যবাদৰ পাত্ৰ। আমাৰ প্ৰতিভাশালী প্ৰযোজক ডঃ ভূপেন হাজৰিকা, ভবেন দাস আদিৰ হাতত বোলছবিৰ ভৱিষ্যৎ উজ্জ্বল হ'ব বুলি আমাৰ বিশ্বাস।

বোলছবি

প্ৰায় ত্ৰয়োদশ শতাব্দীৰপৰা ষোড়শ শতাব্দীলৈকে কোচবিহাৰ-কমতা, অসমৰ সাহিত্য-কলা শিক্ষা-সংস্কৃতিৰ কেন্দ্ৰ আছিল। কোচবিহাৰ ৰজাৰ পৃষ্ঠপোষকতাত বৈষ্ণৱ যুগত কোচবিহাৰত অসমীয়া ভাষাত অলেখ সাহিত্য সৃষ্টি হৈছিল। সেইবিলাক কোচবিহাৰ ষ্টেট লাইব্ৰেৰীত জমা আছিল। ভাগ্যৰ বিপৰ্য্যয়ত কোচবিহাৰৰ ৰজা বঙ্গদেশৰ 'জামাতা' হোৱাত অসমীয়া সাহিত্যৰ বহুতো পুথিয়েই বঙ্গলা সাহিত্যৰ ইতিহাসৰ অন্তৰ্ভুক্ত হ'ল। কালক্ৰমত অসমৰ শিক্ষা-সংস্কৃতিৰ কেন্দ্ৰ কোচবিহাৰো বঙ্গদেশৰে লগত জাপ খালে। এতিয়া আমাৰ কৰ্ত্তব্য কোচবিহাৰ ষ্টেট্‌ লাইব্ৰেৰীৰ এই অসমীয়া পুথিবোৰ চাই তাৰ নকল কৰি ৰখাৰ ব্যৱস্থা কৰা। ইয়াৰ কাৰণেও অসম চৰকাৰে অসম সাহিত্য সভাক আৰ্থিক আৰু যাবতীয় ব্যৱস্থা কৰি দিব লাগে। তদুপৰি আহোম যুগত আহোম ৰজাসকলৰ লৈতে ভাৰতৰ বিভিন্ন ৰাজ্যৰ ৰজাবিলাকৰ লগত, বিশেষকৈ স্বৰ্গদেও ৰুদ্ৰসিংহৰ দিনত বহুতো চিঠি-পত্ৰৰ আদান প্ৰদান হৈছিল। সেইবিলাকো নকল কৰি অনাৰ ব্যৱস্থা হ'ব লাগে।

কোচবিহাৰ ষ্টেট্‌ লাইব্ৰেৰী

আলোচনী কাকত আৰু সংবাদপত্ৰই সকলো দেশৰদৰে আমাৰ দেশতো সাহিত্য প্ৰচাৰ আৰু প্ৰতিপত্তি স্থাপনত অংশ লৈ আহিছে। 'অৰুণোদয়'ৰ দিনৰেপৰা 'জোনাকী', 'বিজুলী', 'উষা', 'বাঁহী', 'অসম বন্তি', 'অসমীয়া' আদি ভালেমান কাকতলৈকে অসমীয়া ভাষা-সাহিত্যৰ বিকাশ আৰু প্ৰচাৰৰ ঘটি অসমীয়া ভাষা বৰ্ত্তমান সময়ত উপস্থিত হৈছেহি। আগৰবোৰৰ ঠাইত এতিয়া নিয়মিতভাৱে চলি থকা ১৬।১৭খনমান কাকতৰ ভিতৰত উল্লেখযোগ্য কাকত 'আৱাহন', 'ৰামধেনু', 'মণিদীপ', 'অসম সাহিত্য সভা পত্ৰিকা', 'আমাৰ প্ৰতিনিধি', 'আকাশীগঙ্গা', 'পাঞ্চজন্য' আৰু 'দীপক' ( শিশু আলোচনী )।

আলোচনী, সংবাদ পত্ৰ আদি

গৱেষণামূলক প্ৰবন্ধৰ বাহন 'অসম সাহিত্য সভা পত্ৰিকা' কেইবা বছৰো বন্ধ হৈ থাকাৰ পিছত ১৯৫০ চনৰপৰা নিয়মিতভাৱে ওলোৱাত মনত অলপ আশাৰ সঞ্চাৰ হৈছে। এই কাকতৰ বৰ্ত্তমান সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম. এ। তেখেত নিজেও এজন অসমীয়া সাহিত্যত গৱেষণাকাৰী খ্যাতিসম্পন্ন লেখক। তেখেতৰ যত্নত সাহিত্য সভা পত্ৰিকাই বল লাভ কৰিব বুলি আশা কৰোঁ।

ইয়াৰ উপৰিও গুৱাহাটীৰ 'দত্ত বৰুৱা, কোম্পানী'ৰ সৌজন্যত বৰ্ত্তমান প্ৰকাশ হোৱা "নীলাচল" নামৰ আলোচনীখনও চকুত লগা হৈছে। আলোচনীখনে আমাৰ সাহিত্যত বিশেষ বৰঙণি যোগাব বুলি আশা কৰিব পাৰি।

ওপৰতে সাহিত্যৰ কথা উত্তমাৰ্দ্ধ আৰু নিম্নাৰ্দ্ধ ৰূপে অৰ্থাৎ কবিতা বা পদ্য আৰু গদ্য ৰূপে ভাগ কৰি কৈ আহোঁতে পদ্য অংশতে জনচেৰেক বিখ্যাত লেখকৰ গদ্য ৰচনাৰো উল্লেখ হৈ গৈছে দেখি তাৰ আৰু দোহাৰি দিবৰ প্ৰয়োজন কমেই। এই সম্পৰ্কত সাহিত্য-ৰথী ৺বেজ-বৰুৱাকে দেখোঁতে নিঃশব্দ কৰি থোৱা যেন হৈছে। ৺বেজবৰুৱাই যদি নিঃশব্দ হয় তেন্তে আৰু অসমীয়া সাহিত্যত শব্দ কৰোঁতা কোন? বেজবৰুৱাই এই যুগৰ আমাৰ ভাষা-সাহিত্যৰ যোগসূত্ৰৰ সূত্ৰধাৰ।

ভাষা-সাহিত্যৰ এই যোগসূত্ৰৰ সূত্ৰধাৰ ৰূপে সকলো দেশতে, সকলো যুগতে একো একোজন পুৰুষৰ বিৰাট ব্যক্তিত্ব ( Personality ) বৰ্ত্তমান। বৃটিছ যুগত অৰ্থাৎ ১৯ শতিকাৰ শেষ ভাগৰপৰা এই কুৰি শতিকাৰ প্ৰায় মাজ ভাগলৈকে আমাৰ ভাষা-সাহিত্যৰ সূত্ৰধাৰ ৺ঢেকিয়াল ফুকন, ৺হেমচন্দ্ৰ বৰুৱা, ৺গুণাভিৰাম বৰুৱাক এৰি যাইকৈ সাহিত্যৰথী ৺বেজবৰুৱা লক্ষ্মীনাথেই নিশ্চয়। অৰ্দ্ধশতাব্দীৰ ওপৰকাল আমাৰ ভাষা-সাহিত্যৰ একাধাৰে ধনুৰ্দ্ধৰ আৰু বেণুধৰ ৰূপে যেন বিৰাজ কৰিছে এই বেজবৰুৱায়েই। একালে মাতৃভাষাৰ স্বকীয়া অস্তিত্ব ৰক্ষা আৰু প্ৰমাণৰ কাৰণে অবিৰাম যুদ্ধ কৰিও আনফালে হাস্য-ব্যঙ্গৰসৰ মধুৰ ধ্বনিৰে গল্প, প্ৰবন্ধ, নাট লিখি বেণুও বজালে অবিৰাম এই ধনুৰ্দ্ধৰ ৺বেজবৰুৱা বেণুধৰ লক্ষ্মীনাথেই।

সাহিত্যৰথী ধনুৰ্দ্ধৰ আৰু বেণুধৰ ৺বেজবৰুৱা

৺বেজবৰুৱাই ৰবীন্দ্ৰনাথৰ দৰে সাহিত্য জগতলৈ এটা জীৱন তত্বৰ বাণী 'মেচেজ' ( Message ) লৈ অহা নাছিল যদিও, কালিদাস ছেক্সপিয়েৰৰ দৰে অভুতপূৰ্ব্ব নাট্য কাব্যৰ সৃষ্টি কৰিব নোৱাৰিলেও—অসমীয়া জাতীয় জীৱনৰ পৰিধিলৈ চাই অৱস্থাৰ ব'দ বতাহ বুজি ৺বেজবৰুৱাই সাহিত্যত প্ৰথমেই যি হাস্য-ব্যঙ্গৰসৰ সৃষ্টিৰে নিৰানন্দ অসমীয়াৰ প্ৰাণত আনন্দ দান কৰিলে, যি ৰস ঢালিলে, সি বাস্তৱতে জগতৰ সাহিত্যত বিৰল। হাস্য-ব্যঙ্গৰসৰ লগতে বেজবৰুৱাৰ দ্বিতীয় প্ৰধান অৱদান হৈছে সাহিত্যৰ প্ৰাৰম্ভতে এটি অসাধাৰণ অনমুকৰণীয় (Uncommon and inimitable ) গদ্যৰ ৰচনা ৰীতি ( Prose style )। বঙ্গলা ভাষাই "আলালের ঘরের দুলাল"ৰপৰা বহুত দিনৰ মূৰত আহি বঙ্কিমচন্দ্ৰৰ হাতত যি ঠগ লৈছিলহি— অসমীয়া ভাষাই আৰম্ভতে তাতকৈও বেছি নিভাজ ৰূপ লৈ দেখা দিছিলহি ৺বেজবৰুৱাৰ হাতত। শব্দ চিত্ৰত (Word picture) ৺বেজবৰুৱাৰদৰে সিদ্ধ-হস্ত অকল অসমীয়া ভাষাতে নহয়, বঙ্গলাতো বিৰল। ৺বেজবৰুৱাই পৃথিবীৰ যেই সেই ভাষাকে অলঙ্কৃত কৰিব পাৰিলেহেঁতেন কিজানি এজন অসাধাৰণ হাস্য-ব্যঙ্গৰসৰ ( A great humorist and satirist ) লেখক হিচাপে। বেজবৰুৱাক একে আষাৰে অসমীয়া জাতিৰ জীৱনৰ পৰিমাণ যন্ত্ৰ ( Barometer ) বুলি কলেও বেছি কোৱা নহব। অসমীয়া জাতিটোৱে যেন বেজবৰুৱাতে কেন্দ্ৰীভূত হৈ হাস্য-ব্যঙ্গৰসৰে আত্মপ্ৰকাশ কৰিছে। বেজবৰুৱাক অসমৰ এডিচন বোলা হয়, কিন্তু বুলিব লাগে এডিচনকহে ইংলণ্ডৰ বেজবৰুৱা। এডিচনতকৈ বেজবৰুৱা বেচি সৰ্ব্বতোমুখী। কৃপাবৰ বৰুৱাই খোলৰ বোল শিকোতেই অসমীয়া জাতিৰ বৰ্ত্তমান চৰিত্ৰটো বজাই কেনেকৈ উলিয়াই দিছে শুনক,—

"ধুন্দুলি কুটা ধুন্দুলি কুটা, শুদা ধুন্দুলি কুটা
লোণ নাইকীয়া, তেল নাইকীয়া, শুদা ধুন্দুলি কুটা।
বিদ্যা নাই গপ আছে—অসমীয়া জীমটোকা,
ধুন্দুলি কুটা ধুন্দুলি কুটা শুদা ধুন্দুলি কুটা
লোণ নাইকিয়া, তেল নাইকীয়া শুদা ধুন্দুলি কুটা।"

—নতুন যুগৰ ভাষা-সাহিত্যৰ গুৰিয়াল ৺হেমচন্দ্ৰ বৰুৱাক বঙ্গৰ ঈশ্বৰচন্দ্ৰৰ লগত তুলনা

কৰিলে, বেজবৰুৱাক বঙ্কিমচন্দ্ৰৰ লগত তুলনা নকৰি নোৱাৰি, অৱশ্যে ঔপন্যাসিক হিচাপে নহয়। বঙ্গলাত বঙ্কিমচন্দ্ৰৰ দৰে অসমীয়াত বেজবৰুৱাই সাহিত্যৰ প্ৰায় সকলো তাঁৰতে আঙুলি বুলাই যথেষ্ট কৃতকাৰ্য্যতা লাভ কৰিছিল। অসমীয়া সাহিত্যত বেজবৰুৱাই যি যি বস্তু কেইটাক 'মোমেণ্টাম্' ( Momentum ) দি গ'ল—প্ৰবন্ধ, নাটক, কবিতা, চুটিগল্প, হাস্য-ৰসাত্মক সৃষ্টি, তত্ত্বব্যাখ্যা ( ধৰ্ম্ম দৰ্শনৰ )—সেই কেইটা বস্তুৱেই আজি অসমীয়া সাহিত্যত গতিবেগ লৈ চলিবলৈ ধৰিছে। বৰ্ত্তমানৰ বোকাই-পানীয়ে বিবিধ ঢৌ তুলি বৈ যোৱা অসমীয়া সাহিত্য নৈখনৰ যেন মূল উৎস ( Fountainhead ) এই বেজবৰুৱাই।

বেজবৰুৱাৰ কিতাপ পঢ়িলেহে বুজিব পাৰি যে অসমীয়াও এটা স্বকীয় ভাষা, ইয়াৰো এটা শক্তি আছে। অসমীয়াৰো যে আছে এটা গভীৰ দেশাত্মবোধ, হাড়ে হিমজুৱে অসমীয়া হৈ থাকিবৰ প্ৰবল হেঁপাহ, সেইটো জানিবলৈ হলে পঢ়ক বেজবৰুৱাৰ সাহিত্য।

বেজবৰুৱাই হাড়ে হিমজুৱে অসমীয়া যদিও পছিমীয়া জ্ঞান-বিজ্ঞানৰ শিক্ষা-সভ্যতাৰ ছাঁ-তো ভৰি নিদিয়া 'গোড়া' অৱশ্যে নাছিল, সাজে-পাৰে দেখাত চাহাবজন হৈয়েই আছিল। হংসই নীৰ বৰ্জ্জন কৰি ক্ষীৰ গ্ৰহণ কৰাৰ দৰে বেজবৰুৱাও পাশ্চাত্য ভাব-সম্পদৰ ক্ষীৰ গ্ৰহণকাৰী আছিল আৰু তেওঁৰ সাহিত্যতো সেই ক্ষীৰাস্বাদিতাৰ আস্বাদ পোৱা যায়। মুঠতে বেজবৰুৱাই আমাক দি গৈছে একাধাৰে এটা জাতীয় আৰু বিশ্বজনীন ( প্ৰহসনবোৰত যদিও Local colour বেছি ) সাহিত্য,—দি গৈছে সেই সাহিত্যৰ ভিতৰেদিয়েই স্বদেশ-প্ৰেমৰ বোৱঁতী নৈৰদৰে এটা প্ৰবল কল-কলনি, দি গৈছে গছ-গছনি, চন্দ্ৰ-সূৰ্য্য, পৰ্ব্বত-ভৈয়ামেৰে ভৰা আপোনাৰ দেশৰ এটি চিৰ-জাগ্ৰত ছবি, 'উইল' কৰি থৈ গৈছে লুইতৰ বালি আৰু কঁহুৱাৰ ফুলেৰে ভৰা গোটেই দেশখনকে। আজি-কালি ৰৰকৈ বাস্তব সাহিত্যৰ কথা শুনা যায়—বাস্তব সাহিত্য দেশৰ বা সমাজৰ জীৱনৰ লগত সম্বন্ধ নথকা শিপা নথকা গছৰদৰে কিবা এটা অদ্ভুত পদাৰ্থ নহয়, সি হৈছে জীৱনৰ শিপাৰে সৈতে গজি উঠা এটা জীৱন্ত পদাৰ্থ—সেই বাস্তব সাহিত্য যদি অসমত আজিলৈকে কোনোবাই উজ্জ্বলকৈ, মনোহৰকৈ, সত্যকৈ, সুন্দৰকৈ লিখিব পাৰিছে তেন্তে পাৰিছে যে কেৱল এই বেজবৰুৱাই, এই কৃপাবৰ বৰুৱাইহে, তাত ধনিষ্ঠামানো সন্দেহ নাই।

এই বেজবৰুৱাই আমাক বাণী শুনাই গৈছে :—

"আমি অসমীয়া নহওঁ দুখীয়া
কিহৰ দুখীয়া হম ?
সকলো আছিল সকলো আছে
মুগুনো নলওঁ গম।
বাজক দবা বাজক শঙ্খ বাজক মৃদং খোল
অসম আকৌ উন্নতি পথত জয় আই অসম বোল।"

ভাৰতত আজিৰপৰা অসমীয়া, বঙ্গালী, বিহাৰী, সকলোৰে সমস্তাটো কেনেকৈ সকলো ভাৰতীয় জাতি ( An Indian nation ) এটা হৈ পৰিব অকল সেইটোৱেই নহয়, সমস্তাটো হৈ

পৰিছে কেনেকৈ অসমীয়া অসমীয়া থাকি, বঙ্গালী বিহাৰী, বঙ্গালী বিহাৰী থাকিও ভাৰতীয় হৈ পৰিব সেইটোহে। সেই দেখিয়েই কংগ্ৰেছে প্ৰথমে কৰা ভাষাৰ ভেটিত প্ৰদেশ গঠনৰ আজিও তুমুল আন্দোলন চলিব লাগিছে। বিশ্বকবি ৰবীন্দ্ৰনাথতো আন্তৰ্জাতীয় পুৰুষ ( An International figure ), কিন্তু সেই ৰবীন্দ্ৰনাথেও এদিন নিজৰ জন্মভূমি বঙ্গদেশৰ মঙ্গল কামনা কৰি গান লিখিছিল—

আমাৰ ভাষা সমস্যা

"বাঙ্গালীর আশা
বাঙ্গালীর ভাষা
সত্য হউক, সত্য হউক—হে ভগবান।"

ইয়াত আমাৰ দুখ বা দ্বেষ কৰিবৰ একো কথা নাই, কাৰণ বঙ্গদেশত বঙ্গলা ভাষাৰ উন্নতি হলে, ভাৰতৰেই এক অংশৰ ভাল আৰু উন্নতি হব তাত সন্দেহ নাই। সেই দেখি আমিও সেই আৰ্হি লৈয়ে নিশ্চয় বুকু ফিন্দাই গাব পাৰোঁ—

"অসমীয়াৰ আশা
অসমীয়াৰ ভাষা
সত্য হওক, সত্য হওক—হে ভগবান।"

অসম বুৰঞ্জী আৰু ভাৰত বুৰঞ্জী এক হিচাপে দুখন স্বকীয়া বুৰঞ্জী। সেই দেখি আগৰ অসমীয়াই অসমৰ বাহিৰৰ আন সকলো মানুহকে ( অকল বঙ্গালীকে নহয় ) বঙ্গাল অৰ্থাৎ বিদেশী আখ্যা দিছিল। ইংৰাজকো বুলিছিল বগা বঙ্গাল। মধ্যযুগত ভাৰতত সিমূৰে কাশ্মীৰ আৰু ইমূৰে অসমৰ বাহিৰে কোনেও নিজৰ ধাৰাবাহিকভাৱে বুৰঞ্জী লিখি ৰখা নাছিল। এতিয়া সেইদেখি আমি ভাৰতীয় ভাবেৰে জাগ্ৰত হবলৈ হলে এফালে যেনেকৈ আমি ভাৰতীয় সংস্কৃতি সূত্ৰেৰে ভাৰতৰ লগত একত্ব উপলব্ধি কৰিবলৈ চাব লাগিব, ( অতীততো আমাৰ সেই একত্ব 'প্ৰাগজ্যোতিষ'ৰ সেই ভাৰতীয় সংস্কৃতি, আৰু তাৰ পিছতো মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ দ্বাৰা প্ৰতিপাদিত ধৰ্ম সংস্কৃতি সেই ভাৰতীয় সংস্কৃতি সূত্ৰেৰেই গঁথা আছিল। ) এট কথাৰে আমি প্ৰধানতঃ সাংস্কৃতিক ক্ষেত্ৰত ভাৰতীয় আনকি বিশ্বমুখীও হব লাগিব, কিন্তু আমাৰ জীৱন ধাৰণৰ ক্ষেত্ৰত আত্মৰক্ষা আৰু আত্মপ্ৰকাশৰ কাৰণে যাইকৈ অসমীয়া হৈ থাকিব লাগিব। যদি আন আন প্ৰদেশৰ মানুহে আহি 'সৰ্ব্বভাৰতীয়ত্ব'ৰ গঁড়িলা লৈ আমাৰ মুখৰ মাত ( ভাষা ), মুখৰ ভাত কাটি লবলৈ ওলায়—তেতিয়া নিজৰ যে অস্তিত্ব হেৰুৱামেই, ভাৰতীয়-ভাৱেও আমি আনৰ লগত প্ৰকৃত মিলনৰপৰা বঞ্চিতহে হ'ম। মিলন হৈছে সমানে সমানে, দুৰ্ব্বলে সবলে হোৱা মিল, কেতিয়াও প্ৰকৃত মিল নহয়। গতিকে আমি সবল হৈ থাকিবলৈ আমাৰ প্ৰধান অস্ত্ৰ হৈছে আমাৰ ভাষাৰ ঐক্য, অসমীয়া ভাষা অসমীয়া সাহিত্যৰ সবলতা বাদ দি সবল অসমীয়া জাতি এটা স্বপ্ন মাথোন। অসমীয়া হিচাপে আমাৰ বৰ্ত্তমান পৰিস্থিতিত আমি ভালকৈ হৃদয়ঙ্গম কৰিব লগা হৈছে যে সবল অসমীয়া ভাষা আৰু অসমীয়া সাহিত্যইহে সবল অসমীয়া জাতিৰ মেৰুদণ্ড। এই সম্পৰ্কত পৃথিবীৰ ভিতৰৰ 'আয়ৰ্লেণ্ড' ( Ireland )

আমাৰ পক্ষে বহু পৰিমাণে অনুসৰণযোগ্য যেন লগা হৈছে। 'আয়ৰ্লেণ্ড' সংস্কৃতিৰ ক্ষেত্ৰত বিশ্বতামুখী হৈও আত্মৰক্ষাৰ ক্ষেত্ৰত, একেবাৰেই আইৰিচ ( Irish People ) বুলি স্বকীয়া হৈ পৰিছে। আইৰিচ ভাষাভাষী মানুহ মাথোন ২৭ লাখ। তাৰেই আইৰিচ এটা স্বকীয়া জাতি হৈছে। আয়ৰ্লেণ্ড গ্ৰেইট বৃটেইনৰপৰা একেবাৰে আলাদা হোৱাদি আমি অৱশ্যে ভাৰতৰপৰা একেবাৰেই আলাদা হব নোৱাৰোঁ, কিন্তু আমাৰ অসমীয়াত্ব অক্ষুণ্ণ থকাৰ সম্ভাৱনা যেন লগা হৈছেগৈ। মুঠ কথা, ভাষাৰ ঐক্যটো বৰ ডাঙৰ ঐক্য আৰু নতুনকৈ সৰ্ব্বভাৰতীয় জাতি গঠনত ই এটা গুৰুত্বপূৰ্ণ কথা।

আমাৰ নেহেৰুৱে কয়—"All the fourteen languages ( আমাৰ অসমীয়াৰ সৈতে ) of India are our national languages and they stand on equal status with Hindi It will be wrong to impose Hindi on others," বাস্তৱতে আমাৰ আন আন ভাৰতীয় ভাষাৰূপিনী পেহীইঁতৰ লগত যুদ্ধ লগাই সিইঁতৰ হৈচাত দুৰ্ব্বল হৈ যোৱাতকৈ আমি স্বাধীনভাৱে সবল হৈ থাকিবলৈ চেষ্টা কৰাই শ্ৰেয় নহয় জানো? ভাষা হিচাপে আমাক একে কৰি মিলাই ৰাখিবলৈ আমাৰ বুঢ়ী আই ( grand-mother ) সংস্কৃত আছে যেঁতিয়া আমাৰ ভয় কিহৰ? আমাৰ ভাৰতীয় ঐক্যৰ মূল আদৰ্শ ইতো ঈশ্বৰৰ সৃষ্টিৰ দৰেই বিভেদৰ ভিতৰতে, বৈচিত্ৰ্যৰ ভিতৰতে ঐক্য ( Unity in Diversity )— একে বংশৰে একাধিক পৰিয়াল স্বাধীন হৈ জীৱন যাপন কৰিও প্ৰাণৰ মিলৰ ঐক্যৰ সূত্ৰেৰে মিলিত হৈ থকাটো একো অস্বাভাৱিক নহয়। ভাৰতত যদি এটা নিজৰ জাতীয় ভাষাই ৰাষ্ট্ৰভাষাৰ সাজ পিন্ধিব লাগে, তেন্তে আমাৰ বুঢ়ী আই সংস্কৃতেই সেই সাজ পিন্ধিলে আমি মাহী পেহীৰ কোলালৈ নজপিয়াই বুঢ়ী আইৰ কোলাতে উঠিবলৈ বাহু মেলিব পাৰোঁ। আমাৰ বুঢ়ী আই যিমানেই বৃদ্ধা হওক—অজৰ অমৰ—আৰু শক্তি—চিৰ গাভৰু।

ভাৰতৰ ৰাষ্ট্ৰভাষা

ভাৰতৰ প্ৰাদেশিক ভাষাবিলাকৰ লিপিবোৰ বিভিন্ন হোৱাত, ভাৰতৰ এটা উমৈহতীয়া লিপিয়েহে ভাৰতৰ ঐক্য সাধনত সহায় কৰিব পাৰিব বুলি আমাৰ চৰকাৰে জাতীয় ঐক্যৰ ( National integretion ) কাৰণে প্ৰস্তাৱ কৰিছে।

ভাৰতৰ বিভিন্ন লিপিবিলাক আকাশৰপৰা উফৰিপৰা নাই। একে ব্ৰাহ্মী লিপিয়েই যুগে যুগে বেলেগ হৈ ( যেনে, মৌৰ্য্যলিপি, গুপ্তলিপি, কুটিলা, নাগেৰী লিপি, কামৰূপী বা অসমীয়া লিপি, গুজৰাটী, গুৰুমুখী, কাশ্মিৰী লিপি প্ৰভৃতি ) বেলেগ মূৰ্ত্তি লৈছে। মূলত আমাৰ বৰ্ণমালা ( Alphabates ) একে সংস্কৃত বৰ্ণমালা অ, আ, ই, ঈ, ক, খ, গ, ঘ যেতিয়া, লিপিৰ আকৃতি বেলেগ বেলেগ হোৱাত ক্ষতিয়েই বা কি? ( এই সম্পৰ্কে লিখা এই লিখকৰ লিপি প্ৰশ্ন ( Our Script Question ) বোলা পুস্তিকাত বিশদ আলোচনা কৰা হৈছে। পুস্তিকাখনি সকলোৱে যেন এবাৰ অনুগ্ৰহ কৰি পঢ়ি চায় এই বাঞ্ছা।

আমাৰ লিপি প্ৰশ্ন

গোটেই ইউৰোপত একেটা লিপি ( Roman character ) হোৱা সত্বেও ইউৰোপৰ

জাতিবিলাক পৰস্পৰে প্ৰেমত কিমান বিহ্বল হৈ পৰিছে? কিমান ইংৰাজে জাৰ্মান ভাষা শিকিছে বা কিমান জাৰ্মানে ইংৰাজী ভাষা শিকি প্ৰেমত গদগদ হৈ পৰিছে? বঙ্গলাৰ লগত আমাৰ বৰ্ত্তমান লিপিটো প্ৰায় একেই তথাপি কিমান বঙ্গালীয়ে অসমীয়া কিতাপ পঢ়িব লাগিছে? সকলো সংস্কৃতমূলক ভাষাৰ বৰ্ণমালা প্ৰায় একেই যেতিয়া, লিপিবিলাক নিজ নিজ ভাষা-ভাষীক নিজস্বৰ আস্বাদেৰেই আগবাঢি যাবলৈ দিলে ভাৰতবৰ্ষ অকলশৰীয়া হৈ পৰাৰ মূঠেই ভয় নাই।

আটাইবিলাক সংস্কৃতমূলক ভাৰতীয় ভাষাৰ বৰ্ণমালা প্ৰায় একেই—অ, আ, ই, ঈ, ক, খ, গ, ঘ। কেৱল দেশ-কালভেদে তাৰ লিপিবিলাকহে বেলেগ বেলেগ হৈছে। একে সংস্কৃত বৰ্ণমালাৰে ( Alphabate ) লিপিবিলাক ( Scripts ) বেলেগ বেলেগ হোৱাৰ ঘাই কাৰণ প্ৰাচীন কালত কোনো স্থায়ী মুদ্ৰিত আখৰ ( Standard printing script ) নাছিল দেখি। আৰ্য্যসকলৰ সেই একে প্ৰাচীন ব্ৰাহ্মী লিপিয়েই বিভিন্ন যুগত মূৰ্ত্তি ধৰি আছিল। যেনে—১। মৌৰ্য্য-লিপি ( ৩০০ খৃঃ পূঃ ), ২। গুপ্ত-লিপি ( ৫০০ খৃঃ পূঃ ), ৩। কুটিলা লিপি ( ১০০০ খৃঃ পূঃ ), ৪। নাগৰী লিপি।

বৰ্ণমালা আৰু লিপি

বৰ্ত্তমান লিপি প্ৰথমে অসমীয়া, পিছতহে বঙ্গলা

আমাৰ বৰ্ত্তমান চলা আখৰৰ অসমীয়া লিপিটো বা তথাকথিত বঙ্গলা লিপিটো বৃটিছ আগমনৰ আগৰ অসমীয়া আৰু বঙ্গলা পুথিবিলাকত সানমিহলি হৈ থকা নাগৰী আৰু কুটিলা আখৰৰে এটা স্বাভাৱিক বিকাশ বা পৰিণতি মাথোন ( Natural Development )।

বৰ্ত্তমান অসমীয়া লিপিৰ আখৰবিলাক একগঢ়ী অৰ্থাৎ প্ৰত্যেকটো আখৰ সদায় একেদৰে লিখা যায়—'ক' সদায় 'ক'ৰ দৰেই, 'খ' সদায় 'খ'ৰ দৰেই। কিন্তু বৃটিছ যুগৰ আগত যিবোৰ অসমীয়া পুথি লিখা হৈছিল সেইবোৰ 'একেগঢ়ী' নাছিল। একেটা আখৰকে এজনে একৰকমে লিখিছিল, আৰু আন এজনে অইন ৰকমে লিখিছিল। এটা স্থায়ী মুদ্ৰিত আখৰ ( Standard printing script ) নথকাই বোধ হয় তাৰ ঘাই কাৰণ। মূঠতে অসমৰ পুৰণি পুথিত দুবিধ আখৰ চলিছিল। এবিধ কুটিলা, আনবিধ নাগৰী, কেতিয়াবা দুই এটা মৌৰ্য্য আৰু গুপ্ত গঢৰ আখৰো সানমিহলি হৈ থকা দেখা যায়। 'ক' আখৰটোৰ আকৃতি নাগৰী আৰু কুটিলাত একেই, পুৰণি অসমীয়া পুথিত কিন্তু 'ক'ৰ আকৃতি 'ক' ( Dagger shaped ) মৌৰ্য্য আকৃতিৰ আছিল। নাগৰী কুটিলা সানমিহলি হোৱা এই লিপিটোক অসমত 'কায়থী' বা 'কায়থেলী' আখৰ বুলিছিল। যি বিলাক আখৰক এতিয়া বঙ্গলা আখৰ বুলি কওঁ তাৰে কিছুমান আখৰ আমাৰ পুৰণি ফলিবিলাকত সাধাৰণতে একে আকৃতিতে পোৱা যায়। ৭ম শতিকাৰ ভাস্কৰ বৰ্ম্মাৰ তাম্ৰ ফলিত 'অ' আখৰটো এতিয়াৰ দৰেই ( কুটিলা আকৃতি ) পোৱা গৈছে।*

---

* শ্ৰীযুক্ত দেৱানন্দ ভড়ালীৰ "অসমীয়া ভাষাৰ মৌলিক বিচাৰ" আৰু "সাহিত্যৰ চানেকী" গ্ৰন্থৰ ২৮৪-২৮৮ পৃষ্ঠা দ্ৰষ্টব্য।

বৰ্ত্তমান অসমীয়া লিপিটো যেনেকৈ 'ৰ' আৰু 'ৱ' এই দুটা আখৰত বাজে বৰ্ত্তমান বঙ্গলা লিখিৰে সৈতে একেই, পুৰণি অসমীয়া লিপিও পুৰণি বঙ্গলা লিপিৰে সৈতে প্ৰায় একেই, যৎ সামান্য মাথোন দুই এটা আখৰ বেলেগ দেখা যায়। পুৰণি বঙ্গলা পুথিতো বোলে কোনো ঠাইত 'ৰ' আখৰটোও পেট কটাই। তেনেহলে এইটো ভালকৈ বুজিব পাৰি যে বৰ্ত্তমান অসমীয়া বা বঙ্গলা লিপিটো একেবাৰেই বঙ্গালীৰ অকলশৰীয়া ( Exclusive ) লিপি নহয়, আমেৰিকান আৰু বৃটিছ মিশ্যনাৰীসকলে ছপা-যন্ত্ৰৰ সহায়েৰে উলিওৱা সেই একে কুটিলা নাগৰী আখৰৰে পৰিণতি ( Development ) মাথোন। গতিকে এই লিপিটো অসমীয়া আৰু বঙ্গালী উভয়ৰে উমৈহতীয়া লিপি ( Common script )।

যদি ঐতিহাসিক আৰু ভাষাতাত্ত্বিক ( Philological ) যুক্তিত অসমীয়া ভাষা বঙ্গলা ভাষাতকৈ আগ বুলি প্ৰমাণিত হয়, তেন্তে আমাৰ এই লিপিটো অসমীয়াৰপৰাহে যে বঙ্গালীয়ে লৈছিল তাত সন্দেহ নাই। গতিকে এই লিপিটো প্ৰথমতে অসমীয়া, পিছতহে বঙ্গলা।

আমাৰ বৰ্ত্তমান ছপা আখৰৰ লিপিটো যে বঙ্গলা লিপি এই ভ্ৰম ধাৰণাটো হোৱাৰ কাৰণ আমেৰিকান মিশ্যনাৰীসকলে এই লিপিটো ছপাই উলিয়াই প্ৰথমে বঙ্গদেশত প্ৰচলন কৰি তাৰ পিছত অসমত প্ৰচলন কৰিলেহি দেখি বৃটিছ ৰাজত্বৰ আৰম্ভণত ৩০ বছৰ মানলৈ অসমৰ পঢ়াশালীবিলাকত বঙ্গলা ভাষা চলিছিল। বঙ্গলা ভাষাৰ লগে লগে এই ছপা আখৰৰ লিপিটো অহাত, পুৰণি অসমীয়া পুথিৰ আখৰৰ লগত এই নতুন আখৰৰ আপাততঃ অসাদৃশ্য ( Apparant dissimilarity ) বা অমিল যেন দেখি, আৰু ইয়াক বঙ্গলা ছপা কিতাপৰ আখৰৰ সৈতে অবিকল একে দেখি আমাৰ মানুহে এই লিপিটোক বঙ্গলা বুলি কবলৈ ধৰিলে। প্ৰকৃতপক্ষে শতাব্দী ধৰি চলি থকা সেই অসমীয়া আখৰৰে যে ই নতুন ৰূপ তাক বুজিব নোৱাৰিলে।

*লিপিটোক বঙ্গলা বুলি ভবাৰ গুৰি*

সংস্কৃতক এৰি অসমীয়া বা বঙ্গালীৰ কোনো স্বকীয়া বৰ্ণমালা নাই, মূল একে বৰ্ণমালাৰ সেই একে প্ৰাচীন ব্ৰাহ্মী লিপিৰেই ঐতিহাসিক ৰূপান্তৰ ঘটি ঘটি আজি উন্নত মূৰ্ত্তিত আমাৰ এই লিপিটোৰে দেখা দিছে। গতিকে ই একাধাৰে সংস্কৃত আৰু অসমীয়া।

আমাৰ লিপি এৰি আমাৰ ভাষা লিখিবলৈ নাগৰী ললে, আমি এটা উচ্চাৰণ-সংকটতও পৰিম। উদাহৰণ স্বৰূপে আমাৰ লিপিত 'য' আৰু 'য়' দুটা স্বকীয়া আখৰৰ দুটা স্বকীয়া উচ্চাৰণ আছে ( যদিও সংস্কৃত মতে বৰ্ণ একেটাই )। কিন্তু নাগৰীত সেইটো আখৰ ৱ ( v ) এটা উচ্চাৰণেৰে হে আছে। আমি নাগৰী আখৰত আমাৰ কীৰ্ত্তন-ঘোষা লিখি গাবৰ হলে—

*উচ্চাৰণ-সংকট*

"যদুমনি যাদৱ যাদৱানন্দ হৰি" স্বৰুলি বুলিব লাগিব—

"ইয়দুমনি ইয়াদৱ ইয়াদৱানন্দ হৰি।"

আমি তেন্তে দেৱনাগৰী আখৰ লৈ সৰ্ব্ব-ভাৰতীয় হবলৈ গৈ নিজৰ মাতটোও ( Phonetics ) বিসৰ্জন দিমগৈ নে? আমাৰ ভাষাত নাগৰী লিপি সুমালে অনুস্বৰ ( ং ) আৰু

কেইবাটাও আখৰৰ সম্বন্ধত এই উচ্চাৰণ সংকটটোৱে দেখা দিব। সম্প্ৰতি আমি সেইবোৰৰ আলোচনা নকৰি ১।৩।৫১ তাৰিখৰ "নতুন অসমীয়া"ত প্ৰকাশিত শ্ৰীযুত মোহনচন্দ্ৰ মহন্তদেৱৰ এই সম্পৰ্কত লিখা প্ৰবন্ধটোলৈ আঙুলিয়াই ক্ষান্ত থাকিলোঁ।

এই সম্পৰ্কত স্বয়ং শ্ৰীনেহেৰুৱে কৈছে :—

শ্ৰীনেহেৰুৰ অভিমত

"কোনো এটা ভাষাৰ যদি লিপি পৰিবৰ্ত্তন কৰা তেন্তে তাৰ শব্দ-চিত্ৰই বেলেগ হৈ পৰিব, বেলেগ উচ্চাৰণ ওলাব আৰু লগতে বেলেগ ভাৱৰো উদয় হব। নতুন লিপিৰে লিখিত সাহিত্য আৰু আগৰ লিপিৰে লিখিত সাহিত্যৰ মাজত এটা অলঙ্ঘ্যনীয় ব্যৱধানৰ সৃষ্টি হব। আৰু আগৰ লিপিৰে লিখিত সাহিত্যটো প্ৰায় বিদেশী সাহিত্যৰ দৰে মৃত সাহিত্য হৈ পৰিব। যি ভাষাত ভৱিষ্যতলৈ স্থায়ীভাৱে ৰাখিব লগা কোনো সাহিত্য নাই, তেনে ভাষাত এই Risk অৰ্থাৎ বিপদটো বৰণ কৰিব পাৰি, কিন্তু ভাৰতবৰ্ষৰ ভাষাবিলাকত এনেকুৱা লিপি পৰিবৰ্ত্তনৰ কথা মই ভাবিবই নোৱাৰোঁ। কাৰণ আমাৰ ভাৰতীয় সাহিত্যবিলাক অকল চহকী আৰু মূল্যবানেই নহয়, সেইবিলাক আমাৰ ইতিহাস, চিন্তা আৰু জনগণৰ জীৱনৰ লগত নেৰা-নেপেৰাভাৱে জড়িত হৈ আছে। গতিকে কোনো ভাৰতীয় ভাষাৰ লিপি পৰিবৰ্ত্তন কৰিব খোজাটো এটা নিষ্ঠুৰ শৰীৰ ব্যৱচ্ছেদৰ ( Vivisection ) নিচিনা কাৰ্য্য হব। আৰু ই আমাৰ জন-শিক্ষাৰ উন্নতি নিশ্চয় পিছুৱাই দিব।

"হিন্দুস্থানী ( এতিয়া হিন্দি ? লেখক ) ভাষাৰ উন্নতিসাধন ব্যাপাৰটোৱে ভাৰতীয় অন্যান্য লেখত লবলগা ভাষাবিলাকৰ চলি অহা ব্যৱহাৰ আৰু শ্ৰীবৃদ্ধি সাধনত বিধি পঠালি দিয়াটো কদাপি উচিত নহব।"

এইখিনিতে আমাৰ পৰ্ব্বতীয়া জাতি-ভাই ট্ৰাইবেলসকলৰ সম্বন্ধতো একাষাৰ কবলৈ আছে। ভৈয়ামত থকা ট্ৰাইবেলসকলে অসমীয়া ক'ব আৰু অনেকে লিখিব পঢ়িবও জানে।

ট্ৰাইবেল জাতিৰ লগত ঐক্য

তেওঁবিলাক আন আন অসমীয়াৰ দৰে ভাষা-সংস্কৃতিত অসমীয়াই হৈ আছে। কিন্তু কিছুমান পৰ্ব্বতীয়া জাতিৰ লগত হলে এই কথা নেখাটে। তেওঁলোকৰ অনেকে অসমীয়া বুজিব পাৰে আৰু অসমীয়া কবও পাৰে। কিন্তু মিছনেৰী-বিলাকে তেওঁলোকক খৃষ্টান কৰিবলৈ তেওঁলোকৰ স্বকীয়া মাত-কথা ( Dialects ) আৰু ইংৰাজী ভাষাত ৰোমান আখৰেৰে শিকোৱা কাৰণে তেওঁলোকৰ ভাব-ধাৰা ভৈয়ামৰ ট্ৰাইবেল আৰু আমাৰপৰা স্বকীয়া হৈ গৈছে। আৰু সেই কাৰণেই তেওঁলোক আৰু আমাৰ মাজত এটা বিচ্ছিন্ন ভাবৰ লক্ষণ প্ৰকাশ পাবলৈ ধৰিছে।

যদি তেওঁলোকক অসমীয়া আখৰেৰে অসমীয়া ভাষা শিকোৱা হয়, তেন্তে তেওঁলোক যে অনতিপলমে ভৈয়ামৰ ট্ৰাইবেলসকলৰ দৰেই অসমীয়াৰে সৈতে মিলি অসমীয়া হৈ যাব তাত সন্দেহ নাই। গতিকে তেওঁলোকৰ মাজত 'ৰোমান' লিপিৰ পৰিবৰ্ত্তে অসমীয়া লিপি প্ৰচলন কৰি অসমীয়া ভাষাৰ প্ৰসাৰ সাধন কৰিবলৈ পুৰুষাৰ্থ কৰাটো প্ৰত্যেক অসমীয়াৰ পক্ষে এটা অৱশ্য-কৰ্ত্তব্য আৰু পুণ্যকৰ্ম্ম নিশ্চয়।

কিন্তু এই পৰ্ব্বতীয়া জাতিবিলাকৰ মাজতো আকৌ 'নাগৰী' লিপি প্ৰচলন কৰিবলৈ গলে কেৱল এটা বেমেজালিৰ ( Confusion ) হে সৃষ্টি হব।

বাস্তৱাত্মক আৰু কাৰ্য্যকৰী দৃষ্টিভঙ্গীৰপৰা কৰবলৈ হলে নেফাক অসমৰ লগত এক প্ৰশাসনীয় গোটত সামৰি লৈ প্ৰশাসন কাৰ্য্য চলালেহে নেফাৰ সৰ্ব্বতোপ্ৰকাৰ উন্নতি সাধন কৰা হব আৰু তেতিয়াহে এই পৰ্ব্বতীয়া ভাইসকলক আমাৰ মাজত সামৰি লব পৰা হব আৰু তেওঁলোকেও দৰাচলতে তেওঁলোকৰ আৰু ভৈয়ামবাসীৰ মাজত কোনো পাৰ্থক্য নাই বুলি সাৰ্থকভাৱে উপলব্ধি কৰিব পাৰিব। নেফাৰ ঐতিহ্য আৰু দৰ্শন অব্যাহত ৰাখি অৰ্থাৎ তেওঁলোকক অসমীয়া ভাষা সংস্কৃতিৰপৰা সম্পূৰ্ণ আঁতৰাই ৰাখি কেনেভাৱে এক ভাৰতীয় সংহতিৰ মনোভাৱ এওঁলোকৰ মাজত সুমুৱাই দিব পৰা হব কব নোৱাৰোঁ। অসমীয়া তথা ভাৰতীয় ভাষা-সংস্কৃতিৰ মাধ্যমেদিও এই পৰ্ব্বতীয়া জাতিসকলৰ নিজস্ব বৈশিষ্ট্য অটুত ৰাখিব পৰা হব। হেজাৰ হেজাৰ বছৰ ধৰি নেফাৰ অধিবাসীৰ লগত অসমীয়া ভাষা-সংস্কৃতিৰ এক সমন্বয় ঘটি আহিছে, আৰু তেওঁলোকৰ নিয়ম বৈশিষ্ট্য লুপ্ত হোৱা নাই। মধ্যযুগত অসমৰ বৈষ্ণৱ আন্দোলনে এই পৰ্ব্বতীয়া জাতি-বিলাকৰ মাজতো বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি উন্নত কৰি দিলে, পৰ্ব্বতীয়া জাতি হিচাপে তেওঁলোকৰ বৈশিষ্ট্যৰ কোনো হ্ৰাস হোৱা নাছিল।

নেফাৰ সৈতে অসমৰ সম্পৰ্ক

মহাভাৰতৰ দিনৰেপৰা নেফা আৰু চীনৰ লগত অসম বা প্ৰাচীন কামৰূপৰ সম্পৰ্ক চলি আহিছে। ভগদত্তৰ সৈন্যবাহিনীত কিৰাট অৰ্থাৎ নেফা অঞ্চলত বাস কৰা বিভিন্ন জাতিৰ আৰু চীনা সৈন্য আছিল। নৰকাসুৰ, ভগদত্ত, বাণ, ভীষ্মক, শ্ৰীৰামচন্দ্ৰ, আৰিমত্ত, ভাস্কৰবৰ্ম্মা, হৰ্জ্জৰবৰ্ম্মা, বলবৰ্ম্মা আদি ৰজাৰ ৰাজত্বকালত অসমৰ উত্তৰ-পূব সীমান্ত ভূ-ভাগত থকা পৰ্ব্বতীয়া জাতিবোৰৰ সম্পৰ্ক আছিল আৰু সেইবোৰ ৰজাৰ ৰাজ্যৰ অন্তৰ্গত এই পৰ্ব্বতীয়া জাতিবিলাকত সকলো সোমাই আছিল। আহোম ৰজাসকলৰ দিনতো এই পৰ্ব্বতীয়া জাতিবিলাকৰ লগত এটি সুস্থ ৰাজনৈতিক সম্বন্ধ ঘটিছিল। এওঁলোক সম্পূৰ্ণৰূপে আহোম ৰজাৰ তলতীয়া হৈছিল। মধ্য যুগত শদিয়াৰপৰা প্ৰায় ১৫ দিনৰ বাটৰ অন্তত লোহিতৰ পাৰত পৰ্ব্বতৰ মাজত থকা উপত্যকা এটিত এখন আৰ্য্য উপনিবেশ আছিল। ইয়াকে কলিতা দেশ বোলা হৈছিল। এই কলিতা দেশৰ কথা আন আন তথ্য-পাতিৰপৰাও প্ৰমাণিত হৈছে। ভবানীপুৰীয়া গোপাল আতাৰ মাতৃ এই কলিতা দেশৰপৰাই আহিছিল।

ষোড়শ শতিকাৰ প্ৰখ্যাত গ্ৰন্থ যোগিনীতন্ত্ৰত অসমৰ ধৰ্মকেই 'কৈৰাতজ' ধৰ্ম্ম বুলি অভিহিত কৰিছে। শৈৱ, শাক্ত আদি ধৰ্ম্ম সম্প্ৰদায়ৰ মাজেদি এই কিৰাটসকলৰ অৰ্থাৎ নেফা বা অসমৰ উত্তৰ-পূব-সীমান্ত ভূ-ভাগৰ অধিবাসীসকলৰ বহুত কথাই আমাৰ সাংস্কৃতিক জীৱনত সোমাই পৰিল, আৰু তেওঁলোকৰ মাজতো ভাৰতীয় সংস্কৃতিৰ বহুতো কথাই সোমাই পৰিল, অথচ কাৰো কোনো প্ৰকাৰে হানি নঘটিল। ভাৰতীয় বৃহত্তৰ স্বাৰ্থৰ খাটিৰতেই নেফা অঞ্চলত অসমীয়া ভাষা-সংস্কৃতিৰ মাধ্যমেদি তাৰ অধিবাসীসকলৰ উন্নতি সাধন কৰিবলৈ

চৰকাৰে চেষ্টা কৰা উচিত হব আৰু নেফাক অসমৰ লগত প্ৰশাসনীয় গোটলৈ অনাটোও উচিত হব।

আমাৰ বৰ্ত্তমান সাহিত্যত যিটো বিদ্ৰোহৰ সূচনা হৈছে তাৰ মূলত কবিগুৰু ৰবীন্দ্ৰনাথে কোৱাৰ দৰেই কব পাৰি যে সাগৰৰ সিপাৰে এখন হাট আছে তাত এটা হট্টগোলৰ প্ৰতিধ্বনিটো উঠিছেহি। হাটখন হৈছে ফ্ৰয়েড, কাৰ্লমাৰ্ক্সৰ নতুন চিন্তাধাৰাৰে প্ৰভাবান্বিত য়ুৰোপৰ বৈষয়িক জীৱনযুদ্ধ, যাইকৈ ২য় মহাযুদ্ধৰ পিছত ঘটা পৰিস্থিতিৰ ফল, আৰু হট্টগোলটো হৈছে তাৰ আন্দোলন আৰু তাৰ সাহিত্যিক প্ৰতিফলন।

ভাৰতীয় ঐতিহ্য আৰু অসমীয়া লেখক

কবিগুৰুৱে কৈছে—"নদী সদায় সমুখলৈ পোনে পোনে বৈ থাকি হঠাৎ এটা মোৰপাক লৈ বেঁকা হৈ যায়, সাহিত্যও সদায় সেইদৰে পোনে পোনে নবয়, যেতিয়া সি মোৰপাক লৈ বেঁকা হৈ যায় তাকে কব লগা হয় মভার্ণ বুলি। এই মডাৰ্ণটো সময়লৈ নহয়, মৰ্জ্জিলৈহে, ই বাস্তৱতে দেশগত আৰু কালগত নহয়, মৰ্জ্জিগতহে।"

ফ্ৰয়েডে জীৱনৰ মূল যৌন প্ৰেৰণাত পালে, কোনে জানে যৌন প্ৰেৰণাৰ সিফালে ভাৰতীয় ঋষিয়ে উপলব্ধি কৰা সেই "ৰসো বৈ সঃ" সেই ৰসস্বৰূপ অখণ্ড আনন্দই নাই বুলি? কি জানি সিয়েই মূলৰো মূল সৰ্ব্বমূল?

কাৰ্লমাৰ্ক্সে মানুহ জাতিৰ সমগ্ৰ সভ্যতাটোকে Nothing but an evolution of biological necessity অৰ্থাৎ জৈৱিক প্ৰয়োজনৰ অভিব্যক্তি মাথোন বুলি কৈছে। মানুহৰ জ্ঞান-কৰ্ম বহুদূৰ জৈৱিক প্ৰয়োজনৰ অভিব্যক্তি হলেও তাৰে ওপৰলৈ উঠিহে মানুহ উন্নতৰপৰা উন্নততৰ হৈ হৈ শেষত পূৰা মানুহ হব পাৰিছেগৈ। আহাৰ, নিদ্ৰা ভয়, মৈথুন—এই চাৰিটা অৱস্থা, মানুহে এই জৈৱিক প্ৰয়োজনৰ ওপৰলৈ উঠিহে কব পাৰিছে "Man does not live by bread alone". (Bible)। অৰ্থাৎ মানুহ কেৱল অন্ন-বস্ত্ৰ লৈয়ে জীয়াই নাথাকে। জৈৱিক প্ৰয়োজনৰ বাবে জুইয়ে পোৰে এই জ্ঞানটো মানুহৰ দৰ্কাৰ। এইটো নেজানিলে তেওঁ জুইত হাত সুমাই দিলে পুৰিব। কিন্তু পৃথিবীখন যে সুমথিৰা টেঙাটোৰ দৰে ঘূৰণীয়া আৰু সূৰ্য্যৰ চাৰিওফালে ঘূৰে এই জ্ঞানটো তেওঁৰ নহলেও, তেওঁৰ জৈৱিক প্ৰয়োজনত একো ক্ষতি নহব। এই জ্ঞানটো নহলেও তেওঁ পৃথিবীত খেতি-বাতি কৰি বেপাৰ-বাণিজ্য চলাই খাব, থাকিব পাৰিব। তথাপি মানুহে এইটোও জানিছে কিয়, জানিবলৈ বিচাৰিছে কিয়?

আমাৰ ঐতিহ্যৰ লগত ধৰ্ম্মবোধও ওতঃপ্ৰোত হৈ আছে। সমাজৰ ভাল বেয়া আজিও আমাৰ মুখ্যতঃ এই সহজাত ধৰ্ম্মবোধৰ দ্বাৰাই নিয়ন্ত্ৰিত হৈছে। এসময়ত ধৰ্ম্মৰ লগত সাহিত্যৰ যোগ নিগূঢ় হৈ আছিল। প্ৰত্যেক দেশৰ প্ৰাচীন আৰু মধ্যযুগৰ সাহিত্যৰ ইতিহাস অনুধাৱন কৰিলে দেখা যায়, সেই দেশৰ ধৰ্মীয় আন্দোলনৰ লগত যোগ ৰক্ষা কৰি সাহিত্যৰ ৰূপ ক্ৰমে বিবৰ্ত্তিত হৈছে। গতিকে আনুষ্ঠানিক ক্ৰিয়াকাণ্ডৰ ধৰ্ম বাদ দিলেও ধৰ্ম্মৰ লগত আমাৰ জীৱন বিচ্ছিন্ন কৰিব নোৱাৰি, সাহিত্য এই জীৱন-প্ৰকাশক যেতিয়া ধৰ্ম-প্ৰকাশকও। ধৰ্ম্মৰ মূলাধাৰ হৈছে প্ৰায়বিলাক ধৰ্ম্মতে ঈশ্বৰ-বিশ্বাস আৰু নৈতিক চৰিত্ৰ। আজিৰ বৈজ্ঞানিক যুগৰ

প্ৰগতিবাদীসকলে এই 'ঈশ্বৰ' শব্দটো মান্ধাতা যুগৰ বুলি কাণত ঠিলা দিয়ে যদিও ধৰ্ম্মৰে নামান্তৰ মানৱতাবাদক বাদ দিব নোৱাৰে যেন পাওঁ। ধৰ্ম্মৰ অৰ্থ যদি এই মানৱতাবাদেই হয় তেন্তে তাৰ লগত শিল্প সাহিত্যৰ সম্বন্ধ বাঢ়িহে যাব লাগিব, আজি কি স্বদেশী কি বিদেশী সকলো সমকালীন সাহিত্যৰ এটা উল্লেখযোগ্য লক্ষণেই হ'ল এই মানৱতাবাদ। এই মানৱতাবাদ প্ৰধানতঃ কি? প্ৰেম, প্ৰীতি, স্নেহ, দয়া, দাক্ষিণ্য, ক্ষমা, কৰুণা, আত্মত্যাগ আদি মানৱ প্ৰেমৰ বহু অভিব্যক্তিয়েই নহয় জানো? এইবিলাকেই পুনৰ ধৰ্ম্মৰ উপাদানো নহয় জানো?

এই ধৰ্ম্মৰো মূল কেৱল এক ঈশ্বৰ-ভক্তিৰ প্ৰচাৰ কৰিছিল কাৰণেই আজি আমাৰ প্ৰগতিবাদী সাহিত্যিকসকলে শঙ্কৰদেৱৰ আৰু দিন নাই, শঙ্কৰদেৱ গ'ল বুলি আমাক শঙ্কৰী সাহিত্যৰ নিস্প্ৰয়োজনীয়তা বুজাবলৈকো উদ্যত হৈছে।

শঙ্কৰদেৱৰ দিন গ'ল মানে আমি সাধাৰণতে বুজিম ঈশ্বৰৰে দিন গ'ল বুলি। অথচ জগতত যদি কিবা বস্তু অনন্ত হৈ আছে তেন্তে সি সেই অনন্ত ৰহস্যৰ আদি কাৰণ ঈশ্বৰেই। সেইদেখি আইন্‌ষ্টাইনৰ নিচিনা বৈজ্ঞানিকেও শেষত কৈ যাবলৈ বাধ্য হৈছে—"The most beautiful thing we can experience is the mysterious. He to whom this emotion is a stranger, who cannot pause to wonder, is as good as dead.

এই ৰহস্যময় আদি কাৰণকে ভাৰতৰ ঋষিয়ে ঈশ্বৰ বা ব্ৰহ্ম বুলি নিৰ্দ্দেশ কৰিছে আৰু তেওঁকেই কবি বুলিও কৈছে। এই চন্দ্ৰ-সূৰ্য্য সমুজ্জল বিশ্ব সৃষ্টি সেই বিশ্বকবিৰে ৰচনা,—সেই বিশ্বকবিৰে কল্পনা। আজি আমাৰ বিশ্ববৰেণ্য কবি, কবি-বিহঙ্গ ৰবীন্দ্ৰনাথো উধাও হৈছিল এই অনন্ত ৰহস্যৰ অনন্ত আকাশলৈকে যাৰ অন্নজল আছিল উপনিষদ, ফল-মূল—বৈষ্ণৱ কবিতা, ব'দ-বতাহ—বায়ুমণ্ডল, এলিজাবেথীয় যুগৰ ৰোমাণ্টিক কাব্য সাহিত্য আৰু নানা জ্ঞান-বিজ্ঞানৰ ব'দ-কাঁচলিৰ মানৱ জীৱন। ৰবীন্দ্ৰনাথেও এই ৰহস্যময় আদি কাৰণ ঈশ্বৰকে উদ্দেশ্য কৰি গাইছে—

"পিতা-মাতা-ভ্ৰাতা প্ৰিয় পৰিবাৰ
পুত্ৰ আমাৰ মিত্ৰ আমাৰ
সকলেৰ সাথে হৃদয়ে প্ৰবেশি
তুমি আছ মোৰ নাথ,
সব আনন্দ মাঝাৰে তোমাৰে
স্মৰিব জীৱন নাথ।"

আমাৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰেও আমাক এই 'ভাৰত-আত্মা'ৰ বাণীকে শুনাই সেই অনন্ত সত্যৰ ঘোষণা কৰি গৈছে—

"তুমি সত্য ব্ৰহ্ম তোমাতে প্ৰকাশে
জগত ইটো অনন্ত,
জগতো সদা তুমিয়ে প্ৰকাশা
অন্তৰ্য্যামী ভগৱন্ত।"

জগতৰ পৰিবৰ্তনশীলতাৰ ওপৰতে তৰ দি তথাকথিত আধুনিক সাহিত্যই সত্য আৰু সুন্দৰৰ চিৰন্তনত্বও অস্বীকাৰ কৰিব খোজে। জগতৰ পৰিবৰ্তনশীল ধৰ্মৰ লগত এটা অপৰিবৰ্তনশীল ধৰ্মও যে আছে সেইটো যেন চকুত নপৰেই। যেনে জুইয়ে পোৰে, সদায় পোৰে, অতীততো পুৰিছিল, আজিও পোৰে। নৈ উজাই নবয়, অতীততো, বৰ্ত্তমানতো। তাৰ পৰিবৰ্ত্তন হোৱা নাই। মানুহ সৌন্দৰ্য্যপ্ৰিয়, ফুলক সুন্দৰ দেখে, আগেয়েও, এতিয়াও। স্নেহ, প্ৰেম, দয়া, ক্ষমা আদি মানুহৰ হৃদয় ধৰ্মও চিৰদিন আছে, আৰু তাৰ প্ৰতি মানুহৰ অনুৰাগও চিৰকালৰ, পৰিবৰ্ত্তন হোৱা নাই। মানুহৰ স্বভাবৰো মূলতঃ পৰিবৰ্ত্তন হোৱা নাই।

ল'ৰা-ছোৱালী ধেমালিত মতলীয়া, ডেকা-গাভৰুত আসক্ত আৰু বুঢ়া চিন্তাত মগ্ন।

জগত গতিশীল আৰু স্থিতিশীল—দুয়োটাই। সেই দেখিয়েই উপনিষদে কৈছে :—

"তদেজতি তন্নৈজতি তদ্দূৰে তদন্তিকে।"

তেওঁ যায়ও, নাযায়ও, তেওঁ দূৰৈতো, ওচৰতো। অংশকো মানো, সমস্তকো মানো, কিন্তু সমগ্ৰবিহীন অংশ ঘোৰ অন্ধকাৰ, আৰু অংশবিহীন সমগ্ৰ আৰু ঘোৰ অন্ধকাৰ।

ওপৰলৈ গৈ দূৰলৈ চালে দেখিম আমাৰ পৃথিবীখন ঘূৰণীয়া আৰু গৈ আছে, ঘূৰি আছে 'তদেজতি'। কিন্তু ওচৰতে ইয়াতে থাকোঁতে দেখিছোঁ পৃথিবীখন চেপেতা আৰু একে ঠাইতে বৈ আছে, 'তন্নৈজতি', এই দুইটাই সত্য। 'তদ্দূৰে তদন্তিকে' সত্য দূৰৈতো, ওচৰতো।

দেশৰ, সমাজৰ, মুঠতে জীৱনৰ বিবিধ পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যৰ চেহেৰাৰো কিছু কিছু আনুসঙ্গিক পৰিবৰ্ত্তন ঘটিলেও প্ৰকৃত সাহিত্যৰ যিটো চিৰন্তন ধৰ্ম্ম অৰ্থাৎ ৰস দান, আনন্দ দান, আনকি জ্ঞান দান, সত্য আৰু সৌন্দৰ্য্যৰ উপলব্ধি, সি সকলো কালতে একে সত্য হৈয়ে থাকিব। মানুহৰ যেনেকৈ বয়স মতে বাল্য, কৈশোৰ, যৌৱন, বাৰ্দ্ধক্যত শৰীৰৰ চেহেৰা বেলেগ হৈ গলেও মানুহজন একেই থাকে, সাহিত্যৰো আত্মা অৰ্থাৎ চিৰন্তন ধৰ্মটো একেই থাকিব। সেইদেখি প্ৰাগ্-ঐতিহাসিক যুগৰ পুৰণি কাব্য ৰামায়ণ, মহাভাৰত তাৰ ৰসৰ নিত্যতাত আজিও নতুন হৈ আছে—এই যুগতো ৰামায়ণ মহাভাৰত জাৰ্ম্মান, ৰুচ আদি ভাষালৈ অনূদিত হৈও সেই একে সত্য আৰু সেই একে সুন্দৰকে প্ৰকাশ কৰিব পাৰিছে।

আজিৰ জগততো সেই ৰাম-ৰাৱণ, সেই ভীম-অৰ্জ্জুন, যুধিষ্ঠিৰ আনকি দুৰ্য্যোধন, শকুনিও মানৱ-চৰিত্ৰত সোমাই আছে। গতিকে আজিও সি সাহিত্য বা কাব্যৰ ৰসত ৰসাল হৈ নতুন মানুহক আনন্দ দান কৰিছে।

বাস্তৱ সাহিত্যৰ এজন নেতা শ'ৰ মতে আৰ্টৰ অৰ্থাৎ সাহিত্যৰ বিষয়-বস্তুটো যুগে যুগে পৰিবৰ্ত্তন হয়, চিৰন্তন যিটো থাকে সি মাথোন তাৰ ৰচনা-ভঙ্গী ষ্টাইল হে। কিন্তু ভালকৈ ভাবিলে বুজিব পাৰি যে সাহিত্যৰ বিষয়-বস্তু বুলি কোনো সুনিৰ্দ্দিষ্ট পদাৰ্থ নাই, বিষয়-বস্তুৰ অস্তিত্ব সাহিত্যিকৰ, লেখকৰ মনতহে, সেইদেখি সি প্ৰধানতঃ মন্ময়। সেই কাৰণেই ৰবীন্দ্ৰনাথে কৈছে—"The joy of unity within ourselves seeking expression, becomes creative, whereas our desire for fulfilment of our needs is constructive." অৰ্থাৎ

আমাৰ অন্তৰৰ মিলনানন্দই যি প্ৰকাশ বিচাৰে, সি হৈছে সৃষ্টিলোক, কিন্তু আমাৰ বাস্তৱ প্ৰয়োজন পূৰণৰ কাৰণে আমাৰ যি আকাঙ্ক্ষা সি হৈছে গঠনমূলক।

সেইদেখি বৰ্ত্তমান আমাৰ দেশত হোৱা আধুনিক সাহিত্যৰ অতি-চেষ্টাটোক ব্যঙ্গ কৰি কবিগুৰুৱে গাইছে—

"সত্য মূল্য না দিয়েই সাহিত্যেৰ খ্যাতি কৰা চুৰি, ভালো নয়, ভালো নয়, সকল সে সৌখীন মজদুৰি।" কবিগুৰুৱে আধুনিক সাহিত্য সম্বন্ধে তলত লিখা কথাখিনি আজি আমাৰ প্ৰনিধানযোগ্য।

"গত য়ুৰোপীয় যুদ্ধত মানুহৰ অভিজ্ঞতা ইমান কৰ্কশ ইমান নিষ্ঠুৰ হৈছিল, তাৰ বহুযুগ প্ৰচলিত য'ত আদৰ আৰু আব্ৰু সি সাংঘাটিক সংকটৰ ভিতৰত পৰি অকস্মাৎ ছাৰখাৰ হৈ গ'ল। দীৰ্ঘকাল ধৰি যি সমাজস্থিতিক একান্তবিশ্বাস কৰি তেওঁ নিশ্চিন্ত আছিল, সি এক মুহূৰ্ত্ততে দীৰ্ণ-বিদীৰ্ণ হৈ গ'ল, মানুহে যিবিলাক শোভন-ৰীতি কল্যাণনীতিক আশ্ৰয় কৰিছিল, তাৰ বিধ্বস্ত ৰূপ দেখি ইমান দিনে যিবোৰক তেওঁ ভদ্ৰ বুলি জানিছিল, সেইবোৰকে দুৰ্ব্বল বুলি, আত্ম-প্ৰতাৰণাৰ কৃত্ৰিম উপায় বুলি অৱজ্ঞা কৰাতেই যেন তেওঁ এটা উগ্ৰ আনন্দবোধ কৰিবলৈ ধৰিলে, বিশ্ব-নিন্দুকতাকেই তেওঁ আজি সত্যনিষ্ঠা বুলি ধৰি লৈছে।"

অনেকে ভাবে এই উগ্ৰতা এই কালাপাহাৰী তাল ধোকাই আধুনিকতা, মই হ'লে সেইটো নেভাবোঁ। ইনফ্লুয়েঞ্জাই আজি হেজাৰ হেজাৰ মানুহক আক্ৰমণ কৰিলেও মই ক'ব নোৱাৰিম যে এই ইনফ্লুয়েঞ্জাটোৱেই দেহৰ আধুনিক স্বভাব।

মোক যদি কোনোবাই সোধে বিশুদ্ধ আধুনিকতাটোনো কি, তেনেহলো মই ক'ম বিশ্বক ব্যক্তিগত আসক্তভাৱে নেদেখি বিশ্বক নিৰ্ব্বিকাৰ তদ্গতভাৱে দেখা। এই দেখাটোৱেই উজ্জ্বল, বিশুদ্ধ, এই মোহমুক্ত দেখাতেই আচল আনন্দ। আধুনিক বিজ্ঞানে নিৰাসক্ত চিত্তে বিশ্বক সমগ্ৰ দৃষ্টিৰে দেখিব—এইটোৱেই শাশ্বতভাৱে আধুনিক।

কিন্তু ইয়াক আধুনিক বুলি কোৱাও নিতান্ত বাজে কথা। এই যে নিৰাসক্ত সহজ দৃষ্টিৰ আনন্দ—ইতো কোনো বিশেষ কালৰ নহয়। যাৰ চকুৱে এই অনাবৃত জগতত মঞ্চস্থ কৰিব জানে ই তেওঁৰ হে।

কবিগুৰুৱে বৰ্ত্তমান ইংৰাজী সাহিত্যৰ সম্বন্ধত কৈছে—

"এই সাহিত্যৰ অন্য নানা গুণ থাকিব পাৰে, কিন্তু এটা গুণৰ অভাৱ আছে যাক বোলা যায় সাৰ্ব্বভৌমিকতা, যাক মই বিদেশৰপৰাও অকুণ্ঠিত চিত্তে মানি লব পাৰোঁ। ইংৰাজৰ প্ৰাক্তন সাহিত্যক আনন্দৰেই বৰণ কৰিছিলোঁ, মানি লৈছিলোঁ, তাৰপৰা যে কেৱল ৰস পাইছোঁ এনে নহয়, জীৱনযাত্ৰাৰ পথত পোহৰও পাইছোঁ। তাৰ প্ৰভাৱ আজিও মনৰপৰা দূৰ হোৱা নাই। আজি কিন্তু দ্বাৰৰুদ্ধ য়ুৰোপৰ দুৰ্গমতা অনুভৱ কৰিছোঁ আধুনিক ইংৰাজী সাহিত্যত। তাৰ কঠোৰতা মোলৈ বৰ অনুদাৰ যেন লাগে, বিদ্ৰূপপৰায়ণ বিশ্বাসহীনতাৰ কঠিন ভূমিত তাৰ উৎপত্তি, তাৰ ভিতৰত এনে কোনো উক্তি নাই—ঘৰে-বাহিৰে যাৰ অৰুণণ

আহ্বান। এই সাহিত্যই বিশ্বপৰা নিজৰ হৃদয় ওভোটাই লৈ গৈছে,—ইয়াৰ ওচৰত এনে বাণী নেপাওঁ যি বাণী শুনি ভাবিব পাৰোঁ ই মোৰো চিৰকলীয়া দিব্যবাণী। ছুটা এটা যে ব্যতিক্ৰম নাই সেইটো কলে অন্যায় হব। ”

নতুনৰ বিদ্ৰোহ অনেক সময়ত এটা স্পৰ্দ্ধা মাথোন। বিজ্ঞানত প্ৰকৃতিয়ে মানুহৰ ওচৰত নতুন নতুন জ্ঞানৰ ভেটী অবাৰিত কৰে কিন্তু মানুহৰ আনন্দলোকে যুগে যুগে আপোনাৰ সীমা বিস্তাৰ কৰিব পাৰে, কিন্তু ভেটী নসলায়। যি সৌন্দৰ্য্য, যি প্ৰেম, যি মহত্ত্বত মানুহ চিৰকাল উদ্বোধিত হৈ আহিছে তাৰতো বয়সৰ সীমা নাই, কোনো আইনষ্টাইনও আহি তাক অপ্ৰতিপন্ন কৰিব নোৱাৰে, ক'ব নোৱাৰে পুষ্পোপোষোসত যাৰ অকৃত্ৰিম আনন্দ সি তাহানিকলীয়া ফিলিষ্টাইন। যদি কোনো বিশেষ যুগৰ মানুহে এনেকুৱা সৃষ্টিছাড়া কথা ক'ব পাৰে, যদি সুন্দৰক বিদ্ৰূপ কৰিবলৈ তেওঁৰ ওষ্ঠাধৰ কুটিল হৈ উঠে, যদি পূজনীয়ক অপমানিত কৰিবলৈ তেওঁৰ উৎসাহ উগ্ৰ হয়, তেন্তে ক'বই লাগিব এই মনোভাৱ চিৰন্তন মানৱ স্বভাৱৰ বিৰুদ্ধ। সাহিত্যই সকলো দেশতে এই কথাকে প্ৰমাণ কৰি আহিছে যে মানুহৰ আনন্দ নিকেতন চিৰপুৰণি বিৰহবেদনাৰ আস্বাদ পাই আনন্দিত হয়। সেই চিৰপুৰণিক চিৰনতুন কৰিছে মানুহৰ সাহিত্য আৰু শিল্পকলায়েই। এই কাৰণে মানুহৰ সাহিত্য, মানুহৰ শিল্পকলা সকলো কালৰ মানুহৰ। সেইদেখি মোৰ মনত বাৰে বাৰে এই কথাটোৱেই খুন্দিয়াইছে যে বৰ্ত্তমান ইংৰাজী কাব্য উদ্ধতভাৱে নতুন, পুৰণিৰ বিৰুদ্ধে বিদ্ৰোহীভাৱে নতুন। যি তৰুণৰ মন কালাপাহাৰী, সি ইয়াৰ নব্যতাৰ মদিৰ ৰসত মত্ত কিন্তু এই নব্যতাই ইয়াৰ ক্ষণিকতাৰ লক্ষণ। বৰ্ত্তমান এই সাহিত্যৰ নবীনতাক অভ্যৰ্থনা কৰি ক'ব নোৱাৰোঁ,

"জনম অবধি হাম ৰূপ নেহাৰিনু
নয়ন না তিৰপিত ভেল,
লাখ লাখ যুগ হিয়ে হিয়ে ৰাখনু
তভো হিয়া জুড়ন ন গেল।"

—তাক যেন সঁচাকৈয়ে নতুন বুলি ভ্ৰম নকৰোঁ। সি আপোনাৰ সদ্য জন্ম-মুহূৰ্ত্ততে লগত জৰা লৈ আহিছে তাৰ আয়ুস্থান যে শনি—সি যিমানেই উজ্জ্বল হওক সি কিন্তু শনিয়েই।

**শ্ৰীবিনোৱা ভাৱেৰ মন্তব্য**

বিশ্বকবিৰ দৰেই মনীষী শ্ৰীবিনোৱা ভাৱেই গুৱাহাটীত অসমীয়া সাহিত্যিকসকলৰ সভাত আমাৰ বৰ্ত্তমান সাহিত্যিকসকলৰ কৰ্ত্তব্য প্ৰসঙ্গত কৈছে—

"থাৰ্ম্মমিটাৰে জ্বৰ জোখে, তাৰ কিন্তু জ্বৰ নাই। তাৰ জ্বৰ হলে তোমাৰ জ্বৰ জুখিব নোৱাৰে। যাৰ জ্বৰ নাই সিহে হাতেৰে জৰীয়াৰ জ্বৰ জোখে। যি বিকাৰেৰে সমস্ত সমাজ বিকৃত হৈছে, সেই বিকাৰ সিজনেহে জুখিব পাৰিব, যি জনৰ গাত বিকাৰটো নাই। কেমেৰাৰ সমুখত থকাজনেহে ফটোগ্ৰাফ লয়, পিছত থকাজনে নহয়। এই প্ৰকাৰে সাহিত্যিকসকল সামাজিক অৱস্থাৰ তটস্থও হ'ব লাগিব, অভিমুখো হ'ব লাগিব— 'উপদ্ৰষ্টা, অনুমন্তা .....' হ'ব লাগিব।"

সমাজৰ বিকাৰেৰে বিকাৰগ্ৰস্ত হলে প্ৰকৃত সাহিত্যিক হ'ব নোৱাৰি, অমৰ সাহিত্য সকলো দেশৰ আৰু সকলো কালৰ। তেনে সাহিত্য ইচ্ছামতে সৃষ্টি কৰিব নোৱাৰি—লাগিলে সাহিত্যিকজন নেপোলিয়নেই হওক বা আনেই কিবা হওক। মানুহে আজি দহ তাৰিখে ন তাৰিখৰ কাগজ নপঢ়ে। শঙ্কৰদেৱৰ সাহিত্য কিন্তু যোৱা চাৰি শ বছৰ পঢ়িছে, চাৰি শ বছৰে ন ন সোৱাদ পাইছে। চাৰি শ বছৰ পাৰ হৈ যোৱা কাৰণে সি অধিক সমাদৰ হে পাবৰ যোগ্য হৈছে, কাৰণ যোৱা চাৰি শ বছৰৰ অৰ্থ তাত সোমাই পৰিছে। কালপুৰুষে তাক পৰীক্ষা কৰি গ্ৰহণ কৰিছে। সেই ৰচনাত শব্দৰ যি সামৰ্থ্য আছে সি অপৰিসীম। সহানুভূতিশীল তটস্থ পুৰুষেহে প্ৰকৃত সাহিত্যিক হ'ব পাৰে। সত্য সাহিত্যিক অভিমুখ আৰু তটস্থ হ'ব লাগিব।

১৯৫০ চনত নোবেল প্ৰাইজ লাভ কৰোঁতা উইলিয়ম ফ'ল্‌কাৰেও ( William Faulkar ) জগতৰ বৰ্ত্তমান সাহিত্যাই কি ঢাল লৈছে আৰু কি ঢাল লোৱা উচিত সেই সম্বন্ধে কৈছিল—

সাহিত্য সম্বন্ধে ফ'ল্‌কাৰৰ মন্তব্য

"আজিৰ যুগত মানুহৰ ভয় বিশ্বজনীন, শৰীৰটোৰ কাৰণে ভয়। আধ্যাত্মিক ভয়ৰ কথা নোহোৱা হৈছে। এতিয়া কেৱল প্ৰশ্ন উঠে, মানুহ জাতি কাহানি সম্পূৰ্ণ ধ্বংস হব? এয়ে একমাত্ৰ প্ৰশ্ন।"

মহান সাহিত্য হবলৈ গলে তাত মানুহৰ অন্তৰৰ সমস্যা আৰু অন্তৰ্দ্বন্দ্বৰ কথা থাকিব লাগিব। কিন্তু আজিৰ তৰুণ লেখক গোষ্ঠীয়ে এই সমস্যাবোৰৰ কথাই পাহৰি গৈছে।

তেওঁলোকে আকৌ এই সমস্যাবোৰৰ ফালে ঘূৰি আহিব লাগিব। তেওঁলোকে বুজিব লাগিব ভীৰুতাই অতি নীচ প্ৰবৃত্তি। তেওঁৰ সাহিত্যসাধনাৰ বিষয় হ'ব লাগিব পুৰণি কথাবোৰেই অৰ্থাৎ অন্তৰৰ প্ৰবৃত্তিসমূহ—সেই পুৰণি বিশ্বজনীন সত্যবোৰ। ইয়াৰ অবিহনে সকলো সাহিত্যই ক্ষণস্থায়ী। প্ৰেম, সাহস, সম্মান, গৰ্ব্ব, ত্যাগ—এইবোৰ সাহিত্যৰ চিৰন্তন বিষয়বস্তু। এই কথা যেতিয়ালৈকে উপলব্ধি কৰিব নোৱাৰে, তেতিয়ালৈকে সাহিত্যিক সম্প্ৰদায়ৰ ওপৰত শাওপাত।

আজিৰ আধুনিক সাহিত্যিক প্ৰেমৰ কথা নিলিখে, লিখে কামৰ ( lust ) কথা। তেওঁলোকে বৰ্ণনা কৰে পৰাজয়ৰ কথা, যি পৰাজয়ৰপৰা কোনেও কোনো মূল্যবান বস্তু নেহেৰুৱায়, তেওঁলোকে বিজয়ৰ কথা কয়, যাৰ কোনো আশা নাই। আটাইতকৈ ডাঙৰ কথা হ'ল তেওঁলোকে দয়া কৰুণা এইবোৰৰ কথা নকয়। তেওঁলোকৰ বিষাদত সাৰ্ব্বজনীন দুখৰ কথা নাই। তেওঁলোকে লিখে কেৱল গ্ৰন্থীৰ ( Glands ) কথা, হৃদয়ৰ কথা তাত নাই।

সাহিত্যিকসকলে আকৌ নতুনকৈ এইবোৰ কথা জানি লওক, নহলে তেওঁলোক মানৱজাতিৰ শেষ অৱস্থাৰ বা প্ৰলয়ৰ মাজত থিয় হৈ লিখাৰ নিচিনাহে হ'ব।

মানুহজাতিৰ আৰু জগতৰ অন্তিম কাল উপস্থিত হ'ল বুলি মই ভাবিবলৈ মান্তি নহওঁ।

মানুহজাতি কোনোমতে লেলাই-ধেন্দাই জীয়াই থাকিব, সেইটোৱেই কথা নহয়। মানুহ টিকি থাকিব, সেয়ে নহয়—মানুহৰ সকলোৰে ওপৰত জয়ী হব।

মানুহৰ আশা আছে, মানুহৰ এখন স্নেহ, ত্যাগ আৰু সহ্য কৰিব পৰা হিয়া আছে, সেইবাবেই মানুহ অমৰ।

কবি-সাহিত্যিকৰ কৰ্ত্তব্য—এইবোৰ কথালৈ লিখাটো। সাহিত্যিকসকলৰ বিশেষ অধিকাৰ—তেওঁলোকে মানুহৰ অন্তৰ উন্নত কৰিবলৈ সহায় কৰিব, মানুহজাতিৰ চিৰন্তন গৌৰৱৰ বস্তু—সাহস, সম্মান, আশা, ত্যাগ আদিৰ কথা সোঁৱৰাই দিব।

কেৱল মানুহৰ মাতৰ প্ৰতিধ্বনি শুনোৱাই কবিৰ কাম নহয়—মানুহ সকলো অৱস্থাৰ ওপৰত জয়ী হবলৈ সহায় কৰাহে।

আমাৰ সাহিত্যও কেৱল ক'ববাৰ প্ৰতিধ্বনি এটা নহৈ—সকলো অৱস্থাত জয়ী হবলৈ শঙ্খধ্বনি বাজি আমাক যেন আৰু আগ বঢ়াই নিয়ে—পৰমেশ্বৰৰ ওচৰত এয়ে প্ৰাৰ্থনা।

বন্ধুসকল, আজিৰ এই সভাপতিৰ ভাষণত হোৱাই নোহোৱাই ভালেমান কথা কৈ আপোনাসকলৰ বহুমূলীয়া সময় হয়তো নষ্ট কৰিলোঁ। সেইবাবে সকলোলৈকে প্ৰাৰ্থনা জনাইছোঁ—এই অযোগ্যজনৰ ত্ৰুটি-বিচ্যুতি যেন নিজগুণে মাৰ্জ্জনা কৰে।

সামৰণি

সৰ্ব্বশেষত চীনৰ অন্যায় আক্ৰমণৰ প্ৰতিৰোধত আমাক যেন সৰ্ব্বতোভাৱে বলিষ্ঠ কৰে—পৰমেশ্বৰৰ চৰণত এই প্ৰাৰ্থনা।

অসতো মা সদ্‌গময়
তমসো মা জ্যোতিৰ্গময়
মৃত্যোৰ্মামৃতং গময়
আৱিৰাবীৰ্মএধি ৰুদ্ৰ যত্তে
দক্ষিণং মুখং তেন মাং পাহি নিত্যম্।

# একোত্তৰত্ৰিংশ অধিবেশন

ডিগবৈ—১ এপ্ৰিল, ১৯৬৪ চন

সভাপতি—শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত

"বাঙ্‌মে মনসি প্ৰতিষ্ঠিতা
মনো মে বাচি প্ৰতিষ্ঠিতম্
আৱিৰাবীৰ্মএধি।
বেদস্য ম আনীস্থঃ
শ্ৰুতং মা মে প্ৰহাসীঃ।
অনেনাধীতেনাহোৰাত্ৰাণ্ সন্দধামি
ঋতং বদিষ্যামি, সত্যং বদিষ্যামি।
তন্মামবতু তদ্বক্তাৰমবতু।
অবতু মামবতু বক্তাৰমবতু বক্তাৰম্।"

হে সচ্চিদানন্দ ঘন পৰমেশ্বৰ, মোৰ মন আৰু বাণী এক হওক, মোৰ (মায়া দূৰ কৰি) আগত তুমি প্ৰকট হোৱাঁ আৰু মন-বাণী, বেদ্ বিষয়ক জ্ঞান লাভত মোক সহায় কৰাঁ, মই যেন দিনে-ৰাতিয়ে ব্ৰহ্মবিদ্যাৰ পঠন-চিন্তন কৰিব পাৰোঁ, হে পৰমব্ৰহ্ম, মোক ৰক্ষা কৰাঁ, ব্ৰহ্মবিদ্যা প্ৰদানকৰ্ত্তা, মোৰ আচাৰ্য্যক ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ মোক, আৰু মোৰ গুৰু আচাৰ্য্যক।

"শক্তিং শৰীৰে হৃদয়ে চ ভক্তিং
তব প্ৰিয়ং সাধয়িতুং প্ৰযচ্ছ।
জ্ঞানং চ মহ্যং দেহি দেবদেব
কৃতো যথা মে ন ভবেৎ প্ৰমাদঃ॥"

অভ্যৰ্থনা সমিতিৰ সুযোগ্য সভাপতি ডাঙৰীয়া, সহৃদয় প্ৰতিনিধিবৃন্দ, আইসকল আৰু সমজুৱা সুধীসকল,

ভাষা-জননীৰ কৃতী পুত্ৰ স্বৰ্গীয় সভাপতিসকলৰ প্ৰতি অঞ্জলি ভৰা স্মৃতি-তৰ্পণ আগবঢ়াই আৰু আজিও আমাৰ সমাজ তথা সাহিত্যৰ সেৱাত ব্ৰতী-ব্ৰতিনী হৈ থকা সভাপতি-



শ্ৰীমিত্ৰদেৱ মহন্ত ঃ একত্ৰিংশ সন্মিলনৰ সভাপতি

সন্তানেত্ৰীসকলৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা-প্ৰীতি জনাই আপোনাসকলে চেনেহেৰে দিয়া এই সন্মান নতশিৰে গ্ৰহণ কৰিছোঁ।

জানো এই গুৰুভাৰ বহন কৰিবলৈ যোগ্যতা মোৰ মুঠেই নাই। তদুপৰি মোৰ যোৱা তিনিমাহকাল অসুস্থতাতে গ'ল। এনে এখনি ভাৰ বহন কৰিবলৈ হ'লে যি শাৰীৰিক মানসিক পৰিশ্ৰম কৰিব লাগে তাৰ মূলতে আনন্দ, কিন্তু ৰুগীয়াজনৰ আনন্দ সুদূৰপৰাহত।

আশাকৰোঁ আপোনাসকলে মোৰ সকলো ত্ৰুটী আৰু অপাৰগতা উত্তমোত্তম হৃদয়েৰে ক্ষমা কৰিব।

যোৱা বছৰ অসমৰ, তথা ভাৰতৰো অতি দুৰ্য্যোগৰ বছৰ। কি ধৰ্ম্ম, কি সাহিত্য, কি ৰাজনীতি, সকলো ক্ষেত্ৰতে আমাৰ যি ক্ষতি হ'ল তাক আমি কাললৈ পূৰাব নোৱাৰোঁ। সকলো ক্ষতিকে কৰুণাময়ৰ ইচ্ছা বুলি গ্ৰহণ কৰাৰ বাহিৰে আমাৰ গত্যন্তৰ নাই।

তৰ্পণাঞ্জলি

তথাপি আমাৰ কৰ্ত্তব্য স্বৰূপে অসম সাহিত্য সভাৰ বিশিষ্ট পৃষ্ঠপোষক, নবদেৱ ট্ৰাষ্টফণ্ডৰ উদাৰ দাতা, পৰম কাৰুণিক সাধু অকাল বৈকুণ্ঠী শ্ৰীশ্ৰীদক্ষিণপাটীয় সত্ৰাধিকাৰ ⁄হৰিদেৱ গোস্বামী প্ৰভুৰ পৰম পবিত্ৰ স্মৃতিত জয়ে জয়ে আমাৰ তৰ্পণাঞ্জলি আগবঢ়াইছোঁ, ইয়াৰ পাচতে আগবঢ়াইছোঁ যি জনে আমাক সভাস্থলীতে অকস্মাতে এৰি থৈ যোৰহাটত অকাল প্ৰয়াণ কৰিলেগৈ, অসম-জননীৰ অন্যতম ৰত্ন, দাৰ্শনিক, কবি, নাট্যকাৰ সেই পুণ্যতনু ⁄ৰত্নকান্ত বৰকাকতী ডাঙৰীয়ালৈ, তাৰ পাচত আগবঢ়াইছোঁ ভাৰত গগনৰ অন্যতম উজ্জ্বল নক্ষত্ৰ স্বৰূপ, সাধুহৃদয়, বিশ্ব-পৰিচিত ৰাষ্ট্ৰপতি ⁄ডক্টৰ ৰাজেন্দ্ৰপ্ৰসাদলৈ, তাৰ পাচত আগবঢ়াইছোঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠা দিবসৰেপৰা ৰেজিষ্ট্ৰাৰ স্বৰূপে অকপটে কৰ্ত্তব্য কৰি অহা সৰল-হৃদয় ⁄ফণীধৰ দত্তলৈ, তাৰ পাচত আগবঢ়াইছোঁ অসমৰ কৰ্ম্মবীৰ, ত্যাগবীৰ স্বনামধন্য ⁄কুলধৰ চলিহা ডাঙৰীয়ালৈ, তাৰ পাচতে নৃশংসৰ হাতত অকালতে প্ৰাণ হেৰুওৱা ভাৰতবন্ধু আমেৰিকাৰ যুক্তৰাষ্ট্ৰপতি ⁄জন কেনেডীলৈ, তাৰ পাচত আৰ্ল ল' কলেজৰ অধ্যক্ষ পবিত্ৰ-চৰিত্ৰ ⁄তীৰ্থনাথ ফুকন ডাঙৰীয়ালৈ, শিশু-সাহিত্যত লব্ধপ্ৰতিষ্ঠ ⁄প্ৰেমধৰ দত্ত, দেৰগাঁও অঞ্চলৰ অক্লান্ত কৰ্ম্মবীৰ ⁄অমৰেন্দ্ৰ শৰ্ম্মা, কৃতী কৰ্ম্মী ⁄তপনচন্দ্ৰ বৰুৱা, তিতাবৰৰ সমাজসেৱী ⁄ঘনকান্ত মহন্ত, সুলেখক ⁄কাশীনাথ বৰ্ম্মণ আৰু ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক ক্ষেত্ৰত সুপণ্ডিত বুলি খ্যাতি লাভ কৰা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া আৰু বঙ্গলা ভাষাৰ কলাগুৰু, সুসাহিত্যিক ডক্টৰ ⁄বিৰিঞ্চিকুমাৰ বৰুৱালৈ।

এই তৰ্পণাঞ্জলিৰ লগে লগে সকলোজনৰ পবিত্ৰাত্মাৰ সদগতিৰ অৰ্থে পৰম মঙ্গলময়ৰ চৰণত একান্তচিত্তে সমবেত প্ৰাৰ্থনা জনাইছোঁহঁক।

কল-কাৰখানা, শিল্প প্ৰতিষ্ঠানেৰে বৰ্ত্তমান বিজ্ঞানৰ যুগত মুৰ জিলিকা এই ডিগবৈ চহৰ। কবিৰ ভাষাৰে এয়ে "তেল তেজ হৈ বোৱা বক্ষস্থাতা" ডিগবৈ। ভাৰতৰ শিৰ স্বৰূপে এই অঞ্চলেই পায় অৰুণৰ প্ৰথম ছাটি সোণালী কিৰণ। মাখি-

আনন্দে জয় জয়

মৌৰ গুণ-গুণনি নৌ মাৰ যাওঁতেই কৰ্ত্তব্যলৈ ল'ৰিব লাগে এই চহৰৰ কৰ্ম্মীসকল। ইয়াত যেন উলাহে নিচিনে এলাহ, কামে নেজানে ভাগৰ।

এনে কৰ্ম্মবহুল জীৱনৰ মাজতে এফেৰি সুকঙ্গা উলিয়াই এই চহৰৰ প্ৰায় চল্লিশ হাজাৰ অধিবাসীয়ে আশৰ-পাশৰ বাইজ, চাহ-বাগিচাৰ বনুৱা কৰ্ম্মী আৰু অনা-অসমীয়া হৈয়ো অসমৰ কল্যাণকামী সহৃদয় লোকসকলেৰে মিলি অসম সাহিত্য সভাৰ এই একত্ৰিংশতম বাৰ্ষিক সভাখনি ইয়ালৈ আমন্ত্ৰণ কৰি অনাটো ভাষা-জননীৰ প্ৰতি সিবিলাকৰ অকৃত্ৰিম আপোন ভাবৰ চিন। সিবিলাকৰ এই উদ্যম-উদ্যোগ আৰু নিস্বাৰ্থ সেৱা দেখি আমি নথৈ আনন্দিত। ভগৱন্তক খাটিছোঁ যেন "সৰ্ব্বে ভবন্তু সুখিনঃ"।

আমাৰ গৌৰৱ — আমি অসমীয়া, ভাৰত-কন্যা অসম আমাৰ মাতৃভূমি আৰু অসমীয়া আমাৰ মাতৃভাষা।

আমাৰ পৰম ভাগ্য যে ৰামায়ণ, মহাভাৰত, ৰঘুবংশ, কালিকা পুৰাণ, যোগিনী তন্ত্ৰ আদিত সভ্যতাৰ লীলাভূমি স্বৰূপে উল্লিখিত অসমত আমাৰ জন্ম। প্ৰাদেশিক প্ৰাচীনতম ভাষাসমূহৰ ভিতৰত আমাৰ অসমীয়াও এক।

"তোমাৰ জনম কৰম নিমিত্ত
গোকুল বাঢে সম্পূৰ্ণ।"

বুলি ব্ৰজৰ গোপীসকলৈ কোৱাৰ দৰে কবি মহাপুৰুষসকলৰ অনুগ্ৰহত সাহিত্যৰ প্ৰায় সকলো ধাৰাৰে আমাৰ ভাষা চহকী। গতিকে আমাৰ ভাষা-সাহিত্য,

"একে দৈৱকীৰ স্তন্য বিশেষ।
তাতে কৃষ্ণৰ পীত অৱশেষ॥"

উপজিয়েই মাতৃৰ এই ধাৰা পবিত্ৰ অমৃত পান কৰিবলৈ পোৱাটো আমাৰ ভাগ্যৰ কথা নহয় কি?

জনসংখ্যাৰপৰা চালে আমি ভাৰতৰ কেইখনমান প্ৰদেশতকৈ বহুত তলত। আমাৰ জনসংখ্যা এক কোটিৰ ওচৰা-উচৰি, কিন্তু সেইবুলি আমাৰ হতাশ হ'বৰ কাৰণ নাই। আয়াৰ্লেণ্ড, গ্ৰীচ আদিৰ জনসংখ্যা আমাতকৈয়ো তাকৰ। এই এক কোটিৰ ভিতৰতে আমি যদি শিক্ষিতৰ সংখ্যা বঢাব পাৰোঁ আৰু আনহাতে আমাৰ সাহিত্যত, সাহিত্যে নামৰ উপযোগী গ্ৰন্থ দিনকদিনে যদি বাঢ়ি যায়, জনসংখ্যা যিমানেই হওক আমাৰ উন্নতি অনিবাৰ্য্য। সাহিত্যই জাতিক ওখ আসনত তোলে আৰু চিৰজীৱী কৰে। সংস্কৃতৰ দৰে এটি বিশাল সাহিত্যৰ সমৃদ্ধিৰে সমৃদ্ধিশালী নোহোৱা হ'লে গজনিৰ মামুদ নাইবা নাদিৰছাহৰ দিনতে ভাৰত অ-ভাৰত হ'লহেঁতেন আৰু বৈষ্ণৱ সাহিত্যৰ এটি মেটমৰা ভঁৰাল নথকা হ'লে আমাৰ অসমো ইংৰাজৰ দিনতে হ'লহেঁতেন খান-খান বান-বান।

সাহিত্যৰ নামত গৌৰৱ কৰিবলৈ যি জাতিৰ সমল আছে, সেই জাতিৰ ভাগ্যৰবি কেতিয়াও মাৰ নাযায়। পথপ্ৰদৰ্শক প্ৰাচীন কবি-সাহিত্যিকসকলৰ কথা বাদ দিও বৰ্ত্তমান যুগত ভাষা-সাহিত্যৰ বুৰঞ্জী, সমালোচনা, প্ৰত্নতত্ত্ব, গীত-কবিতা, নাট্য-নৃত্য, শিশু-সাহিত্য, ভ্ৰমণ বৃত্তান্ত, প্ৰাণীতত্ত্ব, জীৱন-চৰিত্ৰ, ৰাজনৈতিক বুৰঞ্জী, গল্প-উপন্যাস, কৃষি-বিজ্ঞান, চিত্ৰ-

ভাস্কৰ্য্য আদিত অনেকজন কৃতী লেখকে আমাৰ সাহিত্য-ভঁৰাল দিনকদিনে বঢ়াই আহিছে। আমি সিবিলাকৰপৰা আৰু বহুতো আশা কৰিছোঁ আৰু সকলোবে নিৰাময় দীৰ্ঘজীৱন কামনা কৰিছোঁ।

অসমীয়া ভাষাৰ উৎপত্তি আৰু বিকাশ

জাতীয় বৈশিষ্ট্যৰ বহুতো অংশ নিৰ্ভৰ কৰে আন এটা কথাত। সি হৈছে ব্যৱহাৰৰ সাধাৰণ উপকৰণ। ভাষা, ভাৱ আদান-প্ৰদানৰ মাধ্যম। গতিকে ইও পৰিপাৰ্শ্বৰ প্ৰভাৱত বিকাৰ নলৈ থাকিব নোৱাৰে।

বৰ্ত্তমান অসম-কামৰূপ বুলিলে আমি যি ঠেক ধাৰণা এটি কৰোঁ আজি দশ বছৰৰ পূৰ্ব্বত সেই ঠেক ধাৰণা মুঠেই নাছিল। এতিয়াৰ অসমৰ ৰাজনৈতিক বা ভৌগোলিক যি সীমা, সেই সীমাও তেতিয়া নাছিল, তেতিয়াৰ অসম-কামৰূপৰ ভিতৰত আছিল বৰ্ত্তমানৰ উত্তৰবঙ্গৰ অৰ্দ্ধেকতকৈয়ো অধিক দেশ। গতিকে বহুপূৰ্ব্বৰেপৰা পশ্চিমফালৰ বহুতো ভাব আৰু ভাষা গৰাহ কৰি, জীণ নিয়াই সি ল'ব পাৰিছিল।

ভাষাবিদ্ পণ্ডিতসকলৰ মতে খ্ৰীঃ নৱম-দশম শতিকাৰপৰা বৰ্ত্তমান আৰ্য্য ভাষাসমূহে স্বতন্ত্ৰভাৱে গঢ় লয়। পূৰ্ব্ব মাগধীৰ অপভ্ৰংশ কিছুমান থলুৱা বা আঞ্চলিক ভাষা মুখে মুখে বহুত কাল চলি আহিছিল আৰু তাৰেই আলমত প্ৰধান প্ৰধান খণ্ড বা অঞ্চলবিলাকত, পাচলৈ, ভাষাই স্বতন্ত্ৰ ৰূপ গ্ৰহণ কৰিছিল। এইবিলাকৰ আদিম ৰূপ কি বা কেনেকুৱা আছিল তাৰ অনুমান কৰা সহজ কথা নহয়। এই অনামিকা ভাষাৰপৰাই মাৰ্গধী, মগহী, মৈথিলী, বঙ্গ, ৰাঢ, উড়িয়া, অসমীয়া আদি ভাষাৰ জন্ম। একে গোত্ৰৰ এই ভাষাবিলাকৰ ভিতৰত পাৰস্পৰিক সাদৃশ্য বহুতো আছে আৰু বৈসাদৃশ্যবিলাক পৰিপাৰ্শ্বৰ বিভিন্ন প্ৰভাৱৰপৰা হোৱাটোও প্ৰমাণিত হৈছে।

গ্ৰীয়াৰ্চনৰ মতে মধ্যপ্ৰদেশৰ অৰ্থাৎ হিন্দী-ভাষী অঞ্চলৰ ভাষাৰে সৈতে তাৰ চাৰিওফালৰ ভাষাবিলাকৰ মিলো যিদৰে আছে, পাৰ্থক্যও সেইদৰে আছে। এই তথ্যৰ আলোচনা প্ৰসঙ্গত তেওঁ ভাৰতলৈ অহা আৰ্য্যবিলাকৰ দুটা প্ৰধান সোঁতৰ কথা কৈছে।

পাচৰটো সোঁতৰ কথ্য ভাষাৰপৰা সৌৰশেনী আৰু তাৰ সন্ততি হিন্দী ভাষা আৰু আগৰটো সোঁতৰ কথ্য ভাষাৰপৰা বিৰাট হিন্দী অঞ্চলৰ ওচৰে-কাষৰে থকা দেশীয় ভাষাবিলাক যেনে অসমীয়া, বঙালী, উড়িয়া, মাগধী। পণ্ডিত চ্যাটাৰ্জ্জীয়ে এই মত খণ্ডাবলৈ প্ৰয়াস কৰিছে যদিও অন্য ভাষাবিদ্‌সকলে এই মত অমান্য কৰা নাই। সগোত্ৰ ভাষাবিলাকৰ ভিতৰত পৰীক্ষা কৰিলে উড়িয়া ভাষাই অধিক সংৰক্ষণশীল আৰু বঙ্গ ভাষা ক্ষয়শীল। অসমীয়া ভাষা উভয়ৰে মাজত।

অসমীয়া কথ্য ভাষাৰ প্ৰধান বৈশিষ্ট্য হ'ল ধ্বনিগত। এই ভাষাত বৰ্ণৰ মূল উচ্চাৰণবিলাক সম্পূৰ্ণভাৱে লুপ্ত কৰি নতুন উচ্চাৰণৰ অৱতাৰণা কৰা হৈছে। তাৰ ফল স্বৰূপে অসমীয়াৰ উচ্চাৰণ অন্য ভাষা-ভাষীৰ পক্ষে দুৰ্ব্বোধ্য বা দুৰুচ্চাৰণীয়। চ, ছ, টবৰ্গ আৰু শ, ষ, স-ৰ উচ্চাৰণ সম্পূৰ্ণ পৃথক। কিমান কালৰেপৰা এই উচ্চাৰণ ৰীতি চলি আহিছে তাৰ নিৰ্ণয় নাই। "প্ৰাগ্‌জ্যোতিষবাসীৰ উচ্চাৰণ মধ্যদেশৰ লোকতকৈ পৃথক" হিউৱেনচাঙৰ এই উক্তিৰপৰাও

বহুকথাৰ অনুমান কৰা টান। গ্ৰীয়াৰ্চনৰ অনুমান মতে এই পাৰ্থক্যবিলাক মঙ্গোলীয় জনজাতিৰ অৰ্থাৎ বড়ো জাতীয় লোকসকলৰ প্ৰভাৱত।

সমগ্ৰ পূব ভাৰতবৰ্ষ বহুকাল ধৰি বড়ো জাতিৰ কবলত আছিল আৰু এতিয়াও হিন্দু হৈ থকা প্ৰায়বিলাক অধিবাসীয়েই বড়ো গোষ্ঠীৰ। অসমীয়াৰ সামাজিক ৰীতি-নীতি, ক্ৰিয়া-অনুষ্ঠান, সাজ-পাৰ, আহাৰ-খাদ্য অনেকখিনি এই জাতিসমূহৰপৰা অহা। গতিকে উচ্চাৰণ-প্ৰথা, উপমা-দৃষ্টান্ত অনেক কথাই সিবিলাকৰ প্ৰভাৱৰ ফল। সমুদ্ৰৰ মাজত পৰা দ্বীপৰ দৰে অনাৰ্য্যৰ বেষ্টনীত পৰি আৰ্য্য ভাষাই ক্ষয় বৃদ্ধি নেপাই থাকিব নোৱৰাটো স্বাভাৱিক।

ভাষা এটি জীৱন্ত, প্ৰৱাহশীল আৰু ক্ৰমবৃদ্ধিমান বস্তু। বিভিন্ন ঠাইৰ আৰু ঘাতপ্ৰতিঘাতৰ-পৰা উপাদান সংগ্ৰহ কৰি পৰিপুষ্ট হোৱাই ভাষাৰ ধৰ্ম্ম।

অসমীয়া ভাষাও এইদৰে অনাৰ্য্য উচ্চাৰণ আৰু নীতি-নিয়ম সামৰি লৈ সমৃদ্ধিশালী হ'ল। তাৰ উদাহৰণ স্বৰূপে সম্বন্ধ আৰু পাত্ৰ-পাত্ৰী অনুসৰি কৰা পৃথক শব্দৰ প্ৰয়োগ ককাই, ভাই, বাই, ভনী, সি, তাই, মাৰ, মা-ৰাঁ, ভায়েৰ-ভায়েৰাঁ আদিলৈ আঙুলিয়াব পাৰি। অসমীয়াৰ মাজত প্ৰচলিত এনেবিলাক শব্দ বিভিন্ন ভাব প্ৰকাশৰ কাৰণে অতি উপযোগী। তদুপৰি সম্ভ্ৰম বুজাবলৈ বঙ্গলা ক্ৰিয়াৰ পাঁচত কৃদন্ত ন প্ৰয়োগ, যেনে কৰেন, দেখেন অসমীয়াত মুঠেই নাই। অসমীয়াত উত্তমেও খায়-কৰে, মধ্যমেও খায়-কৰে, অধমেও খায়-কৰে, এনেদৰে হোৱাত আহুকালো আমাৰ বহুত তাকৰ। মুঠতে অসমীয়া ভাষা সহজ, সুগম।

ভাষাৰ শব্দ ভঁৰাল, দেহৰ জঁকাটোৰ ওপৰত তেজ-মঙহৰ নিচিনা। কথাতে কওঁইক—"চপনীয়া মঙহ"। সি কোনো জোনত আহে কোনো জোনত যায়। কোনো কালৰ সৰৱৰহী শব্দ পাচলৈ লুপ্ত হয় আৰু তাৰ ঠাইত আনে পূৰায়। আমাৰ ভাষাত অৱশ্যে বিদেশী শব্দৰ পৰিমাণ সিমান সৰহ নহয়। আমাৰ ওচৰৰ প্ৰদেশসমূহৰ ভাষা ফাৰ্চীৰ ওচৰত যিমান ঋণী অসমীয়া ভাষা সিমান নহয়। তথাপি আমাৰ বাট-চ'ৰাটো পশ্চিমে হোৱাৰ কাৰণে কেতখিনি ফাৰ্চী শব্দ প্ৰকাশ্যভাৱেই, নতুবা লুকাই চুৰকৈয়ে আমাৰ ভাষাত সোমাইছে। ৰাজহ আৰু ৰাজকীয় ব্যৱহাৰত এনে শব্দৰ প্ৰচলন এতিয়াও হৈ আছে। এই শব্দবিলাকৰ শাব্দিক পৰিবৰ্ত্তন সম্বন্ধে আলোচনা কৰাটোও কৌতুহলপূৰ্ণ কাৰ্য্য হ'ব আৰু আমাৰ ভাষাৰ সি এটি সম্পদো বঢ়াব। যি কালত অসমীয়া ভাষাৰ পূৰ্ণ পয়োভৰ সেই সময়ত ভাৰতত মুছলমানসকলৰ আধিপত্য আৰু সেই কাল ধৰি এই শব্দবিলাকে আমাৰ ভঁৰালত ঠাই পাই আহিছে। অপ্ৰমাদী কবি মাধৱ কন্দলীয়ে আৰু মহাপুৰুষ শঙ্কৰদেৱেও এনে শব্দ সৰহ তাকৰ পৰিমাণে ব্যৱহাৰ কৰি গৈছে আৰু পাচৰ যুগৰ বুৰঞ্জী-লেখকসকলে এই শব্দবিলাক অতি অধিক পৰিমাণেই ব্যৱহাৰ কৰিছে।

কিন্তু সুখৰ কথা, বৰ্ত্তমান যুগত তাৰ এটি প্ৰতিক্ৰিয়া চলিছে। এই প্ৰতিক্ৰিয়াৰ মূলতে আমাৰ সাহিত্যৰ কেন্দ্ৰ, আহোম ৰজাসকলৰ ৰাজধানীৰ প্ৰভাৱ। ইংৰাজৰ আমোলত মিছনেৰী-সকলে উজনিৰ ভাষাক সহজ সাৰ্ব্বজনীন বুলি গ্ৰহণ কৰাও ইয়াৰ দ্বিতীয় কাৰণ। ব্লথ (Bloth)

আদি পণ্ডিতসকলে ভাৰতীয় তথা সংস্কৃত আৰু তদ্ভৱ ভাষাসমূহৰ শব্দ উঁৰালত অষ্ট্ৰিক্ জাতীয় ভাষাৰ বহু শব্দ আছে আৰু সাংস্কৃতিক অনেক প্ৰথাৰ অন্তৰালত এই জাতিসমূহৰ দান আছে বুলি প্ৰমাণ কৰিছে।

এই তথ্যৰ ওপৰত নির্ভৰ কৰি আমাৰ শব্দ ভঁৰালত প্ৰচুৰ পৰিমাণৰ অষ্ট্ৰিক্ শব্দৰ অস্তিত্বৰ কথা পণ্ডিতসকলে অনুমান কৰিছে। দেশী নামমালাত যিবিলাক দেশজ শব্দ বুলি কৈছে তাৰ সৰহভাগ এনে ক্ষেত্ৰৰপৰা উদ্ভৱ। বিখ্যাত পণ্ডিত টার্ণাৰে দেশী শব্দমালাৰ অনেক উৎপত্তি নির্ণয় কৰিছে। কিন্তু শেষত দেখা যায় বহুতো অত্যন্ত ক্ষয়শীল শব্দ সংস্কৃত। অসমীয়া ভাষাৰ কিমান শব্দ নিঃসন্দেহে অষ্ট্ৰিক্ তাৰ সিদ্ধান্ত হোৱা নাই। ভাষাতাত্ত্বিক ডঃ কাকতীৰ তালিকাও হয়তো দ্বিতীয় সংস্কৰণত আৰু বৰ্দ্ধিত আৰু একেবাৰে নির্ভুল হ'লহেঁতেন, কিন্তু আমাৰেই দুৰ্ভাগ্য অকালতে তেওঁক হেৰুৱালোঁ। ভোদা, আলাবাহু, বগা, কিলাকুটি, হায়খুৰি, কুমজেলেকুৱা আৰু অনেক শব্দ প্ৰকৃত পক্ষে তদ্ভৱহে। তথাপি কৃষি বিষয়ক, দৈনন্দিন ব্যৱহাৰৰ সামগ্ৰী বিষয়ক, গুপ্তাঙ্গ বিষয়ক শব্দবিলাক যে অষ্ট্ৰিক্ এই বিষয়ে সন্দেহৰ স্থল নাই। পৰিতাপৰ বিষয় যে শ্ৰীদেৱানন্দ ভড়ালীদেৱে আৰু ৺কাকতীৰ পাচত শব্দ তত্ত্বৰ চর্চ্চা আৰু হোৱা নাই। বিশদ ধৰণৰ চর্চ্চাৰ অভাৱত আঞ্চলিক উপভাষাবিলাকৰ গুৰুত্ব আৰু সেইবিলাকৰ লক্ষণ আৰু প্ৰভাৱ সম্পৰ্কে আমি এতিয়াও আন্ধাৰত।

ভাষাৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰে তাৰ প্ৰকাশ ক্ষমতা আৰু ভাৱবাহিতাই। সাহিত্যিকসকলে শব্দক অভিপ্ৰেত অৰ্থভাৱ গ্ৰহণৰ কাৰণে নথৈ পটুতা দিব পাৰে। প্ৰয়োজন বুজি শব্দই কটি অৰ্থ এৰি লাক্ষণিক বা ব্যঙ্গ অৰ্থও প্ৰকাশ কৰে। কালিদাসৰ মুখত সেয়েই বাগৰ্থ প্ৰতিপত্তি। মাধৱ কন্দলীৰ এই ক্ষমতা অধিক আৰু ততোধিক শঙ্কৰদেৱৰ। তেওঁৰ হাতত শব্দৰ নমনীয় গুণ আশ্চৰ্য্যৰূপে প্ৰকাশ পাইছে। প্ৰাচীন কবিসকলৰ আন এটা ক্ষমতা ধ্বন্যাত্মক শব্দৰ প্ৰয়োগ। প্ৰাদেশীয় ভাষাৰ শৈশৱকালত এনে শব্দৰ প্ৰতি কবিৰ আগ্ৰহ দেখা যায় যদিও যৌৱনকালত ইয়াৰ প্ৰাচুৰ্য্য অনেক অধিক। ধন্যাত্মক শব্দই কবিৰ অৰ্থ প্ৰকাশ কৰাত আৰু শ্ৰোতা বা পাঠকৰ চকুৰ আগত তেনে অৰ্থক মূৰ্ত্তিমন্ত কৰাত সহায় কৰে। "উৰুক মুৰুক কবি পিন্ধে অলঙ্কাৰ", "হলফল কৰে স্তন", "থটমট কৰি বাজে মুণ্ডমালা", "ৰুণজুন কৰি বাজে পাৱৰ নূপুৰ।" · · ইত্যাদি প্ৰকাশেই ধ্বন্যাত্মক অৰ্থ দ্যোতনৰ সজীৱ মূৰ্ত্তি। প্ৰায় গোটেই বৈষ্ণৱ যুগতে এই কবি প্ৰসিদ্ধিয়ে বৈষ্ণৱ সাহিত্যৰ মনোৰঞ্জকতা অতি সুপ্ৰতুল স্বৰূপে ঘোষণা কৰিছে। কিন্তু পাচৰ বুৰঞ্জী যুগত এই প্ৰয়োজন অবান্তৰ যেন হৈ পৰিল কথাৰ দৃঢ় বাস্তৱতাৰ দাবীত।

এই প্ৰসঙ্গতে উল্লেখ কৰাটো অযুগুত নহ'ব যে বৈষ্ণৱ আৰু বুৰঞ্জী যুগৰ বহুতো বাঞ্ছকবনীয়া ভাৱ-প্ৰকাশক শব্দ আমাৰ অব্যৱহাৰত লুপ্ত হৈছে। নতুন ধৰি আমি যিমান আঢ্যৱন্ত হৈছোঁ পুৰণি এৰিও সিমান দৰিদ্ৰ হৈছোঁ। কহনি (saying), বহনি (flavour), সাজ (offering), সাঁজো (fresh), সাজনি (decoration), টক্ (বস্তি), দোপদৰ (court), সময়স্থি

( co-operation ), মিত্ৰৰতি ( alliance ), বেৰটি ( girdle ), তালনি ( hair-knot ), মৈতৰি ( female friend )—এনেবোৰ শব্দৰ পুনৰ ব্যৱহাৰ কৰিলে আমাৰেই শব্দৰ সম্ভাৰ বৃদ্ধি হ'ব।

মানস সৰোবৰত উৎপত্তি লাভ কৰাৰেপৰা নামি আহোঁতে আহোঁতে নানা নদ-নদীৰ জলসম্ভাৰ লৈ, স্থান বিশেষে বিভিন্ন নাম ধৰি যিদৰে বিশাল ব্ৰহ্মপুত্ৰ নদ সমুদ্ৰ পাইছেগৈ, সেইদৰেই অসমীয়া ভাষায়ো আগত কৈ অহাদৰে উৎপত্তিৰেপৰা সাহিত্যৰ তিনি যুগ পাৰহৈ আজিৰ যুগ পাইছেহি। ভাষা ঘাইকৈ কব'লৈ আৰু শুনিবলৈ। এই ভাষা অস্থায়ী। বৰ্ণমালাৰ সৃষ্টি হোৱাৰপৰা ই পঢ়িবৰ আৰু লেখিবৰ উপযোগী হৈ স্থায়ীৰূপ পালে আৰু পাচলৈ ভাষাৰ শুদ্ধিতাৰ কাৰণে সৃষ্টি হ'ল ব্যাকৰণৰ। গতিকে উচ্চাৰণ আৰু আখৰ জোঁটনিকে আদি কৰি কেইটিমান অতি-আৱশ্যকীয় বিষয়ৰ কথা ক'বলৈ বাধ্য হ'লোঁ।

উচ্চাৰণ আৰু আখৰ জোঁটনি

আমাৰ প্ৰাচীন শাস্ত্ৰত এষাৰি কথা আছে যে, "দেৱো ভূত্বা দেৱং যজেৎ" এই বাক্যকে মানি দেৱতাৰ পূজা সেৱা বা যাগ-যজ্ঞৰ আগতে মান্ত্ৰিক বৰ্ণসমূহৰ উচ্চাৰণ সুগম কৰিবলৈ 'বৰ্ণ-মাতৃকা ন্যাস' কৰা হয়। কৈ অহা হৈছে যে অসমীয়াৰ শ, ষ, স উচ্চাৰণ এটি জাতীয় বৈশিষ্ট্য। এই উচ্চাৰণ আমি কোন যুগৰপৰা কৰি আহিছোঁ সেই কথা কোৱা টান কিন্তু ইংৰাজ আমোলৰ কাৰণেই হওক বা প্ৰায় ডুকুৰি বছৰীয়া বঙ্গলা ভাষাৰ প্ৰভাৱতেই হওক, নতুবা পৰবৰ্ত্তী কালত অসমত প্ৰবেশ কৰা লোকসকলৰ সংস্পৰ্শতেই হওক, আমি সাতামপুৰুষীয়া শ, ষ, স-ৰ উচ্চাৰণ কৰিবলৈ পাহৰি গৈছোঁ আৰু স্কুলে-কলেজে ছাত্ৰ-ছাত্ৰীকো এনে অনা-অসমীয়া উচ্চাৰণ কৰিবলৈ শিক্ষা দি আছোঁ। 'জাত ভাষা' নাইকিয়া পাঠ অৰ্থাৎ শুদ্ধমতে বৰ্ণৰ উচ্চাৰণ নকৰি পঢ়া, আগৰ দিনত নিন্দাৰ কথা আছিল। ইংৰাজী পঢ়োঁতে ইংৰাজৰদৰে, সংস্কৃত পঢ়োঁতে সংস্কৃতীয়া উচ্চাৰণ নকৰিলে আমি দোষ ধৰোঁ কিন্তু অসমীয়া পঢ়োঁতে অসমীয়াৰ দৰে উচ্চাৰণ নকৰিলে আমি নিমাত হৈ থাকোঁ। আন বৰ্ণৰ লগত সংযুক্ত হ'লে আৰু সংখ্যাবাচক শব্দত শ, ষ, স অৱশ্যে অনা-অসমীয়াৰদৰে উচ্চাৰিত হ'ব কিন্তু আন ঠাইত হ'ব কিয় ? "চীতলা পাঠ কৰিবলৈ চতীছ চক্ৰবৰ্ত্তীক" নেমাতি শীতলা পাঠ কৰিবলৈ সতীশ চক্ৰবৰ্ত্তীক মতাহে আমাৰ জতুৱা ৰীতি।

উচ্চাৰণৰ পাচতে উল্লেখ কৰোঁ 'ঁ' চন্দ্ৰবিন্দুৰ কথা। এই ঁ চন্দ্ৰবিন্দু দেখাতে অনুনাসিক বৰ্ণৰ ক্ষুদ্ৰ সংস্কৰণ ( Pocket edition )। আজিকালি দেখিছোঁ কোনো কোনোৱে ঙ ঞ ণ ন ম-ৰ ওপৰতো চন্দ্ৰবিন্দু দি ভূঞাঁ, নওঁলা' মঁধবাম এইদৰে যে লেখেই, ওচ-মোচ নেচাই চীনা ভাষাৰদৰে সাঁত আঁঠ, গাঁত ( গৰ্ত্ত ), ঘোঁৰা ( ঘোটক ), ফুলঁতী এনেকৈ পঢ়ে আৰু লেখেও।

আখৰ জোঁটনিতে সমাস-নিষ্পন্ন পদত ধনীগণ, ধনিগণ , হস্তীদন্ত, হস্তিদন্ত , ষ্ণ বা তা প্ৰত্যয়ান্ত শব্দত—প্ৰতিযোগিতা, প্ৰতিযোগীতা , তদ্ধিতৰ টি ব্যৱহাৰত—খুড়ীটী, খুড়ীটি, , সম্বোধন পদত—সাধু, সাধো , প্ৰভু, প্ৰভো , দেৱী, দেৱি , বালিকা, বালিকে—এনেকৈ যাৰ যেনে ইচ্ছা তেনেকৈ লেখিবলৈ ধৰিছে।

অসমীয়া ভাষা সংস্কৃতৰপৰা বঢ়া এই কথা স্বীকাৰ কৰোঁ কিন্তু সংস্কৃত শাসনৰপৰা বহুত পৰিমাণে মুক্ত হৈছে যে ভাৰতীয় প্ৰাদেশিক ভাষাসমূহ হৈছে এই কথাও সকলোৰে বিদিত।

তদুপৰি তুখন অভিধানত দু ৰকমে শব্দ জোঁটনি হ'লে ছাত্ৰৰ কিয় পণ্ডিতৰে সময়ত মোৰ হেৰায়। বঙলা ভাষাৰদৰে অসমীয়াত কথ্য আৰু লেখ্য ভাষাৰ তথা সাধুভাষাৰ পাৰ্থক্য নাই বুলিলেও হয়। যি সকলে 'প্ৰভু'ৰ সম্বোধনত 'প্ৰভো' লেখে সিবিলাকেও 'কনকা' নামৰ ছোৱালী এজনীক মাতোতে নিশ্চয় 'কনকে' নোবোলে।

স্ত্ৰীলিঙ্গ, পুংলিঙ্গ বাচক শব্দতো আমাৰ মিল হোৱা নাই। নামতী, দাউনী, শিপিনী, ফুলতী, নাচনী, নাচনিয়াৰ—এই কেইটা শব্দকে হেমকোষত আৰু কোনো ব্যাকৰণতো নিত্য স্ত্ৰীলিঙ্গ ধৰা হৈছে। চন্দ্ৰকান্ত অভিধানে নাচনিয়াৰক পুংলিঙ্গ বুলিছে আৰু দাউনীৰ পুংলিঙ্গ স্বৰূপে দাউনি দিছে ( উচিত হৈছে ), কিন্তু আমাৰ দেশত যেতিয়া নাম গোৱা পুৰুষো আছে পুংলিঙ্গত 'নামতি' ব্যৱহাৰ নকৰোঁ কিয় ? আমাৰ বোধেৰে বান্ধনি, বান্ধনীৰ দৰে তাঁতবোৱা বা ফুল বছাত পাকৈত মতাকো আমি ফুলতি, 'শিপিনা' বা শিপিনি কৈ ব্যৱহাৰ কৰিব পাৰোঁ।

শব্দৰ ভঁৰাল বঢ়োৱাৰ সম্পৰ্কত আৰু এটি প্ৰশ্ন উঠে, সি হৈছে আধুনিক যুগত কথ্য ভাষাত ব্যৱহৃত বিদেশী শব্দ কেতবোৰক লৈ। জীয়া ভাষাৰ শব্দ সংগ্ৰহ কৰাটো চিৰন্তন ধৰ্ম সঁচা, কিন্তু নিজৰ ভাষাত উপযুক্ত শব্দ থাকোতে পৰৰ ভাষাৰ শব্দ ব্যৱহাৰ কৰাটো অমঙ্গলীয়াই নহয়, সৰ্ব্বনশীয়া ৰীতিও।

পৃথিৱীৰ ভিতৰত ইংৰাজী ভাষাৰ শব্দ ভঁৰাল বঢাৰ মূলতে ইংৰাজৰ একালৰ ৰাজ্য বিস্তাৰ আৰু ৰাজনৈতিক প্ৰভাৱ কিন্তু তেওঁবিলাকৰ প্ৰতিভাশালী লেখকসকলেও আন ভাষাৰপৰা পোৱা বিজতৰীয়া শব্দ ব্যবহাৰত আপত্তি কৰে।

এজন সংৰক্ষণশীল ইংৰাজ লেখকে কৈছে—

"কথ্যই বা লেখ্যই ইংৰাজী ভাষা বৰ্ত্তমান বেহজালৰ মাজত। গতিকে ভাষাৰ মৰ্য্যাদা আৰু পবিত্ৰতালৈ কাণসাৰ এৰি খোজকঢাসকলৰ পক্ষে এই বেহজালত পৰিবলৈ সন্ধি-সুৰুঙা অলেখ।"

"The English language both written and spoken is beset by traps for the unwary and offers countless opportunities for transgression to those regardless of the necessity of preserving its dignity and purity."—*O'Neil*

ভাষা সাহিত্যৰ দেহ। ভাষালৈ আওকাণ কৰি সাহিত্যৰ শ্ৰীবৃদ্ধি কৰিবলৈ যোৱাই দেহলৈ

বাজ্যিক ভাষা

হেলা কৰি মনক সুস্থ কৰিবলৈ যোৱাই সমান। মাতৃভাষাৰ মুকলি বতাহত ফুৰিলেহে পৈতৃক প্ৰাণ সৱল হয়। গতিকে আমাৰ কৰ্ত্তব্য হ'ল—মৃতভাষাৰ কটকটীয়া শাসন আৰু বিদেশী ভাষাৰ আধিপত্যৰপৰা, মাতৃভাষাক মুক্ত কৰা।

অসম সাহিত্য সভাৰ উপৰিও অসমীয়া বাইজে ইমানকৈ অটহিয়াই থকা সত্বেও কি কাৰণত বা কাৰ ইচ্ছা আদেশত, অসম চৰকাৰে মাতৃভাষাক শিঙৰি ঘৰত তুলিবলৈ অহা ১৯৬৫ ইং চনৰ পুহ ( December ) মাহলৈ বৈ আছে বুজিব পৰা নাই।

যোৱা ১৭।১২।৬০ তাৰিখত্তে সংবিধান মতে আইন গ্ৰহণ কৰিও ৰাজ্যিক ভাষাৰ এক্ট্ আজিলৈকে এক্ট্ হৈ আছে। আনহাতে মধ্যপ্ৰদেশ, ৰাজস্থান, বিহাৰ আৰু উত্তৰ প্ৰদেশে হিন্দিক, মাদ্ৰাজে তামিলক, উৰিষ্যাই উৰিয়াক আৰু বঙ্গদেশে বিশ্বকবি ৰবীন্দ্ৰনাথৰ জয়ন্তীৰ দিবসৰপৰা বঙ্গলাক চৰকাৰী ভাষা বুলি গৌৰৱেৰে চলন্ত কৰালে।

ভোজৰ পাতত ভাত বঢ়াই, অতিথিক আসনত বহুৱাই, খাবৰ সময় হোৱা নাই বুলি হাত দাঙি দাঙি বৈ থাকিবলৈ কোৱাৰ অৰ্থ কি, আমি বুজি নেপাওঁ।

হায় মাতৃভাষা! মহাপুৰুষৰ কৃপাত আবিৰ্ভৈ গুচি বিয়ৈ হ'লা, থাপনাৰ কাষত বহি গুৰু সেৱা, ঈশ্বৰ সেৱা কৰিব পৰা হ'লা, কবি-সাহিত্যিক, বুৰঞ্জী-লেখক, দাৰ্শনিক পুত্ৰসকলৰ অৱদানেৰে গদ্যে-পদ্যে, ছন্দে-বন্ধে লক্ষ্মীৰ দৰে 'সকলে সম্পূৰ্ণা' হ'লা—কিন্তু নহ'লা চৰ্কাৰী মজিয়ালৈ ধুতি।

এই শেষবাৰ আমি এই পবিত্ৰ যজ্ঞ মণ্ডপৰপৰা দাবী কৰিছোঁ, হয় অহা শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্মতিথি-দিবসৰপৰা, অন্ততঃ নিম্ন আদালত, পুলিচ বিভাগ, পঞ্চায়ত আৰু স্কুলসমূহৰ কাৰ্য্যত ৰাজ্যিক ভাষাৰ প্ৰচলন কৰক নহয় ৰাজ্যিক ভাষাৰ আইন উঠাই লৈ ৰাইজক ৰাইজৰ মতে যাবলৈ এৰি দিয়ক।

চৰকাৰলৈ কৰা এই শেষ দাবীৰ লগে লগে অসমীয়া ভাষাৰ চেনেহৰ সেৱক-সেৱিকাসকলৰ সংশ্লিষ্ট সমষ্টিক অনুৰোধ কৰোঁ, বিয়া-বাৰু, সেৱা-সকামলৈ নিমন্ত্ৰণ কৰোঁতে, অঙ্ক, ভূগোল, ইতিহাস আদি বিষয়সমূহ অসমীয়া মাধ্যমেৰে পঢ়াই পৰীক্ষাৰ প্ৰশ্ন কাটোতে আৰু যেন ইংৰাজী ব্যৱহাৰ নকৰে।

আমি ইংৰাজী ভাষাক অশ্ৰদ্ধা কৰা নাই আৰু ইংৰাজী ভাষাৰ সম্পদ-ৰাশিৰ প্ৰতিও আমি অন্ধ হোৱা নাই। আনৰ কথা এৰিও সিদিনা দেখিলোঁ কলিকতাত থকা ৰুচিয়াৰ ৰাষ্ট্ৰদূত মিঃ বেনিডিক্টভে (Benedectov) বিৰাট জনসভাত বক্তৃতা দি গ'ল নিজৰ ৰুচ ভাষাতহে। ইফালে তেওঁ ইংৰাজীত পাৰ্গত নোহোৱাও নহয়, কিয়নো অনুবাদকে তেওঁৰ বক্তৃতাৰ হুবহু অনুবাদত কেতিয়াবা ভুল কৰোঁতে তেওঁ ততালিকে শুধৰাই দিছিল। এনে দৃষ্টান্তয়ো মাতৃভাষাৰ নামত আমাৰ অন্তৰত গৌৰৱ নবঢাব নে?

যোৱা ১৩ আৰু ১৪ নৱেম্বৰ তাৰিখে পূৰ্ব্বাঞ্চল পৰিষদৰ পাটনাৰ অধিবেশনত গৃহীত হোৱা প্ৰস্তাৱমতে প্ৰাথমিক আৰু মাধ্যমিক শিক্ষানুষ্ঠানবিলাকত দহজন পঢ়ুৱৈ ছাত্ৰ থাকিলেই নিজৰ ভাষাত শিক্ষা লোৱাৰ সুবিধা দিব লাগিব। এই প্ৰস্তাৱ দেখাত অতি উদাৰচেতীয়া হ'লেও তাক কাৰ্য্যকৰী কৰাৰ জটিলতা আৰু ব্যয়-বহুলতা সম্বন্ধে আমাৰ যথেষ্ট সন্দেহ আছে। তদুপৰি এই প্ৰস্তাৱ গ্ৰহণ কৰিলে জাতীয় সংহতিৰ প্ৰতিকূল সমস্যাৰ সৃষ্টি যে হ'বই, অন্য অঞ্চলৰ ল'ৰাৰ ৰাজ্যিক ভাষা শিক্ষা কৰাৰ সুবিধাও হেৰাব। চাহ-বাগিচাবিলাকত আদিতে অনা-অসমীয়া-ভাষী বহু সম্প্ৰদায়ৰ লোক আছিল। তেওঁলোকে যোৱা দুয়োটা লোক-গণনাত অসমীয়াকে তেওঁলোকৰ ভাষা ৰূপে নিজ ইচ্ছাৰে

পাটনাৰ প্ৰস্তাৱ

গ্ৰহণ কৰি থৈছে আৰু ভাষা-আন্দোলনৰ সময়ত তেওঁলোকে ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছৰ জৰিয়তে ভাষা সম্পৰ্কে নিজৰ সুস্পষ্ট মত প্ৰকাশ কৰি প্ৰস্তাৱ দি থৈছে। এতিয়া পাটনা-প্ৰস্তাৱে তাৰ বিপৰীত উদ্গণি দিছে। তেওঁলোকৰ সেই প্ৰস্তাৱ কাৰ্য্যকৰী কৰাৰ চিন্তা নকৰি আৰু তাৰ সামাজিক প্ৰতিক্ৰিয়াৰ প্ৰতি লক্ষ্য নেৰাখি এই প্ৰস্তাৱ লোৱা হৈছে বুলি আমি ভাবোঁ। অসমৰ নিচিনা বহু ভাষা-ভাষী, সংখ্যালঘু সম্প্ৰদায়ৰ ৰাজ্যত এই প্ৰস্তাৱ জাতীয় সংহতিৰ ভয়ানক পৰিপন্থী হ'ব বুলি আমি বিবেচনা কৰোঁ।

সৰহভাগ চাহ-বাগিচাৰ বাইজে অকল অসমীয়া ভাষাকে লৈ থকা নাই, অসমীয়া জাতীয় উৎসৱবিলাকো তেওঁবিলাকে দিনক-দিনে সাৱটি লৈ আহিছে, তদুপৰি তেওঁবিলাকৰ লোক অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্যও হৈ গৈছে।

যি দেশত তেওঁলোকৰ জন্ম, যি দেশত তেওঁলোকৰ জীৱিকা, যি দেশৰ মাটিত তেওঁলোকে দেহা এৰিবলৈকো আশা পালি আছে, সেই দেশৰ সাংস্কৃতিক জীৱনৰ লগত তেওঁলোকৰ স্বকীয়া হৈ থাকিবৰ ইচ্ছা নকৰাটোৱেই অতি স্বাভাৱিক প্ৰেৰণা। এই প্ৰস্তাৱে তেওঁলোকৰ অন্তৰৰ প্ৰেৰণাত বাধা জন্মাব বুলি ভালকৈ জানি আমি তাৰ প্ৰতিবাদ কৰিছোঁ।

'নেফা' এটি নতুন শব্দ। কেইবাটাও ভাষা-ভাষী আৰু সম্পূৰ্ণ পৃথক পৃথক জনজাতিক লগলগাই এটা নাম দিবৰ কাৰণে এই নেফাৰ সৃষ্টি। ভেৰিয়াৰ্ এল্‌উইনে কোৱাৰদৰে ইয়াক কোনো আনুভূতিক সংহতি থকা গোট বুলি ক'ব নোৱাৰি। আজি শ শ বছৰ ধৰি আঁকা, ডফলা, আবৰসকলে ভৈয়ামৰ লগত সম্বন্ধ ৰাখি আহিছে। নিজ অঞ্চলৰপৰা বাহিৰলৈ আহিলেই ভাষাৰ মাধ্যম স্বৰূপে অসমীয়াকে তেওঁলোকে ব্যৱহাৰ কৰে। আনকি দাবী কৰি ৰাজ্য লাভ কৰা নগাসকলেও তেওঁলোক ৰাজ্যৰ ভিতৰতে, তাৰ আদান প্ৰদানৰ ভাষা অসমীয়া বুলি চৰকাৰৰ ওচৰত স্মাৰকপত্ৰ দাখিল কৰি থৈছে। আমাৰ সাহিত্য সভাৰ সন্দেশ্‌বাহী দলেও নেফাত যে অসমীয়াইহে ভাব সলনা-সলনি কৰিবৰ একমাত্ৰ ভাষা তাকো ন-দি কৈ থৈছে। তদুপৰি দিল্লীৰ অনাতাঁৰ কেন্দ্ৰৰপৰা নেফাবাসীলৈ অসমীয়াত দৈনিক বাতৰি দি থকাও দেখা হৈছে।

নেফাৰ সমস্যা

অথচ কেন্দ্ৰ-শাসিত হ'ল বুলিয়েই আৰু শাসন-কাৰ্য্য চলাওঁতাসকলৰ সৰহ ভাগ অনা-অসমীয়া হ'ল বুলিয়েই নেফাৰপৰা অসমীয়া ভাষা গুচাবলৈ চেষ্টা কৰাটো ওলাই দেখাজনক শতুৰু ভাবিবলৈ শিকোৱাৰ নিচিনা কথা। তদুপৰি নেফাত অসমীয়া ভাষা চলিলে সীমান্ত অঞ্চল ৰক্ষাত ব্যাঘাত হ'ব বুলি স্বপ্ন দেখাও দিবা-স্বপ্নহে।

অৱশ্যে অলপতে কেন্দ্ৰীয় শিক্ষামন্ত্ৰী, শ্ৰীচাগলাজীয়ে আমাক এটি আশাৰ ৰেঙনি দেখুৱাইছে। সেই ৰেঙনি চোকা পোহৰত পৰিণত হ'ব বুলি আমি বাট চাইছোঁ।

তথাপিও আমি দাবী কৰোঁ যে চৰকাৰে যিমান পাৰে সিমান সোনকালে নেফাত অসমীয়া মাধ্যমৰ প্ৰৱৰ্ত্তন কৰক আৰু ইতিপূৰ্ব্বে আমাৰ সভাই দি থোৱা প্ৰস্তাৱমতে যোৰহাট, ডিব্ৰুগড় আৰু গুৱাহাটীত নেফাৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে ছাত্ৰাবাস স্থাপন কৰক।

এই দাবী আমাৰ সম্পূৰ্ণ জাতীয় স্বাৰ্থৰ কাৰণে কৰা দাবীহে।

আমাৰ ভাষা-সাংস্কৃতিক প্ৰসাৰৰ ক্ষেত্ৰ

অতি আনন্দৰ সংবাদ যে বেলিকৈ হ'লেও চৰকাৰে চাহ-বাগিচা-সমূহৰ দহলক্ষ বনুৱাৰ ল'ৰা-ছোৱালীৰ শিক্ষাভাৰ শিক্ষা বিভাগৰ হাতত দিবলৈ দিহা কৰিছে। এই পৰিকল্পনা কাৰ্য্যত পৰিণত হোৱাৰ লগে লগে আমাৰ ভাষাৰো প্ৰসাৰ অতি শীঘ্ৰে, দুগুণে বাঢ়িব আৰু দুই-এপুৰুষৰ পাচতে বনুৱাসকলো আমাৰদৰেই হাড়ে-হিমজুৱে অসমীয়া হৈ পৰিব।

এই পৰিস্থিতিত আমাৰ সাহিত্য সভাই কেইটিমান কাম হাতত ল'লে ভাল হয়। সেই কেইটি হৈছে :—

(১) সহজ সৰল ভাষাত নানা বিষয়ৰ সৰু সৰু পুথি প্ৰকাশ কৰা।

(২) সেই পুথিবিলাক বনুৱাসকলৰ মাজত যিমান পাৰি তাকৰ বেচত বিক্ৰী কৰা।

(৩) নিম্ন প্ৰাইমাৰী স্কুল নথকা বাগিচাসমূহত ( বিধান সভাত প্ৰকাশিতমতে আঠৈশথন ) অচিৰে স্কুল স্থাপন কৰিবলৈ চৰকাৰক অনুৰোধ কৰা।

(৪) বনুৱা ৰাইজৰ কল্যাণৰ অৰ্থে স্থাপিত কেন্দ্ৰসমূহত ( Labour Community Centres ) অভিনয় কৰিব পৰাকৈ ভাওনাৰ আৰ্হিৰে কেতবিলাক সৰু সৰু পৌৰাণিক নাটক প্ৰকাশ কৰা।

(৫) তেওঁবিলাকৰ মাজত প্ৰচলিত লোকগীতি, পুৰণি সাধুকথা আদি সংগ্ৰহ আৰু প্ৰকাশ কৰা।

আমাৰ আশা চাহ-বাগিচাৰ গৰাকীসকলে আমাৰ এই ইচ্ছা ফলৱতী কৰাত আমালৈ সহায়ৰ হাত আগবঢ়াব।

অসম সাহিত্য সভাৰ পুথি-ভঁৰাল

অসম সাহিত্য সভাৰ নিচিনা জাতীয় অনুষ্ঠান এটিৰ পুথি-ভঁৰালত অন্ততঃ অসমীয়া ভাষাত প্ৰকাশিত হোৱা সৰু বৰ, মৌলিক, অনূদিত সকলোখিনি পুথি থকাটো যুগুত। দানবীৰ ৺সন্দিকৈ ভাঙৰীয়াৰ স্মৃতি ভৱনৰ যি আঁচনি লোৱা হৈছে আপোনালোকৰ তুল্য তেখেতৰ গুণমুগ্ধ লোকসকলৰ বদান্যতাত যি এই বছৰতে হয়তো হৈয়ো উঠিব কিন্তু সেই আঁচনিমতে ঘাই কাৰ্য্যালয়ৰ টোলৰ ভিতৰত ভৱন হোৱাৰ লগে লগে পুথি-ভঁৰালটিকো ডাঙৰ কৰিব লাগিব।

বৰ্ত্তমান অৱস্থাত এজন অনা-অসমীয়া কৃতবিদ্য, অনুসন্ধিৎসু লোক আহি পুথি-ভঁৰাল চাওঁ বুলিলে সংখ্যালৈ চাই দুখ লাগে। ইফালে বহুত পুৰণি লেখকৰ পুথিও দেশত পাবলৈ নাইকিয়া হৈ আহিছে।

এই অভাৱ দূৰ কৰিবৰ একমাত্ৰ উপায় হৈছে লেখক আৰু প্ৰকাশকসকলৰ সহৃদয় দান। সিবিলাকৰ নিৰ্দ্দেশ পালে ছপাশালসমূহে চৰকাৰলৈ পঠোৱা তিনি কপিৰ দৰে আৰু একপি পুথি বাজে বাজে ঘাই কাৰ্য্যালয়ৰ ভঁৰাললৈ পঠাব পাৰিব।

এই কামৰপৰা আনহাতে এটি উপকাৰ হ'ব লেখক আৰু প্ৰকাশকসকলৰো। কোনো

কাৰণত সিবিলাকে লেখা বা প্ৰকাশ কৰা পুথি হেৰালে সভাৰ পুথি ভঁৰালৰপৰা নকল কৰি নিব পাৰিব।

এই প্ৰসঙ্গতে আমি প্ৰাচীন পুথি-পত্ৰৰ গৰাকীসকলক এটি অনুৰোধ জনাওঁ। বহুতো গৃহস্থৰ ঘৰত নিত্য-নৈমিত্তিক কাৰ্য্যত ব্যৱহাৰ নকৰা পুথি ভালকৈ ৰাখিব নোৱৰাত নষ্ট হওঁ হওঁ গৈছে। একোখন পুথিৰ লগতে হয়তো একোজন সুলেখক বা কবিৰ নামেই লুপ্ত হয়। গতিকে সিবিলাকে ওপৰঞ্চি পুথিবিলাক অসম সাহিত্য সভাৰ ভঁৰাললৈ দান দিলে সভাই (আৱশ্যক বুজি গৃহস্থৰ নামেৰে একোটি সুকীয়া পেডাত) আপডালকৈ ৰাখিব পাৰিব।

কীৰ্ত্তন ঘোষা

অসমৰ সোণালী বৈষ্ণৱ যুগৰ বস্তুসমূহৰ ভিতৰত কীৰ্ত্তন আৰু ঘোষা স্যমন্ত মণি স্বৰূপ। নিত্য-ব্যৱহাৰ্য্য স্বৰূপে এই দুখনি পুথিৰ বিক্ৰীও অতি সৰহ। দুখৰ বিষয়, এই গীতধৰ্ম্মী গ্ৰন্থ দুখনৰ ভিতৰত পাঠান্তৰো দেখা হৈছে আৰু কোনো কোনো পুথিত কেইটামান অধ্যায়ো বাদ দিয়া হৈছে। চৰিত্ৰত আছে—এজন লেখাৰুৱে শব্দ সলাই পাঠ ভুল কৰাত শঙ্কৰদেৱে বৰ খং কৰি কৈছিল—"আমি বহু অৰণ্য কাটি একোটি শবদ বাজ কৰি আনিছিলোঁ, তুমি তাৰ ঠাইত আন শবদ লগোৱা কিয়?"

আশাকৰোঁ অসম সাহিত্য সভাই জনদিয়েক কৃতবিদ্য লোকৰ হতুৱাই পৰীক্ষা কৰাই এটি শুদ্ধ পাঠৰ সমালোচনা ধাৰাবাহিকৰূপেৰে হ'লেও, সভাৰ পত্ৰিকাত প্ৰকাশ কৰি পুথি প্ৰকাশক আৰু ৰাইজৰ উপকাৰ সাধিব।

অসম চিত্ৰলেখাৰ দেশ। চিত্ৰকলা, ভাস্কৰ্য্যৰ উপৰিও ছো-মুখাৰপৰা হাতী-দাঁতৰ কামলৈকে

কলা বিদ্যালয়

অসম যে একালত উন্নত আছিল তাৰ প্ৰমাণ দিয়ে আমাৰ দল-দেৱালয়, নামঘৰ-মন্দিৰ আৰু সত্ৰ-সভাৰ নানান বস্তুৱে, পুৰণি কেতবিলাক সাঁচি-পতীয়া পুথিয়ে, পাৰ্ব্বতী কটা চালপীৰা আৰু তাঁতশালৰ হেঙুল হাইতালেৰে বনকৰা মাকো, বান্দৰীয়ে।

অথচ কলা বিদ্যা শিক্ষাৰ বিদ্যালয়ৰ অভাৱত আমাৰ দেশৰ চিত্ৰকৰ, খনিকৰসকল পাচ পৰি গৈছে আৰু লগে লগে আমাৰ অন্ন সমস্যাও বাঢ়িব লাগিছে।

বৃদ্ধসকলৰ মুখে শুনিছিলোঁ আগৰ দিনৰ চিত্ৰকৰ-খনিকৰে নিজৰ হাতৰ বুঢ়া আঙুলিৰ নখত দুৰ্গাদেৱীৰ পাঁচখনীয়া প্ৰতিমা আৰু ৰাসলীলা পৰ্য্যন্ত চিত্ৰিত কৰিব পাৰিছিল।

এই সকলোবিলাক কলাক মৃত্যুৰ মুখৰপৰা উদ্ধাৰ কৰিবলৈ আৰু সময়ৰ ৰুচিমতে উন্নত কৰিবলৈ হ'লে আমাক সাহায্যপ্ৰাপ্তই হওক বা চৰকাৰীয়েই হওক বৰ্ত্তমান গুৱাহাটীত থকাখনৰ উপৰিও আৰু এখনি কলা বিদ্যালয় (Art school) লাগে। দ্বিতীয়খনি কলা বিদ্যালয়ৰ ঠাই যোৰহাটেই প্ৰশস্ত হ'ব বুলি আমাৰ ধাৰণা।

ফৰাচী দেশৰ অকল 'পাৰী' (Paris) চহৰতেই শিল্পীৰ সংখ্যা হেনো আদলাখ, কলিকতাত তাকৰকৈয়ো এহেজাৰ, আমাৰ গোটেই অসমত হয়তো এশজনো নোলাব।

অভিধান স্বৰূপে হেমকোষ, খণ্ডবাক্যকোষ, প্ৰসঙ্গকোষ, চন্দ্ৰকান্ত অভিধানৰ পাচতে স্বনামধন্য ৺চন্দ্ৰধৰ বৰুৱাদেৱৰ "বস্তুকোষ" (খণ্ডবাক্যৰ) খনি প্ৰকাশিত হোৱাত আমাৰ অভাৱ

যথেষ্ট পুৰ হ'ল। লাগে আমাক এতিয়া সকলো প্ৰকাৰে পৰিপূৰ্ণ এখনি "বিশ্বকোষ"। এই

বিশ্বকোষ

মৰ্ম্মে সাহিত্য সভাই চৰকাৰৰপৰা অৰ্থসাহায্য বিচাৰি এটা প্ৰস্তাৱো কেতিয়াবাই দি থৈছে। আমাৰ সীমামুৰিয়লি বঙ্গদেশ একলাখ বিশ হাজাৰ টকাৰ এটি টনকিয়াল অৰ্থসাহায্য পাই "ভাৰতকোষ" নামেৰে পুৰণি বিশ্বকোষতকৈয়ো এখনি ডাঙৰ অভিধান প্ৰকাশ কৰিবলৈ লৈছে। সম্ভৱত সি ওলাবো হ'ল। অথচ ধনৰ অভাৱত আমাৰ সভাই এনেহেন এটি পৰিকল্পনা, পৰিকল্পনাতে পেলাই থ'ব লগীয়া হৈছে। আশাকৰোঁ আমাৰ সভাই এই পৰিকল্পনাটি কাৰ্য্যত পৰিণত কৰিবলৈ পুনৰ যত্ন কৰিব আৰু চৰকাৰো উচিত অৰ্থসাহায্য দিবলৈ কুণ্ঠিত নহব।

যোৱা সমাবৰ্ত্তন উৎসৱত অসম জননীৰ অন্যতম সুসন্তান, বেদান্ত-বাচস্পতি শ্ৰীফুকন

বিশ্ববিদ্যালয়

ডাঙৰীয়াক আৰু পদ্মশ্ৰী শ্ৰীসন্দিকৈ ডাঙৰীয়াক ডি-লিট্ উপাধিৰে সন্মানিত কৰাত আমি আনন্দ পাইছোঁ আৰু উভয়জনলৈকে আমাৰ অন্তৰভৰা শ্ৰদ্ধা জনাইছোঁ।

এইখিনিতে আমি বিশ্ববিদ্যালৰ কৰ্ত্তৃপক্ষৰপৰা আন এটি আশা কৰোঁ, সি হৈছে শঙ্কৰী সাহিত্য আৰু কলা-কৃষ্টিৰ গৱেষণাৰ কাৰণে এখনি আসনৰ সৃষ্টি। এই কাৰ্য্য কৰোঁ বুলিলে বিশ্বাস দাতাৰো অভাৱ নহ'ব। এই আসনখনি যদি বৈষ্ণৱ সাহিত্যৰ অৰ্থে অক্লান্ত কৰ্ম্মী, স্বনামধন্য ৺হৰিনাৰায়ণ দত্ত বৰুৱাৰ নামত সৃষ্টি কৰা হয় হয়তো তেওঁৰ সুযোগ্য সন্তানসকলেই সেই অৰ্থসাহায্য আগবঢাব আৰু এইদৰেই আগলৈকো অন্যান্য বিষয়ৰ একোখনি আসন বাটি যাবলৈ থল ওলাব।

কথাছবি

কথাছবি বিংশ শতাব্দীৰ সভ্যতাৰ এটি প্ৰধান অঙ্গ। অৱশ্যে "টেলিভিশ্যনে" 'সাবালক' অৱস্থা পালে কথাছবিক কেনে অৱস্থাত ৰাখিবগৈ তাক কোৱা টান। তথাপিও আমাৰ দুখীয়া অসমত কথাছবিৰ বহুত দিন আয়ুস আছে।

১৯৩৫ ইং চনৰপৰা আজিলৈকে জয়মতীকে ধৰি মণিৰাম দেৱানলৈকে প্ৰায় ডেৰকুৰিখন কথাছবি ওলাল। ইয়াৰ ভিতৰতে পাঁচখনে ৰাষ্ট্ৰীয় পুৰস্কাৰো লাভ কৰিছে। ই আমাৰ আনন্দৰ কথা।

অসমীয়া কথাছবিৰ কৃতকাৰ্য্যতাৰ মূলতে অসমীয়া 'ষ্টুডিঅ'। এই 'ষ্টুডিঅ' নোহোৱাৰ কাৰণেই অসমীয়া সমাজৰ বৈশিষ্ট্যবিলাক বিদেশৰ ষ্টুডিঅ'ত ৰূপায়িত কৰা টান। এতিয়া গুৱাহাটীতে যেতিয়া 'ষ্টুডিঅ' খোলাৰ যো-জা চলিছে আমাৰ আশা হৈছে অসমীয়া কথাছবি সকলো প্ৰকাৰে নিখুঁত হ'ব। আশাকৰোঁ ঘৰতে 'ষ্টুডিঅ' হোৱাৰ লগে লগে আমাৰ কথাছবি অসমৰ বৈশিষ্ট্যৰে পৰিপূৰ্ণ হ'ব আৰু সি অসমৰ বাহিৰতো নথৈ আদৰ পাব।

আজি বছৰদুয়েকৰপৰা কোনো কোনো লোকে ধৰ্ম্মগুৰু মহাপুৰুষসকলৰ জীৱনীমূলক

ধৰ্ম্মগুৰুৰ নাট-ছবি

কথাছবি উলিয়াবলৈ বা সিসকলক মঞ্চস্থ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰি আহিছে। সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াই বৰ দুখেৰে "অসম প্ৰতিভা" নামৰ মহাপুৰুষৰ প্ৰথম জীৱনীমূলক নাটকখনিৰ প্ৰতিকূল সমালোচনা এটি "বাঁহী"ত প্ৰকাশ

কৰিছিল। আন আন প্ৰদেশে ধৰ্মগুৰু মহাপুৰুষসকলৰ জীৱনীমূলক কথাছবি উলিয়ালেই আমিও যে তাকে আদৰ্শ মানিব লাগিব তাৰ যুক্তিও আমি নেদেখোঁ। দশাৱতাৰৰ অন্যতম অৱতাৰ "ভগৱান বুদ্ধদেৱ"ৰ কথাছবিয়ে সিংহলবাসী বৌদ্ধসকলৰ যথেষ্ট অসন্তোষ আৰু প্ৰতিবাদ লাভ কৰি থৈছে। ভাৰতৰ উজ্জ্বল ৰত্ন শ্ৰীৰাজাগোপালাচাৰীয়েও নিজৰ মহাভাৰতত কোনো কাল্পনিক ছবি দিয়া নাই। পাতনিত তেওঁ তাৰ যুক্তিও দেখুৱাইছে। কোটী কোটী ইছলাম ধৰ্মাৱলম্বীৰ গুৰু হজৰত মহম্মদৰ ( দঃ ) ছবি, প্ৰতিমা, নাটকো আজিলৈকে উলিওৱা নাই আৰু সেই বাবে সিবিলাকৰ সমাজৰ কোনো হানিও হোৱা নাই।

শ্ৰব্য-কাব্য স্বৰূপে কলগান, ৰেডিঅ'লৈ আমাৰ ধৰ্মগুৰু মহাপুৰুষসকলৰ নাটক আৰু ওলাওক তাত কাৰো আপত্তি নাই, কিন্তু কাল্পনিক চিত্ৰত নতুবা মঞ্চত সিবিলাকক ৰূপায়িত কৰাত বহুতৰে আপত্তি। আশা কৰোঁ এইবিলাক কথালৈ চাই আমাৰ শিল্পীসকলে এনে কল্পনা ত্যাগ কৰি সকলোকে সন্তোষ দিব।

ইংৰাজ হৈয়ো ভাৰতৰ প্ৰাচীন কীৰ্ত্তি ৰাখিবলৈ লৰ্ড মেয়', লৰ্ড লিটন আৰু সৰ্ব্বশেষত ১৯০৬ ইং চনত লৰ্ড কাৰ্জ্জনে অনেকখিনি বিধি-বিধান দি গ'ল। স্বৰাজ লাভৰ পাচত ১৯৫৯ ইং চনত আইনবো চলন্তি কৰা হ'ল। তথাপিও অসমৰ অনেক ঠাইত মন্দিৰ-মৈদাম আদি প্ৰাচীন কীৰ্ত্তিসমূহ জহি-খহি নাইবা কুপ্ৰকৃতিৰ লোকৰ অত্যাচাৰত নষ্ট হৈছে বুলি কাকতপত্ৰৰপৰা শুনিছোঁ। আশা কৰোঁ অসম চৰকাৰে বিভাগীয় কৰ্ম্মচাৰীসকলৰ হতুৱাই অনুসন্ধান কৰাই অচিৰে এটি সুব্যৱস্থা হাতত ল'ব।

প্ৰাচীন কীৰ্ত্তি ৰক্ষা

জগতৰ কলা-কৃষ্টি, সেৱা-উপাসনা, চিত্ৰ-ভাস্কৰ্য্যৰ আদিভূমি ধৰ্ম-মন্দিৰসমূহ। শিল্পী-চিত্ৰকৰে তেওঁৰ শ্ৰেষ্ঠ অৱদান প্ৰথমে অৰ্পিছিল ধৰ্ম-মন্দিৰতে, কবিয়ে তেওঁৰ প্ৰথম কবিতাৰে স্তুতি কৰিছিল ধৰ্ম-মন্দিৰতে, গায়কে তেওঁৰ প্ৰথম গীত গাইছিল এই ধৰ্ম-মন্দিৰতে। এই কথা বঢ়িয়াকৈ উল্লেখ কৰিছে আমাৰ বৰ্ত্তমান বিশ্ববিশ্ৰুত দাৰ্শনিক ৰাষ্ট্ৰপতিয়ে ("Artists dedicated their best works, poets recited their poems, and musicians sang first, in temples.")

থান সত্ৰৰ প্ৰাচীন কীৰ্ত্তি

আমাৰ অসমতো শঙ্কৰদেৱৰ দিনৰেপৰা কলা-সৃষ্টি, সঙ্গীত-নাটক, নাম-কীৰ্ত্তন সকলোৰে কেন্দ্ৰ হৈ আছিছে বা আছিছিল থান-সত্ৰসমূহেই। দুখৰ বিষয় আজি অসমৰ প্ৰায় পাঁচশখনি থান সত্ৰৰ ভিতৰত অধিকাংশৰে অৱস্থা অতি জুৰুলা। এই অৱস্থাৰ কাৰণেই বহুতো সত্ৰীয়া আৰু প্ৰাচীন কীৰ্ত্তি জাহ যাওঁ যাওঁ হৈছে। বহুত দুখীয়া গাৱঁৰ নামঘৰতো এই অৱস্থাই। ইতিমধ্যে কেতবিলাক থান-সত্ৰই আৰু গাঁৱে চৰকাৰৰপৰা কিঞ্চিৎকৈ হ'লেও অৰ্থসাহায্য পাই প্ৰাচীন কীৰ্ত্তিসমূহ ৰাখিব পৰা হৈছে। এই সাহায্যৰ বাবে আমি চৰকাৰৰ শলাগ লৈছোঁ কিন্তু আমি জনাত আৰু বহুত থান-সত্ৰাদি আছে য'ৰ প্ৰাচীন কীৰ্ত্তিসমূহ ৰক্ষা কৰিবলৈ অৰ্থ সাহায্য দিয়াটো আমাৰ বোধেৰে চৰকাৰৰ উচিত কাম হ'ব।

এই অনুষ্ঠানে কৰিব লগীয়া কাম আৰু অনেক আছে। আমি আশা কৰোঁ সেইখিনি

কাৰ্য্যো ক্ৰমে ক্ৰমে এই একাডেমীৰ যত্নত সুচাৰুৰূপে সম্পন্ন হ'ব। উত্তৰ ভাৰতীয় সঙ্গীতজ্ঞসকলৰ বিচাৰত বড়গীতসমূহ শাস্ত্ৰীয়েই বা অশাস্ত্ৰীয়েই তাক লৈ আমাৰ কোনো খুৰ-খুমনি নাই।

অসম সঙ্গীত-নাটক একাডেমী

অসমীয়াই যদি কীৰ্ত্তন, ঘোষা, পদ-পয়াৰৰ সুৰ পাহৰা নাই, বড়গীতৰ সুৰো পাহৰা নাই। উত্তৰ ভাৰতৰ সুৰৰ লগত যিদৰে দক্ষিণ ভাৰতৰ সুৰ নিমিলে, অসমৰ বড়গীতৰ সুৰো সেইদৰে উত্তৰ ভাৰতৰ লগত নিমিলিব পাৰে। স্বৰৰেখাত বড়গীতৰ সুৰ-তাল যিখিনি ওলাল তাৰ বাদেও ওলাবলৈ আৰু আছে। সকলোখিনি গীতৰ সুৰ-তাল (স্থানীয় পৰিবৰ্ত্তনেৰে) স্বৰলিপিত প্ৰকাশ কৰিব পাৰিলে আমাৰ দেশৰ সঙ্গীতজ্ঞসকলেই বিচাৰ কৰিবলৈ সুবিধা পাব। একাডেমীয়ে অন্যান্য নামগীতৰ লগতে সেইখিনিও গোটাই প্ৰকাশ কৰিলে আমাৰ সন্তোষ।

বৰ্ত্তমান অসমীয়া সাহিত্য

বৰ্ত্তমান অসমীয়া সাহিত্য বুলিলে স্বাধীনতা লাভ কৰাৰপৰা ৰচিত হোৱা সাহিত্যকে ধৰিব পাৰি। দ্বিতীয় মহাযুদ্ধৰ পাচৰ সাহিত্যকে অনেকজনে বৰ্ত্তমান সাহিত্য বুলি কয়, কিন্তু দ্বিতীয় মহাযুদ্ধই আমাক স্বাধীনতা লাভৰ সহায় নকৰা হ'লে আমাৰ সাহিত্যই আজি আজিৰ দৃষ্টিভঙ্গী লাভ কৰিলেহেঁতেন নে নাই তাক কোৱা টান। দ্বিতীয় মহাযুদ্ধই ভাৰতবৰ্ষৰ আন্তৰ্জাতিক পৰিবেশৰ সাল-সলনি কৰিলে সঁচা কিন্তু আমাক নতুনকৈ গঢ়ি, এটি জাতীয় চেতনা দিলে—গণতন্ত্ৰত প্ৰতিষ্ঠিত, এই স্বাধীনতাইহে।

এই আন্তৰ্জাতিক পৰিস্থিতিৰ মাজত থাকি আন্তৰ্জাতিক মৰ্য্যাদা লাভ কৰিবলৈ হ'লে আমি আমাৰ জাতীয় জীৱনৰ সমস্যাসমূহৰ প্ৰতি সচেতন হ'ব লাগিব। সেয়ে নহ'লে আমাৰ আশা-আকাঙ্ক্ষা অলীক স্বপ্ন মাথোন। আমাক এতিয়া লাগে জাতীয় সমস্যাৰ সমাধান কৰিব পৰা, জাতিক সবল অৱস্থালৈ নিব পৰা, দেশৰ জল-বায়ুৰ লগত ৰজিতা খোৱা, সাহিত্য ৰচনা। ইউৰোপীয় সাহিত্যৰ অন্ধ অনুকৰণে আমাৰ সাহিত্যক বিশ্ব সাহিত্যৰ মহামেলত আসন দিব নোৱাৰে।

বৰ্ত্তমান যুগ হ'ল বিজ্ঞান-প্ৰধান যুগ। বিজ্ঞানৰ উন্নতিয়েই জাতীয় উন্নতিৰ মেৰুদণ্ড। বিজ্ঞানে এতিয়া দেশৰ প্ৰাকৃতিক সীমা, সামাজিক ভেদ মোহাৰি আনিছে। গতিকে জাতীয় জীৱনক আন্তৰ্জাতিক জীৱনৰ অনুকূলে গঢ়িব নোৱাৰিলে প্ৰগতিৰ পথত আমি দিনক দিনে পাচ পৰি যাম। অকল কল্পনা-বিলাসী উপন্যাস, গল্প বা কবিতাই নাইবা তেনে ধৰণৰ বিষয়-বস্তুৱে আমাক আন্তৰ্জাতিক জীৱনৰ অনুকূলে গঢ দিব নোৱাৰে। স্বাধীন চিন্তা আৰু গৱেষণাইহে বিজ্ঞানৰ ক্ষেত্ৰত আমাক আগবঢ়াই জাতীয় মৰ্য্যাদা দিব পাৰিব। উঠি অহা ছাত্ৰসকলৰ অন্তৰত চিন্তাশীল আধ্যাত্মিক মনোবৃত্তি এটি জগাই দিব পৰাকৈ আমি এতিয়া সাহিত্যক গঢ়ি তুলিব লাগিব। শিক্ষা, সাহিত্য আৰু বিজ্ঞানৰ ক্ষেত্ৰত তেনে এক শ্ৰেণীৰ সাধক গঢ়ি তুলিব নোৱাৰিলে আন কি ৰাষ্ট্ৰীয় ভূমিতে আমি থহি পৰিম।

সুখৰ কথা, "অসমীয়া ভাষাজ্ঞান পৰীক্ষা" লোৱাৰ ব্যৱস্থা এটি ইতিমধ্যে আমাৰ সাহিত্য সভাই হাতত ল'লে। ইয়াৰ লগতে অৰ্থশাস্ত্ৰ, দৰ্শন, ৰাজনীতি, বুৰঞ্জী, ভুগোল, বিজ্ঞান, গণিত

আদি শিক্ষণীয় বিষয়বিলাকৰ একোটা পাঠ্যক্ৰম তৈয়াৰ কৰি একশ্ৰেণীৰ পাঠ্যপুথি সাহিত্য সভাই প্ৰকাশ কৰিলে বিশ্ববিদ্যালয়ৰ শিক্ষা গ্ৰহণৰ সুবিধা ল'ব নোৱৰা লোকসকলে বা ছাত্ৰয়ো, প্ৰয়োজনীয় জ্ঞান লাভ কৰিব পাৰিব। "হিন্দি সাহিত্য সন্মিলনে" এনে ব্যৱস্থা হাতত লৈ দেশৰ প্ৰভূত কল্যাণ সাধিছে। "বঙ্গদেশৰ বিশ্ববিদ্যা" নামৰ সৰু সৰু পুথি লানিয়েও জনসাধাৰণৰ নথৈ উপকাৰ কৰিছে।

এনে এলানি পুথিয়ে অসমীয়া ভাষাৰ প্ৰসাৰো ৰঢাৰ আৰু অসমবাসী অনা-অসমীয়া সকলকো অসমীয়া ভাষা শিকিবলৈ আগ্ৰহান্বিত কৰিব। ভাৰতৰ আন আন ৰাজ্যৰ পৰিস্থিতিতকৈ অসমৰ পৰিস্থিতি জটিল। সেই দেখিয়েই এই আশা কৰা হ'ল।

কাব্য সাহিত্যৰ বিশিষ্ট অংশ, প্ৰাচীন আৰু আধুনিক কাব্য-সাহিত্যত, অসমীয়া ভাষা পিচপৰা নহয়। বিশেষকৈ প্ৰাচীন কাব্যই অসমীয়া সাহিত্যৰ গৌৰৱৰ ধ্বজা। কিন্তু যোৱা বছৰটোত আমাৰ সাহিত্যত ক'বলগীয়াকৈ কাব্য সৃষ্টি হোৱা নাই বুলিলেও হয়। কবিতাৰ

কবিতা

ভিতৰত আলোচনী আদিত যিবোৰ প্ৰকাশ পাইছে সেইবোৰ তথাকথিত আধুনিক কবিতা। আধুনিক আৰু পৌৰাণিক কবিতা ভাগ কৰা টান, গতিকে 'তথাকথিত' বুলিব লগা হৈছে। কাৰণ সকলোৰে এটা আধুনিক কাল আছে আৰু কালত সকলোৱেই পুৰণি হয়। এতিয়া আমি যিবোৰক আধুনিক বুলি কৈছোঁ, বছৰচেৰেকৰ মূৰত সেইবোৰ পুৰণি হ'বই। ই প্ৰগতিশীল জগতৰ লক্ষণ। চীনৰ আক্ৰমণক উদ্দেশ্য কৰি মানুহৰ মন সতেজ কৰি ৰাখিবৰ বাবে এই সময়টোত কিছুমান ছন্দবদ্ধ গীত আৰু কবিতাৰ প্ৰকাশ হ'ল। এইবিলাকে গুৱাহাটী কেন্দ্ৰৰ আকাশবাণীৰ যোগে বা আন আলোচনী আদিতো প্ৰকাশ পালে। শ্ৰী ( সকল ) অম্বিকাগিৰি ৰায়চৌধুৰী, পদ্মধৰ চলিহা, বিনন্দ বৰুৱা, অতুল হাজৰিকা আদিৰ তেনে ধৰণৰ কবিতা ভালেমান প্ৰকাশিত হৈছে। ডাঃ ভূপেন হাজৰিকাকে মুখ্য কৰি গীতি-কাব্য সৃষ্টি কৰাসকলৰ বহুত গীত এই সময়ত সৰবৰহী হৈ পৰিছে।

সাহিত্যৰ একোটা বেলেগ বেলেগ যুগ আছে ই কোনো বিশেষ সাহিত্যৰ কাৰণেই নহয়। এঠাইত টোকৰ মাৰিলে সকলোতে ৰজনজনাই উঠাৰদৰে প্ৰগতিশীল সাহিত্যৰ সাল-সলনি পৃথিবীৰ এঠাইত হ'লে ক্ৰমে সকলোতে হয়। সাহিত্যৰ একো একোটা ভঙ্গীৰ যুগ অৰ্দ্ধ শতাব্দী মানেই থাকে। আমাৰ আধুনিক কবিতা-লেখকসকলে যুগৰ লগত খাপখুৱাই আমাৰ অসমীয়া সাহিত্যতো আধুনিক কবিতাৰ সৃষ্টি কৰি জাতিৰ আৰু ভাষা-সাহিত্যৰ এটা বিশেষ উপকাৰ সাধন কৰিছে। অৱশ্যে সেইবিলাক সৰবৰহী হোৱা নোহোৱা সময়-সাপেক্ষ কথা। কাল-পাত্ৰ আদি বহুতৰে ওপৰত ই নিৰ্ভৰ কৰে। আধুনিক ধৰণেৰে কবিতা লিখা কবি দিনে দিনে বাঢ়িছে। যুগৰ কাম কৰিবলৈ আগবঢ়া এই কবিসকলক আমি নিৰুৎসাহ নকৰোঁ কিন্তু ছন্দত লিখা তথাকথিত পুৰণি কবিতাবোৰ নহ'লে অসমীয়া সাহিত্য নিশ্চয় উকা হ'ব। সাহিত্যৰ এইবিধৰ সম্পদেহে সৰ্ব্বসাধাৰণৰ মুখে মুখে থাকি নিজৰ অস্তিত্ব সজাগকৈ ৰাখে। গতিকে সেইবিধৰ কাব্য-কবিতা ৰচনাৰ ফালে একেবাৰে পিঠি দিয়াও অযুগুত হ'ব।

অনাতাঁৰ, সঙ্গীত বিদ্যালয়, সাংস্কৃতিক কলাকেন্দ্ৰ, এই সকলোবিলাক বৰ্ত্তমান সভ্যতাৰ পৰিপূৰক। এই কেন্দ্ৰবিলাক স্থাপিত হোৱাৰ লগে লগে আমাৰ সমাজত শিল্পীৰ সংখ্যা যিদৰে

গীত

বাঢ়িছে গীতৰ সংখ্যা তাতোকৈ বাঢ়িছে আৰু প্ৰায় প্ৰতিবছৰে সাংস্কৃতিক কলাকেন্দ্ৰই আন্তৰ্‌ ৰাজ্যিক ক্ষেত্ৰতো সুনাম আৰ্জ্জি আহিছে। বৰ্ত্তমান যুগত ধৰ্ম্মমূলক ( বা ভক্তিমূলক ) গীততকৈ নিসৰ্গমূলক, প্ৰণয়মূলক, দেশপ্ৰেমমূলক, আমোদ-মূলক আৰু নীতিমূলক গীতৰ সংখ্যা অধিক। আমাক সকলোকেই লাগে কিন্তু গীতত সুৰতকৈ ভাবৰহে ঠাই আগ। ভাবক প্ৰকাশ কৰিবলৈহে সুৰৰ প্ৰয়োজন। একোজন কবিৰ একোটি গীতে যিস্থলত দেশত যুগান্তৰ সৃষ্টি কৰিব পাৰে তেনেস্থলত গীত ৰচনা কৰা অতি সহজ বুলি ধৰাটো অনুচিত কথা। "কিয়নো পাহৰা অসমীয়া হে'বা", "আমি অসমীয়া নহওঁ দুখীয়া", "আজি বন্দো কি ছন্দেৰে"—এনে ধৰণৰ গীতৰ তেজ আজিও তপত হৈ আছে আৰু আগলৈকো সি চেঁচা নপৰে। মুঠতে যি গীতে আমাৰ চিত্তক এখনি কল্পনাৰ ৰাজ্যলৈ নিব পাৰে সেয়ে গীত।

প্ৰেমমূলক গীতৰ উদ্দেশ্যও প্ৰেম হে, কাম নহয়। এই কথা সুন্দৰকৈ প্ৰকাশ কৰিছে এজন বঙ্গৰ বৈষ্ণৱ কবিয়ে।

"আত্মেন্দ্ৰিয় প্ৰীতি সাধে তাৰে বলে কাম।
কৃষ্ণপ্ৰীতি সাধে যাহে ধৰে প্ৰেম নাম।"

কাব্য অৰ্থাৎ সাহিত্যৰ ভিতৰত নাটকেই শ্ৰেষ্ঠ, "কাব্যেষু নাটকং শ্ৰেষ্ঠং।" ভাৰতীয় শাস্ত্ৰকাৰসকলৰ মতে ইন্দ্ৰ আদি দেৱতাসকলে ব্ৰহ্মাক প্ৰাৰ্থনা কৰিলে 'হে চতুৰ্ম্মুখ, আমাক এনে

নাটক

এটি উপভোগৰ সামগ্ৰী দিয়ক—যিহক শুনিবও পাৰি, দেখিবও পাৰি আৰু যিহে সকলো লোকক আনন্দ দিব পাৰে।" কথা শুনি ব্ৰহ্মাই ঋগ্বেদৰ আলাপ, সামবেদৰ গীত, যজুৰ্ব্বেদৰ অভিনয় আৰু অথৰ্ব্ববেদৰ আদিৰস আদি মিশ্ৰিত কৰি নাট্যবেদৰ সৃষ্টি কৰিলে।

এয়ে প্ৰমাণ কৰে ভাৰতৰ নাট্যকলাৰ অতি প্ৰাচীনত্ব। তেতিয়াৰপৰাই সংস্কৃত কাব্যৰ প্ৰধান এক অংশ হ'ল নাটক। যদিও নাটক সকলো লোকৰে আনন্দ জন্মাবৰ সামগ্ৰী, সেইকালত সংস্কৃতত ৰচিত হোৱাৰ কাৰণে সৰ্ব্বসাধাৰণে নাটৰ শাহ উপভোগ কৰিব পাৰিলেও তাৰ ৰস উপভোগ কৰিব পৰা নাছিল। অথচ নাটকৰ কাৰ্য্য হ'ল চাৰিটি—দুখীয়াৰ দুখ, শ্ৰমিকৰ শ্ৰম, শোকাৰ্ত্তৰ শোক পাহৰোৱা আৰু তপস্বীৰ ( ঈশ্বৰ-ভক্তসকলৰ ) অন্তৰত তপস্যাৰ ( ভক্তি ) বৃদ্ধি কৰা। এই চাৰিওটি কাৰ্য্য সাধিবলৈ হ'লে নাটক হ'ব লাগিব জনসাধাৰণে বুজিব পৰা ভাষাত। তদুপৰি নাটকত থাকিব লাগিব অৰ্থযুক্ত ললিত পদ, নানা ৰসৰ সমাবেশ, অভিনয়ৰ উপযোগিতা ইত্যাদি গুণ। এইবিলাক উদ্দেশ্যকে লৈ নৃত্য, গীত, বাদ্য এই তিনিওটিৰ মধুৰ সমাবেশেৰে শঙ্কৰদেৱে অসমত ভাওনাৰ প্ৰৱৰ্ত্তন কৰি গ'ল—প্ৰাচীন চৰিত্ৰৰ মুখত খাপখোৱা কথ্য ভাষাতকৈ এক্ষেবি আঁতৰ ব্ৰজবুলিৰে।

"অন্তত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে"বদৰে অসমত মহাপুৰুষ আৰু তেখাৰ পৰৱৰ্ত্তী ভক্ত-আচাৰ্য্যসকলৰ সাধনা আৰু প্ৰচাৰৰ ফলত অসমৰ সত্ৰে-সভায়, গাঁৱে-ভূঞে ভাওনাই ঠাই পালে। আজি অসমত ভাওনা নকৰা সত্ৰ-সভা, গাঁও-চুবুৰি অতি বিৰল। একালত এই ভাওনাৰ ফলত চোঁ-মুখা সাজিবলৈ ওজাল থনিকৰ, খোল কুন্দিবলৈ কুন্দাৰু, খোল চাবলৈ মুচিয়াৰ, নাট লেখিবলৈ লেখাৰু, সাজ-পাৰ তৈয়াৰ কৰিবলৈ 'দৰ্জ্জী', ইত্যাদি ইত্যাদি নানা ব্যৱসায়ৰ লোক। তদুপৰি ভাওনাত ভাও দিবৰ কাৰণে অনেক নিৰক্ষৰেও আখৰাত বচনৰ পাঠ লওঁতে লওঁতে চিনিছিল আখৰ।

এই কাৰণেই ভাৰতৰ এজন ঋষিতুল্য পুৰুষে শঙ্কৰদেৱক ভাৰতৰ নিৰক্ষৰতা দূৰ কৰোঁতা-সকলৰ ভিতৰত প্ৰথম পথপ্ৰদৰ্শক বুলি কৈছে। ই অসমৰেই গৌৰৱৰ কথা।

জাতিৰ স্বৰূপ ধৰিব পাৰি অভিনয়ৰপৰাই। ( A nation is known by its theatre. ) আমাৰ অসমীয়াকো চিনিব পাৰি এই ভাওনাৰপৰাই।

- থিয়েটাৰৰ কথা নকওঁ, সি বিদেশী বেহানি আৰু এতিয়া অনেক চুবুৰিত ঠাই পাইছে যদিও সি শতকৰা দুজনতকৈও তাকৰ লোকৰ সম্পত্তি।

নাটক বোলোঁতে এতিয়া আমি বুজোঁ চাৰি প্ৰকাৰৰ নাটক—ভাওনাৰ, থিয়েটাৰৰ, কথাছবিৰ আৰু অনাতাঁৰৰ ( Radio )। এই চাৰিও প্ৰকাৰৰ নাটৰ আত্মা একেটি হ'লেও দেহ পৃথক পৃথক। ভাওনাৰ নাটক সাধাৰণতে বৰ্ণনাবহুল, থিয়েটাৰৰ নাটক সমালোচনা আৰু ক্ৰিয়াবহুল, কথাছবিৰ নাটক দৃশ্য আৰু ঘটনাবহুল, অনাতাঁৰৰ নাটক স্বৰভঙ্গিবহুল। তদুপৰি ভাওনাৰ নাট দীঘল, তাত জীৱনৰ ঘাত-প্ৰতিঘাত, অন্তৰ্দ্বন্দ্ব, স্বগতঃ উক্তি, আধাফুটা মাত-কথা, এনেবিলাক থাকিলে ভাওনাৰ ভাৱৰীয়াই প্ৰকাশ কৰিবলৈ টান পায়। কিয়নো তেওঁৰ চাৰিওফালে দৰ্শক, কাক শুনাব, কাক নুশুনাব? বিশেষত ভাওনাৰ ভাৱৰীয়াৰ বচন সৰ্বগৰীয়াকৈ মুখত নাহিলে স্মাৰকৰ ( prompter ) শ্ৰীচৰণেষু হ'বলৈকো উপায় নাই। মুঠতে ভাওনাত ঠগণ নচলে, দেখাদেখি কাৰবাৰ।

থিয়েটাৰৰ নাটকৰপৰা ভাওনাৰ নাটকৰ পাৰ্থক্য কি তাৰ প্ৰসঙ্গতে বহুতো কথা গালোঁ, ক্ষমা কৰিব। দুখৰ বিষয়, অসমৰ বাইজে ভাওনাৰ নাটকৰ অভাৱত হুবহু থিয়েটাৰৰ নাটকেৰে ভাওনা কৰাত ভাওনাৰ সৌন্দৰ্য্য প্ৰায় লোপ পাইছে। অঙ্কীয়া ভাওনা কৰিবলৈ শিক্ষা লাগে বহুত আৰু সি অতি ভাল নহ'লে দৰ্শককো আনন্দ দিব নোৱাৰে।

সেইবুলি ইও ধ্ৰুৱপ, শঙ্কৰদেৱে ভাওনাৰ যি ৰীতি প্ৰৱৰ্ত্তন কৰি থৈ গ'ল তাৰ ইকাল-সিকাল কৰিবৰ বা সেই ৰীতিতকৈ ভাল ৰীতি এটি উলিয়াবৰ সাধ্য কাৰো নাই। অলপতে প্ৰকাশিত হোৱা 'ত্ৰিৰূপকম্' নাটক তিনিখিনিয়েই তাৰ প্ৰমাণ। মুঠতে ভাওনাৰ বিষয়ত শঙ্কৰী যুগৰ আজিও পূৰ্ণ পয়োভৰ।

থিয়েটাৰ আৰু অনাতাঁৰৰ নাটকেৰে আমি চহকী হোৱা নাই যদিও ভাল দৰিদ্ৰও নহওঁ। ভাওনাৰ নাটক কিন্তু একেবাৰেই নাই বুলিলেও হয়। আশা কৰোঁ, আমাৰ সাহিত্য

সভাই শঙ্কৰদেৱৰ ৰীতি-স্থিতিৰে, পৰীক্ষা স্বৰূপে হ'লেও, দুই-চাৰিখন পৌৰাণিক কাহিনীমূলক ভাওনাৰ নাট প্ৰকাশ কৰি বাইজৰ অন্তৰত আমাৰ সভাৰ প্ৰতি আপোন ভাব বঢ়াব। ভাওনা হেৰালে আমাৰ জাতীয় বৈশিষ্ট্যৰ এটি প্ৰধান অঙ্গই ক্ষুণ্ণ হ'ব।

ভাওনাৰ নাটকৰ কথা ইমানতে সামৰি থিয়েটাৰৰ নাটকৰ কথালৈ আহোঁ। আমাৰ অসমত থিয়েটাৰ স্থাপিত হোৱা উনবিংশ শতাব্দীৰ শেষাৰ্দ্ধত। তেতিয়াৰ নাটক আছিল সাধাৰণতে পৌৰাণিক আৰু দীঘল (অন্ততঃ ৫ অঙ্কীয়া)। আজিকালি জীৱনযাত্ৰাৰ কাৰণে যুদ্ধ কঠোৰতকৈয়ো কঠোৰ হৈ অহাত নাটক ক্ৰমে চুটি হৈ আহি এক-অঙ্কীয়াত পৰিছেহি। "কথাছবি"ৰ প্ৰভাৱো এই বিষয়ত নগণ্য নহয়। এক-অঙ্কীয়া নাটকৰ উৎপত্তি ভাৰততে হ'লেও বৰ্ত্তমানত ই দীঘল নাটকক দিনক দিনে চুকলৈ ঠেলিছে। পৌৰাণিক কাহিনীৰ উপৰিও এতিয়া ঐতিহাসিক, কাল্পনিক আৰু সামাজিক কথাবস্তুকো নাটকে "খ্যাতবৃত্ত"ৰ ঠাইত সামৰি লৈছে। একাঙ্কিকাত চৰিত্ৰ ফুটাই তোলা টান আৰু সি বিশেষকৈ ঘটনা বা সমস্যা এটি প্ৰকাশ কৰাৰ উপযোগীহে। গতিকে আমাৰ নাট্যকাৰসকলে বহু অঙ্কৰ নাটকলৈ পিঠি দি অকল একাঙ্কিকাতে মনোযোগ দিলে আমাৰেই সাহিত্যৰ শ্ৰীবৃদ্ধি নহ'ব। ভাৰতৰ নাট্যকলাৰ পতনৰ কালতহে ইউৰোপত নাটকৰ উৎপত্তি, কিন্তু এতিয়া 'বৃটিছ নাট্য সজ্ঘ'ৰ (British Drama League) তলত (১৯১৮ খ্ৰীঃত স্থাপিত) প্ৰায় দুহেজাৰ নাট্যসমিতি আছে। নাটকৰ সংখ্যাও তাৰ ওঁৰালত হেনো পঁচিশ হেজাৰ। একো একোটা প্ৰতিযোগিতা-মূলক অনুষ্ঠানত পাঁচশলৈকে দলে যোগদান দিয়ে। গতিকে আমাৰ, আৰু নাটকৰ আৱশ্যক আৰু এটি কেন্দ্ৰীয় মঞ্চৰো প্ৰয়োজন। এই "কেন্দ্ৰীয় মঞ্চ"ৰ পৰিকল্পনা এতিয়াও কল্পনাতে থকাত দুখ লাগিছে। আশাকৰোঁ সদৌ অসমৰ শিল্পী-নাট্যকাৰসকলে এই বিষয়ে ভাবি চাব।

পৰিশেষত কওঁ, যি নাটকৰ (কথাছবিৰো) অভিনয়ত গাভৰু জীয়েক-বাপেক আৰু শিক্ষক-ছাত্ৰ একেলগে বহিব পাৰে সেয়েই নাটক।

উপন্যাস

একালত ৰজা-ৰাণী আৰু ৰাজবিষয়াসকলেই আছিল সাহিত্যৰ পৃষ্ঠপোষক আৰু মহাকাব্য, খণ্ডকাব্য, নাটকেই আছিল সাহিত্য কলাৰ প্ৰধান কৰ্ম্ম। শঙ্কৰদেৱৰ নাটত "শ্ৰীৰামৰামা, হৰিৰস পায়া", আহোম ৰজাসকলৰ বা বিষয়াসকলৰ উদ্দাপিত ৰচা নাটকত "শ্ৰীস্বৰ্গদেৱ শিৱসিংহ নৰেন্দ্ৰপত্নী", "শ্ৰীবৃহৎ ফুকনোহসৌ", ইত্যাদিবিলাক উক্তিয়েই আমাৰ দেশৰ সেই স্তৰৰ বিদ্যোৎসাহী পুৰুষ-স্ত্ৰীসকলৰ প্ৰমাণ।

সেই কালৰ ৰজা-ৰাজবিষয়া আজি নাই আৰু সংসাৰৰ ভাৰে হেঁচা জীৱনত মহাকাব্য, নাটক পঢ়িবলৈকো মানুহৰ আজৰি নাই। গতিকে তাৰ পৰিবৰ্ত্তে সাহিত্য কলাৰ কৰ্ম্ম হ'ল উপন্যাস, চুটি গল্প। ভাৰতত উপন্যাসৰ প্ৰথম ৰূপ আছিল গদ্য কাব্য, কাদম্বৰী, বাসবদত্তা। আধুনিক উপন্যাসৰ জন্মদাত্ৰী হ'ল খ্ৰীঃ দশম শতাব্দীৰ জাপানী মহিলা, মুৰাচাকি চিকিবু। এচিয়া মহাদেশৰ এই মহিলাগৰাকীৰ পাচতে ইটালীকে আদি কৰি পাশ্চাত্য দেশত উপন্যাস সাহিত্য-কলাৰ প্ৰধান কৰ্ম্ম হৈ পৰিল।

স্ত্ৰী-পুৰুষৰ বাস্তৱ জীৱন নাইবা ভাবাবেগৰ কাহিনীয়েই উপন্যাসৰ একমাত্ৰ বিষয় নহয়। তেনে কাহিনীৰ বাদেও জীৱনীমূলক, সামাজিক, ধাৰ্মিক, পৌৰাণিক, ঘটনামূলক, স্থানবিষয়ক, শিশুমঙ্গল সাধক, চিঠিপত্ৰৰ আকাৰগত, নানাবিধৰ উপন্যাস হ'ব পাৰে। সুখৰ বিষয় আন আন দেশৰ দৰে আমাৰ অসমতো মিছনেৰীৰ দ্বাৰা প্ৰকাশিত "কামিনীকান্তৰ" পৰা আজিলৈকে সৰহ-তাকৰ সকলো বিষয়ৰে উপন্যাস ওলাইছে আৰু দুখনে সৰ্ব্বভাৰতীয় স্বীকৃতি পাই আমাৰ সাহিত্যৰ সুনামো আৰ্জি থৈছে।

আদিৰেপৰা নৌ নব্বৈ বছৰ হওঁতেই ইমানখিনি উপন্যাস প্ৰকাশিত হোৱাটো আমাৰ দেশৰ পঢ়ুৱৈৰ সংখ্যা বঢ়াৰেই চিন। একালত সস্তীয়া 'বটতলা' সংস্কৰণৰ উপন্যাসবিলাক নোলোৱা হ'লে আজি বঙ্গদেশত পঢ়ুৱৈৰ সংখ্যা ইমান নেবাঢ়িলহঁতেন। সি যি কি নহওক, পুতেক-জীয়েকহঁতে দেখাৰ ভয়ত গুপুতকৈ পঢ়িব পৰা 'গাৰুতলীয়া' উপন্যাসতকৈ 'দেখৰণীয়া', অৰ্থাৎ প্ৰকাশ্যে পঢ়িব পৰা উপন্যাসহে আমাক লাগে। এইবিধৰ উপন্যাস বা চুটি গল্পইহে দেশৰ মঙ্গল সাধে আৰু এখনি সুস্থ পঢ়ুৱৈ-সমাজ গঢ়ি তোলে।

স্কুলীয়া পাঠ্য

স্কুলীয়া পাঠ্য-পুথিৰ সম্পৰ্কে সাহিত্য সভাৰ সভাপতিসকলৰ উপৰিও বাতৰি কাকতে, আলোচনীয়ে নানা প্ৰকাৰৰ সমালোচনা কৰি আহিছে আৰু আগলৈকো কৰিবৰ বাট মৰা নাই। সি যি কি নহওক, সমিতিয়ে পুথি বছায় পৰীক্ষক-( reviewer ) সকলৰ হতুৱাই, সেই পৰীক্ষকসকলে যদি দেশৰ পৰিস্থিতি, ভাষাৰ শুদ্ধি, লেখকৰ মনোবিজ্ঞানসম্মত অভিজ্ঞতা, পাঠসমূহৰ আৱশ্যকতা আৰু উপস্থাপনৰ বিজ্ঞানসম্মত প্ৰণালীলৈ নেচাই অকল পুথিখনৰ নামলৈ চায়, তেনেহলে পৰিণাম বিষময় হয়।

এই স্বাধীন যুগত কেৰাণী-মহৰীৰ পদৰ কাৰণে শিক্ষাদান নহয়, সন্তান-সন্ততিক সকলো প্ৰকাৰৰ শিক্ষা-দীক্ষাৰে প্ৰগতিৰ পথত আগুৱাই নিয়াহে শিক্ষাদানৰ উদ্দেশ্য আৰু এই উদ্দেশ্য লৈয়ে হ'ব লাগে পাঠ্য-পুথি নিৰ্ব্বাচন। তদুপৰি 'স্কুল-কলেজীয়া' পৰীক্ষাৰ উত্তৰ-কাকতত নামৰ সলনি 'নম্বৰ' ব্যৱহাৰ কৰাৰ দৰে লেখক-লেখিকাৰ নাম কটাই পাঠ্য-পুথিৰ বিচাৰ কৰাটোও অদ্ভুত ৰীতি। পাঠ্য নিৰ্ব্বাচনত মুখচাই পৰশা লোক আছে বুলি আমি নেভাবোঁ।

কোনোজন সিদ্ধহস্ত লেখকে হয়তো এটা নতুন পদ্ধতিৰে একোখন পুথি লেখে। তেনেলোকক আন দেশত প্ৰথম সুবিধা দিয়ে—বিশেষকৈ শিক্ষাদান প্ৰণালী আৰু চিকিৎসা প্ৰণালী লিখাত। আমাৰ বোধেৰে এনে প্ৰণালীৰ প্ৰতি কৰ্তৃপক্ষই বিশেষ চকু দিব লাগে আৰু অসম সাহিত্য সভাৰ প্ৰতিনিধি স্বৰূপে পাঠ-পুথি বাছনি সমিতিত অন্ততঃ তিনিজন সভ্য ল'ব লাগে।

শিশু-সাহিত্য

শিশুৱেই আমাৰ উঠি অহা জাতি-চন্দনৰ পুলি আৰু শিশুৱেই ৰাখিব লাগিব আমাৰ শিক্ষা-সম্পদ, সাহিত্য-সংস্কৃতি, ধৰ্ম্ম-ঐতিহ্য সকলোখিনি জাতীয় সমৃদ্ধি। এই শিশু-সমাজলৈ পিঠি দিলেই আমি হাতেৰে কই ভৰিৰে মোহৰাদি আমাৰ সকলো আশা-ভৰসাৰ মূৰ মাৰিম।

শিশু শিশুৱেই। সকলো দেশৰ শিশুৱেই সত্যম্ শিৱমৰ ভু নেপায়, পায় সুন্দৰমৰ হে। গতিকে সুন্দৰমৰ পূজাৰীক 'সুন্দৰেৰে' পূজা নকৰি কৰিম কিহেৰে? তদুপৰি সাহিত্যৰ যি এটি চিত্ৰধৰ্ম আছে শিশুৱে তাক ধৰিব নোৱাৰে। 'ফেঁচা-চকুৰা', 'থালৈ-পেটা', 'মলা-মুখীয়া' এনেবোৰ কথাত যি চিত্ৰধৰ্ম্ম আছে তাক বুজাবলৈ শিশুলৈ লাগে ছবি। এই ছবিও হ'ব লাগে শিশুৰ বয়স অনুপাতে স্থূল বা সূক্ষ্ম। বিশ্বকবি ৰবীন্দ্ৰনাথৰ নিজহাতৰ শিশুপাঠ্যৰ ছবি অনেকে দেখিছে। শিশু মনোবিজ্ঞানৰ ফালৰপৰা নেচালে তাৰ সৌন্দৰ্য্য ধৰা নপৰে।

গতিকে শিশুৰ অৰ্থে নানা বিষয়ৰ পুথিৰ ছবি, ছপা, বিষয়, ভাষা, সকলোখিনি মনোহৰ হ'ব লাগে আৰু বৰ্ণাশুদ্ধিও তাত মুঠেই থাকিব নেলাগে। শিশুৰ মানত ছপা পুথিৰ আখৰ জোটনি বেদ-বাক্য, গতিকে পুথিত সাধাৰণ ভুল এটি থাকিলেও সি শিশু-পাঠ্য গুচি 'শিশু-বধ্য' হয়।

উন্নত দেশত শিশু-পাঠ্যৰ লেখকসকলে হাতেলেখা অৱস্থাত পুথিখন দিয়ে প্ৰথমে এজন দিহাদাৰক ( designer )। দিহাদাৰে পুথিখন পঢ়ি তাৰ ভাব ভাষাৰ অনুসাৰে ছবিৰ দিহা দিয়ে। সেই দিহামতে তেওঁৰ পাচত চিত্ৰকৰে তাৰ চিত্ৰখিনি কৰে আৰু সেই চিত্ৰৰ সাঁচ ( block ) কৰাৰ পাচতহে পুথি ছপা কৰা হয়। গতিকে শিশু সাহিত্যলৈ লগা হ'ল পাঠ্যৰ ভাষা বুজা, বিষয় চাই ঘৰ-বাৰী, জীৱ-জন্তু, সাজ-পাৰৰ নিৰ্ভুল ধাৰণা কৰিব পৰা, এক শ্ৰেণীৰ দিহাদাৰ আৰু চিত্ৰকৰ। এই অভাৱ পূৰাই ল'ব নোৱাৰিলে আমাৰ শিশু-সাহিত্যৰ আশানুৰূপ উন্নতি কেতিয়াও নহয়।

এই কাৰণেই কৈছিলো—আমাক লাগে অন্ততঃ দুখন কলাবিদ্যালয় ( Art school )।

আন্তৰ্ৰাষ্ট্ৰীয় সাহিত্যত অসমীয়া

অসম সাহিত্য সভাৰ ভূতপূৰ্ব্ব সভাপতি পদ্মশ্ৰী শ্ৰীকৃষ্ণকান্ত সন্দিকৈ, ডক্টৰ ৺বাণীকান্ত কাকতি আদিয়ে বিশ্ব সাহিত্যৰ বাছকবনীয়া গ্ৰন্থকাৰসকলৰ বিখ্যাত লেখকসকলৰ লগত অসমীয়া পাঠকৰ পৰিচয় কৰাই দিয়াৰ যি প্ৰচেষ্টা চলালে, বৰ্ত্তমানলৈকে কেইবাগৰাকীও বিদ্বান ব্যক্তিয়ে সেই প্ৰচেষ্টাক আগুৱাই আনি আছে। শ্ৰীহেম বৰুৱা, ডক্টৰ ৺বিৰিঞ্চিকুমাৰ বৰুৱা, ডক্টৰ শ্ৰীপ্ৰফুল্ল দত্ত গোস্বামী, শ্ৰীমহেন্দ্ৰ বড়া আদিয়ে পুথি আৰু প্ৰবন্ধৰ যোগে এতিয়াও পৃথিবীৰ বিখ্যাত সাহিত্যিক-সকলৰ ৰচনাৰ অনুবাদ, সমালোচনা, পৰিচয় আদি লেখি অসমীয়া লেখক-পাঠকৰ জ্ঞানৰ সীমা বহলাইছে। ই এটি অতি শুভ লক্ষণ। ইয়াৰ লগে লগে অসমীয়া সাহিত্যিকৰ ৰচনা অনা-অসমীয়া ভাৰতীয় ভাষালৈ অনূদিত কৰি প্ৰকাশ কৰাৰ উপৰিও পৃথিবীৰ অন্যান্য ভাষালৈকো তাৰ অনুবাদৰ ব্যৱস্থা লোৱাটো অসমীয়া সাহিত্যৰ কাৰণে মৰ্য্যাদাৰ কথা। এই ক্ষেত্ৰতো অসম সাহিত্য সভাই উপযুক্ত অসমীয়া গ্ৰন্থ নিৰ্ব্বাচন কৰি বিশ্বৰ পাঠকৰ সন্মুখলৈ আগ-বঢ়াবলৈ চেষ্টা কৰাটো সমীচীন হ'ব। বিশ্ববাসীৰ লগত আমাৰ ভাবৰ আদান-প্ৰদানৰ যোগেহি আন্তৰ্জাতিক পৰিচয় বৃদ্ধি পাব আৰু অসমীয়া সাহিত্যয়ো বিশ্ববাসীৰ দৃষ্টি আকৰ্ষণ কৰিব বুলি শুভ আশা কৰিব পাৰি। অসমীয়া আলোচনী আৰু থনদিয়েক বাদিনীয়া আৰু দৈনিক

বাতৰি কাকতেও এই ক্ষেত্ৰত উল্লেখযোগ্য বৰঙণি যোগাইছে। বামধেনু, মণিদীপ, আৱাহন, অসমবাণী, নৱযুগ আদি পত্ৰিকাৰ নাম উল্লেখযোগ্য।

দেশ-বিদেশত অসমৰ সুনাম

যোৱা বছৰত অসম জননীৰ অনেকজন গুণী পুত্ৰক হেৰুৱাই যিদৰে আমি শোক পালোঁ সেইদৰেই আমি তাৰবৰ মুখৰ ৰ'দৰ দৰে আনন্দও নোপোৱাকৈ থকা নাই। এই আনন্দ হৈছে—

১। আমাৰ সাহিত্য সভাৰ দুখনি বাৰ্ষিক অধিবেশনৰ সভাপতি আধ্যাত্মিক ভাৱৰ শেহতীয়া কবিতা পুথি 'মন্মবাণী'ৰ কবি, বাগ্মীবৰ শ্ৰীনীলমণি ফুকন ডাঙৰীয়াই 'মস্কো' চহৰত বহি যোৱা আন্তৰ্জাতিক বিশ্বসম্মেলনত যোগদান কৰি, সদৌ প্ৰতিনিধিসকলৰ আগত ওজস্বী ভাষাৰে শান্তিকামী ভাৰতৰ বাণী শুনাই অহাত।

২। ১৯৬৩ ইং চনৰ অক্টোবৰ মাহত ভাৰত চৰকাৰে পঠোৱা তিনিজনীয়া সাহিত্যিক প্ৰতিনিধি দলৰ মুখপাত্ৰ স্বৰূপে অধ্যাপক শ্ৰীচৈয়দ আব্দুল মালিকে ৰুচ দেশৰ ভিন ভিন অঞ্চলত ভ্ৰমণ কৰি ভাৰতীয় তথা অসমীয়া সাহিত্য সম্পৰ্কে সেই দেশৰ সাহিত্যামোদী ৰাইজৰ অন্তৰত এটি সুস্থ ভাব জন্মাই অহাত।

৩। ৰবীন্দ্ৰ শতবাৰ্ষিকী উৎসৱত যোগদান দিবৰ কাৰণে আমন্ত্ৰিত হৈ কবি, অধ্যাপক শ্ৰীনৱকান্ত বৰুৱাই ৰুচ দেশৰ বিভিন্ন স্থানত ভ্ৰমণ কৰি ৰবীন্দ্ৰ, তথা ভাৰতীয় সাহিত্য সম্বন্ধে সেই দেশৰ সাহিত্য-ৰসপিপাসুসকলৰ মন আকৃষ্ট কৰি অহাত।

আৰু

৪। সত্ৰীয়া গীত-বাদ্যৰ আজীৱন সাধক, বিখ্যাত শ্ৰীশ্ৰীকমলাবাড়ী থানৰ ওজা, শ্ৰীমণিৰাম গায়নে ভাৰত সঙ্গীত নাটক একাডেমীৰ পুৰস্কাৰ লাভ কৰি অহাত।

এনেদৰে আমাৰ অসমীয়া সাহিত্যিকে সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰাৰ উপৰিও বিদেশত প্ৰতিনিধিত্ব কৰিবলৈ সুযোগ পোৱাটো উল্লেখযোগ্য কথা। এই বাবে আমি প্ৰথম তিনিওজনৰ আৰু ভাৰতীয় স্বীকৃতি পোৱাৰ বাবে, চতুৰ্থজনৰ নামত নথৈ আনন্দিত হৈছোঁ আৰু লগে লগে সিসকলৰ মঙ্গল কামনা কৰিছোঁ।

পৰ্ব্বত-ভৈয়াম, গাঁও-নগৰৰ শাখা সভাৰ প্ৰতিসিধি বন্ধুসকল, অসম সাহিত্য সভাৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে আপোনাসকলৰ উৎসাহ উদ্যমৰ ওপৰতেই। বছৰি বছৰি বাঢ়ি গৈ বৰ্ত্তমানত শাখা সভাৰ সংখ্যা যদিও ডেৰশখনতকৈ অলপ বাঢ়িলে তথাপি দেশৰ জনসংখ্যা

আমাৰ সংগঠন

আৰু আয়তনলৈ চাই ই অতি অকিঞ্চিৎকৰ। আশা কৰিছোঁ এই বছৰত আপোনাসকলৰ কাৰ্য্যতৎপৰতাই সংখ্যা যথেষ্ট বঢ়াব। এইবাৰ আমাৰ অন্তৰত এটি নতুন আশাৰ সঞ্চাৰ হৈছে—বড়ো ভাইসকল অসমীয়া লিপি গ্ৰহণ কৰিবলৈ ইচ্ছা কৰাত মিকিৰ পাহাৰৰ ভাইসকলে আমাৰ লিপি গ্ৰহণ কৰাৰ উপৰিও অহা বছৰৰ বাৰ্ষিক সভাখনি তালৈ নিমন্ত্ৰণ কৰাত। এই তিনিওটি আশা ফলৱতী হ'লে আৰু 'নেফা' অঞ্চলৰ ৰাইজকো আমি পালে আমাৰ ভাষা-সংস্কৃতিৰ মিলনক্ষেত্ৰখনি নিতান্তই আহল-বহল হ'ব।

শাখা সভাৰ সংখ্যা বৃদ্ধিয়েই অসম সাহিত্য সভাৰ শ্ৰীবৃদ্ধিৰ প্ৰকৃষ্ট পৰিচয়।

এইখিনিতে ক'বলৈ বাধ্য হৈছোঁ যে বৰ্ত্তমানত আমি তিনিটা ভগণীয়া সমস্যাৰ সম্মুখত। সেই তিনিটা হৈছে ভাত, ভূমি আৰু ভাষা। ভাষা-সংস্কৃতিৰ আলমত অতীজৰ দৰে আমি সদৌ অসমবাসী এক হ'ব নোৱাৰিলে ভাত আৰু ভূমি সমস্যাৰ সমাধান হোৱাৰো সম্ভাৱনা নাই। "সংহতি কাৰ্য্যসাধিকা"—ভাষা সংস্কৃতিতেই যদি আমি ভাই ভাই, ঠাই ঠাই হওঁ—কাৰ্য্যসাধিকা সংহতি হ'ব কেনেকৈ ?

সুখৰ কথা খিলঞ্জীয়া স্বৰূপে অসমত বাস কৰি থকা অনা অসমীয়া লোকসকলৰ দৰেই ব্যৱসায়-বাণিজ্য কৰি, পমুৱা স্বৰূপে থকা অনা-অসমীয়া লোকসকলৰ অন্তৰতো অসমীয়া আৰু অসমীয়া ভাষাৰ প্ৰতি দিনকদিনে সম্ভাব অনুৰাগ বাঢি যোৱাৰ লক্ষণ দেখি অহা হৈছে। অনেক ঠাইত দিবিলাকে উল্লেখযোগ্য বৰঙণিও দান দিছে।

মুঠতে আমাৰ শাখা সভাসমূহে অঞ্চলে অঞ্চলে চেনেহী ভাষাৰ পতাকাৰ ছাঁয়ালৈ সকলোকে আকৰ্ষণ কৰি আনিব জানিলেই সাহিত্য চৰ্চ্চাৰ একো একোখনি শান্তিময় পৰিবেশৰ সৃষ্টি হ'ব। শান্তিময় পৰিবেশেই সাহিত্যৰ উৰ্ব্বৰা ভূমি।

হে মাতৃমণ্ডলী,

অসম সাহিত্য সভাৰ প্ৰথমখনি বাৰ্ষিক অধিবেশনৰ দিনৰেপৰা বছৰে বছৰে আপোনাসকলৰ উপস্থিতি আৰু সহযোগিতাৰ বৃদ্ধিয়ে আমাক নথৈ আনন্দিত আৰু আশান্বিত কৰিছে। আমাৰ সভ্যতাৰ মূলতে বৃদ্ধা মাতৃসকল ( Civilisation begins with our grandmothers ) আৰু মাতৃভাষাৰ পবিত্ৰ অমৃতধাৰাও পাইছোঁহক মাতৃসকলৰ অনুগ্ৰহতেই।

মাতৃমণ্ডলীলৈ একাষাৰ

আগৰ কেইগৰাকীৰ কথা নকওঁ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ আৰম্ভৰেপৰা এই কেইবছৰৰ ভিতৰতে বি এ, এম এ, পাছ কৰা জীয়াৰী-বোৱাৰীৰ সংখ্যা তিনিটা অঙ্কেৰে লেখিব পৰা হ'ল। বৰ্ত্তমান যুগৰ প্ৰায় সকলো বিভাগৰ সৰু-বৰ বিষয় বাবতে এতিয়া আপোনাসকলে কৰ্ত্তব্যনিষ্ঠা দেখুৱাই সুনাম আৰ্জ্জিছে। তদুপৰি ভূতপূৰ্ব্বা সভানেত্ৰী পদ্মশ্ৰী শ্ৰীনলিনীবালা দেৱী প্ৰমুখ্যে ( শ্ৰীসকল ) অন্নদা দেৱী বৰকটকী, চন্দ্ৰপ্ৰভা শইকীয়ানী, জ্ঞানবালা বৰুৱা, দিব্যপ্ৰভা ভড়ালী, মালবিকা গোস্বামী, বিমল ৰাজখোৱা, ফাতেমা খাতুন, হেমপ্ৰভা গোস্বামী, প্ৰীতি বৰুৱা, শুচিব্ৰতা ৰায় চৌধুৰী, বাণী পাঠক, নিৰ্ম্মলপ্ৰভা বৰদলৈ, ডলি তালুকদাৰ, মাণিকীমধুৰী নেওগ, মামণি গোস্বামী, তৰুলতা দত্ত, দেৱিকা শইকীয়া, উমেশ্বৰী গোস্বামী আদি সুলেখিকাসকলে আমাৰ সাহিত্যৰ ভঁৰাললৈ যথেষ্ট বৰঙণি যোগাইছে।

পুৰুষ সদায় ঢাইডৰীয়া ভোটা আৰু আপোনাসকল গৃহৰ আঠপৰীয়া মাণিক। সন্তান-সন্ততিসকলক সজ আলোচনা আৰু সৎ সাহিত্য অধ্যয়ন কৰিবলৈ যি প্ৰেৰণা দিব লাগে সেই প্ৰেৰণাৰ মূলতে মাতৃ। এশজন শিক্ষকতকৈ এগৰাকী মাতৃৰ স্থান ওপৰত।

আশাকৰোঁ এই ভয়াবহ ভেলেকী ভোজবাজীৰ যুগত আপোনাসকলৰ সন্তান-সন্ততি আৰু

ভাই-ভনীৰ লগতে গাঁৱে-ভূঞে থকা নিৰক্ষৰা, সৰল-স্বভাৱা স্ত্ৰীসকলেও আপোনাসকলৰ লেখনীৰ-পৰা শিক্ষা-উপদেশ পাই নথৈ উপকৃত হ'ব।

সৃষ্টিৰ আদিতে হেনো ক্ষীৰ সাগৰ, দধি সাগৰ, শৰ্কৰা সাগৰ ইত্যাদি সাতখন সাগৰ আছিল। বাইবেলত কোৱা আদম্-ইভৰদৰে আমাৰ বুপা-ককাইতে নিষিদ্ধ কাম কৰাৰ বাবেই বোধকৰোঁ সেই সাগৰবোৰ পানীৰ সাগৰ হ'ল। পানীও হ'ল সেৰত তিনি পোৱাতকৈয়ো অধিক ভাগ লুণীয়া। পাচে মানুহো নহয় শুদাশুদি। ঈশ্বৰে হৰি নিয়া সুখবোৰ পূৰাবলৈ তেওঁ কৰিলে বুদ্ধিৰ ব্যৱহাৰ, কায়িক-মানসিক পৰিশ্ৰম, আৰু তাৰ ফলতে আজি এই বিনন্দবিলাস সৃষ্টি, দেৱৰো দুৰ্লভ বিলাসিতা। ভাষাৰ বিষয়তো সেই। ঈশ্বৰে যেন মানুহক ভাষা দিওঁতে ফটা মুঠিৰে নিদি দিলে এটি কি দুটি আঙুলি মেলি মৰামুঠিৰে অৰ্থাৎ কপটীয়া দানেৰে, এক কিল'ৰ ঠাইত একতিলমান। ক্ষীৰ সাগৰ নেপাই গৰুগাই পুহি গাখীৰ, মাখন ঘিউ খোৱাৰদৰে মানুহেও ঈশ্বৰপৰা পোৱা সেই একতিল ভাষাৰেই কৰিলে সাহিত্যৰ অপাৰ সৃষ্টি।

সাহিত্যৰ ধৰ্ম্ম আৰু বিষয়

ভাষাত যে মানুহ দৰিদ্ৰ তাৰ প্ৰমাণৰ অন্ত নাই। একেপাহ ফুলৰ সৌন্দৰ্য্যকে, একেটি চৰাইৰ গীতকে, একেখনি ইন্দ্ৰধনুৰ দৃশ্যকে যুগ যুগ ধৰি কত কবিয়ে কত ধৰণেৰে, কত সাজেৰে, কত ভঙ্গিৰে বৰ্ণাইছে, কিন্তু সেই বেদান্তৰ একে নেতি নেতি। অসীমৰ সীমা কেৱে পোৱা নাই, অৰূপৰ ৰূপ কেৱে দেখা নাই—হৃদয়ৰ বিচিত্ৰ অনুভূতিক কেৱে মনৰ সন্তোষেৰে প্ৰকাশ কৰিব পৰা নাই। বিহুৱাই গোৱাৰদৰে তেওঁ চিৰকালেই গাই আহিছে—

"তামোলনে দেহিটি
ফালি দেখুৱাম ঐ
চিত্ কেনেকুৱা কৰে।"

মানুহৰ এই দৰিদ্ৰতা সহজে ধৰা পৰে কেতবোৰ শব্দ অৰ্থাৎ নামলৈ চালে। আমঠু, কলাফুল, হিয়াকড়ি, নাকডেউনা, চকুৰ মণি, বহিখোৱা, গৰকা, বান্দৰী, ফুল চ'তি, বান্দৰ ভিমা, চৰায়ে গুটি খোৱা, মাটিকাঁদুৰী, বৰালিবুকুৱা, বনজলকীয়া, অমৃতা, টোলোঠা বন, বেলিপকা, গধুলিগোপাল, কপালফুটা, মইন ফল ( মদন ফল ), জোনবিৰি, চন্দ্ৰহাৰ, ইন্দ্ৰধনু বামধনু ইত্যাদি অলেখ অপাৰ।

ইয়াৰ উপৰিও প্ৰাচীন কবিসকলৰ প্ৰসিদ্ধি মতে কৰ পঙ্কজ, বদন-কমল, হস্ত-পদ্ম, হৰিণী-নয়ন, চান্দ-বদন আদিতে সন্তুষ্ট হ'ব নোৱাৰি স্থানভেদে মানুহে কত নতুন নতুন উপমাৰ আশ্ৰয় লৈছে তাৰো লেখ নাই, পাৰভিঙ্গীয়া, ভেটচকুৱা, কৰ্কিলীসজীয়া, কাচিডঢ়ীয়া ঘোঁৰামুৱা, হাতীমূৰীয়া, মইনাঠেঙীয়া, শালিকীজুটীয়া, তেলক'লীয়া, জকাইচুকীয়া, টেমিমূৰীয়া, বেজীনকা, মাটিমাহৰ খাৰমুৱা, ডালিমগুটীয়া, চোতালমুই, থালৈপেটী, পেটভাটো, শহাকণীয়া ইত্যাদি।

ক্ৰিয়া ব্যৱহাৰতো আমি টোকোনালি গুচাবলৈ উলামুলা যত্ন কৰা নাই। আমাৰ আজাই চকু মেলে, ভাতে কিলাকিলি কৰে, ভাত ফুলে, বতৰ গোমায়, বেলিয়ে ঠেং মেলে, বতৰে মূৰ দাঙে, বতৰে চকু মেলে, ভোকে শাণেকটা দিয়ে, মুখ ওলমে, আকাশী-চৰণ মূৰত ভাগে, মেঘে

খিটিং কৰে, বিপদ আহে, চকুৱে হাঁহে, পিঠিয়ে খজুৱায়, আকৌ বুকুৱে চম্‌চমায়, কাণে গুন্‌গুনায়, পিঠি চেৰচেৰায়, জিভা ডেৰডেৰায়, চকু পিৰপিৰায়, ভৰি কুটকুটায়, বুকু ধৰফৰায় ইত্যাদি। এয়ে ভাষাৰ মাত, বা সঙ্গীত ধৰ্ম্ম ( শব্দালঙ্কাৰ ), আৰু ৰূপ বা চিত্ৰধৰ্ম্ম ( অৰ্থালঙ্কাৰ )।

এইখিনিতে আৰু এটি সতৰ্ক হ'ব লগীয়া কথা আছে। পিন্ধাও বুলি অলঙ্কাৰ পিন্ধাবলৈ গ'লে—ভাষাৰ সৌন্দৰ্য্যতকৈ অলঙ্কাৰৰ কদৰ্য্যতা বৃদ্ধি হয়। আনে ধৰিব নোৱৰাকৈ 'ফুলবিবি'য়ে যদি গালত সেন্দুৰ, ওঠত আলতা লগায়, 'ফুলবিবি' ফুলবিবি হ'লেও আনৰ চকুত সেন্দুৰ সেন্দুৰ হৈ, আলতা আলতা হৈ ধৰা পৰিলেই 'ফুলবিবি' হয় ফুল ( full ) 'মেমনী'।

মুঠতে ৰচনাত যদি ভাব অনুযায়ী ভাষাৰ চিত্ৰধৰ্ম্ম আৰু সঙ্গীতধৰ্ম্ম থাকে আৰু সি যদি আৰোপিত গুণ নহৈ স্বভাৱজাত গুণ হোৱাদি হয় তেহে সি ৰসৰ সৃষ্টি কৰিব পাৰে।

সাজৰ কথা এৰি, আহোঁ বিষয়ৰ কথালৈ। সাহিত্যৰ ( ৰচনাৰ ) বিষয় বিচাৰি পৰ্ব্বত-ভৈয়াম চ'লাথ কৰিব নেলাগে, অৱশ্যে "নানা দেশ ফুৰে যি নানা কথা শিকে সি"—এনেজন হ'লে সোণত যে সুৱগা চৰে ইয়াকো অস্বীকাৰ কৰিব নোৱাৰি। তেনে অভিজ্ঞতাই ৰচনাৰ ঐশ্বৰ্য্য নথৈ বঢ়ায়, কিন্তু সাহিত্যৰ বিষয় সৰ্ব্বত্ৰব্যাপী। অন্তৰ্দৃষ্টিৰে চাবপৰাজনে কেচুমতাৰপৰা হিমালয়লৈকে, তুৱাৰ-চুকৰপৰা ৰাজকাৰেঙলৈকে, শোৱাপাটীৰপৰা শ্মশানৰ চিতালৈকে—সকলোবিলাকতে বিষয় বিচাৰি পায়, তেওঁলৈ 'ৰাজবাটে বিডিয়ায়', 'কপ্লিং ছিগা ৰে'লে' উকিয়ায়, ঘৰচিৰিকাই চিক্‌চিকায়, সমুদ্ৰে গৰ্জ্জে, জান-জুৰিয়ে কল্‌কলায়। "ঈশ্বৰ আছে ক'ত ?" বুলি প্ৰশ্নকৰ্ত্তাৰ উত্তৰত যিদৰে উত্তৰ দিব লাগিব "ঈশ্বৰনো নাই ক'ত ?" তেনেকৈয়ে সাহিত্যৰ বিষয়নো জগতত নাই ক'ত ?

"হিয়াত হেৰাইলা তুমি খোজো বাহিৰত"—হিয়াত সাহিত্য হেৰুৱালে, ব্ৰহ্মাই মোহত পৰি, আত্মা ঈশ্বৰক বাহিৰত বিচৰাৰ দৰে হয়।

এসময়ত এটা ডুৰন্ত ডেকাই ওপৰলৈ পানী ছটিয়ালে। ৰাইজে তাক সেই অপকৰ্ম্মৰ বাবে দণ্ড বিহিলে। সি উত্তৰ দিলে "হেৰ' সৌটো দদাই, সৌটো পেহা, সৌটো মোহা আৰু সৌটো ককা, ৰাইজনো গুলাল ক'ত ?"

লেখকেও যদি সৌটো শিল, সৌটো পৰ্ব্বত, সৌটো অমুক, সৌটো তমুক বুলি সাহিত্য বিষয় নেপাই হাবাথুৰি খাই ফুৰে তেওঁলৈ বিশ্ব-নাটকৰ প্ৰস্তাৱনাতে 'যৱনিকা পতন'।

বিশ্ব জগতত আৰু বাৰ যেন ৰণ-দুন্দুভিৰ ধ্বনি শুনা নহয় তাৰ কাৰণে আজি প্ৰায় সকলো দেশ, দলে-বলে সজাগ হৈছে। বৰ্ব্বৰ পৰ-ৰাজ্যলোভীহঁতৰ আক্ৰমণৰপৰা আত্মৰক্ষা কৰি শান্তিৰ শীতল ছাঁয়াত জ্ঞান-বিজ্ঞান, সাহিত্য-সঙ্গীত, বেদান্ত-চৰ্চ্চা কৰিবলৈ হ'লে যে আন্তৰিক একতাৰ প্ৰয়োজন আমাৰ স্বাধীন ভাৰতে তাক আজি দেহে-কেহে উপলব্ধি কৰিছে।

সাহিত্যত সেৱা-ভাব

কিন্তু এই একতাৰ মূলত কি ? একতাৰ মূলত সেৱা-ভাব। এই সেৱা-ভাবকে উদ্বুদ্ধ কৰাবলৈ আমাক লাগে সাহিত্য ( সম্+হিত+ষ্য যিহে মানৱজাতিৰ সম্যক্ হিতসাধন কৰে )। এই সেৱা-ভাবৰ দৃষ্টান্ত আনৰপৰা নলৈ আমাৰ সোণালী বৈষ্ণৱ যুগৰপৰা নলও

কিয় ? কবি-সাহিত্যিক শ্ৰীভিবেশ্বৰ নেওগে লেখিছে—"এই সাহিত্যই পুৰণি কামৰূপ ৰাজ্যৰ বিৰাট অসমীয়া জাতিক জাতীয়ত্বৰ এক শকত ভোলেৰে বান্ধিলে।"

সেৱা তিনি প্ৰকাৰৰ—কায়িক, বাচিক আৰু মানসিক। সাহিত্যৰ যোগেদি কৰা সেৱা মানসিক আৰু বাচিক সেৱাৰেই অন্তৰ্গত। এই সেৱা-ভাবেৰে অনুপ্ৰাণিত হৈয়েই আজিও বাইজে গাঁৱে-ভূঞে "আপোনাসবৰ দাস, তোমোৰাৰ বন্দী, তেৰাৰ বস্তু" এনেবিলাক বিনীত বচন কথায়পতি ব্যৱহাৰ কৰি আহিছে। এই সেৱা-ভাবেই সেই যুগৰ সাহিত্য-সংস্কৃতিৰ শ্ৰেষ্ঠ অৱদান।

এই সেৱা-ভাব লাভ কৰিবলৈ হ'লে লাগে আমাক অহঙ্কাৰ-বৰ্জন। অন্তৰত অহঙ্কাৰ থাকিলে যিমানেই সেৱা-ভাব প্ৰকাশ কৰা হয় সি হয় চোৰৰ লক্ষণ। অৰ্জুনৰ বীৰত্বৰ অহঙ্কাৰে দুৰ্ব্বৃত্তইতৰ হাতৰপৰা কৃষ্ণপত্নীসকলক ৰক্ষা কৰিব নোৱাৰিলে, বলি ৰজাৰ 'মই-দানী' অহঙ্কাৰে তেওঁক পাতালত স্থান দিলে কিন্তু হনুমন্তৰ সেৱা-ভাবে স্বৰ্ণলঙ্কাৰপৰা উদ্ধাৰি আনিলে জগজ্জননী মৈথিলীক। পৃথিবীৰ অন্যতম শ্ৰেষ্ঠ ধৰ্ম্ম ইছলামৰ অৰ্থ আত্মসমৰ্পণ, শিখ ধৰ্ম্মৰ শিখৰ অৰ্থও শিষ্য। গতিকে হিন্দুধৰ্ম্মৰ দৰে এই দুই ধৰ্ম্মৰ শিক্ষাও সেৱা-ভাবেইহে।

আমি মানুহ বিৰাট চৈতন্য সমুদ্ৰৰ ক্ষুদ্ৰাদপি ক্ষুদ্ৰ, নগণ্য এটি বিন্দু। এই বিৰাট চৈতন্যৰ উপলব্ধি কৰিবলৈ হ'লে আমি হ'ব লাগিব অহমিকাহীন, নগণ্যবো নগণ্য। অন্তৰত এই ভাব লৈ জ্ঞান-বিজ্ঞান, কাব্য-ইতিহাস, যিহকে চৰ্চ্চা কৰা হয় সেয়ে হয় প্ৰকৃত সাহিত্য, তথা জনসেৱা, ঈশ্বৰসেৱা। এই সেৱা ভাবকে অন্তৰত লৈ জগতৰ শ্ৰেষ্ঠ কবি কালিদাসে গাই গৈছে—

"মন্দঃ কবি যশঃ প্ৰাৰ্থী
গমিষ্যামুপহাস্যতাম্ ॥"

মহাপুৰুষ শঙ্কৰদেৱে গাই গৈছে—

"আমি জগতৰে শিষ্য
জানি কৰা বিমৰিষ
মহন্তৰ ক্ষমাসে ভূষণ ॥"

কবি চন্দ্ৰকুমাৰ আগৰৱালাই গাই গৈছে—

"কৰোঁ অঙ্গীকাৰ
এৰি অহঙ্কাৰ
হওঁ সম্বাতোকে সৰু।"

বিশ্বকবি ৰবীন্দ্ৰনাথে গাই গৈছে—

"আমাৰ মাথা নত করে
দাওহে তোমার
চরণ ধুলার তলে।
সকল অহঙ্কার হে আমার
ডোবাও চোখের জলে ॥"

গাই গৈছে আমাৰ, বাহিৰত বসৰাজ, অন্তৰত "ৰসো বৈ সঃ"ৰ কিঙ্কৰ, সাহিত্যৰথী বেজবৰুৱাদেৱে—

"দূবৰি বনতকৈ
সৰু তই লক্ষ্মীনাথ
ধূলিৰো তলৰে ধূলি।
তোকো নেপাহৰে
প্ৰিয়তকৈ প্ৰিয়ই তোৰ
আদৰি ল'বহি তুলি॥"

পুণ্যতন্মসকলে দি থৈ যোৱা এই সেৱা-ভাবকে অন্তৰত লৈ, হাতীদাঁতৰ কাবেঙৰপৰা জনসমাজলৈ নামি আহি যি জনেই কৰে সাহিত্য সেৱা তেওঁৰ সাহিত্যই হয় অমৰ বাণী, সেই সাহিত্যই আনে ৰাজ্যিক একতা, আনে ৰাষ্ট্ৰীয় সংহতি, আনে বিশ্বশান্তি আৰু কৰে সেই সাহিত্যই নিৰীশ্বৰবাদক—সৰ্ব্বেশ্বৰবাদ ( God is nowhere *vs* God is now here )।

বন্ধুসকল, আৰম্ভণিতে কৈছিলো যে এই গুৰুভাৰ বহন কৰিবপৰা যোগ্যতা মোৰ নাই। মই কবি, সাহিত্যিক বা সমালোচক নহওঁ—মাত্ৰ এজন অকৃতি, নিঃকিন সাহিত্যসেৱক। যোৱা শাওণ মাহৰপৰা মোৰ এটি বিকাৰ চলি আহিছিল, সেই বিকাৰৰ ওপৰতে আৰু এটি গুৰুতৰ পীড়াদায়ক বিকাৰ হঠাতে উপস্থিত হোৱাৰ কাৰণে যোৱা তিনিমাহ মোৰ অতি কষ্টত গ'ল। এই অসাকৰা, ঠেকছিগা, তথাকথিত ভাষণো লেখা হ'ল গুই-বহি অতি দুখে-কষ্টেৰেহে।

সামৰণি

আশা কৰো, সকলো ত্ৰুটী মাৰ্জ্জনা কৰি এই গুৰুভাৰ বহনত মোলৈ সহৃদয় সহায়ৰ হাত আগবঢ়াব। সৰ্ব্বশেষত পুনৰ সদৌ ৰাইজলৈ দেহা উবাৰি প্ৰণতি জনাইছো।

—জয় মাতৃভাষা—

"সৰ্ব্বে ভৱন্তু সুখিনঃ
সৰ্ব্বে সন্তু নিৰাময়াঃ।
সৰ্ব্বে ভদ্ৰাণি পশ্যন্তু
মা কশ্চিৎ দুঃখভাগ্ ভৱেৎ॥"

সকলো সুখেৰে থক
ব্যাধিহীন হক সৰ্ব্বজন।
হক সবে শুভদৰ্শী
হক দুখ সবাৰে ভঞ্জন॥

ওঁ শান্তি। শান্তি। শান্তি।



ডিম্বেশ্বৰ নেওগ ঃ দ্বাত্রিংশ সম্মিলনৰ সভাপতি

# দ্বাত্ৰিংশ অধিবেশন

নলবাৰী—১৮ জানুৱাৰী, ১৯৬৫ চন

সভাপতি—ত্ৰিলোকেশ্বৰ নেওগ

বন্ধুসকল, আমাৰ এই অনুষ্ঠান মঙ্গলময় হওক। স্বৰ্গগতসকলৰ আত্মাই তৃপ্তি পাওক। বিশ্বত শান্তি আৰু প্ৰীতি বাঢ়োক।

মাতৃভাষাৰ অনুপম আবেগাত্মক আবেদন

সাহিত্যৰ দৰেই ভাষাও সূক্ষ্ম অনুভৱৰ স্থূল ৰূপ। দৃষ্টান্তভাবে, অসমীয়াৰ বাবে 'আই' বা 'পানী' শব্দৰ যি মৰ্ম, 'মা' বা 'জল' শব্দৰ সেই মৰ্ম নহয়, আৰু হব নোৱাৰে, যদিও বুদ্ধিয়ে তেনে শব্দৰ সঙ্কেত একে বুলি ক'ব পাৰে। অসমীয়াৰ বাবে 'আই' শব্দত যি মোহনী আছে, 'মা'ত নাই; 'পানী' শব্দত যি শীতলতা আছে, 'জল'ত নাই। তদুপৰি একোটা শব্দ শুদা শব্দ বা ধ্বনিয়েই নহয়, চিত্ৰও: উদাহৰণভাৱে 'ঘৰ' বা 'বাৰী' শব্দ কাণত পৰাৰ লগে লগে অসমীয়াৰ মনৰ চকুত যি চিত্ৰ ওপঙি উঠিব, 'হাউছ্' বা 'কম্পাউণ্ড্' শব্দ সমাৰ্থক বুলি জানিলেও তেনে শব্দই এনে কোনো চিত্ৰ মানস-পটত আঁকিব নোৱাৰে। মাতৃভাষাৰ এই আবেগাত্মক আবেদনৰ বাবেই তাৰ সলনি পৃথিবীৰ কোনো ভাষাই শিশুশিক্ষাৰ উপযুক্ত মাধ্যম হব নোৱাৰে, আৰু বলেৰে কোনোৱে তেনে কৰিলেও সি হিত বিপৰীত বুলি শিক্ষা-বিজ্ঞানে স্পষ্টভাৱে ঠাৱৰায়।

মানসিক বৃত্তত সাহিত্য পৰিধি-অভিমুখী শক্তি হব পাৰে, কিন্তু ভাষা সদায়েই কেন্দ্ৰ-অভিমুখী শক্তি যে সন্দেহ নাই। মাতৃভাষাৰ "ছিছেম্ ফাঁক্" মন্ত্ৰ নামাতিলে মানব-হৃদয়ৰ ভাব-ৰাজ্যৰ ৰত্ন ভাণ্ডাৰৰ দুৱাৰ মুকলি হব নোৱাৰে। ত্ৰিপিতকাচাৰ্য্য বেণীমাধৱ বৰুৱাই এই প্ৰসঙ্গত এটি অতি লাগতিয়াল সঙ্কেত দিছে, যত্ন কৰি আন ভাষাত কোনো লোক ভাল গদ্যলেখক বা বৈজ্ঞানিক-দাৰ্শনিক হব পাৰে, কিন্তু মাতৃভাষাৰ বাহিৰে কোনো ভাষাত লিখি কোনো কেতিয়াও শ্ৰেষ্ঠ কবি হব নোৱাৰে। সেইহে সৰুৰেপৰা ইংৰাজীত কবিতা লিখি থাকি পাছত বঙ্গভাষাৰ প্ৰতি আকৃষ্ট হৈ মাইকেল মধুসূদন দত্তই আনন্দত চিঞৰি উঠিছিল—"মাতৃভাষা ৰূপে খনি পাইলাম আজ।" যি দেশত মাতৃভাষা অৱহেলিতা, সেই দেশৰ দুৰ্দশাৰ অন্ত নাই: তাৰ প্ৰমাণ আজিৰ আত্ম-বিস্মৃত ভাৰতবৰ্ষ, যি জাতিৰ মাতৃভাষা লাঞ্ছিতা, সেই জাতিক দুৰ্ভাগ্যই থালি ভগা জুয়ে খেদাদি খেদে: তাৰ সাক্ষী আজিৰ মুমূৰ্ষু অসমীয়া জাতি।

গ্ৰীছীয় দাৰ্শনিক প্লেট'ই তেওঁৰ 'ৰাষ্ট্ৰ' বিষয়ক অমৰ গ্ৰন্থত এটি গুৰুত্বপূৰ্ণ সতৰ্ক-বাণী শুনাইছে: 'দেশীয় সঙ্গীতৰ ৰীতিৰ সামান্য সালসলনিয়েও ৰাষ্ট্ৰৰ মূল বিধি-বিধানৰ সাংঘাতিক

পৰিবৰ্তন ঘটাব পাৰে।' আজি আমি স্থানীয় অনা-তাঁৰ কেন্দ্ৰৰ অনুগ্ৰহত দিন দুপৰতো "তেজৰে কমলাপতি পৰভাতে নিন্দ" বৰগীত শুনিবলৈ পাওঁ, আৰু অকল ৰাগ বা তালৰ সলনিয়েই নহয়, গীতৰ মূল ৰচনাও গায়কৰ সুবিধা ইচ্ছা অনুসৰি ইফাল-সিফাল কৰি গোৱা কাণত পৰে, ইও অসমীয়া জাতিৰ 'সাংঘাতিক' পৰিবৰ্তনৰ কাল কাষ চপাৰ প্ৰমাণ বুলি বুজিব পাৰোঁ নিশ্চয়। ভাষাৰ ক্ষেত্ৰত প্লেটৰ এই মূল সূত্ৰ অধিক সঠিকভাৱে প্ৰযোজ্য, কিয়নো মাতৃভাষাৰ অপাৰ্থিৱ মহিমাই প্ৰমাণ কৰি দেখুৱায় যে তুমি-মই-তেওঁ বা তোমাৰ-মোৰ-তেওঁৰ কোনো পূৰ্বপুৰুষে কোনো চেষ্টাৰ কমাৰ-শালত ইয়াক গঢ়ি উলিওৱা নাই, ই যেন অনাদি, অথবা ই যেন জাতিৰ জীৱন-দেৱতাৰ তথা দেশ-মাতৃৰ নিজা মাত বুলিয়েই ইয়াৰ নাম মাতৃভাষা। কিন্তু মাতৃভাষা বাবেই যে কোনোবা ইয়াৰ ওজা হৈ উপজিব, এনে ভবা অসঙ্গত, জীৱনব্যাপী সাধনাৰ চৰ্চা কৰিলেহে মাতৃভাষাৰ আশিস্-নিৰ্মালি লভিব পাৰি।

মাতৃভাষা যে যুগে যুগে ন ন প্ৰভাৱৰ ন'ন সংস্পৰ্শত ন ন শব্দৰ পোহ পাই পাহোৱাল হৈ পৰে, এই কথা দুই কৰিব নোৱাৰি, কিন্তু কেনে মানসিক প্ৰক্ৰিয়াৰ দ্বাৰা মাতৃভাষাই এই নতুন শব্দবোৰ উৎপাদন কৰে বা গ্ৰহণ কৰে তাক জনা সহজ নয়, এইটো হলে ঠিক যে আন্তৰিক শ্ৰদ্ধা আৰু ভক্তি নোহোৱাকৈ অহম্মিকাৰে কোনোবাই কোন শব্দ বলেৰে সুমুৱাব খুজিলে মাতৃভাষাই তাক উকলিয়াই পেলাব। অসমীয়াৰ ওজা হেমচন্দ্ৰ বৰুৱাই হেনো 'দিয়ে-শ্লাই' শব্দৰ ঠাইত 'দীপ-কাঠি' শব্দটো চলাবলৈ বৰ যত্ন কৰিছিল, কিন্তু নোৱাৰিলে, অথচ অতি শ্ৰদ্ধাশীল হৈ খৃষ্টান্ পাদ্ৰীবিলাকে অসমীয়া ভাষাৰ থাপনালৈ আগবঢ়োৱা দুই চাৰি শব্দ বৰ আদৰৰ হৈ উঠিছিল। মাতৃভাষাই নতুন শব্দৰ পোহ পোৱাৰ দুই উপায়—বিদেশী শব্দ গ্ৰহণ, আৰু নতুন শব্দ গঢ়ন। বিদেশী শব্দ গ্ৰহণৰ নিশ্চয় এক সীমা আছে, তাৰ অতীত হলে মাতৃভাষাৰ জীৰ্ণকৰী শক্তি নষ্ট হয়, আৰু নতুন শব্দ গঢ়নৰ মূলমন্ত্ৰ হ'ল সি মাতৃভাষাৰ জাতীয় প্ৰতিভাত কাপ্ খাই পৰিব লাগিব। যিহেতুকে একোটা শব্দ একোটা ধ্বনিয়েই নহয় একোখন চিত্ৰও, বিদেশী শব্দ এটাই সেই চিত্ৰ আমাৰ মনলৈ আনিবলৈ হলে হয় বস্তুটো আমি দেখিব লাগিব, নহয় আমি দেখা বস্তু এটাৰ সহায়েদি তাৰ ধাৰণা আমাৰ মনলৈ আনিব পাৰিব লাগিব।

দৃষ্টান্তস্বৰূপে, ইংৰাজী 'বেঞ্চ্' শব্দটোৱে স্বয়ং সেই বস্তুটোৰ যোগেদি আমাৰ মনত তাৰ ধাৰণা জন্মালে যেতিয়া তাকেই আমি সহজে গ্ৰহণ কৰিব পাৰোঁ, তাক 'কাষ্ঠাসন' বা তেনে শব্দেৰে বুজাবলৈ গ'লে সি জটিল হৈহে পৰিব। কিন্তু আঙুৰ বস্তুটো পোনতে আমি নেদেখাত তাৰ চিত্ৰ-গুণ আমাৰ মনত জন্মাবৰ বাবে খৃষ্টান পাদ্ৰীবিলাকে 'লতা-পনিয়ল' এই বিতোপণ শব্দটি আমাক গঢ়ি দিছিল। 'হস্পিতেল'ৰ সলনি 'নৰিয়া-শালি', লেফ্‌টেনেণ্ট্ গৱৰ্ণৰ'ৰ সলনি 'ছুৱলীয়া লাট্' আদি তেনে ধুনীয়া শব্দ। 'ফাউণ্টেন পেন্' আজি লিখা-পঢ়া জনা লোকৰ মাজত সুপৰিচিত, দুকুৰি বছৰৰ আগতে অসমীয়াত এই শব্দৰ চিত্ৰ-গুণ আনিবৰ বাবে আমি তাক 'নিজৰী কাপ' বুলিছিলোঁ। এনে শব্দবোৰো পোনতে আচহুৱা লাগিব পাৰে, তথাপি

সেইবোৰ ব্যৱহাৰ কৰাত দোষ নাই: কিছু কালৰ পাছত মাতৃভাষাই তাক গ্ৰহণ কৰিলে কৰিলে, নকৰিলেও সি আপোনা-আপুনি এৰা পৰিব, তাত কোনো ক্ষোভৰ কথা হব নালাগে। ইংৰাজী 'প্ৰেস' শব্দৰ সলনি আমি 'আথৰ চেপা কল' বা 'চেপা কল', 'ছপাশাল' আদি শব্দ চলাইছিলোঁ, 'ছাপাখানা' শব্দটোও অসমীয়াৰ বাবে আচহুৱা।

সংস্কৃতৰপৰা অসমীয়া ৰূপ দিয়াতো আমি সাৱধান হোৱা উচিত, আৰু মনত ৰাখিব লাগিব যে গ্ৰাম্য-দোষ নিন্দনীয় হে, ই কোনো ভাষাৰ বৈশিষ্ট্যৰ লেখত নপৰে। উদাহৰণস্বৰূপে, তৎসম 'পিতা' আৰু 'পুত্ৰ'ৰপৰা 'পিতাক' আৰু 'পুতেক' হয়, তাক খেলি-মেলি কৰা ভুল। তৎসম 'ধেনু' আৰু 'ধনু' অসমীয়াত সেইদৰেই প্ৰচলিত, তেনেভাৱেই 'কামধেনু' আৰু 'ৰামধনু', 'ৰাম-ধনু'ক 'ৰাম-ধেনু' লিখা, 'ৰাধা'ক 'ৰেধা' আৰু 'গাধা'ক 'গেধা' বোলাৰ দৰে, হাঁহিয়াতৰ কথা। তৎসম 'বিলম্ব'ৰ অপভ্ৰংশ অসমীয়া 'পলম', 'অনতি বিলম্বে' ঠাঁৰি আৰু ফুল উভয়তে সংস্কৃতীয়া, "তাক অনতিপলমে" লিখিবলৈ যোৱা পদুমৰ ঠাঁৰিত গোলাপ ফুল লগোৱাৰ দৰেই আপচু। কৌটি কালৰপৰাই অসমীয়া শব্দৰ সন্ধি নাই। কচু+আলু+এদা=কচ্বালেদা? অসমীয়াত নহয়। তৎ+উপৰি=তদুপৰি, তাৰ অনুকৰণত তাৰ+উপৰি=তাৰোপৰি? ভুলৰো ভুল আওভুল। অসমীয়াত 'বোল-ছবি' বুলি আজি-কালি এটা অদ্ভুত শব্দৰ আমদানি হৈছে: অসমীয়াত 'বোল' মানে 'ৰহন': 'মাত-বোল', 'খোলৰ বোল' আদিৰ ব্যৱহাৰ আচুতীয়া: আকৌ 'ছবি' অসমীয়া যে নহয়েই, সংস্কৃতো নহয়: 'বোল ছবি'ৰ দৰে 'কদধং' নালাজি সংস্কৃতমূলক 'কথা-চিত্ৰ' ব্যৱহাৰ কৰিলে অসমীয়া ভাষা জঁই নপৰে নিশ্চয়।

কামৰূপী প্ৰাকৃতৰ নৱ আবিষ্কাৰ

সংস্কৃত তথা বৈদিক ভাষাৰপৰা প্ৰাকৃতৰ জন্ম, এই পুৰণি মতৰ বিৰুদ্ধে প্ৰাকৃতৰপৰাহে সংস্কৃত কিয়, স্বয়ং বৈদিক ভাষায়ো জন্ম পাইছিল, এই মত দৃঢ়তৰ বৈজ্ঞানিক গৱেষণাৰ ওপৰত প্ৰতিষ্ঠিত হৈছে। ইয়াৰপৰা বৰ্তমানৰ সদৌ ভাৰতীয় ভাষাৰ আধাৰ স্বৰূপ ইন্দো য়ুৰপীয় ভাষাৰ প্ৰাধান্য কিঞ্চিৎভাৱেও ক্ষুণ্ণ নহয়, কিন্তু প্ৰাচীন ভাৰতীয় ভাষা অৰ্থাৎ প্ৰাকৃতসমূহক সামৰি আৰ্য্যভাষা কিদৰে সৰ্বগ্ৰাসী হৈ পৰিল তাৰেই সঙ্কেত আমি পাওঁ। অসমীয়া ভাষাতে আমি এনে অলেখ শব্দ পাওঁ যিবোৰৰ মূল সংস্কৃতত নাই, অথচ বৈদিক ভাষাত আছে, আৰু এনেও অনেক অসমীয়া শব্দ আছে যিবোৰ বৈদিকতকৈও ইন্দো-য়ুৰপীয় ভাষা গোষ্ঠীৰ লগতহে মিলে: অসমীয়া x উচ্চাৰণ তাৰ অন্যতম প্ৰমাণ, কিয়নো এই উচ্চাৰণ অনেক য়ুৰপীয় ধাই ভাষাতু আজিও আছে, দৃষ্টান্তৰূপে, গ্ৰীছীয় বীৰজনৰ নাম মূলত Alexander অলি-সুন্দৰ। বৈদিক যুগতো স-জাত বিসৰ্গৰ, এই x উচ্চাৰণ থকাৰ প্ৰমাণ আছে, কালক্ৰমত অনাৰ্য প্ৰভাৱত ভাৰতৰ প্ৰায় অঞ্চলত এই x উচ্চাৰণ লুপ্ত হলেও অসমীয়া, কাশ্মিৰী আৰু সিংহলী আদি ভাষাত ই বৰ্তমান: মধ্যে ইন্দো-য়ুৰপীয়ৰ পৰবৰ্তী যুগত এই x উচ্চাৰণ বিকৃত হৈ 'খ' ৰূপে উচ্চাৰিত হোৱাৰ প্ৰমাণ 'শিষ্য' শব্দৰপৰা ওলোৱা 'শিখ্' শব্দত আমি পাওঁ, আৰু ই বিকৃত হলেও 'ছ' নহৈ 'হ' ৰূপে উচ্চাৰিত হোৱাৰ অন্যতম দৃষ্টান্ত প্ৰাচীন পাৰস্তী ভাষাৰ "অহৰ্" শব্দ।

"যোজনান্তে ভাষা পৃথক্" এটা স্বতঃসিদ্ধ কথা, প্ৰাচীন ভাৰতত বিভিন্ন প্ৰাকৃত থকাটো ইয়ে ইঙ্গিত দিয়ে। এই প্ৰাকৃতৰ লেখ বৰৰুচিৰ মতে চাৰি, বড়ভাষা-চন্দ্ৰিকা অনুসাৰে ছয়, শব্দ-কল্পদ্ৰুম অনুসাৰে ওঠৰ, শেখৰচন্দ্ৰৰ মতে সাতাইশ, ইত্যাদি, কিন্তু ইয়াৰ কোনো লেখতে অৱশ্যে কালৰূপী প্ৰাকৃতৰ নাম-গোন্ধ নাই। ভাৰতীয় আন আধুনিক ভাষাৰ মাক বুলিবলৈ যেই সেই এক প্ৰাকৃত আছে, অসমীয়াৰ নাই, অথচ অসমীয়া অযোনী-সম্ভৱা হব নোৱাৰে: গতিকে অসমীয়াৰ এই দুখ দূৰ কৰিবলৈ আধুনিক পণ্ডিত কেজনমানে মগধ দেশৰ প্ৰাকৃতক অসমীয়াৰ মাক পাতি দিলে, যেন অসম-কন্যা গৈ মগধ-মাতৃৰ স্তন্ চুহি আহি ডাঙৰ-দীঘল হল। অসমীয়া পটন্তৰৰ মতে ই "গছত গৰু উঠা, হোলোঙাৰে কাণ বিন্ধা" কথা হলে মুখ থকাই কলে আৰু কাণ থকা আমি তাক শুনিলোঁ, ভণিলোঁ, মানিলোঁ॥ ইয়াতকৈ পুতৌ-লগা কথা একো হব নোৱাৰে, ই অসমীয়া জাতিৰ পটন্তৰৰ উপযোগী হোজা স্বভাৱৰ কথা হব পাৰে, কিন্তু ই অকীৰ্তিকৰ নিশ্চয়, শলাগৰ লেশমাত্ৰ ইয়াত নাই। ভাৰতবৰ্ষৰ শিৰৰ মুকুট স্বৰূপ এক প্ৰাচীনতম চিৰস্বতন্ত্ৰ আৰ্য ৰাজ্যই প্ৰাগ্‌জ্যোতিষৰূপে পৃথিবীৰ পূব প্ৰান্ত পোহৰাই ৰাখিছিল, অথচ তাৰ লোকসমূহ বোবা আছিল, প্ৰাগজ্যোতিষতকৈ নিশ্চিতভাৱে হীনপ্ৰভ মগধে এই দেশৰ মানুহক মাত মাতিবলৈ শিকাইছিল, এনে কথা কওঁতাতকৈও শুনোতাৰ বিচাৰ-বুদ্ধিৰ কথা অৱশ্যে ভাবিবলগীয়া।

ভাষা-বিজ্ঞান চৰ্চাৰ বাবে ধ্বনিতত্ত্ব আৰু ৰূপতত্ত্বৰ 'ওম্ ক্ৰিং হ্ৰিং' মন্ত্ৰ মাতিলেই সকলো নহয় নিশ্চয়, ভাষা এটা জাতিৰ আত্মপ্ৰকাশৰ ঘাই স্মৃতি যে সন্দেহ নাই, কিন্তু সেই স্মৃতিৰ প্ৰকৃত তত্ত্ব পাবলৈ হলে তাৰ লগৰীয়া আন স্মৃতিবোৰৰ তত্ত্বও বিচাৰ নকৰিলে নচলে। ভাষা জাতীয় বাগ্‌-যন্ত্ৰ, জাতীয় শৰীৰ আৰু জাতীয় প্ৰাণ তাৰ গৰাকী, এইবোৰৰ বিচাৰ নকৰাকৈ হঠাৎ বাগ-যন্ত্ৰৰ বিচাৰ কৰা অসঙ্গত আৰু অবৈজ্ঞানিক ৰীতি নিশ্চয়। অসমীয়া ভাষাৰ তত্ত্ব জানিবলৈ হলে অসমীয়া সমাজ আৰু অসমীয়া জাতিৰ তত্ত্ব বুজিব লাগিব, অসমৰ প্ৰাচীন ইতিহাস আৰু প্ৰাচীন ভূগোল আদি সম্যকভাৱে জানিব লাগিব, আৰু সেয়ে নহলেই বিচাৰ-বিপৰ্যয় অৱশ্যম্ভাৱী। উদাহৰণভাৱে, জৰ্জ গ্ৰিয়াৰ্ছন অসমীয়া জাতিৰ প্ৰাতঃস্মৰণীয় পুৰুষ: 'মাকতকৈ জীয়েক কাজী' ওলাই পাট-গাভৰু বঙলাই যেতিয়া আজিৰ জুতুলী-পুতুলী অসমীয়া কিন্তু আগৰ জগত-জননী পতিত-পাৱনী কামৰূপী ভাষা-ৰূপী মাকতকৈ আগবাঢ়ি ওলাব খুজিছিল, তেতিয়া মুখৰ মাত হেৰোৱা অসমীয়াৰ মুখ-পাত স্বৰূপেহে জানিবা গ্ৰিয়াৰ্ছনে একে মাগধী প্ৰাকৃতৰপৰাই অসমীয়া বঙলা প্ৰভৃতি স্বতন্ত্ৰভাৱে বিকশিত হোৱা বুলি কৈ অসমীয়াক সেই সাময়িক আপদৰপৰা উদ্ধাৰ কৰিলে নিশ্চয়। কিন্তু সি সম্পূৰ্ণ সত্য তত্ত্ব নহয়।

আনহে নালাগে, পূব-ভাৰতৰ প্ৰাচীন ভূ-তত্ত্বৰে বিচাৰ নলৈ গ্ৰিয়াৰ্ছনে যি ভুল কৰিছিল, তেওঁৰ পৰৱৰ্তী সুনীতিকুমাৰ চেটাৰ্জিয়েও সেই ভুলকে বৰ্তমান পূব-ভাৰতৰ কামৰূপ ৰাজ্যৰ প্ৰাচীনতা উপকথা বুলি ফু মাৰি উৰাবৰ চেষ্টা কৰিছিল, এই দেশৰ প্ৰাচীন ইতিহাস আৰু প্ৰাচীন ভূগোলৰ তত্ত্ব পোৱা হলে ভাষাতত্ত্বৰ এই দুজন মনীষীৰ পাণ্ডিত্যৰ এনে অপব্যৱহাৰ

হবলৈ নাপালেহেঁতেন, কিন্তু ইয়াৰ বাবে অসমীয়াই অৱশ্যে নিজৰ নিষ্ক্ৰিয়তাৰেই শলাগ লব লাগিল। বৰ্তমান শতিকাৰ তৃতীয় দশকৰ শেষত মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্যই 'কামৰূপী শাসনাৱলী' প্ৰকাশ কৰি অসমৰ গৱেষণা মন্দিৰৰ প্ৰথম লাই-খুটা পোতে, আধুনিক বীক্ষিত অসমৰ ৰাজনৈতিক ইতিহাস আলোচনাৰ পাতনি মেলোঁতা এডোৱাৰ্ড গেইট্ আৰু কনকলাল বৰুৱাই মুক্তকণ্ঠে এওঁৰ কাষত ঋণ স্বীকাৰ কৰিছে। ভাষা-তত্ত্ব আৰু লিপি-তত্ত্বৰ ফালৰপৰা এই গ্ৰন্থৰ মূল্য অতিৰঞ্জিত কৰাও অসম্ভৱ, তেতিয়া বাস্তৱতে অসমীয়া ভাষা-তত্ত্ব আৰু লিপি-তত্ত্বৰ ফেহুজালিও হোৱা নাছিল, ভাৰতীয় আধুনিক ভাষা-তত্ত্বত তাৰ আগতে মাত্ৰ কেজনমান য়ুৰপীয় পণ্ডিতে প্ৰথম কুকুৰাৰ ডাক শুনাইছিল। এনে অৱস্থাত মহামহোপাধ্যায়ৰ সেই পুথিৰ সঙ্কলন নিখুত হোৱাটো আশা কৰিব নোৱাৰি, কিন্তু তাৰ পাছৰ এপুৰুষৰ ওপৰৰ কালতো তেওঁৰ খোজৰ চিনে চিনে আগবাঢ়িবলৈ এজন অসমীয়াও আজিলৈকে নোলোৱাহে বিচিত্ৰ নিশ্চয়।

মহামহোপাধ্যায়ে নৈষ্ঠিক সংস্কৃত পণ্ডিত স্বৰূপে সেই তাম্ৰপত্ৰবোৰৰ পাঠত যি আসোঁৱাহ দেখিছিল, আধুনিক বিচাৰ মতে দোষণীয় হলেও, তেওঁ সেইবোৰ 'শুধৰাই' গৈছিল, সৌভাগ্যক্ৰমে ফলিৰ মূল পাঠৰ তেনে ব্যতিক্ৰমবোৰ তেওঁ পাদ-টোকাত ৰাখি গৈছিল, আৰু ওপৰে ওপৰে চকু ফুৰালেও সেই ব্যতিক্ৰমবোৰৰ নীতি ধৰা পৰে। এই শতিকাৰ যোৱা পঞ্চম দশকৰ শেষ ভাগত ত্ৰিপিতকাচাৰ্য্য বেণীমাধৱ বৰুৱাই সেই বিষয়লৈ মোৰ দৃষ্টি আকৰ্ষণ কৰে, আৰু তাকে ইমান দিনে খেপিয়াই নোপোৱা কামৰূপী প্ৰাকৃতৰ নিৰ্ভুল নিদৰ্শন বুলি আমি ধৰিব পাৰোঁ। প্ৰাকৃত বৈয়াকৰণবিলাকে এই কামৰূপী প্ৰাকৃতৰ উল্লেখ নকৰাটো কামৰূপী প্ৰাকৃত নথকাৰ প্ৰমাণ হব নোৱাৰে, তেওঁলোকে কামৰূপী প্ৰাকৃতৰ কথা নজনাৰহে ই প্ৰমাণ: আৰু তেওঁলোকে ইয়াক নজনাৰো যথেষ্ট কাৰণ আছে, কিয়নো ইংৰাজ শাসনৰ আগলৈকে কস্মিন্ কালেও কামৰূপ ভাৰতবৰ্ষৰ অন্তৰ্ভুক্ত নহৈ স্বতন্ত্ৰ ৰাজ্যই আছিল। কি কাৰণত পণ্ডিতবিলাকে অসমীয়া-বঙলাক মাগধীৰ লগত সাঙুৰিছিল বুজা টান; কিন্তু মাগধী প্ৰাকৃতৰ যি যি বৈশিষ্ট্যৰ কথা কোৱা হয় তাৰ এটিৰ সৈতেও অসমীয়া-বঙলাৰ বাস্তৱতে মিল নাই। ইহাতে প্ৰাচীন কামৰূপ শাসনাৱলীৰ পৰা পোৱা কামৰূপী প্ৰাকৃতৰ লগত বৰ্তমান অসমীয়া ভাষাৰ সম্পৰ্ক তেনেই নলে-গলে লগা: দৃষ্টান্তৰূপে, (১) অসমীয়া শব্দৰ সন্ধি নাই, কামৰূপী প্ৰাকৃততো য'ত সংস্কৃত মতে 'হৰ্য্যদ্ভুত' হব লাগে, তেনে ঠাইতো 'হৰি-অদ্ভুত' হে পোৱা হয়, (২) 'তাৰা' 'ৰাজা' আদিৰ ঠাইত অসমীয়াত 'তৰা' 'ৰজা' এনে হয়, কামৰূপী প্ৰাকৃততো 'ছান্দোগ্য' 'বাজসনেয়' আদিৰ সলনি 'ছন্দোগ্য' 'বজসনেয়' এনে আছে, (৩) 'সুবৰ্ণ' ৰেফ্ গুচি অসমীয়াত 'সোণ' হৈছে, কামৰূপী প্ৰাকৃততো 'সুবৰ্ণ'ৰ ঠাইত 'সুবন্ন' আছে, (৪) 'দুঃখ' অসমীয়াত বিসৰ্গ গুচি 'দুখ' হয়, 'মনোযোগ'ৰ ঠাইত 'মনযোগ' হয়, কামৰূপী প্ৰাকৃততো 'যশোভূতি'ৰ ঠাইত 'যশভূতি' এনে আছে, (৫) সংস্কৃতৰ প্ৰথমা বিভক্তিৰ 'দেৱী' 'দাসী' আদিৰ ঠাইত অসমীয়াত 'দেব্যা' 'দাস্যা' এনেদৰে লিখে, কামৰূপী প্ৰাকৃততো ঠিক এনে।

বিশেষকৈ মনত ৰাখিব লগা কথা, কামৰূপী প্ৰাকৃতৰ এনেবোৰ উদাহৰণ কোনো প্ৰাকৃত

ৰচনাৰপৰা দিয়া হোৱা নাই, দিয়া হৈছে ৰাজকীয় শাসনৰ শ্ৰেষ্ঠ সংস্কৃত ৰচনাৰপৰা। দৃষ্টান্তৰূপে, ভাস্কৰবৰ্মাৰ শাসনখনিৰ ৰচিয়তাজন 'কাদম্বৰী' আৰু 'হৰ্ষ-চৰিত'ৰ মহাকবি বাণভট্টৰ সমসাময়িক, মহামহোপাধ্যায়ৰ মতে এই শাসন-ৰচনা 'কাদম্বৰী' ৰচনাৰো আগহে হব পাৰে, কিন্তু পাণ্ডিত্যত সেইবোৰ একোপধ্যে 'কাদম্বৰী'-হৰ্ষচৰিত'ৰ ৰচনাতকৈ হীন নহয়। এনে অৱস্থাত উক্ত ব্যতিক্ৰম-বোৰ কামৰূপী প্ৰাকৃতৰ প্ৰবল প্ৰভাৱৰ বাহিৰে আন একো নহয়। তিব্বতৰ বৌদ্ধগানবোৰ বয়সত এই কামৰূপী প্ৰাকৃতৰ কাণ-সমনীয়া, সেই বৌদ্ধগানবোৰৰ মূল পুথিবোৰ কোনো অসমীয়া পণ্ডিতে হাতেৰে ছোৱাহে নালাগে চকুৰেও দেখিবলৈ পোৱা নাই, বঙালী হিন্দী মৈথিলী আদি যিবোৰ পণ্ডিতৰ সংগ্ৰহ আৰু সম্পাদনৰ যোগেদি আমি সেই বৌদ্ধগান বা চৰ্য্যাপদৰ আভাস পাইছোঁ, সেই পণ্ডিতবোৰৰ বঙালীয়ে হিন্দী-মৈথিলীক আৰু হিন্দী-মৈথিলীয়ে বঙালীক পদবোৰ ভেজাল কৰা দোষত পৰস্পৰ অভিযুক্ত কৰে, দুৰ্ভাগ্য বা সৌভাগ্যক্ৰমে অসমীয়া তাৰ নিৰপেক্ষ দৰ্শক, তথাপি এই বৌদ্ধগানবোৰতো কামৰূপী প্ৰাকৃতৰ যি প্ৰভাৱ, সি বিশেষ লক্ষ্য কৰিব লগা কথা।

প্ৰাকৃতৰপৰাই আহক, নাইবা সংস্কৃতৰপৰাই ওলাওক, অসমীয়া ভাষা অসমীয়াই, গতিকে ইয়াৰ ব্যাকৰণ স্বতন্ত্ৰ হোৱা নিতান্ত আৱশ্যক। সংস্কৃতত বচন তিনিটা, প্ৰাকৃতত দুটা, অসমীয়াত এটা, অসমীয়া সেই একবচনতে দুই সংখ্যা বুজোৱা শব্দ লগাই দ্বি বচন (যেনে, গৰুহাল) আৰু বহুবাচক শব্দ লগাই বহুবচন (যেনে, গুৰুসকল) কৰা হয়, গতিকে অসমীয়াত বচন দুটা বোলা বাস্তৱতে ভুল। সেইদৰে সংস্কৃতৰ সাঁচত ঢালিবলৈ গৈ যদিও সাতটা বিভক্তি দেখুওৱা হয়, অসমীয়াত বাস্তৱতে বিভক্তি ছয়টাহে, অসমীয়াত পঞ্চমী বিভক্তি নাই, ষষ্ঠীৰ লগত 'পৰা' বোলা এটা স্বকীয়া শব্দ লগাই পঞ্চমীৰ ভাব বুজোৱা হয়। এই ষষ্ঠী বিভক্তিৰে জোৰা দি 'দ্বাৰা' 'দ্বাৰায়' বোলা স্বকীয়া শব্দ এটা লগ লগাই অসমীয়া তৃতীয়া বিভক্তিক চহকী দেখুওৱা ভুল: প্ৰকৃততে অসমীয়া তৃতীয়া বিভক্তিৰ চিন কৰণ ভাবত 'এৰে' (যেনে, হাত+এৰে=হাতেৰে) আৰু অধিকৰণ ভাবত '-এদি' (যেনে, নৈয়েদি, বামেদি)। এনেকৈ অসমীয়া দ্বিতীয় পুৰুষৰ সৰ্বনাম 'তই' আৰু 'তুমি', সংস্কৃত 'ভবান্'ৰ দৰে 'আপুনি' 'তেখেত' আদি তৃতীয় পুৰুষ। আদৰত বহুবচন বুজাবলৈ একবচনত যুক্ত কৰা পূৰ্ব প্ৰচলিত শব্দ 'সব' (যেনে, আপোনাসব), 'লোক' নহয়, 'লোক' সম্ভৱ পাছত হিন্দীৰ অনুকৰণ, আৰু তাৰ চূড়ান্ত দৃষ্টান্ত দুনলীয়া বহুবচন 'আমালোক'।

অসমীয়া ব্যাকৰণৰ অভিধানৰ সংস্কাৰ

লিঙ্গ বিষয়তো সংস্কৃতৰ অনুকৰণত অসমীয়াত অলপ বঢাবঢি হৈছে, ই অবাঞ্ছনীয়। সংস্কৃতত (কলত্ৰ) ঘৈণী ক্লীবলিঙ্গ, য়ুৰপীয় লেটিন ভাষাৰ প্ৰভাৱত আধুনিক ভাষাবোৰতো লিঙ্গৰ এনে বঢাবঢি দেখি কোনোবাই বিদ্ৰূপতাৰে কৈছিল: 'তেওঁ পুংলিঙ্গ কাপেৰে স্ত্ৰীলিঙ্গ কাকতত ক্লীবলিঙ্গ পত্নীলৈ প্ৰেম-পত্ৰ লিখিছিল'। অসমীয়া কুকুৰ, মেকুৰী, কাউৰী, বগলী, চিলনী, ছাগলী আদি শব্দ বাস্তৱতে উভয়লিঙ্গ, কিন্তু আজিকালি সেইবোৰৰ একোটা কৃত্ৰিম বিপৰীত লিঙ্গ উলিয়াই ভাষাটো অনাহক জটিল কৰা হৈছে। 'শিয়াল' শব্দত আদৰত 'ই' যুক্ত হৈ 'শিয়ালি' যৈছে, ই 'শিয়ালী' বা স্ত্ৰীলিঙ্গৰ ৰূপ নহয়, হোৱা হলে সাধাৰণ কথাত

'গাভিনী শিয়াল' বুবুলিলেহেঁতেন। অন্ প্ৰত্যয় লাগি শিক্ ক্ৰিয়াৰ কৃদন্ত পদ শিকন্ অৰ্থাৎ শিকা কাম: কিন্তু শিকা কথা বুজাবলৈ সেই কৃদন্ত পদত 'ই' যুক্ত হৈ 'শিকনি' হয়। আকৌ তেনে কৃদন্ত পদ চালন্, বান্ধন্ ইত্যাদি, তাত ঈ যুক্ত হলে কৰ্ত্তা বা কৰণ অৰ্থত চালনী (চালন্ কাৰ্য্যৰ যন্ত্ৰ), বান্ধনী (বন্ধন কামৰ কৰ্ত্তা), এনে ৰূপ হয়: এনে স্থলত 'বান্ধনী' শব্দৰ বলেৰে 'বান্ধনি' বুলি পুংলিঙ্গ কৰিবলৈ যোৱা ভুল। য'ত এনেদৰে সুশৃঙ্খল নিয়ম আছে তাক গুচাই বেমেজালি বঢাই ভাষা-শিক্ষাৰ পথ যাতে দুৰ্গম কৰা নহয় তালৈ চকু দিব লাগে।

অসমীয়া ব্যাকৰণ বিষয়ত যেনে, অসমীয়া অভিধানৰ বিষয়তো তেনে: আমি বাট এৰি অবাটে গৈছোঁ। ১৮৬৭ত ব্ৰন্সনৰ অভিধান আৰু তাৰ ৩৩ বছৰৰ মূৰত 'হেমকোষ' ওলায়, এপুৰুষতকৈও তাকৰ কালৰ ভিতৰত হেমচন্দ্ৰ বৰুৱাই প্ৰথম অসমীয়া অভিধানৰ আশাতীত সংস্কাৰ সাধিলে। তাৰ ৩৩ বছৰৰ মূৰত এক বিশেষ বাহ্যিক কাৰণত চন্দ্ৰকান্ত অভিধান ওলাল, আছোক এই এপুৰুষৰ ভাষাৰ অগ্ৰগতিৰ লগত খোজ মিলাই ই 'হেমকোষ'ৰ সংস্কাৰ সাধিব, হেমচন্দ্ৰৰ নিচিনা কোনো ওজা নহলেও, কোনো উপযুক্ত সম্পাদনা-সমিতিৰ দ্বাৰাও সম্পাদিত নোহোৱাত বাদ-প্ৰতিবাদৰ মূৰত অগণন ভুল-ভ্ৰান্তিৰে ই ছপা হৈ ওলাইছিল। প্ৰথম তাঙৰণৰ আকৌ এপুৰুষৰ পাছত চন্দ্ৰকান্ত অভিধানৰ দ্বিতীয় তাঙৰণ গুৱাহাটী বিশ্ববিদ্যালয়ৰ যোগেদি ছপা হৈ ওলাল, কিন্তু আটাইতকৈ দুখ আৰু দুৰ্ভাগ্যৰ কথা, 'হেমকোষ'ৰ পাছত এই দুপুৰুষৰ ভাষাৰ অগ্ৰগতিৰ লেখ-বুজ বা গম-গতি যে নায়েই, আগৰ বাৰ পাচি ভুলবো সংশোধনৰ চেষ্টা নকৰি তাকে আকৌ "সোপায়ং নমঃ" কৰি থোৱা হ'ল। এই অনিষ্টৰ বাবে যেয়েই দায়ী হওক, ই যে অসমীয়া ভাষা-সাহিত্য তথা অসমীয়া জাতিক অন্ততঃ আৰু দুপুৰুষ পিছলৈ চোচৰাব তাত সন্দেহ নাই। বাইবেলৰ উপমাৰে কবলৈ হলে, লোণতেই যদি সোৱাদ নাথাকে, তাক লুণীয়া কৰিব কিহে?

ই কোনো কাল্পনিক কথা নহয়: পৃথিবীৰ বিভিন্ন জাতিৰ উত্থান-পতনৰ ইতিহাসৰ তত্ত্ব অধ্যয়ন কৰি ফাৰ্চী সাহিত্যৰ যশস্বী বুৰঞ্জী-লেখক এডোৱাৰ্ড ব্ৰাউনে এনে সিদ্ধান্তত উপনীত হৈছে যে একোটা জাতিৰ ভাষাৰ অধঃপতনে সেই জাতিৰ ধ্বংসৰ আগজাননী দিয়ে, তাৰ প্ৰমাণ ৰূপে তেওঁ আঙুলিয়াই দেখুৱাইছে হেষ্টিংছৰ যুদ্ধৰ আগত এংলো-চেক্সন ভাষা ব্যাকৰণ-ভ্ৰষ্ট হৈ পৰিছিল আৰু নৰ্মাণ বিজয়ৰ আগত সেই ভাষাৰ একেবাৰে অধঃপতন ঘটিছিল, সেইদৰেই প্ৰাচীন পাৰস্যী জাতিৰ ধ্বংসৰ আগত আবেষ্টাৰ ভাষাৰ তেনেই লৈ-লৈ-থৈ-থৈ হৈছিল, গতিকে জাতিৰ পতনৰ আগন্তুকৰ লগত ভাষাৰ অৱনতিৰ এনে কিবা সূক্ষ্ম সম্পৰ্ক থাকিব পাৰে নিশ্চয়। অসমীয়া অভিধান ব্যাকৰণৰ যেতিয়া বাস্তৱতে এনে অৱস্থা, সৰ্ব-সাধাৰণৰ কথাই নাই, বিশ্ববিদ্যালয়ৰ ডিগ্ৰীধাৰীবো অনেকে যেতিয়া ঘৰুৱা চিঠি এখন অসমীয়াত শুদ্ধকৈ লিখিব নোৱাৰে বুলি অকপটভাৱে সৈ কাঢ়ে, আলোচনীৰ সৰহখিনি সম্পাদকেই যেতিয়া অসমীয়া ব্যাকৰণ আৰু আখৰ-জোটনিৰ সাধাৰণ নিয়মবো ধাৰ নাধায়,

তেতিয়া অসমীয়া ভাষা তথা অসমীয়া জাতিৰ ভৱিষ্যতহে নালাগে বৰ্তমানেই যে অতি ভয়াবহ সন্দেহ নাই। "শত্ৰুত বৰ কথা, মিত্ৰত অৱস্থা।" "জুইক কাপোৰেৰে ঢাকি ৰাখিব নোৱাৰি।" এনেবোৰ নিজা পটন্তৰ নিজতে খটাই চাবৰ কাল গা পালেহি, আত্ম-প্ৰৱঞ্চনা সকলোতকৈ বিপজ্জনক নিশ্চয়।

অসমৰ দুৰ্ভাগ্য, নিজ মাতৃভাষাও যে বিনা চৰ্চায় শিকা নহয়, নিজ মাতৃভাষা শুদ্ধকৈ কব আৰু লিখিব নোৱৰা যে লাজ আৰু বেজাৰৰ কথা, সাহিত্য-সেৱা যে অকল এশ্ৰেণী লোকৰ একস্বত্তীয়া অধিকাৰ নহয়, আৰু নিজে পুথি-পাঁজি নিলিখিও নিজ ভাষা-সাহিত্যৰ ভু ৰখা আৰু উৎসাহ-উদ্দীপনা যোগোৱা প্ৰতি শিক্ষিত লোকৰ দায়িত্ব, এনেবোৰ কথা আজিও আমাৰ বোধগম্য নহয়। অসমীয়া সাহিত্য আজি আৰু সাধনা-লব্ধ হৈ থকা নাই, ই আজি ব্যৱসায়ৰ বস্তু হৈ পৰিছে, অসমীয়া সাহিত্যৰ দিক্-নিৰ্ণয় কৰিবলৈ আজি হেমচন্দ্ৰ, গুণাভিৰাম, বা লক্ষ্মীনাথৰ নিচিনা সাহিত্য-অধিনায়কসকল আলোচনীৰ গুৰীয়াল নহয়, আজি সাহিত্য-ব্যৱসায়ীয়ে সেই ঠাই অধিকাৰ কৰিছে, এনে অৱস্থাত সম্প্ৰতি বছৰি বছৰি পাচিয়ে পাচিয়ে কিতাপ ওলালেও তাৰ ভাৱ-ভাষা একোৰে আগ-গুৰি বা উৱাদিহ পাবলৈ নোহোৱা হৈছে আৰু সঁচাক মিছা, মিছাক সঁচা কৰি অজস্ৰভাৱে সত্যৰ অপলাপ কৰা হৈছে যে সন্দেহ নাই। ইয়াৰ ভিতৰত গুণী লিখা বা লেখক যে একেবাৰে ওলোৱা নাই এনে কথা নহয়, কিন্তু দ'মৰ মাজৰপৰা সেই লিখা আৰু সেই লেখক সৰ্বসাধাৰণে বাচি উলিয়াব কেনেকৈ? আকৌ বাইবেলৰ ভাষাৰে, কণাই কণাক বাট দেখুৱাব নোৱাৰে, ইফালেও বৈ থকা যেতিয়া প্ৰকৃতিৰ নিয়ম নহয়, ভাব ভাষা আটাইতে ভুল বাটে যোৱাবোৰক হলেও পিছৰবিলাকে অনুকৰণ কৰি ভুলৰ ফাকু খেলিবই।

এনে বিষম সমস্যাৰ সমাধানৰ দায়িত্ব নিশ্চিতভাৱে অসম সাহিত্য সভাৰ, পুঁজিৰ অভাব বা এনে কোনো অজুহাতেৰে ফালৰি কাটি এই অনুষ্ঠানে নিজ অস্তিত্বৰ সাৰ্থকতা দেখুৱাব নোৱাৰিব, পলায়ন-মনোবৃত্তিৰে বাগি দিলেও ভৱিষ্যত সমীক্ষকৰ ন্যায়-দণ্ডৰ হাত আম্নি সাৰিব নোৱাৰিম যে ই ধ্ৰুব সত্য। আমি ভাবোঁ অসমীয়া বৰ্তমান সাহিত্য-প্ৰকাশন, অভিধান আৰু ব্যাকৰণৰ পুঙ্খানুপুঙ্খ আলোচনাৰ বাবে অন্ততঃ তিনিখন তিনিজনীয়া স্থায়ী সমালোচনা সমিতি গঠিত হওক, আৰু আন নহলেও অসম সাহিত্য সভা পত্ৰিকাখনকে মাহেকীয়াকৈ আৰু (১) সাহিত্য, (২) অভিধান, (৩) ব্যাকৰণ, (৪) কাৰ্য্য বিৱৰণ— এই চাৰি ভাগকৈ নিয়মিতকৈ উলিওৱা হওক। সাহিত্য বিভাগত (ক) কৃবিতা, (খ) চুটি সাধু, (গ) উপন্যাস, (ঘ) আলোচনা, (ঙ) বিবিধ, এনে উপবিভাগ, অভিধান বিভাগত হেমকোষ চন্দ্ৰকান্ত অভিধান আদিৰ শব্দাৰ্থ, মূল, জোটনি আদিৰ সমালোচনা, ব্যাকৰণ বিভাগত হেমচন্দ্ৰ, সত্যনাথ, কালিৰাম প্ৰভৃতিৰ ব্যাকৰণ ওপৰত আলোচনা আৰু কাৰ্য্যবিৱৰণ বিভাগত মূলৰ উপৰিও শাখা-সভাবোৰৰ কাৰ্য্য-কাহিনীয়ে ঠাই পাওক। এই সমালোচনা সমিতি তিনিখনত অৱশ্যে সেই সেই বিভাগৰ শ্ৰেষ্ঠতম অধিকাৰী লোকসকলেই

ঠাই ল'ব, আৰু তাত কোনো লুকালুকি নাথাকিব, অসংযত বা অবাস্তৱ নহলে সেই সমালোচনাৰ প্ৰতি-সমালোচনাও তাত ঠাই পাব লাগিব। অভিধান ব্যাকৰণৰ সমালোচনা অৱশ্যে বিশেষভাৱে নীতি-গত হব আৰু গুটীয়া শব্দ বা ধাতুৰ আলোচনা কেৱল দৃষ্টান্ত ৰূপেহে গৃহীত হব।

অসমীয়া লিপি চৰ্চা আৰু বুৰঞ্জী নিৰ্মাণ

এতিয়ালৈকে জনাৰ ভিতৰত ভাস্কৰ বৰ্মাৰ তাম্ৰৰ ফলিয়েই কামৰূপী লিপিৰ প্ৰাচীনতম নিদৰ্শন, ভাস্কৰ বৰ্মা কামৰূপৰ ৰাজপাটত বহা কাল ৫৯৪ খৃষ্টাব্দ, এয়েই কামৰূপী নৃপ-শক বা ৰাজ-শক, আৰু তথাকথিত বঙ্গাব্দ। কিন্তু ভাস্কৰ বৰ্মাৰ তাম্ৰৰ ফলিখন প্ৰথম নহয়, তেওঁৰ আজো-ককাক মহাভূত বা ভূতিবৰ্মাৰ তাম্ৰৰ ফলিখন পুৰি যোৱাত আজো-নাতিয়েক ভাস্কৰ বৰ্মাই তাক নৱকৈ দিয়াইছে বুলি তাতেই স্পষ্ট উল্লেখ কৰিছে, গতিকে প্ৰাচীন কামৰূপী লিপিৰ কাল নাই-বুলিও আৰু এশ বছৰ উজাই ৪৯৪ খৃষ্টাব্দলৈ যায়। কিন্তু ভাৰতীয় লিপি-বিজ্ঞানৰ পিতা জৰ্জ বুলাৰৰ মতে মহোদয়ৰ মহাৰাজ বিনায়ক পালৰ প্ৰায় ৭৯৪ খৃষ্টাব্দৰ তাম্ৰৰ ফলিতেই জয়ে জয়ে দেৱ-নাগৰী আখৰৰ চানেকি পোৱা হয়: তেন্তে প্ৰাচীন কামৰূপী লিপি প্ৰাচীনতম দেৱ-নাগৰী লিপিতকৈ প্ৰায় তিনিশ বছৰৰ আগৰ। দুৰ্ভাগ্যক্ৰমে লিপি-চৰ্চা থায় নে কাণত পিন্ধে তাৰো ভু আমি ৰখা নাই, প্ৰাচীন লিপিহে নালাগে, দুশ-আঢ়ৈশ বছৰৰ আগৰ সাঁচিপতীয়া পুথিৰ আখৰ-পটোঁতাও দিনক দিনে নোহোৱা হৈছে। অসমীয়া বিশ্ববিদ্যালয় থকা হলে লিপি-বিজ্ঞানৰ এটি শাখা কেতিয়াবাই স্থাপিত হ'লহেঁতেন সন্দেহ নাই, জাতীয় অনুষ্ঠানেহে জাতীয় অভাৱ পূৰণলৈ চকু দিয়ে। তিব্বতীয় লিপি নজনা হেতুকে পূবভাৰতীয় ভাষাৰ প্ৰথম লিখিত নিদৰ্শন বৌদ্ধ গানবোৰ আজিলৈকে আমি লোকৰ চকুৰেইহে চাব লগা হৈছে, বঙলাৰ যে কথাই নাই, মৈথিলী লিপিও যে সৌ সিদিনালৈকে কামৰূপী লিপিৰে এক আছিল তাকো আমি মৈথিলী পণ্ডিতসকলৰ যহত হে জানিব পাৰিছোঁ।

মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্যই এতিয়াৰপৰা এপুৰুষৰ আগতে "কামৰূপ শাসনাৱলী" উলিয়াই অসমীয়াক চিৰঋণী কৰি গৈছে: স্বভাৱতে অনেক ত্ৰুটি বিচ্যুতি থকা সত্ত্বেও সেই গ্ৰন্থই অসমৰ আধুনিক ইতিহাসৰ উঁহ যে সন্দেহ নাই। কামৰূপী লিপি আৰু কামৰূপী প্ৰাকৃতৰ উপৰি অসমৰ প্ৰথম ঐতিহাসিক উপাদানৰ খনিও ইয়েই। ভাস্কৰ বৰ্মাই দান কৰা মাটিৰ পূব, পূব-দক্ষিণ, পূব-উত্তৰ সীমা "শুষ্ক কৌশিকো" বা মৰি-কোশী বুলি স্পষ্টভাৱে উল্লেখ কৰা আছে, এই কৌশিক বা কোশী নৈ বৰ্তমান বেহাৰৰ পূৰ্ণিয়া জিলাৰ অন্তৰ্গত: গতিকে পৰৱৰ্তী কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰৰ যুগৰ সীমা কৰতোয়াৰ পছিমেও বৰ্তমানৰ সমস্ত বঙ্গদেশ পাৰ হৈও বেহাৰ প্ৰদেশৰ এক অংশ ভাস্কৰ বৰ্মাৰ তথা তেওঁৰ আজো-ককাক পঞ্চম শতিকাৰ মহাভূত বা ভূতি বৰ্মাৰ সাম্ৰাজ্যৰ ভিতৰুৱা আছিল বুলি লিপিমূলক প্ৰমাণৰপৰা সঠিকভাৱে জানিব পাৰোঁ। ৰজা হৰ্ষবৰ্ধনেৰে লগ লাগি তেতিয়াৰ বঙ্গৰ ৰজা শশাঙ্কক হত্যা কৰি ভাস্কৰ বৰ্মাই প্ৰাচীন কৰ্ণসুবৰ্ণ বিজয় বাহৰৰপৰা এই তাম্ৰ পত্ৰ দান কৰিছিল; ইয়াৰপৰা

এনে অনুমান কৰা অসমীচীন নহব যে সম্ভৱ ভূতি বৰ্মা প্ৰভৃতি প্ৰাচীন বৰ্মা ৰজাবিলাকৰ অধীনস্ত থকা এই অঞ্চল মাজতে শশাঙ্কই জয় কৰি নতুন ৰাজ্য পাতিছিল, আৰু ভাস্কৰ বৰ্মাই তাৰ পুনৰুদ্ধাৰ কৰিছিল। উত্তৰ ভাৰতৰ কেদাৰ ব্ৰাহ্মণক পৰাস্ত কৰি কামৰূপ-পতি শঙ্কলাদিৱেই এই অঞ্চল কামৰূপৰ অন্তৰ্ভুক্ত কৰাও অসম্ভৱ নহয়; ফেৰিষ্টাৰ পাৰস্তী বুৰঞ্জীত কোচ ৰজা বুলি উল্লেখ কৰা এই শঙ্কলাদিৰ ৰজাই পৰবৰ্তী বিশ্বসিংহ ৰজাৰ ভালেমান শতাব্দীৰ আগতে ৰাজত্ব কৰা বুলি ধৰিব পাৰি।

বৰ বেজাৰৰ কথা, অসমত নিয়মিতভাৱে বৈজ্ঞানিক গৱেষণা যে প্ৰতিষ্ঠিত হোৱাই নাই, তাৰ বাবে উপযুক্ত ক্ষেত্ৰও মুকলি হোৱা নাই, আৰু আজিলৈকে আমি অন-অসমীয়া গৱেষণা-কাৰীৰ আঙুলিৰ মাজেদি সৰকি অহা দুই-চাৰিটা বাতৰিতেই সন্তুষ্ট আছোঁ। তেনে আওপাকে অহা বাতৰি যে ক্ৰুটিপূৰ্ণ হবই তাকো আমি ভাবি নাচাওঁ। উদাহৰণভাৱে, হৰ্ষবৰ্ধন আৰু য়ুয়ান্ চোৱাঙৰ সম্পৰ্কত ভাস্কৰ বৰ্মাৰ গৌৰৱ-উজ্জ্বল সম্পূৰ্ণ চিত্ৰ আমি নাপাওঁ, য়ুয়ান্ চোৱাঙক কামৰূপ ৰাজ্যলৈ কৰা প্ৰথম বাৰৰ নিমন্ত্ৰণ উপেক্ষিত হল: দ্বিতীয় বাৰৰ নিমন্ত্ৰণৰ গতি তথৈবচ: তৃতীয় বাৰৰ নিমন্ত্ৰণৰ লগত ভাস্কৰ বৰ্মাই জনালে: 'আৱশ্যক হলে মোৰ সৈন্যবাহিনী আৰু হাতীবোৰ সজাই পঠাম, সিহঁতে মেঘৰ দৰে বৰষিব, আৰু নালন্দা বিশ্ববিদ্যালয় থচকত ধূলি কৰি উৰাই দিব। এই বাক্য ভাস্কৰৰ দৰে সত্য।' তেতিয়াহে য়ুয়ান চোৱাঙক কামৰূপলৈ পঠোৱা হৈছিল। আৰু আচৰিত কথা, স্পষ্ট প্ৰমাণৰ সত্ত্বেও কোনো কোনো তথা-কথিত পণ্ডিতে ভাস্কৰ বৰ্মাই কৰ্ণসুবৰ্ণত আধিপত্য কৰা আৰু বঙ্গৰ বুকৰ ওপৰেদি ভাস্কৰৰ সৈন্যবাহিনী চলাচল কৰা কথাও স্বীকাৰ কৰিবলৈ কাৰ্পণ্য বোধ কৰি ওলোটা কৰ খোজে। অসমীয়া পণ্ডিতৰ নিষ্ক্ৰিয়তাই এনে শ্ৰেণীৰ পণ্ডিতবোৰৰ অপণ্ডিত মনোবৃত্তিকে লাই দিছে যে সন্দেহ নাই।

কামৰূপৰ প্ৰাক্-ঐতিহাসিক তামৰ ফলিবোৰত প্ৰাচীন অসমীয়া ব্যাকৰণৰ উপৰি ঘৰুৱা অসমীয়া শব্দমালাৰ প্ৰাধান্য দেখিলে বিচুৰ্তি হব লাগে। দৃষ্টান্তৰূপে, ভাস্কৰ বৰ্মা তথা ভূতি বৰ্মাৰ তামৰ ফলিৰ লেখকজনৰ নাম কালিয়া, দান পোৱা পণ্ডিতবোৰৰ নাম যোগেশ্বৰ, বিশ্বেশ্বৰ, গণেশ্বৰ, বুদ্ধেশ্বৰ, জাতেশ্বৰ, নন্দেশ্বৰ প্ৰভৃতি। মাটিৰ সীমাৰ গছবোৰৰ নাম দুম্বৰি ( দিমৰু ), জাতলি ইত্যাদি। আমাৰ সাধাৰণ ধাৰণা আছিল "সত্ৰ" অনুষ্ঠান পঞ্চদশ-ষোড়শ শতিকাৰ সৃষ্টি, কিন্তু উক্ত পঞ্চম ষষ্ঠ শতিকাৰ তামৰ ফলিত য'ত পণ্ডিতবোৰক একাংশ অৰ্ধাংশকৈ মাটি দিছে, "বলিচৰু সত্ৰ"ৰ নামত সাত অংশ মাটি দান কৰা কথা মন কৰিব লগা নিশ্চয়। কনৌজৰপৰা বঙ্গ আৰু অসমত আহি বাহ-পতা কিছুমান বামুণ-কায়স্থৰ কথা এতিয়ালৈকে আমাৰ কাণত গুম্‌গুমাই আছিল, কিন্তু ভাস্কৰ বৰ্মাৰ তামৰ ফলিৰ দান-গ্ৰহীতা বামুণৰ লেখত যেতিয়া পাল, কৰ, দাম, দাস, মিত্ৰ, দত্ত, ঘোষ, সোম, দেৱ, নাগ, নন্দি, কুণ্ড, বসু, পালিত, সেন আদি পদবীবোৰ পোৱা হয়, আৰু যেতিয়া আমি জানো "অঙ্গ-বঙ্গ কলিঙ্গেষু সৌৰাষ্ট্ৰেষু মগধেষু। তীৰ্থযাত্ৰাং বিনাগচ্ছন্ পুনঃ সংস্কাৰমৰ্হতি।" অৰ্থাৎ খৃষ্টীয় পঞ্চম শতিকাত

বৌদ্ধধৰ্মী দেশ বুলি ফাহিয়ানৰ ভ্ৰমণ-প্ৰসঙ্গত পোন প্ৰথমে বঙ্গৰ নাম উল্লেখিত হোৱাৰ পাছত, অষ্টম শতিকাত বৌদ্ধধৰ্মী গৌড় ৰজা ধৰ্মপালে বঙ্গদেশৰ নাম জয়ে জয়ে উত্তৰ ভাৰতত জনাজাত কৰাৰ বহুত পাছলৈকে কামৰূপ ৰাজ্যই পূব ভাৰতত একমাত্ৰ ব্ৰাহ্মণ্য ধৰ্মৰ ধ্বজা ধৰি আছিল: আৰু ভাৰত আক্ৰমণৰ আগে আগে ব্ৰাহ্মণ্যধৰ্মী ৰজাই বঙ্গত ৰাজত্ব পতাৰ লগে লগে কামৰূপ ৰাজ্যৰপৰা এই পণ্ডিতবিলাক গৈ বঙ্গত ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰথম উপনিবেশ পাতে বুলি আমি এতিয়া সম্পূৰ্ণ সঠিকভাৱে জানিব পাৰোঁ।

কামৰূপৰ সামাজিক বুৰঞ্জী লিখোঁতা প্ৰাচ্যবিদ্যামহাৰ্ণৱ নগেন্দ্ৰনাথ বসুৱে নানা শিলালিপি আৰু তাম্ৰলিপিৰপৰা দেখুৱায় যে ভাস্কৰ বৰ্মা প্ৰভৃতি "গৌড়-ওড্ৰ-কলিঙ্গ-কোশলপতি" কামৰূপৰ ভৌম ৰজাবিলাকৰ পাছতো এই বংশৰ ৰজাই অন্ততঃ অষ্টম শতিকাৰপৰা ত্ৰয়োদশ শতিকালৈকে উড়িষ্যাত ৰাজত্ব কৰিছিল: পূৰ্বৰ সমতটৰ অন্তৰ্গত ত্ৰিপুৰা ৰাজ্যত পোৱা কামৰূপী ভৌম ৰজা লোকনাথৰ তামৰ ফলিতো ভাস্কৰ বৰ্মাৰ তামৰ ফলিত থকাৰ নিচিনা পদবীৰ বামুণৰ নাম পোৱা হয়। ভাণ্ডাৰকাৰ প্ৰভৃতি পণ্ডিতে 'ৰাজ-তৰঙ্গিনী'ৰ "তদন্তৰে শিৱৰথঃ প্ৰচুৰচক্ৰিকহি কায়স্থপাশ পাশেন গলম্ বদ্ধা ব্যাপাদত" শ্লোকটি উদ্ধৃত কৰি প্ৰমাণ কৰে যে ব্ৰাহ্মণ শিৱৰথ যেনেকৈ কায়স্থ হৈছিল তেনেকৈ 'ৰাজ-তৰঙ্গিণী' সঙ্কলন-কৰোঁতা কলহন্, ক্ষেমেন্দ্ৰ, সোমদেৱ, প্ৰাজ্যভট্ট প্ৰভৃতি অলেখ কায়স্থ প্ৰকৃততে ব্ৰাহ্মণ আছিল। 'নগৰ-পুষ্পাঞ্জলি', 'নগৰোৎপত্তি' প্ৰভৃতি গ্ৰন্থত বহুত নগৰ-ব্ৰাহ্মণ বেহা-বেপাৰ কৰি নগৰ-বণিয়া হোৱাৰ প্ৰমাণ দিছে। 'ব্ৰাহ্মণোৎপত্তিমাৰ্তণ্ড' গ্ৰন্থত হৰিকৃষ্ণ শাস্ত্ৰীয়ে দেখুৱাইছে কেনেকৈ গৰ্ত্ততীৰ্থত থকা ৭৪৫০ জন বামুণে লগুণ দলিয়াই পেলাই বণিয়া বৃত্তি লৈছিল, খামৰ পিঠিত আঠা লগাই তাত ৭৪৷৷ লিখাৰ নিয়ম তেতিয়াৰপৰাই প্ৰচলিত: তাৰ মৰ্ম হল, ঠিকনাদাৰৰ বাহিৰে যি সেই খাম মেলি চাব তাৰে সাঢে চৌসত্তৰ শত ব্ৰাহ্মণৰ লগুণ ছিঙাৰ সমান পাপ হব। কামৰূপ ৰাজ্যৰ অন্তৰ্গত চন্দ্ৰপুৰ বা শ্ৰীহট্টৰপৰা ভালেখিনি বামুণ গৈ গুজৰাটত এই নগৰ-ব্ৰাহ্মণ সম্প্ৰদায় স্থাপিত কৰিছিল বুলি কয়। গুজৰাটৰ বামুণৰ চৌধ অমুষ্যায়ণ বা শৰ্মাৰ ভিতৰৰ বৰ্মাও এক পদবী, গতিকে য়ুয়ান্ চোৱাঙে ভাস্কৰ বৰ্মাক জাতত বামুণ বোলা কথাৰ সত্যতা ইয়াৰ দ্বাৰাই সমৰ্থিত হয়। অসমৰ বৰ্তমান কলিতা জাতিয়ে বিশ্বসিংহ ৰজাৰ দিনলৈকে বামুণাদি কাম কৰা কথা জনাজাত, কনকলাল বৰুৱাৰ মতে নৰক, ভগদত্ত প্ৰভৃতিৰ বংশধৰবিলাক ভাস্কৰ বৰ্মাৰ ভিতৰেদি বৰ্ত্তমানলৈকে আদিতে কলিতাই, গতিকে কলিতা এটা জাতিহে, জাত নহয়।

নগেন্দ্ৰনাথ বসুৱে ভাস্কৰ বৰ্মাৰ পাছত জয়তুঙ্গ, অৱন্তি বৰ্মা, শ্ৰীহৰ্ষদেৱ, ক্ষেমঙ্কৰ, শিৱঙ্কৰ, শুভঙ্কৰ প্ৰভৃতি ভৌম ৰজাবিলাকে কামৰূপৰ বাহিৰত ৰাজত্ব কৰাৰ কথা কয়। য়ুয়ান চোৱাঙৰ মতে ভাস্কৰ বৰ্মালৈকে এক সহস্ৰ পুৰুষ সেই নৰক বংশই ৰাজ-ছত্ৰ ধৰিছিল, তেতিয়াহলে নৰক ৰজাৰ কাল খৃষ্টপূৰ্ব তৃতীয় সহস্ৰ বছৰৰ মাজভাগত পৰে। ই সমীচীন, কিয়নো খৃষ্টপূৰ্ব দ্বিতীয় সহস্ৰ বছৰৰ ভিতৰত বৈদিক জাতিৰ আৰু তাৰ এক সহস্ৰ বছৰৰ আগত বহলমুৰীয়া আল্পীয় জাতিৰ আৰু তাৰো আগত ভূমাধ্যিক জাতিৰ ভাৰত আক্ৰমণ ঘটে: ৰাখালদাস

ব্যানাৰ্জিৰ মতে নৰক ভূমাধিক সভ্যতাৰ, আৰু কনকলাল বৰুৱাৰ মতে আল্পীয় সভ্যতাৰ, আৰু বীৰজাশঙ্কৰ গুহৰ মতে এই তিনিও জাতি, অন্ততঃ আল্পীয় আৰু বৈদিক জাতি, গুৰিতে একে মূলৰ। গুহৰ মতে তেলেগু, উড়িয়া, কানাৰি, সাৰস্বত, চিপ্লবন, আৰু দেশস্থ বামুণ আৰু বঙ্গৰ 'পোদ্'বিলাক একে আল্পীয় জাতিৰ: মূৰৰ জোখমতে জাতিৰ বিচাৰ অসমত এতিয়াৈলকে হোৱা নাই যদিও হট্টনৰ মতে কলিতাবিলাকো এই আল্পীয় জাতিৰ বংশধৰ।

অতি পৰিতাপৰ কথা, গ্রীণৰ 'ইংৰাজ জাতিৰ কাহিনী'ৰ নিচিনা অসমীয়া জাতিৰ কাহিনী এখন যে নায়েই, মজুমদাৰৰ 'বঙ্গৰ ইতিহাস'ৰ শাৰীৰ অসমৰ ইতিহাস এখনো আজিলৈকে ওলাবৰ উম-ঘামো হোৱা নাই। কামৰূপৰ 'প্রাগ্‌জ্যোতিষ' নামৰ গুৰি, ৰামায়ণত কিষ্কিন্ধ্যা কাণ্ডত এই প্রসঙ্গত উল্লেখ কৰা 'অগাঢ বৰুণালয়'ত চৌষষ্ঠী যোজন বিয়পি থকা সুৱৰ্ণশৃঙ্গ বৰাহ পৰ্বত, নৰক ৰজাক ৰামায়ণত 'দুষ্টাত্মা' আৰু মহাকবি বাণভট্টৰ 'হর্ষ-চৰিত'ত 'মহাত্মা' বোলাৰ হেতু, ৰামায়ণৰ আদিকাণ্ডত বঙ্গীয় সংস্কৰণ মতে অমূৰ্তৰায় আৰু বোম্বাই সংস্কৰণ মতে অমূৰ্তৰাজনে বসু নামে গিৰিব্রজপুৰী যি ধৰ্মাৰণ্যৰ কাষত কৰিছিল তাৰ অৱস্থিতি ক'ত আছিল, তদুপৰি বৰ্তমান পছিম পাকিস্তানৰ গিল্‌গিট্ অঞ্চলত পোৱা শিলালিপিৰ সংস্কৃত গদ্যত লিখা কাবুলৰ হিন্দু সহি ফৈদৰ "পৰম ভট্টাৰক মহাৰাজাধিৰাজ পৰমেশ্বৰ পতোল দেৱ সহি শ্রীনৱ সুৰেন্দ্রাদিত্য নন্দিদেৱ" কেনেকৈ "শ্রীভগদত্ত-বংশ-সম্ভূত" হবলৈ পালে, এনে নানা তত্ত্বৰ বিচাৰো হবলৈ বাকী। সৰহ নালাগে, মোগলৰ প্রথম আক্রমণ ধ্বংস কৰি কানাই বৰশী বোৱা শিলালিপিত কৰা বিজয় ঘোষণা কোন ৰজাৰ সিও ভালদৰে বিবৃত হোৱা নাই: অসমৰ ধৰ্মপাল ৰজাৰ পাছত আৰু বিশ্বসিংহৰ আগত সুৱৰ্ণপীঠ-ৰত্নপীঠৰ ৰাজনৈতিক অৱস্থা কি আছিল, সমুদ্রগুপ্তৰ আলাহাবাদ-স্তম্ভলিপিত যদি 'কামৰূপ' 'ডবাক' বিভিন্ন ৰাজ্যৰূপে উল্লিখিত হ'ল, তেন্তে সেই ৩৬০ ৩৭০ খৃষ্টাব্দৰ পাছতো কামৰূপ ৰাজ্যৰ ভিতৰত বিভিন্ন ৰাজ্যৰ সহ-অৱস্থিতি সম্পূৰ্ণ সম্ভৱপৰ: তেনেহলে বিভিন্ন ৰাজ্যবোৰৰ পৰিস্থিতি কি আৰু কেনে আছিল, আৰিমত্ত আৰু জিতাৰি বংশত ঐতিহাসিকভাৱে কোন যুগত কোন দেশত থাপিব পাৰি: এনে বহুত কথাৰেই সম্যক আলোচনা এতিয়াও অসম্পূৰ্ণ।

প্রকৃত বুৰঞ্জী অৱশ্যে মৰিশালিৰ বিৱৰণ নহয়: ই আগবাঢিব খোজা জীয়া জাতিৰ হাতৰ জোৰ বা টিপ-চাকি: অসমীয়া জাতিৰ বুৰঞ্জী বামুণ-কলিতা, কোচ-কছাৰী, আহোম-চুতিয়া প্রভৃতিৰ পূৰ্বপুৰুষৰ গাইগুটীয়া কাহিনী নহয়, কিয়নো জাতি এটা যৌগিক পদাৰ্থ, যান্ত্রিক সংমিশ্রণ নহয়। আজি উক্ত জাতিবোৰ লোপ পাই জাতীয় ৰাসায়নিক প্রক্রিয়াত নতুন অসমীয়া জাতিৰ উদ্ভৱ হৈছে, সেই মৃত জাতিবোৰৰ গৌৰৱবোৰ এই নতুন অসমীয়া জাতিৰ উমৈহতীয়া গৌৰৱ, আৰু কলঙ্কবোৰ অসমীয়া জাতিৰ কলঙ্ক। আজিৰ যুগৰ নতুন বুৰঞ্জীয়ে সেইবোৰৰ আহফলা ভেদবোৰ নেদেখুৱাই আমাক দেখুৱাব লাগিব অতীতৰ সেই উজ্জ্বলতা, যাৰ পোহৰত আমি বুকুত অসীম সাহস বান্ধি আগবাঢিব পাৰোঁ: আজিৰ যুগৰ নতুন বুৰঞ্জীয়ে আমাক আৰু সাৱধান কৰি দিব লাগিব সেই মৰ-আউসীৰ বিৰুদ্ধে যি একালত অসমক বাহুৰ

দৰে গিলি পেলাব খুজিছিল। দৃষ্টান্তস্বৰূপে, আজিৰ যুগৰ নতুন বুৰঞ্জীয়ে আমাক সাৱধান কৰি দিব লাগিব মায়া-মৰা নিৰ্য্যাতনৰ ফলত হোৱা অমঙ্গলীয়া গৃহ-কন্দলৰ নিচিনা ঘটনা যেন দ্বিতীয় বাৰ কেতিয়াও হবলৈ নাপায় : আজিৰ যুগৰ নতুন বুৰঞ্জীয়ে আমাক পৰম মিত্ৰৰ দৰে ঘনাই মনত পেলাই থাকিব লাগিব ভাৰতৰ আন সকলো প্ৰদেশে যেতিয়া মোগলৰ দাসত্ব বৰণ কৰিছিল তেতিয়া অসমৰ সকলো প্ৰজাই এক গোট হৈ, এবাৰ নহয় দুবাৰ নহয়, সোত্তৰ বাৰকৈ সেই মোগলৰ আক্ৰমণ ওফৰাই পঠাইছিল। আজিৰ যুগৰ নতুন বুৰঞ্জীয়ে আমাক সকিয়াই দিব লাগিব পূব ভাৰতত প্ৰথম আৰ্য্য ৰাজ্য প্ৰতিষ্ঠাতা মহাত্মা নৰক, কেদাৰ ব্ৰাহ্মণক পৰাস্ত কৰি উত্তৰ ভাৰত জয় কৰা শঙ্কলাদিৱ, হৰ্ষবৰ্ধনৰ সৈতে ফেৰ মাৰি ভাৰতীয় স্বৰ্গদেৱ-সকলৰ মাজত স্বয়ং ব্ৰহ্মৰূপে পূজিত হোৱা ভাস্কৰ বৰ্মা, অসমীয়া বিক্ৰমাদিত্য ৰূপী নৰনাৰায়ণ, অসমীয়া ৰাম-ৰজা স্বৰূপ ৰুদ্ৰসিংহ, একাধাৰত সাহিত্য-সমাজ-ধৰ্ম সংস্কৃতিৰ গৰাকী জগত-গুৰু শঙ্কৰদেৱৰ মহতোৰ্মহীয়ান্ আদৰ্শ লৈ যাতে অসমে অকল ভাৰতৰ ভিতৰতে নহয়, জগতৰ ভিতৰত, অচিৰে সকলো বিষয়ে শীৰ্ষস্থান লভিব পাৰে।

যোৱা দুকুৰি আঠে কুৰি বছৰৰ অনিদ্ৰ অনুসন্ধানৰ ফলত এতিয়া যেনেকৈ কামৰূপী প্ৰাকৃতৰ আবিষ্কাৰ হ'ল, তেনে নেৰা-নেপেৰা বৈজ্ঞানিক বিচাৰৰ মূৰত কামৰূপী সংগীত আৰু কামৰূপী চিত্ৰ-কলাৰ নৱ আবিষ্কাৰ হব বুলি আমি আশা কৰোঁ। ৰাজনৈতিক সম্পৰ্কত অসমে সদায় ভাৰতৰ বাহিৰত নিজ স্বতন্ত্ৰতা ৰক্ষা কৰিছিল যদিও সাংস্কৃতিক সম্বন্ধত অসম ভাৰতৰ অবিচ্ছিন্ন অঙ্গ আছিল যে সন্দেহ নাই। অন্ততঃ ঋক্‌বেদৰ কালৰ পৰাই ভাৰতৰ তথা অসমৰ সংগীতৰ ধাৰাবাহিক স্মৃতি এটি চলি আহিছে, আৰু তাতকৈ অলপ অৰ্বাচীন হলেও ভাৰতীয় লিপিৰ ইতিহাসতকৈ ভাৰতীয় তথা অসমীয়া চিত্ৰ-কলাৰ ইতিহাস প্ৰাচীন হোৱা সম্ভৱপৰ। প্ৰাচীন অসমৰ সংগীত চৰ্চাৰ ইতিহাস এতিয়াও আন্ধাৰৰ গৰ্ভত, উষা চিত্ৰলেখাৰ পৰা অসমীয়া সংগীত চিত্ৰ-কলাৰ ইতিহাস টানিবলৈ হলে আমি আগতে সেইবোৰ ঘটনা আধুনিকভাৱে বৈজ্ঞানিক ভেটিত বহুৱাব লাগিব, তথাপি পুৰণি সাহিত্যৰ কোনো কোনো বিৱৰণে পুৰণি অসমৰ সংগীত-কলা আদিত জিলিগুনি পেলায় যে তাত সন্দেহ নাই, অসমীয়া 'বভ্ৰুবাহ পৰ্ব' কাব্যত আছে, এদিন নাচত হঠাৎ তাল ভগাৰ বাবে চিত্ৰাঙ্গদাক পিতাকে গৰু হবলৈ শাও দিছিল আৰু অৰ্জুনৰ সংসৰ্গ লাভতহে সেই শাপৰ মোচন হৈছিল বুলিছে : ই প্ৰাচীন অসমীয়া জীৱনৰ সংগীত কলা সাধনাৰ সামান্য প্ৰমাণ নহয়। আন আন বিষয়ৰ দৰেই শঙ্কৰদেৱৰ কালৰ পৰা অসমীয়া সংগীত আৰু অসমীয়া চিত্ৰ-কলাৰ কাহিনী যথাযথভাৱে পাব পাৰোঁ, তাৰ আগৰ ইতিহাসৰ বাবে আমি এতিয়ালৈকে পোৱা ভাস্কৰ বৰ্মাৰ তামৰ ফলিৰ পৰা আৰম্ভ কৰি সকলো তথ্য-পাতি চালি-জাৰি চাব লাগিব। শঙ্কৰদেৱৰ সংগীত-কলাৰ মৌলিকতা সম্পৰ্কেও প্ৰকৃত আলোচনা আজিলৈকে আৰম্ভ হোৱা নাই, সেই বিষয়ে বাহিৰৰ পণ্ডিত আনি আমি কিছুমান অমূলক আৰু ভ্ৰান্তিমূলক কথা শুনি বিভ্ৰান্ত হৈছোঁ মাত্ৰ।

অসমীয়া সংগীত চিত্ৰ-কলাৰ ইতিহাস

অসমীয়া সঙ্গীত, অসমীয়া ভাষা আৰু অন্যান্য সংস্কৃতিৰ দৰেই, আৰ্য্য আৰু অনাৰ্য্য সংগীতৰ সমন্বয় নিশ্চয়, একমাত্ৰ স্বৰ্গীয় কীৰ্ত্তিনাথ বৰদলৈয়ে এই বিষয়ৰ চৰ্চাৰ ইঙ্গিত দিছিল, তাৰ পাছত আৰু কোনেও এইবোৰৰ নাম কঢ়াও শুনা নাই। মহাপুৰুষীয়া সংগীত-শিক্ষালয়ৰ বাহিৰত থকা দুৰ্গাবৰী সুকনান্নী, ওজাপালী আদি সুৰ-সঞ্চালন, দেৱধ্বনি আদি নাচৰ আঁতি-গুৰি বৈজ্ঞানিকভাৱে বিচৰাহে নালাগে, বিচাৰিবৰ উম-ঘামও বাস্তৱতে দেখা নাই। অসম সঙ্গীত নাটক একাডেমী, গুৱাহাটীৰ অনাতাঁৰ কেন্দ্ৰ প্ৰভৃতিৰ ৰাজ্যপালন সম্পৰ্কিত অনুষ্ঠানবোৰে জাতীয় গঠনমূলক আঁচনি লব নোৱাৰে কিয়? তথাকথিত জনপ্ৰিয়তা লাভৰ বাবে ইতৰ ৰুচিৰ যোগান ধৰা, তথাকথিত নতুন কলাকাৰৰ উদ্গনি দিয়া বুলি অসমীয়া অভিধানৰ বচা বচা শব্দ কিছুমানৰ মৰণা মৰাৰ পৰা অসমীয়া সঙ্গীতৰ ধ্বংস সাধন হব পাৰে, উন্নতি হব নোৱাৰে। এই সম্পৰ্কত হিন্দী বা বঙলা গানৰ দোহাই দিলে নচলিব, কিয়নো আনৰ পাপেই আমাৰ মূলধন হব নোৱাৰে: অসমীয়া সঙ্গীত সাহিত্য সংস্কৃতি সম্ভাৱেই অসমীয়া সমাজৰ ঐতিহ্যৰ ভেটিত থাপনা কৰা হব লাগিব, নহলেই তাক বৰ্জ্জিত বুলি ধৰিব লাগিব।

বঙ্গীয় সঙ্গীতৰ যুগান্তৰ আনিছিল দ্বিজেন্দ্ৰলাল ৰবীন্দ্ৰনাথে য়ুৰপীয় সঙ্গীতৰ আলমত, সমন্বয় আৰু নৱ-নৱীকৰণৰ সহায়ত, ইয়াৰ পিছফালে অৱশ্যে এক গভীৰ চৰ্চামূলক বৈজ্ঞানিক পদ্ধতি আছিল। আজি অসমীয়া গীতৰ নৱীকৰণ মানে আইনাম বিয়ানাম বনঘোষাৰ সুৰ-সংমিশ্ৰণ, কিন্তু বিচাৰৰ বিষয়, বৰ্ত্তমান অসমীয়া জাতিক সবল সতেজ কৰিবৰ কিবা শক্তি এই গীতবোৰত থাকিব পাৰে নে? মন কৰিব লগা, এটা বৰগীত শুনিলে আমাৰ দেহ-মনত যি বীৰোচিত উৎসাহ-উদ্দীপনাৰ তেজ সঞ্চালিত হয়, আন কোনো গীতত তেনে নহয়: তেন্তে আধুনিক অসমীয়া গীতত আমি এই বৰগীতৰ সুৰ সঞ্চালনৰ চেষ্টা কৰিব নোৱাৰোঁ কিয়? সেই বুলি বৰগীত কিয়, কোনো গীতকে তথাকথিত জনপ্ৰিয় বা থৰামুৰা কৰিবৰ নিচিনা কথা ভাবিব নোৱাৰি। জাতীয়তা প্ৰচাৰত সংগীত কেনে কাৰ্য্যকৰী বঙ্গৰ স্বদেশী আন্দোলনে আঙুলিয়ায়, আজি পতনমুখী অসমীয়া জাতিক উদ্বুদ্ধ কৰিবৰ বাবে তেনে শক্তি সঞ্চাৰক অসমীয়া গীতৰ সৃষ্টি কৰিব লাগিব।

১৯২৯ত আন্না পাভলভাই আছিয়াত নৃত্য-ভ্ৰমণ কৰে, আৰু 'হিন্দু বেলেটছ' বুলি ভাৰতীয় বিষয়ত পাশ্চাত্য কলা-কৌশলৰ নৃত্য দেখুৱায়। ভাৰতীয় নৃত্য কেনেকুৱা তাক চাব খুজিলত কেজনীমান নাচনী ছোৱালীৰ যি নাচ দেখুওৱা হল সি আজিকালি বিহু-নাচ বুলি দেখুওৱাৰ দৰে যৌন আবেদনমূলক অঙ্গ-ভঙ্গীৰ বাহিৰে একো নাছিল। আন্না পাভলভাৰ এই নৃত্য-ভ্ৰমণৰ পাছতেই ভাৰতীয় নৃত্য সংস্কাৰৰ আৰম্ভণ। বৰ্ত্তমান দখিন ভাৰতৰ ভৰত-নাট্যম্ আৰু কথাকলি, আৰু উত্তৰ ভাৰতৰ কথক আৰু মণিপুৰী নৃত্য স্বীকৃত, কিন্তু মণিপুৰী আৰু মণিপুৰী নৃত্য প্ৰাচীন কামৰূপ আৰু কামৰূপী নৃত্যৰ অংশ বিশেষ হলেও অংশকে সমষ্টিতকৈ ডাঙৰ পাতি সমষ্টিক অস্বীকাৰ কৰা হৈছে, ইয়াতকৈ দুৰ্ভাগ্যৰ কথা নাই।

হৰিনাৰায়ণ দত্ত বৰুৱাৰ প্ৰকাশিত অসমীয়া চিত্ৰ-ভাগৱত আৰু বুৰঞ্জী-পুৰাতত্ত্ব বিভাগত

সংৰক্ষিত সচিত্ৰ অসমীয়া হাতী-পুথি ভাৰতীয় চিত্ৰ-কলাৰ বুৰঞ্জীত অপূৰ্ব আৰু একক বুলিয়ে আমি আত্ম-তুষ্টি লভিছোঁ, কিন্তু অসমীয়া চিত্ৰ-কলাৰ আঁতি-গুৰিৰ পম খেদিবলৈকো আজি এজন অসমীয়া চিত্ৰকৰ আগবঢ়াই দিবলৈ আমি অক্ষম। আজিও শ শ অসমীয়া কিতাপ-কাকতৰ চিত্ৰকৰৰ ভিতৰত অসমীয়া চিত্ৰকৰৰ লেখ নগণ্য, সৰহ কি, এখন অসমীয়া আলোচনীৰ বেটুপাতত অৰ্থপূৰ্ণভাৱে বেজবৰুৱাৰ বুকত বটালি বজৰাই দেখুৱাইছিল এক অন-অসমীয়া চিত্ৰকৰে, তাৰ পৰা আমি বুজিব লাগিব, যেতিয়ালৈকে অসমত প্ৰকৃত অসমীয়া চিত্ৰকৰ নোলাব তেতিয়ালৈকে নতুন অসম নিৰ্মাতাৰ বুকত এইদৰেই বটালি সোমাই থাকিব।

অসমীয়া ভাষা-সাহিত্যৰ উন্নতি যদি আমাৰ কেৱল মুখৰ কথাই নহয়, যদি আমি কায়মনোবাক্যে অসমীয়া জাতি জীয়াই থকাকে বাঞ্ছা কৰোঁ, তেন্তে অসমীয়া সংস্কৃতিৰ চাৰিও চুক মাৰি তাৰ উন্নতিৰ দিহা অবিলম্বে কৰিব লাগিব। ভেটা নিদিয়াকৈ যেনেকৈ পানী সিঁচিব নোৱাৰি, অসমীয়া ভাষা, লিপি, সাহিত্য আৰু জাতিৰ বুৰঞ্জীৰ দৰে, অসমীয়া সংগীত আৰু চিত্ৰ-কলাৰ বুৰঞ্জীও বৈজ্ঞানিকভাৱে অচিৰে সঙ্কলন কৰিবলৈ হাতত নোলোৱাকৈ সেই-বোৰৰ উন্নতি সাধিব নোৱাৰি। কবি শুভঙ্কৰৰ শ্ৰীহস্ত-মুক্তাৱলীৰ মূল সংস্কৃত গ্ৰন্থই নহয়, তাৰ বিতোপন অসমীয়া ভাঙনি কৰি যি দেশত নৃত্য-চৰ্চা অন্ততঃ সহস্ৰ বছৰ আছে, সেই কামৰূপৰ নৃত্য গ্ৰাম্য-নৃত্য বোলা কলঙ্ক অসমীয়াই অচিৰে দূৰ কৰিব লাগিব।

প্ৰথমত নীচাত্মিকা আৰু দ্বিতীয়ত স্বাৰ্থান্ধতা, এয়ে অসমৰ জাতীয়তা-ধ্বংস তথা স্বাধীনতা-হৰণৰ মূল কথা। সোতৰ বাৰকৈ মোগল আক্ৰমণ ওফৰাই পঠোৱা এটা জাতি তুচ্ছ মানৰ আক্ৰমণত ঢলি পৰাৰ ৰহস্য ইয়াতেই। অসমীয়া জাতীয়তা সেই তেতিয়াই যি ভাগি পৰিল, ভগা চিচাৰ দৰে সি আজিও জোৰা খোৱা নাই, সেই গৃহ-কন্দল আৰু মানৰ মাৰণত অসম কেনে জীয়া-মৰিশালি হ'ল আৰু অসমীয়া জাতীয়ত্ব কেনে বিজতৰীয়া হ'ল, সেই সময়ৰ সাহিত্য আৰু বিশেষকৈ হলিৰাম ঢেকীয়াল ফুকনৰ বঙলাত লিখা 'আসাম বুৰঞ্জী' তাৰ এক সাক্ষী। তেওঁৰ পুতেক আনন্দৰাম প্ৰভৃতিৰ সৎ চেষ্টা সত্বেও অসমীয়া নীচাত্মিকাৰ সেই কণি-বিহৰ পুলিৰ শিপা উঘাল নাখালে। তাৰ পাছত অসমীয়া জাতীয়তাৰ পুনৰ্সংস্থাপনৰ বাবে এটা অভিনৱ উপায় উলিয়ালে তেতিয়াৰ কেইজনমান অসমীয়া ডেকাই: লক্ষ্মীনাথ বেজবৰুৱাই আৱিষ্কাৰ কৰিলে জগত-গুৰু শঙ্কৰদেৱ, হেমচন্দ্ৰ গোস্বামীয়ে আৱিষ্কাৰ কৰিলে মহাবীৰ লাচিত বৰফুকন, বত্নেশ্বৰ মহন্তই আৱিষ্কাৰ কৰিলে মহা-সত্যাগ্ৰহী জয়মতী। এইকেইজন প্ৰতিনিধিত্বমূলক জাতীয় বীৰৰ আৱিষ্কাৰেৰে অধঃপতিত অসমীয়াক জীৱন্ত আদৰ্শেৰে আত্ম-প্ৰত্যয় জন্মাবৰ যত্ন কৰিলে হয়, কিন্তু সি যিমান ফলপ্ৰদ হব লাগিছিল তেনে হোৱা নাই, প্ৰত্যেক ক্ষেত্ৰতে অসমীয়াৰ অন্তৰত আজিও সেই নীচাত্মিকাই ভুমুকি মাৰিছে আৰু পদে পদে অসমীয়াই নিজৰ ঘৰতে আলহী হৈ থকাৰ দুখ-লগা প্ৰমাণ দিছে।

অসমীয়া জাতীয়তাৰ পুনৰ্সংস্থাপন

নীচাত্মিকাৰ আটাইতকৈ মাৰাত্মক লক্ষণ উদাৰতা নামৰ ঢাকনিৰে তাক ঢাকিবলৈ চোৱা। দুই এটি দৃষ্টান্তেৰে কথাটো মুকলি কৰিবলৈ চোৱা হওক: নৰ-নাৰায়ণ ৰাজপাটত

বহিয়েই ১৪৭৭ শকৰ আষাঢ় মাহত আহোম ৰজালৈ এখন প্ৰীতি-পত্ৰৰ লৈতে কিছুমান উপহাৰ পঠাইছিল, আৰু তাৰ মাজত আছিছিল কেইখনমান সাৰী : তাকে দেখি আহোম ৰাজমন্ত্ৰীয়ে ভত্তালিকে নিন্দা কৰি কৈছিল "আৰু এই সাৰী কেইখন যে পঠাইছে, তাক আমাৰ দেশৰ খাৰুচাইহঁতেহে পিন্ধে।" 'কোচবিহাৰৰ ইতিহাস'ৰ প্ৰথম খণ্ডত এই উক্তি লিপিবদ্ধ আছে। অন্যান্য আক্ৰমণকাৰীৰ দৰেই আহোম জাতি এই দেশ সোমায়, কিন্তু "নিজক নেহেৰুৱালে নিজক পাব নোৱাৰি" যীশুৰ এই মহাবাণীৰ অনুসাৰেই ক্ষুদ্ৰ আক্ৰমণকাৰীৰূপে নিজক হেৰুৱাই বিৰাট অসমীয়া জাতিৰূপে তেওঁলোকে নিজক লাভ কৰিলে, আৰু সেই আহোম ৰাজমন্ত্ৰীৰে অসমীয়া জাতীয়তাবাদী এনে তেজস্বী বাণী। অথচ আমি আজি উদাৰতা নামৰ ঢাকনিৰে আমাৰ নীচাত্মিকাক ঢাকি সেই বিজতৰীয়া সাজ শিৰোগত কৰিবলৈ যাওঁ, ইয়াতকৈ দুৰ্ভাগ্যৰ কথা একো হ'ব নোৱাৰে। আত্ম-বিশ্বাসী এমুঠি শিখ্ সম্প্ৰদায়ৰ লোকে নিজ সাজ-পাৰ অটুট ৰাখি নিশ্চয় অ-ভাৰতীয় হোৱা নাই, বৰঞ্চ সমগ্ৰ ভাৰতত সকলো ফালে আটাইতকৈ আগৰঢা এক সম্প্ৰদায়ৰূপে ভাৰতৰ গৌৰৱ স্বৰূপ হৈ আছে। ভাৰতীয় সংস্কৃতি বুলি এটা বস্তু নাই, সি ভাৰতৰ বিভিন্ন ৰাষ্ট্ৰীয় সংস্কৃতিৰ সমন্বয় মাত্ৰ। অসমত থাকি অসমীয়া নোহোৱাকৈ ভাৰতীয় হ'ব কোন? যুগে যুগে বিদেশীৰ গচকত পৰি ভাৰতৰ অন্যান্য ৰাষ্ট্ৰই ভাৰতীয় সংস্কৃতি নিখুঁত ৰখা অসম্ভৱ, সকলো বিদেশী আক্ৰমণ ওফৰাই দি অসমীয়া তথা ভাৰতীয় সংস্কৃতি ৰক্ষা কৰা স্বাভাৱিক আছিল অকল অসমীয়াৰ পক্ষেহে, আৰু অসমীয়াই তাক অটুট ৰাখিছেও। সাৰীৰ ঐতিহ্য পাৰলৈ নাই, ৰিহা-মেখেলাৰ ঐতিহ্য গৌৰৱ-উজ্জ্বল : প্ৰাক্‌বৈদিক আৰু বৈদিক যুগৰ ভাৰতীয় সভ্যতাৰ বসন-ভূষণ মুনিহৰ গাৰপৰা অন্তৰ্হিত হলেও অসমীয়া তিৰুতাই তাক চিৰকাল ৰক্ষা কৰি আছিছে। মূৰৰ খোপা ( বৈঃ কপদ ), গাৰ মণি ( বৈঃ মণি ), খাৰু ( বৈঃ খাদি ), কৰিয়া ( বৈঃ কুৰিৰা ) আদিৰ দৰে মেখলা ( বৈঃ মেখলা ) সেই নাম আৰু গঢ়েৰেই চিৰকাল চলি আছিছে : বৈদিক যুগৰ আগভাগত পুৰোহিতালি ব্যৱসায়ৰ জন্মৰ আগতে ধৰ্ম-পত্নীয়ে ঘৰৰ সকলো পুণ্য কাম সম্পাদন কৰিছিল আৰু যজ্ঞোপৱীৎ ধাৰণ কৰিছিল, কালৰ কুটিলা গতিত তিৰুতাই সেই অধিকাৰ হেৰুৱালেও সেই যজ্ঞোপৱীতৰ সলনি যি বস্ত্ৰ লগুণৰ দৰে পিন্ধিছিল সেয়ে বৃহত্ৰিকা বা ৰিহা। আৰু আজি আমি সেই সুপবিত্ৰ ভাৰতীয় প্ৰাচীন সংস্কৃতিৰ পুণ্যময় নিদৰ্শন ৰিহা-মেখলা স্বৰূপ মাণিকক কাচ বুলি দলিয়াই পেলাই মাণিক বুলি কাচ্ কিনিব খুজিছোঁ।

যি জাতীয়তা অসমীয়াৰ প্ৰাণৰ প্ৰাণত সোমাই আছিল, সি আজি বাহিৰৰ বক্তৃতা আৰু ৰচনাত ব্যৱহাৰ কৰা এটা ধুনীয়া শব্দত পৰিণত হৈছে, ইফালে আমি আগ বুলি পিছলৈ জপিয়াইছোঁ। আহোম আৰু মুছলমানবিলাকৰ কথাই নাই, পৰ্বতীয়া আৰু জন-জাতিৰ লোকৰ কথাই নাই, ভাৰতৰ বিভিন্ন প্ৰদেশৰপৰা ইংৰাজ শাসনৰ লগত অহা বঙালী, পঞ্জাবী, মাৰোৱাৰী আদিয়েও অসমীয়াৰ মাজত অসমীয়া নহৈ অজীৰ্ণ-পাতকী হৈ থকাৰ উদাহৰণ উৱৰ্থত বটি দিবলৈ নাছিল : এয়ে অসমীয়া জাতীয়তাৰ আঠা। আজি অসমীয়া জাতীয়তাত সেই আঠা নাই কিয়? আৰু সেই দোষ কাৰ? কথাতে কয় "এদিনৰ আলহী, দুদিনৰ

আলহী, তিনদিনৰ আলহী নাই।" তিন দিনৰ দিনা আলহী ঘৰৰ মানুহ হয়, ঘৰৰ মঙ্গলৰ অৰ্থে কায়মনোবাক্যে যত্ন কৰে। যি তেনে নকৰে তাক খাই-পাত-ফলা বোলে। তেনে পাপীক ঘৰ ভাঙিবলৈ কোনো গিৰিহঁতে এৰি নিদিয়ে নিশ্চয়। তিব্বতত থকা আগৰ কিম্বদন্তী-প্ৰসিদ্ধ কলিতা ৰাজ্য য'ত আছিল তাৰ বৰ্তমান নাম 'পেমাকো': তাৰ অৰ্থ 'প্ৰতিশ্ৰুত দেশ'; চীনৰ সাম্ৰাজ্য বিস্তাৰৰ প্ৰথম বলি স্বৰূপে কলিতা-ৰাজ্যবাসীবোৰক অষ্টাদশ শতিকাৰ আগ ভাগতে কাটি-মাৰি শেষ কৰি সেই পৰম ভোগালী দেশ তিব্বতীয়বোৰে অধিকাৰ কৰিলে, কিয়নো তেওঁলোকৰ মতে সেই দেশ তেওঁলোকৰ ভোগৰ বাবেহে প্ৰকৃতিয়ে সৃজন কৰিছিল। জোৱান্-ডে-আৰ্কে ইংৰাজ আক্ৰমণকাৰীক এই বুলি খেদাইছিল যে বিধতাই ফ্ৰান্স দেশ ফৰাছীৰ বাবেহে সৃজন কৰিছে। লাচিত বৰফুকনেও মোগল আক্ৰমনকাৰীক এই বুলিয়েই খেদাইছিল যে অসম অসমীয়াৰ, তাক বঙালৰ হাতত কেতিয়াও সপি দিয়া নহব।

ই প্ৰকৃতিৰ আত্ম-প্ৰতিষ্ঠাৰ নীতি, মানুহৰ সঙ্কীৰ্ণমনা কথা নহয়। অসম অসমীয়াৰ নিশ্চিয়, কিন্তু অসমীয়া কোন? ভূ-ভাৰতৰ যেই সেই লোকেই এই ঠাইত থাকি ইয়াৰ মঙ্গল সাধন কৰি অসমীয়া হব পাৰে, তাত বাধা নাই: বাধা সেইবিলাকৰ কাৰণে যি বিলাকক ভাত খুৱাওঁতে আঙুলি খাবলৈ বিচাৰে, যিবিলাক বন্ন-ছেৰাই নিজ মাতৃ হেকৱাই আহি অসম-মাতৃৰ স্তন পান কৰোঁ বুলি তেজ শুহি খাব খোজে। অসম মাতৃয়ে চিৰকাল সকলো মাউৰা-দুৰ্ভগীয়াক নিজ পুত্ৰ-পুত্ৰী ৰূপে তুলি লৈছে, সিমানতো যদি কোনোবাই তেওঁক 'আই' বুলিবলৈ লাজ পায়, তেনেকুৱা অশলাগী জীৱক নিশ্চয় কোনো অসম-সন্তানে ক্ষমা নকৰিব। শান্তিকামী ভাৰতবৰ্ষৰ ভিতৰতে আটাইতকৈ শান্তি-প্ৰিয় জাতি অসমীয়া যে সন্দেহ নাই, কিন্তু শান্তিকামীৰ অশান্তি-অনুভৱ অৱশ্যে ভয়ানক। ভাৰত যুক্ত-ৰাজ্য বোলা কথাটোৱেই বিভিন্ন ৰাজ্যৰ স্বতন্ত্ৰতাৰ কথা বুজায়, আৰু ৰাজ্যিক স্বতন্ত্ৰতাই আকৌ ৰাজ্যিক ভাষাৰ একক গুণৰ কথা সোঁৱৰায়। ৰাজ্যিক ভাষাৰ এককতাই বিভিন্ন ভাষাৰ অস্তিত্ব অস্বীকাৰ নকৰে, কিন্তু ৰাজ্যৰ তথা সৰ্বো ৰাজ্যবাসীৰ উন্নতিৰ হকে সেই বিভিন্ন ভাষাবোৰে থলুৱা মূল ভাষাৰ শাসন মানি চলাৰহে ইঙ্গিত দিয়ে। পৃথিৱীৰ সকলো ৰাজ্যত সৰহ-তাকৰ নানা ভাষা-ভাষী থাকে, অসমতো তাতকৈ বেলেগ একো নাই: অকল বিভিন্ন নগা ভাষাৰ লেখেই একুৰিৰ ওপৰ, ইয়াৰ লগত আন আন ভাষা-উপভাষা মেলি বেবেলৰ দুৰ্গৰ অৱস্থা হ'লহেতেন, যদি অসমীয়া ভাষাই এই বাৰবুলি ভাষাৰ মাজত মধ্যস্থতা নকৰিলেহেতেন। তেন্তে সকলো ফালৰপৰাই অসমত অসমীয়াক একমাত্ৰ ৰাজ্যিক ভাষা বুলিবলৈ দ্বিধা কৰাই অশলাগীৰ কাম। কোনো আচহুৱা ৰাজ্যপালনেও যদি ভাই-ভাই ঠাই-ঠাই কৰিবলৈ বুলি অসমত অসমীয়া ভাষাক একমাত্ৰ ৰাজ্যিক ভাষা বুলি স্বীকৃতি দিব খুখুজিলেহেতেন তেন্তে তেওঁলোকৰ অস্ত্ৰয়ে তেওঁলোকক কাটিলেহেতেন আৰু তেওঁলোকৰ হিলৈৰ তপত গুলি তেওঁলোকে নিজে গিলিব লাগিলেহেতেন নিশ্চয়।

শঙ্কৰদেৱক জাতীয় গুৰু ৰূপে আৱিষ্কাৰ কৰি বেজবৰুৱাই বিশেষ বিচক্ষণতাৰ চিনাকি দিছিল; পাঁচ শ বছৰৰ আগত ধৰ্ম-সমাজ-সাহিত্য সকলো ফালৰপৰা অসমীয়া সমাজক

ৰক্ষা কৰি আৰু বাহিৰত সৰ্বভাৰতীয় তথা বিশ্ব-জোৰা বেণেছেঞ্চ্ চেতনাৰ লগত অসমক অন্তৰ্ভুক্ত কৰি যি অসাধ্য সাধন কৰিছিল, শঙ্কৰদেৱৰ সেই বিশ্বজনীন নীতি অনুসৰণ কৰা হ'লে অসমে চিৰকালেই নানা সাময়িক সঙ্কটৰপৰা সহজে নিজক ৰক্ষা কৰি চলিব পাৰিলে-হেতেন নিশ্চয়। সেই আদৰ্শৰ প্ৰতি অৱজ্ঞাৰ হেতুকেই অসমীয়াৰ বুকুৰপৰা নানা জন-জাতি ফাটি যাবলৈ পালে; ভাষাৰ বিষয়তো প্ৰায় একে কথা: ৰাজ্যিক সন্মানৰ কথা এৰিও সামাজিক বা দৈনন্দিন জীৱনত দিব লগা সন্মানো অসমীয়া ভাষাই অসমত নোপোৱাটো অতি দুখ-লগা কথা। এদিন-দুদিনলৈ অসমলৈ অহা লোকক ইংৰাজী বা হিন্দীৰে বুজোৱা কথা সুকীয়া; কিন্তু অসমত বছৰৰ পাছত বছৰ নালাগে, পুৰুষৰ পাছত পুৰুষ কটোৱা, 'স্থায়ী অতিথি'ৰ লগত বিদেশী ভাষাৰে কথা পাতি নিজকো আৰু তেওঁলোককো অসমীয়া ভাষাৰ দ্ৰোহীপতা 'পাপ' বুলি নজনাও কেতিয়াও ক্ষমা-যোগ্য কথা নহয়। অসমীয়া ঘাইকৈ লিখা-পঢ়া জনা লোকৰ ভিতৰত এনে পাপ যিমান দেখিবলৈ পোৱা হয় আন কোনো সন্মানিত জাতিৰ মাজত সিমান দেখিবলৈ পোৱা নহয়।

ইংৰাজী ভাষা আৰু ইংৰাজী শিক্ষাই আমাক আধুনিক ধৰণেৰে ভাৰতীয় জাতীয় ঐক্যৰ পাঠ দিব পাৰে সঁচা, কিন্তু তাৰ আগতে আধুনিক ধৰণেৰে নহলেও, নিশ্চয় ইয়াতকৈ গভীৰ-ভাৱে ভাৰতীয় সংহতি আছিল, আৰু আজিও নিশ্চয় আছে, সেয়ে হ'ল ভাৰতীয় সাংস্কৃতিক সংহতি আৰু আধ্যাত্মিক ঐক্য। ভাৰতৰ মোগল ৰাজত্বতো এই সংহতি আৰু ঐক্য নষ্ট হোৱা নাছিল, বৰঞ্চ অনেক মোগল সম্ৰাটে ইয়াক শ্ৰদ্ধাৰ চকুৰে চাই নিজক ভাৰতীয়ৰূপে প্ৰতিষ্ঠিত কৰাৰ যত্ন কৰা বুলি বুজিব পাৰি। আজিও ভাৰতবৰ্ষক হিমালয়ৰপৰা কুমাৰিকালৈ যিহে একেডাল ডোলেৰে আঁটি বান্ধিছে সেয়ে হৈছে ভাৰতৰ বেদ-উপনিষদ, ৰামায়ণ-মহাভাৰত আদি সাহিত্য-সংস্কৃতি, ইংৰাজী ভাষা আৰু ইংৰাজী শিক্ষাই যি জাতীয় ঐক্য আনিব খুজিছে তুলনাত সি অতি তৰাং, আৰু অনৈক্য তথা দ্বন্দ্ব-মিহলি। প্ৰাচীন প্ৰাগ্‌জ্যোতিষ তথা কামৰূপো বিভিন্ন যুগত প্ৰায়ে বিভিন্ন ৰাজ্যত বিভক্ত আছিল, কিন্তু এক অসমীয়া সাংস্কৃতিক সংহতি আৰু আধ্যাত্মিক ঐক্যই যে ইয়াক সদায় বান্ধি ৰাখিছিল তাক সহজে বুজিব পাৰি। ভাৰতত হিন্দু-মুছলমানে চিৰকাল তৰোৱাল ধৰা-ধৰি কৰি সহ-বসতি কৰা নাছিল, কিন্তু যি দিনাই হিন্দু-মুছলমান একে হব নালাগে বুলি ৰাজনৈতিক জয়-গীত গোৱা হল, সেইদিনাই হিন্দু-মুছলমানে নিজক বেলেগ বুলি বুজিলে: আজি হিন্দুস্থান-পাকিস্তানত বিভক্ত হৈও সেই বিভেদৰ বিষধৰ ক্ষান্ত হোৱা নাই। অসমতো পৰ্বত-ভৈয়ামৰ বিভিন্নতা কোনো কালেই জনা হোৱা নাছিল, আজি কূট-নীতিৰ অনুগ্ৰহত সেইফালেও আমাৰ ঘৰ ভাগি থান-বান হৈছে। আমাৰ সামাজিক দুৰ্বুদ্ধিও তাৰ বাবে সামান্য জগৰীয়া নহয়, শঙ্কৰদেৱৰ পাছতেই এই ধৰ্মতো সঙ্কীৰ্ণতা আৰু বিলাস-প্ৰিয়তা সোমাল, আৰু ধৰ্ম-প্ৰচাৰকবিলাকৰ জাতীয় তথা পৰ-হিত ভাব লুপ্ত হল: ফলত শঙ্কৰদেৱে জাতীয়তা-গঠন আৰু সমাজ-গঢ়নৰ কাম তাতেই এৰা পৰিল।

জাতীয় পুনৰ্সংস্থাপনৰ কাৰ্য্যকৰী আঁচনি

কিন্তু আজিও অন্ততঃ ভাৰতবৰ্ষত ধৰ্মৰ বাহিৰে সামাজিক চেতনা জগাবপৰা আন কোনো শক্তি নাই নিশ্চয়, গতিকে অসমীয়া জাতিৰ পুনৰ্সংস্থাপনৰ বাবে আমি আজিও সেই ধৰ্মকে আশ্ৰয় লব লাগিব। ধৰ্ম-বিবৰ্জিত আৰু নীতি-বিবৰ্জিত যি তথাকথিত শিক্ষাৰ পিছনী শিল দুশ বছৰ ভাৰতীয় সমাজৰ বুকুত চলোৱা হৈছে, সেয়ে ধৰ্ম বুলিলে চক খোৱা আৰু সন্দেহ জন্মা ভাব আমাৰ মনলৈ আনি দিয়ে, তেনেবোৰ অমূলক ভাব দূৰ কৰি তাকে আমি পৰিত্ৰাণৰ ঘাই উপায় ৰূপে অৱলম্বন কৰিব লাগিব। সকলো তথাকথিত বিভিন্ন ধৰ্মতে বিশ্বজনীন ধৰ্মৰ যি বীজ সিঁচৰতি হৈ আছে, সেইবোৰ বাচি-বুটলি সমাজৰ আগত দাঙি ধৰা স্বয়ং এক মহৎ দায়িত্ব। জৰথুস্ত্ৰ, বুদ্ধ, মহাবীৰ, নানক, যীশুখৃষ্ট, মহম্মদ আৰু শঙ্কৰদেৱৰ এনে 'জগৎ-হিতায়' বাণীবোৰ সহজ সৰল অসমীয়াত প্ৰচাৰ কৰিলে ধৰ্ম, জাতীয়তা, সমাজ, সাহিত্য, সকলো ফালৰপৰা মহৎ উপকাৰ সাধিত হব যে সন্দেহ নাই। আমি ততালিকে এই কাম হাতত লব লাগে, আৰু অসমৰ চুকে-কোণে, পৰ্বতে-ভৈয়ামে আৰু এতিয়ালৈকে অন-অসমীয়া বুলি থকা অসম-বাসীৰ মাজত অবিলম্বে ইয়াৰ প্ৰবল প্ৰচাৰৰ চেষ্টা হব লাগে।

অসমত বছৰ অনুক্ৰমে নালাগে, পুৰুষানুক্ৰমে বসবাস কৰা বহুত বঙালী, মাৰোৱাৰী, পঞ্জাবী আদি আজিও অসমত অন-অসমীয়া হৈ আছে বুলি আমি মাজে-সময়ে সাধু কওঁ, আৰু কেতিয়াবা ঠেহো পাতোঁ সচা, কিন্তু সেই বদ্ কাৰ্য্যৰ বাবে কোন দায়ী তাৰ বিচাৰ নকৰোঁ কিয়? অতিথি-শুশ্ৰূষা গৃহস্থৰ কাম, সেইদৰে সেই অতিথি আমাৰ ঘৰৰ এজন হৈ থাকিব খুজিলে তেওঁক থাকিবৰ দিহা দিয়াও গৃহস্থৰেই দায়িত্ব, আমি সেই দায়িত্ব পালন কৰিছোঁ বুলি বুকুত হাত দি ক'ব পাৰোঁ নে? যদি গৃহস্থই নিজ দায়িত্ব পালন নকৰে, অতিথিয়েই সেই দায়িত্ব নিজ হাতলৈ লৈ গৃহস্থক নিজ ঘৰতে অতিথি পাতিব যে তাত বৈচিত্ৰ্য কি? এটা সামান্য দৃষ্টান্ত, অসমৰ ডাঙৰ বেহা-বেপাৰ, দোকান-পোহাৰ আজিৰ তথাকথিত অন-অসমীয়াৰ হাতত আৰু এওঁলোকৰপৰা অসমীয়া কাকত চলাওঁতাবিলাকে জাননী আদি আনে, কিন্তু এওঁলোকক অসমীয়া ভাবি গ্ৰাহক কৰিবৰ যত্ন নকৰে আৰু এওঁলোকৰ লগত অসমীয়াত কথা-বাৰ্তা নাপাতে: আমাৰ সামান্য দূৰদৰ্শিতাৰো অভাৱত অকল আমিয়েই যে নানান সুবিধাৰপৰা বঞ্চিত হওঁ এনে নহয়, সিবিলাককো অসমীয়াৰ লগত মিলি-জুলি এক হৈ পৰিবৰ সুবিধাৰপৰা আমি বঞ্চিত কৰোঁ। অবিলম্বে আমি এনে অ-সামাজিক মনোবৃত্তি এৰি নৱাগত অসমবাসীক সহ-বসতিৰ সকলো দিহা দিব লাগিব, অন-অসমীয়া পাতি তেওঁলোকক আঁতৰাই ৰাখিবৰ অধিকাৰ আমাৰ নাই। ভাপ-গাড়ীত আৰোহীৰ 'যায়গা নাই' 'যায়গা নাই' কলৰৱ আটায়ে শুনিছে, তেনে বাধা সত্ত্বেও দ্বন্দ্ব-কাজিয়া মৰা-মৰি কৰি হলেও উঠা নতুন আৰোহীয়ে আকৌ আগৰ আৰোহীৰ লগত সেই 'যায়গা নাই' 'যায়গা নাই' কলৰৱত যোগ দিয়াও আটায়ে দেখিছে, যেনে ভাপ-গাড়ী-যাত্ৰী, তেনে দেশবাসী, প্ৰথম বাধা সত্ত্বেও নতুনৰ আগমন আৰু ন-পুৰণি একাকাৰ অনিবাৰ্য্য: গতিকে আমি আজিও 'নমো নমো পাৰিজাত' নহৈ অন-অসমীয়াক আপোন কৰি লাবটি লোৱাই সজ বিবেচনাৰ কাম।

এই সম্পৰ্কত আমাৰ আৰু এক দায়িত্ব আছে, আমি এই নৱাগতবিলাকৰ আগৰ সংস্কৃতিক শ্ৰদ্ধা কৰিব লাগিব। উদাহৰণস্বৰূপে, অসমীয়াক অসমৰ একমাত্ৰ ৰাজ্যিক ভাষা ৰূপে স্বীকৃতি দিয়া মানে হিন্দী, বঙলা, ইংৰাজী আদিক সম্পূৰ্ণ অস্বীকাৰ কৰা নুবুজায়, তেনেকৈয়ে শঙ্কৰদেৱ, লাচিত, চিলাৰায়, জয়মতী আদি অসমীয়া জাতীয় বীৰ ৰূপে অসমত সৰ্বজন-পূজিত হব নিশ্চয়; কিন্তু সেইবুলি নানক, চৈতন্যদেৱ, শিৱাজী প্ৰভৃতি যে আমাৰ আদৰণীয় হব নালাগিব তেনে নহয়। মুঠতে অসমীয়া জাতি আজি নৱ-সংগঠিত হবৰ আৱশ্যক হৈছে; তাৰ বাবে এহাতে আমি যেনেকৈ অসমত কাকো অন-অসমীয়া হৈ থাকিবলৈ দিব নোৱাৰোঁ, ইহাতে তেনেকৈ যোৱা নৱাগতবোৰৰ কোনো উচ্চ সংস্কৃতি আমি অসমীয়া সংস্কৃতিত জীণ নিনিওৱাকৈ এৰি দিব নোৱাৰোঁ, আৰু তেতিয়াহে অসমৰ এই ন-পুৰণিৰ মিলন বাস্তৱতে গভীৰ আৰু স্থায়ী হব।

অকল জাতীয় বীৰসকলেই নহয়, অসমীয়াৰ তীৰ্থস্থান স্বৰূপ তেওঁলোকৰ জন্মস্থান বা স্মৃতিস্থানবোৰো উজ্জ্বল কৰি ৰাখিবৰ দিহা অবিলম্বে আৱশ্যক। শঙ্কৰদেৱৰ আলিপুখুৰী, মাধৱদেৱৰ লেটেকুপুখুৰী, আৰু সেইদৰেই দামোদৰদেৱ হৰিদেৱ প্ৰভৃতি মহাপুৰুষীয়া প্ৰচাৰকৰ জন্মস্থান, ধুবুৰীৰ গুৰুদ্বাৰ, হাঁজোৰ পোৱামক্কা আদি পবিত্ৰ স্থানবোৰ উজ্জ্বল কৰি ৰাখিলে সদৌ অসমীয়া জাতিৰ জীৱন্ত প্ৰেৰণাৰ বহুত স্থল ওলাব। সেইদৰে জিলাই জিলাই স্বৰ্গগত আধুনিক কবি-সাহিত্যিক, সমাজ-সেৱক, ৰাজনীতিক আদিৰ স্মৃতি-চিনবোৰ উজ্জ্বল কৰি ৰাখিলে বৰ্তমান আৰু ভৱিষ্যতৰ ডেকা-গাভৰুৱে নিত্য-নতুন অনুপ্ৰেৰণা লাভ কৰিব। এনে একোটা স্মৃতি-চিহ্নই যেনে প্ৰেৰণা যোগাব পাৰে, শ শ পুথি বা বক্তৃতাই তেনে কৰিব নোৱাৰিব পাৰে। শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, নৰনাৰায়ণ, চিলাৰায় প্ৰভৃতি অসমৰ চিৰপূজনীয় মহাত্মাসকলৰ সমাধি-ভূমি আজি অশ্ৰদ্ধাৰে লোকে গছকিছে। আজি হওক, কাইলৈ হওক, অসমীয়াৰ এই তীৰ্থস্থানবোৰ উদ্ধাৰ কৰাৰ সঙ্কল্প গ্ৰহণ নকৰিলে অসমীয়াৰ পিতৃপুৰুষসকলৰ আত্মা অতৃপ্ত আৰু অশান্ত থাকিব।

অসম সাহিত্য সভাৰ আজীৱন সভ্যৰ আচুতীয়া স্থায়ী পুঁজিত অবিলম্বে অন্ততঃ একলাখ টকা জমা কৰিবৰ বাবে নতুন কাৰ্য্যকৰী সমিতিয়ে দায়িত্ব গ্ৰহণ কৰোক, যাতে ভৱিষ্যতেও অৰ্থ-অনাটনৰ অজুহাত দেখুৱাবলৈ কোনো ঠাই নাথাকে। কাৰ্য্যনিৰ্বাহকৰ প্ৰতি তিনিজন সভ্যেৰে জিলাই জিলাই ইয়াৰ বাবে একোখন উপসমিতি গঠিত হলে, সেয়ে এই কাম সম্পন্ন কৰিব পাৰিব। দ্বিতীয়তে, সভাৰ এটি বাৰমহীয়া সাহিত্য-প্ৰচাৰ বিভাগ প্ৰধান সম্পাদকৰ তত্বাৱধানত পৰিচালিত হওক, ইয়াৰ বাবে সভাৰ নিজা প্ৰকাশিত আৰু অন্যান্য লেখক প্ৰকাশকৰ ন-অসমীয়া পঢ়ুৱৈৰ বাবে আগবঢ়াব খোজা কিতাপ আধা-মূলীকৈ বেচা আৰু তাৰ লগে লগে সভাৰ সভ্য আৰু শাখা পতা কাম প্ৰবলভাৱে চলাবৰ দিহা কৰা হওক।

তৃতীয়ত, পৰ্বতীয়া বা বহুৱা শ্ৰেণীক অন-অসমীয়া বুলি নাভাবি পিছপৰা অসমীয়া ভাই বুলি সিবিলাকৰ নিচিনা সদৌ পিছপৰা জাতিৰ মাজত শিক্ষা আৰু সংস্কৃতি-প্ৰচাৰৰ দিহা

কৰা আৱশ্যক। ই যত্ন-লব্ধ আৰু ব্যয়সাধ্য হলেও সাহিত্য সভাই ইয়াক উদ্দেশ্যৰ ভিতৰত ৰাখি সম্প্রতি লিখা-পঢ়া জনাবিলাকৰ ভিতৰত অসমীয়া সহজ সৰল সাহিত্য প্রচাৰ কৰিবৰ দিহা কৰোক। বৰ্তমান যাইকৈ বাতৰি কাকত আৰু অন-তাঁৰ বিভাগৰ প্রচাৰৰ ভাষা দিনক দিনে এনে বাৰ-বঙলুৱা হৈ পৰিছে যে শিশু বা জনসাধাৰণহে নালাগে, উচ্চশিক্ষিতৰ বাবেও তাৰ অনেক কথা বুজা কঠিন। অসমীয়া জনগণৰ কথা পাহৰি কেৱল বঙলা-হিন্দী আদি ভাষাৰ অন্ধ অনুকৰণ কৰাতেই আমাৰ এনে দুৰ্গতি, ইয়াৰ বিৰুদ্ধেও সূচনামূলক সমালোচনা কিছু কালৰ বাবে আৱশ্যক।

বিশ্বৰ বৰ্তমান আভ্যন্তৰীণ পৰিস্থিতি সম্পৰ্কে যেয়ে অন্তৰ্চকুৰে অলপো চাব পাৰিছে সেয়ে নেদেখাকৈ থকা নাই যে জগত আজি এক অভূতপূৰ্ব পৰিবৰ্তনৰ আগ্নেয়গিৰিৰ সন্মুখত।

**অসম ৰাজ্যপালনৰ সাহিত্যিক দায়িত্ব**

যোৱা এশ বছৰৰ ভিতৰত পৰিবৰ্তনৰ ধুমুহাই যিমানখিনি ওলট-পালট ঘটাইছে, তাৰ আগৰ এক সহস্র বছৰৰ ভিতৰতো সিমান হোৱা নাছিল, অৱশ্যে এই পৰিবৰ্তন অকল বাহ্যিক বা শাৰীৰিক নহয়, ই আভ্যন্তৰীণ আৰু মানসিকো। আজি জগতৰ গৰ্ভৰপৰা যি আৰ্তনাদ আহিছে এনে আৰ্তনাদ মানুহৰ কাণত বা প্রাণত আগতে কেতিয়াও পশিবপৰা নাছিল। এই আৰ্তনাদ দুতৰপীয়া: এফালে পুৰণি জগতখনৰ মৰণ-যন্ত্রণা, আৰু ইফালে নতুন জগতৰ প্রসৱ-বেদনা, কিয়নো, বিশ্ব্ নহাকৈ একোৱেই উপজিব নোৱাৰে। তিনি কুৰি বছৰৰ আগত ইয়াৰ এটি সামান্য বিজনি পাওঁইক: য়ুৰ'পৰ শিল্প-বিপ্লৱৰ আৰু ফৰাচী ৰাষ্ট্ৰ-বিপ্লৱৰ যুটীয়া পৰিণতিত উনৈশ শতিকাৰ ধ্বংস আৰু কুৰি শতিকাৰ জন্ম দেখিবলৈ পোৱা হ'ল। কিন্তু বৰ্তমান আন্দোলন সমগ্র বিশ্ব আৰু সদৌ মানৱ মনৰ দীঘ-বাণি সামৰি লৈছে, ইয়াৰ ফল এই কুৰি শতিকাৰ উত্তৰ্গালি অতপালিৰ সামৰণি আৰু একৈশ শতিকাৰ বিশ্ব-শান্তিৰ পাতনি হব পাৰে: কিন্তু পুৰণি ভাবৰ শিপা উঘালোঁতে তাৰ বাবে যাইকৈ ভাৰতীয় সমাজে সামান্য জোকাৰ খাব নালাগিব, কিয়নো ভাৰতীয় সমাজ আজি বাস্তৱতে "অতো নষ্টঃ ততো ভ্ৰষ্টঃ।" নিজ জাতীয় ভাব-আদৰ্শত জলাঞ্জলি দি বিদেশী শাসনৰ সম্বন্ধত য়ুৰ'পৰ উনৈশ শতিকাৰ তামাদী আদৰ্শকে শিৰোধাৰ্য্য কৰি ভাৰতে আজিও নিজক ধন্য মানিছে: এই সান্দহ খোৱা বালিও তল যাবৰ দিন আঙুলিৰ আগত লেখিবপৰা হ'ল। ভাৰত, তথা অসম, অহা নতুন জগতত বাস কৰিবলৈ হ'লে নিজ জাতীয়তাৰ ভেটিত নতুনৰ বেদ আৰু নতুনৰ সংহিতা ৰচিবলৈ এতিয়াই যত্নপৰ হ'ব লাগিব, নহলে বালি-চাপৰিত সজা ঘৰৰ দৰে ভাৰত তথা অসম বাৰিষাৰ ঢলত উটি যাব লাগিব যে সন্দেহ নাই।

ৰাজ্য আৰু ৰাজ্যপালন আহে আৰু যায়, সৎ সাহিত্য চিৰকাল থাকে, আৰু সি তাৰ পৃষ্ঠপোষক ৰাজ্য আৰু ৰাজ্যপালৰ স্মৃতি যুগমীয়া কৰে। দৃষ্টান্তভাৱে, আন অলেখ ৰাজ্যৰ স্মৃতি লোপ পালে, কিন্তু কালিদাসৰ সাহিত্যই বিক্রমাদিত্যৰ ৰাজ্যৰ, আৰু ৰামসৰস্বতী প্রভৃতিৰ মহাপুৰুষীয়া সাহিত্যই নৰনাৰায়ণৰ ৰাজ্যৰ স্মৃতি অমৰ কৰি ৰাখিছে। য'ত ৰাজ্যপালন আৰু সৎ সাহিত্যৰ বিৰোধ, ত'ত সৎ সাহিত্যই সদায় জয়ী হয়। উদাহৰণস্বৰূপে, গজনিৰ মামুদ

আৰু কৰি ফিৰদৌছিৰ বিবাদত কৰি ফিৰদৌছিৰ জয়কে কালে ঘোষণা কৰিছে। ৰাজ্যপালনৰ সাহিত্য-পৃষ্ঠপোষকতা যদি অকপট নহয়, বা যদি জনপ্ৰিয়তা লাভৰ উপায় ৰূপে ইয়াক ব্যৱহাৰ কৰা হয়, তেন্তিয়া ই হোৱাতকৈ নোহোৱাই ভাল। ৰামসৰস্বতীয়ে মুক্তকণ্ঠে স্বীকাৰ কৰিছে বোলে নৰনাৰায়ণ ৰজাই পৃষ্ঠপোষকৰূপে তেওঁক দাস-দাসীৰ উপৰিও যি ধন-সম্পত্তি আগ বঢ়াইছিল সি তেওঁৰ "সাত পুৰুষক লাগি থাইবাক জোৰয়।" তাৰ লগত ইংৰাজ আৰু বৰ্তমান ৰাজ্যপালনে দিয়া পৃষ্ঠপোষকতা তুলনা কৰি চাবলগীয়া। আকৌ ইংৰাজ যুগৰ পৰা আজিলৈকে শাসনৰ গৰাকীবিলাকে গতানুগতিকভাৱে কেইটামান অনুষ্ঠানক আৰ্থিক সাহায্য দি আহিছে বুলি শুনিবলৈ পোৱা হয়, কিন্তু সেই অনুষ্ঠানবোৰে বাস্তৱতে কি কি কাম কৰি দেশক প্ৰকৃত প্ৰগতিত বছৰি কিমানখিনি আগবঢ়াই নিছে জনসাধাৰণে তাৰ ভূ নাপায়, ৰাজ্যপালনে নিজে তাৰ কিবা লেখ-বুজ ৰাখেনে নাৰাখে তাকো জনা টান। ৰাজ্যপালনৰ অনুদান বাস্তৱতে ৰাইজৰ অনুদান, আৰু ৰাইজৰ ধন যাতে সৎ কামত লাগে তাক চোৱাৰ অধিকাৰ ৰাইজৰ সদায় আছে। উদাহৰণভাৱে, প্ৰকাশন পৰিষদ বুলি এটা অনুষ্ঠান পাতি ৰাজ্যপালনে তাত বছৰি অন্ততঃ লাখ টকা ঢালিছে, তাৰ বিনিময়ত ৰাইজে যি পাইছে সি অতি অকিঞ্চিৎকৰ নিশ্চয়, ৰাজ্যপালনৰ তথা ৰাইজৰ গাঁঠিৰ ধনত হাত নিদিয়াকৈ অনেক প্ৰকাশকে গাইগুটীয়াভাৱে অনেক দিনৰ পৰাই জাতিৰ হকে তাতকৈ লাগতিয়াল কাম কৰি আহিছে: ই তাত হেতা-ওপৰা কৰিছে মাত্ৰ। প্ৰকাশন পৰিষদ যে জন্মতেই ভ্ৰান্ত এই কথা আমি প্ৰথমৰ পৰাই ৰাজ্যপালনৰ কাণ চুৱাই আহিছোঁ, ভাৰতীয় বিদ্যাভৱনে সঙ্কলন কৰা ভাৰত বুৰঞ্জীৰ নিচিনা বা ৰমেশচন্দ্ৰ মজুমদাৰে সম্পাদন কৰি উলিওৱা বঙ্গৰ ইতিহাসৰ শাৰীৰ এখন বিস্তৃত অসমীয়া জাতিৰ বুৰঞ্জী সঙ্কলনৰ দিহাহে অসম ৰাজ্যপালনে কেতিয়াবাই কৰিব লগা কাম আছিল। আমি ভাবোঁ, অসম ৰাজ্যপালনে সাহিত্যৰ নামত আজিও যিখিনি অৰ্থব্যয় কৰিছে সি অতি নিকৃষ্ট নহয়, কিন্তু তাৰ যি ফল পোৱা হৈছে সিহে অতি নগণ্য: চিন্তা আৰু পৰিকল্পনাজনিত এই দোষ দূৰ কৰিবৰ বাবে ৰাজ্যপালনে অবিলম্বে এটি সম্বন্ধ-ৰক্ষক সমিতি পাতি তাৰ যোগেদি এই অনুদানবোৰৰ আৰু তাৰ ব্যৱহাৰৰ পুঙ্খানুপুঙ্খ বিচাৰ কৰি সেইবোৰ পুনৰ্সংস্থাপিত কৰিব লাগে। দৃষ্টান্তৰূপে, যাদুঘৰ আৰু বুৰঞ্জী-পুৰাতত্ত্ব বিভাগ লগ লগাই দি বৰ্তমান বুৰঞ্জী-পুৰাতত্ত্ব বিভাগৰ কাৰ্য্যালয়তে নতুন আৰু বৃহৎ অসম বুৰঞ্জী সঙ্কলনৰ কাম অবিলম্বে আৰম্ভ কৰিব লাগে। বৰ্তমান প্ৰকাশন পৰিষদে এই নামেৰেই ৰাজ্যপালনৰ প্ৰকাশ কৰিব লগা সকলোবোৰ পুথিৰ ছপাৰ তত্ত্বাৱধান লব পাৰে, বছৰি এই বিভাগবোৰে কৰা কামৰ একোটি বাস্তৱ বিৱৰণ ওলাব লাগে। অসমৰ যি ৰাজ্যপালনেই হওক নিজৰ ভেটি শকত আৰু স্মৰণীয় কৰি ৰাখিবলৈ হলে সৎ সাহিত্যৰ যোগেদি এক শকত অসমীয়া জাতি গঢ়ি তোলাত যত্নপৰ হবই লাগিব, নহলে সি অৱশ্যে বালিৰ ঘৰৰ দৰে জহি-খহি যাব।

অসম ৰাজ্যপালনৰ সাধাৰণ গঢ়-গতি অসমীয়া-বিৰোধী বুলি এক অদ্ভুত অভিযোগ হাটে-বাটে শুনিবলৈ পোৱা হয়, আমি আশা কৰোঁ ই অমূলক, কিন্তু অমূলক হলেও ইয়াক

সমূলে অপ্ৰমাণিত কৰিবৰ বাবে অসম ৰাজ্যপালনে অবিলম্বে অসমীয়া ভাষাক একমাত্ৰ ৰাজ্য-ভাষা বুলি ঘোষণা কৰি সকলো সন্দেহ ভঞ্জন কৰিব। দেশমাতৃৰ নিজা ভাষাৰ বিৰুদ্ধে দ্ৰোহ আৰু অপমানজনক আচৰণ কোনো সজ বিবেচক ৰজা-প্ৰজাই জানি শুনি কেতিয়াও কৰিব নোৱাৰে : ভাৰত ৰাজ্যপালনৰ কথাকে কৈছোঁ, অসম ৰাজ্য তাৰ এক অঙ্গ বুলি স্বীকাৰ কৰিও অসমৰ ন্যায্য দাবী অস্বীকাৰ কৰা অসঙ্গত। উদাহৰণভাৱে, যিটো গীতত ভাৰতৰ আন সকলো ৰাজ্যৰ নাম আছে, কিন্তু আক্ৰোশমূলক ভাৱে স্বাধীন ভাৰতৰ মুকুট স্বৰূপ অসম ৰাজ্যৰ নাম বাদ দি অপমান কৰা হৈছে, ভাৰতৰ জাতীয় গীতৰূপে তাক বাছি লোৱাৰ অৰ্থ অসমীয়াৰ কটা ঘাত চেঙা তেল দিয়াৰ বাহিৰে কি হব পাৰে? তদুপৰি যি অসমীয়া উচ্চাৰণ অকল ভাৰতীয় আৰ্যভাষাৰে নহয়, সমগ্ৰ ইন্দো-য়ুৰপীয় ভাষা-গোষ্ঠীৰে বৈশিষ্ট্যৰ নিদৰ্শন, সেই বৈশিষ্ট্যক স্থানীয় জন-তাঁৰ কেন্দ্ৰত বলেৰে ভৰিৰে মোহাৰি ৰাজ্যপালনৰ কি লাভ হয় বুজা টান। শাৰীৰিক শক্তিৰ বলত বলীয়ে দুৰ্বলক অনেক নিৰ্যাতনেই কৰিব পাৰে, কিন্তু যি নিৰ্যাতন অন্যায় তেনে নিৰ্যাতনে নিৰ্যাতিতৰ নৈতিক শক্তিক মুক্ত কৰি দিয়ে। দুৰ্বলৰ ওপৰত অত্যাচাৰ যেনে তেনে দুৰ্বলতাৰে পৰিচয়, স্থানীয় জন-তাঁৰ কেন্দ্ৰত ‘গাঁৱলীয়া বাইজলৈ’ যি ভেঙুচালি নিতৌ আগবঢ়োৱা হয়, সিও তাৰেই প্ৰমাণ। কিয় নগৰীয়া বা তথাকথিত শিক্ষিত শ্ৰেণীৰ মাত-কথা গঢ়-গতিত জানো ভেঙুচালি কৰিবৰ কথা নাই? যদি আছে, আমি লগে লগে তাৰো ভেঙুচালি নকৰিবৰ কাৰণ কি? কাৰণ, আমি বুদ্ধিমান, আমি মৰা ঘোঁৰাৰ পিঠিতহে চাবুক বহুৱাওঁ, কিয়নো জীয়া ঘোঁৰাৰ পিঠিত চাবুক দিলে কি বিপদ আমি তাৰ ভু পাওঁ। মূঠ কথা, জাতীয় ৰাজ্যপালন সম্পূৰ্ণ জাতীয় প্ৰীতি আৰু জাতীয় কল্যাণৰ ওপৰত প্ৰতিষ্ঠিত হোৱাৰ বাহিৰে কাৰো শান্তিৰে জীয়াই থাকিবৰ উপায় নাই, সুহৃদ বা আত্মীয়-স্বজনৰ প্ৰতি কপট লৈ এখন ঘৰত কোনেও সুখেৰে থাব নোৱাৰে নিশ্চয়। ভাৰত ৰাজ্যপালনে জানি-শুনি যেনেকৈ দুৰ্বল বুলি অসমক অন্যায় উৎপীড়ন কৰি সুখী হব নোৱাৰে, অসম ৰাজ্যপালনেও তেনেকৈ নিজৰ ভিতৰত ভেদ বঢ়াই কেতিয়াও লাভবান হব নোৱাৰে।

ফৰাচি ফকৰা এটাই কয় বোলে বয়সৰ ফুকুৰিয়েই হ'ল যৌৱনৰ বাৰ্ধক্য, আৰু আটৈ কুৰিয়েই হ'ল বাৰ্ধক্যৰ যৌৱন। অসম সাহিত্য সভাই সেই যৌৱনৰ বাৰ্ধক্য কেতিয়াবাই পাৰ হল, এতিয়া বাৰ্ধক্যৰ যৌৱনৰ দুৱাৰ-দলিত ভৰি দিবলৈ ওলাইছে। আমাৰ বৰ্তমান অৱস্থাত এই সাহিত্য সভাক আমি ‘বৃদ্ধ যোৱান্’ হবলৈ এৰি দিব নোৱাৰোঁ দেখি ‘যোৱান্ বৃদ্ধ’ হোৱাকে বাঞ্ছা কৰোঁ, আৰু সেই বাবেই ইয়াৰ কায়কল্প চিকিৎসাৰ আৱশ্যক বুলিছোঁ। সভাৰ নিয়মাৱলীমতে ইয়াত কোনো দল-গত ৰাজনীতিৰ ‘আলোচনা’ৰ ঠাই নাই, কিন্তু বাস্তৱতে ইয়াত কোনো ভেদ-নীতি সোমাবৰ ঠাই হব নালাগিছিল। দৃষ্টান্তভাৱে, সাহিত্য-সভাৰ সভাপতি বাচনিৰপৰাই ধৰি প্ৰায়খিনি কাম ভ'টৰ দ্বাৰা নিৰ্ণয় কৰিব লাগে কিয়? ভ'ট লোৱা মানে থৰিয়াল মাতি অনা, আৰু ভ'টৰ বলেৰে জিকা মানে গাৰ বলেৰে জিকা; তাত নৈতিক জয়ৰ প্ৰমাণ নাই। অকল

সাহিত্য সভাৰ কায়কল্প চিকিৎসাৰ আৱশ্যকতা

সভাপতিয়েই কিয়, ইয়াৰ বিষয়-বৰীয়া আৰু কাৰ্যনিৰ্বাহক বাচনিতো প্ৰতিদ্বন্দ্বিতা সোমোৱা অন্যায়; কিয়নো ই সেৱাৰ ঠাই, আৰু যোগ্যতৰ জনকেই আটায়ে মিলি-জুলি এই সেৱাৰ বাবে আগবঢ়াই দিব লাগে যাতে সেই যোগ্যতৰ সেৱাৰপৰা উপকৃত হব পাৰে। আমি নামঘৰ সোমাওঁতে যেনেকৈ মলিন বসনহে নালাগে চৰ্মৰ পানৈযুৰিও বাহিৰত এৰি যাওঁ, সাহিত্যমন্দিৰ সোমাওঁতেই তেনেকৈ ধন-মান-ক্ষমতাৰ স্পৃহা থকা মলিয়ন মন ত্যাগ কৰি যাব লাগে নিশ্চয়।

সংখ্যাধিক্যই কেতিয়াও সত্যাধিক্যলৈ নাঙুলিয়ায়, ইহাতে, ঈশ্বৰৰ ফলীয়া এজনকো সংখ্যাগৰিষ্ঠ বুলিব লাগিব। সাহিত্য-সভা তথা তাৰ সভাপতি, বিষয়-বৰীয়া আৰু কাৰ্য-নিৰ্বাহক সদোৱেই অসমীয়া জাতি আৰু সমাজৰ পবিত্ৰ ন্যাস-ৰক্ষী, তেওঁলোক যুটীয়া-গুটীয়া উভয় ভাৱেই অকল অসমীয়া সমাজ আৰু অসমীয়া জাতিৰ কাষত উত্তৰৰ বাবে দায়ী নিশ্চয়। কোনো দলীয় ৰাজনীতিৰ দুষ্ট নিদৰ্শন লৈ যদি কোনোবাই এই ন্যাস-ৰক্ষী সমিতিক এটা দলত পৰিণত কৰি দলীয় আনুগত্যৰ ভাব মনলৈ আনে, তেন্তে তেনে লোকে নিশ্চয় দেশ আৰু নিজৰ বিৰুদ্ধে দ্ৰোহ আচৰণ কৰে। দলীয় আনুগত্য দেশানুগত্য নহয়, সত্যানুগত্যষ নহয়েই, দলৰ এজন লোক চোৰ হলে দলানুগত্যৰ দোহাই দি সেই পাপ ঢাকিবলৈ যোৱা মানে আটায়েই সেই পাপৰ অংশীদাৰ হৈ পাপ-ব্যৱসায় বহলোৱা। যুৰ'পৰ এনে বিজতৰীয়া অনুকৰণেই ভাৰতীয় জীৱনত আৰম্ভৰপৰাই যে আপদ চোচৰাইছে তাত সন্দেহ নাই। অন্ততঃ সাহিত্য-ক্ষেত্ৰ তেনেবোৰ অশুচি কাৰ্যই যাতে চুৱা কৰিবলৈ নাপায় তাৰ বাবে আমি সাৱধান হোৱা উচিত।

বঙ্গীয় সাহিত্য পৰিষদতকৈ বয়সত অলপ পিছ হলেও সেই অনুপাতেও অসম সাহিত্য সভাই যিমানখিনি কাম কৰিব পাৰিব লাগিছিল, তাৰ আধাখিনিও যে এতিয়ালৈকে হোৱা নাই ই নিশ্চয়, কিন্তু কিয় হোৱা নাই আৰু কেনেকৈ হব পাৰে তাৰ পুঙ্খানুপুঙ্খ আলোচনা ভালদৰে নোহোৱাটো ততোধিক দুখৰ কথা। অতীতৰ অভিজ্ঞতাৰ তিতা-কেহাঁই আমাক চকুত আঙুলি দি দেখুৱায়, সাহিত্য সভাত অ-সাহিত্যিক উদ্দেশ্যৰ ভকাইত সোমাই মাজে মাজে যে লণ্ডভণ্ড কৰি থাকে তাৰ বিৰুদ্ধেই আমাৰ সমাজ-বিৱেক অচিৰে জাগ্ৰত হোৱা উচিত। উদাহৰণভাৱে, ফুকলীয়াৰপৰা চেমনীয়া কাললৈকে এই অনুষ্ঠানৰ লালন-পালন কৰোঁতা শৰতচন্দ্ৰ গোস্বামীয়ে হাত এৰি দিয়াৰ পাছৰপৰাই সংগঠনমূলক কামৰ অভাৱত ই দিনক দিনে লক্ষ্যভ্ৰষ্ট হবলৈ ধৰে, ইয়াৰ শেষ পৰিণতিত তথা অচল অৱস্থাত ১৯৪৩-৪৪-ত "অসম সাহিত্য সভা সংস্কাৰ সমিতি" এটি গঠিত হৈ ১৯৪৪-ত ইয়াৰ কাৰ্যপালনৰ নতুন দিহা কৰে, আৰু ইয়াৰ নিয়ম-তন্ত্ৰ আদি বৰ্তমান গঢ়লৈ আনে। একালে পুৰণি সম্পাদকে নতুন সম্পাদকক আগৰ টকা-কড়ি গতাই নিদিয়া, আৰু ইফালে সামৰিক বিভাগে সভাৰ স্থায়ী কাৰ্যালয় আটক কৰি ৰখা যুদ্ধকালীন ভীষণ দুৰ্যোগৰ মাজতো এই নতুন কাৰ্যপালনে তাৰ আগৰ ২৭ বছৰৰ মুঠ এঘাৰজন আজীৱন সভ্যৰ ঠাইত নতুনকৈ এশজনৰ ওপৰ আজীৱন সভ্য পাতি দহ হাজাৰ টকাৰ এটি আচুতীয়া পুঁজি, আৰু গাঁৱে-নগৰে বহলভাৱে শাখা-সভা আদি স্থাপন কৰি,

তেতিয়া ৰাজ্যপালন সাহায্য বিশেষ নথকা সত্ত্বেও সাধাৰণ পুঁজি আদি সকলো কালে সভাৰ অৱস্থা টনকিয়াল কৰি তোলে। অদৃষ্টৰ ফেৰ। ঠিক তাৰ পাছতেই সভাই আকৌ বিপৰীত ফালে খোজ ললে, আৰু আনহে নালাগে এই উন্নতিৰ কালছোৱাৰ হিছাপ-পত্ৰ আৰু বছিদ বহী পৰ্যন্ত ইফাল-সিফাল কৰি চাৰিওফালে ধূলি ছটিয়াই এক ধুঁৱলি-কুঁৱলী অৱস্থাৰ সৃষ্টি কৰিলে। সেই কালৰ সকলো কাকত-পত্ৰৰ বিচাৰ হলে এনে আৰু বহুত কথা পোৱা হব, সম্প্ৰতি সেই বিষয়ে যিমান তাকৰ কোৱা হয় সিমানেই ভাল। আশাৰ কথা ইয়ানেই, তাৰ পাছৰ কুৰি বছৰৰ ভিতৰৰ এই শেষৰ দহ বছৰ নিশ্চিতভাৱে সকলো কাম পুনৰ শৃঙ্খলাৰে অহা দেখা পোৱা হৈছে।

আমি জনাত অসম সাহিত্য সভাৰ আদিৰপৰা এতিয়ালৈকে সকলো আঁতি-গুৰি থকা কাকত-পত্ৰ নিয়মিতভাৱে নাই, ১৯৪৪-৪৭ত সভাৰ এখন বিস্তৃত বুৰঞ্জী বিশেষ যত্নেৰে সঙ্কলন কৰা হৈছিল, কিন্তু যুদ্ধকালীন দুৰ্যোগৰ বাবে তাক তেতিয়াই ছপাবপৰা নহল। তাৰ পাছতো সেই বুৰঞ্জীখন কাকতত বা পুথিৰ আকাৰে ওলোৱা দেখা নাই, সভাৰ বৰ্তমান কাৰ্যালয়তো তাৰ উৱাদিহ পোৱা নহল। যি হওক, অবিলম্বে সভাৰ এই বুৰঞ্জীখন বিচাৰি উলিয়াই এতিয়ালৈকে সম্পূৰ্ণ কৰি প্ৰকাশ কৰিব লাগে: নহলে পিতৃ-পুৰুষৰ নাম নজনাৰ দৰে সভাৰ এই ৪৮ বছৰীয়া জীৱনৰ ক'ত কি হ'ল নহ'ল আনহে নালাগে সভাই নিজেও নাজানিব। অতীতৰ ভুল-ভ্ৰান্তি শুধৰাই আৰু তাৰ কেৰোণ গুচাই লৈ আমি সভাৰ নিৰ্দিষ্ট উন্নতি-বিধানৰ দিহা ততালিকে হাতত লব লাগে।

উক্ত কালছোৱাৰ ভিতৰতে অসমীয়া সদৌ গ্ৰন্থৰ এখন বিৱৰণ-মূলক তালিকাও অতি যত্নেৰে যুগুত কৰা হৈছিল, কিন্তু যুদ্ধকালীন্ দুৰ্যোগৰ হেতুকে তেতিয়াই তাকো ছপাবপৰা নহল। এই লাগতিয়াল পুথিখনৰো কোনো সম্ভেদ আমি বৰ্তমান কাৰ্যালয়ত পাব নোৱাৰিলোঁ, আমি আশা কৰোঁ, ইয়াকো বিচাৰি লৈ এতিয়ালৈকে সম্পূৰ্ণ কৰি সোনকালে ছপাই উলিয়াবৰ দিহা হব লাগে। হৰিদ্বাৰৰ ছাহাৰাণপুৰৰ গুৰুকুল অনুষ্ঠানৰ অধ্যাপক এজনে অসমীয়া সাহিত্যৰ এনে এখন বিৱৰণ-মূলক তালিকা ইংৰাজীত সঙ্কলন কৰি ছপাবলৈ লোৱা কথা আমি জানো: অসমত অন্ততঃ অসমীয়াত তেনে এখন পুথি আজিলৈকে নোলোৱা অত্যন্ত পৰিতাপৰ কথা হৈছে: এই পুথিও অসমীয়া সাহিত্যৰ সাৰথি-পুথাৰূপে যে অতি আৱশ্যক হব সন্দেহ নাই।

অসমীয়া ভাষাৰ বহুল প্ৰচাৰৰ অৰ্থে ১৯৪৪-৪৭ৰ ভিতৰতে বুদ্ধদেৱৰ বাণী, যীশুখৃষ্টৰ বাণী, মহম্মদৰ বাণী, শঙ্কৰদেৱৰ বাণী আদি কিছুমান পুথি সহজ সৰল অসমীয়াত উলিয়াবৰ দিহা কৰা হৈছিল, আৰু সেইবোৰো যুদ্ধকালীন্ দুৰ্যোগত ছপা হৈ নোলাল। তাৰ অন্ততঃ যিকেইখন সভাৰ কাৰ্যালয়ত যুগুতকৈ ৰখা হৈছিল, তাক বিচাৰি লৈ এতিয়াও সেই কাম আৰম্ভ কৰিব পাৰি। ১৯২৮-২৯তো সভাত এনে এটি প্ৰস্তাৱ গৃহীত কৰোৱা হৈছিল আৰু তাৰ বাবে তেতিয়াই পাঁচশ টকা মঞ্জুৰো কৰোৱা হৈছিল, কিন্তু কাৰ্যপালনে কাৰ্যৰ উৱাদিহ নাপালে দেখি কাম নহল। ১৯৪৪-৪৭ত অসমীয়া শিশু-বিশ্বকোষৰ আঁচনিও সম্পূৰ্ণ কৰি ৰখা

হৈছিল, তাৰো কোনো গম-পতি বৰ্তমান কাৰ্যালয়ৰপৰা পোৱা নহল, এনেবোৰ কাম পুনৰ হাতত লোৱা উচিত।

অসম সাহিত্য সভা স্বয়ং এটা কাৰ্যকৰী অনুষ্ঠান, গতিকে ইয়াৰ নেতৃপদ সম্পূৰ্ণ দায়িত্বৰ পদবী; ইয়াক উকা সন্মানৰ আসন পাতিলে মূল লক্ষ্যই ভ্ৰষ্ট হয়: কিন্তু গভীৰ দায়িত্বৰ লগৰীয়া যি সন্মান সেই সন্মানেৰে এই আসন অৱশ্যে সন্মানিত। সাহিত্যিক বৰগুণিৰ বাবে সন্মান দেখুৱাবলৈ আগতে দুই এজনক সভাৰপৰা অভিনন্দন দিয়া হৈছিল, আৱশ্যক বুজিলে এতিয়াও তেনে সুকীয়া দিহা কৰিব পাৰি। ১৯৪৪-৪৭ত সৰ্বভাৰতীয় তথা আন্তৰ্জাতিক খ্যাতিৰ দুই তিনিজন লোকক সভাৰ পৃষ্ঠপোষক পতা হৈছিল, আৰু বিশেষ বিভূতিত হৈ থুঠিলেও ৰজনীকুমাৰ পদ্মপতিক 'প্ৰত্নতত্ত্ব-বাৰিধি' আৰু বাণীকান্ত কাকতীক 'ভাষাতত্ত্ব-বাৰিধি' উপাধি দিবৰ দিহা কৰা হৈছিল। আন এটি লাগতিয়াল কথা, ডিগ্ৰমা-কাকতৰ দৰে ধুনীয়াকৈ বন্ধাই থবপৰা একোখন কাকত আজীৱন সভ্যৰ বাবে যুগুত কৰিব লাগে, আৰু অন্ততঃ সভ্যভুক্ত হোৱা বছৰ আৰু ঠাইৰ উল্লেখেৰে স্বৰ্গগত আজীৱন সভ্যৰ নামৰ এখন বিতোপন ফলি, কাৰ্যালয়ত আগৰ সভাপতিসকলৰ প্ৰত্যেকৰ একোটি প্ৰতিকৃতি আৰু সন্মেলন হোৱা ঠাইৰ উল্লেখেৰে তেওঁলোকৰ নামৰো এখন ফলি থাকিব লাগে: ইও সৰ্বসাধাৰণৰ বাবে বিশেষ প্ৰেৰণাৰ থল হয়।

আচৰিত হব লগা কথা, সাহিত্যৰ বুৰঞ্জীক আজিও বহুতে কিতাপ আৰু লেখকৰ তালিকা বুলি ভ্ৰম কৰে। বাস্তৱতে নতুন ভাব-ধাৰাৰ বিশেষ সম্পৰ্ক অবিহনে সাহিত্যৰ বুৰঞ্জীত কোনো গ্ৰন্থ বা কোনো লেখকৰ ঠাই নাই: দৃষ্টান্তভাৱে, শঙ্কৰদেৱৰ নাম আছে অসমীয়া জাতীয় ভাব-ধাৰাত মহাপুৰুষীয়া চিন্তাৰ ন এটি সুঁতি লগ-লগোৱা নায়ক বুলি: বেজবৰুৱাৰ নাম আছে আধুনিক চিন্তা-ধাৰাৰ প্ৰতিনিধিমূলক লেখক ৰূপে। একপ্ৰকাৰে, মাতৃভাষাক যেনেদৰে অনাদি বুলিব পাৰি, জাতীয় সাহিত্য তথা জাতীয় চিন্তাৰ সুঁতিও তেনেদৰে অনাদি বুলিব পাৰি, অসমীয়া জাতিয়ে অসমীয়া ভাষা বা অসমীয়া চিন্তাধাৰাক গঢ় দিলে, নে অসমীয়া ভাষা বা চিন্তাধাৰাই অসমীয়া জাতিক গঢ় দিলে সঠিক কোৱা টান, কিন্তু এই ত্ৰিবেণী যেন অনাদি কালৰপৰা দিন-ৰাতিৰ নিচিনা সৌভাগ্য-দুৰ্ভাগ্যৰ ভিতৰেদি অব্যাহতভাৱে চিৰকাল বৈ আহিছে। আকৌ, উদাহৰণৰূপে ধৰা হওক, অসমীয়া সাহিত্য তথা অসমীয়া জাতিৰ চিন্তাধাৰাত শঙ্কৰদেৱক "বিনা মেঘে বজ্ৰপাত" বুলিব নোৱাৰি, জগতৰ কোনো জাতিৰ কোনো সাহিত্যৰ নৱ-ভাস্কৰেই তেনে নহয়। সঁচা কথা, খৃষ্টৰ আগৰ আৰু পিছৰ ইংলণ্ডৰ দৰে শঙ্কৰদেৱৰ উদয়ত অসমীয়া সমাজ আৰু সাহিত্যত স্পষ্টভাৱে এক নতুন যুগৰ অৱতাৰণা হয়, কিন্তু কিন্তু শঙ্কৰদেৱ সেই অতীত আৰু বৰ্তমানৰ মাজৰ খাল নহয়, সাঁকোহে: শঙ্কৰদেৱৰ অবিহনে আমি এই নতুনত তথা বৰ্তমানত উপনীত হব নোৱাৰিলোঁহেঁতেন নিশ্চয়। এই কালৰপৰা চালে আমি কব পাৰোঁ শঙ্কৰদেৱে অসমীয়া জাতিক এই পাঁচ শ বছৰৰ আয়ুস বঢ়াই দিলে;

সাহিত্য-বুৰঞ্জী জাতীয় ভাব-ধাৰাৰ কাহিনীহে

শঙ্কৰদেৱ নোহোৱা হলে, শঙ্কৰদেৱে পঞ্চদশ শতিকাৰ ভাৰতীয় তথা জাগতিক চৈতন্যৰ লগত অসমীয়া জাতীয় চৈতন্য জোৰা সুখুওৱা হলে অসমীয়া জাতিৰ বাঁতি তেল-সলিতাৰ অসহযোগত চিৰকাললৈ নুমাই থকা অসম্ভৱ নহলহেঁতেন।

আজি আমি পুনৰ তেনে এক সঙ্কটজনক অৱস্থাত পৰিছোঁ। আমি নতুন যুগৰ নতুন চিন্তা গ্ৰহণ কৰিব লাগিব বুলিলেই সকলো নহল, অসমীয়া জাতিৰ জীৱন-বন্তি জ্বলি থাকিবলৈ হলে ই নতুন পিপাৰ তেল টানিব লাগিব, তাকে সেই পুৰণি অসমীয়া শলাকানিয়েদি: লোকৰ শলাকানিয়েদি তেল টানি কোনো জাতিৰ জীৱনবন্তি জ্বলিব নোৱাৰে। এই বাবেই প্ৰকৃত সাহিত্যিকে জাতীয় সাহিত্যৰ সাধনা কৰিবই লাগিব, কিয়নো জাতীয় সাহিত্যতহে জাতিৰ জীৱন-দেৱতা, জাতিৰ কালিকা, লুকাই থাকে। অসম ৰাজ্যৰ ভিতৰত বা অসমীয়া ভাষাত লিখা কিতাপ মাত্ৰই যে অসমীয়া সাহিত্য নহয় তাকো আমি মনত ৰাখিব লাগিব, যি সাহিত্যই অসমীয়াৰ অতীত আৰু বৰ্তমানৰ চিন্তা ধাৰাৰ ভিতৰেদি ভবিষ্যতলৈ ভূমুকিয়াই চাইছে সেয়াহে অসমীয়া সাহিত্য। এইটো অৱশ্যে সত্য যে প্ৰত্যেক যুগৰ সাহিত্যত তথা জাতীয় চিন্তাধাৰাত ন-পুৰণি, আৰু ৰক্ষণশীল আৰু পৰিবৰ্তনবাদী, আদি বিৰোধী শক্তিৰ যুজ-বাগৰ যেনেকৈ আছে, নতুন যজ্ঞৰ শত্ৰু, জাতীয় পৌত্তলিকতা, জাতিগত কুসংস্কাৰ আদি ৰাক্ষসবোৰৰ লগত কাজিয়াও তেনেকৈয়ে আছে, এয়ে যেনেকৈ ভিন্ ভিন্ জাতিৰ, তেনেকৈ সমগ্ৰ মানৱ শক্তিৰ, ক্ৰমবিকাশৰ বুৰঞ্জী: আৰু এয়ে জাতীয় তথা বিশ্ব-সাহিত্য। আজি এহাতে যিদৰে বিভিন্ন জাতিৰ, তথা বিশ্ব-মানৱৰ, অভূতপূৰ্ব সম্ভাব্য আমাৰ মানসিক দিগ্‌বলয়ত জিলিকি উঠিছে, ইহাতে সিদৰে বিজ্ঞানৰ ধ্বংসমূলক যন্ত্ৰবোৰেও মানৱ জাতিক শেষ কৰিবলৈ ভমিয়াইছে। এই সময়ত আমি অকল জাতি বুলি নহয়, মানৱ স্বৰূপেও ভাবিব লগা হৈছে: হয় মৰণ, নহয় জীৱনৰ প্ৰকৃত উপায়।

অকল বিজ্ঞানেই নহয়, বৰ্তমান পাচিয়ে পাচিয়ে বজাৰত বিক্ৰি হোৱা সাহিত্যইও সমাজৰ তথা মানৱ জাতিৰ ধ্বংসৰ বাট চোঙাই দিছে যে সন্দেহ নাই। যি কাম-আৰাধনা জীৱনৰ চতুৰ্বৰ্গ-সাধনৰ অন্যতম সাধন ৰূপে অতি পবিত্ৰভাৱে গোপনীয় ধৰ্ম আছিল, আজি সেই কাম-চৰ্চা হাটে-ঘাটে পথে-পোহাৰে দায়িত্বহীনভাৱে মেলি দিয়া হৈছে, সাহিত্য-ব্যৱসায়ীৰ অনুগ্ৰহত। তাৰ একমাত্ৰ ফল হ'ব সমাজৰ আবুৰ ভাগি ইতৰ জন্তুৰ দৰে আকৌ হাটে-ঘাটে পথে-পোহাৰে মানুহৰ অবাধ কাম-ব্যৱহাৰ চলিব, আৰু সমাজ অকল নৈতিকভাৱে নহয়, শাৰীৰিক ভাৱেও অচিৰে ধ্বংস হব। আনফালেও, সাহিত্য-ব্যৱসায়ীৰ অনুগ্ৰহত অৰ্পইতা বয়সৰ অপৈণত জ্ঞানৰ ল'ৰা-ছোৱালীয়ে আতচবাজী খেলাৰ দৰে সাহিত্য লৈ জুইৰে ধেমালি কৰিছে, নিজে নজনা-নুশুনা নভবা-নিচিন্তা কথাৰে সমাজত কাপৰ সাপ মেলি বং চাইছে! ইয়াৰ পৰিণাম তেনে ল'ৰা-ছোৱালীয়েহে নালাগে ব্যৱসায়ীবিলাকেও অনুমান কৰিব নোৱাৰে; ইয়াৰপৰা অকল বৰ্তমানত সাহিত্যৰ আদৰ্শ ভ্ৰষ্ট আৰু নষ্ট হৈছে এয়ে নহয়, সৎ আৰু অসৎ সাহিত্যৰ, সত্য আৰু অসত্যৰ, প্ৰভেদ-জ্ঞান লুপ্ত হৈ পৈণত সাহিত্য সৃষ্ট হোৱাৰ পথো ৰুদ্ধ

হবৰ উপক্ৰম হৈছে। হাট-বজাৰত গেলা-পচা বস্তু বেচিলে যদি তাত মাত-মাতোঁতা নাই, তেন্তে অৱশ্যে সমাজৰ ধ্বংস সমুৎপন্ন।

বৰ্তমান অসমীয়া সাহিত্যৰ এই দুৰ্গতিত বাধা দিবৰ একমাত্ৰ উপায় অসম সাহিত্য সভা পত্ৰিকাত বিশেষভাৱে গঠিত সমালোচনা সমিতিৰ হতুৱাই সাময়িক আৰু সম্ভৱ হলে অন্ততঃ যোৱা দহ-পোন্ধৰ বছৰত প্ৰকাশিত অসমীয়া চুটিগল্প, উপন্যাস, কবিতা, নাটক আদিৰো এটি ধাৰাবাহিক চিন্তাশীল সমালোচনা প্ৰকাশ কৰা। নিৰপেক্ষ আৰু জ্ঞান-মূলক এনে আলোচনাৰ উপকাৰ কিমান হব পাৰে তাক বঢ়াই কোৱা টান। জুইশালত নবহাকৈ পোনে পোনে কমাৰশালত বহিবলৈ উচটোৱাতকৈ প্ৰকাশ কৰা বিষয়ত বাধা-বিঘিনিয়ে নতুন লেখকক আওপাকে কিমান সহায় কৰিব পাৰে তাৰ প্ৰকৃষ্ট প্ৰমাণ জগতৰ যুগান্তৰকাৰী বিশ্ব-সাহিত্যিক জৰ্জ বাৰ্ণাড শ্ব প্ৰভৃতি মনীষীৰ জীৱনী। শক্তিসম্পন্ন লেখকৰ বাবে বাধাইহে প্ৰকৃত উদগণি, বিঘিনি তেওঁলোকৰ বাবে টিঙিৰি-তুলাৰ দৰে, শোৱা-শেৱেলুৱা লেখকৰ বাবেও বাধা-বিঘিনি উপকাৰী, কিয়নো ই তেওঁলোকৰ শক্তিক অপব্যয় আৰু অপব্যৱহাৰৰপৰা ৰক্ষা কৰে। জগতৰ উন্নত জাতিবোৰৰ ভিতৰতো লেখকৰ লেখ আঙুলিৰ মূৰত লবপৰা, কোৰ-কুঠাৰ হাতুৰি-কৰণি এৰি সমদলে কলম ধৰি দেশক উন্নতিৰ পথত আগুৱাই নিয়া উদাহৰণ ক'তো নাই।

পঢ়াশলীয়া পাঠ্য-পুথি সমিতিৰপৰা বিশ্ব-বিদ্যালয়লৈ, ৰাজ্যিক শিক্ষা-সাহিত্য-কেন্দ্ৰৰপৰা যুক্তৰাষ্ট্ৰীয় সাহিত্য-বিচাৰালয়লৈকে পক্ষপাতিতা আৰু মজ্‌লিছৰ প্ৰাধান্যৰ কথা সদায় দেখিব-শুনিবলৈ পোৱা হয়, সাহিত্যৰ মান-বিন্দু ৰক্ষাৰ ইও ঘোৰ কালকূট যে সন্দেহ নাই, ইয়াৰ বিৰুদ্ধে সমাজ-বিবেক সদায় জাগ্ৰত হব লাগে আৰু যিবিলাকৰ বিৰুদ্ধে এনে অভিযোগ বা সন্দেহ পোষণ কৰা হয় তেওঁলোকেও তাৰ চাবি-চাপৰ বাহিৰত থাকি নিজৰ আৰু সমাজৰ সজ নাম ৰক্ষা কৰা যুগুত।

অসম সাহিত্য সভাৰ প্ৰস্তাৱিত সমালোচনা-সমিতিৰ আৰু এক ডাঙৰ সেৱাৰ কাম হব চিন্তাশীলভাৱে চৰ্চা কৰি অসমীয়া সাহিত্যৰ বিশেষ অভাৱ-অভিযোগবোৰলৈ আঙুলিয়াই দেখুওৱা, আৰু পাৰিলে সম-সাময়িক বিশ্ব-সাহিত্যৰ উচ্চ মানদণ্ড দাঙি ধৰা। তদুপৰি সমাজৰ বৰ্তমান নৈতিক অধঃপতনৰ সকলো ক্ষেত্ৰতে বৰ্তমান সুপ্ত সমাজ-বিবেক জাগ্ৰত কৰিবৰ চেষ্টাও সাহিত্যিকৰ কৰ্তব্য, তাৰ বাবে সাহিত্যিকৰ আৱশ্যকীয় সৎসাহস থাকিবই লাগিব, কিয়নো ভীৰু কপটীয়া স্বাৰ্থপৰ আৰু শোৱা-শেৱেলুৱা লোক প্ৰকৃত সাহিত্যিক হব নোৱাৰে। সাহিত্যৰ সৎ-অসতৰ নিৰপেক্ষ নিৰ্ভীক বিচাৰ প্ৰকৃত সাহিত্যিকৰ হাতত, অনুপযুক্ত সাহিত্যক আঢ্যৱন্ত বা ক্ষমতাপন্নজনে সোণ ৰূপৰ মুখেৰে উপযুক্ত বুলিলেও উপযুক্ত নহয়। বাস্তৱতে আজি সাহিত্যত অনধিকাৰ চৰ্চা অবাঞ্ছনীয়ৰূপে বাঢ়িছে; এনে অবাঞ্ছিত অৱস্থাৰ অৱসান ঘটাবৰ বাবেও সাহিত্যিক-সমাজ তৎপৰ হব লাগে। এটা-দুটা কবিতা বা প্ৰবন্ধ, বা এখন-দুখন কিতাপ ছপাই সাহিত্যিক বোলোৱাও এক অনধিকাৰ চৰ্চা, কিয়নো কেৱল বতৰ চাই কঠিয়া পৰাটো সাহিত্যিকৰ লক্ষণ নহয়। সাহিত্যৰ ভিতৰেদি জাতীয় জীৱনৰ স্ফূৰ্তি যিদৰে ধাৰ

নিছিগাকৈ বয়, প্ৰকৃত সাহিত্যিকৰ অন্তৰতো সাহিত্যৰ সোঁত সেইদৰেই অব্যাহতভাৱে ব'ব লাগিব, প্ৰকৃত সাহিত্য-প্ৰেৰণা সাহিত্যিকৰ গাৰ স্বাভাৱিক তাপহে, পালজ্বৰ নহয়।

মাতৃভাষা যেনেকৈ জাতিৰ জীৱন-দেৱতা তথা দেশ-মাতৃৰ নিজা মাত স্বৰূপ, জাতীয় সাহিত্যও তেনেকৈ ভাগ্যোদয় বা ভাগ্য-বিপৰ্যয়ৰ মাজেদি জাতিৰ জীৱন দেৱতাৰ অমৰ বাণী।

জাতীয়তাৰ ইতিহাস-ৰূপে অসমীয়া সাহিত্য

সাহিত্য জাতীয় ইতিহাসৰো ঘাই অঙ্গ, সৰহ কি, ই স্বয়ং এক ইতিহাস। মানসিক বৃত্তত ভাবাইহে যে কেন্দ্ৰ-অভিমুখী শক্তি এনে নহয়, সাহিত্য সাধাৰণতে পৰিধি-অভিমুখী হৈও ভালেখিনি সময়ত কেন্দ্ৰ-অভিমুখীও হয়: কিয়নো সাহিত্য সদায়েই সমাজৰ শিহ, গতিকে এটা জাতিৰ সাহিত্য-বৃক্ষ চিনিবলৈ হলে যি সমাজৰ চিন্তাৰ বীজ আৰু আদৰৰ জীপ্ লৈ সি বাঢ়ি উঠিছে, তাৰ পৰিচয় আৱশ্যক হয়। বিশেষ যুগৰ বা গাইগুটীয়া প্ৰতিভাৰ গুণৰ প্ৰভেদ যিমানেই থাওক, সেই প্ৰভেদখিনি বাদ দি তথাপি যি উমৈহতীয়া গুণখিনি থাকে, সেয়েই জাতীয় প্ৰতিভাৰ গুণ। দৃষ্টান্তস্বৰূপে, সকলো গ্ৰীছীয় লেখকে নিশ্চয় একেদৰে নিলিখিছিল বা নাভাবিছিল, আৰু সকলো হিব্ৰু লেখকেও তেনেকৈ একেদৰে নিলিখিছিল বা নাভাবিছিল: গ্ৰীছীয় লেখকবিলাকৰ সেই গাইগুটীয়া পাৰ্থক্যখিনি বাদ দিলে যি বাকী থাকে সেয়ে গ্ৰীছীয় প্ৰতিভাৰ গুণ, আৰু হিব্ৰু লেখক-বিলাকৰ গাইগুটীয়া পাৰ্থক্যবোৰ বাদ দিলে যি অৱশিষ্ট থাকে সেয়ে হিব্ৰু প্ৰতিভাৰ গুণ। তেনেকৈয়ে ভাৰতীয় প্ৰতিভা তথা অসমীয়া প্ৰতিভাৰ নিজা বৈশিষ্ট্য নিশ্চয় আছে: ডাক পুৰুষৰ বচন আৰু শঙ্কৰদেৱৰ "কীৰ্তন"ৰ মাজত স্বৰ্গ-মৰ্ত প্ৰভেদ আমি দেখা পাব পাৰোঁ, কিন্তু সেই প্ৰভেদখিনি বাদ দিও উভয়ৰ ভিতৰত এক উমৈহতীয়া গুণ অৱশ্যে আছে, তাকে অসমীয়া প্ৰতিভা বুলিব পাৰি। অসমীয়া শৰীৰ যেনেকৈ অসমৰ পঞ্চভূতেৰে গঠিত, অসমীয়া মনও তেনেকৈ যুগ-যুগান্তৰৰ অসমীয়া সংস্কৃতিৰ দ্বাৰা পৰিপুষ্ট: গতিকে আমি অসমীয়া কওঁ বা লিখোঁ, সেয়ে সকলো নহয়, আমি ভাবোঁ অসমীয়াত, সপোন দেখোঁ অসমীয়াত: নহলে আমি কেতিয়াও হাড়ে-হিমজুৰে অসমীয়া বুলি নিজক কব নোৱাৰোঁ।

তেন্তে জাতীয় সাহিত্যৰ মন্দিৰলৈ বাহিৰৰ বতাহ-পোহৰৰ 'প্ৰবেশ নিষেধ' নে কি? নিশ্চয় নহয়, কিন্তু বাহিৰৰ সেই বতাহ পোহৰ সোমাব লাগিব জাতীয় প্ৰতিভাৰ খিৰিকীয়েদি। 'সোমাব লাগিব' বুলিনো কিয় কওঁ, বাস্তৱতে সেইদৰেই সদায় সোমাই আহিছে। দৃষ্টান্তস্বৰূপে সংস্কৃত বৈষ্ণৱ সাহিত্যৰ চানেকি আগত লৈ লিখিলেও মহাপুৰুষীয়া সাহিত্য তাৰ এটা ক্ষীণ প্ৰতিধ্বনি বা চহা সংস্কৰণ নহয়, ই স্বয়ং মৌলিক আৰু একক: মাধৱ কন্দলীৰ সীতা, শঙ্কৰদেৱৰ ৰুক্মিণী, ৰাম সৰস্বতীৰ ভীম, অনন্ত কন্দলীৰ উষা, শ্ৰীধৰ কন্দলীৰ শিশু-কৃষ্ণ, অসমীয়াতো অসমীয়া। অসমীয়া নৱন্যাস সাহিত্য দেখ্-স্বৰূপত ইংলণ্ডৰ ৰমান্টিছিজমৰ অনুকৰণ যেন লাগিলেও বাস্তৱতে তেনে নহয়: আগৰৱালাৰ "ফুলা সৰিয়হ ডৰা" ৱৰ্ডছৱৰ্থৰ 'ডেফ'-ডিলছ'ৰ নকল নহয়, বেজবৰুৱাৰ "বীণ-ব'ৰাগী" ইংৰাজী "বীণাৱৰ" অনুকৰণ নহয়, গোস্বামীৰ "প্ৰিয়তমা" "লুছী" বা "লুছী গ্ৰে"ৰ অনুৰূপ নহয়: এইবোৰ অসমীয়া কবিতা স্ব-মহিমাৰে

মহিমান্বিত। অনুকৰণশীলতা মূলতে বান্দৰৰ স্বভাৱ, প্ৰতিভা সদায় সৃষ্টি-ধৰ্মী: কিন্তু জাতীয় মনৰ কাচ্ ভোখৰৰ ভিতৰেদি চাব নোৱাৰিলে জাতীয় প্ৰতিভাৰ বৰ্ণালি কেতিয়াও দেখিবলৈ পোৱা নহয় যে ই ধ্ৰুৱ। আকৌ, ইংৰাজীত লিখা সাহিত্য মাত্ৰই যেনেকৈ ইংৰাজী সাহিত্য নহয়, অসমীয়াত লিখা সাহিত্য মাত্ৰই তেনেকৈ অসমীয়া সাহিত্য নহয়, যি সাহিত্যত অসমীয়া অভিধান আৰু ব্যাকৰণৰ প্ৰয়োগ মাত্ৰ আছে, কিন্তু অসমৰ মাটিৰ গোন্ধ নাই, সি অসমীয়া সাহিত্য হব নোৱাৰে।

ত্ৰিপিতকাচাৰ্য বেণীমাধৱ বৰুৱাই এই প্ৰসঙ্গত কৰা মন্তব্য অতি সাৰুৱা, তেওঁৰ মতে শয়নে-সপোনে দিঠকে-জাগৰণে অসমীয়া নহলে অসমীয়া সুকুমাৰ শিল্পী হোৱা দুৰূহ। সঁচাকৈয়ে স্বভাৱ-চৰিত্ৰ, মাত-কথা, ধৰণ-কৰণ, আন নালাগে দৈহিক অবয়বত এনে কিছুমান বৈশিষ্ট্য আছে যে মনে-প্ৰাণে অসমীয়া নহলে তাক কেতিয়াও সুকুমাৰ কলাত ফুটাই তুলিব নোৱাৰি: দৃষ্টান্তস্বৰূপে, বৰদলৈৰ উপন্যাসবোৰত যাইকৈ অসমীয়া ছোৱালীৰ যি চৰিত্ৰ অঙ্কিত হৈছে, বা বেজবৰুৱা-আগৰৱালাৰ কবিতাৰ ঠায়ে ঠায়ে অসমীয়া ভাব-প্ৰকাশৰ যি গঢ় জিলিকি উঠিছে, তেওঁলোকতকৈ শ্ৰেষ্ঠ প্ৰতিভাৰ হৈও কোনো অন-অসমীয়া লেখক তেনে সিদ্ধি সহজে লাভ কৰিব নোৱাৰিলেহেতেন। কিন্তু বৰ্তমান যুগত অসমীয়া চিত্ৰাঙ্কন আৰু অসমীয়া সঙ্গীতত তেনে বৈশিষ্ট্য নিপুণভাৱে ফুটি ওলোৱা আমি দেখিবলৈ নাপাওঁ, অকল এই দুই বিষয়তে নহয়, কোনো ক্ষেত্ৰতেই অসমীয়া প্ৰতিভাৰ আকাল বুলি কব নোৱাৰি, কিন্তু নিজ প্ৰতিভাক শ্ৰদ্ধা কৰি সাধনাৰ পথেদি আগবঢ়াই নি বিকশিত কৰিবলৈ যত্ন কৰাৰ উদাহৰণহে বিৰল, আৰু তাৰ বাবেও শিল্পীতকৈ শিল্পী-সমালোচকৰ অমনোযোগিতাহে অধিক দায়ী।

আমি দুখেৰে মন কৰিছোঁ, অকল অসমীয়া বা ভাৰতীয় সাহিত্যকে নহয়, সমগ্ৰ ভাৰতীয় জাতীয়ত্বকে যেন আত্ম-বিস্মৃতিত পৰ পদানুসৰণৰ আগত বলি দিয়া হৈছে! আজি আমি আমাৰ ঘৰলৈ বাহিৰৰ বতাহ-পোহৰ আহিবলৈ দিয়াতে ক্ষান্ত থকা নাই, সেই বতাহে আমাৰ ঘৰ উৰুৱাই নিবলৈ বা সেই পোহৰৰ তাপে আমাৰ ঘৰ ভসম কৰিবলৈ এৰি দিছোঁ হবলা। ই দুশ বছৰীয়া বিদেশী শাসন আৰু বিজতৰীয়া শিক্ষাৰ কুফলৰ বাহিৰে আন একো নহয়। ভাৰতীয় বেদ-উপনিষদ, ৰামায়ণ-মহাভাৰত, গীতা-ভাগৱতত ভাৰতীয়ৰ আত্মা আৰু প্ৰাণ সোমাই আছে, সেইবোৰ আদৰ্শক সমূলে উলাই কৰি বা ভবিৰে মোহাৰি পৰীক্ষামূলক পাশ্চাত্য আদৰ্শবোৰ শিৰোধাৰ্য কৰা অত্যন্ত মাৰাত্মক কথা হৈছে যে সন্দেহ নাই: কিয়নো গ্ৰীছৰ প্ৰাচীন সভ্যতাৰ দৰে ভাৰতৰ আধ্যাত্মিকতা কালৰ পৰীক্ষাত উত্তীৰ্ণ হোৱা আদৰ্শ। বৰ্তমান পাশ্চাত্য সভ্যতা সাৰ-হীন আত্মাহীন পদাৰ্থ, আৰু ই দেখাতেই ধ্বংসৰ পথত, গতিকে বৰ্তমান ভাৰতে হাতৰ মাণিক দলিয়াই পেলাই ৰঙচঙীয়া কাচ্ বুটলি লোৱা অদূৰদৰ্শিতাৰ পৰিচয়। সভ্যতা বা আদৰ্শ বুলিলে জীৱনৰ এক আশ্ৰয়-স্থল অৱশ্যে পাব লাগিব, কিন্তু মূহূৰ্তে মূহূৰ্তে সলনি হৈ থকা এই পাশ্চাত্য সভ্যতাই মানুহক তেনে নিৰ্ভৰযোগ্য আশ্ৰয় দিব নোৱাৰে নিশ্চয়। অসমীয়া জাতি কেতিয়াও কুলাৰ আগত উৰা তুঁহ-পতানৰ দৰে পাতল

নাছিল, আজিও সেইদেখি অকল পাশ্চাত্যই নহয়, আধুনিক ভাৰতীয়বো, ভৱল জাতিৰ সাহিত্যৰ আদৰ্শ বৰ্জন কৰি চলিব লাগিব।

অসমীয়া জাতিৰ দৰে অসমীয়া সাহিত্যও কেতিয়াও পতনুৱা নাছিল, আৰু সি জাতীয় বৈশিষ্ট্য সম্পূৰ্ণৰূপে ধাৰণ কৰিছিল। উদাহৰণভাৱে, আহোম আক্ৰমণ আৰু মোগল মাৰণে অসমলৈ সুমুৱালে ঐহিক কথাৰ বিৱৰণ তথা বুৰঞ্জী সাহিত্য, অসমীয়া সাহিত্যিকে তাত সহাৰি দিলে সঁচা: কিন্তু কি ৰূপত? অসমৰ পদ্য-বুৰঞ্জী লিখিত হল: তাত সোমাল ঐহিক ঐশ্বৰ্যৰ গুণ-গৰিমাতকৈ তাৰ অসাৰতাৰ কথা, এয়ে অসমীয়া তথা ভাৰতীয় প্ৰতিভাৰ মহিমা। তাৰ পাছত আহিল ইংৰাজ আৰু ইংৰাজী সাহিত্য: তাতো অসমীয়াই সহাৰি দিলে: ইংৰাজী ব্লেংক্ ভাৰ্চ ছন্দৰ অনুসাৰে অসমীয়া প্ৰৱহমান ছন্দত কবিতা লিখিলে ৰমাকান্ত-ভোলানাথে: কিন্তু কি কাব্য? অভিমন্যু বধ, সীতাহৰণ: যেন ঠেঙাৰ ভিতৰত তিয়নী চুৰীয়া। ইংৰাজী ছনেটৰ নিয়ম অনুসৰি হেম গোস্বামীয়ে কবিতা লিখিলে, কিন্তু কি? "কুকুৰা ঠেঙীয়া সেই আথৰকিটিত" ইত্যাদি: জানিবা হেটৰ তলত টিকনি। ইংৰাজী নবেল দেখি ৰজনীকান্তই উপন্যাস লিখিলে, কিন্তু তাৰ পঢ়ি আমি সাত-সাগৰ তেৰ-নদীৰ সিপাৰৰ কিবা উমঘাম পাওঁ জানো? তাত আমি পাওঁ ককা-দেৱতাই জুহালৰ কাষত বহি পেথেনিয়াই কোৱা মানৰ দিনৰ সাধু। অসমীয়া জাতীয় প্ৰতিভাৰ বিকাশ এনে বিচিত্ৰভাৱেই আমি দেখা পাই আহিছোঁ।

আচৰণত আজি ভাৰতীয় জাতি আদৰ্শভ্ৰষ্ট হৈছে সঁচা, কিন্তু তাৰ বাবে যদি ঘূৰি সেই আদৰ্শকে ভ্ৰষ্ট কৰিবলৈ বিচাৰোঁ তাতোকৈ আৰু দুৰ্ভাগ্যৰ কথা নাথাকিব নিশ্চয়। নৈৰ যেনেকৈ ওপৰ-সুঁতি আৰু তল-সুঁতি আছে, জীৱনৰো তেনে দুসুঁতি: ওপৰৰ সুঁতি হল জান্তৱ জীৱন, তল সুঁতিতহে মানুহ জীৱন। পাশ্চাত্যৰ শ্ৰেষ্ঠ সাহিত্যই এই তল সুঁতি একেবাৰে অস্বীকাৰ নকৰিলেও ভাৰতীয় শ্ৰেষ্ঠ সাহিত্যৰ দৰে তাত আধ্যাত্মিকতাৰ প্ৰাধান্য নাই: এই কথা পাহৰি পাশ্চাত্যৰ অন্ধ অনুকৰণ কৰিলে ভাৰতীয় জাতীয়তাবাদ ভৰিবে মোহৰা হয়। "ভিন্নৰুচিঃ হি লোকাঃ" বোলোঁতে কুৰুচি লেখত নোসোমায়: ভাৰতীয় শ্ৰেষ্ঠ সাহিত্যত যদি ইন্দ্ৰিয়াসক্তিৰ বৰ্ণনা আছে, তাত তাৰ উত্তম লক্ষ্যও আছে বুলি বুজিব লাগিব: শঙ্কৰদেৱে হৰমোহন, গোপীৰ বস্ত্ৰহৰণ, আৰু ৰাসক্ৰীড়া বৰ্ণাওঁতে তাৰ মহৎ তাৎপৰ্যও দিছে: চৈতানে নিজ মত সমৰ্থনৰ বাবে শাস্ত্ৰৰ বচন মতাৰ দৰে নিজৰ সমৰ্থনত প্ৰসঙ্গ-বৰ্জিতভাৱে তাৰ উল্লেখ কৰা অন্যায়। স্বয়ং ভাগৱতৰ ভাঙনিতে পীতাম্বৰ দ্বিজই "কোন অঙ্গে খুন দেখি নাইলা যদুমণি" বোলোঁতে শঙ্কৰদেৱে "জানিলোঁ স্বভাৱে কাম-বশ্য সিটো জন" বুলি তীব্ৰ নিন্দা কৰা কথাষাৰ তেনে লোকৰ প্ৰণিধানযোগ্য। শকুন্তলাৰ লগত মিলন হোৱাৰ পাছত দুষ্মন্তই সখিয়েকৰ আগত তাৰ কথা কওঁতে শকুন্তলাৰ কোনো অঙ্গৰ বৰ্ণনা দিয়া নাই; এনেবোৰেই সাহিত্যৰ সুৰুচিৰ পৰিচায়ক। "ঋতুসংহাৰ"ত তাৎপৰ্যহীনভাৱে ইন্দ্ৰিয়ালুতা প্ৰকাশ পোৱা বাবেই তাক কোনো হীন লেখকৰ ৰচনা বুলি সৰোকে কালিদাসৰ আগৰয়সৰ এই অসংযমৰ

নিন্দা কৰা হয়। "নিৰঙ্কুশাঃ কৱয়ঃ" সকলো অৰ্থত সত্য নহয়, সমাজৰ হাতত অঙ্কুশ সদায় থাকিবই। নিজে খেহ-ৰোগী হৈ খেহ-ৰোগৰ চিকিৎসক বোলোৱা হাঁহিয়াতৰ কথা, গতিকে সাহিত্যিকৰ চৰিত্ৰ সন্দেহৰ অতীত হোৱা বাঞ্ছনীয়। প্ৰকৃত সাহিত্যিকসকল সদায় সমাজৰ স্বাস্থ্য ৰক্ষী আৰু ব্যৱস্থাপক, জগৎ-কৰ্তাৰ পাছতে কবিসকল যেনেদৰে স্ৰষ্টা, তেনেদৰেই তেওঁলোক ভৱিষ্যত দ্ৰষ্টা: তেওঁলোকে মৌ-মাখিৰ দৰে মৌ আনে আৰু বিলায়, তেওঁলোকৰ নিজৰ যেনেকৈ ৰবাহ-ৰুচি নাই, আনবো তেনেকৈ ৰবাহ-ৰুচি যোগাই লাভবান বা খ্যাতিমান হ'বৰ দুৰাকাঙ্ক্ষা প্ৰকৃত সাহিত্যিকে নকৰে আৰু কৰিব নোৱাৰে।

ৰচনা-কৌশল প্ৰতিভাৰ স্বাভাৱিক ফল, অন্ততঃ মানুহৰ ছালৰ নিচিনা: ই গাৰ চোলা নহয় যে কাৰোবাৰপৰা ধাৰ কৰি আনি পিন্ধিব পাৰি। "ধানটোৱে পতি কণটো। মানুহটোৱে পতি মনটো॥"—অসমীয়া পটন্তৰত কয়। ৰচনা-ৰীতি লেখকৰ নিজা বস্তু, আৰু মৌলিকতাৰ পৰিচয়, ৰচনাৰ গঢ়ৰ অভিনৱত্বই প্ৰতিভা চিনাই দিয়ে। যদি আমি যুগে যুগে হোৱা সাহিত্যিক ৰচনা-ৰীতিৰ সালসলনিৰ কথা ক'ব খোজোঁ, যেনে মহাপুৰুষীয়া ৰচনা-ৰীতি বা নৱন্যাস ৰচনা-ৰীতি, তেন্তে তাকো সাহিত্যৰ বাহ্যিক বা আকস্মিক পৰিবৰ্তন বুলি ভাবিলে ভুল হ'ব, কিয়নো সি বাস্তৱতে জাতীয় প্ৰাণ-শক্তিৰ নতুন সঞ্চালনৰ জৈৱিক ফল। এনেবোৰ বৃহৎ সালসলনিৰ লগত জাতীয় সাহিত্য তথা জাতীয় জীৱনৰ আভ্যন্তৰীণ পৰিবৰ্তন জড়িত থাকিব পাৰে, আৰু এই বাবেই তাৰ গভীৰ বিচাৰ সাহিত্য-তত্ত্বানুসন্ধানকাৰী তথা বুৰঞ্জী-লেখকৰ ডাঙৰ দায়িত্বৰ বিষয়। সম্প্ৰতি আমি ইয়াকে বুজিলেই যথেষ্ট হ'ব যে যেনেকৈ ইংৰাজৰ পিন্ধা-উৰা, ইঁহা মতা বা খোজ কঢ়াৰ অনুকৰণ কৰিয়েই আমি ইংৰাজ হলোঁ বোলা ভুল, তেনেকৈ কোনোবা দেশৰ ক্ৰিয়া লিখাৰ বাহিৰা গঢ় অনুকৰণ কৰিয়েই সেই সাহিত্যৰ গঢ় আয়ত্ত কৰিলোঁ বোলাও ভ্ৰান্ত, কিয়নো বাস্তৱতে কিবা পৰিবৰ্তন হ'বলৈ হ'লে সি আমাৰ জাতীয় জীৱনৰ ভিতৰেদি আহিবই লাগিব, তাত সন্দেহ নাই। গতিকে প্ৰত্যেক যুগৰ লেখক-শ্ৰেণীৰ প্ৰথম আৰু প্ৰধান দায়িত্ব কেৱল নিজৰ প্ৰতি, নিজ অভিজ্ঞতাৰ প্ৰতি, নিজ সামাজিক তথা জাতীয় পৰিবেষ্টনৰ প্ৰতি অকপট হোৱা। বাস্তৱতে, কাৰ্লাইলে কওঁৰ দৰে, অকপট হ'বপৰাই বীৰোচিত মহত্বৰ প্ৰধান পৰিচয়, অকপট হ'ব নোৱাৰিলে কোনো মহৎ সাহিত্যিক-সাধন কেতিয়াও হ'ব নোৱাৰে। আকৌ ৰাস্কিনে কওঁৰ দৰে, সাহিত্যত প্ৰকৃততে মৌলিকতা নাই, আছে নতুনতা তথা অকপটতা, গতিকে সাহিত্যৰ মূল্য বাস্তৱতে তাৰ অকপটতাৰ মূল্য, আৰু ই নিৰ্ভৰ কৰে গুটীয়া লেখকৰ ব্যক্তিত্বৰ সাৰৰ ওপৰত। প্ৰত্যেক লেখকৰপৰা আমি আশা কৰোঁ নহয়, দাবী কৰোঁ, তেওঁৰ নিজা চিন্তা-অনুভৱৰ উৎকৰ্ষ, তেওঁৰ নিজা অভিজ্ঞতাৰ উৎকৰ্ষ: তেওঁৰ ধাৰ কৰা চিন্তা, অনুভৱ, উৎকৰ্ষ যিমানেই শ্ৰেষ্ঠ হওক, তেওঁৰ নিজা বস্তুৰ সমান কেতিয়াও নহয়। তেওঁ এঘৰৰ পাটনাদত আন এঘৰৰ জৰীৰে পানী তুলিবলৈ গ'লে নহ'ব: নিজৰ পাটনাদত নিজৰ জৰীৰে পানী তুলিব লাগিব। অকৃত্ৰিম বা নিভাঁজ হ'ব নোৱাৰিলে

ৰচনা-ৰীতি লেখকৰ ছালহে, চোলা নহয়

সৎ-সাহিত্যৰ থাপনা হব নোৱাৰে, কপটালি আৰু কৃত্রিমালিৰ ভূমুকিয়েই সাহিত্যৰ পতনৰ সুনিশ্চিত লক্ষণ বুলি বুজিব লাগিব: বৈকুণ্ঠনাথ ভট্টদেৱৰ পাছত মহাপুৰুষীয়া সাহিত্য, বা বর্তমান শতিকাৰ তৃতীয় দশকৰ শেষৰপৰা নৱন্যাস সাহিত্যৰ পতনমুখী গতিৰ হেতু বিচাৰিলে আমি অৱশ্যে ইয়াতেই পাব পাৰোঁ।

অকল জীৱনৰ তথা প্ৰাণৰ অক্ষয় বন্তিৰপৰাহে কোনো গ্ৰন্থৰ অক্ষয় বন্তি জ্বলি থাকিব পাৰে, আন উপায়ে নোৱাৰে। দৃষ্টান্তভাৱে, "কীর্ত্তন" অসমীয়া সাহিত্যৰ তথা অসমীয়া সমাজৰ বা জাতিৰ এটা আকস্মিক বা বাহ্যিক ফল-উপফল নহয়: ই স্বয়ং অসমীয়া জীৱনৰ প্ৰাণ-শক্তিৰ উৎৰপৰা ওলোৱা, গতিকে সি পাঁচ শ বছৰৰ পাছতো অসমীয়া প্ৰাণ-কেন্দ্ৰক স্পর্শ কৰে। কীর্ত্তনে গীতা-ভাগৱত প্ৰভৃতিৰ জীপ আনিব পাৰে, কিন্তু কীর্ত্তন পঢ়ি আমি যি আনন্দ অর্থাৎ প্ৰাণৰ সঞ্চাৰ অনুভৱ কৰোঁ, সি গীতা-ভাগৱতৰ অনুভৱ নহয়: এটি অসমীয়া মহৎ প্ৰাণৰ চিন্তা-অনুভৱ-অভিজ্ঞতাৰ ভিতৰেদি অহা হেতুকেহে সি আমাৰ তীক্ষ্ণ অনুভৱ-গম্য হয়। গতিকে এটা জাতিৰ সাহিত্যৰ প্ৰেৰণাৰ উৎ আমি সদায়েই সেই জাতিৰ সমাজত আৰু সেই সমাজৰ গুটীয়া জীৱনত বিচাৰিব লাগিব, সাহিত্য-সমালোচকৰ তথা বুৰঞ্জী-লেখকৰ পক্ষে ই যিমান সঁচা, লেখকসকলৰ প্ৰতি মূলতে ই আৰু সঁচা হব লাগিব। বিশ্বজনীনভাৱেও সাধুকথা, উপন্যাস, নাটক, কবিতা আদি সাহিত্যৰ বিভিন্ন গঢৰ গুৰিও আমি সমাজ আৰু জীৱনতেই বিচাৰি পাওঁ, স্বপ্ন-ৰাজ্য বা কল্পনাত মানুহৰ প্ৰীতিৰ বাবেই সাধু-উপন্যাসৰ জন্ম: মানুহৰ নানা কার্যকলাপ আৰু সম্পর্কৰ জীৱন-নাট্যৰেই প্ৰতিলিপি নাট্য-সাহিত্য: বহির্জগতৰ প্ৰতি মানুহৰ আসক্তিতে বিৱৰণমূলক সাহিত্য: অন্তর্জগতৰ ভাব-প্ৰকাশৰ ধাউতিতে গীতি-সাহিত্য।

সাহিত্য সমাজৰ শহ্‌ বাবেই সাহিত্যৰ উত্থান-পতনৰ হেতু যেনেকৈ সমাজৰ আভ্যন্তৰীণ গতিত বিচাৰিব লাগে, সমাজৰ উত্থান-পতনো তেনেকৈয়ে আমি সাহিত্যত বিচাৰি পাব পাৰোঁ, আনহে নালাগে, সাহিত্যৰ ৰুচি আৰু ৰচনা-ৰীতিৰ উত্থান-পতনৰো হেতু সমাজতেই লুকাই আছে। উদাহৰণভাৱে, আমাৰ সাহিত্যত যদি বিজতৰীয়া ৰুচি বা বেৰেজীয়া গঢ় কিবা সোমাইছে, তাৰপৰা বুজিব লাগিব সমাজৰ অন্ততঃ এক শ্ৰেণী লোকৰ ৰুচি তেনে বিজতৰীয়া হৈছে, বা বেৰেজীয়া গঢ ভাল পোৱা এক শ্ৰেণী লোক ওলাইছে। কিন্তু এয়ে লেখকবিলাকক স্বেচ্ছাচাৰিতাৰ পট্টাদাৰ নাপাতে, যি হেতুকে ইতৰ বা বৰাহ ৰুচি-পূৰণ তেওঁলোকৰ কাম নহয়, সমাজৰ আৰু জাতিৰ কল্যাণ-সাধনৰ মহৎ দায়িত্ব সাহিত্যিকৰ সদায়েই আছে। সমাজৰ আৰু সাহিত্যৰ পতনমুখী অৱস্থাত উন্নত ৰুচি আৰু উৎকৃষ্ট ভাব-ধাৰাৰে সমাজক উদ্বুদ্ধ কৰা আৰু সাহিত্যিক নতুন দিশ দর্শন কৰোৱা সাহিত্যিকৰ মহৎ কর্তব্য: অসমীয়া সাহিত্যত শঙ্কৰদেৱৰ দৰে ইংৰাজী সাহিত্যত মিল্টন প্ৰভৃতিয়েই তাৰ উৎকৃষ্ট দৃষ্টান্ত। এই বাবেই কোনো অৱস্থাতে সমাজক বাদ দি সাহিত্যৰ বিচাৰ হবই নোৱাৰে, আৰু যিখিনিতে আমি সাহিত্যৰ কোনো চিন্তা-ধাৰা বুজিবলৈ টান পাওঁ সেইখিনিতে

আমি গুলুকা মাৰি সমাজ-ক্ষেত্ৰত প্ৰৱেশ কৰিব লগা হয়, কিয়নো প্ৰত্যেক গ্ৰন্থৰ পাছত যেনেকৈ এজন লেখক আছে, প্ৰত্যেক লেখকৰ পাছত তেনেকৈ তেওঁৰ চিন্তাৰ পৰিপোষক এখন সমাজ আছে। অকল সমাজ বোলোঁ কিয়, জাতীয় জীৱনৰ বেলিকাও এই কথা অনেক পৰিমাণে খাটে: জাতিৰ উত্থান-পতনৰ সঙ্কেত তাৰ সাহিত্যত, আন নালাগে ভাষাতো, পাবলৈ আছে; জাতিৰ অতীতৰ বিষয়ে যেতিয়া আন সাক্ষী একো নাথাকে, ভাষা-সাহিত্য তাত আগবাঢ়ি আহে, কিয়নো ভাষা-সাহিত্য জাতিৰ আত্মপ্ৰকাশৰ এক থাই স্তুতি।

মূল কথা, পৃথিৱী এৰি পাৰ দিবলৈ চেষ্টা কৰা যেনে বাতুলতা, মাতৃভাষাৰ দৰে মাতৃভূমি তথা নিজ সমাজ আৰু জাতি এৰি সাহিত্যিক হবলৈ যোৱাও তেনে। বাস্তৱতে সাহিত্যত যেনেকৈ গ্ৰীছীয় শক্তি বুলিলে গ্ৰীছীয় লেখকবিলাকৰ গাইগুটীয়া বৈশিষ্ট্যবোৰ বাদ দিলে যি থাকে তাক বুজায়, আৰু হিব্ৰু লেখকবিলাকৰ গাইগুটীয়া বৈশিষ্ট্যখিনি বাদ দিলে যি থাকে তাক বুজায়, গ্ৰীছীয় আৰু হিব্ৰু শক্তি এইদৰে আলগাই লৈ আমি যেনেকৈ এই দুই শক্তিৰ দোষ-গুণ বেলেগে বিচাৰ কৰিবলৈ সমৰ্থ হওঁ, তেনেকৈয়ে স্বকীয়াভাৱে এই দুই জাতিয়ে বিশ্বৰ সনাতন মানসিক আৰু আধ্যাত্মিক বস্তু-ভাণ্ডাৰত কি কি বৰঙণি যোগাইছে তাকো আমি জানিবলৈ সক্ষম হওঁ: কিয়নো সেই দুই বিভিন্ন জাতিৰ বিভিন্ন সাহিত্যই তেওঁলোকৰ জাতীয় মন, চৰিত্ৰ আৰু প্ৰতিভাৰ সম্পূৰ্ণ বিকাশৰ নিদৰ্শন। অসমীয়া সাহিত্য অন্ততঃ এক সহস্ৰ বছৰৰ পুৰণি বুলি আমি দাবী কৰোঁ, আৰু বিশ্বৰ সনাতন মানসিক আৰু আধ্যাত্মিক বস্তু-ভাণ্ডাৰত ঠাই পাবপৰা সম্পদও ইয়াত আছে বুলি কওঁ, তেন্তে অসমীয়া মন, চৰিত্ৰ আৰু প্ৰতিভাৰ বৈশিষ্ট্যৰ পৰীক্ষাৰ বাবে আমি ইয়াৰ দুৱাৰ মুকলি কৰিবলৈ সাজু হবৰ হল, এই পৰীক্ষাত অৱশ্যে ধাৰৰ বা বন্ধকৰ সম্পত্তিৰ লেখ নধৰে।

বিশ্ব-সাহিত্যৰ অধ্যয়ন এই বাবেই বিভিন্ন জাতিৰ আৰু বিভিন্ন যুগৰ মানস-ক্ষেত্ৰত তীৰ্থভ্ৰমণ, আৰু জাতীয় সাহিত্যৰ বুৰঞ্জী জাতীয় মন, চৰিত্ৰ আৰু প্ৰতিভা বিকাশৰ ইতিহাস ৰূপে ধৰা হয়। সাহিত্যৰ বুৰঞ্জী সেইদেখি জাতিৰ বুৰঞ্জীৰ পৰিপূৰকেই নহয়, জাতিৰ অতি লাগতিয়াল এটি দিশত ই জাতিৰ বুৰঞ্জীৰ আৱশ্যকীয় টীকা-ভাষ্যও। সাহিত্যৰ বিভিন্ন যুগ বুলিলে গাইগুটীয়া লেখকৰ আচুতীয়া গুণদোষ বাদ দি যি গ. সা গু থাকে সেয়ে। দৃষ্টান্তৰূপে, ইংলণ্ডত যিটো যুগে সাহিত্যত শেক্সপীয়েৰক জন্ম দিছিল, সেইটো যুগেই বিজ্ঞানত বেকন, আৰু ধৰ্মত হুকাৰৰ দৰে বিভিন্ন শ্ৰেণীৰ প্ৰতিভাৰ উৎপাদন কৰিছিল, কিন্তু এনে পুবা-পছিমা যেন লগা প্ৰতিভাৰ ভিতৰতো গ. সা. গু. আছে: সেয়ে হৈছে নিশ্চয়তাবাদ, অসমত যি যুগে ধৰ্ম আৰু সাহিত্যত শঙ্কৰদেৱৰ জন্ম দিছিল, সেই যুগেই বিজ্ঞানত বকুল কায়স্থ, জ্যোতিষ-চূড়ামণি প্ৰভৃতি বিভিন্ন গুণীৰ উৎপাদন কৰিছিল: আৰু এওঁলোকৰ গ. সা. গু. সেই একেদৰে এক নিঃসন্দেহবাদ। তেন্তে আজি আমি যি নতুন যুগৰ কথা কৈছোঁ এই নতুন যুগৰ অসমীয়া সাহিত্যৰ বিশিষ্ট গুণ কি আছে-নাই তাক আমাৰ লেখক-সমালোচক সমাজে বিচাৰ কৰিবৰ সময় পৰিল।

অসমীয়া ন-পুৰণিৰ বিৰোধ অলীক

"নল মৰে, গজালি উঠে।"—অসমীয়া পটন্তৰে কয়, নতুন গছত উঠিলেও গজালি সেই 'ন-জোন'ৰ দৰেই পুৰণি। ৰাজনীতিৰ দৰে সাহিত্যতো আমি পছিমৰ ৰঙীন বিভ-চকু ব্যৱহাৰ কৰাতেই যত বিপদ, আৰু পছিমৰ ৰঙ-চঙে সদায় আমাৰ চকু চাট মাৰি ধৰেই। আজিৰ পছিমীয়া সভ্যতা নতুন বাবেই সাহিত্যতো তেওঁলোকৰ নিতৌ ন-ন পৰীক্ষা, ভাৰতীয় সভ্যতাৰ দৰেই ভাৰতীয় সাহিত্যও প্ৰাচীন বাবে সেইবোৰ পৰীক্ষাৰ প্ৰমাণ সহস্ৰাধিক বছৰৰ আগতহে পালে পাব পাৰি। ভাৰতীয় সভ্যতাৰ দৰেই য়ুৰ'পৰো প্ৰাচীন গ্ৰীছীয় সভ্যতাই ধ্ৰুৱ তৰাৰ নিচিনাকৈ আজিও পোহৰ বিলাইছে,—তাৰ তুলনাত আধুনিক য়ুৰ'পীয় সভ্যতাৰ পোহৰ জোনাকী পৰুৱাৰ দৰে, ই কেতিয়াও বাট দেখুৱাব নোৱাৰে। দৃষ্টান্তৰূপে, যোৱা দেড়শ বছৰৰ য়ুৰ'পীয় সাহিত্যৰ লেখ ললেই আমি দেখা পাওঁ পোনতে আহিল নৱন্যাসৰ ধল, এই ধল মাৰ গৈ আহিল মাৰ্ক্সীয় প্ৰভাৱ, ইও মাৰ যাবলৈ নৌপাওঁতেই আহিল ক্ৰয়ডীয় মনোবিজ্ঞানৰ হেচা, তাত যোগ দিলেহি তথাকথিত বাস্তৱবাদে, তাকো চেৰ পেলাই এতিয়া আহিছে প্ৰগতিবাদ: অৱশ্যে ইও কেইদিন তন্তে কোনেও কব নোৱাৰে। ইয়াৰ ভিতৰত নৱন্যাস আৰু মাৰ্ক্সবাদৰ গ সা. গু. জানিবা দীন-দুখীৰ প্ৰতি সহানুভূতি, ক্ৰয়ড-বাদ আৰু বাস্তৱ-বাদৰ গ. সা. গু. যৌন-জিজ্ঞাসা, প্ৰগতিবাদৰ তত্ত্ব জানিবা গতানুগতিকতা-বৰ্জন, এতিয়া বিচাৰ কৰা হওক বৰ্তমান য়ুৰ'পীয় সাহিত্যৰ এই পৰিবৰ্তনৰ পথী-ঘোঁৰাত ভাৰতীয় সাহিত্যত কোনো কালে নোহোৱা-নোপজা কিবা নতুন ধাতু আছে নে নাই।

পছিমীয়া ৰঙীন্ বিভ-চকুৰে চাই আজিকালি কোনো-কোনোৱে কব খোজে যোলে কালিদাসৰ সাহিত্য কেৱল সামন্ত শ্ৰেণীৰ মনোভাব বৰ্ণনা, জন-গণৰ চিত্ৰ তাত নাই, কিন্তু আমি জানো যে কালিদাস নিজে ডাল-দৰিদ্ৰৰ ল'ৰা আছিল আৰু তেওঁৰ নায়িকাবোৰ ঘাইকৈ জন-গণৰ কলীয়াহে: উদাহৰণভাবে, কালিদাসৰ "কুমাৰ-সম্ভৱ" কাব্যৰ নায়িকা পাৰ্বতী, আৰু অমৰ "অভিজ্ঞান-শকুন্তলম্" নাটকৰ নায়িকা শকুন্তলা, গছৰ ছাল-বাকলি পিন্ধা তিৰুতাহে; তথাপি যদি কালিদাসক সামন্ত সমাজৰ লগত জড়িত বোলা হয় তেন্তে ক'ব লাগিব সেই সামন্ত সমাজৰ বোকাতেই সেই মহাকবিৰ মানৱতাৰ পঙ্কজ ফুলিছিল। দ্বিতীয় কথা, যৌন-জিজ্ঞাসাই ভাৰতীয় ন-লেখকৰ বাবে বৰ্তমান পছিমীয়া সাহিত্যৰ ডাঙৰ মোহনী, কিন্তু অলপ ভু ললেই জানিবপৰা হয় এই যৌন-জিজ্ঞাসা ভাৰতীয় সাহিত্যত অন্ততঃ ইয়াৰ দুই সহস্ৰ বছৰৰ পূৰ্বে আৰম্ভ হৈছিল, আৰু সৌ-সিদিনা য়ুৰ'পে ভাৰতীয়ৰ পদ-প্ৰান্তত ভয়ে ভয়ে যৌন-তত্ত্বৰ শৰণ লৈছে। অন্ততঃ চাৰি সহস্ৰ বছৰৰ আগত বৈদিকবিলাকৰ মাজৰপৰা সৰমা নামৰ এজনী তিৰুতা গৈ তেওঁলোকৰ ঘোৰ শত্ৰু পণিবিলাকৰ মাজত দূতীৰূপে কাম কৰাৰ কথা স্বয়ং ঋক্‌বেদত উল্লেখিত আছে; পণ্ডিত মণ্ডন মিশ্ৰৰ বিদুষী পত্নীয়ে কামশাস্ত্ৰ লৈ শঙ্কৰাচাৰ্যৰ লগত প্ৰকাণ্ড তৰ্ক-যুদ্ধ কৰিছিল: খৃষ্টীয় চতুৰ্থ শতিকা মানৰ পণ্ডিত বিষ্ণু শৰ্মাই "বাৎস্যায়নাদিনি কামশাস্ত্ৰাণি"ৰঃ উল্লেখ কৰিছে, আৰু বাৎস্যায়নে আকৌ তেওঁৰ পূৰ্ববৰ্তী কামশাস্ত্ৰ ৰচয়িতাৰ নাম লৈছে

এইদৰে অন্ততঃ বুদ্ধদেৱৰ কাল অৰ্থাৎ খৃষ্ট জন্মৰ প্ৰায় চাৰি-পাঁচশ বছৰৰ আগৰপৰাই পৰম্পৰা ৰূপে ভাৰতত কাম-শাস্ত্ৰৰ আলোচনা চলি অহাৰ প্ৰমাণ পাব পাৰি। য়ুৰ'পৰ বৰ্তমান দিগম্বৰ সমাজৰ কাৰ্য-কাহিনীও ভাৰতীয়ৰ বাবে বাস্তৱতে নতুন বাতৰি হব নালাগে: কিয়নো ভাগৱতত গোপীৰ বস্ত্ৰ-হৰণ-তত্ত্ব থকাৰ আগতো অনেক দিগম্বৰ ঋষি-মুনিৰ নাম আমি জানিবলৈ পাওঁ।

শেহতীয়া কথা প্ৰগতিবাদ বা গতানুগতিকত ৰ বিৰুদ্ধবাদ: বাস্তৱতে ই কোনো কথাই নহয়, যি হেতুকে আজিৰ প্ৰগতিবাদী বোলা সাহিত্যও কাইলৈ পোনতে গতানুগতিক আৰু তাৰ পাছত মুমূৰ্ষু হ'ব বুলি নিৰ্ভয়ে ভৱিষ্যদ্বাণী কৰিব পাৰি, যদি সি প্ৰতিভাৰ বীজাণু বৰ্জিত হয়। সময়ৰ লগত আগবাঢ়িব পৰা শক্তি যি সাহিত্যৰ বা সাহিত্যিকৰ নাই, সেই সাহিত্য আৰু সাহিত্যিক দেখাত জীৱিত হলেও বাস্তৱতে মৃত বুলিব পাৰি, কিন্তু আজিলৈকে শঙ্কৰদেৱ আৰু শঙ্কৰদেৱৰ সাহিত্য পাঁচ শ বছৰ, কালিদাস আৰু কালিদাসৰ কবিতা অন্ততঃ দেড় সহস্ৰ বছৰ, আৰু ব্যাস-বাল্মীকি-হ'মাৰ তিনি-চাৰি সহস্ৰ বছৰ জীয়াই আছে আৰু থাকিবই। ই সাহিত্য আৰু সাহিত্যিকৰ গাইগুটীয়া গুণহে, কোনো দেশগত বা কালগত গুণ নহয়। বাস্তৱতে মাতৃভাষাৰ দৰেই জাতীয় সাহিত্যৰ সুঁতি তথা জাতীয় ভাব-ধাৰাও এক প্ৰকাৰে অনাদি, যেনেকৈ ভাৰতীয় ভাব-ধাৰা, তেনেকৈয়ে অসমীয়া ভাব-ধাৰা, চিৰকাল একেটি সুঁতিত বৈ আহিছে, আৰু এই দুয়ো জাতি জীয়াই থাকে মানে বৈ থাকিব। যেনেকৈ য়ুৰ'পীয় ভাবৰ সুঁতি ভাৰতীয় সুঁতিয়েদি কেতিয়াও ব'ব নোৱাৰে, তেনেকৈ ভাৰতীয় ভাবৰ সুঁতি য়ুৰ'পীয় সুঁতিয়েদিও ব'ব নোৱাৰে, আৰু গাব বলেৰে বোৱাব খুজিলে সেই সুঁতি লুপ্ত হব। য়ুৰ'পৰ মহাকবি শেক্সপীয়েৰ আৰু ভাৰতৰ মহাকবি কালিদাসৰ ৰিজনি সৰ্বসাধাৰণতে দিয়া হয় সমকক্ষ প্ৰতিভাৰ গৰাকী স্বৰূপে: কিন্তু আমি পাহৰিব নালাগে যে সমকক্ষ মানে এক-কক্ষ নহয়, সুকীয়া কক্ষহে। প্ৰতিভা চিৰকালেই কেন্দ্ৰৰ বস্তু, পৰিধিৰ নহয়, সুকীয়া নক্ষত্ৰ সুকীয়া কক্ষত ঘূৰে, কিন্তু নক্ষত্ৰ বুলি সিহঁতৰ ৰিজনি হয়। দৃষ্টান্তৰূপে, আংশিকভাৱে হলেও কালিদাসৰ 'শকুন্তলা' নাটকৰ লগত শেক্সপীয়েৰৰ 'ৰমিও-জুলিয়েট' নাটকৰ ৰিজনি থাটে, কিন্তু শকুন্তলা নাটকৰ আৰম্ভতে এটি হৰিণাৰ বিপক্ষে ধনু-কাঁড় লোৱা ৰজাৰ প্ৰতি "ভো ভো ৰাজন্, আশ্ৰম-মৃগোঽয়ং ন হন্তব্যো ন হন্তব্যঃ" নিষেধ-বাণী ঘোষিত হোৱাৰ লগে লগেই যেনেকৈ ভাৰতীয় শান্তি-প্ৰীতিৰ মূল-মন্ত্ৰ উচ্চাৰিত হল, 'ৰমিও-জুলিয়েট' নাটকৰ আৰম্ভতে মণ্টেগু-কেপুলেট্ দুই পৰিয়ালৰ কোনোবা-কলীয়া খৰিয়ালৰ বাবে যেতিয়া দুই পৰিয়ালৰ দুটা লগুৱাই বাটত ভেটা-ভেটি হৈ কটা-কটি কৰিব খুজিলে, তেতিয়াই তাত য়ু'ৰপৰ খোৱা-কামোৰা ৰূপী জীৱন-দৰ্শন প্ৰতিভাত হৈ পৰিল। তদুপৰি প্ৰাচীন ভাৰতীয় সাহিত্যত বিয়োগাত্মক নাটক বিৰল: জুইত ছগাৰ দৰে প্ৰেমত ৰুমিও-জুলিয়েট ছাই হৈ গ'ল, কিন্তু সেই প্ৰেমৰ জুইতে দুষ্মন্ত-শকুন্তলা সোণৰ দৰে পৰিশুদ্ধ হৈ উঠিল।

মুঠতে, অসমীয়া সাহিত্যৰ সুঁতিও একেটি; নান্যঃ। তাক পুৰুষৰপৰা আজিৰ পুৰুষলৈকে অসমীয়া কবি-সাহিত্যিকসকলে তথা অসমীয়া জাতিয়ে সেইটি পৱিত্ৰ সুঁতিৰে নিৰ্মল পানী

পি আত্মা পৰিতৃপ্ত কৰিছে পুৰুষানুক্ৰমে, যুগে যুগে : আজিৰ খৰালি কোনোমতে চিৰ্‌চিৰ্‌কৈ বোৱা এই সুঁতিয়েদিয়েই মহাপুৰুষীয়া সাহিত্যৰ বাৰিষাৰ ধল "শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা, বহে ব্ৰহ্মাণ্ডক ভেদি।" পঞ্চদশ-ষোড়শ শতিকাত মহাপুৰুষীয়া কবিসকলে যেনেকৈ গীতা-ভাগৱত আদি প্ৰাচীন ভাৰতীয় বৈষ্ণৱ সাহিত্যৰপৰা অসমীয়া সাহিত্যৰ এই সুঁতিলৈ লোৰ কাটি দি প্ৰাচীন কামৰূপ প্লাবিত আৰু উৰ্বৰা কৰিছিল, ঊনৈশ শতিকাতো খৃষ্টান পাদ্ৰীবিলাকে তেনেকৈয়ে য়ুৰ'পীয় সাহিত্যৰপৰা এটি ঠেক লোৰ কাটি দিছিল, আৰু সেই লোৰেদি অসমীয়া সাহিত্যৰ নিজ সুঁতিলৈ তাৰ নিৰ্মল পানী চিৰ্‌চিৰ্‌কৈ আজিলৈকে বৈ আছে, মহাপুৰুষীয়া সাহিত্যৰ তুলনাত এই ধল সামান্য হলেও নগণ্য নহয় নিশ্চয়। তাৰ পাছত আকৌ আমাৰ সাহিত্যৰ সুঁতিলৈ খৰালি আহিল, আৰু সেই খৰালিতে আমি কাল কটাৰ লাগিছোঁ। আমাক আকৌ বাৰিষা লাগে, মহাপুৰুষীয়া কবি-সাহিত্যিক আৰু খৃষ্টান পাদ্ৰীবিলাকৰ দৰে লোৰ খানি বাহিৰৰ পৰাই এই সুঁতিৰ ধল বোৱাব লাগিব; কিন্তু সাৱধান! লোৰ খানি আমি যেন লোকৰ গেলা খালৰ পানী সুসুমুৱাওঁ, খাল কাটি দি যেন ঘৰীয়াল নচপাওঁ। আজি নতুনৰ যুগ যে সন্দেহ নাই, কিন্তু নতুনে নতুন আনক: নিৰ্মল জলৰ বাবে লোৰ খানক, পবিত্ৰ বায়ুৰ বাবে খিৰিকী কাটক: কিন্তু পচা গোন্ধ যেন সুসুমাবাওক। নতুনতে আমাৰ সৰ্বভৰষা, নতুনতে আমি পুনৰ জীৱন পাবলৈ বিচাৰোঁ, ভৱিষ্যত জাতি, ভাষা, সাহিত্যৰ শ্বাস-ৰক্ষী এই নতুন বংশৰ দায়িত্ব অসীম। অসমীয়া জাতিৰ, অসমীয়া ভাষাৰ, অসমীয়া সাহিত্যৰ, এই অনাদি হেন পবিত্ৰ সুঁতিয়েদি নতুন সদাগৰইঁতে হেমাভাৰে নতুন বণিজ কঢ়িয়াই আনক: এয়ে যেনেকৈ অসম-মাতৃৰ, তেনেকৈ পুৰণিবিলাকৰ, হিয়া-ভৰা হেপাহ, কিন্তু সেই বণিজ যেন অসমৰ বাবে সুসম্পদ হয়, আপদ নহয়, অসম-মাতৃৰ চৰণ-তলত দিবলৈ তেওঁলোকে গোটেই পৃথিবীৰ ধন-সোণ মণি-মুক্তা আনক, কিন্তু সি যেন অসম-মাতৃক দেৱীতকৈও দেৱী সাজিবৰ উপযোগী হয়, অসমীক "ৰঙ্গিনী ৰঙ্গিনী" সাজিবলৈ নহয়, অসম-মাতৃৰ তথা অসমীয়া জাতিৰ, ভুৰি ভোজনৰ বাবেও তেওঁলোকে দেশ-বিদেশৰপৰা পাচিয়ে পাচিয়ে নতুন খাদ্য-সম্ভাৰ আনক-অসম—মাতৃ তথা অসমীয়া জাতিয়ে তাকো বাঞ্ছা কৰে: তালিকা বা প্ৰস্তুতি-কৌশল তেওঁলোকে আমাৰ আগত দাঙি ধৰিব নালাগে: মুঠেই এই অনুৰোধ, সি যেন অসম-মাতৃৰ, তথা অসমীয়া জাতিৰ, খাৰ-খোৱা জিভাত সদায়েই ৰুচি লগা হয়, সি যেন সেই ৰুচি বিকৃত কৰিবৰ অপচেষ্টা নকৰে, আৰু সেই ভোজন-সম্ভাৰ যেন অসমীয়াৰ অজীৰ্ণকৰ বৰ বিহত পৰিণত নহয়: অসম মাতৃৰ একমাত্ৰ আশা-ভৰষাৰ স্থল অসমীয়া নতুন বংশধৰসকলক পুৰণিয়ে দঢ়াই দঢ়াই ইহকাল-পৰকালৰ দোহাই দি এই একমাত্ৰ মিনতি জনায়।

সৎ সাহিত্যিকৰ দৰে সৎ সাহিত্যও ভৱিষ্যৎ-দৰ্শী হব পাৰে, দ্ৰষ্টা বা ঋষি-কল্প সাহিত্যিক-সকলে আজি যিটো ক'ব সেইটো আজি নহলেও কাইলৈ ফলিয়াব পাৰে। দৃষ্টান্তস্বৰূপে, ইংৰাজী সাহিত্যত থ'মাছ মূৰে (১৪৭৮-১৫৩৫) তেওঁৰ অমৰ 'ইউটপিয়া' গ্ৰন্থ লিখাৰ প্ৰায় এশ বছৰৰো সৰহ কালৰ পাছত ফ্ৰেন্সিছ বেকনে (১৫৬১-১৬২৬) তাৰ ওপৰতে ভিৰ দি তেওঁৰ 'নিউ

আটলাণ্টিছ' গ্ৰন্থ লিখে: এই গ্ৰন্থত যেকনে স্পষ্টভাৱে উৰাজাহাজ, পানীৰ তলে যোৱা নাও, ৰোগ-চিকিৎসাৰ বাবে ৰতাহৰ বিশেষ গুণ কালি উলিওৱা আদিৰ কথা কৈছে, আৰু তেতিয়াৰ এনেবোৰ কল্পনা তাৰ দুশ বছৰ মানৰ পাছতহে বিজ্ঞানে লাহে লাহে বাস্তৱত পৰিণত কৰিছে। আৰবীয় উপন্যাসৰ 'সহস্ৰেক নিশা'ৰ সাধুবোৰৰ দিগ্বিজয়ী কল্পনাই সেই ছেমিটিক জাতিৰ শাৰীৰিক দিগ্বিজয়ৰ পূৰ্ব-আভাস যাচে। কিন্তু জাতিৰ সামাজিক সাধনা অবিহনে এনে ভৱিষ্যৎ-বক্তা মনীষীৰ জন্ম সম্ভৱ নহয়, বা তেনে ঋষিকল্প পুৰুষ জন্মিলেও জাতিৰ মানস-চকুৰ মল দূৰ নহলে চিনিব নোৱাৰে।

ভৱিষ্যত-দৰ্শী সাহিত্যত জাতীয় সুবপ্ন

ভাৰতবৰ্ষৰ ৰাজনৈতিক পৰাধীনতা দূৰ হল সঁচা, কিন্তু তাৰ লগে লগে মানসিক পৰাধীনতাই দেশ ছাটি পেলাইছে, আজি আমি কায়া বুলি ছাঁয়াকে চাইছোঁ, ধ্বনি বুলি প্ৰতিধ্বনিকে শুনিছোঁ: এই বিপৰ্যয়ৰ অৱসান ঘটাবলৈ আমি সাহসিকতাৰে কামত আগবাঢ়িব লাগিব, আৰু সাহিত্যই তাৰ ঘাই মাধ্যম হব লাগিব। ইংৰাজ জাতিয়ে ওঠৰ-উনৈশ শতিকালৈকে পৃথিৱীত যি বেলি-মাৰ নোযোৱা সাম্ৰাজ্য গঢ়িছিল, তাৰ প্ৰেৰণা আৰু আগ-জাননী ষোল-সোতৰ শতিকাৰ ইংৰাজী সাহিত্যত সোমাই আছিল, সেয়ে প্ৰমাণ কৰি দেখুৱায় যে স্বপ্নই কাৰ্যৰ প্ৰসূতি। বৌদ্ধ ধৰ্মৰ প্ৰচাৰে যেনেকৈ ৰাজভিক্ষু অশোকৰ সাম্ৰাজ্য, বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰে যেনেকৈ গুপ্ত সাম্ৰাজ্য, মহাপুৰুষীয়া ধৰ্মৰ প্ৰচাৰে তেনেকৈ ষোল-সোতৰ শতিকাৰ নতুন অসম ৰাজ্য গঢ়ি তুলিছিল, সেইবোৰ আধ্যাত্মিক আন্দোলনৰ লগত এনে বৈষয়িক উন্নতিৰ সম্পৰ্ক পথালি চকুত ধৰা নপৰিলেও এনেবোৰ বিভিন্ন প্ৰমাণে দেখুৱায় যে বৈষয়িক উদ্দেশ্য নোহোৱাকৈয়ে প্ৰকৃত আধ্যাত্মিক আন্দোলনে বৈষয়িক উন্নতি সাধন কৰিব পাৰে আৰু কৰে, বাইবেলৰ উপমাৰে কবলৈ হলে, আত্মাৰূপী ছেমছনক যেতিয়া ইন্দ্ৰিয়াসক্তি-ৰূপ ডিলাইলাৰ মোহ-নাগপাশ ছিঙি মুক্ত কৰা হয় তেতিয়া সি অসাধ্য সাধন কৰিব পাৰে। বাৰিষাৰ বানপানীয়ে যেনেকৈ শস্য-ক্ষেত্ৰ বা আন ক্ষেত্ৰৰ বাচ-বিচাৰ নকৰি সকলো ক্ষেত্ৰ একেলগে আৰু সমানে উৰ্বৰা কৰে, মেঘমুক্ত জোনায়ে যিদৰে ফুলনি বা ৰাজকাৰেং বিচাৰ নকৰি সদৌ বসুধাক ৰূপালী কিৰণত স্নান কৰায়, মহাপুৰুষীয়া আধ্যাত্মিক উৎকৰ্ষৰ প্লাৱনে সেইদৰে সেই ধৰ্মৰ প্ৰচাৰৰ ক্ষেত্ৰ বা অক্ষেত্ৰ নগণি সমগ্ৰ অসম প্লাৱিত কৰিছিল যে সন্দেহ নাই, গতিকে নৰনাৰায়ণ চিলাৰায় প্ৰভৃতিৰ বাহিৰেও জয়মতী, ৰুদ্ৰসিংহ, লাচিত আদিকো বাস্তৱতে সেই আধ্যাত্মিক জাগৃতিৰ ফল বুলিব লাগিব।

সাহিত্যৰ ফল-ফুল যিমানেই সুদূৰ-প্ৰসাৰী হওক, ই সদায় লতা-গছহে, ই বগাবলৈ এক আলম নহলেই নহয়। বিপুল মহাপুৰুষীয়া সাহিত্য মহাপুৰুষীয়া ধৰ্ম-আন্দোলনৰ গাত বগাইছিল, ইয়াৰ শাৰীৰ নহলেও "জোনাকী" যুগৰ সাহিত্যই বৰ্ত্তমান অসমীয়া ভাষাৰ আন্দোলনক আশ্ৰয় কৰি নিজক গঢ়ি তুলিছিল। এটা হীন জাতিয়ে এটা মহৎ সাহিত্য গঢ়িব নোৱাৰে নিশ্চয়, ৰাজনৈতিক পৰাধীনতাৰ হীনতাৰ মাজতো ৰবীন্দ্ৰনাথক লৈ উনৈশ শতিকাত বঙলা সাহিত্যই ঠন ধৰি উঠিছিল: কিয়নো সেই শাৰীৰিক পৰাধীনতাক উলাই

কৰি বঙালী জাতি আৰু বঙালী সমাজে নিজৰ মনৰ ধুলি-মাকতি গুচাই শুচি হব পাৰিছিল। মৈৰাৰ খোজ অনুকৰণ কৰিবলৈ গৈহে হেনো পাতি-হাঁহ ফেবেকা হ'ল, কিন্তু অসমীয়া-মৈৰাই যে নিজ খোজকে পাহৰি ফেবেকা হৈছে, বুৰঞ্জীয়ে তাৰ সাক্ষ্য দিছে। আজি আমি অসমীয়া সাহিত্যক নতুন আৰু জীৱন্ত কৰি গঢ়িব খুজিলে মৰা-মূজা অসমীয়া সমাজ তথা মুমূৰ্ষু অসমীয়া জাতিক আগতে জীয়ামুৰা কৰি লব লাগিব যে ই ধ্ৰুপ। কমাৰৰ ভাটিৰ দৰে ফোচ্-ফোচোৱাকে বা লেলাই-ধেন্দাই কাল কটোৱাকে জীয়াই থকা নোবোলে নিশ্চয়। অসম আৰু অসমীয়াৰ কথাত মাজুলিৰ উপমা চিৰকালেই খাটে, চাওঁতে চাওঁতে অন-অসমীয়াৰ খান-পানীয়ে অসমক গিলোঁ গিলোঁ কৰিছে: অন-অসমীয়াক আমি সামৰি লব নোৱাৰিলে অন-অসমীয়াই যে আমাক সামৰি ল'ব তাত ধনিষ্ঠামানো সন্দেহ নাই। আলহী আহি কেতিয়াবাৰ পৰাই আমাৰ বৰঘৰত থিয়া-থি কৰি এতিয়া লাহে লাহে পিয়া-পি দিছে, আমি মূৰ তুলি তেওঁলোকলৈ চোৱা নাই, ভুখৰী পিৰাখন আগবঢ়াই দিও শুশ্ৰূষা কৰা নাই! তাৰ অৱশ্যম্ভাৱী ফল মাত্ৰ এয়ে যে আমাৰ বৰ-পিৰা তামুলী পিৰা আলহীয়ে কাঢ়ি ল'ব বা লৈছে, আৰু আমি নিজৰ বৰঘৰতে আলহীৰ ঠাই ল'ব লগা হব বা হৈছে॥

বাহিৰৰপৰা অহাবিলাকৰ কথা এৰিও আমাৰ ভিতৰৰ দিহা-পোহাই গঢ় লোৱা বুলিব নোৱাৰি। দৃষ্টান্তস্বৰূপে, গোৱালপাৰা জিলাৰ মাত-কথা, শব্দ-মালা আদিলৈকে আমি চকু দিয়া নাই, তাত এনে কিছুমান বিশিষ্ট শব্দ আৰু ব্যাকৰণৰ গঢ় সিঁচৰতি হৈ আছে যে সেইবোৰ বৰ্ত্তমান অভিধান-ব্যাকৰণৰ আলোচনালৈ কেতিয়াবাই সোমাব লাগিছিল। যেনেকৈ প্ৰচলিত "ছোৱালী" শব্দ মূলত উভয়লিঙ্গ, সেইবাবেই "মাইকী ছোৱালী" এতিয়াও চহা ভাষাত কয়: শঙ্কৰদেৱৰ সাহিত্যত "নপাইলে ধৰি মাৰন্ত ছোৱালী" বুলি ল'ৰাৰ কথা কৈছে: এই শব্দৰ বিভিন্ন ৰূপেই কামৰূপত "ছলি" আৰু গোৱালপাৰত "ছাৱা": এনে আৰু অনেক শব্দ কামৰূপ জিলাৰপৰা আৰম্ভ কৰি গোৱালপাৰা, ৰংপুৰ, কোচবিহাৰ, জলপাইগুৰি, দিনাজপুৰ আদি পুৰণি কামপীঠ আৰু ৰত্নপীঠ অঞ্চলত বিচাৰিলে এতিয়াও ওলাব। বৰ্ত্তমান প্ৰচলিত "বহক", "বহেক", মহাপুৰুষীয়া সাহিত্যত "হাসিলেক কোনে হেন কৰিলেক বুলি।" তুলনীয়। আকৌ অতীত কালত প্ৰচলিত "গ'ল", "ৰ'ল" কেতিয়াবা "গ'লে", "ৰ'লে" এনেভাৱেও কোৱা হয়, কিন্তু "ক'লে", "খালে" আদি অনিশ্চিত কাৰ্য্যবোধক ৰূপ অতীত কালত কেতিয়াবা ব্যৱহৃত হয় যদিও, গোৱালপাৰত তেনে নকৰি "ক'ল", "খাল" আদি ৰূপেই চলে: অসমীয়া ব্যাকৰণত এতিয়া এনেবোৰ বিষয়ৰ বহল বিচাৰ লাগে। পূৰ্ব-শঙ্কৰী হেম-সৰস্বতী প্ৰভৃতি কবি গোৱালপাৰা জিলাৰ বুলি ঠাৱৰোৱা হয়, যেনে তেনে, সদৌ নামনি অঞ্চলৰ চলিত ভাষা ভালদৰে চালি-জাৰি ল'লে তাৰ মলধুখিনিয়ে অসমীয়া অভিধান-ব্যাকৰণ চহকী কৰিব বুলি ভাটি কব পাৰি।

ইংৰাজী, বঙলা, হিন্দী আদিৰ অনুকৰণৰ বাহিৰে অসমীয়া ভাষা-সাহিত্যত নতুনৰ উন্মেষ আৰু নতুনৰ স্বপ্ন আজিও যেন নতুন কথা হৈয়ে আছে: অনুকৰণৰ কুঁৱলী ফালি,

গতানুগতিকতাৰ অন্ধকাৰ ভেদি, নতুন পোহৰ অসমীয়া সাহিত্যত আজিও সোমাব পৰা নাই কিয়? আমি মুখেৰে নতুন দিগন্তৰ কথা কওঁ, কিন্তু হাতে কামে তাৰ আভাস দিব নোৱাৰোঁ: যেন আগৰ যি আন্ধাৰ আমি আজিও বা আগতৈকো সেই আন্ধাৰতে খপজপাই থাকিম!! এই খেলিমেলি দূৰ কৰিবৰ একমাত্ৰ উপায় জগতৰ আজিৰ প্ৰগতিশীল সাহিত্যৰ পোহৰত বৰ্তমান অসমীয়া সাহিত্যত ৰঞ্জন-ৰশ্মি সোমাবপৰা হেন ধাৰাবাহিক তীব্ৰ সমালোচনা। ইয়াৰ বাবে যোগ্য লোক আমাৰ মাজত নিশ্চয় আছে, আৰু নহলেও তেনে লোক আমি উলিয়াই লবই লাগিব। অসম সাহিত্য সভা পত্ৰিকাই নিশ্চয় তাৰ উপযুক্ত বাহন আৰু অসম সাহিত্য সভাই তাৰ উপযুক্ত প্ৰেৰক-যন্ত্ৰ হব লাগিব। এই চেষ্টাৰ দ্বাৰাই অসম সাহিত্য সভাই অসমীয়া সাহিত্যৰ বিশিষ্ট সেৱা আগবঢ়াই নিজৰ যোগ্যতা প্ৰতিষ্ঠিত কৰিব পাৰিব।

আমি আশা কৰোঁ দোকমোকালিৰ আগৰ যি ঘোপমৰা আন্ধাৰ আমি আজি সেই আন্ধাৰতহে। ফেহুজালিৰ আগন্তুকত নিশাচৰবোৰৰ যি উক্‌মুকনি, আমাৰ চাৰিওফালে আজি তাৰেই গোজৰণি শুনিছোঁ, সেই অন্ধকাৰ আৰু সেই নিশাচৰবোৰৰ লগত যুজি আমি জয়ী হ'ম ই তাৰেই ইঙ্গিত বুলি আমি বুজিব লাগিব। টোপনিত কোক্‌মোকোৱা ৰোগৰ দৰে ভয়-সন্দেহ-অবিশ্বাসত আমি কাল কটাইছিলোঁ: আজি আমাৰ "ভিদ্যতে হৃদয়-গ্ৰন্থিঃ ছিদ্যন্তে সৰ্বসংশয়াঃ।" অসমীয়া কোনো কালেই ভীৰু বা পৰ-পদসেৱী জাতি নাছিল, আজিও তেনে হব নোৱাৰে, অসমীয়াই আজি বীৰৰ দৰে জীয়াই থাকিব জনা নাই বাবেই বীৰৰ মৰণে মৰিবও নাজানিব, তেনে হব নোৱাৰে। "ধৰ্মঃ হতো হন্তি ধৰ্মো ৰক্ষতি ৰক্ষিতঃ।" অসমকো যি ৰক্ষা কৰিব অসমেও তাক ৰক্ষা কৰিব, যেয়ে অসম-বাঘিনীৰ গাত গুলি লগাব, তাৰ আধ্যা নেপেলোৱাকৈ অসমীয়া মৰিব নোৱাৰে।

বন্ধুসকল, ১৭৬২ত কৰ্ছিকা দ্বীপৰ বিষয়ে ৰুছ'ই লিখিছিল, "মোৰ মনত গাজিছে এই এধানমান দ্বীপটিয়ে য়ুৰ'প মহাদেশক চমক লগাব।" পৰ-দেশে ভৰিৰে মোহৰা কৰ্ছিকাৰ মুক্তিৰ যুদ্ধৰ কথাকে ৰুছ'ই তেতিয়া ভাবিছিল চাগে, আৰু তাৰ সাত বছৰৰ পাছত ৰুছ'ৰ সেই সৰবজানী কথা ফলিয়াইছিল ১৭৬৯ৰ ১৫ আগষ্টত নেপলিয়ন বোনাপাৰ্টি নামৰ কেঁচুৱাটিৰ জন্মত।

অসমীয়া জাতীয় সাধনাৰ তীব্ৰ প্ৰয়োজনীয়তা

ৰুছ'ৰ শাৰীৰ মনীষা বা সৰব্‌জানী গুণ মোৰ নহব পাৰে, তথাপি কৈশোৰৰে-পৰা মোৰ মনত কেনেকৈ জানো এটা ভাব সদায় গাজি আছে—অসম অচিৰে পুনৰ নাৱে-গাঁৱে অসম হব, সেই কামৰূপ প্ৰাগ্‌জ্যোতিষৰ পুৰণি গৌৰব অসমত নৰকৈ পুনৰ উজলি উঠিব। ইংৰাজ কবি টেনিছনে ডেওঁৰ প্ৰথম "লক্স্‌লী হল্‌" কবিতাত যি ভবিষ্যৎ-বাণীৰ সুৰ বজাইছিল, তাৰ সফলতাত "লক্স্‌লী হল্‌ তিনি কুৰি বছৰৰ পাছত" বুলি লিখা দ্বিতীয় কবিতাত তাৰ সুমৰণ কৰিছিল: টেনিছনৰ সুযশ-প্ৰতিভাৰ আশা বা দাবী নুপুহিলেও আৰু টেনিছনৰ দৰে তিনি কুৰি বছৰৰ মূৰত লিখিবলৈ বাট চাব নোৱাৰিলেও মোৰ ১৯২৩-ত লিখা "বুৰঞ্জী-লেখক" কবিতাত অসমৰ তথা ভাৰতৰ ভৱিষ্যত সম্পৰ্কে যি হেপাহ মনত পুহিছিলোঁ, ১৯৪৭ৰ অসমৰ তথা ভাৰতৰ নৱ উপাৰ্জিত

স্বাধীনতাত তাৰ এভাগ পূৰণ হোৱাৰ পাছত, "বুৰঞ্জী-লেখক" কবিতা লিখাৰ পুৰা দুকুৰি বছৰৰ শেষত, "সমাজিক পুৰতী বাতিৰ" কবিতাত অসমৰ বিষয়ে বাকীখিনি হেপাহ পূৰণৰ কথা লিখিছোঁ। ই কল্পনা-বিলাস নহয়, ই মোৰ আন্তৰিক বিশ্বাস আৰু পূৰ্বজন্মাৰ্জিত জ্ঞানৰ কথা বুলি ভাবোঁ। পঢ়ি-শুনি ভাবি-গুনি যি পাওঁ তাৰপৰা অনুমান হয় অসমীয়াৰ দৰে সবল আৰু উদাৰ জাতি পৃথিৱীত বিৰল, বুৰঞ্জীয়ে দেখুৱায় ভাৰতৰ ইতিহাসে ঢুকি পোৱা-নোপোৱা কালৰেপৰা ১৮২৬ খৃষ্টাব্দলৈকে অব্যাহতভাৱে নিজ স্বাধীনতা গৌৰৱেৰে চিৰকাল ৰক্ষা কৰি অহা দ্বিতীয় জাতি ভাৰতত নাই: যি কালত ভাৰতৰ সকলো ৰাষ্ট্ৰই বিজেতাৰ কাষত শিৰ দোঁৱাই নিজক কৃতাৰ্থ মানিছিল, তেতিয়াও এই এমুঠি অসমীয়াই এবাৰ-দুবাৰ নহয়, সোতৰবাৰ বিশ্ববিজয়ী মোগল শক্তিক পৰাস্ত কৰি খেদি দি সেই সাতশত্ৰুকৰ মুখতো অসমীয়া জাতিৰ গুণ-গান কৰাইছিল। পৰ-পদ-সেৱাৰ বীজ কোনো কালে অসমীয়াৰ তেজত নাছিল: মহাকবি বাণভট্টই যাক মহাত্মা নৰক বুলিছিল, যি পূৱ ভাৰতত প্ৰথম আৰ্য-ৰাজ্য থাপনা কৰিছিল আৰু দেৱৰাজ ইন্দ্ৰৰ লগত যুজি বিজয়ী হৈ আছিল, তেওঁৰে পুতেক ভগদত্তই নিজক ইন্দ্ৰ-সখা বুলি অৰ্জুনক অপত্য স্নেহ যাচিছিল, এই ভগদত্তৰে পুতেক শিশু-বজ্ৰদত্তই পিতৃহন্তা অৰ্জুনৰ লগত ফেপেৰি পাতি যুজ কৰিছিল: সেই অসমীয়া জাতি আজি দীন হলেও হীন কেতিয়াও হব নোৱাৰে। সেই নৰক ভগদত্ত বংশধৰ, পূব ভাৰতৰ সম্ৰাট ভাস্কৰবৰ্মা, যি উত্তৰ ভাৰতৰ সম্ৰাট হৰ্ষবৰ্দ্ধনৰ লগত ফেৰত জিকিলেও কেতিয়াও হৰা নাছিল, যাৰ য়ুয়ান-চোৱাঙৰ নিমন্ত্ৰণ নানা চেলু দেখুৱাই প্ৰথম দুবাৰ উপেক্ষা কৰাত তৃতীয় বাৰত অসমীয়া সৈন্য-বাহিনীৰে "নালন্দা থচকত ধূলি কৰি উৰাই দিম" বোলা ফোৰোহনিত সি ততালিকে গৃহীত হৈছিল, গুপ্ত সম্ৰাট পৰিয়ালত বৈবাহিক সম্পৰ্ক ঘটা প্ৰথিতযশা নেপালৰ লিচ্ছবি পৰিয়ালেও "গৌড়োড্ৰাদি কলিঙ্গ-কোশলপতি" কামৰূপৰ ৰজা হৰ্ষদেৱৰ কন্যাক বিয়া কৰাবলৈ পাই গৌৰৱ বোধ কৰিছিল, সেই অসমীয়া জাতি আজি কেতিয়াও পিছপৰা হৈ থাকিব নোৱাৰে। সৌ-সিদিনাও যি অসমীয়াৰ নৰনাৰায়ণ-চিলাৰায় আৰু ৰুদ্ৰসিংহই সৰ্বভাৰতীয় দৃষ্টি-ভঙ্গীৰে মহা পয়োভৰে পছিম আৰু পূব কামৰূপ ৰাজ্য শাসন কৰিছিল, সেই অসমীয়া জাতি আজি কেতিয়াও পৰ-পদানুসৰণকাৰী হৈ চলিব নোৱাৰে। আজি অসমীয়াৰ নাটনি একেটা মূল বস্তু, সেয়ে হৈছে জাতীয় সাধনা, ইয়ে অধঃপতিত জাতিৰ উদ্ধাৰৰ একমাত্ৰ মহামন্ত্ৰ। উনবিংশ শতিকাত ইংলণ্ডৰ অধঃপতিত সমাজে সেইবাবে ৱৰ্ডছ্‌ৱৰ্থৰ কবিতাইদি মিল্‌টনক পুনৰ আৱাহন জনাইছিল, বঙ্গৰ আদি-ব্ৰাহ্ম সমাজৰ এজন খাই প্ৰচাৰক ৰাজনাৰায়ণ বসুৱে মহৰ্ষি বাল্মীকিৰ আশ্ৰম বুলি খ্যাত বৰ্তমান কানপুৰৰ ওচৰৰ বিথুৰ নামৰ ঠাইত বঙালী জাতিৰ হকে এটি প্ৰসিদ্ধ প্ৰাৰ্থনা কৰিছিল: "হে ভগবান, কেতিয়া আমাৰ মাজত বাল্মীকিৰ তুল্য প্ৰতিভাৰ এজন কবিৰ জন্ম দিবা, যাৰ বৰ্ণনা অযোধ্যা, লঙ্কা, দাক্ষিণাত্যতে আবদ্ধ নাথাকিব, কিন্তু সমগ্ৰ বিশ্বৰ দীঘ-বানি তেওঁৰ কবিতাই সাৱৰিব" ইত্যাদি, আমি সহজে মন কৰিব পাৰোঁ যে তাৰ কেইবছৰমানৰ পাছত ওপজা ৰবীন্দ্ৰনাথত সেই প্ৰাৰ্থনাৰ সাৰ্থকতা ঘটিছিল। ইয়াৰ তুলনাত অসমীয়া জাতিয়ে যে কিমান পুৰুষৰ সাধনাৰ

ফলত শ্ৰীমন্ত শঙ্কৰদেৱক লাভ কৰিছিল তাক কল্পনা কৰাও টান, এই পাঁচ শ বছৰ যে অসমীয়া জাতি লেলাই-থেন্দাই হলেও জীয়াই আছে, সি সেইজন অসমীয়া জাতীয় গুৰুৰ কৃপাৰ ফল মাত্ৰ। কিন্তু আজিৰ দৰে "দিন ভিক্ষা, প্ৰাণ ভিক্ষা" কৰি অসমীয়া আৰু কিমানদিন জীয়াই থাকিব পাৰে? আমাৰ নতুন জাতীয় সাধনাৰ তীব্ৰ প্ৰয়োজন কেতিয়াবাৰ পৰাই অনুভৱ কৰা হৈছে, আজি অসমীয়া জাতি আৰু সমাজ, অসম ৰাজ্যপালন, সদৌৰে চেষ্টা এই একোটি বিষয়ত কেন্দ্ৰীভূত হোৱা নিতান্ত আৱশ্যক হৈছে। পৃথিৱী এৰি পাৰ দিবলৈ আশা কৰা যেন বাতুলতা, অসমীয়া ভাষা-সাহিত্য অবিহনে অসমীয়া জাতি, আৰু অসমীয়া জাতি অবিহনে অসমীয়া সমাজ আৰু অসমীয়া ৰাজ্যপালন, তেনেকৈয়ে অদূৰ ভৱিষ্যতত দিনৰ সপোন হব।

"মৰে অসম, জীয়ে কোন? জীয়ে অসম, মৰে কোন?" এয়ে আজি অসমীয়া জাতিৰ নতুন জীৱনৰ বিজয় হুঙ্কাৰ। অসমী জীয়াই থাকিব লাগিব, আৰু অসমীৰ বুকুৰ কুটুম কোনো মৰিব নোৱাৰিব: এয়ে আমাৰ জাতীয় পণ। অসমীৰ কোলা মাতৃ-হেঁকওৱা আন সন্তানৰ বাবেও সদায় মুকলি, অন্নপূৰ্ণা হৈ এই অসমীয়েই সবাওটিকে অন্ন যাচিছে, স্তন্যময়ী হৈ পুত্ৰ-পোষ্য সদৌকে পুণ্য পীযুষ পিয়াইছে: তাৰ বাবে অসমবাসী ধন্য আৰু চিৰ গৌৰবান্বিত। অনেকবাৰ আমি দোহাৰিব পাৰোঁ, অসম ভাৰতৰ গৌৰব-মুকুট, যেতিয়া সমগ্ৰ ভাৰত বিভিন্ন শাসনকাৰীৰ পদানত আছিল, তেতিয়াও অসমে সৌ দেড় শ বছৰৰ আগলৈকে স্বাধীনতাৰ বিজয়-পতাকা সগৰ্বে উৰাই আছিল। এই নতুন স্বাধীনতাৰ আন্দোলনতো এই বাবেই অসমে আগভাগ লব পাৰিছিল, কিন্তু সেই স্বাধীনতা-লাভৰ পাছত অসম আজি নিষ্ঠুৰভাৱে অৱহেলিত, এই লাঞ্ছনা দূৰ কৰিবলৈ অসমীৰ পুত্ৰ-পোষ্য সকলো এক গোট হৈ অসমীৰ গৌৰৱ অম্লান কৰি ৰাখিব লাগিব। "কুমলীয়া আদা দেখি টিকাত মচি খায়" বুলি অসমীয়া পটন্তৰে কয়, এতিয়া সেই আদা পৈণত বুলি প্ৰমাণ দিবৰ পাল পৰিল, যি অসমীৰ হিয়া কুসুমতকৈও কোমল, আৱশ্যকমতে সি বজ্ৰতকৈও কঠিন বুলি চিনাকি দিব লাগিব। যি প্ৰাগ্‌জ্যোতিষে ভাৰতৰ পূব আকাশত প্ৰাচ্য আৰ্য ৰাজ্যৰ পবিত্ৰ জ্যোতি বিলাইছিল, অসমবাসীয়ে প্ৰাণ গ'লেও সেই জ্যোতি ম্লান হবলৈ কেতিয়াও এৰি নিদিব। ইহাতে নতুন ভাৰতৰ নতুন স্বাধীনতাৰ গৌৰৱ-উজ্জ্বল কৰিবৰ ঘাই দায়িত্বও এই অসমৰেই, কিয়নো যুগ-যুগান্তৰ পৰাধীনতাৰ ক'লা চেকা নপৰা ৰাষ্ট্ৰ একমাত্ৰ অসমেই। কিন্তু ভাৰতৰ উন্নতি-সাধন আমাৰ দ্বিতীয় দায়িত্ব নহয়, অসমৰ উন্নতি সাধনৰ ভিতৰেদিয়েই আমি ভাৰতৰ উন্নতি সাধিব লাগিব: জগতৰ ভিতৰত অসমক ধনে-ধানে, মানে-যহে, এখন আদৰ্শ ৰাষ্ট্ৰ কৰি গঢ়ি তোলাই আমাৰ একমাত্ৰ ধ্যান হোৱা উচিত", আৰু তেতিয়া হলেই অসমে ভাৰতৰ উন্নতিত যথেষ্ট তেল শলিতা যোগাব পাৰিব: আৰু তেতিয়া হলেই অসমে ভাৰতৰ প্ৰতি এক শ্ৰেষ্ঠ সেৱাৰ কাৰ্য কৰা হব।

বুৰঞ্জীৰ পুনৰভিনয় বাস্তৱতে নহয়, পানীপথৰ দ্বিতীয় যুদ্ধ পানীপথৰ প্ৰথম যুদ্ধৰ পুনৰাবৃত্তি নহয়, ই এক নতুন যুদ্ধ: সেইদৰে আজিৰ যি বেলি-উঠা বা বেলি-মাৰ সি কাইলৈ বা কোনো

কালে ঘূৰি নাহে। এতেকে আজি আমি ভাগ্যক থিয়াই হাত সাবটি বহি থাকিব নোৱাৰোঁ, আমাৰ ভাগ্য আমি নিজে ৰচনা কৰিব লাগিব: ভবিষ্যতৰ বেদ আৰু ভবিষ্যতৰ সংহিতাৰ নির্মাতা আমিয়েই হব লাগিব, এই পুণ্য মুহূর্তত আমি তাৰ পবিত্র সঙ্কল্প গ্রহণ কৰোঁ আহক। আমি পুনৰ স্মৰণ কৰোঁ—আমাৰ এই পতিত-পাৱনী অসমীয়া দেৱ-ভাষাতকৈ শ্রেষ্ঠ, কিয়নো ই অসম মাতৃৰ নিজা মাত, আমাৰ এই অসমীয়া সাহিত্যৰ পূত প্রবাহ মন্দাকিনীতকৈও স্বৰ্গীয়, কাৰণ ইয়াৰ ভিতৰেদি আমাৰ পূর্বপুৰুষ মনীষীসকলৰ ৰক্ত-ৰূপ চিন্তাৰ স্রোত বাগৰি আহি আমাৰ জীৱনৰ তেজ সঞ্চালিত কৰিছে, আৰু এই অসমৰ একোটি ধূলিকণাই সাক্ষাত একোখন স্বর্গৰ দৰে, কিয়নো আমাৰ কোটি কোটি পূর্বপুৰুষৰ পঞ্চভূতী দেহা অসমৰ পঞ্চ মহাভূতত মিহলি হৈ আছে। যাৰ পুণ্য গর্ভত আমি দেৱৰ বাঞ্ছনি এই নব-জন্মত থিত হৈছিলোঁ, যাৰ সাদৰী কোলাত আমি পীযূষতকৈও শ্রেষ্ঠ সুখ পান কৰিছোঁ: সাগৰলৈ সকলো জান জুৰী-নৈ ঢাপলি মেলাৰ দৰে আমাৰ চিত্ত-বৃত্তি শক্তি-ভক্তি সকলো যেন সেই অসমৰ সেৱাৰ উদ্দেশেই ধাবিত হয়, সাগৰৰ পানী যেনেকৈ ভাপ হৈ ওপৰলৈ উঠি আকৌ ডাৱৰ হৈ সাগৰতে লীন যায়, আমাৰ মন-চিত, পঞ্চ জ্ঞানেন্দ্রিয় আৰু পঞ্চ কর্মেন্দ্রিয়ই সৈতে এই পঞ্চভূতী দেহা যিদৰে অসমৰ পঞ্চ মহাভূতেৰে নির্মিত হৈছিল সিদৰেই যেন সেইবোৰ অনন্ত কাললৈ পুনঃ পুনঃ অসমৰ পঞ্চ মহাভূতত লীন গৈ ঘূনাই ঘূনাই অসম মাতৃৰ সন্তান ৰূপেই আমাক জন্ম দিয়ে, তাৰ বাবে আজি সবে মিলি কাকুতি কৰোঁ আহক। সৌৱা, মহিমাময়ী অসম মাতৃ আজি আমাৰ মানস চকুত অৱতীর্ণা। আহক, সেই দুখানি চৰণত আমাৰ আবেগ-অর্ঘ্য যাচোঁ:

আই তোৰ চৰণ-তলত শত স্বৰ্গ কৰে টলবল,
আই, তোৰ কৃপা-কটাক্ষত বিধাতাৰ আশীস্ বিহ্বল।
আই, তোৰ স্নেহৰ নীৰত সাতখন তীৰথৰ পানী,
আই, তোৰ কৰুণা-ধাৰাত নামি বয় স্বৰ্গী মন্দাকিনী।
অভিশাপ? কালৰ প্রতাপ? পুত্র তোৰ থাকোঁতে জীয়াই?
আই, তোৰ পদ-ৰেণু লই সকলোটি দিম উৰুৱাই।
আই, আমি শক্তিৰ কুমাৰ, শক্তি আজি ফুটন্ত প্রাণত,
আই, তই শক্তি স্বৰূপিনী, কিয় তোৰ শিৰ অৱনত?
কিনো কৰ, আই, তোৰ আজি সৰগত নিম সিংহাসন?
তেন্তে, মাতৃ, পুত্রে তোৰ বাবে নৱ স্বৰ্গ কৰিব সৃজন।
আই, আজি ভক্তি উলাহত উফৰিছে স্বৰ্গ-জ্যোতি-কণা,
চোৱাঁ, চোৱাঁ, সাতো বৈকুণ্ঠৰ, মিলিছেহি মুক্তি-উপাসনা।
আজি দিব্য অপূর্ব নন্দন, আনন্দত উগুল-থুগুল,
জগতৰ সন্তানসকল মাতৃ-পদ সেৱি বিয়াকুল।
মাতৃ-স্বৰ্গ আজি ধূপ-ধূনা অর্চনাৰে উপচি পৰিছে,

তাৰে গন্ধবাহী মলয়াই মুক্তিৰ মূৰ্চ্ছনা ধৰিছে।
আজি নৱ অৰুণোদয়ত জাগৰিত মুৰন্ত চেতনা ;
মাতৃভূমি, স্বৰ্গভূমি তথা, নোহে দীনা, নোহে পৰাধীনা
অন্ত আজি দুখৰ ভাৱনা, ছিন্ন আজি লোহাৰ শৃঙ্খল,
মাতৃপূজা, শক্তিপূজা এয়ে জননীৰ সেৱকসকল।
আকৌ, মাতৃৰ সোৱা ভৱিষ্যৰ গৰিমাময়ী মূৰ্তি—
স্বদেশৰ আশাৰ ফুলনি আজি সোৱা ধৰি উঠে ঠন,
দেখোঁ মোৰ দেশ দশোদিশে হাঁহো-হাঁহো নন্দন-বদন।
অসমীৰ পুত্ৰ-পোত্ৰ কাৰো ভেদ-ভিন্ কোনো চিন নাই,
সৱাওটি অসমীয়া ভাই, অসমী যে সকলোৰে আই।
পৃথিবীৰ ইমূৰ সিমূৰ এৰি শিল্পী-কাৰিকৰ আহি।
অসমীৰ গৰ্ভজ সম্পদ উলিয়াই কৰিছেহি বাহি।
ধনে-ধানে পুহু উভৈনদী, নিজে খায়, বিশ্বক বিলায়,
অসম যে বিশ্বৰ ভঁৰাল, আকাল যে কোনো কালে নাই।
'ছাল-ছিগা অসমীয়া' ক'তা? সবল সুঠাম লহপহ,
উজুটিত পৰি মৰা কোন? খোজ সোৱা গমহ্ গমহ্।
কামৰূপা সুষমা অসমা। কিবা দিব্য আনন্দৰ বান,
ভাৰতত নোহে, জগতত অসমীয়ে ল'লে শীৰ্ষস্থান।
নিজ হাতে ভাৰত মাতৃয়ে কপালত পিন্ধালে কপালী,
অসমী যে জগতৰ ৰাণী, শোভে সোৱা কিৰীটি সোণালী।
সদউ সম্ভাৱ্য সম্ভৱিছে, অসমী যে ৰহস্য আকৰ।
এয়ে গুপ্ত কাশী, গুপ্ত স্থল বুদ্ধদেৱ পৰিনিৰ্বাণৰ।
যাদু-দণ্ড বিশ্ব-যাদুকৰে গুপ্ত ৰাখে ইয়াতেই। অহ!
"অত্ৰ যে মানৱাঃ সন্তি দেৱাঃ নাত্ৰ সংশয়ঃ।"
নীচাত্মিকা নীচতা আন্ধাৰ হ'ল পাপ-পিশাচৰ ক্ষয়,
ভৱিষ্যৰ মঙ্গল পুৱাত গোৰ্বা সৱে—'জননীৰ জয়।'

---



ধ্বনিকবি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা ঃ ত্ৰয়স্ত্ৰিংশ সম্মিলনৰ সভাপতি

## ত্ৰয়স্ত্ৰিংশ অধিৱেশন

উত্তৰ লক্ষীমপুৰ—৫ মাৰ্চ, ১৯৬৬ চন

### সভাপতি—শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা

ত্বমাদি দেবঃ পুৰুষঃ পুৰাণ-
    স্ত্বমস্য বিশ্বস্য পৰং নিধানম্।
বেত্তাসি বেদ্যঞ্চ পৰঞ্চধাম-
    ত্বয়া ততং বিশ্বমনন্তৰূপম্॥
বায়ুৰ্যমোঽগ্নিৰ্বৰুণঃ শশাঙ্কঃ
    প্ৰজাপতিস্ত্বং প্ৰপিতামহশ্চ।
নমো নমস্তেঽস্তু সহস্ৰ কৃত্বঃ
    পুনশ্চ ভূয়োপি নমো নমস্তে॥

ভাৰত পঙ্কজ বন, তাৰে মধু আহৰণ
    কৰি যেয়ে মধুচক্ৰ কৰিলে নিৰ্মাণ,
সেই জ্ঞানী মধুকৰ বহুবাজি ভাৰতৰ
    চিৰকাল জগতৰ পথৰ নিচান,
বাল্মীকি বেদব্যাস ভৱভূতি কালিদাস
    শঙ্কৰ মাধৱ ৰবি অপ্ৰমাদী কবি
কাব্য কাননৰ ফুল ৰসগ্ৰাহী অলিকুল
    সবাৰে উদ্দেশ্যে কৰো সহস্ৰ প্ৰণতি।

আদৰণি সভাৰ মাননীয় সভাপতি ডাঙৰীয়া, সমবেত প্ৰতিনিধিবৰ্গ, সাহিত্যানুৰাগী আৰু সাহিত্যসেৱী সুধীবৃন্দ,

যি সৰ্ববহী বৃহৎ অনুষ্ঠানত জাতি ধৰ্ম দল-উপদল আৰু সম্প্ৰদায় নিৰ্বিশেষে সকলো অসমীয়া একত্ৰিত হৈ জাতীয় শক্তি উপলব্ধি কৰিব পাৰে আৰু যি সজ উদ্দেশ্যে সকলোকে সমবেত হোৱাৰ প্ৰেৰণা দিয়ে, সেই মহৎ অনুষ্ঠান যিসকলে প্ৰতিষ্ঠা কৰিলে, যিসকলে ইয়াক সজীৱ কৰি ৰাখিছে আৰু যিসকলে এই সভাৰ সভাপতিৰ আসন অলঙ্কৃত কৰি আহিছে সেই সকলোলৈকে আমাৰ কৃতজ্ঞতা আৰু শ্ৰদ্ধা জনাইছো।

সাহিত্য সভাৰ সভাপতি হোৱাটো সৌভাগ্যৰ কথা, কিন্তু বাইজৰ আশীৰ্বাদ আৰু মৰমত যদিও এই অভাজনে এই সন্মান পাইছে তেওঁ তাৰ সমূলি যোগ্য নহয় বুলি ক'ব লাগিব। সাহিত্য সভাৰ সভাপতি হ'বপৰা আমাতকৈ সকলো প্ৰকাৰে শ্ৰেষ্ঠ লোক আমাৰ সমাজত নথকা নহয়। বিশেষকৈ আগতে হৈ যোৱা বিচক্ষণ সাহিত্যসেৱী সভাপতিসকলৰ তুলনাত আমি নগণ্য। তেখেতসকলে জাতি আৰু সাহিত্যৰ সেৱাত যিমান কাম কৰি গল তাৰ কথা ভাবিলে তেখেতসকলৰ প্ৰতি আমাৰ শিৰ দোঁ খাই আহে। যেই হক, আপোনা-লোকেই যেতিয়া অভাজনক এনে সন্মান দিছে, আপোনালোকেই ইয়াৰ গৌৰৱ ৰক্ষাত সহায় কৰিব লাগিব। আপোনালোকৰ আশীৰ্বাদত যেন এই মহৎ কাৰ্য্য সুপ্ৰতুলভাবে সমাধা হয়। অপ্ৰত্যাশিতভাবে এই উচ্চ সন্মান আমালৈ আগ বঢ়োৱাৰ বাবে আপোনালোকলৈ কৃতজ্ঞতাৰ শৰাই আগ বঢ়াইছো।

বাৰভূঞাসকলৰ মাতৃ লক্ষ্মীআইৰ নামৰ এই বুৰঞ্জী-প্ৰসিদ্ধ পবিত্ৰ তীৰ্থস্থানত আসি অতি সজ আৰু পবিত্ৰউদ্দেশ্যেৰে সমবেত হৈছো। ইয়াৰ চাৰিওপিনে থকা দৌল দেৱালয়, মঠ-মন্দিৰ আদিয়ে লক্ষীমপুৰৰ প্ৰাচীন গৌৰৱৰ কথা ঘোষণা কৰি আছে। এই দৌল-দেৱালয় মঠ-মন্দিৰ আৰু সত্ৰ-সভাবিলাক অসমীয়া শিক্ষা-সংস্কৃতৰ কেন্দ্ৰস্থল আছিল। এই ঠাইৰপৰাই অসমৰ জাতীয় সভ্যতাৰ সোঁত পশ্চিম মুখে বৈ যোৱাৰ প্ৰমাণ যথেষ্ট আছে। অসমীয়া ভাষা-সাহিত্যৰ বিপদ কালৰ বন্ধু, আশাসুধীয়া সাহিত্যিক ৺পদ্মনাথ গোহাঞীবৰুৱা ডাঙৰীয়া, লব্ধপ্ৰতিষ্ঠ লিখক ৺পানীন্দ্ৰনাথ গগৈ আদি অনেক কৃতবিদ্য লোকে জন্মগ্ৰহণ কৰি এই ঠাইত চিৰস্মৰণীয় গৌৰৱ থাপি গৈছে। এনে স্থানত চিৰ চেনেহী ভাষা-জননীৰ সেৱাৰ মানসে সমবেত সাহিত্যানুৰাগী আৰু সাহিত্যসেৱীসকলে মাতৃপূজাৰ কাৰণে উৎকৃষ্ট ধৰণৰ ফুল-চন্দন আহৰণ কৰি নিবলৈ নিশ্চয় আশা কৰি আহিছে। আমাৰ উদ্দেশ্য যাতে সফল হয়, আমাৰ আন্তৰিকতাৰে কৰা কাৰ্য্যৰ দ্বাৰা যাতে মাতৃভাষাৰ গৌৰৱবৰ্দ্ধন হয় তাৰ নিমিত্তে আমি ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা জনাইছো।

লক্ষীমপুৰ

অলপ সময়ৰ ভিতৰতে আমি ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ দুজন প্ৰধান যোদ্ধা আৰু ভাৰত গণতন্ত্ৰৰ কৰ্ণধাৰক হেৰুৱাই পেলাইছো। ভাৰত তথা পৃথিবীৰ গৌৰৱ পণ্ডিত জৱহৰলাল নেহেৰুৰ বিয়োগ শোক সাম কাটিবলৈ নৌ পাওঁতেই তেওঁৰ সুযোগ্য স্থলাভিষিক্ত জনকো হেৰুৱালো। শান্তিদূত, সহজ, মহান, অমায়িক, কৰ্ত্তব্যনিষ্ঠ, আদৰ্শ ত্যাগী আৰু সাধাৰণৰ ভিতৰত অসাধাৰণ ব্যক্তি, আমাৰ অতি আদৰৰ প্ৰধান মন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীক হেৰুৱালো। আমি এই ক্ষণজন্মা পুৰুষৰ মহান আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি আগ বঢ়াইছো।

বিয়োগ ব্যথা

চমাৰচেট ম'মৰ বিয়োগত আমি এজন অন্যতম প্ৰতিষ্ঠালব্ধ আৰু জনপ্ৰিয় সাহিত্যিক হেৰুৱালো। তেওঁৰ অমৰ আত্মাই শান্তি লাভ কৰক।

অসম মাতৃৰ অন্যতম সুযোগ্য পুত্ৰ, ভাৰতীয় ঐতিহ্যৰ একনিষ্ঠ পৃষ্ঠপোষক, দেশ আৰু সমাজৰ নিষ্ঠাবান সেৱক সুদৰ্শন পুৰুষ কামাখ্যাৰাম বৰুৱাৰ মৃত্যুত আমি অসম মাতৃৰ এজন

সুযোগ্য সন্তান হেৰুৱালো। বৰ দুখলগা অৱস্থাত বিমান দুৰ্ঘটনাত ভাৰতৰ গৌৰৱ, বৈজ্ঞানিক, আণবিক আয়োগৰ সভাপতি ডক্টৰ ভাবাক আৰু, তেওঁৰ লগতে, আমাৰ অতি চেনেহৰ, অসমৰ কৃতী সন্তান, বৈমানিক ৰমেশচন্দ্ৰ বৰুৱাকো হেৰুৱালো। তেখেতসকলৰ আত্মাৰ উদ্দেশ্যে আমি শ্ৰদ্ধাঞ্জলি আগ বঢ়াইছো।

দুৰ্ভাগ্যবশতঃ ওচৰচুবুৰীয়াৰ লগত বাধ্য হৈ যুদ্ধ কৰিব লগীয়া হোৱাত সেনানায়ক বীৰ হেমিদকে আদি কৰি যিসকল সৈনিকে যুদ্ধক্ষেত্ৰত প্ৰাণ ত্যাগ কৰিলে, যিসকলৰ চৰম ত্যাগৰ ফলত জন্মভূমিৰ কোলাত নিৰাপদে আছো, সেইসকলৰ প্ৰতি কৃতজ্ঞতাৰ চকুলোৰে শ্ৰদ্ধাৰ তৰ্পণ আগ বঢাইছো। এই বীৰসকলৰ পৰিয়ালবৰ্গলৈ আমাৰ আন্তৰিক সমবেদনা জনাইছো।

পৃথিবীত জন্মগ্ৰহণ কৰিয়েই যি ভাষাৰে প্ৰথম মাতৃৰ মুখেৰে মাতো, যি ভাষাৰে পৰমেশ্বৰৰ নাম লওঁ, মৰম-প্ৰীতি-দয়া-মমতা জনাবলৈ যি ভাষাতকৈ সহজ ভাষা বিচাৰি নাপাওঁ আৰু যি ভাষাৰে, পৃথিবীৰপৰা বিদায় লবৰ সময়ত শেষৰ মাতৃৰ মাতি যাব পাৰিম সেয়ে আমাৰ চিৰ চেনেহী ভাষা জননী। সংসাৰৰ সকলো জ্ঞান আহৰণ কৰিবলৈ মাতৃভাষাইহে স্বাভাৱিক মাধ্যম। বাধ্য হৈ কেতিয়াবা অন্য ভাষাৰে প্ৰকাশ কৰিবলগীয়া হলেও মাতৃভাষাৰে ভাবিব লাগিবই। মাতৃভাষাৰ মাধ্যমেৰে পোৱা জ্ঞান অন্তৰত যেনেকৈ খাপ খাই পৰে আন ভাষাৰে তেনেকৈ খাপ খাব নোৱাৰে।

অসমীয়া মাতৃভাষা আৰু তাৰ নৱজন্ম

আজি পৃথিবীত যিবিলাক জাতি উন্নত হৈ জ্ঞান-বিজ্ঞানৰ চৰ্চ্চাৰ বলেৰে অসম্ভৱক সম্ভৱ কৰিব পাৰিছে সেইবিলাক জাতিৰ শিক্ষাৰ মাধ্যম মাতৃভাষা। পৰিতাপৰ বিষয়, আমাৰ শিক্ষাৰ মাধ্যম সৰ্ব্বতো প্ৰকাৰে মাতৃভাষা নহয়। সেইহে আমি পৃথিবীত জ্ঞানৰ বন্তি প্ৰথমে জ্বলায়ো এতিয়া অজ্ঞান আন্ধাৰত বাট বিচাৰি খপিয়াই ফুৰিছো। আমি এতিয়া যিমান উন্নত হব লাগিছিল, সিমান উন্নত হোৱা নাই। পৰাধীনতাৰ কলঙ্কেৰে কলঙ্কিত হৈ ভাৰতবাসীয়ে যেতিয়া লঘু-গুণ-বৃত্তিসম্পন্ন হৈ নিজক পাহৰি যাবলৈ ধৰিলে তেতিয়া দাসসুলভ মনৰ জাতি সৃষ্টি কৰিবলৈ বিজেতাই সকলো প্ৰকাৰৰ চেষ্টা চলালে। সলনি কৰিব নোৱৰা গাৰ বৰণটোৰ বাহিৰে, ভাৰতৰ মানুহবোৰ যাতে ইংৰাজ হৈ গৈ, চিৰকাল ইংৰাজ জাতিৰ মোহত পৰি, ইংৰাজৰ ৰাজ্যত থকাটোকে সুখৰ কথা বুলি ভাবিব পাৰে তাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। তাৰ ভিতৰত আটাইতকৈ ভাল উপায় হ'ল, নিজ ভাষাৰ প্ৰতি বিতৃষ্ণা জন্মোৱা। অনেক নেতৃস্থানীয় লোকেও ইয়াক আগ্ৰহেৰে গ্ৰহণ কৰিলে। ইংৰাজী ভাষাৰ গুণ-গৰিমা সঁচাই মিছাই বহুত প্ৰচাৰ হ'ল। বিহবপুৰা মূল্যবান ঔষধ প্ৰস্তুত কৰিবপৰাৰ দৰে ইংৰাজী শিক্ষাৰপৰা কিছু উপকাৰ হল যদিও সৰহ ভাগৰ যথেষ্ট জ্ঞান আহৰণৰ সুবিধা নহল আৰু আজিও হোৱা নাই। ই জাতিটোক দাসসুলভ মনোবৃত্তি গ্ৰহণ কৰিবলৈ যিমান সহায় কৰিলে আন বিষয়ত সিমান সহায় কৰিব নোৱাৰিলে। পলমকৈ হলেও অসমৰ ভাগ্যতো সেয়েই ঘটিল। বিদেশী ভাষা আয়ত্ত কৰি ওচৰ-চুবুৰীয়া ৰাজ্যৰ ভিন্ন ভাষাভাষী বাইজসকল নতুন ধৰণেৰেই আগবাঢ়ি গ'ল, কিন্তু আমাৰ ভাগ্যত সিও নঘটিল। আমি নিজৰো হেৰুৱালো, পৰৰো ল'ব নোৱাৰিলো।

হলাগছত কুঠাৰ মৰাৰ দৰে, ওচৰ-চুবুৰীয়াই সহায় কৰক ছাবি আমাৰ দুৰ্ব্বলতাৰ ছেলু লৈ স্বাৰ্থ-সিদ্ধিৰ উপায় বিচাৰিলে। দাস মনোবৃত্তিৰ ই এটা স্বাভাবিক কথা। নৱবৈষ্ণব যুগত ফলে-ফুলে নন্দন-বন্দন হৈ উঠি-অহা অসমীয়া সাহিত্য তৰুৰ গৌৰবোজ্জ্বল গতিত বাধা পৰিল। কিন্তু পৃথিবীৰ চিৰন্তন নীতিত বাধা জন্মোৱা সহজ নহয়। এসময়ত যেনেকৈ ইংলেণ্ডত বিজেতাসকলে লেটিন বা ফৰাচী ভাষা চলাব নোৱাৰিলে, সেইদৰে অসমতো অনা-অসমীয়া ভাষাই মূৰ দাঙি উঠিব নোৱাৰিলে, অসমৰ কৃতী সন্তানসকলৰ অশেষ চেষ্টাত মাতৃভাষা ৰক্ষা পৰিল। অসমীয়াই একপ্ৰকাৰ নতুনকৈ নিজা ভাষা চৰ্চ্চা কৰিবলগীয়া হ'ল। মুক্তি-স্নানৰ পিছত অসমীয়াই পূৰ্ব্বৰ বস্তুৰাজিত আউজি এক দিব্যৰূপ ধাৰণ কৰিব বুলিয়েই আমি আশা কৰো।

বৰ্ত্তমান ভাৰতৰ তথা অসমৰ এক সমস্যাপূৰ্ণ সময় যদিও এফালৰপৰা চাবলৈ গলে আমি বহুততকৈ ভাগ্যবান লোক। আমাৰ সময়তে আমাৰ দেশৰ মানুহেই এটা প্ৰবল প্ৰতাপী জাতিৰপৰা, অভিনৱ উপায়েৰে নিজৰ স্বাধীনতা উদ্ধাৰ কৰিলে। আমাৰ মানুহেই পৃথিবীৰ ৰাজনৈতিক ক্ষেত্ৰত এটা নতুন আদৰ্শ সৃষ্টি কৰিলে। আমাৰ দেশৰ বুৰঞ্জীত যিসকল লোকৰ নাম চিৰস্মৰণীয় হৈ থাকিব তেনে মহাশক্তিশালী লোক-সকলক আমি নিজ চকুৰে দেখিলো। এই সময়তে অতি বেজাৰেৰে আমি ভাৰতক দ্বিখণ্ডিত কৰিব লগীয়াও হ'ল। ৰাজনৈতিক পৰিবৰ্ত্তনৰ লগে লগে অহা সমস্যা-বিলাক সমাধান কৰিবলৈ আমাক স্বভাৱতে নতুন শক্তি লগা হ'ল। যি জাতি ধ্বংসৰ ফালে যোৱা নিশ্চিত, সেই জাতিৰ মানুহ এনে অৱস্থাত হাত সাৱটি থকা স্বভাবিক। কিন্তু, ভাৰতৰ আন আন জাতিৰ দৰেই, অসমীয়াই তেতিয়াও নিজৰ জাতিক ধ্বংসৰ ফালে যাবলৈ দিব নোৱাৰে। এটা ঐতিহ্যপূৰ্ণ প্ৰাচীন জাতিৰ পক্ষে ই সম্ভৱ নহয়। ইহাতে ভাৰতীয় সংহতিত অসমীয়াই অকলে উন্নতিৰ বাটত আগ বাঢ়িব নালাগে, লগত অনেক আছে। কিন্তু অসমীয়াই সাহসেৰে নিজৰ ভাগৰ কৰ্ত্তব্য পালন কৰিব লাগিব। গতিকে নতুন যুগত, নতুন সমস্যাৰ সন্মুখীন হ'বলৈ যি ধৰণৰ সাহিত্য লাগে তেনে ধৰণৰ সাহিত্য সৃষ্টি কৰা আমাৰ নতুনকৈ উঠি অহা সাহিত্যিকসকলৰ প্ৰধান কৰ্ত্তব্য। কামত লগাই নোথোৱা যন্ত্ৰক যেনেকৈ মামৰে খাই অকামিলা কৰে সেইদৰে কামত খটাব নলগা মগজো অকামিলা হৈ পৰে। সমস্যা সমাধান কৰিবলৈ বাধ্য হৈ নতুন নতুন ভবা-চিন্তা কৰিবই লাগিব আৰু তাৰ লগতে নতুন সাহিত্যৰ সৃষ্টি হ'ব। সেয়ে যদি নহয়, জাতিৰ উন্নতিৰ গতি মন্থৰ হোৱাই নালাগে, বন্ধ হোৱাও অসম্ভৱ নহয়। আমাৰ ৰাষ্ট্ৰীয় উন্নতিত বাধা দি তল পেলাবলৈ যত্ন কৰা জাতি ওলাইছে। এনে সময়ত আমাৰ অনেক কাল অলস হৈ থকা লুপ্ত শক্তি জাগ্ৰত কৰিবৰ কাৰণে সাহিত্যিকসকলে শক্তিশালী সাহিত্য ৰচনা কৰিবই লাগিব—যি সাহিত্যই আমাৰ মনৰ লঘু বৃত্তিসম্পন্ন ভাৱবিলাক আঁতৰাই সাহসেৰে আমাক পৃথিবীৰ উন্নত জাতিবিলাকৰ মাজত সোমাবলৈ সামৰ্থ্য দিব, যি সাহিত্যই আমাক দূৰদৰ্শী সাধু আৰু কৰ্ত্তব্যপৰায়ণ কৰিব, আৰু যি সাহিত্যৰ যোগে আমি আমাৰ অন্তৰ্নিহিত শক্তি উপলব্ধি কৰিবপৰা সম্ভৱ হ'ব।

বৰ্ত্তমানৰ সমস্যা শক্তি সঞ্চয়

অপ্ৰিয় হলেও সঁচা কথা ক'ব লাগিব। আজি ওঠৰ বছৰ আমাৰ ৰাইজৰ সৰহ ভাগেই স্বাধীনতাক অকল ভোগ-বিলাসৰ বস্তু বুলিয়েই ভাবি আছে, আৰু যি পাৰিছে তেওঁবিলাকে ছলে বলে কৌশলে বিলাসত ওপঙাৰ চেষ্টাত আছে। ৰাইজৰ মাজত দেশাত্মবোধৰ ভাব যিমান

দেশাত্মবোধ

হ'ব লাগিছিল সিমান হোৱা নাই। আমাৰ স্বাধীনতাপ্ৰসূত জাতীয় উৎসৱবিলাকেই তাৰ একোটা জলন্ত নিদৰ্শন। আমাৰ অনেক ডেকাই সংসাৰৰ সকলো মায়ামোহ ত্যাগ কৰি জননী জন্মভূমিৰ গৌৰব ৰক্ষাৰ্থে প্ৰাণ বিসৰ্জন দিছে; আমি ঘৰত সোমাই থকাবিলাকে তেওঁবিলাকৰ এই মহৎ ত্যাগৰ আদৰ্শত দেশৰ বাবে সামান্য ত্যাগ স্বীকাৰ কৰিবলৈও কুণ্ঠিত হৈ আছো। অসমৰ সাহিত্যিক সমাজৰ গাত সৰ্ব্বসাধাৰণক এই কৰ্ত্তব্য সোঁৱৰাই দিয়াৰ দায়িত্ব নিশ্চয় আছে। সাহিত্যিকসকলে দেশাত্মবোধ কি তাক বুজি পায়। যদি নাপায় তেন্তে তেওঁ সাহিত্যিকেই নহয়। কোনো এজন মহাপুৰুষে একে দিনাই দেশৰ জনগণৰ অন্তৰ শুদ্ধ কৰি দিব নোৱাৰে। কোনো এটা দলৰ অক্লান্ত চেষ্টায়ো সেই কাৰ্য সিদ্ধি কৰিব নোৱাৰে। মানুহৰ অন্তৰ শুদ্ধ নহলে, নিজে নিজক উপলব্ধি কৰিব নোৱাৰিলে, নিজৰ দায়িত্ব নিজে নুবুজিলে, মহাশক্তিশালী চৰ্কাৰেও অকল আইন প্ৰণয়ন কৰি মানুহক মানুহ কৰিব নোৱাৰে। নৈতিক বলত বলীয়ান জনসাধাৰণৰ প্ৰতি সহানুভূতিশীল সাহিত্যিকে জনতাৰ মন বুজি, সুসাহিত্য ৰচনা কৰি দেশখন শুদ্ধ কৰি তোলাত বেছি সহায় কৰিব পাৰে। দেশ সমৃদ্ধিশালী হলে, মানুহৰ অভাৱ-অনাটন গুছিলে আৰু সকলো মানুহে একোটা কৰ্ত্তব্য কাম হাতত লৈ সময় অতিবাহিত কৰিব পাৰিলে সাহিত্যিকৰ সু-আদৰ্শই ৰাইজৰ মন বেছি সোনকালে শুদ্ধ কৰিব পাৰে। এই দুইটা বিষয়ই পাৰস্পৰিক নিৰ্ভৰশীল। বিজ্ঞানৰ শিক্ষা সেই কাৰণে আমাৰ অতি প্ৰয়োজন। কিন্তু সৰ্ব্বসাধাৰণৰ অন্তৰ শুদ্ধ নহলেও বিজ্ঞানৰ দানে পূৰ্ণ শান্তি আনিব নোৱাৰে। মানুহৰ অন্ত নেহোৱা আশা-আকাঙ্খা পূৰ্ণ কৰিবলৈ যাওঁতে সীমা পাৰ হৈ গৈ বিপদতো পৰিব পাৰে। লোভ মোহ আদিৰ তাড়নাত মানুহে মানবীয় গুণ পাহৰি পাশবিক গুণৰ আশ্ৰয় লব পাৰে। সেই কাৰণে দেশ-কালৰ গতি গোত্ৰ চাই, সাহিত্যিক-সকলে নানা উপায়েৰে মানুহক সংযত কৰি ৰাখিবলৈ চেষ্টা কৰা নিতান্ত উচিত। বিজ্ঞানৰ বলত পোৱা সুখ-শান্তি সুসাহিত্যৰ আশীৰ্ব্বাদতহে উজ্জ্বল আৰু পবিত্ৰ হৈ উঠিব। আমি বৰ্ত্তমান অসমীয়া সাহিত্যিসকলৰপৰা এনে ধৰণৰ সাহিত্য বিচাৰো।

একভাষী অঞ্চল হিচাবে আমি স্পষ্টভাৱে এখন ক্ষেত্ৰ পাইছো। আমি পাবলগীয়া কিছু অংশ ইয়াৰপৰা বাদ পৰাত দুখ পাইছো। যদিও বৃহত্তৰ স্বাৰ্থৰ নিমিত্তে আমি তাকে মানি ল'ব লগীয়া হৈছে, এই বিষয়ত হেতা-ওপৰা অপ্ৰীতিকৰ ঘটনা আৰু নহব বুলিয়েই ভাবিছো।

অসমৰ একভাষী অঞ্চল

আমি ভাষা সাহিত্য আৰু কৃষ্টিৰ উৎকৰ্ষ সাধন কৰি আমাৰ লগত সকলো প্ৰকাৰে সম্বন্ধ থকা ভাই-ভনীহঁতক সীমাৰ বাহিৰত ৰাখিও লগৰীয়া কৰি ৰাখিব পাৰো। মুঠতে বৰ্ত্তমান আমি অনেক দুশ্চিন্তা বাদ দি সাহিত্য সাধনাত একান্ত মনেৰে লাগিবপৰা হৈছো, কিন্তু আমাৰ চৰ্কাৰ আৰু ৰাইজৰ মানসিক দুৰ্ব্বলতা গুওছেমানে সহায়

সজাগ হৈ থাকিব লাগিব। ভাষা আৰু সাহিত্যৰ উৎকৰ্ষ সাধন আৰু অসমীয়া জাতিৰ একতাই এইদৰে সজাগ হৈ থকাৰ প্ৰধান লক্ষণ। ইয়েই আমাৰ শক্তিৰ সাধনা। আমাৰ দেশলৈ যি সকল অনা-অসমীয়া নতুনকৈ অসমীয়া হবলৈ আহিছে তেওঁবিলাকক সহায় সহানুভূতি আৰু উৎকৃষ্ট ধৰণৰ কলা-কৃষ্টি-সাহিত্য আদিৰ আকৰ্ষণেৰে নিজৰ কৰি ল'বলৈ যত্ন কৰিব লাগে। এই বিষয়ত বাইজৰ আৰু সাহিত্য-সভাৰ কি কৰ্তব্য তাক দোহাৰিবৰ আৱশ্যক নাই। একে অসম মাতৃৰ কোলাতে কৌটিকালৰপৰা মিলি-জুলি থকা পৰ্ব্বতীয়া ভাইসকলক আমি নিলগৰ বুলি ভাবিব নোৱাৰো। দৈৱ দুৰ্বিপাকত দেশ পৰাধীন হোৱাত বিজতৰীয়া বিজেতাই আমাৰ সংহতি নষ্ট কৰি, তেওঁবিলাক সবল হৈ থকাৰ উপায় স্বৰূপে আমাক পৰ্ব্বতীয়া ভাইসকলৰপৰা নিলগ কৰি ৰাখিবলৈ সীমাত গড় মাৰিলে। স্বাধীনতাৰ পিছতো সেই ধনঞ্জয় বায়ু আঁতৰা নাই। আমাৰ দুৰ্ভাগ্যবশতঃ পাকে-প্ৰকাৰান্তৰে এই সমস্যাৰ এটা স্থিৰ সিদ্ধান্ত হৈছে বুলি আমি ক'ব-পৰা নাই। উত্তৰ-পূৰ্ব সীমান্ত অঞ্চলত অসমীয়া ভাষাৰ স্থান নিৰ্দ্ধাৰণত 'গড়গঞা মিতিৰৰ ভাও' ইয়াৰ এটা উদাহৰণ। অসমৰ পৰ্ব্বতীয়া ভাইসকলৰ লগত আমাৰ কৌটিকলীয়া সম্বন্ধ। সেই কাৰণে আমি তেওঁবিলাকক আমাৰ লগলৈ আনিবলৈ আইন-সঙ্গত সকলো চেষ্টা কৰি থাকিব লাগিব। তেওঁবিলাকৰ সুবিধাৰ নিমিত্তেও তেওঁবিলাকে আমাক সামৰি ল'ব লাগিব। যিমানেই হওক, ওলায়েই যাক দেখে, তেওঁবিলাকক বাদ দিবপৰা সম্ভৱ নহয়। বাগিচা আদিৰ বনুৱা ভাইসকল, অন্যান্য অনা-অসমীয়া কৰ্মচাৰী, ব্যৱসায়ী আৰু স্থানচ্যুত হোৱা লোকসকলে অসমীয়াৰ লগত মিলি জুলি ন অসমীয়া নহলে সুবিধা নাপাব। আমি তেওঁবিলাকক উদাৰভাৱে সামৰি লবলৈ যত্ন কৰিব লাগে। বাগিচাৰ বনুৱাসকলৰ কাৰণে প্ৰতিষ্ঠিত হোৱা শিক্ষানুষ্ঠান-বিলাকৰ শিক্ষাৰ প্ৰতি আমাৰ সৰবৰহী চৰ্কাৰে বিশেষভাৱে চকু দিব লাগে। অনা-অসমীয়া লোকসকলে নিজা ভাষাত শিক্ষালাভ কৰিবলৈ পৃথক শিক্ষানুষ্ঠান বিচাৰিলেও তাত অসমীয়া আঞ্চলিক ভাষাৰো উপযুক্ত স্থান থাকিব লাগিব। সুখে-শান্তিৰে থাকিবলৈ হলে যাৰ লগত সদায় থাকিব লগীয়া হয় তেওঁবিলাকৰ লগত আপোনভাৱে মিলি-জুলি থকা উচিত। অসমীয়াৰ উদাৰতাৰ সুবিধা লৈ অসমীয়াৰ স্বাৰ্থ নষ্ট কৰিবলৈ গলে কোনেও সুখ নাপায়। ব্যৱহাৰৰ তিক্ততাৰ দ্বাৰা মানুহ সজাগ হলে যিকোনো প্ৰকাৰে অন্যায়ৰ প্ৰতিবন্ধক ঘটাবলৈ যত্ন নকৰাকৈ নাথাকে। ভাৰতৰ পূৰ্বাঞ্চলৰ সমস্যা বহুত, এই অঞ্চলৰ লোকসকলৰ পাৰস্পৰিক সহায়-সহানুভূতিৰে এগোট হৈ নাথাকিলে বিপদে বেগেতে সিপাৰ পাবে। আমাৰ দেশলৈ নকৈ অহা মানুহৰ ভিতৰত বহুতে আমাৰ অসমীয়া ভাষা বুজিও নুবুজা আৰু ক'ব পাৰিও ক'ব নোৱাৰাৰ ভাও ধৰে। ই এটা বৰ অশোভনীয় কথা। এইদৰে নকৈ অহাসকলে অসমীয়াৰ হৃদয় কেনেকৈ জয় কৰিব? ভাৰতৰ প্ৰায়বিলাক আঞ্চলিক ভাষাই বাই-ভনীৰ নিচিনা, গতিকে আমি মিলি-জুলি প্ৰগতি পথত আগবাঢ়ি যোৱাটোহে উচিত কথা। ভাৰতৰ সংহতি ৰখাৰ নিমিত্তে আটাইতকৈ ডাঙৰ কথা হৈছে বিভিন্ন অঞ্চলৰ লোকসকলৰ ভিতৰত পাৰস্পৰিক আপোন সম্বন্ধ গঢ়ি তোলা আৰু সাহিত্যিকসকলে যিমানদূৰ সম্ভৱ বেছিকৈ ভাৰতীয় ভাষা

আৰম্ভ কৰি আন ভাৰতীয় ভাষাকো মাতৃভাষাৰদৰে ভাবি সন্মান কৰা। সুখৰ বিষয়, সমগ্ৰ ভাৰতৰ বিভিন্ন আঞ্চলিক ভাষাবিলাকৰ কবি, সাহিত্যিক, বুৰঞ্জীবিদ, বৈজ্ঞানিক আদিৰ সন্মিলন আদি হৈছে। সঙ্গীত, নাটক, চিত্ৰ আদি সুকুমাৰ কলাৰ সৰ্ব্বভাৰতীয় প্ৰতিযোগিতায়ো সাহিত্য ক্ষেত্ৰৰ অবাঞ্ছনীয় ঠেক ভাৱবিলাক আঁতৰোৱাত সহায় কৰিব।

গীত, কবিতা, গল্প, নাটক আৰু নানা বিষয়ৰ সৰৱৰহী প্ৰবন্ধৰ যোগে বিচক্ষণ সাহিত্যিক-সকলে আমাৰ অসমীয়া জাতিটোক সবল, কৰ্মপটু, কৰ্ত্তব্যপৰায়ণ, সাধু, সাহসী আদি নানা গুণেৰে গুণী কৰিব পাৰে। নিৰাশাত হাত সাবটি বহি থকা জাতিৰ অন্তৰত আশাৰ সঞ্চাৰ কৰিবলৈ সাহিত্যৰ যথেষ্ট শক্তি আছে। ৰাজপুতনা, মহাৰাষ্ট্ৰ আদিৰ চাৰণ কবিসকলৰ গীত-বিলাকে বীৰসকলক কেনেকৈ উদগণি দিব পাৰিছিল তাক আমি ভাৰতৰ পুৰণি আখ্যানবিলাকৰপৰা শুনিবলৈ পাওঁ। দুৰ্দ্দশাগ্ৰস্ত গ্ৰীকবিলাকক পুনৰ প্ৰতিষ্ঠা কৰাত সহায় কৰিছিল কবিসকলে। এইবিলাক কাৰণতে ৰাজসভা-বিলাকত কবি থকা অপৰিহাৰ্য্য। আমাৰ গুৰুসকলৰ তিথি-উৎসৱত তেৰাসকলৰ চৰিত্ৰ কোৱাৰ নিয়ম আছে। এই চৰিত্ৰই তেওঁবিলাকৰ গুণ-গৰিমাবিলাক আমাৰ মনলৈ ঘূৰাই আনে। পূৰ্ব্ববৰ্তী বীৰ-বীৰাঙ্গনাসকলৰ গুণ-গৰিমাই জনসাধাৰণক শক্তিশালী কৰি তোলে। আমাৰ মহাকাব্য ৰামায়ণত এই বিষয়ে এটি সুন্দৰ আখ্যান আছে। সীতাক বিচাৰি ৰামচন্দ্ৰই সসৈন্যে সুগ্ৰীৱৰ সৈতে যেতিয়া সাগৰৰ পাৰ পালেগৈ তেতিয়া লঙ্কাত সীতাক বিচাৰিবলৈ এজন বীৰৰ আৱশ্যক হ'ল। সুগ্ৰীৱই কেবাজনো বীৰৰপৰা সঁহাৰি নাপাই হনুমন্তৰ ওচৰ চাপিল। তেৱোঁ অলপ ইতঃস্ততঃ কৰিলে। কিন্তু যেতিয়া তেওঁৰ শক্তিৰ কথা বখানি প্ৰবল পৰাক্ৰমী পৱন-নন্দন বুলি সোঁৱৰাই দিয়া হ'ল, তেতিয়াই তেওঁৰ শৰীৰত শক্তি জাগি উঠিল আৰু লঙ্কালৈ যাবলৈ প্ৰস্তুত হ'ল। এইদৰে পূৰ্ব্ব গৌৰৱৰ সোঁৱৰণত মানুহৰ শৰীৰত শক্তিৰ সঞ্চাৰ হয়।

সাহিত্যৰ অঙ্গ আৰু লক্ষণ

ওপৰত কৈ অহা উপায় কাৰ্য্যত পৰিণত কৰিবলৈ সঙ্গীত চৰ্চ্চাৰ অতি আৱশ্যক। অসমীয়া বা কামৰূপীয় সঙ্গীতৰ বুৰঞ্জী আলোচনা কৰিবলৈ আমাৰ সুযোগ আৰু সামৰ্থ্য দুইটাই নাই বুলি কলেও বঢ়াই কোৱা নহয়। কিন্তু সংসাৰথন বসাল কৰি ৰাখিবলৈ সঙ্গীততকৈ ভাল উপায় একো নাই বুলি বুজি পাওঁ। সুৰ সম্বলিত স্তৱ, স্তোত্ৰ, পদ পয়াৰ আদিৰেহে ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ ভাল পাওঁ। সাহিত্যৰ অন্যতম প্ৰধান অঙ্গ সঙ্গীত। সঙ্গীত শাস্ত্ৰৰ নিয়মমতে বৈজ্ঞানিক উপায়েৰে সঙ্গীতৰ উন্নতি সাধন কৰিবলৈ আগবঢ়া লোকসকলক সৰ্ব্বতোপ্ৰকাৰে সহায় কৰা আমাৰ কৰ্ত্তব্য। যি ধৰণৰেই সঙ্গীত হওক তাৰ ৰীতি-নীতিৰ এখন শাস্ত্ৰ আছে। প্ৰাচীন কালৰপৰা চলি অহা অনেক ধৰণৰ সঙ্গীতৰ অৱস্থা চৰ্চ্চাৰ অভাৱত বিকৃত হোৱাটো স্বাভাৱিক। এইবিলাক উপযুক্ত ভাৱে সোনকালে সংস্কাৰ নকৰিলে আমাৰ অনেক সম্পদ লোপ পাব। আমাৰ আদৰৰ বস্তু আচল শাস্ত্ৰীয় সঙ্গীতৰ গাম্ভীৰ্য্যই আমাক অভিভূত কৰি তোলে আৰু সৎ জীৱন যাপন কৰিবলৈ অনুপ্ৰেৰণা যোগায়। তাল-মান বাখি সুৰ সংযোজনা কৰি গোৱা স্তৱ-স্তোত্ৰবিলাকে ভগৱন্তকো

সঙ্গীত

সন্তুষ্ট কৰে বুলি আমি ভাবো। পূজা-পাতল নাম-প্ৰসঙ্গ আদিত সুৰৰ প্ৰাধান্যই উপাস্য দেৱতাক সন্তোষ দিয়ক নিদিয়ক আমাক কিন্তু সন্তোষ দিয়ে।

সঙ্গীত-নাটক একাডেমী, গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ আৰু বিভিন্ন ঠাইত প্ৰতিষ্ঠিত কলা-কৃষ্টিৰ কেন্দ্ৰবোৰে ক্ৰমে বেছিকৈ এই বিষয়ে চৰ্চাত মনযোগ দিয়াত যথেষ্ট আশাৰ সঞ্চাৰ হৈছে। সকলো কথাৰে অলপ ভুল-চুক থাকে। সেই সামান্য কথাবিলাকক অলপ দূৰদৰ্শিতাৰে গঠনমূলকভাবেৰে শুধৰাবলৈ যত্ন নকৰি আৰম্ভতে বৰকৈ চিঞৰ-বাখৰ কৰি দিলে, উদ্যোক্তাসকলৰ মনলৈ হতাশাৰ ভাব আহিব পাৰে। সেই কাৰণে আমি সাৱধান হোৱা উচিত। অসমীয়াত দিনে দিনে নতুন নতুন গীতবোৰ ৰচিত হোৱাত আমাৰ সাহিত্যৰ সৌন্দৰ্য্য বৃদ্ধি হোৱাৰ লগে লগে সমাজত এটি আনন্দৰ ঢৌ বাগৰি যোৱা যেন অনুভৱ হৈছে। সাময়িক আৱশ্যকতাৰ নিমিত্তেও সুযোগ্য শিল্পীসকলে গীত ৰচনা কৰি জাতিক সুস্থ, সবল আৰু উদ্যোগী কৰাত সহায় কৰিছে। আমি উৎসাহী আৰু উদ্যোগী শিল্পীসকলক আমাৰ গৌৰৱৰ স্থল বুলি ওলগ জনাইছো। কলা-কৃষ্টিৰ অনুষ্ঠানবোৰে চৰ্কাৰ আৰু ৰাইজৰপৰা সহায় সহানুভূতি পালে, আমাৰ অসমীয়া সাহিত্য তথা অসমীয়া জাতিয়ে ভাৰতৰ সংহতি ৰক্ষা কৰাত আগবাঢ়ি যাব পাৰিব। অসমীয়া কলা কৃষ্টিৰ নিৰ্দৰ্শনস্বৰূপে ভাৰতৰে কোনো কোনো ঠাইত যিবিলাক সঙ্গীত, নৃত্য আদিৰ প্ৰদৰ্শন কৰা হৈছে সেইবিলাকৰ বহুতত অসমীয়া কৃষ্টিৰ নামত নিকৃষ্ট ধৰণৰ নাচ-বাগ কিছুমান দেখুৱাই অসমীয়াৰ মৰ্য্যাদা হানি কৰিছে বুলি শুনিবলৈ পাওঁ। এই বিলাকতে উৎকৃষ্ট ধৰণৰ কলা-কৃষ্টিৰ নিদৰ্শনত সকলোৰেপৰা যথেষ্ট প্ৰশংসা পোৱাটোও বৰ সন্তোষৰ বিষয় হৈছে। এইদৰে আমাৰ জাতীৰ গৌৰৱ ৰক্ষা কৰা সকলক পুনৰ অভিনন্দন জনাইছো। প্ৰাচীন সঙ্গীত, নাটক, চিত্ৰকলা, ভাস্কৰ্য্য আদিৰ মূল সৰ্ব্বভাৰতীয় বুলি কলে বঢ়াই কোৱা নহয়। ভাৰতৰ বাই-ভনীৰ নিচিনা আঞ্চলিক ভাষাবিলাকত সঙ্গীত আদিৰ চৰ্চ্চা বহুলভাবে হলে পৰস্পৰে পৰস্পৰৰ প্ৰতি সহানুভূতিশীল হবলৈ আৰু আপোন সম্বন্ধ ঘটাবলৈ সহজ হয়। ওচৰ চাপি অহা পৃথিবীখনে আমাক অযাচিতে আমাৰ দেশত নথকা অনেক নতুন সম্পদ আনি দি আছে। কালৰ উপযোগী হবলৈ আৰু পৃথিবীৰ লগত মিলি-জুলি চলিবলৈ আমি সেইবিলাকে আমাৰ পূৰ্ব্বৰ সম্পদৰ লগত জীন নিয়াবলৈ যত্ন কৰিব লাগে। কুৰি শতিকাত আমি নিকপ্‌কপীয়া সীমা বান্ধি অকলশৰীয়া হবলৈ যত্ন কৰাটো অনুচিতো হব আৰু সম্ভৱো নহব। অসম সাহিত্য সভাই নতুন, পুৰণি, সকলোৰে সামঞ্জস্য ৰক্ষা কৰি কৃষ্টি-কলাৰ বিষয়ত জাতিক আগবঢ়াই নিবলৈ যত্ন কৰাটো এটা প্ৰধান কৰ্ত্তব্য হব লাগে।

অসমীয়া কবিতাৰ বিষয়ত পুৰণি কবিতা আৰু আধুনিক কবিতা বুলি তলে তলে এটা আলোচনা চলিছে। আমাৰ মনেৰে এই আলোচনাত বিশেষ গুৰুত্ব নিদিলেও হয়। ইয়াৰপৰা আমাৰ সময় আৰু সুবিধাৰ অপব্যৱহাৰ কৰা হৈছে বুলিহে ভাবিবৰ মন যায়। অৱশ্যে অকল কবিতা বুলি বহল আলোচনাৰ আৱশ্যক নাই বুলি আমি কব নোৱাৰো। কবিতাত আমি নিকপ্‌কপীয়া ধৰণৰ দুটা বিপৰীতমুখী দল নিবিচাৰো। পুৰণি আৰু নতুন, কালৰ লগত

সালসলনি হৈ থকা বস্তু। আজিৰ নতুন কাইলৈ পুৰণি হ'ব। ই চিৰন্তন নীতি। মানুহৰ অন্তৰ জয় কৰি, মনত খাপ খাই ৰব পাৰিলে, আজিৰ নতুন পুৰণিৰ অনেক সম্পদ ভৱিষ্যতৰ নতুনৰ লগত মিহলি হৈ এক সুন্দৰ সম্পদৰ সৃষ্টি কৰিব পাৰিব। সংসাৰ পৰিবৰ্ত্তনশীল, মানুহৰ মনেও পৰিবৰ্ত্তন ভাল পায়। বৈষ্ণৱ কবিসকলৰ কবিতা লিখাৰ ৰীতি আৰু বিষয়-বস্তু, নৱন্যাস যুগৰ কবিসকলৰ লগত একেবাৰে একে নহয়। নৱন্যাস যুগৰ ৰীতি প্ৰায় অৰ্দ্ধ শতাব্দী একেদৰে চলাৰ পিচত, নকৈ উঠি অহা কবিসকলে এটা নতুন ৰীতি বিচাৰিবলৈ আগ্ৰহ কৰা অস্বাভাৱিক নহয়। নৱন্যাস যুগৰ আৰম্ভতে, এই যুগৰ কবিসকলৰ মনৰপৰা বৈষ্ণৱ যুগৰ কবিসকলৰ ৰীতি-নীতি ক্ৰমে আঁতৰি যোৱাৰ দৰে নৱন্যাস যুগৰ কবি-সকলৰ ৰীতি-নীতি ক্ৰমে আঁতৰি গৈ বৰ্ত্তমানৰ তথাকথিত আধুনিক কবিতাত পৰিণত হৈছে। ই অকল অসমীয়া কবিতাৰেই কথা নহয়, পৃথিৱীৰ প্ৰগতিশীল সাহিত্যৰো একেই কথা। ইংৰাজ কবি টি এচ. ইলিয়টেই এই ৰীতিৰ পথ-প্ৰদৰ্শক। এই ৰীতিকে অন্যান্য ভাষাৰ কবিয়ে গ্ৰহণ কৰে। আনৰ লগতে এই নতুন ৰীতিটো আমাৰ সাহিত্যলৈ যিসকলে আনিছে, তেওঁবিলাকক আমি নিশ্চয় অভিনন্দন জনাব লাগিব। আমাৰ আগত তেওঁবিলাকে এটা নতুন বস্তু দাঙি ধৰিছে। যেই হওক, নতুনৰ হেঁচাত আমি নিজক হেৰুৱাব নালাগিব বুলি আশা কৰিছো। অনেক কবিয়ে যেনেকৈ বৰ্ত্তমানৰ তথাকথিত পুৰণি কবিতাৰ দুৰ্গতি ঘটায়, সেইদৰে আধুনিক কবিসকলেও নতুন কবিতাৰ দুৰ্গতি নঘটোৱাকৈ থকা নাই। সিদ্ধহস্ত জনচেৰেক কৰিব লিখনিৰপৰা ভালেমান সুন্দৰ কবিতা ওলাই আমাৰ সাহিত্যৰ সমৃদ্ধি বঢাইছে। আমাৰ এটা ঐতিহ্য থকা প্ৰাচীন আৰু চহকী ভাষা আছে। আমি সকলোৱে সহজে বুজিবপৰা নিজৰ ভাষাৰে, নতুন ৰীতিৰে কবিতা লিখা উচিত হ'ব। এক শ্ৰেণী পৃথক পাঠকতে এই কবিতা আৱদ্ধ থাকিলে আমাৰ বিশেষ উপকাৰ নহয়। যি কবিতাই হওক, কবিতাত কবিতাৰ গুণ থাকিলে অনাদৃত হ'ব নোৱাৰে। তথাকথিত পুৰণি কবিতাৰ প্ৰতি পাঠকসকলৰ হেঁপাহ নোহোৱাৰ বিশেষ লক্ষণ দেখিবলৈ পোৱা নাই যদিও আলোচনাবিলাকত পুৰণি কবিতাই বৰ আদৰ নোপোৱাটো সঁচা কথা। বৈষ্ণৱ যুগৰ কবিসকলে লিখা কবিতাৰ দৰেই বয়সীয়া চাম কবিৰ কবিতায়ো অসমীয়া সাহিত্যৰ সৌন্দৰ্য্য বৃদ্ধি কৰি আছে আৰু সদায় এইদৰে থাকিবও। মানুহৰ ভাৱধাৰাৰ পৰিবৰ্ত্তনৰ লগে লগে সময়ত কোনটো ৰীতি সৰবৰহী হৈ পৰে তাক আগতে কবপৰা সম্ভৱ নহয়।

কবিতা

অসমীয়া নাটকৰ বিষয়তো এটা বিশেষ পৰিবৰ্ত্তন দেখা গৈছে। যোৱা বছৰচেৰেকৰ ভিতৰত নাম ক'ব পৰা সম্পূৰ্ণাঙ্গ নাটক প্ৰকাশ হোৱা নাই বুলিলেই হয়। অসমীয়া সাহিত্যৰ ই এক প্ৰকাৰ বিপৰ্য্যয়। সম্পূৰ্ণাঙ্গ নাটক এখনৰ যোগে জনগণৰ সন্মুখত অতি সহজে বিবিধ চৰিত্ৰৰ আদৰ্শ সহজে দাঙি ধৰিব পাৰি। সজ আৰু অসজৰ পৰিণতি, সমস্যাৰ সমাধানত সংঘাত, সমাজৰ হুবহু চিত্ৰ আৰু বুৰঞ্জী লোকৰঞ্জনৰ ছলেৰে কাৰ্য্যকৰী ভাৱে দেখুৱাবলৈ নাটকতকৈ সহজ উপায় নাই। এনেবোৰ বিষয়ত নাটকৰ

নাটক

অভিনয়ৰ লগে লগে দৰ্শকৰ ভিতৰত আলোচনাও চলে। আমাৰ মহাপুৰুষসকলে সহজে আৰু ৰং-ৰহস্যৰ মাজে ধৰ্ম্মভাৱ ওপজাই ধৰ্ম্মৰ প্ৰতি মানুহক আকৃষ্ট কৰিবৰ নিমিত্তে নাটকৰ সহায় লৈছিল। কালিদাস, ভৱভূতি, চেক্সপিয়েৰ, চিলাৰ, ইবচেন, বাৰ্ণাৰ্ড শ্ব আদিৰ অসামান্য প্ৰতিভা নাটকৰ যোগেহে উজ্জ্বল হৈ উঠিছিল। মানুহৰ মনত আনন্দ দি কলা-কৃষ্টিৰ উন্নতি সাধনৰ নিমিত্তে সাহিত্যত নাটকৰ স্থান অপৰিহাৰ্য্য। নাটকৰ অবিহনে সাহিত্য সম্পূৰ্ণ নহয়। মানুহৰ জীৱনযাত্ৰা নিৰ্ব্বাহৰ কাৰণে অনেক সময় খৰচ কৰি সমল গোটাব লগীয়া হোৱাত, ৰং-আনন্দৰ কাৰণে বেচি সময় খৰচ কৰিব নোৱৰা হৈ পৰিছে। ইহাতে ৰং-আনন্দৰ অবিহনে জীৱন সম্পূৰ্ণ নহয়। তেনে স্থলত বোধকৰো দুই কূল ৰক্ষা কৰিবপৰাকৈ, স্বভাৱতে কৰ্ম্মক্লান্ত শৰীৰত এলাহ বা আমনি নলগাকৈ, নাটকৰ সোৱাদ উপভোগ কৰিবৰ নিমিত্তেই এক-অঙ্কীয়া নাটকৰ সৃষ্টি হৈছে। এনে নাটকে প্ৰায় এঘণ্টাৰ ভিতৰতে স্থান-কাল-পাত্ৰৰ সমন্বয়ত একোটি ঘটনাৰ চিত্ৰ দাঙি ধৰে। ইহাতে এনে বহুত ঘটনাৰ সমন্বয়তহে একোখন সম্পূৰ্ণাঙ্গ নাটক হ'ব পাৰে। আজিকালি অকল মনৰ খোৰাক যোগোৱাৰ নিমিত্তে সম্পূৰ্ণাঙ্গ নাটকৰ অভিনয় খুব কম হৈ পৰিছে। ধৰ্ম্মৰ ভাৱত কৰা ভাৱনা, ব্যৱসায়ৰ নিমিত্তে কৰা যাত্ৰা আৰু পটাভিনয়ৰ বাহিৰে মানুহে অকল আনন্দৰ কাৰণে বেছি সময় খৰচ নকৰে আৰু কষ্ট কৰিবলৈও মন নকৰে। এনেকৈ বিশেষ প্ৰয়োজন থকা যেন দেখা নগলেও, সম্পূৰ্ণাঙ্গ নাটকৰ আৱশ্যক সাহিত্যত অকল পাঠ কৰি উপভোগ কৰিব লগীয়া সম্পদ হিচাপেই থাকিব লাগিব। যুগৰ লগত খাপ খোৱাকৈ, সমস্যা আৰু সংঘাতৰ চিত্ৰ আৰু আমাৰ সাহিত্যৰ সম্পদ হিচাপে যথেষ্ট এক-অঙ্কৰ নাটক প্ৰকাশ হোৱাটো সন্তোষৰ বিষয়। এনে নাটকৰ প্ৰতিযোগিতা সৰবৰহী হোৱাৰপৰা নাট্যামোদী ৰাইজৰ সুকুমাৰ শিল্পৰ কাৰণে ধাউতি বাঢ়িছে।

বৰ্ত্তমান অসমীয়া সাহিত্যত উপন্যাস আৰু গল্পৰ আৱশ্যকতাই বেছি হৈ পৰিছে। অন্য বহুত পূৰ্ব্ব ভাষাৰ বিষয়তো সেই একেই কথা হৈছে। ই এটা যুগৰ প্ৰেৰণা। অসমীয়াত উপন্যাস পাঠকৰ সংখ্যা আশাতীত ভাৱে বাঢ়িছে। এইদৰে পঢ়ুৱৈ সমাজ বঢ়াটো সজ লক্ষণ হলেও ইয়াৰপৰা দেশ, জাতি বা সমাজৰ উন্নতি কেনে ধৰণে হৈছে তাকো মন কৰিব লগীয়া কথা। আমাৰ উপন্যাস আৰু গল্প-লিখকসকলে এই বিষয়ে মন কৰিব বুলি আমি আশা কৰো। উপন্যাস আৰু গল্প-লিখকৰ সংখ্যাও যথেষ্ট বাঢ়িছে। অলপ সময়ৰ ভিতৰতে আমাৰ

গল্প-উপন্যাস

অসমীয়া ভাষাত এই বিধৰ সাহিত্য বেছিকৈ বঢ়াটো সাধাৰণ কথা হোৱা নাই। প্ৰকাশকসকলে, প্ৰকাশ কৰিবৰ নিমিত্তে, পাঠ্য পুথি বিচৰাৰ দৰে উপন্যাসো বিচৰা হৈছে। লিখকসকলৰপৰা এই বিধৰ পুথি পাবলৈ আগধন দিয়াও দেখা গৈছে। উপন্যাসৰ পাঠক বহুত যেতিয়া, বহুতৰ মন প্ৰভাৱান্বিত কৰিবৰ ক্ষমতা উপন্যাসৰ আছে। গতিকে উপন্যাস লিখকসকলৰ ওপৰত জাতিৰ উন্নতি অৱনতি বহুত নিৰ্ভৰ কৰে। আমি ভাবো, এচাম মানুহৰ ক্ষণস্থায়ী মানসিক উত্তেজনাৰ খাদ্য যোগাই সহজে অৰ্থ লাভৰ বাট মুকলি কৰাই লিখকসকলৰ উদ্দেশ্য হব নালাগে। যি ভাষাত যাইকৈ যি জাতিৰ নিমিত্তে

উপন্যাস ৰচনা কৰা হয়, তাৰ উঠি অহা বংশধৰসকলৰ অপৰিণক মনোবৃত্তি সংযত আৰু শৃঙ্খলিত কৰি উন্নতমূখী কৰিবলৈবাটোৱেই বিশেষ উদ্দেশ্য হব লাগে। যি আদৰ্শই মানুহক পশুৰপৰা বহুত আঁতৰাই ৰাখি, মহৎ মানৱ ধৰ্ম্ম পালনত সহায় কৰিব পাৰে তেনে আদৰ্শ চৰিত্ৰ অঙ্কিত কৰিব পাৰিলে লিখকৰ গাম্ভীৰ্য্য আৰু সম্মান বঢ়াৰ লগে লগে স্থায়ী সাহিত্যৰ সৃষ্টি হয়। অকল সহজে ধন ঘটাৰ আশাৰে লিখা পুথি স্থায়ী যি নহয়েই, যিসকলৰ নিমিত্তে লিখা হয়, তেওঁবিলাকেই পৰিণত অৱস্থাত সেইবিলাকক হেয় জ্ঞান কৰে। ব্যক্তিৰ জীৱন জটিল হৈ পৰাৰ দৰে সামাজিক জীৱনো জটিল হৈ পৰিছে। পুৰণি অনেক নিয়ম-কৰণ, ভাব-চিন্তা আমি গম ধৰিব নোৱৰাকৈয়ে আঁতৰি গৈ আছে আৰু নতুন ধৰণ-কৰণ আৰু ভাব-চিন্তাই তাৰ ঠাই লৈছে। আমি সময়ৰ লগত মোট সলাবলৈ বাধ্য হৈছো। সমাজৰ যিবিলাক বাধা-নিষেধ আমাৰ দৈনন্দিন জীৱন সৎ আৰু সংযত কৰি ৰাখিছিল তেনে বাধা-নিষেধ এতিয়া বহুত শিথিল হৈ পৰিল। এই সকলোবিলাক কথা চিত্ৰিত কৰি দেখুৱাটো উপন্যাসৰেই কাম। সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু আকস্মিক সমস্যাৰ ধামখুমীয়াত ভুকলা হোৱাসকলৰ প্ৰতি বৰ্ত্তমান গীত, কবিতা, গল্প, উপন্যাস আৰু অন্যান্য প্ৰবন্ধ লিখকসকলৰ মনৰ ভাব সহানুভূতিশীল যেন দেখা যায়। আভিজাত্যৰ প্ৰতি আক্ৰোশ আৰু সাধাৰণৰ প্ৰতি সহানুভূতি বৰ্ত্তমানৰ সৰহ ভাগ লিখকৰ ৰীতি। আমি ভাবো, এই ৰীতি চিত্ৰিত কৰোতে, যাক দোষৰ ভাগী কৰা হয় তেওঁবিলাকে মনত দুখ নোপোৱাকৈ আৰু নিজেই ভাবি চাই নিজৰ দোষ উপলব্ধি কৰি নিপীড়িতৰ প্ৰতি সহানুভূতিশীল হোৱাকৈ লিখিব পাৰিলেই লিখকৰ শ্ৰমৰ মৰ্য্যাদা বাঢ়িব। বৰ্ত্তমান যুগত গোটেই মানৱ সমাজলৈ চকু নিদিয়াকৈ অকলশৰীয়াকৈ এখন দেশৰ বা এখন বিশেষ সমাজৰ প্ৰতি লক্ষ্য কৰিলেই নহ'ব। আমি অকলশৰীয়াকৈ, নিজক আনৰ প্ৰভাৱৰপৰা সম্পূৰ্ণভাৱে মুক্ত কৰি ৰখা সম্ভৱ নহয়। সমাজৰ কলুষ-কালিমাবিলাক আঁতৰাই ৰাখিবলৈও লিখকে যত্ন কৰিব লাগে। পৃথিৱীত মানৱজীৱনৰ সোঁত কেনেকৈ বৈছে তাৰ প্ৰতি লক্ষ্য ৰাখি, বেয়া-ভাল বিচাৰি, এৰা-ধৰা নকৰাকৈ, সুৰুচিপূৰ্ণ উপায়েৰে মানুহৰ সম্পূৰ্ণ জীৱন চিত্ৰিত কৰিব পাৰিলেহে সাহিত্যই কালৰ লগত তাল ৰাখি উজাব পাৰিব।

আমাৰ উপন্যাসৰ বিষয়ে এটা মন কৰিব লগীয়া কথা, বৰ্ত্তমানে প্ৰকাশিত সৰহভাগ উপন্যাসতে বা গল্পতে এটা বিষয়েই বেছি প্ৰতিপত্তি লাভ কৰিছে। বুৰঞ্জীমূলক, সামাজিক সমস্যামূলক, বীৰ-বীৰাঙ্গনাৰ চৰিত্ৰ চিত্ৰিত কৰা দেশপ্ৰেমৰ আদৰ্শমূলক উপন্যাস আমাৰ নাই বুলিলেই হয়। নিপীড়িত জনতাৰ দুখ-দুৰ্দ্দশাৰ বৰ্ণনাৰ প্ৰাধান্যৰে ধনচেৰেক উপন্যাস ওলাইছে যদিও তাত নিজৰ ভিতৰতে বেছি সংঘাতৰ সৃষ্টি কৰি অনেকৰ সহানুভূতি হেৰুৱাব লগীয়া হৈছে। সৰহভাগ উপন্যাসতে স্ত্ৰী-চৰিত্ৰকে বেছি দোষী কৰি দেখুৱাটোও বৰ ভাল যেন নালাগে। মাতৃজাতিৰ প্ৰতি আমাৰ যথেষ্ট সহানুভূতি আৰু শ্ৰদ্ধা থকা উচিত। আন ভাষাৰ বিখ্যাত উপন্যাসবিলাক ক্ৰমে অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰা দেখা গৈছে। এইটো ভাল চেষ্টা, কিন্তু এইদৰে অনুবাদ কৰা বহুত উপন্যাসেই সুখপাঠ্য হোৱা নাই। ইয়াৰ কাৰণ বিচাৰি উলিওৱা আৱশ্যক।

আমাৰ ৰচনাবিলাকৰ বাস্তৱতা আৰু ৰুচিৰ বিষয়ে বহুত আলোচনা হয়। এই বিষয়ৰ এটা সীমাৰেখা আছে। একেবাৰেই প্ৰকৃতিৰ নিয়মত থকাটোৱেই যদি বাস্তৱ হয়, তেন্তে মানুহ আৰু ইতৰ জন্তুৰ মাজত পাৰ্থক্যই নাথাকিলহেতেন। আমিও আমাৰ ওচৰ-সম্বন্ধীয় ভাই-ককাই হনুমন্তৰ বংশধৰসকলৰ দৰে জীৱনযাপন কৰিব লাগিলহেতেন, মানুহৰ আশা-আকাংক্ষাৰ, জ্ঞান-বিজ্ঞানৰ চৰ্চ্চা একেবাৰেই নাথাকিলহেতেন। আদিম অৱস্থাত, গাঁতত, গছৰ ডালত, পৰ্ব্বতৰ খোবোঙত, নদ-নদী অৰণ্য আদিৰ আশ্ৰয়ত থকা মানুহকে পৃথিবীত আজিও দেখিলোহেতেন। এইদৰে থকা হলে জন্তুৰ দৰে স্বভাৱ-সুলভ পাশৱ প্ৰবৃত্তিৰ সম্পূৰ্ণ দাস হৈ হিংসা প্ৰবৃত্তিৰ কাৰণে পৃথিবীত মানুহ বাচিব নোৱাৰিলেহেতেন। বাস্তৱৰ ওপৰত সাজ-পোছাক পিন্ধাবলৈ বিধাতাই মানুহক প্ৰেৰণা দিছে, আৰু এই কাৰণেই মানুহ ইতৰ জন্তুবপৰা পৃথক্। কিন্তু বাস্তৱক বিশ্লেষণ কৰিবলৈ যাওঁতে লেখক-সকলে বাস্তৱৰ আশ্ৰয় লবই লাগিব। বাস্তৱ শব্দৰ অৰ্থ ক্ষেত্ৰ অনুসৰি বেলেগ। প্ৰতিভাশালী লিখকে মানৱ মনৰ বাস্তৱ অনুভূতিবিলাক বাস্তৱভাবে বিশ্লেষণ কৰি দেখুৱাব পাৰে। খোৱা-শোৱা, পিন্ধা-উৰা আদিতো আমি নিজৰ ৰুচি প্ৰবৰ্ত্তন কৰিবপৰা ক্ষমতা থকাৰ দৰেই আমাৰ ভাব-চিন্তা, কথা-বাৰ্ত্তা, লিখা-পঢ়া আদিতো আমি এনে ৰুচি প্ৰবৰ্ত্তন কৰিব লাগিব যি ৰুচিৰ দ্বাৰা সমাজত সুখ-সন্তোষে আৰু শান্তিৰে থাকিব পাৰো। বিহৰ দ্বাৰা বিষ নষ্ট কৰিবলৈ যোৱাৰ দৰে উপন্যাস, গল্প, কবিতা আদিত সাধাৰণতে কিছু ৰুচি-বিগৰ্হিত কথাও থাকিব পাৰে। কিন্তু বৰ্ণনাৰ মাজত ই লুকাই থকাৰ দৰে থাকে। বিচক্ষণ সুৰুচিপূৰ্ণ লিখকে নিজৰ সজ উদ্দেশ্যত উপনীত হবৰ কাৰণে বৰ সাৱধানে ইয়াক ব্যৱহাৰ কৰে। মহাপুৰুষৰ হৰমোহন, ৰাসলীলা আদিৰ ৰচনাত জীৱাত্মা আৰু পৰমাত্মাৰ সম্বন্ধ দেখুৱাবলৈ এনে উপায় অৱলম্বন কৰিছে। সাহিত্যৰ যোগে সৎ উদ্দেশ্যে সৌন্দৰ্য্য উপলব্ধি কৰিবলৈ যাওঁতে তথাকথিত 'বহুত ৰুচি-বিগৰ্হিত উপায় অৱলম্বন কৰিব লগীয়া হব পাৰে বুলি অনেকে কয়। তেওঁবিলাকে আঠুৱনীয়া পিটনিত নামি পদুমফুল চিঙি অনা কাঁইটৰ মাজৰপৰা গোলাপ ফুল, কেতেকী ফুল চিঙি অনাৰ উদাহৰণ দিয়ে। ফুল চিঙিবলৈ যাওঁতে পিটনিৰ বোকা, কাঁইট আদিৰ নিচিনা সাৱধানতাৰে সহজে এৰাই যাবপৰা বাধাবিলাক অতিক্ৰম কৰি যাবপৰাৰ দৰে, সাহিত্যৰ সৌন্দৰ্য্য উপলব্ধি কৰিবলৈ যাওঁতে সাধাৰণ ৰুচি-বিগৰ্হিত কথা বৰ্ণনাৰ সৌন্দৰ্য্যেৰে ঢাকি যাব পাৰে; কিন্তু তললৈ নোচোৱাকৈ ফুল চিঙিবলৈ যাওঁতে ফেঁটী সাপৰ থোঁটত প্ৰাণ নাশৰ ভয় থকাৰদৰে উপযুক্ততাৰ অভাৱত কুৰুচিৰ আশ্ৰয় ললে ব্যক্তি আৰু সমাজ কলঙ্কিত হ'ব পাৰে আৰু তাৰ দ্বাৰা সাহিত্যৰ সুগন্ধই আমোদিত কৰক চাৰি দুৰ্গন্ধেৰে সমাজ আৰু ব্যক্তিক কলুষিত কৰি দিব পাৰে।"

বাস্তৱ সাহিত্য

বুৰঞ্জী চৰ্চ্চাত অসমীয়াৰ বিশেষত্ব আছে। আহোম স্বৰ্গদেৱসকলৰ দিনত বুৰঞ্জীক পবিত্ৰ জ্ঞান কৰি বুৰঞ্জী শাস্ত্ৰ, ধৰ্মশাস্ত্ৰ থাপনা কৰা দৰে ঘৰত থাপিছিল। অসম সাহিত্য-সভাৰ ছেগতে পৃথককৈ এখন বুৰঞ্জী শাখা সন্মিলনৰ আয়োজন কৰি বুৰঞ্জী চৰ্চ্চা কৰিবলৈ

লোৱা হৈছে। কিন্তু সি বছৰৰ মূৰত এদিন গৌৰৱ কথা যেনহে হৈ পৰিছে। সাহিত্য-সভাই তাৰ কাৰণে বিশেষ একো কৰিবপৰা নাই। অতি কম সংখ্যক হ'লেও আমাৰ বুৰঞ্জীবিদ-

বুৰঞ্জী

সকলৰ কাৰণেই আমাৰ বুৰঞ্জী চৰ্চ্চা লোপ পোৱা নাই। পৰাধীন অৱস্থাতো আমাৰ বুৰঞ্জীবিদসকলৰ চেষ্টাত চৰ্কাৰৰপৰাই ভালেখিনি পুৰণি বুৰঞ্জী পুথি উদ্ধাৰ কৰি প্ৰকাশ কৰা হৈছে। কিন্তু এই বুৰঞ্জীবিদসকলক চৰ্কাৰে বা সাহিত্য-সভাই যি সুবিধা দিব লাগে তেনে সুবিধা দিয়া নাই। অসম সাহিত্য-সভাই একোজন বুৰঞ্জী-বিদক বছৰে বছৰে বুৰঞ্জীশাখাৰ সভাপতি পাতি সন্মান দেখুওৱা আৰু একোখন অভিভাষণ প্ৰচাৰ কৰাতে শেষ কৰি থব লগীয়া হয়। চৰ্কাৰী বে-চৰ্কাৰী যি কেইটা বুৰঞ্জীমূলক বা তাৰ লগবীয়া অনুষ্ঠান আছে, তাৰ অৱস্থাও সিমান সন্তোষজনক নহয়। দিনক দিনে নতুন নতুন বুৰঞ্জী-মূলক তথ্য ওলোৱালৈ চাই বুৰঞ্জীৰ বিষয়ে কৰিব লগীয়া কাম বহুত আছে। এই ব্যয়সাধ্য কাম চৰ্কাৰৰ পোনপটীয়া বিভাগে ভালকৈ নকৰিলে সাহিত্য-সভাই বিশেষ কৰিবপৰা উপায় নাই।

সাহিত্যৰ মাধ্যমেৰে বিজ্ঞানৰ চৰ্চ্চাও আমাৰ বিশেষ আগবাঢ়ি যোৱা নাই। ইহাতে

বিজ্ঞান

আমি বিজ্ঞানৰ শিক্ষাত বেছি গুৰুত্ব দি দেশ গঠন কৰিব লগীয়া হৈছে। সাহিত্য-সভাৰ কমলাদেবী ন্যাস পুঁজিৰপৰা আগবঢোৱা পুৰস্কাৰৰ নিমিত্তে ৰসালকৈ লিখা সৰু সৰু বিজ্ঞান পুথি নোপোৱাটো দুখৰ বিষয়। গল্পৰ ছলেৰে লিখা বিজ্ঞানৰ কথা সৰ্ব্বসাধাৰণৰ উপাদেয় পাঠ্য হ'ব।

পাঠকৰ মাজত গহীন ভাৱ উদয় কৰিবপৰা নাটক, উপন্যাস, গল্প আদিৰ বাহিৰে গহীন ভাৱৰ প্ৰবন্ধ লিখাৰ অভ্যাসো আমাৰ যথেষ্ট নহয়। অনেক সমস্যাৰ পোনপটীয়া সমাধান কৰিবলৈও এনে প্ৰবন্ধ লাগে আৰু সেই কাৰণেই অনেকে এনে প্ৰবন্ধ অধ্যয়ন কৰিবলৈ

অন্যান্য প্ৰবন্ধ

বিচাৰে। সুখৰ বিষয়, আজিকালি আমাৰ কৃতবিদ্য অসমীয়া ডেকা-গাভৰু-সকলে দেশ-বিদেশত ঘূৰি চাকি ভ্ৰমণ কাহিনী লিখিবলৈ ধৰিছে, তেওঁ বিলাকৰ অভিজ্ঞতাই আমাৰ উঠি অহা বংশধৰসকলক দেশভ্ৰমণৰ প্ৰেৰণা যোগোৱাৰ উপৰিও পৃথিৱীৰ লগত নিজক চিনাই চাবলৈ সুবিধা দিব। আলোচনী বা বাতৰি কাকতত ওলোৱা প্ৰবন্ধৰ উপৰিও এই বিষয়ৰ পুথি সাহিত্যৰ সম্পদ হ'ব। সাহিত্য-সভাৰ জৰিয়তে আগবঢোৱা উৎকৃষ্ট পুথিৰ পুৰস্কাৰৰ নিমিত্তে এনে ভ্ৰমণ কাহিনীয়েও উপযুক্ততা লাভ কৰিব পাৰিব।

আলোচনী, বাতৰি কাকত বৰ্ত্তমান আমাৰ যিমানবিলাক প্ৰকাশ পাইছে, সেইবিলাকত

আলোচনী, বাতৰি কাকত

সময়োচিত প্ৰবন্ধ যোগাবৰ ব্যৱস্থা কৰিবলৈ অৰ্থৰ প্ৰয়োজন। প্ৰবন্ধ-লিখক-সকলে অন্ততঃ সামান্য ধৰণৰ পাৰিশ্ৰমিক এটা পালেও লিখিবলৈ উৎসাহ পায়। আমাৰ পঢ়ুৱৈ সমাজো নাই বঢ়া বুলি ক'ব নোৱাৰি। গাৱেঁ-ভূঞে দেশৰ বাতৰি পাবৰ কাৰণে, দেশৰ সমস্যা সমাধানৰ কাৰণে অৱলম্বন কৰা উপায়বিলাক জানিবৰ কাৰণে আগ্ৰহ কৰা লোক বহুত হৈছে। গতিকে, লাগি থাকিলে, গ্ৰাহকৰ অভাৱত বাতৰি কাকত, আলোচনী আদি বন্ধ হোৱাৰ ৰব ভয় নাই।

সকলোবিধ কাকতৰ প্ৰচলনৰ ব্যৱস্থা সদায় নতুন হৈ থকাই বাঞ্ছনীয়। প্ৰথমতে অতি আগ্ৰহেৰে গ্ৰহণ কৰা দুই এক কাকত পিছত গ্ৰাহকে এৰোৱা দেখা গৈছে। অনেক কাৰণত তৃতীয় শ্ৰেণীৰ গল্প, কবিতা আৰু বাতৰি আদি প্ৰকাশ কৰিবলৈ বাধ্য হোৱাত কাকতৰ আদৰ কমি যায়। বাতৰি কাকতবিলাক দেশৰ সকলো সাময়িক বিষয়ৰ আৰ্চি স্বৰূপ। ইয়াৰ শক্তি অসীম। গতিকে বাতৰি কাকতৰ সজ আৰু সহজ প্ৰচলনৰ ওপৰতেই সৰৱৰহী চৰ্চাবে নিৰ্ভৰ কৰিব লাগিবই যেতিয়া, ইয়াৰ প্ৰচলনৰ সুব্যৱস্থাত যিমান দূৰ সম্ভৱ সহায়ো কৰিব লাগে। কাকতৰ কৰ্তৃপক্ষৰ ভিতৰত প্ৰতিযোগিতাৰ নিতান্ত আৱশ্যক হলেও জেদ ভাৱ থকা উচিত নহয়। আমাৰ ক্ৰমে বাঢ়ি অহা পঢ়ুৱৈ সমাজক যাতে 'জেদ'ৰ ভিতৰত সুমাই দিয়া নহয় তাৰ নিমিত্তে দেশ-প্ৰেমিক সম্পাদক, প্ৰকাশকসকল নিশ্চয় সাৱধান হোৱা উচিত। ব্যক্তিগত স্বাৰ্থৰ কাৰণে সমজুৱা স্বাৰ্থ যেন নষ্ট নহয়। সাহিত্যৰ বেমেজালিয়ে দেশৰ বেমেজালি ঘটায়। এনে উদাহৰণ বুৰঞ্জীত বহুত আছে। সাহিত্যৰ মানদণ্ড সজীৱ আৰু নিখুঁত কৰি ৰাখিব পাৰে দৈনিক ব্যৱহাৰত আহি থকা কাকতবিলাকে। অসমৰ শিক্ষানুষ্ঠানবিলাকৰ প্ৰায়বিলাকেই আলোচনী প্ৰকাশ কৰাত ছাত্ৰৰ মাজত সাহিত্য চৰ্চাৰ আগ্ৰহ অনেক গুণে বাঢ়িছে। এই কাতকবিলাকৰ দায়িত্বশ্বৰ বেছি। এইবিলাকৰ গুণৰ ওপৰত একোখন শিক্ষানুষ্ঠানৰ সদনামো নিৰ্ভৰ কৰে। ছাত্ৰই সৰ্ব্বসাধাৰণক আদৰ্শ দিয়ে যেতিয়া ছাত্ৰৰ আলোচনীও আদৰ্শৰ বস্তু হ'ব লাগিব। শিক্ষা অনুষ্ঠানৰ বাহিৰেও অন্যান্য অনুষ্ঠানবিলাকৰ বহুতে মুখপত্ৰ উলিয়াই অসমীয়া সাহিত্যক সমৃদ্ধিশালী কৰাত সহায় কৰিছে। বৰ্ত্তমান আমাৰ কোনো কোনো প্ৰবীণ সাহিত্যিকে, কিছুমান বাতৰি কাকতে বানান, ভাষা, প্ৰকাশভঙ্গী আদিৰ বিষয়ে বিশেষ চকু নিদিয়ে বুলি দুখ কৰে। এই আক্ষেপ অহৈতুকী নহয়। এই বিষয়ত সাৱধানতা অৱলম্বন কৰা নিতান্তই উচিত। সাহিত্যত স্বেচ্ছাচাৰিতাৰ স্থান নাই। আমাক অনেক লিখকৰ আৱশ্যক হৈ পৰিছে। গতিকে অকল এচাম লিখকৰ ওপৰতে নিৰ্ভৰ কৰি নাথাকি, সম্পাদক-সকলে উঠি অহা লিখকসকলক উৎসাহ দিবৰ ব্যৱস্থা, কষ্ট কৰি হলেও, কৰিব লগীয়া হৈছে। এই বিষয়ে তাহানিৰ 'বাঁহী', 'উষা' আদিৰ স্বনাম-প্ৰসিদ্ধ সম্পাদকসকলৰ আৰ্হি সুন্দৰ আৰু গঠনমূলক।

পঢ়াশালীৰ পাঠ্যক্ৰমেও ভাষা আৰু সাহিত্যৰ বিকাশ সাধনত সহায় কৰে। কিন্তু আমাৰ পাঠ্য-পুথিসমূহ এতিয়াও বৈজ্ঞানিক দৃষ্টিভঙ্গীত ৰচিত হোৱা নাই। বাইকৈ শিশুৰ মানসিক স্তৰ অনুযায়ী শব্দ সমীক্ষণ হোৱা নাই। সমীক্ষাপ্ৰসূত শব্দ ব্যৱহাৰ কৰি শিশু-মনস্তত্ত্ব অনুযায়ী সাহিত্যৰ পাঠ্যক্ৰম পুনৰ গঠন কৰিব লাগে। পাঠসমূহ নিৰ্ব্বাচন কৰোতে ভাষাৰ ঠাঁচ আৰু ৰচনা ৰীতিৰ নীতিত চকু দিব লাগে। এইবিলাকৰ অভাৱত আমি নানা ওজৰ-আপত্তি শুনিবলৈ পাওঁ। উঠি অহা বংশধৰসকলক শুদ্ধ বাটেদি লৈ যাব নোৱাৰিলে আমাৰ সাহিত্য চৰ্চ্চা কৰা বা সাহিত্য সন্মিলন পতা সকলো মিছা। নৈতিক চৰিত্ৰ, দেশপ্ৰেম আদি বিষয়ৰ উৎকৰ্ষ সাধন কৰিবলৈ, জগতখনক জানিবলৈ, শুদ্ধ ভাষাৰ অভ্যাস

পাঠ্য-পুথি

কৰিবলৈ, ছাত্রৰ কোমল মনৰ উপযোগী কৰি লিখিবলৈ, ওপৰত কৈ অহা সকলো কথালৈ চকু ৰাখি প্ৰতিভাশালী বিচক্ষণ সাহিত্যিকসকলে হাতত কাপ ললে, আৰম্ভৰপৰাই সজ সাহিত্যৰ প্ৰতি আগ্ৰহ হ'ব। পাঠ্য-পুথি যুগুত কৰাত যাৰ দায়িত্ব আছে তেওঁবিলাকে নিষ্ঠাৰে সৈতে এই কাৰ্য্য হাতত লব লাগে।

সমালোচনা সাহিত্যৰ সুৱগা। আমাৰ সাহিত্যৰ সমালোচনাৰ অভাৱ পূৰণ হোৱা নাই। সমালোচকৰ দায়িত্ব কম নহয়, সেই কাৰণে যেয়ে সেয়ে সমালোচক হবলৈ নাহে। মুকলি মন আৰু সহানুভূতিৰে সৈতে সমালোচনা কৰি লিখকসকলক উৎসাহ দিয়া সমালোচকৰ কৰ্ত্তব্য। লিখক হিচাপে প্ৰতিপত্তি লাভ কৰিবলৈ ইচ্ছা কৰাসকলে সমালোচনা বেয়া নাপায়। কিন্তু নিজেই যি নাজানে তেওঁলোকৰ দোষ দেখুৱাবলৈ যোৱা অনুচিত। লিখকতকৈ সমালোচকে বেছি জানিব লাগিব। তেওঁৰ অভিজ্ঞতাও যথেষ্ট লাগে। লিখকৰ মনত আঘাত নিদিয়াকৈ সমালোচনা কৰিবপৰা সমালোচকে সাহিত্য গঢ়ি তোলে। লিখকজনক যেনে তেনে নিৰুৎসাহ কৰিলে অন্তৰত বৰ আঘাত পায়, সাহিত্য ক্ষেত্ৰত বহুত দান দিবৰ শক্তি থকা লোকৰ প্ৰতিভা নষ্ট হৈ যাব পাৰে। লোতৰ বছৰীয়া ইংৰাজ কবি এজনক বোলে সমালোচকেই মাৰিলে। সমালোচকৰ পাৰস্পৰিক শলাগ জনোৱা গোষ্ঠীয়ে সাহিত্যৰ উপকাৰতকৈ অপকাৰহে বেছি কৰে। নিজৰ ভিতৰতে ভালে-বেয়াই সকলোৱেই শলাগৰ যোগ্য আৰু আনৰ সকলো বেয়া, এই ভাব গোষ্ঠীৰ সকলোৰে মনৰ বস্তু নহলেও কাৰ্য্যত প্ৰকাশ পায়। ব্যক্তি হিচাপে লিখকৰ সমালোচনাতকৈ বিষয়-বস্তুৰ সমালোচনাহে বেছি আৱশ্যক। সেই কাৰণে যেনে তেনে, পুথিৰ আলম লৈ লিখকক সমালোচনা কৰাতকৈ, সাহিত্যৰ বিভিন্ন বিষয়ৰ সমালোচনাই লিখকক সহায় কৰে।

সমালোচনা

এটা ভাষা আনৰপৰা আঁতৰ কৰি গড় বান্ধি ৰাখিব নোৱাৰে। বহল পৃথিবীখন বহুত ওচৰ চাপি আহিছে। সৌৰজগতৰ অন্য গ্ৰহতো আমি হাঁকুটী লগোৱাৰ চেষ্টাত আছো, আনৰ লগত মিলি আমি নেদেখা দেখিছো, নুশুনা শুনিছো, আমিও লোকৰ লৈছো, আনেও আমাৰ লবলগীয়া হৈছে। সেই দেখি আন ভাষাৰ আৱশ্যকীয় শব্দ আমাৰ ভাষাত সুমুৱাবলৈ বাধিব নোৱাৰি। প্ৰগতিশীল সাহিত্যই পৃথিবীৰ সকলোধৰণৰ ভাব বহন কৰিবৰ নিমিত্তে নিজৰ নথকা শব্দ আনৰপৰা আনিব লগীয়া হয়। পাৰ বন্ধা ঘোলা পানীৰ ভোবাতকৈ ওলাই সোমাই থকা পানীৰ গুণ বহুত বেছি। সাহিত্য ক্ষেত্ৰতো ঠিক একেই কথা। অৱশ্যে বান-পানীয়ে উটাই ভোবাৰ চিন-চাব নোহোৱা কৰাৰ দৰে নিজৰ সকলো এৰি লোকৰ সামগ্ৰীলৈ চালে ভাষা সাহিত্য বিজতৰীয়া হ'ব আৰু তেনে সাহিত্যই নিজত্ব হেৰুৱাব। সেই দেখি ভাষা সীমিত কৰা বিষয়ত অতি সাৱধান হোৱা সকলো লিখকৰে কৰ্ত্তব্য। আমাৰ ভাষাত নোহোৱা শব্দৰ কাৰণে শব্দ সাজিব লাগিব বা আন ভাষাৰপৰা আনিব লাগিব। চলিত ভাষাৰ লগত খোকোজা নোহোৱাকৈ ব্যৱহাৰ কৰিবপৰা শব্দ গঠন কৰিব পাৰিলে বেয়া নহয়। আমি 'ডালিয়া' ফুলক 'মেওআলতি' বা মেৰমলিকা বুলিলে বেয়া

ভাষাৰ গতি

শুনাব। কিন্তু 'টেলিফোন'ক 'কাণ ফুচ-ফুচ' নকৰি 'টেলিফোন' কৰি ৰখাই ভাল। আনৰপৰা ধাৰ কৰিবলগীয়া হলে প্ৰথমতে নিজৰ ভাষা-গোষ্ঠীৰ ভিতৰত শব্দ বিচাৰিব লাগিব, তাত নাপালে বা ব্যৱহাৰ কৰিবলৈ বেয়া যেন লাগিলে আঁতৰৰ ভাষাৰপৰাও শব্দ আনিব লাগিব। একেবাৰে সলনিকৈ চলি থকা শব্দবিলাক বাদ দিয়াতকৈ আৱশ্যক হলে কিছু সংস্কাৰ কৰি ভাষাত সুমাই লোৱাহে ভাল হ'ব। স্কুল, কলেজ, ৰেল, ইঞ্জিন, মটৰ, বাছ, কয়লা, বজাৰ, বেঞ্চ আদি শব্দ আমি এৰিবলৈ টান হ'ব। কিন্তু আমাৰ ভাষাত থকা ভাল শব্দবিলাকৰ সলনি আন ভাষাৰ শব্দ ৰখকৈ ব্যৱহাৰ কৰিবলৈ গলে ভাষাই নিজত্ব হেৰুৱাব।

অসমীয়া লিখাৰ মাজত ইংৰাজী আখৰেৰে ইংৰাজী শব্দ বা বাক্য সুমাই দিলে ইংৰাজী নজনা অসমীয়াৰ পণ্ডিতকো অন্যায় কৰা হয়। গতিকে সৰ্ব্বহী ইংৰাজী শব্দ হলেও অসমীয়া

অসমীয়া-ইংৰাজী

আখৰেৰে লিখাহে যুগুত। বাক্য হলে অসমীয়া অাঙনিটো দিলেহে সুবিধা হয়। এইবিলাকৰ হবহু ইংৰাজী শব্দ বা বাক্য পাদটিকাত ইংৰাজীৰে লিখিব পাৰে। অসমীয়া কিতাপ পঢ়িবলৈ বাধ্য হৈ ইংৰাজী জানিব লগাটো হলে, অসমীয়া ভাষা সাহিত্যৰ মৰ্য্যাদাত আঘাত কৰা হ'ব। এইবিলাক সৰু কথা বুলি আমি মন নকৰো, কিন্তু সৰু কথাৰপৰাই ডাঙৰ কথা হয়গৈ। ৰেল, বাচ, আপিচ, কাৰ্য্যালয়, দোকান পোহাৰ আদিৰ জাননীবোৰত লিখা শব্দবোৰ, বিশেষ সাৱধান নোলোৱাকৈ ভুলকৈ লিখা যায়। সেই ভুল শব্দবোৰ ল'ৰা-ছোৱালীৰ চকুত পৰিলে সিহঁতে তাকেই শুদ্ধ বুলি লয় আৰু সদায় দেখি দেখি অভ্যাস হ'লে ভুলকে ব্যৱহাৰ কৰি থাকে। সেই কাৰণে এইবিলাক সৰু কথা বুলি অসাৱধান হ'ব নালাগে। এইবিলাক আকৌ অনাৱশ্যক ভাৱে ইংৰাজীত লিখিলে বাইজ আৰু চৰ্কাৰ দুয়োৰে লঘু মনোবৃত্তিৰ চিন বুলি ধৰিব লাগিব। আমাৰ মনেৰে য'ত ইংৰাজী লিখা অপৰিহাৰ্য্য, তাতহে ইংৰাজী লিখিব লাগে। অসমীয়া মানুহৰ বিয়া আৰু সৰস্বতী পূজাৰ তোৰণত 'ৱেল-কম' লিখা নিশ্চয় লাজৰ কথা। অসমীয়াৰ স্কুল-কলেজৰ সৰস্বতী পূজাত 'ৱেল-কম' লিখা দেখিলে, সৰস্বতী আইকেই বা আমি কি বুলি প্ৰবোধ দিম? 'যি নিজৰ ভাষাক উলাই কৰে, তেওঁক বিশ্বাস কৰিব নাপায়, কাৰণ তেওঁৰ যঁৰমৰ বস্তু পৃথিবীত আৰু বিশেষ নাই।'

মাতৃ-ভাষাৰ জৰিয়তে শিক্ষা লাভ কৰিব নোৱাৰিলে, সৰ্ব্বহী শিক্ষা লাভ কৰা কঠিন। গতিকে মাতৃ-ভাষা যে শিক্ষাৰ সকলো স্তৰতে মাধ্যম হ'ব লাগে ই একেবাৰে সত্য।

শিক্ষাৰ মাধ্যম

বিভিন্ন ভাষা-ভাষী বৃহৎ ৰাষ্ট্ৰৰ যিমানেই অসুবিধা হওক লাগে শিক্ষাৰ বিষয়ত সকলো ভাষাতেই শিক্ষা দিব লাগিব। অস্বাভাৱিক ভাবে আমাৰ দেশত ইংৰাজী শিক্ষা চলি থকাৰপৰা বেগেতে সলনি কৰিবৰ অসুবিধা থাকিলেও, যিমানদূৰ সম্ভৱ সোনকালে এই ৰীতি ত্যাগ কৰা উচিত। পৰৰ ভাষা আয়ত্ব কৰিবৰ ক্ষমতা সকলোৰে নাথাকে। যি সকলৰ আছে, তেওঁবিলাকেও আচহুৱা ভাষা আয়ত্ব কৰোতে ভালেখিনি সময় কটাব লাগে আৰু তাৰ পিছতহে, সেই মাধ্যমেৰে বিবিধ জ্ঞান আহৰণ কৰিব পাৰে। ইমান

সময় কটোৱাৰ পিছতো, পৰৰ ভাষাত যিমানেই পণ্ডিত হক, সেই ভাষাৰ মাধ্যম অস্বাভাৱিক হ'বই। অস্বাভাৱিক ৰীতিৰ সকলো দোষ ইয়াত বৰ্ত্তিব। এটা ভাষাৰে মনত ভাবি, এটা ভাষাৰে প্ৰকাশ কৰা সহজ কথা নহয়। আমাৰ অসমীয়া ভাষা শিক্ষাৰ সকলো স্তৰতে মাধ্যম হ'ব নোৱাৰিলে আমাৰ সাহিত্যইনো কেনেকৈ গা কৰিব পাৰিব? পৃথিবীৰ উন্নত ভাষাবিলাকৰ ভিতৰত আমাৰ ভাষা-সাহিত্য কেনেকৈ লেখৰ সাহিত্য হ'ব? খেতি কৰা পথাৰখনতে বোকা সুলিয়াই আন ঠাইৰপৰা বোকা আনি খেতি কৰাৰ নিচিনা বিদেশী ভাষাৰ মাধ্যমত হোৱা আমাৰ শিক্ষা। আমাৰ দেশত অনেক ভাষা-ভাষী মানুহ থকাৰ কাৰণেই আমি অস্বাভাৱিক উপায় এটা লৈ নিজক পিছ পেলাই থকাটো কোন যুক্তিৰ কথা? সেই কাৰণেই অসমীয়া মাধ্যমত পঢ়োৱা বিষয়বো ইংৰাজীত প্ৰশ্ন দিব লগীয়া হোৱাটো দুখৰ বিষয়। উচ্চস্তৰত সকলো বিষয়ৰে আৱশ্যকীয় পুথিৰ অভাৱ হোৱাটো স্বীকাৰ কৰিব লগীয়া হলেও, এই বিষয়ে আৱশ্যকীয় পুথি যুগুত কৰা আৰু অনুবাদ কৰোৱা আমাৰ চৰ্কাৰৰ কৰ্ত্তব্য। কিন্তু এই কাৰ্য্যত চৰ্কাৰৰ গতি মন্থৰ যেন দেখা গৈছে। ইয়াত চৰ্কাৰে বিশেষ গুৰুত্ব দি, বেছি ধন খৰচ কৰি, থৰটকীয়া ব্যৱস্থা ল'ব লাগে। আৱশ্যকীয় পুথি অনুবাদ কৰিবলৈ চৰ্কাৰে, বিশ্ব-বিদ্যালয়, অসম সাহিত্য-সভা, প্ৰকাশন সমিতি আৰু অন্যান্য তেনে অনুষ্ঠানকে আৰ্থিক সহায় দি উৎসাহিত কৰিব পাৰে। শিক্ষাৰ মাধ্যম কৰাৰ আৱশ্যকতাৰ বাহিৰেও অন্যান্য ভাষাৰ বিখ্যাত আৰু লাগতিয়াল গ্ৰন্থবোৰৰ অনুবাদো আমাৰ সাহিত্যত লাগে। এই বিষয়েও চৰ্কাৰে একে ব্যৱস্থাকে ল'ব লাগে। অকল মৌলিক পুথিৰপৰাই সাহিত্য চহকী নহয়। পৃথিবীৰ সকলো উন্নত সাহিত্যলৈ আন আন ভাষাৰ মূল্যবান পুথিবিলাক অনুবাদ কৰি নিজে অসমীয়া ভাষাৰ পূৰ্ণাঙ্গ বিকাশৰ বাবে অসমীয়া ভাষাৰেই গবেষণা কৰিবলৈ দিব লাগে। ইংৰাজীৰে অসমীয়া ভাষাৰ গবেষণা কৰিবলৈ দিয়াৰ কোনো অৰ্থ নাই। আমাৰ দুটাকৈ নিজা বিশ্ব-বিদ্যালয় হোৱাৰ পিছত এই বিষয়ে বিশেষ অসুবিধা নাই। শিক্ষকসকলক অন্যান্য বিষয়ত প্ৰশিক্ষণ দিয়াৰ দৰে অসমীয়া শিক্ষাৰো প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগে। অসমীয়া শিক্ষাৰ প্ৰতি যথেষ্ট কাণ নিদিয়াত শিক্ষাৰ অৱনতি ঘটিছে।

আমাৰ অভিধান, ব্যাকৰণ, বানান আদি বিষয়ৰ বেমেজালি গুচা নাই। অৱশ্যে প্ৰগতিশীল সাহিত্যৰ অভিধান আৰু নকৈ সুমোৱা শব্দৰ বানান আৰু গঢ় আদিৰ বিষয় সাহিত্যিকসকলৰ আলোচনাৰ বিষয় হৈয়েই থাকিব। দানবীৰ ৺ৰাধাকান্ত সন্দিকৈ ভাণ্ডাৰীয়াৰ দানৰ বিনিময়ত পোৱা চন্দ্ৰকান্ত অভিধান আমি সন্তোষজনক ভাৱে সঙ্কলন কৰি লব নোৱৰাই পৰিতাপৰ বিষয়। গুৱাহাটী বিশ্ববিদ্যালয় আৰু অসম সাহিত্য-সভাৰ বুজা-পৰাৰ ভিতৰত সোনকালে এখন আদৰ্শ আৰু নিখুঁত সংস্কৰণৰ অভিধান পাবলৈ আশা কৰো। আমাৰ সাহিত্যৰ সাহোন, অসমীয়া ভাষাৰ গঢ় দিওঁতা ৺হেমচন্দ্ৰ বৰুৱাৰ হেমকোষৰ সংস্কৰণো আমি নতুনকৈ বিচাৰো, তেখেতৰ উত্তৰাধিকাৰীসকলে বিশেষ যত্ন কৰি, চলি থকা ভুল-ভ্ৰান্তিবিলাক সংশোধন কৰি দিব বুলি আশা কৰো।

অসমীয়া অভিধান

সংস্কৃতৰণৰা গুণোৱা যদিও অসমীয়া ভাষাৰ ব্যাকৰণ হুবহু সংস্কৃত ব্যাকৰণ হ'ব নোৱাৰে। আমাৰ ভাষাবিদ পণ্ডিতসকলে এই বিষয়ে বহুত আলোচনা কৰিছে যদিও ইয়াৰ বিশেষ ফল ধৰা নাই। অকল ব্যাকৰণতে লাগি থাকিলেও সাহিত্যাই গা কৰিব নোৱাৰে। ব্যাকৰণৰ মৰ্য্যাদা ৰাখি বিভিন্ন বিষয়ত শব্দৰ ৰূপ আদি নিৰ্দ্ধাৰণ কৰিবৰ নিমিত্তে নতুন সামগ্ৰীবো আৱশ্যক। এই বিষয়ত ৰৰ নিকপ্‌কপীয়া হবলৈ গলেও সাহিত্যাই গা কৰিব নোৱাৰিব। বৰ্ত্তমান চলিত ব্যাকৰণ কিথনকে ভেটি কৰি লৈ এখন প্ৰামাণ্য ব্যাকৰণ যুগুত কৰাৰ ব্যৱস্থা সাহিত্য-সভাই কৰিব পাৰে। এই বিষয়ে চলি থকা 'ইন্দ্ৰকান্ত ব্যাকৰণ'ৰ সঙ্কলনত দ্ৰুত গতিৰে আগবঢ়াটো উচিত হ'ব। বানানৰ বিষয়ে বেহা লগাবলৈ এটা যত্ন চলি আছে। এইবিলাক লেম্‌লেমীয়া হলেও ফল পোৱাত অযথা পলম হয়, বৰ খৰটকীয়া হলেও ভুল থাকি যাব পাৰে। অভিধান, ব্যাকৰণ, বানান আদিৰ বিষয় বহল আলোচনাৰ কাৰণে 'অসম সাহিত্য-সভা পত্ৰিকা'ই উপযুক্ত মাধ্যম। আমি আশা কৰো, আমাৰ ভাষাবিদ সুযোগ্য পণ্ডিতসকলে এই বিষয়ৰ আলোচনাৰ কাৰণে উক্ত পত্ৰিকাতে যেন মুৰ মোকোলায়।

ব্যাকৰণ

অসমীয়া বিশ্বকোষ প্ৰণয়নৰ বিষয়েও সাহিত্য-সভাই চেষ্টা কৰি থকা কথা আমি জানো। এই বৃহৎ কাৰ্য্য সম্পাদন কৰিবলৈ চৰ্কাৰৰ বিশেষ সহায় নাপালে অকল সাহিত্য-সভাই আগবঢ়া টান। সংবিধানে অসমীয়া ভাষাক আঞ্চলিক ভাষা হিছাপে গ্ৰহণ কৰাৰ পিছত প্ৰামাণিক অভিধান, ব্যাকৰণ আদি সঙ্কলন কৰাৰ ভাৰ চৰ্কাৰেই ল'ব লাগে। এই অৱশ্যকৰণীয় কামবিলাক উপযুক্ত আৰ্থিক সহায়েৰে অসম সাহিত্য-সভাকে কৰিবলৈ ভাৰ দিব পাৰে। বিশ্বকোষ যুগুত কৰাৰ বিষয়েও সেই একেই কথা। ই আটাইতকৈ ব্যয়সাধ্য কাম। বৰ্ত্তমান যুগত এটা ঐতিহ্যপূৰ্ণ প্ৰাচীন ভাষাৰ এখন বিশ্বকোষ নথকা পৰিতাপৰ বিষয়।

বিশ্বকোষ

এই প্ৰসঙ্গতে আমি অসমীয়া ভাষাৰ এখন প্ৰামাণ্য বুৰঞ্জীৰ কথাও উল্লেখ কৰিব পাৰো। চৰ্কাৰী পৰ্য্যায়ত প্ৰকাশন পৰিষদৰ যোগে এখন বুৰঞ্জী প্ৰণয়নৰ ব্যৱস্থা কৰিছিল। আমি এই বুৰঞ্জী সোনকালে আৰু নিখুঁতভাৱে পাম।

সাহিত্য বুৰঞ্জী

লোক-সাহিত্য আৰু সংস্কৃতিৰ বিষয় চৰ্চ্চা কৰাটো নিতান্ত উচিত। সাহিত্যৰ ই অপৰিহাৰ্য্য অঙ্গ আৰু মূল্যবান সম্পদ। ইয়াৰ চৰ্চ্চাৰ দ্বাৰা জাতিৰ নাড়ীভাল টিপি চাবলৈ সুবিধা হয়। গুৱাহাটী বিশ্ববিদ্যালয়ত এনে অনুষ্ঠান এটি প্ৰতিষ্ঠিত হৈছিল যদিও, বিশেষ কাম হোৱাৰ সঁহাৰি পোৱা নাই। ব্যাপক আৰু ৰচনাত্মক আঁচনিৰে এই কাৰ্য্য হাতত ল'ব লাগে।

ব্যক্তিগত ভাৱে অসমীয়া সাহিত্যিকে পুথি প্ৰকাশ কৰা এতিয়াও টান কথা হৈয়েই আছে। কিছুমান প্ৰকাশন প্ৰতিষ্ঠানে ব্যৱসায়িক দৃষ্টিৰে সৰল আশা লৈ অসমীয়া পুথি প্ৰকাশ কৰিবলৈ গাত লোৱাটো সুখৰ কথা। প্ৰকাশন পৰিষদ, শিক্ষা বিভাগ, বিশ্ববিদ্যালয় আদিয়েও এই বিষয়ত হাত দিয়াত সাহিত্যৰ মৰ্য্যাদা আৰু প্ৰসাৰ বাঢ়িব। ইয়াতকৈও কিবা ব্যাপক

ব্যৱস্থা লব পাৰিলে, প্ৰায় দুশ বছৰ সতিনীৰ মৰমত প্ৰতিপালিত হোৱা সাহিত্যই খৰধৰকৈ আগবাঢ়িব পাৰিব। লিখকসকলেও যত্ন কৰি পুথি প্ৰকাশৰ নিমিত্তে সমবায় সম্বা গঠন কৰিব পাৰিলে সাহিত্যৰ বিকাশ সাধনত আৰু সোনকালে সুফল পাব পাৰিব। লগতে সমবায় বিতৰণী প্ৰতিষ্ঠান গঠন হলে আৰু সুবিধা হ'ব। সকলো ধৰণৰ পুথি সমানে আৰু সোনকালে বিক্ৰী নহয়। বিক্ৰী নোহোৱা পুথিৰ ভিতৰতে গহীন আৰু গুৰু সাহিত্যৰ পুথি থাকে। বেছি বিক্ৰী নহয় বুলিয়েই এইবোৰ পুথি প্ৰকাশ নকৰিলে সাহিত্যৰ আচল ভড়াল উদং হৈ যাব। এইবিলাক পুথি শৰি নাথাকে, কিন্তু বিক্ৰী হোৱাত দিন লয়। পাঠ্য-পুথি, লঘু সাহিত্যৰ পুথি সহজে সোনকালে বিক্ৰী হয়। সেইকাৰণে সমবায় হিচাপে দুয়োবিধৰ পুথি প্ৰকাশ কৰিলে সহজে বিক্ৰী নোহোৱা পুথিৰ বাবে বৰ ভাবিব লগীয়া নহয়। সৃজনী প্ৰতিভামূলক সাহিত্যৰ প্ৰতি অনুপ্ৰেৰণা যোগাই লিখক, প্ৰকাশক আৰু পঢ়ুৱৈ এই তিনিৰ মধুৰ সমন্বয় ঘটাব পাৰিলে আমি সাহিত্যৰ উন্নতিৰ কাৰণে কৰা সকলো প্ৰচেষ্টাই সাৰ্থক হ'ব। নিজৰ ভাষা আৰু সাহিত্য চৰ্চ্চাৰ প্ৰতি আন্তৰিকতা থাকিব লাগে। নিজৰ ভাষা-সাহিত্যক হেয়জ্ঞান কৰা জাতিৰ একতা নাথাকে। এনে জাতি ছিন্নভিন্ন হৈ বেলেগ বেলেগ জাতিৰ লগ লাগি একোখন আচহুৱা সমাজ গঠন কৰি পৰ-মুখাপেক্ষী হৈ থাকিব লগীয়া হয়। আমাৰ বহুতে অসমীয়া লিখি বা কৈ অসুবিধা পোৱা বুলি কোৱাটো গৌৰৱৰ কথা বুলি ভাবে। ইংৰাজৰ দাসত্বৰপৰা পোৱা এই মনোবৃত্তিৰ ধনঞ্জয় বায়ু সোনকালে আঁতৰিলেই মঙ্গল। বিয়া-সবাহ আৰু আন আন ধৰ্ম্মকাৰ্য্য আদিলৈ ইংৰাজীত চিঠি নিদিলে যেন আভিজাত্য নষ্ট হয়—এনে ভাব নতুনকৈ হোৱা অভিজাতসকলৰ ভিতৰত বেছিকৈ দেখা যায়। অসমীয়া পঢ়ুৱৈসকলে নিজে পঢ়িব খোজা কিতাপখন কিনি ললে সাহিত্যিকসকলক বহুত উপকাৰ কৰা হয়। এই কিতাপ কিনা অভ্যাসটো আমাৰ হ'ব লাগে। আমি অভিনয় কৰিব খোজা নাটকখন ঘৰে ঘৰে বিচাৰি ফুৰি দোকানৰপৰা চাৰি-পাঁচখন কিনি অনা অভ্যাস কৰিব লাগে। অভিনয়ৰ কাৰণে কৰা অনেক খৰচৰ ভিতৰত নাটক কিনাত খৰচ বৰকৈ নাবাঢ়ে। ব্যক্তিগত ভাবে বহুতে কিতাপ কিনিব নোৱাৰিলেও বিবিধ অনুষ্ঠান, পাঠাগাৰ আদিয়ে কিতাপ কিনিলেও বহুত হয়। আমি অনেক কাৰণত উপহাৰ, পুৰস্কাৰ আদি দিব লগীয়া হয়, সেইবিলাক কিতাপ দিলে এটা বহুত দিনলৈকে থকা বস্তুও হয়, সাহিত্য প্ৰসাৰবো সুবিধা হয়। বিশ্ববিদ্যালয় শিক্ষা তথা সাহিত্য বিস্তাৰৰ ডাঙৰ মাধ্যম। বৰ্ত্তমান আমাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপৰিও ডিব্ৰুগড়ত দ্বিতীয় বিশ্ববিদ্যালয় স্থাপন হোৱাটো সুখৰ কথা। আৰম্ভণিৰপৰা এই বিশ্ববিদ্যালয়ে অসমীয়া সাহিত্য, বুৰঞ্জী, লোক-সাহিত্য-সংস্কৃতি চৰ্চ্চাৰ ব্যাপক ব্যৱস্থা কৰিব বুলি আমি আশা কৰো। এইবিলাকৰ উপযুক্ত শিক্ষাৰ নিমিত্তে বৰ্ত্তমান বৈজ্ঞানিক যুগত খাপ খোৱাকৈ পাঠ্যক্ৰম ৰচিত হ'ব লাগে। এইদৰে অসমীয়া সাহিত্যত গুৰুত্ব দিলে অসমীয়া সাহিত্যৰ প্ৰসাৰ বৃদ্ধি হ'ব আৰু সময়ৰ লগত খাপ খোৱা অনেক অসমীয়া কিতাপ ওলাব আৰু তাৰ গ্ৰাহকো যথেষ্ট হ'ব।

পুথি প্ৰকাশ

বৰ্ত্তমান দেশৰ অনেক জটিল সমস্যাৰ ভিতৰত লিপি পৰিবৰ্ত্তনৰ সমস্যাটো ছুলিওৱা-হেঁতেনেই ভাল আছিল। ভাৰতৰ জাতীয় সংহতি ৰক্ষা কৰিবলৈ লিপি পৰিবৰ্ত্তনৰ কোনো আৱশ্যক নাই। অকল লিপিয়েই কোনো ভাষাৰ বিকাশ সাধনত সহায় কৰিব নোৱাৰে। দেশ কাল পাত্ৰ অনুসৰি লিপিয়েও বেলেগ গঢ় লোৱাটো স্বাভাৱিক। এটা ভাষাৰ লিপিয়ে আন এটা ভাষাৰ ভাব হুবহু প্ৰকাশ কৰিব নোৱাৰে। বৃহৎ ভাৰতবৰ্ষৰ সৰহ ভাগৰে মূল ভাষা এটা হলেও আঞ্চলিক ভাষাবোৰৰ বিশেষত্ব আছে। এই বিশেষত্ব ৰক্ষা কৰাত লিপিয়ে ভালেখিনি সহায় কৰে। ইহাতে লিপি পৰিবৰ্ত্তন কৰিবলৈ গৈ আঞ্চলিক ভাষাবিলাকক অন্ততঃ আধাশতিকা পিছুৱাই দিয়া উচিত নহব। আমাৰ অসমীয়া লিপিয়ে যিট্ৰো সহজ আৰু সৰল গঢ লৈছে, তেনে সহজ আৰু সৰল গঢ় দেবনাগেৰী লিপিৰ আছে বুলি আমি ভাবিব নোৱাৰো। নিজৰটো আমি সদায় এনেয়েও ভাল দেখোঁ, কিন্তু এই বিষয়ত সেই কথা আমি ভবা নাই। ভাৰতৰ এটা বৃজন সংখ্যাৰ মানুহে কোৱা ভাষাৰ লিপি হ'ল বুলিয়েই আমি দেবনাগেৰী লিপিক সহজ বুলি ক'ব নোৱাৰো। ৰাষ্ট্ৰভাষা হিন্দী আমাৰ লিপিৰে লিখিলেহেঁতেন ধৰা হলে কিজানি বেছি সহজ হলহেঁতেন। অৱশ্যে জটিল হলেও সদায় ব্যৱহাৰ কৰি থকা সকলে এই কথা স্বীকাৰ নকৰাটো স্বাভাৱিক। আমি ক'ব খোজো, মূল লিপি ব্ৰাহ্মীৰ ক্ৰমবিকাশ সাধনত আমাৰ লিপি বহুত আগবাঢ়িছে। যেই হ'ক, আমি আশা কৰো, আমাৰ লিপি পৰিবৰ্ত্তন কৰি ভাষা সমস্যা জটিল কৰিবলৈ ন'গৈ, দেবনাগেৰী লিপি ক্ৰমে সৰল কৰি আনি, আমাৰ লিপিৰ ওচৰ চপাই দিবলৈ যত্ন কৰা হ'ব। আমাৰ অসমীয়া মানুহেই এই কথাৰ বিৰূপ সমালোচনা কৰিব পাৰে তথাপি নিজে অনুভব কৰি বুজা কথা প্ৰকাশ নকৰি থাকিব নোৱাৰিলো। আমি ভাবো, সকলোৱে নিজ নিজ আঞ্চলিক ভাষাৰ উন্নতি কৰিবৰ নিমিত্তে কোনো জটিলতা নবঢ়াই লিপি পৰিবৰ্ত্তনৰ কথা বাদ দিব লাগে। ভাৰতত অকল এটা লিপি কৰিব খুজিলে সেই লিপি পুৰণিৰ ভেটিত ন'কৈ গঢ়িব লাগিব।

লিপিৰ কথা

অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ মূলতে ইয়াক আঞ্চলিক ৰাজ্যভাষা হিছাপে কাৰ্য্যকৰী ভাৱে প্ৰয়োগ কৰা। অসমীয়া ভাষা-সাহিত্যৰ বিষয় অনেক আলোচনা কৰিলেও ইয়াক ৰাজ্যভাষা হিছাপে প্ৰয়োগ নকৰিলে লিখকসকলৰ উদ্যোগ আৰু উৎসাহ নাবাঢ়ে। ভাৰতৰ শতকৰা প্ৰায় ৪০ জনে কোৱা হিন্দী ভাষাক ভাৰতৰ ৰাষ্ট্ৰভাষা বুলি স্বীকাৰ কৰি লৈছো আৰু কোনো অহিন্দী-ভাষী ৰাজ্যত ইয়াৰ ব্যতিক্ৰম হবলৈ দিয়া নাই। অথচ অসমত শতকৰা ৫০ জনতো অধিক লোকৰ ভাষা অসমীয়াক ৰাজ্যিক প্ৰশাসনীয় ভাষাৰ স্বীকৃতি দিয়াৰ বেলিকা আমাৰ ইমান ভয় কিয় হ'ব লাগে, আৰু জিলাই প্ৰতি ইয়াক কিয় পৃথক ভাবে চাব লাগে ইয়াক আমি বুজি নাপাওঁ। বহু ভাষা-ভাষী ভাৰতত যেতিয়া ৩৭ জনৰ ভাষাক আমি বৃহত্তৰ স্বাৰ্থৰ কাৰণে একমাত্ৰ ৰাষ্ট্ৰভাষা বুলি গ্ৰহণ কৰিব পাৰো, তেন্তে অসমতনো শতকৰা প্ৰায় ৬০ জনৰ ভাষাক একমাত্ৰ

অসমীয়া আঞ্চলিক ভাষা

ৰাজ্যভাষা বুলি কিয় গ্ৰহণ কৰিব নোৱাৰে ? হিন্দী ভাষাৰ কাৰণে ভাৰতত কেন্দ্ৰীয় তথা ৰাজ্যিক চৰ্কাৰসমূহে যিখিনি কৰিছে, ৰাজ্যিক ভাষা অসমীয়াৰ কাৰণেও ৰাজ্যিক তথা জিলা প্ৰশাসনসমূহেও তাকে কৰাটো আমি বাঞ্ছা কৰো। ইয়াৰ প্ৰাৰম্ভ হিচাপে অসমৰ প্ৰত্যেক স্কুলতে অসমীয়া শিক্ষা অতি সোনকালে বাধ্যতামূলক কৰিব লাগে। ১৯৬০ চনতে আইন-সঙ্গত ভাবে সমৰ্থিত হোৱা ৰাজ্যভাষা আইনখন আজি পৰ্য্যন্ত কাৰ্য্যকৰী নোহোৱাটো দুখৰ বিষয়। পথাৰৰ মাজৰ মূঢ়াৰ নিচিনা যেনিয়ে তেনিয়ে পোণাবপৰা ধাৰা গোটাচেৰেকেৰে সৈতে গ্ৰহণ কৰা এই আইনখন সকলো অসমীয়াৰে মনঃপুত হোৱা নাই যদিও ৰাইজে ইয়াৰ-পৰাই কিবা এটা পাম বুলি আশা কৰি আছিল। আমাৰ চৰ্কাৰৰ গুৰিয়ালসকলে ইয়াক পিছলৈ পেলাই থৈ অবাবত অনেকখিনি সমস্যাৰ সন্মুখীন হবলৈ দি খুটি পুতি উজুটি খোৱা যেন লাগিল। তথাপি এই যুক্তিহীন সমস্যাবোৰৰ বাধা অতিক্ৰম কৰি সাহসেৰে সৈতে এই আইন কাৰ্য্যকৰী কৰাটো কোনো অন্যায়ৰ কথা নহয়। য'ত ন্যায় যুক্তি সকলো আছে, ত'ত আওপকীয়া কথালৈ ভয় কৰি থকা উচিত নহয়। এই ভয় কিহৰ, উদাৰতাৰ নে ব্যক্তিগত স্বাৰ্থৰ, আমি বুজিব নোৱাৰো। এই বিষয়ত সাহিত্য-সভায়ো তত্ পোৱা নাই। ইয়াৰ গুৰিয়ালসকলে ৰাইজক আশ্বাস দি একো কৰিবপৰা নাই। আমাৰ নেতাসকলে, তেওঁ-বিলাকৰ ওচৰলৈ যোৱা সাহিত্য-সভাৰ সজাতিসকলক কথা ভালকৈয়ে কৈ পঠিয়ায়, কিন্তু কাৰ্য্যত বিশেষ একো নহয়। অসমীয়া ৰাজ্যভাষা পাবলৈ আমাৰ নেতাসকলৰো হেঁপাহ নথকা নহয়। কিন্তু কিটো দূৰদৰ্শিতাৰ কাৰণে তেখেতসকলে 'গড়গঞা মিতিৰৰ ভাও' ধৰিব লগীয়া হৈছে আমি বুজিবপৰা নাই। সাহিত্য-সভাৰ প্ৰস্তাৱ অনুসৰি চৰ্কাৰে যোৱা ১৩ চেপ্টেম্বৰ-পৰা অসমীয়া ভাষাৰ আইনখন মহকুমা পৰ্য্যায়লৈকে প্ৰয়োগ কৰিব বুলি কৈ বিশেষ একো কৰিবপৰা নাই। এইদৰে থাকিলে আমাৰ অসমীয়া ভাষা ৰাজ্যভাষা হবলৈ কেবাপুৰুষো লাগিব। আমি অসমীয়া ভাষা আঞ্চলিক ৰাজ্যভাষা হিচাপে বিচাৰি কাৰো ভাগৰ বস্তু কাঢ়ি আনিবলৈ যোৱা নাই আৰু কাকো আমাৰ ভাষা লব লাগিব বুলি বল প্ৰয়োগ কৰিবলৈ কোৱা নাই, বৰং বৃহৎ স্বাৰ্থৰ বাবে আমি ভালেখিনি এৰিছো। ইমানতো আমাক যিসকলে ঠেক মনৰ বুলি কয়, তেওঁবিলাক নিজে কেনেকুৱা মনৰ নিজেই ভাবি চাব। আমি অন্যায় স্বাৰ্থৰ কাৰণে সদায় ত্যাগ কৰি থাকিলে আমাৰপৰা অযথা সুবিধা আদায় কৰিবলৈ চেলু উলিয়াৰ অন্ত নপৰিব। ন্যায়সঙ্গত ভাৱে আমি লোকক এৰি দিব পাৰো কিন্তু অন্যায় ভাৱে ত্যাগ কৰি দুৰ্ব্বল, অকৰ্মণ্য বা ভীৰু নাম লবলৈ ইচ্ছা নকৰো। এই বিষয়ে আমাৰ বহুত কথা কব লগীয়া থাকিলেও ইমানতে সামৰণি মাৰি আমাৰ শবৰবহী চৰ্কাৰক বিনীত ভাৱে জনাওঁ, তেখেতসকলে যেন অহা নিৰ্ব্বাচনৰ আগে আগে আমাৰ ৰাজ্যভাষা প্ৰয়োগ বিধি সম্পূৰ্ণৰূপে কাৰ্য্যকৰী কৰে। সময়ে আমাৰ ভাষা সমস্যাটো লঘু কৰি নানে, জটিল কৰিহে আনিব। কাৰণ পাকিস্থানী অনুপ্ৰৱেশৰ আমাৰ ৰাজ্যত এতিয়াও অন্ত পৰা নাই। আনহাতে কোনো পাকিস্থানীয়েই অসমীয়া-ভাষী হব নোৱাৰে। যথাসময়ত অসমীয়া ভাষাক উপযুক্ত

স্বীকৃতি দিয়া হলে ভাষাৰেই পাকিস্থানী আৰু গুৰুৱা অসমীয়াৰ পৰিচয় দিলেহেঁতেন। লোকে হুবুজিলেও অসমীয়া জাতি উদাৰ নোহোৱা নহয়। কিন্তু অসমীয়াৰো ধৈৰ্য্যৰ সীমা আছে। কৰ্ত্তৃপক্ষই যেন সীমাৰ পাৰ হবলৈ সুবিধা নিদিয়ে।

আঞ্চলিক ভাষা আইন কাৰ্য্যকৰী কৰাত অকল চৰ্কাৰকে ধৰি থাকিলে নহব। প্ৰায় এশ বছৰ শাসকবৰ্গই ৰাজকাৰ্য্যত অৱহেলা কৰি এৰলীয়াকৈ থোৱা ভাষাটো পুনৰ সবৰৱহী কৰিবৰ কাৰণে বাইজৰ অনেক কৰ্ত্তব্য আছে। আমাৰ শিক্ষিতসকলে অসমীয়াৰে চিঠি লিখি, কথা পাতি সুখ নেপাওঁ বুলি এতিয়াও মাতৃভাষা অৱজ্ঞা কৰি থাকিলে আমাৰ জাতিয়ে গা কৰিব নোৱাৰিব। এই কাৰণে দোষৰ ভাগী হ'ব আমাৰ জনচেৰেক নিজক পাহৰি যোৱা তথাকথিত শিক্ষিত লোক। যিমানদূৰ সম্ভৱ সকলো বিষয়তে অসমীয়া ব্যৱহাৰ কৰা আমাৰ কৰ্ত্তব্য।

আজিকালি অনাৱশ্যক ভাবে সভাই সমিতিয়ে অসমীয়া মানুহে ইংৰাজীৰে বক্তৃতা দিলে ভাও দিয়া যেন লাগে। দুই-চাৰিজন অনা-অসমীয়া মানুহ থাকিল বুলিয়েই আমি ইংৰাজী কিয় ব্যৱহাৰ কৰিব লাগে? আৰু যি সকলে অসমৰ সভা-সমিতিত যোগ দিব লগীয়া হয়, তেওঁবিলাকে অসমীয়া বুজিব লাগে। সংস্কৃত গোষ্ঠীৰ ভাষাবিলাকৰ কাৰণে ই অতি সহজ কথা। ওচৰ-চুবুৰীয়া যি সকল লোকৰ বেলেগ বেলেগ মাতৃভাষা আছে, তেওঁবিলাকৰ লগত বহুত দিনৰ সম্বন্ধ থকাত অসমীয়া সুবুজা নহয়। আমাৰ লগত যি সকল অনা-অসমীয়া মানুহ কাৰ্য্যোপলক্ষে মিলি-জুলি আছে, তেওঁবিলাকৰ সৰহ ভাগৰ ভাষাই আমি বুজো। কলেজ স্কুল আদিত ইংৰাজী শিক্ষাৰ নিমিত্তে সভা-সমিতিত ইংৰাজী বক্তৃতা দিবলৈ অভ্যাস কৰা বেলেগ কথা। কিন্তু সেইবিলাক অনুষ্ঠানতে ৰাজহুৱা সভাত সকলোকে ইংৰাজীত বক্তৃতা দিবলৈ বাধ্য কৰা উচিত নহয়। মুঠতে আঞ্চলিক অসমীয়া ভাষাৰ মৰ্য্যাদা বঢ়াবলৈ যিমান দূৰ সম্ভৱ অসমীয়া ব্যৱহাৰ কৰিব লাগে। অসমীয়াত লিখা চৰ্কাৰী চিঠি হুবুজিলে অনুবাদ কৰি হলেও কৰ্ত্তৃপক্ষই বুজিব লাগিব। বহুত কথাত আমি নিজে চপাই আনিব নোৱৰা দোষত লোকক আঁতৰাই ৰাখিছো।

সাহিত্যৰ ক্ষেত্ৰ বৃহৎ। এই ক্ষেত্ৰত সাহিত্যৰ ৰূপ সুমাব নোৱৰা বিষয় একোৱেই নাই। সাহিত্যিকসকলে বিশ্বপৃথিৱিৰপৰা সকলো সমল আহৰণ কৰিব পাৰে। আমাৰ অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো সেই একেই কথা। অসম সাহিত্য-সভা সেই কাৰণেই সৰৱৰহী অনুষ্ঠান। অসমীয়া জাতিৰ সকলো স্তৰতে পৰোক্ষ বা প্ৰত্যক্ষভাবে চাই উন্নতি সাধন কৰা সাহিত্য-সভাৰ কৰ্ত্তব্য। আমাৰ সাহিত্য সকলো প্ৰকাৰে চকুত লগা কৰি, পৃথিৱীৰ অন্যান্য উন্নত ভাষাৰ লগত কেৰ মাৰিব পৰাকৈ, বৰ্ত্তমান কালৰ উপযোগী অঙ্গ পূৰণ কৰাৰ দায়িত্ব সাহিত্য-সভাৰ। নিয়মাৱলীত উদ্দেশ্য বুলি লিখি থোৱা কথাকিটাই এই অসীম দায়িত্বক সামৰিব নোৱাৰে। আমি আগতে কৈ অহাৰ দৰে অনেক কাৰ্য্য সাহিত্য-সভাই কৰিব লাগে। উপযুক্ত ভাষাবিদ পণ্ডিতসকলৰ সমিতি পাতি অভিধান, ব্যাকৰণ, বিশ্বকোষ আদি প্ৰণয়ন, লোক-সাহিত্য সংগ্ৰহ, মৌলিক গ্ৰন্থ ৰচনা আৰু সাহিত্যৰ প্ৰতিযোগিতাত পুৰস্কাৰ, সাহিত্যিকক উপাধি দান, অসমীয়া

আৰা শিক্ষা শ্ৰেণীৰ প্ৰতিষ্ঠা আদি কামবিলাক হাতত ল'ব লাগে। আমাৰ স্মৰণীয় সাহিত্যিক-সকলৰ স্মৃতি ৰক্ষাৰ কাৰণে যত্ন কৰিব লাগে। আমি হাতত লোৱা বেজবৰুৱা স্মৃতি-বাৰ্ষিকীৰ কাৰ্য্য যাতে উপযুক্তভাবে সমাধা হয় তাৰ যত্ন এতিয়াৰপৰাই কৰিব লগা হৈছে।

মূল পেলাই প্ৰচাৰ কৰি থকা 'অসম সাহিত্য-সভা পত্ৰিকাখন' সকলো প্ৰকাৰ গবেষণা আলোচনাৰ মুখপত্ৰ কৰিব লাগে। সদলনিকৈ এই কাকতত্তে আলোচনা কৰি থাকিলে, আমি বিচৰা প্ৰকৃত তথ্যবোৰ ওলাই পৰিব। এই পত্ৰিকাত এনে বিধৰ লাগতিয়াল' আলোচনাৰ

অসম সাহিত্য সভা পত্ৰিকা

অৱতাৰণা কৰিলে, বিবিধ বিষয়ৰ গবেষণা কৰা লোকসকলে শিক্ষানুষ্ঠান-বিলাকে, আৰু পাঠাগাৰবিলাকে এই পত্ৰিকাৰ গ্ৰাহক নহৈ নোৱাৰিব। শাখা-সভাবিলাকে নিৰ্দ্দিষ্ট সংখ্যক গ্ৰাহক গোটাই কৰ্ত্তব্যৰ ভিত্তৰত কৰি ললে এই পত্ৰিকাৰপৰা সাহিত্য-সভাৰ আৰ্থিক লোকচান নহ'ব। সাহিত্য-সভাৰ লাগতিয়াল বা-বাতৰিসমূহ নিয়মীয়াকৈ প্ৰচাৰ কৰিবৰ কাৰণে প্ৰচাৰ-পত্ৰ এখনৰ একান্ত প্ৰয়োজন। এই প্ৰচাৰ-পত্ৰ প্ৰকাশ নহয় মানে পত্ৰিকাৰে এটা অংশত বৰ্ত্তমানৰ দৰেই সাহিত্য-সভাৰ লাগতিয়াল বা-বাতৰিবিলাক থাকিবই। এইখিনিতে আমি অসমৰ সকলো শিক্ষানুষ্ঠান, পাঠাগাৰ আদিৰ কৰ্ত্তৃপক্ষক 'সাহিত্য সভা পত্ৰিকাখন' যথেষ্ট মূল্যবান কাকতত পৰিণত কৰিবলৈ সহায় কৰিবৰ নিমিত্তে বিনীত অনুৰোধ জনালো। সভাৰ সভ্যসকলেও ইয়াৰ বহুল প্ৰচাৰৰ কাৰণে উপায় নিৰ্দ্ধাৰণ কৰিব বুলি আশা কৰিলো।

অসম সাহিত্য-সভা হৈছে অসমৰ সকলো ঠাইতে প্ৰতিষ্ঠিত হোৱা শাখা সাহিত্য-সভাবিলাকৰ সম্মিলন। শাখা সভাবিলাকৰ উদ্যোগৰ ওপৰতে অসম সাহিত্য-সভাই বাইকৈ

শাখা সভা

নিৰ্ভৰ কৰে। এনে শাখা সভাবিলাকৰ সংখ্যা ক্ৰমে বাঢ়ি অহাটো উন্নতিৰ লক্ষণ। অকল সাহিত্য-সভায়েই, পোনপটীয়াকৈ ইয়াৰ উদ্দেশ্যত থকা কামবিলাক কৰিব নোৱাৰে। এইবিলাক ভগাই লোৱাটোৱেই শাখা সভাবিলাকৰ প্ৰধান কাম। এই শাখা সভাবিলাকৰ অনেকেই, সাহিত্য-সভাৰ আঁচনিত থকা ভালেখিনি কাম কৰিবলৈ হাতত লৈছে। কেবাখনো শাখা সভাই নিজৰ কাৰ্য্যালয় প্ৰতিষ্ঠা কৰি তাত গ্ৰন্থাগাৰ, শিক্ষানুষ্ঠান আদি প্ৰতিষ্ঠা কৰিছে। দুই-চাৰিখন সভাই পুথি প্ৰকাশ কৰা কামো হাতত লৈছে। অসম সাহিত্য-সভাৰ নিৰ্দ্দেশ মতে সাহিত্য সভা সপ্তাহ পাতি অসমৰ চুকে-কোণে অসমীয়া সাহিত্যৰ প্ৰসাৰ আৰু প্ৰচাৰৰ কাৰণে কৰা চেষ্টা আৰু বহল হ'ব লাগে। অসম সাহিত্য-সভাৰ নিয়মাৱলী মতে আমাৰ গোটেইখন দেশতে শাখা সাহিত্য-সভা প্ৰতিষ্ঠিত হোৱাটো আমি বাঞ্ছা কৰো। ঠায়ে ঠায়ে সাহিত্য-সভাৰ কাৰ্য্যালয় প্ৰতিষ্ঠা কৰিবলৈ মাটি আৰু ধন দিয়াৰ বাতৰিও আমি শুনিছো। দানবীৰ ৺ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ বৃহৎ দানৰ পিচত গুৱাহাটীত সাহিত্য-সভাৰ কাৰণে প্ৰতিষ্ঠা কৰা ৺ভগৱতিপ্ৰসাদ বৰুৱা ভৱন বিশেষ উল্লেখযোগ্য। আমি ৺পাৰ্বতিপ্ৰসাদ বৰুৱা আদি দাতাসকলৰ ওচৰত সদায় কৃতজ্ঞ। ডিব্ৰুগড়ৰ শাখা সভাই বেজবৰুৱা স্মৃতিভৱন নিৰ্ম্মাণ কৰিবলৈ লোৱাটো প্ৰশংসনীয় কাম হৈছে। এই কাৰ্য্যত বেয়ে

যেনেকৈ পাৰে সহায় কৰিব বুলি আমি আশা কৰো। নলবাৰীত প্ৰতিষ্ঠা হোৱা সাহিত্য-সভা কাৰ্য্যালয়ৰ কাৰণে মাটি আদি দান দিয়া শ্ৰীৰাজেন্দ্ৰনাথ চৌধুৰীলৈও আমি ওলগ জনাইছো। শিলচৰত অসম সাহিত্য-সভা ভৱন প্ৰতিষ্ঠা কৰাসকলৰ ভিতৰৰ বিশেষ উদ্যোগী ৺বিশ্বনাথ ৰাজবংশীৰ নাম আমি পাহৰিব নোৱাৰো। তিনিচুকীয়াতো এনে অনুষ্ঠানৰ কাৰণে নিজা ঘৰ সজা হৈছে। তাৰ কাৰণে প্ৰয়োজনীয় মাটি দান দি ৺সোমেশ্বৰ বৰুৱা ডাঙৰীয়া আমাৰ স্মৰণীয় হৈ থাকিল।

১৯৫৩ চনৰ অসম সাহিত্য-সভাৰ নগাওঁ অধিবেশনত প্ৰস্তাৱ আকাৰে নললেও সংকল্প কৰা মতে অন্ততঃ ৩০ হেজাৰ সাধাৰণ সভ্য আৰু এহেজাৰ আজীৱন সভ্য কৰা কাৰ্য্য এই কিবছৰত সম্পূৰ্ণ কৰিবপৰা নাই। অভিজ্ঞতাৰপৰা আমি দেখিবলৈ পাইছো, সাহিত্য-সভাৰ সভ্য হবলৈ আমাৰ বহুত উৎসাহী লোক আছে, কিন্তু তাকে কৰিবলৈ কৰ্ম্মীৰহে অভাৱ। শাখা সভাৰ কৰ্ম্মীসকলে, তেখেতসকলৰ উদ্যোগটো চেঁচা পৰিবলৈ নিদিয়াকৈ ৰাখিব পাৰিলে সাহিত্য-সভাৰ সঙ্কল্প সিদ্ধি হবলৈ বেছি দিন নালাগিব।

সাহিত্যৰ প্ৰসাৰ, প্ৰচাৰ, আলোচনা আদিৰ স্থানীয় কেন্দ্ৰস্বৰূপ শাখা সভাবিলাকে অনেকক নতুন অসমীয়া হোৱাত সহায় কৰিব পাৰে। আমাৰ মাজত নিগাজিকৈ থাকিবলৈ অহা বন্ধুৱা আদি লোকসকলক আৰু ওচৰ-চুবুৰীয়া পৰ্ব্বতীয়া ভাইসকলক আমাৰ বুকুলৈ চপাই অনাত শাখাবিলাকে বহুত কাম কৰিব পাৰে। পৰ্ব্বতীয়া ভাইসকলক ভাষাৰ কাৰণে অসমৰপৰা আঁতৰি যাবলৈ বিচৰা বুলি কোৱাটো কাৰোবাৰ স্বাৰ্থপ্ৰণোদিত অপপ্ৰচাৰ মাথোন। কাৰণ আজি যিসকলে ভাষাৰ কাৰণে অসমৰপৰা আঁতৰিবলৈ বিচাৰিব, সেইসকলে এদিন এই ভাষাৰ কাৰণেই ভাৰতৰপৰা আঁতৰিবলৈও দ্বিধা বোধ নকৰিব। আমি অসমীয়াই তেওঁবিলাকক অসমীয়া বুলিয়েই ভাবি আছো। আশা কৰো আমাৰ ভিতৰত এই ভাবেই চিৰদিন বৰ্ত্তিব। মূল সভাৰ উদ্দেশ্য পূৰ্ণ কৰাত সহায় কৰাৰ উপৰিও গাৱেঁ-ভূঞে প্ৰতিষ্ঠিত হোৱা সভাবিলাকে সভা-সমিতিৰ যোগে গণতান্ত্ৰিক পদ্ধতিত অভ্যস্ত হবলৈও আমাৰ গণতান্ত্ৰিক দেশৰ লোকসকলক বাট দেখুৱাব পাৰে। এনেবিলাক সাহিত্য-সভাই গাঁৱলীয়া ৰাইজক সুসংহত কৰি সুখে-সন্তোষে শান্তিৰে থকাত সহায় কৰিব পাৰে। কাৰণ অন্য স্বাৰ্থলৈ সাহিত্য-সভাত হেতা-ওপৰা কৰিবলৈ একো নাই। শাখা সভাবিলাকত আশাশুধীয়াকৈ কাম কৰা, উপযুক্ত লোকসকলে মূল সভাৰ কামত বহুত সহায় কৰিব পাৰে। তেওঁবিলাকে দিয়া উপায়-বুদ্ধি যথেষ্ট মূল্যবান হ'ব।

আৰম্ভতে ভাল গঢ় দিব নোৱাৰিলে মাজত ধৰি ভাল কৰা টান। সেইহে সাহিত্য-সভাই আৰম্ভৰপৰাই শিশু-সাহিত্যৰ ফালে বিশেষ মন দি ৺কমলা দেৱী ন্যাস পুঁজি গঠন কৰে।

ন্যাস পুঁজি, শিশু-সাহিত্য

এই পুঁজিৰপৰা বছৰত অন্ততঃ এখনকৈ শিশু-সাহিত্যৰ পুথি পুৰস্কৃত কৰিবলৈ থিৰ কৰা হয়। ইতিমধ্যে কেবাখনিও পুথি প্ৰকাশ হৈ গৈছে যদিও, যেনেকৈ হ'ব লাগিছিল তেনেকৈ হোৱা নাই। শিশুৰ উপযোগী বিজ্ঞানৰ পুথি পোৱা আৰু টান কথা। সকলো ধৰণৰ শিশুৰ উপযোগী পুথি আমাক বহুত লগা হৈছে। তাৰ উপৰিও নকৈ অসমীয়া পঢ়িব খোজাসকলৰ কাৰণেও সহজে বুজিব পৰা সৰু সৰু পুথি

প্ৰকাশ কৰি কম মূল্যত বা বিনামূল্যত বিতৰণ কৰিব লাগে। আমাৰ জাতিৰ শিশুবিলাকক অকল পঢ়ি সময় কটোৱা পুথিৰ বাহিৰেও সৎপথে পৰিচালিত কৰিবলৈ, ভবিষ্যতৰ নিমিত্তে উপযুক্ত গঢ় দি সজ নাগৰিক কৰিবলৈ আৰু মনৰ কেবোণ শুচাবলৈ শিশুৰ উপযোগী পুথি ৰচনা কৰাৰ উৎসাহ সাহিত্য-সভাই দিব পাৰিব লাগে। নকৈ অসমীয়া ভাষাৰ শিক্ষা ল'ব খোজাসকলে উপযুক্ত সহজ পুথি পঢ়িবলৈ নাপালে আমাৰ সাহিত্যৰ প্ৰতি তেওঁবিলাকৰ হেঁপাহ কেনেকৈ জন্মিব? ৺কমলা দেৱী আইৰ নামত প্ৰতিষ্ঠা কৰা ন্যাস পুঁজিৰ নিচিনা আৰু অনেক পুঁজি পাবলৈ সাহিত্য-সভাই আশা কৰে। উৎসাহ দিব পাৰিলে বৰ্ত্তমানে লিখকৰো অভাৱ নহব। উপযুক্ত ক্ষেত্ৰ পালে কৰ্ম্মীও ওলাব। মৌলিক পুথি ৰচনা কৰিব নোৱাৰিলেও আন ভাষাৰপৰা শিশুৰ উপযোগী পুথি অনুবাদ কৰিলেও বেয়া নহয়। ধুনীয়া বস্তুৱে সকলোৰে মন আকৰ্ষণ কৰে। ধুনীয়াকৈ সজোৱা কিতাপখন দেখিলে এনেয়েও হাতত লবৰ মন যায়। বয়সীয়া সকলতকৈ শিশুৰ বিষয়ত এই কথা বেছি প্ৰযোজ্য। শিশু-সাহিত্যবোৰ ছপাই-ছবিয়ে দেখনিয়াৰ হলে, শিশুৱে এনেয়েও হাতত লবলৈ ইচ্ছা কৰিব। হাতত লোৱা অভ্যাসৰপৰা ক্ৰমে পঢ়া অভ্যাসটোও হ'ব।

দক্ষিণপাটীয় অধিকাৰ প্ৰভু ৺নৰদেৱ গোস্বামীৰ নামত প্ৰতিষ্ঠিত ন্যাস পুঁজিৰ কামো সন্তোষজনক হোৱা নাই। আমি দান স্বৰূপে পোৱা ধন কাৰ্য্যত সুন্দৰ ৰূপে খটাব পাৰিলেহে আনেও তেনে দান আগবঢ়াবলৈ উৎসাহ পাব। দানবীৰ ৺ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ নামৰ স্মৃতি ভৱনৰ আধাৰশিলা পৰ্য্যন্ত স্থাপন কৰা হ'ল। কিন্তু আজি পৰ্য্যন্ত ইয়াৰ কাম নোহোৱাটো দুখৰ কথা। অসম সাহিত্য-সভাৰ একনিষ্ঠ সেৱক আৰু গঢ় দিওঁতা আদৰ্শ শিক্ষাবিদ ৺শৰৎ চন্দ্ৰ গোস্বামীৰ স্মৃতি ৰক্ষাৰ কাৰণে আৰম্ভ কৰা পুঁজিৰ কামটোও লেজুত ধৰি বল নিদিয়া যেন হৈছে। সাহিত্য-সভাৰ ফালৰপৰা উৎসাহেৰে আগবাঢ়ি গলে এই দুটা বিষয়ত বাইজৰ যথেষ্ট সঁহাৰি পোৱা নহব বুলি আমি ক'ব নোৱাৰো।

আজি প্ৰায় এশ বছৰৰ ভিতৰতে ছপা কৰা অসমীয়া কিতাপ যিমানখিনি ওলাইছিল, তাৰ ভালেখিনি কিতাপ বিচাৰি পোৱা টান হৈ পৰিছে। বহুত মূল্যবান প্ৰবন্ধ থকা আলোচনী-

গ্ৰন্থাগাৰ

বিলাকৰো সেয়ে দশা। পুৰণি কিতাপ আৰু আলোচনী বিচাৰি ফুৰা অনেক লোক আমি লগ পাইছো। আনত নহলেও যেনে তেনে সকলো অসমীয়া পুথি সাহিত্য-সভাৰ গ্ৰন্থাগাৰত গোটাই থোৱা উচিত। পুৰণি আটাইবিলাক পোৱা সম্ভৱ নহ'ব পাৰে, কিন্তু নতুনবিলাক সাৱধানে থৈ যাব লাগে। লিখকসকলে যি পুথিয়েই হওক অন্ততঃ তিনিখনকৈ সাহিত্য-সভাৰ গ্ৰন্থাগাৰলৈ পঠাব লাগে। ভবিষ্যতে তেওঁবিলাকৰ পুথি হেৰাই নোযোৱাৰ এইটো ভাল উপায়। য'ত য'ত সাহিত্য সভাৰ কাৰ্য্যালয় স্থাপিত হৈছে, সেইবিলাকতো অসমীয়া পুথিবিলাক ৰখাৰ চেষ্টা কৰিব লাগে আৰু একোটা পাঠাগাৰ পাতি অসমীয়া আলোচনী, বাতৰি কাকত আদি পঢ়াৰ ব্যৱস্থা কৰিব লাগে। সাহিত্য-সভাৰ কেন্দ্ৰীয় কাৰ্য্যালয়ত আৰু আন শাখা কাৰ্য্যালয়তো যিমানদূৰ সম্ভৱ বেছিকৈ আন ভাষাৰ কিতাপো ৰাখিব লাগে।

সাহিত্য-সভাৰ বছেৰেকীয়া অধিবেশন পতাটো বৰ ব্যয়সাধ্য কাম হৈ পৰিছে। অনুষ্ঠানৰ ক্ষেত্ৰ বাঢ়ি যোৱাৰ লগে লগে ই আৰু বৃহৎ হৈ পৰিছে। গাৱেঁ-ভূঞেও এই অনুষ্ঠান পাতিবলৈ বহুতে হেঁপাহ কৰে, কিন্তু খৰচলৈ চাই কোঁচ খাই আহিব লগীয়া হয়। প্ৰায় আধা লাখ টকা সংগ্ৰহ কৰিব নোৱাৰিলে বছেৰেকীয়া অধিবেশন পতা টান। ইয়াৰ পৰিসৰ আৰু বৃদ্ধি হলে আৰু টান হ'ব। গতিকে এই বিষয়ে কিবা এটা সুচিন্তিত উপায় উলিয়াবলৈ যত্ন কৰাৰ সময় পাইছেহি বুলি আমি ভাবিছো। বাইজে ইয়াক বলে নোৱৰা হলে, এই সৰবৰহী আৰু অতি লাগতিয়াল অনুষ্ঠানটোৰ হানি হ'ব পাৰে। অৱশ্যে স্থান বিশেষে এই কথাৰ ব্যতিক্ৰম হ'ব পাৰে। অলপতে ডিগবৈৰ অভ্যৰ্থনা সমিতিয়ে সন্মিলনৰ খৰচৰ উপৰিও পুথি লিখাৰ পুৰস্কাৰৰ ব্যৱস্থা কৰিবলৈ পাঁচ হেজাৰ টকা সাহিত্য-সভাক দিব পৰাটো প্ৰশংসনীয় কথা। সাহিত্য-সভা মাতি নি নিজৰ ঠাইত পতা আগ্ৰহ পূৰাব নোৱাৰি, ইয়াৰ কাৰ্য্যনিৰ্ব্বাহক সভাৰ অধিবেশনকে নিজ নিজ ঠাইত পতাৰ ইচ্ছা বহুতৰ আছে। এইদৰে, যোৰহাট আৰু গুৱাহাটীৰ বাহিৰে, নগাওঁ, ডিব্ৰু, শিলচৰত কাৰ্য্যনিৰ্ব্বাহক সভাৰ অধিবেশন পতা হৈছে। এইদৰেও মনত ভৱা দৰে কাম কৰিব পৰা হোৱা নাই। সাধাৰণতে লৰালৰিকৈ কাৰ্য্যনিৰ্ব্বাহক সভাবোৰ পাতিব লগা হোৱাত গুৱাহাটী বা যোৰহাটতে পতা নিয়ম হৈ গৈছে। সাহিত্য-সভাৰ গুৰি ধৰোতাসকল বিভিন্ন ঠাইৰ মানুহৰ সংস্ৰৱত আহিলে বেছি সুবিধা হ'ব। কাৰ্য্যনিৰ্ব্বাহক সভাৰ লগতে একোখন ৰাজহুৱা সভাই এই সুবিধা দিব পাৰে।

সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন

অসম সাহিত্য-সভাই বছৰচেৰেকৰ ভিতৰতে ভালেখিনি লাগতিয়াল পুথি যুগুত কৰাই প্ৰকাশ কৰিছে। এইদৰে বছৰে বছৰে পুথি প্ৰকাশ কৰিব পাৰিলে অসমীয়া সাহিত্যত ভালেখিনি আপুকগীয়া পুথি পোৱা যাব, বিশেষ লাগতিয়াল পুথিবো অভাৱ গুচিব। এনে কিছুমান পুথি প্ৰকাশ কৰিবলৈ চৰ্কাৰে আৰ্থিক সহায় কৰা আনন্দৰ বিষয়, কিন্তু সাহিত্য-সভাই, এনে পুথি প্ৰকাশ কৰিবৰ নিমিত্তে যি আঁচনি লৈ ধন বিচাৰে সেই আঁচনিৰ অনেক কম ধনহে চৰ্কাৰে দিব পাৰে। আমাৰ সকলোপিনে নকৈ গঠন কৰিব লগীয়া দেশখনৰ সাহিত্য সংগঠনৰ কাৰণে চৰ্কাৰে অলপ মুকলি হাতেৰে দান দিলেহে উপযুক্ত পুথি প্ৰকাশ আৰু লাগতিয়াল সংগঠন কাৰ্য্য কৰিব পৰা হ'ব। সাহিত্য-সভাই সৰহকৈ কিছুমান সদায় ব্যৱহাৰ কৰিব লগীয়া কিতাপ প্ৰকাশ কৰি ল'ব পাৰিলে সভাৰ অৰ্থৰ অনাটনো কম হ'ব। অসম চৰ্কাৰে সাহিত্য-সভা চলাবৰ কাৰণে যিটো বছেৰেকীয়া অনুদান দিয়ে সি বৰ তাকৰ। বছেৰেকীয়া অধিবেশনৰ প্ৰদৰ্শনীৰ কাৰণে যি সহায় কৰে তাৰে প্ৰদৰ্শনীৰ আধা খৰছো মুকুলায়। সুকুমাৰ কলা শিল্প প্ৰদৰ্শনীৰ কাৰণেও এটা বিশেষ অনুদান দিয়া নিয়ম কৰিলে সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰ বহুত চিন্তা কমি যায়।

পুথি প্ৰকাশ আৰু পুঁজি

সূক্ষ্ম বিচাৰৰ বাবা, কালৰ উপযোগী, অসমীয়া ভাষা সাহিত্য কেনেকৈ গঢ়ি তুলিব লাগে, সেই বিষয়ৰ আলোচনা আমাৰ ভাষাবিদ পণ্ডিতসকললৈ এৰি আমি ওপৰে ওপৰে যি দেখিছো, যি ভাবিছো তাকেহে ব্যক্ত কৰিলো। ইয়াৰ দোষ-ত্ৰুটীৰ কাৰণে বাইজৰ ওচৰত

বিনীত ভাবে ক্ষমা বিচাৰিলো। অসমীয়া জাতিৰ গৌৰৱৰ এই বৃহৎ আৰু সৰ্ব্বৰহী অনুষ্ঠানটি সবল, শক্তিশালী আৰু ফলৱতী কৰাৰ দায়িত্ব সকলো অসমীয়াৰে। অসমীয়াহে নালাগে, অসমত বসতি কৰা উদাৰমনা অন্য ভাষা-ভাষী পণ্ডিতসকলো ইয়াৰপৰা আঁতৰি থাকিবৰ কাৰণ নাই। সকলো মানুহেই সকলো কাম কৰিব নোৱাৰে, কিন্তু সকলো সৎ কামতে সহানুভূতি দেখুৱাব পাৰে। সাহিত্য-সভাই বহুত আগ-গুৰি চাই, দূৰদৰ্শিতাৰে সৈতে কাম-বিলাক সমাধা কৰিব লাগে। কাৰ্য্য সম্পাদন কৰাত অন্তৰায়ো বহুত। সাহিত্য-সভাৰ কিবা দোষ দেখিলে বা কৰিবলগীয়া কাম নকৰিলে দেখুৱাই দিয়া জাতীয়তাবোধ থকা সকলো দেশপ্ৰেমিকৰ কৰ্ত্তব্য। কিন্তু এনে কৰ্ত্তব্য সাধন কৰিবলৈ যাওঁতে অনুষ্ঠানটোৰ যেন কোনোমতে হানি নহয় তালৈ সকলোৱে চকু ৰখা যুগুত। যি সকলৰ হাতত এই অনুষ্ঠানৰ সকলো কাৰ্য্যৰ গুৰি ধৰা দায়িত্ব দিয়া হয়,—তেওঁবিলাক নিশ্চয় বাইজৰ বিশ্বাসৰ পাত্ৰ। ভুল হলে তেওঁবিলাকে শুদ্ধ কৰিবলৈ পিছ নোহোঁহকে। অতি কম সংখ্যক হলেও, কোনো কোনো কৃতবিদ্য লোকে সাহিত্য-সভাৰ কথাবিলাক ভালকৈ বুজিবলৈ যত্ন নকৰাকৈয়ে কিছুমান নকৰ লগা কথা কয়। সেইবিলাকৰপৰা অনুষ্ঠানৰ হানি হয় আৰু দায়িত্বত থকা লোক-সকলৰ উৎসাহ কমি যায়। সাহিত্য-সভা শুধৰাবৰ নিমিত্তে, সকলোৱেই ইয়াৰ সদস্যভুক্ত হৈ কাৰ্য্যকৰী পন্থা হাতত লোৱাটোহে উচিত। এই সৰ্ব্বৰহী অনুষ্ঠানৰ প্ৰবেশ পথ কাৰৈকো বন্ধ হৈ নাথাকে, আৰু ইয়াৰ কাৰ্য্য-পদ্ধতি কাৰো কাৰণে গোপনীয় বা একচেতীয়া নহয়। আমি আশা কৰো, সকলো দেশ, জাতি আৰু মাতৃভাষাক ভালপোৱা লোকে এই অনুষ্ঠানৰ ভিতৰত সোমাই আৱশ্যক হলে ইয়াৰ সংস্কাৰ কৰিব।

যি কাৰণেই হওক, আমি বহুতদিন নিজৰ ঐতিহ্য পাহৰি ধ্বংসৰ পথতহে আগবাঢ়িব খুজিছিলো। পৃথিৱীত অনেক জাতিৰ এইদৰেই দুৰ্ভাগ্যই দেখা দিয়ে। পুনৰ আমি নিজক চিনি পাবলৈ যত্ন কৰিব লাগে। মানৰ আক্ৰমণে ছেদেলি-ভেদেলি কৰা অসমীয়াৰ জাতিয়ত্ব এতিয়া ঘূৰি অহাৰ পথত। আমি কি বেয়া কৰিছিলো, কি দোষত আমাৰ জাতিটোৰ দুৰৱস্থা ঘটিলে, তাৰ বিষয়ে ভাবি চিন্তি মুৰ ঘুমাই থকাতকৈ পৃথিৱীৰ উন্নত জাতিসমূহৰ লগত খোজ মিলাই আগবাঢ়ি যাবলৈ চেষ্টা কৰাহে উচিত। বৰ্ত্তমান আমি এক বৃহৎ গণতান্ত্ৰিক দেশৰ প্ৰজা। আমাৰ সকলোৱে অন্তৰ শুদ্ধ কৰি দেশ-জাতি-সাহিত্যৰ দিব্য মূৰ্ত্তি গঢ়ো বুলিলে আমাক কোনে বাধা দিব? দেশৰ মঙ্গল কাৰ্য্য সাধনত কোনোবাই বিশ্বাসঘাতকৰ কাম কৰিলে তেওঁক ক্ষমতাচ্যুত কৰিবৰ অধিকাৰ আমাৰ আছে। মুঠতে নিজক চিনি সকলো ভাবে অন্তৰ শুদ্ধ কৰি আগবাঢ়িব পাৰিলেই আমাৰ সন্মান ঘূৰি আহিব আৰু দুৰ্গতিৰ অন্ত পৰিব, অসম আকৌ অসম হ'ব। অসমীয়াই নিজৰ যোগ্য আসন আকৌ ঘূৰাই পাব। অসমীয়া ডেকা-গাভৰুসকল পৃথিৱীৰ আন আন ডেকা-গাভৰুসকলৰ লগত সমানে সমানে আগবাঢ়ি যাওক সেয়ে আমাৰ ইচ্ছা। কিন্তু হেজাৰ হেজাৰ বছৰ ধৰি যি ভেটিত আমি থিয় হৈ আছো, তাৰপৰা যেন পিছলি নপৰো। বিচিত্ৰ

সামৰণি

পৃথিৱীৰ মানুহ জাতিও বিচিত্ৰ। সেয়ে নোহোৱা হলে মানুহৰ আকাৰ প্ৰকাৰ বৰণ গঠন বেলেগ বেলেগ ন'হ'লহেঁতেন। আমাৰ নিজৰ যি নিয়ম-কাৰণ, সেই সকলোবিলাক প্ৰকৃতিয়েই গঠন কৰি দিছে আৰু তাকে আমাৰ পূৰ্ব্বপুৰুষসকলে কালৰ লগত মিলাই চলাই আহি আছে। আমি সদায় মনত পেলাই থাকিব লাগে, আমাৰ পূৰ্ব্বপুৰুষসকলো নজনা নাছিল। এইটোও ঠিক, প্ৰত্যেক নতুন চাম মানুহে পৃথিৱীলৈ নতুন উন্নত বস্তুকে আনে, কিন্তু তেওঁবিলাকে নিজৰ ভেটিৰপৰা পিছলি পৰিলে থকাথিনিও নাইকিয়া হ'ব। পশ্চিম দেশৰ পণ্ডিতসকলে তেওঁবিলাকৰ পুৰণি সাহিত্যবোৰ অধ্যয়ন নকৰাকৈ ডাঙৰ সাহিত্যিক হ'ব পৰা নাই। আমাৰ সাহিত্যিকসকলেও, আন নহলেও মহাভাৰত, ৰামায়ণ আদি বিখ্যাত গ্ৰন্থবোৰ অধ্যয়ন নকৰাকৈ সাহিত্য চৰ্চ্চা কৰা টান। উৰি-ফুৰা মনৰ ভাববিলাক গোটাই দুই-চাৰিটা কৱিতা, দুই-চাৰিটা প্ৰবন্ধ লিখি জীৱনৰ এছোৱাত সাহিত্যিক হোৱাতকৈ স্থায়ী সাহিত্যিক জীৱন-যাপন কৰিবলৈ পুৰণিৰ ওপৰত ভৰ দি নতুনত আউজিব লাগিব। ব্যক্তিৰ উন্নতিত সমাজৰ উন্নতি, সমাজৰ উন্নতিতহে দেশৰ উন্নতি সাধন হয়। আমি দেৱৰ বাঞ্ছিত ভাৰতবৰ্ষৰ মানুহ, ইয়াতকৈ আমাৰ ভাগ্যৰ কথা একো নাই। কিন্তু অসমক চেৰাই ভাৰতৰ গৌৰৱত গৌৰৱান্বিত হব নোৱাৰোঁ। আমাৰ পূৰ্ব্বপুৰুষসকলৰ ধৰ্মক্ষেত্ৰ, কৰ্ম্মক্ষেত্ৰ এই অসমেই। ইয়াৰ প্ৰত্যেক ধূলিকণাই আমাৰ পূৰ্ব্বপুৰুষৰ গৌৰৱ সোঁৱৰাই আছে। পিতৃতুল্য নৃপতি, পুত্ৰতুল্য প্ৰজা, মহাজ্ঞানী পণ্ডিত, দেশপ্ৰেমিক বীৰ, ধৰ্ম্মৰ এনাজৰীৰে বান্ধি থৈ যোৱা মহাপুৰুষসকলো আমাৰ আদৰ্শৰ স্থল। মুমূৰ্ষু অসমীয়া সাহিত্যৰ মুখত অমৃত ঢালি জীৱন সঞ্চাৰ কৰা আমাৰ সাহিত্যিকসকলে নেদেখা দেশৰপৰা আমাক আগবাঢ়ি যাবলৈ প্ৰেৰণা যোগাই আছে। আমাৰ নাই কি? ভাৰতৰ ভিতৰত অসমীয়া সাহিত্যতকৈ গৌৰৱপূৰ্ণ সাহিত্য আৰু কিমান আছে? বেজবৰুৱাই ক'বৰ দৰে আমাৰ "সকলো আছিল, সকলো আছে, হুবুজো, নলওঁ গম।" আহক, আমি পৰাধীনতাৰপৰা পোৱা লঘুজ্ঞান-বৃত্তিসম্পন্ন ভাববিলাক দলিয়াই পেলাই বীৰৰ দৰে আগবাঢ়ি যাওঁ। আমাৰ সাহিত্যিকসকলৰ ৰচনাত জগতৰ সকলো জ্ঞান উজ্জ্বল হৈ উঠক। আমাৰ দেশ উদ্দীপনাপূৰ্ণ সঙ্গীত কবিতাৰে মুখৰিত হওক, প্ৰতিজন অসমীয়াৰ মুখত আশা আৰু আনন্দৰ হাঁহি বিৰিঙি উঠক। নীচ, ক্ষুদ্ৰ স্বাৰ্থবোৰ ধ্বংস হওক! আমাৰ জাতিৰ শক্তিস্বৰূপ একতা ঘূৰি আহক! আমাৰ দেশত এঠাইত টোকৰ মাৰিলে গোটেই দেশ ৰজনজনাই জাগি উঠিবপৰা হওক। অসমীয়া জাতিয়ে এতিয়াও অনেক ক্ষেত্ৰত কেৰাথনো শৰাইঘাট অতিক্ৰম কৰিব লগীয়া হৈ আছে। সেইহে কৈছো, আহক, আমি সাজু হওঁ। আমাৰ সাহিত্যই সকলোকে জগাই তোলক! সেই জাগৃতিয়ে আমাৰ সকলোৰে দেহ-মন-প্ৰাণত দিয়ক অজেয় শক্তি!

"আগত সাহিত্য পাছত শক্তি
বুৰঞ্জীৰ মহা বাণী,
সেয়েটো-বীণে ক'বই লাগিছে
বহুকাল ধৰি জানি।"

গীতাৰ মহান বাক্য—“উত্তিষ্ঠতঃ জাগ্ৰত প্ৰাপ্যৱৰাণ নিবোধতঃ” স্তুঁৱৰি, মহৎ আৰু শ্ৰেষ্ঠ সম্পদ বিচাৰি, হে মোৰ ভাষা-সাহিত্যৰ শক্তিৰে শক্তিমান তথা শক্তিমতী সতীৰ্থসকল,

“ধুমুহাৰ দৰে বিঘিনি উৰাই,
বজ্ৰৰ দৰে পৃথিৱী কঁপাই,
সুৰুযৰ দৰে মঙ্গল সূচাই,
আগবাঢ়া, বাঢ়া আগ।”

ধ্বনি কৰি আমি আগবাঢ়িম,—মাথোন আগবাঢ়িম।

“বাজক ডবা, বাজক শঙ্খ, বাজ মৃদঙ্গ-খোল।
অসম আকৌ উন্নতি পথত জয় আই অসম বোল॥”

**জয় অসম ঃ জয় হিন্দ**

# চতুস্ত্রিংশ অধিবেশন

ডিব্রুগড়—৩১ ডিচেম্বৰ, ১৯৬৬ চন

সভাপতি—নকুলচন্দ্ৰ ভূঞা

"প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥"

"ভদ্ৰং কৰ্ণেভিঃ শৃনুয়াম দেবাঃ
ভদ্ৰং পশ্যেম অক্ষভিঃ যজত্ৰাঃ
স্থিৰৈঃ অঙ্গৈঃ তুষ্টুবাণ্ সস্তনূৰ্ভিঃ
ব্যশেম দেৱহিতং যদায়ুঃ।" —ঋক্‌বেদ্ ১।৮৯।৮

"হে ঈশ্বৰ! কাণেৰে, যেন পবিত্ৰ বাক্য শুনিবলৈ পাওঁ, হে পূজনীয় ঈশ্বৰ! চকুৰে যেন পবিত্ৰ ৰূপ দেখিবলৈ পাওঁ, সুস্থ অঙ্গ আৰু শৰীৰৰ দ্বাৰাই তোমাৰ স্তুতি গীত গাই যেন আমি সকলোৱে দেবদত্ত দীৰ্ঘায়ু ভোগ কৰিবলৈ পাওঁ।"

আজি এই পবিত্ৰ দিনত, পবিত্ৰ তিথিৰ মাহেন্দ্ৰক্ষণত, পুণ্যভূমি ডিবৰু চহৰত অসমৰ জাতীয় যজ্ঞ অসম সাহিত্য সভাৰ চতুস্ত্রিংশ অধিবেশন অনুষ্ঠিত হৈছে। এই জাতীয় মহাযজ্ঞলৈ সমগ্ৰ অসমৰ—পৰ্ব্বত-ভৈয়ামৰ সতি-সন্ততি, জাতি, বৰ্ণ, ধৰ্ম্ম নিৰ্ব্বিশেষে মহাযজ্ঞৰ প্ৰসাদ লবলৈ সমবেত হৈছেহি। ধন্য আই মোৰ অসম! ধন্য তোমাৰ সতি-সন্ততিসকল। এই মহাযজ্ঞৰ প্ৰসাদ লৈ তোমাৰ সতি-সন্ততিসকলে তোমাক পূজিবলৈ বীৰ-বীৰাঙ্গনাৰ শক্তি পায় যেন।

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, প্ৰতিনিধিবৰ্গ, সমবেত সতীৰ্থ বন্ধুসকল, আইসকল

জয়ে প্ৰয়ে ক'ব লাগিব, অসমত মোতকৈ বহুগুণে শ্ৰেষ্ঠ গুণী জ্ঞানী থাকোতে আপোনালোকে মোক এই অভাজনক জাতিটোৰ শ্ৰেষ্ঠ সন্মানিত আসনখন দি যি চেনেহ দেখুৱাইছে তাৰ বাবে যথা-যোগ্য কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ মই ভাষা বিচাৰি পোৱা নাই। মাথোন আপোনা-লোকলৈ অভাজনৰ আন্তৰিক ভক্তি শ্ৰদ্ধা জ্ঞাপন কৰিছো, অভাজনৰ সকলো দোষ-ত্ৰুটি যেন নিজগুণে ক্ষমা কৰে।

সঁচাকৈয়ে মোৰ জীৱনত আজিৰ দিনটো অতি উত্তম আৰু পবিত্ৰ। আজি যেন মই জীৱনজয়ী। আপোনালোকৰ আশীৰ্ব্বাদত দেশখনৰ এনে সঙ্কট আৰু আহুকলীয়া সময়ত এই মহান আসনখনৰ গুৰু দায়িত্ব বহন কৰিবলৈ শক্তি পাওঁ যেন।



নকুলচন্দ্ৰ ভূঞা ঃ চতুস্ত্ৰিংশ সম্মিলনৰ সভাপতি

এই বছৰত কেইবাজনো গুণী-জ্ঞানী উদাৰমনা ব্যক্তি ইহলোক ত্যাগ কৰি আমাৰ মাজৰপৰা আঁতৰি গ'ল। এই সকল হৈছে—বাসুদেৱ শৰণ আগ্ৰৱাল, ডঃ ৰামস্বামী আয়াৰ, শান্তিনিকেতনৰ নন্দলাল বসু, ডঃ কালিদাস নাগ, শ্ৰীমতী ৰামেশ্বৰী নেহৰু।

তৰ্পণ

অসমৰ কামেশ্বৰ দাস, সিদ্ধিনাথ শৰ্মা, ৰিয়াজুল হুচেইন, যোগেশচন্দ্ৰ তামুলী, গোপালচন্দ্ৰ গোস্বামী, হিমধৰ বৰুৱা, ভৱধৰ বৰঠাকুৰ, ক্ষীৰেশ্বৰ শৰ্মা, জীৱনচন্দ্ৰ তামুলী, ডাঃ মহানন্দ বৰুৱা, সুকোমল গগৈ, ডাঃ প্ৰমোদাভিৰাম দাস, হৰেশচন্দ্ৰ ৰাজখোৱা, গৌৰীকান্ত তালুকদাৰ, নীলকান্ত হাজৰিকা, মৌলনা মহম্মদ তৈয়বুল্লা, গোপালচন্দ্ৰ বৰুৱা, কুমুদেশ্বৰ বৰঠাকুৰ, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ডিম্বেশ্বৰ নেওগ, শঙ্কৰ বৰুৱা।

এখেতসকলৰ ভিতৰত দুজন ব্যক্তিগত বন্ধুলৈ মোৰ আজি বৰকৈ মনত পৰিছে। এজন হৈছে—আজীৱন সাহিত্যসেৱী প্ৰবীণ সাহিত্যিক ডাক্তৰ মহানন্দ বৰুৱাদেৱ, আনজন হৈছে—কবি, সমালোচক, গবেষক আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ডিম্বেশ্বৰ নেওগদেৱ। নেওগদেৱ অসমীয়া সাহিত্যত এজন আগশাৰীৰ পণ্ডিত আছিল। সাহিত্যিক মাত্ৰয়ে নেওগৰ পাণ্ডিত্যত মুগ্ধ হৈছিল। এই সকল কৃতী সন্তানৰ স্মৃতিত অঞ্জলি তৰ্পণ কৰিলো।

একেষাৰ কথাতে কবলৈ হলে ক'ব লাগিব—ডিব্ৰুগড় চহৰখন আজি সাহিত্যিক আৰু সাহিত্য-প্ৰেমীৰ তথা অসমীয়া জাতিটোৰ তীৰ্থভূমি।

ডিব্ৰুগড়

মহানন্দ ব্ৰহ্মপুত্ৰৰ বুকুত জন্ম হোৱা জোনাকী যুগৰ ধনুৰ্দ্ধৰ, অসমীয়া সাহিত্যৰ সম্ৰাট আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰাতঃস্মৰণীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই এই চহৰতে ১৯:৮ চনত দেহা এৰি স্বৰ্গী হয়। সেই নশ্বৰ দেহা ডিবৰুৰ বালিত বিলীন হয়। এই ঠাইৰ প্ৰতি ধূলিকণা আজি আমাৰ বাবে অতি পবিত্ৰ।

আজি এই সভাত সমবেত হোৱা আমি সকলোৱেই বেজবৰুৱা ডাঙৰীয়াৰ স্মৃতি মনলৈ অহাত প্ৰাণত যেন দুগুণ শক্তি পাইছো। "চিৰচেনেহী মোৰ ভাষা জননী"ক সেৱা কৰিবলৈ মনত যেন অদম্য প্ৰেৰণা পাইছো।

ব্যক্তিগত ভাৱে ডিব্ৰুগডখন মোৰ অসীম শ্ৰদ্ধাৰ ঠাই। ডিব্ৰুগড়ৰ বহুতো সৰু-বৰ কথা এই মুহূৰ্ত্তত মোৰ মনলৈ আহিছে।

১৯১৩ চনত যোৰহাট হাইস্কুলৰপৰা প্ৰবেশিকা পৰীক্ষা পাছ কৰি জয়ে জয়ে ১৯১৮ চনত মোৰ জীৱন গঢ়িবলৈ ডিব্ৰুগড়তে সোমাওঁহি।

যোৰহাটতে ছাত্ৰ জীৱনত সাহিত্যৰ সামান্য আভাস পাই, ডিব্ৰুগড়ত পৰম শ্ৰদ্ধেয় স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাক লগ পাওঁহি। তেতিয়া আগৰৱালা ডাঙৰীয়াৰ ছপাখানাতে "অসমীয়া" কাকতখন আৰু বেজবৰুৱা ডাঙৰীয়াৰ "বাঁহী"খন ছপা হৈছিল। আগৰৱালা ডাঙৰীয়াক লগ পালত তেখেতে অৱসৰ সময়ত মোক "অসমীয়া" আৰু "বাঁহী" কাকতৰ সৰু-সুৰা কিছুমান কাম কৰিবলৈ লগালে। আগৰৱালা ডাঙৰীয়াৰ উদ্গনিত এই কাকত দুখনত দুই এটি কথা লিখি অসমীয়া সাহিত্যলৈ মোৰ অনুৰাগ লাহে লাহে বাঢ়িবলৈ ধৰিলে।

ডিব্ৰুগড়ৰ জৰ্জ্জ স্কুলত, থিয়েটাৰ হলত, গ্ৰেহেম বজাৰৰ স্কুলত মাজে মাজে বহা সাহিত্য সভাবিলাকত যোগ দিবলৈ ধৰো। সেই সময়ৰ ডিব্ৰুগড়ৰ ডেকা সাহিত্যিকসকলৰ লগত বন্ধুত্ব হ'ল। তেতিয়া শ্ৰদ্ধেয় আনন্দচন্দ্ৰ আগৰৱালা আৰু শ্ৰদ্ধেয় ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াক লগ পাওঁ।

এই সকলৰ উদ্গণিত যি পাৰো অসমীয়া সাহিত্যক সেৱা কৰিবলৈ যত্ন কৰিম বুলি বুলি মনতে ভাবিলো। ইয়াৰ ফলতেই মোৰ জীৱনৰ সকলো অৱস্থাতে দুই এটা কবিতা, চুটি গল্প, প্ৰবন্ধ, নাট, জীৱনী আদি লিখিবপৰা হ'লো। ডিব্ৰুগড়তে যোৰহাটত গোটোৱা বিহুগীতবিলাক সংকলন কৰি ১৯২৩ চনত "বহাগী" পুথিখন প্ৰকাশ কৰো।

একেষাৰতে মোৰ আচল সাহিত্যিক জীৱনৰ জন্ম হয় ডিব্ৰুগডতে আৰু আজি এই ডিব্ৰুগড়েই মোৰ সাহিত্যিক জীৱনৰ মূল্যাংকন কৰিছে।

ডিব্ৰুগড়ৰ চমু পৰিচয়

১৯১৮ চনত ডিব্ৰুগড়লৈ জয়ে জয়ে আহি দেখিছিলো ব্ৰহ্মপুত্ৰখন মাত্ৰ চহৰৰপৰা এমাইল-মান আঁতৰত আছিল। ব্ৰহ্মপুত্ৰৰ পাৰত সেন্দুৰী আলিয়ে আৰু নৈৰ মাজত থকা চাপৰিয়ে, আবেলি নৈৰ পাৰত ফুৰিবলৈ অহা মানুহৰ মনত এটি কবিতাৰ সৌন্দৰ্য্যৰ আভাস দিছিল, বিশেষকৈ নৈৰ পাৰত থকা ধুনীয়া ফুলনি (পাৰ্ক) বিলাকে এতিয়া নগৰখনৰ এমাইলমান গ্ৰাস কৰি ব্ৰহ্মপুত্ৰখন নগৰৰ ভিতৰলৈ সোমাই আহিল।

শুনামতে অনুমান হয়, পুৰণি কালত ১২২৯ খৃঃত এই দেশলৈ আহোমসকল অহাৰ সময়ত, বৰ্ত্তমান ডিব্ৰুগড়ৰপৰা উত্তৰ-পূবে ব্ৰহ্মপুত্ৰখন আঠ-দহ মাইলমান দূৰৈত আছিল। ব্ৰহ্মপুত্ৰৰ উপনৈ ডিব্ৰুখন। এই ডিবৰু নৈৰপৰাই ঠাইখনৰ নাম ডিব্ৰুগড় হয়।

বুৰঞ্জী ফঁহিয়ালে পোৱা যায়, আহোমসকল এই দেশলৈ আহোতে ব্ৰহ্মপুত্ৰৰ আগলিত চুটিয়া ৰাজ্য আছিল। এই চুটিয়া ৰাজ্য ব্ৰহ্মপুত্ৰৰ দাঁতিয়ে দাঁতিয়ে বিস্তৃত আছিল। জয়পুৰৰ ওচৰত বৰাহীৰ ৰাজ্য আছিল। বৰাহী আৰু চুটিয়া ৰাজ্যৰ মাজত প্ৰায় দিচাঙলৈকে মৰাণৰ ৰাজ্য আছিল। বৰ্ত্তমানৰ 'মৰাণ'খন মৰাণ ৰাজ্য আছিল। দিচাঙৰপৰা নগা-পৰ্ব্বতৰ দাঁতিয়ে দাঁতিয়ে কপিলীলৈকে কছাৰী ৰাজ্য আছিল।

আগেয়ে এই দেশত ধৰ্ম্মৰ অৰিয়া-অৰিত ৰজাঘৰে সক্ৰিয় অংশ লোৱা নাছিল। বৰ ৰজা ফুলেশ্বৰী কুঁৱৰীয়ে শাক্ত-বৈষ্ণৱ ধৰ্ম্মৰ ওখ-চাপৰ বিচাৰ কৰাত, মায়ামৰা সত্ৰৰ শিষ্য বৈষ্ণৱ মৰাণসকল বিদ্ৰোহী হৈ উঠে। তেতিয়া বিদ্ৰোহী মৰাণৰ লগত আধা শতাব্দীতকৈও ওপৰ কাল ৰাজশক্তিৰ লগত ইখনৰ পিচত সিখন ৰণ লাগিল। দেশখনত হুলস্থুলৰ সৃষ্টি হ'ল। বীৰ-বীৰাঙ্গনাৰে পৰিপূৰ্ণ জাতিটোৰ কঁকাল ভাগিল। এই ৰণবিলাকত পোৱা যায়—সেনাপতি নেওগ ফুকনে ১৭৬৯ খৃঃত ডিবৰু নৈৰ পাৰত কোঠ মাৰিছিল। ১৭৭০ খৃঃত ডিবৰুৰ উত্তৰ পাৰে দুৱৰা থেলৰ ভাটীয়লীয়া ফুকনে কোঠ গড় মাৰিছিল। তেতিয়াই মৰাণেও ডিবৰুৰ দক্ষিণ পাৰে কোঠ গড় মাৰিছিল। ইয়াৰ পাছত ১৭৮৬ খৃঃত কেন্দুগুৰীয়া পোৱালি বৰপাত্ৰ-গোঁহায়ে ডিবৰু নৈৰ পাৰত অমৰাতলিত কোঠ গড় মাৰিছিল।

ওপৰত উল্লেখ কৰা ডিব্ৰুনৈৰ পাৰত মৰাণৰ ৰণত গড় কোঠবোৰ মৰাতেই এই ঠাইৰ নাম ডিব্ৰুগড় হ'ল বুলি জানিব পাৰি।

তেতিয়া মৰাণৰ মাই ঠাই বা ৰাজধানী "বেঙমৰা" আছিল। এই "বেঙমৰাতে" মটক ৰজা সৰ্ব্বানন্দ সিংহৰ মাই বিৰয়া, ৰৰৰুৱা গোধা গোপীনাথে আহোমৰ চাৰিচুকীয়া পুখুৰী অনুকৰণ নকৰি তিনিচুকীয়া পুখুৰীটো খন্দায়। এই পুখুৰীটোৰপৰাই এতিয়া "বেঙমৰা"ৰ নাম তিনিচুকীয়া হ'ল।

১৮২৬ চনত মানক খেদি বৃটিছে অসমখন লওঁতে কেইবছৰমানৰ পাছত, উজনি অসমখন স্বৰ্গদেৱ পুৰন্দৰ সিংহক চলাবলৈ দিছিল, কিন্তু মৰাণ ৰাজ্য আৰু খামতি ৰাজ্য স্বৰ্গদেৱক দিয়া নাছিল। বৃটিছে মৰাণৰ লগত বেলেগ চুক্তি ( Agreement of Allegience to the British Govt , No. C of 13-5-1826 ) কৰিছিল।

১৮৪২ চনৰ পাছতে অৰ্থাৎ উজনি অসমখন স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ হাতৰপৰা লোৱাৰ কেইবছৰ মানৰ পাছতে বৃটিছে মৰাণৰ বৰ সেনাপতিক পেঞ্চন এটা দি মৰাণ ৰাজ্যখন ললে আৰু লগে লগে সদিয়াৰ খামতি দেশখনো ললে।

তেতিয়া উত্তৰ পাৰে, আগতে বহুৰা লক্ষীমপুৰ জিলাখন সদিয়ালৈকে বহলাই এই মাজ ঠাইতে ডিব্ৰুগড়তে সদৰ ঠাই পাতিলে আৰু লক্ষীমপুৰ সদৰ ঠাইক উত্তৰ লক্ষীমপুৰ নাম দি মহকুমা পাতিলে।

বৃটিছে অসম দেশখন লওঁতে এই দেশৰ হাবিত মণিৰাম দেৱানে দেখুৱা চাহগছ পাই জয়ে জয়ে নাজিৰা আৰু টিংৰাইত চাহখেতি আৰম্ভ কৰে। আৰু তাৰ লগে লগেই হাবি ভাঙি চাবুৱাত চাহগুটি ৰয়। তাত চাহগুটি বোৱাৰপৰাই এই ঠাইৰ নাম "চাহবোৱা" বা "চাবুৱা" হয়। চাহৰ লগে লগেই লিডুত কয়লাৰ খনি, ডিগবৈত তেলৰ পুং আবিষ্কাৰ কৰে। এই জিলাখনত চাহ, কয়লা, তেলৰ শিল্প আৰম্ভ হোৱাত, বস্তু অনা-নিয়া কৰিবলৈ ১৮৮৬ চনত "ডিব্ৰু-সদিয়া ৰেল" স্থাপিত হয়। ১৮৬০ চনত ইণ্ডিয়া জেনেৰেল ষ্টীম কোম্পানীৰ জাহাজ ডিব্ৰুগড়লৈকে চলে আৰু ১৯০৩ চনত "আসাম বেঙ্গল ৰেল" আহি তিনিচুকীয়াত "ডিব্ৰু সদিয়া ৰেইল"ৰ লগতে যোগ হয়হি।

ডিব্ৰুগড় চহৰত থিয় হলে, এই মহকুমাত থকা পৱিত্ৰ স্থানবিলাকলৈ মনত পৰে। ইয়াৰ মছজিদ, গীৰ্জ্জাবিলাক বৃটিছ অহাৰ পাছত হোৱা বুলি জানো। বৌদ্ধবিহাৰবিলাক আগৰপৰা থকা বুলি অনুমান হয়। লেঙেৰী মৌজাৰ "মোৱামৰা থান", জামিৰা মৌজাৰ "কলী আইৰ থান", চিচিত থকা "সীতাকুণ্ড" আদি জনাজাত।

বুৰঞ্জীৰ মতে মৰাণৰ ৰজা সৰ্ব্বানন্দৰ পুত্ৰ মাটিৰৰ বৰ সেনাপতিয়ে বিখ্যাত দিনজয় সত্ৰখন প্ৰথমতে ৰঙাগৰাত, তাৰ কিছুদিনৰ পাছত ১৭৫৯ শকত চাবুৱাৰ ওচৰত, দিনজান নৈৰ পাৰত স্থাপন কৰে। এইখন অসমৰ এখন বিখ্যাত সত্ৰ। ইয়াৰ বাহিৰেও এই মহকুমাত "মৰাণ চিকুক সত্ৰ", "মহাৰখাট মায়ামৰা সত্ৰ", "গড়পৰা মায়ামৰা সত্ৰ" আছে।

ডিব্ৰুগড় ঠাইখন বাণিজ্য-প্ৰধান প্ৰগতিশীল ঠাই। এই ডিব্ৰুগড়তে আমাৰ তিৰোতা জাতিৰ উচ্চ শিক্ষাৰ বাবে প্ৰথম হাইস্কুল স্থাপিত হয়। ডিব্ৰুগড়ৰপৰাই প্ৰথম অসমীয়া তিৰোতা গ্ৰেজুৱেট হয়। আৰু ইয়াতেই প্ৰথম চিকিৎসা বিদ্যাৰ "বেৰী হোৱাইট মেডিকেল স্কুল" স্থাপিত হৈছিল, আৰু আমাৰ স্বাধীনতাৰ লগে লগেই "অসম মেডিকেল কলেজ" স্থাপন হয়। আমাৰ সৌভাগ্যৰ বলত যোৱা বছৰ এই চহৰতে "ডিব্ৰুগড় বিশ্ববিদ্যালয়" স্থাপন হৈছে। আজি আমি সগৰ্ব্বে কব পাৰো, ডিব্ৰুগড় চহৰত লক্ষ্মী-সৰস্বতী দুয়োৰো মিলন হৈছে।

আজি এনে এখন ঐতিহ্যপূৰ্ণ ঠাইত থিয় হৈ অতীতক সুঁৱৰি গৌৰব অনুভৱ কৰিছো।

১৯১৫ চনৰ জুলাই মাহত, যোৰহাটত সেই সময়ৰ কমিছনাৰ কৰ্ণেল গৰ্ডন চাহাবৰ চেষ্টাত অসমৰ শিল্পৰ উন্নতিৰ কাৰণে এখন সভা বহিছিল। এই সভালৈ অসমৰ সকলো গুণী-জ্ঞানী লোক আহিছিল। তেতিয়াৰ, যোৰহাট সাহিত্য সভাৰ গুৰীয়াল-সকলে সেই ছেগতে অসমৰ সকলো মুখীয়াল লোকক লৈ এখন সাহিত্য সভা পাতি, সমগ্ৰ অসমৰ বাবে এখন "অসম সাহিত্য সভা" পাতিবলৈ আলোচনা কৰিছিল। তাৰ পাছতে সেই বছৰৰ ডিচেম্বৰ মাহত এইখন ডিব্ৰুগড় চহৰতে "অসম কনফাৰেঞ্চ" বহে। এই কনফাৰেঞ্চত, সমগ্ৰ অসমৰ সুযোগ্য লোকসকল সমবেত হৈছিল। অসমৰ সুপুত্ৰসকলে, ৰায়বাহাদুৰ ফণীধৰ চলিহা ডাঙৰীয়াৰ সভাপতিত্বত সেই "কনফাৰেঞ্চ"ৰ লগতে এখন ডাঙৰ সাহিত্য সভা পাতি, সমগ্ৰ অসমৰ বাবে উমৈহতীয়া এখন যে "অসম সাহিত্য সভা" লাগে তাৰ বিশদ আলোচনা কৰে। গতিকে এই ডিব্ৰুগড় চহৰতে "অসম সাহিত্য সভা"ৰ পবিত্ৰ ভাৱ সেইদিনাই সকলো অসমীয়াৰ প্ৰাণত গৰ্ভস্থ হয়।

অসম সাহিত্য সভাৰ কথা

আগতে যোৰহাটত আলোচিত হোৱা সাহিত্য সভাৰ ভাৱটো ডিব্ৰুগড় চহৰত যেন পুৰঠ হ'ল।

ইয়াৰ পাছত সভাখনৰ কথা আলোচিত বিলোচিত হৈ স্বনামধন্য সাহিত্যৰ গুৰীয়াল ৰায়বাহাদুৰ পদ্মনাথ গোহাঁইবৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত ১৯১৭ চনৰ ডিচেম্বৰ মাহত অসম সাহিত্য সভাৰ প্ৰথম অধিবেশন শিৱসাগৰত বহিল।

অসম সাহিত্য সভাৰ বুৰঞ্জী আপোনালোকে জানে, মই দোহাৰি ক'ব নালাগিব। অৱশ্যে অসম সাহিত্য সভাৰ কথা মনলৈ আহিলেই দানবীৰ ৰায়বাহাদুৰ ৺ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া আৰু তেতিয়াৰ প্ৰধান সম্পাদক ৺শৰৎচন্দ্ৰ গোস্বামীদেৱৰ কথা মনত পৰে।

ডিব্ৰুগড়ত অসম সাহিত্য সভাৰ পবিত্ৰ ভাৱ গৰ্ভস্থ হোৱাৰ প্ৰায় আঠ বছৰৰ পাছত প্ৰত্নতাত্বিক আৰু জোনাকী যুগৰ সাহিত্যিক ৰায়বাহাদুৰ ৺কণকলাল বৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত এই চহৰতে ১৯২৪ চনৰ ডিচেম্বৰ মাহত অতি সমাৰোহেৰে অসম সাহিত্য সভাৰ ষষ্ঠ অধিবেশন বহে।

ইয়াৰ পাছত ১৯৪৭ চনৰ এপ্ৰিল মাহত অসম সাহিত্য সভাৰ বিংশ অধিবেশন দাৰ্শনিক কবি সু-সাহিত্যিক শ্ৰদ্ধেয় শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াৰ সভাপতিত্বত সমাৰোহেৰে

বহিছিল। ডিব্ৰুগড়ে অসম সাহিত্য সভাক প্ৰথম গৰ্ভস্থৰপৰাই একান্তভাৱে সেৱা কৰি আহিছে বুলি কলে বঢ়াই কোৱা নহ'ব।

কাব্যৰ আনন্দক মনীষীসকলে ব্ৰহ্মানন্দৰ লগত তুলনা কৰিছে। কাব্যৰ উদ্দেশ্য হৈছে আনন্দ দান। সাহিত্যৰ পৰিসৰ আজি অতিশয় ব্যাপক। দৰাচলতে বুৰঞ্জী, বিজ্ঞান, ৰাজনীতি, সমাজনীতি আদি সাহিত্যৰ অঙ্গীভূত হলেও আমি সাহিত্য বুলিলে সৃষ্টিধৰ্মী কাব্য-সাহিত্যকহে বুজো। সাহিত্যই আমাক আনন্দ, প্ৰেৰণা আৰু সান্ত্বনা দিয়ে। সাহিত্যৰ মাধ্যমত আমাৰ আত্মদৰ্শন আৰু আত্মবিচাৰ হয়।

সাহিত্য, কাব্য আৰু কবিতা

যেতিয়া চাৰিওফালে নিৰাশাৰ ক'লা আন্ধাৰে আৱৰি ধৰে তেতিয়া তাৰ মাজত কবিয়ে আশাৰ পোহৰ দেখা পায়। প্ৰকৃত কবিৰ কবিতাত শাশ্বত সত্য নিহিত থাকে। শাশ্বত সত্যৰ অন্বেষণ কৰিবলৈ গৈ সন্ধান পায় অপূৰ্ব্ব ৰতন, এই ৰতনৰ যি সৌন্দৰ্য্য তাৰ তুলনা নাই। কবি ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছিল—"অমি ৰূপ সাগৰে ডুব দিয়েছি অৰূপ ৰতন আশা কৰি।" আমি চকুৰে যি সৌন্দৰ্য্য দেখো, সেই সৌন্দৰ্য্যতে কবিয়ে স্বৰ্গীয় সৌন্দৰ্য্যৰ আভাস পায়। সেয়েহে কবি সৰ্ব্ব সাধাৰণতকৈ পৃথক।

কাব্যত ৰস আৰু অলঙ্কাৰ প্ৰয়োগৰ কাৰণে কবিৰ স্বতন্ত্ৰ চেষ্টাৰ প্ৰয়োজন নকৰে। কিয়নো "দুয়োটা বস্তুকে কবিয়ে একেবাৰতে প্ৰকাশ কৰিব পাৰে" ( আনন্দ বৰ্দ্ধন ) আৰু তেনে কৰিলেহে সঁচাকৈয়ে কবিতা সৰ্ব্বাঙ্গসুন্দৰ হয়।

কাব্যৰ শোভা বৰ্দ্ধনকাৰী গুণক অলঙ্কাৰ বোলে। অগ্নি পুৰাণত আছে—অলঙ্কাৰবিহীন বাণী বিধবা নাৰীৰ নিচিনা। অলঙ্কাৰে ৰসৰ উৎকৰ্ষ সাধন কৰে। কবিয়ে নিজৰ অনুভূতিক কবিতাৰ মাজেদি আনৰ অন্তৰ স্পৰ্শ কৰাকৈ বিলাই দিব পাৰে। কবিতা প্ৰকৃতিৰ প্ৰতিফলন হলেও অনুকৃতি নহয়। আবেগ আৰু অনুভূতিৰ লগত কল্পনাৰ ৰহণ সানি, কবিয়ে কাব্য-জগতখন ৰমক-জমক কৰে।

কবিসকলৰ দৃষ্টিভঙ্গীৰ পৰিবৰ্ত্তন হলেও অনুভূতিৰ আমূল পৰিবৰ্ত্তন হোৱা অসম্ভৱ।

কাব্যৰ আন এটা মহৎ গুণ হৈছে—ইন্দ্ৰীয়-গ্ৰাহ্য সৌন্দৰ্য্যক শাৰীৰিক সৌন্দৰ্য্যৰপৰা মানসিক সৌন্দৰ্য্যলৈ ৰূপান্তৰিত কৰা।

এই মানসিক সৌন্দৰ্য্যৰপৰাই আমি পৰম ব্ৰহ্মৰ সত্তাক উপলব্ধি কৰিব পাৰো।

আমাৰ অসমীয়া ভাষাটোৰ স্বকীয়ত্বৰ সম্বন্ধে শ্ৰীদেবানন্দ ভৰালি, ডঃ বাণীকান্ত কাকতি, ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, ভিম্বেশ্বৰ নেওগ প্ৰমুখ্যে কেইবাজনো যশস্বী লেখকে বিভিন্ন গ্ৰন্থ ৰচনা কৰি নানা তথ্য-পাতি দাঙি ধৰিছে।

ভাষা আৰু লিপি

অসমীয়া ভাষাৰ মূল সম্বন্ধে গ্ৰীয়াৰ্ছন চাহাবেও আলোচনা কৰি স্বাধীন মত দি থৈছে।

অসমীয়া ভাষাটো এটা প্ৰাচীন ভাষা। খ্ৰীষ্টীয় দশম শতিকাৰপৰা ইয়াৰ উৎপত্তি বুলি ধৰা হয়। খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰপৰা খ্ৰীষ্টীয় সপ্তম শতিকালৈকে ৰাজত্ব কৰা বৰ্ম্মণ বংশৰ

ৰজাসকল, খ্ৰীষ্টীয় সপ্তম শতিকাৰপৰা দশম শতিকালৈকে ৰাজত্ব কৰা শালস্তম্ভ বংশৰ ৰজাসকল আৰু খ্ৰীষ্টীয় দশমৰপৰা দ্বাদশ শতিকালৈকে ৰাজত্ব কৰা পাল বংশৰ ৰজাসকলৰ দিনৰ তাম্ৰ-ফলিবিলাকত বিচাৰিলে দেখা যায়, ৰজাসকলে ৰাজকাৰ্য্য পৰিচালনা কৰিবলৈ সংস্কৃত ভাষা ব্যৱহাৰ কৰিছিল। এই সংস্কৃতৰ মাজতো কামৰূপী প্ৰাকৃতৰ দুই চাৰিটা গচ পোৱা যায়। সেই সময়ৰ মানুহ, গাঁও আদিৰ নাম-ধামৰ ব্যৱহাৰত অসমীয়া ভাষাৰো আভাষ পোৱা যায়।

ইয়াৰ উপৰি সপ্তম শতিকাত কামৰূপলৈ অহা চীনা পৰিব্ৰাজক হিউৱেনচাঙে সেই সময়ৰ কামৰূপৰ ভাষা, ভাৰতৰ মধ্যদেশৰপৰা অলপহে বেলেগ বুলিছে। এই উক্তিৰপৰা অনুমান কৰিব পাৰি যে সপ্তম শতিকাত অসমীয়া ভাষাই স্বকীয় গঢ় লবলৈ আৰম্ভ কৰে।

অসমীয়া ভাষাৰ দৰে অসমীয়া লিপিও অতি প্ৰাচীন। কুমাৰ ভাস্কৰবৰ্ম্মাৰ নিধানপুৰৰ লিপিয়েই আমাৰ অসমীয়া লিপিৰ প্ৰাচীনতম নিদৰ্শন। সপ্তম শতিকাৰ কবি বাণভট্ট বিৰচিত "হৰ্ষচৰিত"ৰ সপ্তম অধ্যায়ত আছে যে সাঁচিপাতত পাঁচবিধ লিখা থকা পুথি কুমাৰ ভাস্কৰ-বৰ্ম্মাই হৰ্ষবৰ্দ্ধনলৈ উপঢৌকনৰূপে পঠাইছিল। এই পুথি এতিয়ালৈকে আবিষ্কৃত হোৱা নাই যদিও বাণভট্টৰ মন্তব্য তাৎপৰ্য্যপূৰ্ণ। এনে স্থলত কোনো কোনোৱে অসমীয়া লিপিৰ সলনি কৰিবলৈ দিয়া প্ৰস্তাৱক নিৰৰ্থক যেন লাগে।

আমাৰ ওচৰে-পাজৰে, পৰ্ব্বতে-ভৈয়ামে অসমীয়া, বঙলা, হিন্দী আদি ভাষাৰ উপৰিও প্ৰায় দুই শতাধিক দোৱান বা ভাষা-ভাষী লোকে ৰোমান লিপি ব্যৱহাৰ কৰে। বৰ্ত্তমান দেৱনাগেৰি লিপি এওঁলোকৰ মাজত প্ৰবৰ্ত্তন কৰাৰ মানসেৰে এটা ব্যাপক আন্দোলন চলিছে।

অসম, বৃহত্তৰ অৰ্থত সদায় নগালেণ্ড, নেফা, ত্ৰিপুৰা, মণিপুৰ আদিক লৈয়ে গঠিত হব। গতিকে এই অঞ্চলটোত অসমীয়া ভাষা আৰু সংস্কৃতিৰ প্ৰভাৱ যাতে অক্ষুণ্ণ থাকে তাৰ বাবে আমি সততে যত্নবান হোৱা উচিত। অনা-অসমীয়া লোকৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ বাবে সকলো ব্যৱস্থা গ্ৰহণ কৰা উচিত। বিভিন্ন ভাষা-ভাষীৰ মৌখিক বা লোক-সাহিত্য বিভিন্ন লোকৰ মাজত প্ৰচাৰ আৰু জনপ্ৰিয় হোৱাৰ সম্ভাৱনা আছে। আৰু এনে কৰিলে হয়তো বহুতো লোকে অসমীয়া লিপিৰ প্ৰতিও আকৃষ্ট হব।

ভাৰতলৈ আৰ্য্যসকল আহোঁতে এটা ঠাল হিমালয়ৰ উত্তৰ-পূব কোণে সোমাই কামৰূপৰ উত্তৰে বঙ্গলৈকে বিয়পি পৰে। আমাৰ কলিতা জাতিটোক এই আৰ্য্যসকলৰে বংশধৰ বুলি বহুতে কয়।

আৰ্য্যসকলৰ আগতে অসমত অনাৰ্য্য জাতিয়ে বাস কৰিছিল। অনাৰ্য্য জাতিৰ ভিতৰত অষ্ট্ৰিক আৰু মঙ্গোলীয়ান জাতিবিলাকো আছিল। আৰ্য্যসকল অহাত তেওঁলোকৰ ৰীতি-নীতি-ভাষা অনাৰ্য্যসকলৰ লগত সানমিহলি হয়। সেই কাৰণে অসমীয়া ৰীতি-নীতি আৰু ভাষা আন ভাৰতীয়ৰপৰা কিছু পৃথক। এইখিনিতে আমাৰ অসমীয়া ভাষাৰ বৈচিত্ৰ্যময় স্বকীয়তা প্ৰকাশ পায়। আমাৰ সংস্কৃতিত সৰ্বভাৰতীয় সংস্কৃতিতকৈ দক্ষিণ-পূব এচিয়া, তিব্বত, বৰ্মাদেশ,

চীনদেশৰ প্ৰভাৱেহে বেছি। অতীজতে অসমলৈ সিন্ধু-গঙ্গাৰ অৱবাহিকা অঞ্চলতকৈ পূব আৰু উত্তৰ-পূব দিশৰপৰাহে মানুহ বেচিকৈ আহিছিল।

অসমীয়া ভাষাটো তৰলা হোৱাৰ কাৰণে কবিতা লিখিবলৈ উপযোগী। কঠিন সংস্কৃতৰপৰা কেনেকৈ শঙ্কৰদেৱে অসমীয়া ভাষালৈ শ্লোকবিলাক মধুৰভাৱে অনুবাদ কৰিছিল তাক আমি শঙ্কৰী সাহিত্যত পাইছো।

আমাৰ ভাষাত বহুতো দাৰ্শনিক তাৎপৰ্য্যপূৰ্ণ শব্দ আছে—যেনে—"দেহা-এৰা", "ইচ্ছা কৰা", "মুখ-হাত ধোৱা", "বাহিৰ ফুৰা" ইত্যাদি।

দ্বাদশ শতাব্দীতে মুছলমানসকল অসমলৈ প্ৰথমতে অহা পোৱা যায়। তেতিয়াৰপৰাই পাৰ্চী শব্দ আমাৰ ভাষাতে অবাধে সোমায়। তাৰ পাছত মুছলমানে অসম আক্ৰমণ কৰোতে ভালেমান মুছলমানলোক অসমত থাকি যায়। বৃটিছৰ শাসনত হিন্দী, ইংৰাজী, উৰিয়া, বঙলা আদি বহুতো ভাষাৰ শব্দ সোমাই অসমীয়া সাজপাৰ পিন্ধি অসমীয়া ৰূপ লয়।

কাগজে-পত্ৰই পঢ়িছো, জাপান আৰু টুৰ্কীয়ে বিশেষকৈ বিজ্ঞান সাহিত্যত জাৰ্ম্মাণ আৰু ইংৰাজীত থকা বিদেশী শব্দবিলাক নিজৰ কৰি লৈছে। ঠিক তেনেকৈয়ে আমাৰ ভাষাতো নচলা পৰিভাষা তৈয়াৰ কৰাতকৈ তেনে সৰবৰহী বিদেশী শব্দ ব্যৱহাৰ কৰিলে অৰ্থ বুজাত বিজুতি নঘটে।

বৰ্ত্তমান যুগৰ আধুনিক কবিতাবিলাক জোনাকী যুগৰ ছন্দধৰ্ম্মী কবিতাবিলাকৰ পৰা সম্পূৰ্ণ ভিন্নধৰ্ম্মী। আজিৰ কবিতা কাব্যময় গদ্য বা কথা-কবিতা নহয়। ই এটা কাব্য-জগতলৈ ন-ধৰণৰ উপাদান। আজিৰ কবিতাত আকাশ-প্ৰয়াসী কল্পনা নাই।

বৰ্ত্তমান সাহিত্যৰ নোয়তী সৃষ্টি

আজিৰ কবিসকলৰ দৃষ্টিভঙ্গী সলনি হৈছে। তেওঁলোকে পশ্চিমীয়া কবিসকলৰ আদৰ্শ গ্ৰহণ কৰিছে। ইলিয়টকে আদি কৰি ইংৰাজী কাব্য-সাহিত্যৰ আগ শাৰীৰ কবিসকলৰ দ্বাৰা আমাৰ কবিসকল অনুপ্ৰাণিত হৈছে। বৰ্ত্তমান সমাজৰ ওপৰত আস্থাহীনতা, অৱচেতন মনৰ কিছুমান অসংলগ্ন ভাৱৰ চৌ আৰু বিবিধ ধৰণৰ কথা একশ্ৰেণী বুদ্ধিজীৱি কবিৰ কবিতাৰ বিষয়বস্তু। তেওঁলোকে ব্যৱহাৰ কৰা প্ৰতীকসমূহ অধিক স্পষ্ট হলেহে পাঠকে হয়তো বুজিবলৈ সক্ষম হব। প্ৰায়ে বহু সংখ্যক কবিয়ে তেওঁলোকৰ কবিতাত ইংৰাজীকে আদি কৰি বাবে-বজুৱা শব্দ ব্যৱহাৰ কৰি কবিতাক সাধাৰণৰ কাৰণে জটিল সাঁথৰ স্বৰূপ কৰি তুলিছে। এনে কৰোতে পৰাপক্ষত অনা-অসমীয়া শব্দ ব্যৱহাৰ কৰাৰ আগতে অসমীয়া তৰলা শব্দ ব্যৱহাৰ কৰা উচিত।

নতুন ধৰণৰ কবিতাবিলাকৰ স্থায়ী গুণ কিমান আছে এতিয়াই কব নোৱাৰি। সৰ্ব্ব-সাধাৰণে এই কবিতাবিলাক গ্ৰহণ কৰাৰ ওপৰতহে ইয়াৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।

সময়ৰ লগে লগে আমাৰ আন সাহিত্যৰ দৰে গল্প-সাহিত্যৰো পৰিবৰ্ত্তন হৈছে। আজিৰ মানুহে কল্পনা-প্ৰৱণ গল্প পঢ়িবলৈ ভাল নেপায়। তাৰ কাৰণ হয়তো বৈজ্ঞানিক দৃষ্টিভঙ্গী। সকলো কথাকে, আনকি সাহিত্যকো মানুহে বৈজ্ঞানিক দৃষ্টিৰে চাবলৈ লৈছে। ব্যক্তিগত সকলো

পিলে। এনে এটা সময়ত কাৰো আহৰি নাই—কাল্পনিক ঘটনা এটাৰ সোৱাদ চাকি চাবলৈ। সেয়েহে আমাৰ সাহিত্যিকসকলে বাস্তৱ জীৱনৰ একোটা বিশেষ মুহূৰ্ত্তক গল্পৰ বিষয়-বস্তু কৰি লৈছে। চুটি গল্পৰ শ্ৰেষ্ঠতা নিৰ্ণয় কৰে—লিখোঁতা জনৰ ৰচনা কৌশলৰ ওপৰত। অলপ কথাতে সাধাৰণ ঘটনা একোটা লিখকে ইমান সুন্দৰকৈ প্ৰকাশ কৰে যে পঢ়োঁতাজনৰ অন্তৰত ই সুখুন্দিওৱাকৈ নেথাকে।

চুটি গল্পত আমাৰ জীৱনৰ এটা ফালহে প্ৰকাশ পায়। বাঁহী-আৱাহনৰ যুগৰপৰা এতিয়ালৈকে আমাৰ আলোচনীবিলাকে গল্প-সাহিত্য আগবাঢ়ি যোৱাত বহুতো সহায় কৰিছে।

বেজবৰুৱাই যি গল্পৰ ৰীতি প্ৰবৰ্ত্তন কৰি থৈ গল তাৰ যথেষ্ট ৰূপান্তৰ ঘটিছে। বৰ্ত্তমান সময়ত নতুন নতুন কলা-কৌশল অৱলম্বন কৰি গল্প লিখা হৈছে। সেইবিলাকৰ কিছুমানৰ প্ৰকাশ-ভঙ্গী মনোৰম, কিছুমানৰ আখ্যান ভাগ আকৰ্ষণীয় আৰু কিছুমান গল্পই আমাৰ অন্তৰ স্পৰ্শ কৰে। লিখকসকলে চাব লাগে যাতে অযথা কথাৰে আহকাল নকৰি সংযত প্ৰকাশ-ভঙ্গীৰে আমাৰ অন্তৰত একোটা জোকাৰ দি যাব পাৰে।

প্ৰকৃত জীৱনৰ চিত্ৰ থকা সজা গল্পই উপন্যাস। জীৱন পৰিধিৰ সীমা পাৰ হোৱা কল্পনাক উপন্যাসত ঠাই দিলে সেই উপন্যাসে সুধী সমাজত স্বীকৃতি নেপায়।

ডাঙৰ ডাঙৰ ঔপন্যাসিকসকলৰ জীৱনত দেখা যায়, তেওঁলোকে উপন্যাসৰ সমল গোটাইছিল, নিজৰ জীৱনত ঘটা কিছুমান কাহিনীৰপৰা। আমাৰ উপন্যাস-সম্ৰাট ৰজনীকান্ত বৰদলৈয়ে উপন্যাস ৰচনা কৰিছিল বুৰঞ্জীৰ সমলৰ ওপৰত—একমাত্ৰ "মিৰি জীয়ৰী"-ৰ বাহিৰে। "প্লট" বা কাহিনী ভাগৰ কাৰণে লিখক-লিখিকাসকলে, মই ভবাত, বৰকৈ চিন্তা কৰাৰ আৱশ্যক নাই। কাৰণ আমাৰ চিনাকি সমাজখনত আৰু কাম কৰা ঠাইতে "কাহিনী" আছে, মাত্ৰ তাক বিচাৰি ল'ব জানিব লাগে।

বৰ্ত্তমান আমি যি উপন্যাসসমূহ পাইছো, তাৰ ভিতৰত ৺বিৰিঞ্চি বৰুৱাৰ "জীৱনৰ বাটত" আৰু "সেউজী পাতৰ কাহিনী"ত গাৱঁলীয়া সমাজখনৰ চিত্ৰ আৰু আমাৰ চিনাকি চাহবাগিচাৰ পৰিবেশটো প্ৰকাশ পোৱা চকুত পৰে। তাৰ পাচত ইয়াকইন্দ্ৰ, নদাই, সুৰুযমুখীৰ স্বপ্ন, ডাৱৰ আৰু নাই, আজিৰ মানুহ আদি বহুতো উপন্যাস ওলাইছে। এইবিলাকত সমাজৰ বিভিন্ন স্তৰৰ চিত্ৰ প্ৰকাশ পাইছে। প্ৰায়বিলাক লিখকেই সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক সংঘাতকো বলিষ্ঠ লিখনিৰে প্ৰকাশ কৰিছে।

কিন্তু এবিধ উপন্যাসৰ বাবে আমাৰ পাঠক-পাঠিকাসকল অলপ সজাগ হোৱা উচিত। যোৱা কেইবছৰ মানত এনে কিছুমান উপন্যাস ৰচনা হৈছে য'ত কয় মনৰ বিকৃত ৰুচি প্ৰকাশ হৈছে। এনে উপন্যাসে আমাৰ উঠি অহা সন্তানসকলৰ মনত এটা বিষাক্ত ভাৱৰ চাব দিব। তেনে উপন্যাস মূলতে বিনাশ হলে—সমাজৰ পক্ষে মঙ্গলজনক হ'ব। এনে উপন্যাসে দেখাত সাহিত্যৰ উঁৱাল চহকী কৰিব পাৰে, কিন্তু ইয়াৰ মূল্য খানৰ লগত থকা পতানৰ দৰেহে হ'ব। সেই কাৰণে উপন্যাসত এটা সুস্থ আদৰ্শ থাকিব লাগে।

বৰ্ত্তমান যুগ হৈছে আন্তৰ্জ্জাতিক বিনিময়ৰ যুগ। সংস্কৃতিৰ ক্ষেত্ৰত, ৰীতি-নীতিৰ ক্ষেত্ৰত এই আন্তৰ্জ্জাতিক বিনিময় আমাৰ চকুত পৰে। আমি যেনেকৈ অকল অসম বা ভাৰতৰ নহয়—সমগ্ৰ পৃথিৱীৰ সংস্কৃতিৰ কথা আলোচনা কৰো, ঠিক তেনেকৈয়ে পৃথিৱীৰ আন দেশসমূহেও আমাৰ সংস্কৃতিৰ কথা আলোচনা নকৰি নেথাকে।

আমাৰ সাহিত্য আৰু আন্তৰ্জ্জাতিক সাহিত্য

সাহিত্যৰ ঘৰটোৰ দুৱাৰ-খিৰিকী সততে সম্পূৰ্ণভাৱে মুক্ত কৰি ৰখা উচিত। নতুন যুগত নতুন নতুন ভাৱৰ সমাবেশ হৈছে। অসমীয়া পঢ়ুৱৈ সমাজৰ মাজত ৰুছিয়া, ইংলণ্ড, ইটালী, ফৰাচী আৰু আমেৰিকাৰ সাহিত্যই অতি জনপ্ৰিয়। এইবিলাক দেশৰ সাহিত্যিকৰ অতিবাস্তৱ-মুখী লিখনি আৰু সাহিত্যত প্ৰয়োগ কৰা বিভিন্ন কলা-কৌশল কিছিপে আমাৰ পঢ়ুৱৈসকলক মুগ্ধ কৰিছে। পচিমীয়া অতি-আধুনিক নাটকবিলাকৰ বাহিৰেও গল্প, উপন্যাস, কবিতা আদিয়ে আমাৰ পাঠক সমাজৰ মাজত সমাদৰ লভিছে। আন্তৰ্জ্জাতিক সাহিত্যৰ লগত অসমীয়া পঢ়ুৱৈ আৰু সাহিত্যিকে যি যোগসূত্ৰ ৰাখিছে সি সঁচাকৈয়ে ৰখানিব লগীয়া। এই খিনিতে এটা কথা উল্লেখ কৰিয়াই দিয়া বোধকৰো উচিত হ'ব যে আমাৰ কাষৰীয়া দেশবিলাকৰ সাহিত্যৰ লগতো আমাৰ পঢ়ুৱৈ আৰু সাহিত্যিকে সম্বন্ধ পতা উচিত। চীন, দক্ষিণ-পূব এচিয়াৰ দেশসমূহ, পশ্চিম এচিয়া, মধ্যপ্ৰাচ্য আৰু পাৰ্চী, উৰ্দ্দু ভাষাত থকা সাহিত্যসমূহৰ লগতো আমাৰ সাহিত্যিক আৰু পাঠক সমাজ চিনাকি হোৱাটো বাঞ্ছনীয়। প্ৰাচ্যৰ দেশসমূহৰ লগত আমাৰ সম্বন্ধটো ৰাজনৈতিক আৰু ভৌগোলিক স্তৰতহে হৈ পৰিছেগৈ। সংস্কৃতি, ভাষা আৰু সাহিত্যৰ ক্ষেত্ৰত প্ৰাচ্যৰ দেশসমূহক এতিয়াও আমি চিনি পোৱা নাই। পচিমীয়া সভ্যতা আৰু সংস্কৃতিক আমি বেছি ধৰণেৰে গুৰুত্ব দিছো বুলি ভাব হৈছে। সকলো ক্ষেত্ৰতেই আমি পচিমীয়া সভ্যতাৰ অনুকৰণ কৰিছো। আজি ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত পচিমীয়া শক্তিসমূহে এচিয়াৰ দেশসমূহৰ ওপৰত বিশেষ প্ৰভাব পেলাইছে। নিজস্ব সংস্কৃতি এৰি আনৰ সংস্কৃতিৰ অন্ধ অনুকৰণ কৰা স্বভাৱ সময় থকোঁতেই ত্যাগ কৰা উচিত।

আমাৰ লিখকসকলে সাধাৰণতে ফৰাচী, জাৰ্ম্মাণ বা অন্যান্য ভাষাৰ গ্ৰন্থ অনুবাদ কৰিবলৈ যাওঁতে ইংৰাজী সাহিত্যৰ সহায়ত অনুবাদ কৰে। কিন্তু আমাৰ বোধেৰে ফৰাচী, জাৰ্ম্মাণ, যি ভাষাৰেই নহওক, সেই ভাষা শিকি মূল গ্ৰন্থৰপৰা অনুবাদ কৰিলে কিতাপৰ মূল্য বাঢ়িব। আচল ভাষাৰপৰা আঁতৰি, আন এটা ভাষাৰপৰা অনুবাদ কৰিলে সেই অনুবাদত বিচ্যুতি ঘটে। আমাৰ বৰ্ত্তমান লিখক-লিখিকাসকলে বিদেশী সাহিত্য যেনেকৈ অসমীয়ালৈ ৰূপান্তৰ কৰিছে, ঠিক তেনেকৈয়ে অসমীয়া সাহিত্যকো আন আন ভাষালৈ অনুবাদ কৰিব লাগে। আমাৰ গল্প-উপন্যাস-কবিতা আদি আৰু বেছি পৰিমাণে ইংৰাজী, হিন্দী আদি ভাষালৈ অনুবাদ হলে আমাৰ সাহিত্যৰ সোৱাদ আন আন ভাষা-ভাষী লোকেও ল'ব পাৰিব। ইয়াৰ উপৰিও আমাৰ সাহিত্যিকসকলে অকল বঙ্গীয় সাহিত্যৰ ওপৰত 'নজৰ' নেৰাখি ভাৰতীয় আন ভাষা-ভাষীৰ সাহিত্যৰ ওপৰতো চকু ৰখা উচিত। তেলেগু, কানাড়ী, মালয়ালম, গুজৰাটী, মাৰাঠী আদি

ভাষাতো ভাল সাহিত্যৰ সৃষ্টি হৈছে। সাহিত্য-সেৱীসকলে তেনে সাহিত্যৰ লগতো আমাৰ পঢ়ুৱৈ সমাজক চিনাকি কৰি দিয়া উচিত।

এইখিনিতে বিশেষ ভাৱে ক'ব খোজো, আমাৰ সাহিত্যিকসকলে অকল গল্প-উপন্যাসকে অনুবাদ নকৰি, জাৰ্মাণ, জাপানী আদি ভাষাত থকা কলা, বিজ্ঞান, বাণিজ্য, কাৰিকৰী, কৃষি বিভাগ, চিকিৎসা বিভাগ আদি বিভিন্ন বিষয়ৰ কিতাপবিলাক অসমীয়ালৈ অনুবাদ কৰা প্ৰয়োজন। এতিয়া তেনেই অলপ সংখ্যক কিতাপৰ অনুবাদ হৈছে। নকলেও হ'ব, এনে ক্ষেত্ৰত চৰকাৰি অৰ্থ-সাহায্যৰ বিশেষ প্ৰয়োজন। উচ্চস্তৰৰ স্কুলসমূহ আৰু হয়তো কলেজ-বোৰতো এনে কিতাপৰ প্ৰয়োজন আছে। কলেজীয়া শিক্ষাৰ মাধ্যম ৰাজ্যিক ভাষাবোৰৰ মাধ্যমত প্ৰচলন কৰাৰ জল্পনা-কল্পনা চলি আছে। জাপান, তুৰস্ক আদি দেশবোৰে বিদেশী ভাষাবপৰা বিভিন্ন ক্ষেত্ৰত প্ৰয়োজনীয় কিতাপবোৰ নিজ নিজ ভাষাত অনুবাদ কৰি চলোৱাৰ ফলতে সেইবিলাক দেশ আজি অতি উন্নতিশীল।

ইয়াৰ উপৰি বিভিন্ন ভাৰতীয় ভাষাসমূহৰ মাতৃস্বৰূপ সংস্কৃত সাহিত্যলৈ আমি পাহৰিলে নহব। বিপুল সংস্কৃত সাহিত্যৰ বছা বছা পুথিবিলাক আমাৰ ভাষালৈ অনুবাদ কৰাটো অত্যন্ত প্ৰয়োজনীয় কথা। সংস্কৃত সাহিত্যইহে আজি গোটেই ভাৰতক এক কৰি ৰাখিছে। অৱশ্যে, কেইখনমান লাগতিয়াল পুথি অসমীয়ালৈ অনুবাদ হৈছে। সেইয়া নিচেই তাকৰ আৰু এইবোৰ বেছিকৈ লাগে।

"সাহিত্য একাডেমিয়ে" ভাৰতীয় অন্যান্য ভাষাৰ সাহিত্যৰ প্ৰতি যি উদাৰতা দেখুৱাইছে তেনে উদাৰতাৰপৰা অসমীয়া সাহিত্য যেন কেতিয়াও বঞ্চিত নহয়। "সাহিত্য একাডেমি"ৰ পৃষ্ঠ-পোষকতাত বিদেশী গ্ৰন্থৰাজি অসমীয়ালৈ অনুবাদ কৰা কাম সহজ-সাধ্য হৈ উঠিব।

সাহিত্যৰ শক্তি

যুগ পৰিবৰ্ত্তনশীল। সাহিত্যও পৰিবৰ্ত্তনশীল। যুগৰ প্ৰভাৱ সদায় আমাৰ সাহিত্যত পৰি আহিছে। সময়ে জাহ নিয়াব নোৱাৰে এটা যুগ, যেতিয়া ই জীয়াই থাকে সাহিত্যৰ বুকুত। বাস্তৱ-জগতৰ প্ৰভাৱ সাহিত্যিকৰ লিখনিত পৰিবই। বৰ্ত্তমান যুগ সংগ্ৰামৰ যুগ। প্ৰত্যেক কথাতে আমি সংগ্ৰাম কৰিবলগীয়া হৈছে—খোৱা মুঠিৰ কাৰণে, নিজৰ ভাষাটোৰ কাৰণে, নিজৰ দেশখনৰ কাৰণে, দুৰ্নীতিৰ বিপক্ষে, লাভখোৰ, সুদখোৰৰ বিৰুদ্ধে। আমাৰ আজি সমস্যা বহুত। এই সমস্যাৰ মাজত যি সাহিত্য সৃষ্টি হৈছে, তাতো এই সমস্যা সোমাই গৈছে। দেশৰ জনগণৰ যি আৰ্থিক সংকট আছে, ব্যৱহাৰিক-সামাজিক ক্ষেত্ৰত যি সমস্যা আছে, সেইবিলাকৰ প্ৰতিফলন হ'ব লাগে সাহিত্যত। কাৰণ সাহিত্যই যেতিয়া সহানুভূতি সৃষ্টি কৰিব পাৰে, তেতিয়াহে জনসাধাৰণ সাহিত্যৰ প্ৰতি সজাগ হয়। বহুতো সাহিত্যিকে আজি সাহিত্য-চৰ্চ্চাত হাত দিছে, কিন্তু তেওঁলোকৰ সাহিত্যক বাইজে সিমান অনুমোদন কৰা নাই—তেওঁলোকৰ সাহিত্যত কিছুমান ধাৰ কৰা ত্ৰুটি থকাৰ বাবে। ঐকান্তিকতাহীন, অভিজ্ঞতাহীন সাহিত্য কেতিয়াও কালজয়ী হ'ব নোৱাৰে।

সমাজত অধৰ্ম্ম, অনীতি, ব্যভিচাৰ সোমালেই দেশখন বিশৃঙ্খল হয়। তাৰ ফলত কোনো

অভাবগ্ৰস্ত, ৰাষ্ট্ৰ-বিপ্লৱ আৰু যুদ্ধ-বিগ্ৰহ হয়। প্ৰথম মহাযুদ্ধৰ আগতে ইউৰোপৰ 'বল্কান ষ্টেট্'-বিলাকৰ চৰিত্ৰ বহুত তললৈ গৈছিল বুলি তেতিয়াৰ যুদ্ধ বিষয় সাহিত্যৰ কিতাপত পঢ়িছিলো। চৰিত্ৰ ইমান তললৈ গৈছিল যে সামান্য চাপ্ৰাচীৰপৰা মন্ত্ৰীলৈকে বিনা ভেটিৰে কোনো প্ৰজাই নিজৰ অভাৱ-অভিযোগৰ কথা তেওঁবিলাকক জনাবলৈ যাব নোৱাৰিছিল। এই দেশবিলাকত এনে হুলস্থুল লাগিল যে তাৰ ফলতেই ইউৰোপত প্ৰথম মহাসমৰখন লাগিল। আমি বুজিলো, তেওঁবিলাকৰ তেতিয়াৰ দুৰ্ব্বল সাহিত্যই সমাজখন সুস্থ কৰি ৰখা নাছিল। তাৰ ফলতেই অসুস্থ সমাজৰপৰা ওলোৱা ৰাজ-বিষয়াসকল দুৰ্নীতিপৰায়ণ হৈছিল।

কিন্তু ফৰাচী আৰু ৰুচদেশৰ কথা আন প্ৰকাৰৰ আছিল। ফৰাচী আৰু ৰুচ দেশত ৰাজতন্ত্ৰ স্বেচ্ছাচাৰিতামূলক হোৱাত সাহিত্যই জনগণৰ জাগৰণ আনিলে। ৰজাঘৰীয়া নিকপকপীয়া শাসন ধ্বংস হ'ল, দেশত প্ৰজা-তন্ত্ৰই ঠাই পালে, ফৰাচী আৰু ৰুচবাসীৰ প্ৰাণলৈ শান্তি আহিল।

অসমত চৈধ্য পোন্ধৰ শতিকাত ৰাজতন্ত্ৰৰ শাসন-যন্ত্ৰত যদিও তেতিয়া ব্যভিচাৰ সোমোৱা নাছিল, আমাৰ সমাজত কিন্তু অনীতি অনাচাৰৰ প্লাৱন হৈছিল আৰু এক শতিকামান সেই ব্যভিচাৰ চলিথকা হলে শাসন প্ৰণালীত ব্যভিচাৰ সোমাই দেশখন হয়তো ধ্বংস হ'লহেঁতেন।

অসমত তেতিয়া বৌদ্ধ আৰু শাক্ত ধৰ্ম্মৰ আচাৰ-নীতি ইমান তললৈ গৈছিল যে মানুহে মানৱতা হেৰুৱাই পেলাইছিল। আমাৰ সমাজ খণ্ড-বিখণ্ড হৈ পৰিছিল। নৈতিক চৰিত্ৰ ক্ৰমান্বয়ে নিম্নমুখী গতিত ধাৱমান হৈছিল। অসমীয়া জাতিটোৰ সৌভাগ্যৰ বাবেই, এনেতে ঈশ্বৰ-প্ৰেৰিত মহাপুৰুষ শঙ্কৰদেৱৰ আবিৰ্ভাৱ হ'ল। মৌ-মাখিয়ে ফুলৰ মৌ সংগ্ৰহ কৰাৰ দৰে শঙ্কৰদেৱ, মাধৱদেৱ আৰু তেওঁলোকৰ অনুগামীসকলে ভাগৱত পুৰাণ আৰু অন্যান্য পুৰাণৰপৰা সাৰ বস্তু লৈ অপূৰ্ব্ব সাহিত্যৰাজি ৰচনা কৰিলে। ইয়াৰ উপৰিও মহাপুৰুষ শঙ্কৰদেৱে গীতা ভাগৱত আদিৰ আদৰ্শত বৈষ্ণৱ ধৰ্ম্মক নতুন গঢ় দি সৰ্ব্ব-ভাৰতীয় বৈষ্ণৱ ধৰ্ম্মৰ লৈতে যোগসূত্ৰ স্থাপন কৰিলে। সেই সময়ত এফালে সত্ৰ, আনফালে ৰাজসভা—এই দুটা বিভিন্ন পৰিবেশত অসমীয়া সাহিত্য ৰচিত হৈছিল।

এই মহিমাময় শঙ্কৰী সাহিত্যই তেতিয়াৰ সমাজৰ কু-নীতি, কু-আচৰণ মষিমূৰ কৰি, সমাজৰ তথা অসমীয়া মানুহৰ মন সুস্থ, পবিত্ৰ কৰি, সমাজৰ আদৰ্শ সাম্যভাব, মানৱতা, সহনশীলতা দাঙি ধৰি, জাতি-বৰ্ণ নিৰ্ব্বিশেষে, আমি যে এখন দেশৰ এটা জাতি তাক শিকাই দিলে। শঙ্কৰী সাহিত্যৰ শক্তিয়ে আজিও আমাৰ অসমীয়া জাতিটোক বান্ধি ৰাখিছে।

বৰ্ত্তমান সময়ত অসমীয়া সাহিত্যই আমাৰ সমাজত কি ভূমিকা ল'ব পাৰিছে সেইটো মন কৰি চাওঁ আহক—।

আমাৰ ল'ৰাকালত তেতিয়াৰ বয়সীয়াসকলে (হিন্দুৱে শঙ্কৰী সাহিত্য, মুছলমানে কোৰাণ সাহিত্য) ধৰ্ম্মমূলক, নীতিমূলক সাহিত্যত আকৃষ্ট আছিল। দুই-চাৰিজন চোৰ বা অসৎ প্ৰকৃতিৰ মানুহৰ বাহিৰে অসমীয়া সমাজত শতকৰা নিৰানব্বৈ জন মানুহে কোৱা শুনিছিলো—গাঁৱৰ

পানী দিয়া মানে অমৃতত বিহ চলা, পভান মিহলি ধান বেচিলে পাপ হয়, কথা দি কথা নৰখাটো পুৰুষৰ লক্ষণ নহয়, ইত্যাদি। এইখিনিতেই আছিল আমাৰ ন'বাকালৰ সমাজ।

কিন্তু আজিৰ সমাজত এশ্ৰেণী সমাজ-বিৰোধী লোকে বাতিটোৰ ভিতৰতে হাতীটো কিনিবলৈ আমাৰ সকলো খোৱা বস্তুতে হৰেক ৰকমৰ বিষাক্ত বস্তু মিহলি কৰি, আন কি ধান-চাউলতো শিল 'আৰু ইটাগুটি মিহলাই জাতিটোক তিল-তিলকৈ বধ কৰি আনিছে। জন-সাধাৰণে কয়,—এই পাপীবিলাকক এশ্ৰেণী চৰকাৰী বিষয়াই প্ৰশ্ৰয় দিয়াত দেশৰ অৱস্থা দিনে দিনে নিম্নগামী হৈছে। এওঁবিলাক আমাৰ সমাজৰে লোক।

ওপৰত কৈ আহিছো, মহাপুৰুষ শঙ্কৰদেৱে তেতিয়াৰ অসৎ সমাজখনক তেখেতৰ সাহিত্য-ৰাজিৰে কেনেকৈ ধুই নিকা কৰি সুস্থ কৰিছিল। আমি এই কথা স্বীকাৰ কৰিবই লাগিব, আমাৰ বৰ্ত্তমান' সাহিত্যাই আমাৰ সমাজখন ধুই নিকা কৰিবপৰা নাই।

মই কওঁ—আমি এতিয়া এনে সুস্থ সাহিত্য ৰচনা কৰিব লাগে যি সাহিত্যাই সমাজত ভূমিকম্পৰ সৃষ্টি কৰিব—যি ভূমিকম্পত সমাজৰ অহিতকাৰী পাপীবিলাক ধ্বংস হব। সাম্যবাদ আৰু সমাজবাদী আদৰ্শৰে ৰচিত সাহিত্যাইহে সৰ্ব্বসাধাৰণ জনগণৰ আৰু দেশৰ বৃহত্তৰ স্বাৰ্থৰ উপকাৰ সাধন কৰিব। "আজি দেশত এটা সামাজিক বিপ্লৱৰ প্ৰয়োজন হৈ পৰিছে। বিভিন্ন কাৰণত আমাৰ মানুহৰ অন্তৰত দেশাত্মবোধ ভাৱৰ নাটনি হৈছে। ধৰ্ম্ম আৰু আমাৰ সমাজ-বোৰতো অন্ধবিশ্বাস, গোড়ামী, কু-নীতি-নিয়মে আৱৰি পেলাইছে—ঘুণে ধৰা সমাজত ব্যভিচাৰ, অনাচাৰ, অবিচাৰ, দুৰ্নীতি, চোৰাং বেপাৰী, লাভখোৰ ব্যৱসায়ী, অসাধু লোকেৰে উপচি পৰিছে। এই সকলোবিলাক নিৰ্ম্মূল কৰিবলৈ সাহিত্যাই একমাত্ৰ অস্ত্ৰ। নিষ্ক্ৰিয়, প্ৰতিক্ৰিয়াশীল বা উদাসীন ভাৱযুক্ত নহৈ সাহিত্যাই যুগ সাপেক্ষে নিৰ্ভিক নেতৃত্ব দিয়ক। সাহিত্য সাৰ্ব্বজনীন—সাহিত্যৰ প্ৰভাৱ অসীম। সদৌ সাহিত্যিকসকললৈ মোৰ এয়ে নিবেদন, যেন তেখেতসকলে 'ভূমিকম্প' অনা সাহিত্য ৰচি দেশ-মাতৃকাৰ সেৱা কৰে।

১৯৬২ আৰু ১৯৬৫ চনত আমাৰ সীমান্তত ওচৰ-চুবুৰীয়া দুখন দেশৰ লগত দুখনকৈ ৰক্তক্ষয়ী সংগ্ৰাম হ'ল। বহুতো ভাৰতীয় ডেকাই এই দুখন যুদ্ধত অকাতৰে মাতৃভূমিৰ ৰক্ষাৰ অৰ্থে নিজৰ জীৱন বলিদান দিলে। বিশ্ব-সাহিত্যৰ বুৰঞ্জীত দেখিবলৈ পাওঁ, সাহিত্যিকৰ তুলিকাত দেশ আৰু জাতিৰ জয়-পৰাজয়ৰ এই সন্ধিক্ষণবোৰ চিৰস্মৰণীয় হৈ ৰোৱা। যুদ্ধই সৃষ্টি কৰা নিষ্ঠুৰ ধ্বংস-লীলা, মানৱতাৰ স্খলন, হত্যাকাণ্ড, নৈতিকতাৰ পৰাজয় আদিক সাহিত্যিকে গৰিহণা দিয়ে, চিৰদিনলৈ বিদায় দিয়ে যুদ্ধক। কেতিয়াবা আকৌ হয়তো যুদ্ধক জাতিৰ জীৱন সংগ্ৰাম বুলিও অভিহিত কৰে। এই দুখন যুদ্ধক পটভূমি ৰূপে লৈ সাহিত্য ৰচিব পাৰি।

সাহিত্যৰ সমল

যুদ্ধৰ কথা বাঁদ দিও, ভগনীয়াৰ সমস্যা, পৰ্ব্বত-ভৈয়ামৰ সংহতি, অৰ্থনৈতিক সমস্যাত ভুকলা হোৱা বৃহত্তৰ অসমীয়া সমাজ, চাহ-বাগিচাৰ শ্ৰমিক ইত্যাদি বিভিন্ন সম্ভাৰ লৈ উৎকৃষ্ট সাহিত্য ৰচনা কৰিব পাৰি। অভিজ্ঞতা প্ৰসূত সাহিত্যইহে প্ৰকৃত সাহিত্য। সাহিত্যৰ

সাহিত্যৰ কল্পনা-ৰাজ্যৰপৰা ধাৰ কৰা হলেও তাৰ মূল ভেটিটো বাস্তৱ জগতৰ। সাহিত্যিকে বাস্তৱ জীৱনৰ ঘটনাৱলী প্ৰত্যক্ষদৰ্শী হিচাবে বৰ্ণনা কৰোতে সততে এটা উচ্চাদৰ্শৰ ওপৰত চকু ৰখা উচিত। সাহিত্যিক অকল নৰ্দমা চাফ-কৰোতাই নহয়, লগতে নৰ্দমাৰ আবৰ্জনা গুচাই তাত বচ্ছ পানী উটি যোৱাৰো ব্যৱস্থা কৰি দিব লাগে। দেশ-প্ৰেমী হিতাকাংক্ষী সাহিত্যিকে দেশৰ বৃহত্তৰ স্বাৰ্থৰ উপকাৰৰ কথা চিন্তা কৰিয়েই সাহিত্য ৰচনা কৰে। প্ৰত্যেক সাহিত্যিকৰে ব্যক্তিগত আদৰ্শ আছে। কোনো সাহিত্যিক হয়তো মাৰ্ক্সীয় দৰ্শন, কোনো হয়তো ফ্ৰয়দীয় দৰ্শন, কোনো সাহিত্যিক হয়তো সমাজবাদী আদৰ্শৰে অনুপ্ৰাণিত। দেশৰ বৃহত্তৰ স্বাৰ্থৰ কথা সততে মনত ৰাখি সমাজ উন্নতীকৰণ আৰু সৰ্বোদয় সাহিত্যৰ সৃষ্টি কৰাই আমাৰ সাহিত্যিকৰ উদ্দেশ্য হ'ব লাগে।

বুৰঞ্জীৰ বুকুত জিলিকি থাকে এটা জাতিৰ সঁচা কাহিনী। পুৰণি বুৰঞ্জীত দেখো কি কি দোষত এটা জাতিৰ ধ্বংস হৈছিল আৰু কি কি গুণত এটা জাতি শক্তিশালী হব পাৰিছিল। দেশৰ ইতিহাসৰ লগত নিজৰ দেশৰ এটা এৰাব নোৱাৰা আৰু এৰিব নোৱাৰা সম্বন্ধ

বুৰঞ্জী সাহিত্য

আছে। বুৰঞ্জী অধ্যয়ন কৰিলেহে এজন লিখকে তেওঁৰ লিখনিত জাতিটোৰ আৰু সমাজখনৰ নিখুত ছবি প্ৰকাশ কৰিব। সময়ৰ লগে লগে দেশখনৰ, আমাৰ ব্যৱহাৰিক জীৱনৰ ৰীতি-নীতিৰ আৰু আমাৰ সাহিত্যৰ পৰিবৰ্তন হৈছে; ই সত্য। আমাৰ সাহিত্য গঢ়ি উঠিছে অতীতৰ সাহিত্যক ভেটি কৰি। যেয়েহে মই কব খোজো, পৰিবৰ্তনৰ ভাটীয়লীয়া সোঁতত গা এৰি নিদি অতীতৰ ভেটিত বৰ্তমানক থিয় কৰিবলৈ চেষ্টা কৰা উচিত।

তাহানি কালৰেপৰা অসমলৈ নানা ধৰণৰ লোকৰ সমাগম হৈছে। বিভিন্ন জাতিৰ, ধৰ্মৰ, বৰ্ণৰ মানুহৰ ভাবধাৰা আৰু সংস্কৃতি বুৰঞ্জীত একত্ৰিত হৈছে। বৰ্তমান অসমলৈ অবাধিত ভাৱে আহি থকা নৱাগতসকলেও আমাৰ বুৰঞ্জী অধ্যয়ন কৰি আমাৰ লগত সকলো প্ৰকাৰে এক হৈ সমগ্ৰ জাতিটোক সবল আৰু শক্তিশালী কৰি গঢ়ি তোলক। যি সকলক অসম-মাতৃয়ে লালন-পালন কৰিছে, অন্ন-জল দি জীয়াই ৰাখিছে, সেই সকলোৱেই এই দেশৰ সন্তান।

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে ডঃ ৺সূৰ্য্যকুমাৰ ভূঞাৰ একান্ত যত্নত কেইখনমান বুৰঞ্জী প্ৰকাশ কৰিলে। গাই-ওটীয়া যত্নত ৰায়বাহাদুৰ ৺কনকলাল বৰুৱাইও এখন প্ৰাক্-আহোম যুগৰ বুৰঞ্জী লিখি প্ৰকাশ কৰিলে। অৱশ্যে আমি এতিয়াও বুৰঞ্জী সাহিত্যৰ ক্ষেত্ৰত পাছ পৰিয়ে আছো।

আহোম যুগৰ কলা আৰু শিল্প-নৈপুণ্যৰ ওপৰত আজিলৈকে এখনো বিজ্ঞান-সম্মত বিস্তৃত আলোচনাযুক্ত পুথি প্ৰকাশ নহ'ল। ৰংঘৰ তলাতল ঘৰৰ কাৰুকাৰ্য্য, দ'ল দেৱালয়, হিলৈ বৰটোপ আদি শিল্প-নৈপুণ্যৰ কথা লৈও একো আলোচনা হোৱা দেখা নাই।

আমাৰ সত্ৰসমূহৰ বুৰঞ্জী, বৈষ্ণৱ আন্দোলনৰ বিস্তৃত বুৰঞ্জী আদি সংকলন কৰি প্ৰকাশ কৰা উচিত। এইবিলাকৰো প্ৰকাশৰ ব্যৱস্থা হলে কিছু ঐতিহাসিক উপাদান পোৱা যাব। আহোম যুগৰ দেওধাই পণ্ডিতে লিখা টাই ভাষাৰ বুৰঞ্জীসমূহৰো অসমীয়া অনুবাদ হোৱাতো

অত্যন্ত প্ৰয়োজনীয় বিষয়। এইবিলাকৰ বাহিৰেও কোনো কোনো ব্যক্তিৰ হাতত লিখিত বুৰঞ্জী আছে, সেইবিলাকো সোনকালে উদ্ধাৰ কৰি প্ৰকাশৰ ব্যৱস্থা কৰা ভাল।

বৰ্ত্তমানৰ বুৰঞ্জী সাহিত্যত অসমীয়া কলা, কৃষ্টি, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আৰু আমাৰ ওচৰ-চুবুৰীয়া দেশ কেইখনৰ লগত থকা আমাৰ সম্বন্ধৰ বিষয়ে বৈজ্ঞানিকভাৱে আলোচনা হোৱা নাই। এইবিষয়ে আমাৰ বুৰঞ্জীবিদসকল সজাগ হোৱা উচিত।

চৰকাৰে বুৰঞ্জী সাহিত্যৰ ওপৰত আৰু বেছি গুৰুত্ব আৰোপ কৰাটো আমি বিচাৰো। চৰকাৰৰ ঢিলা-সোঁপোকা নীতিত 'হিষ্টৰি অৱ্ ফ্ৰিডম মুভমেণ্ট' খনৰ ওপৰত আজি প্ৰায় এযুগ ধৰি কাম কৰি আহিছে যদিও এতিয়ালৈকে সেইখন গ্ৰন্থ প্ৰকাশ হোৱা নাই। আমাৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জী সাহিত্যৰ ক্ষেত্ৰত্ নিশ্চয় মূল্যবান পুথি হ'ব।

কিছুদিনৰ আগতে চৰকাৰৰ প্ৰকাশন পৰিষদে বৈজ্ঞানিকভাৱে 'অসমৰ বুৰঞ্জী'খন প্ৰণয়ন কৰাৰ কথা শুনিছিলো। এই বুৰঞ্জীখনৰ কাম এতিয়ালৈকে কিমান দূৰ আগবাঢ়িছে সেই বিষয়ে বাইজে একো নাজানে। কিন্তু অসমৰ বিষয়ে যে এখন নিৰ্ভৰযোগ্য বুৰঞ্জীৰ আৱশ্যক সেই কথা কোৱা নিষ্প্ৰয়োজন।

শিশুসকলেই আমাৰ ভৱিষ্যত। তেওঁলোকক সকলোৱেপৰা ভাল পথত পৰিচালনা কৰাত সাহিত্যিকসকলৰো দায়িত্ব আছে। শিশুসকলৰ মনে সকলো কথাৰে আডি-গুৰি

শিশু সাহিত্য

আৰু ৰহস্য জানিবলৈ বিচাৰে। কিন্তু শিশু আৰু চেমনীয়াৰ মনৰ খোৰাক যোগাবলৈ বৰ কম সংখ্যক কিতাপহে যোগান ধৰিব পাৰিছো। চেমনীয়া দলটোৱে পঢ়ি ভাল পায় ডিটেক্‌টিভ, উপন্যাস, এডভেঞ্চাৰচ্, ৰোমাঞ্চ, ৰহস্যপূৰ্ণ গ্ৰন্থ আদি। কিন্তু এনে বিধ সাহিত্যৰ ক্ষেত্ৰত আমি আজিও দুখীয়া। অজান দেশৰ অচিন কাহিনী, বিজ্ঞান বিষয়ৰ গল্প আদি শিশু আৰু চেমনীয়াৰ মনে ভালপোৱা পুথি আমাৰ সাহিত্যত নাথাকিলে বিদেশী বা আন প্ৰাদেশিক ভাষাৰপৰা অনুবাদ কৰি প্ৰচলন কৰা উচিত। এনে গ্ৰন্থই তেওঁবিলাকৰ মানসিক উৎকৰ্ষতা সাধন কৰাত সহায় কৰিব। অৱশ্যে দুই চাৰিখন আমাৰ এনে পুথি ওলাইছে।

পাঠশালাবিলাকত লৰা-ছোৱালীবিলাকক পঢ়াৰ লগে লগে সুৰুচিপূৰ্ণ সাহিত্যলৈ ধাউতি জন্মাবলৈ আমাৰ ভাষাত থকা নীতি-বচনবিলাক, শঙ্কৰ-মাধৱৰ উপদেশমূলক গীত-ভটিমাবিলাক মুখে মুখে গীতৰ সুৰেৰে গাবলৈ শিকাব লাগে। বয়সৰ লগে লগে সেই গীতবিলাকৰ অৰ্থ তেওঁবিলাকে স্বাভাৱিকতে বিচাৰিব আৰু তাৰ অৰ্থ পালেই নিজৰ জীৱনৰ গঢ় দিবলৈ বাট পাব।

চেমনীয়া বা চেঙেলীয়া ডেকা দলটোৱে বাহিৰা লাগতিয়াল কথাত যোগ দিবলৈ যাতে সুবিধা নেপায় তাৰ বাবে তেওঁলোকক বিভিন্ন ক্ষেত্ৰত ব্যস্ত ৰাখিব লাগিব। এই ব্যৱস্থা কৰিব পাৰিলে ছাত্ৰ সমাজৰ মাজত থকা ছাত্ৰ উশৃঙ্খলতাও লোপ পাব।

কাৰ্টুন ছবি সন্নিবিষ্ট, ৰং-বিৰঙ ছবিৰে ভৰা পুথিয়ে শিশু-মনক বেছি আকৃষ্ট কৰে। অসমীয়া দুই এখন ভাল গ্ৰন্থ কাৰ্টুন ছবিৰে শাঁকি শিশুৰ বাবে প্ৰকাশ কৰা বেয়া নহয়।

শিশু বা চেমনীয়াৰ কাৰণে "শিশু বিশ্বকোষ" এখন অতি প্ৰয়োজন হৈছে। ভাৰতৰ প্ৰায় সকলো ভাষাতে "শিশু বিশ্বকোষ" ওলাইছে। আমাৰ ভাষাত নোলোৱাতো সঁচাকৈয়ে বৰ দুখৰ বিষয়। অসম সাহিত্য-সভা আৰু চৰকাৰে অতি শীঘ্ৰে এই বিষয়টোত মনোযোগ দিব বুলি আশা কৰিলো।

সৰু সৰু শিশুৰ পুথি প্ৰকাশ কৰিবলৈ অসম সাহিত্য-সভাৰ হাতত মাহাৰা সত্ৰই দিয়া এটা "স্থায়ী পুঁজি" আছে আৰু অলপতে মাদ্ৰাজৰ ভূতপূৰ্ব গৱৰ্ণৰ শ্ৰদ্ধেয় শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই, শিশু-সাহিত্য প্ৰকাশ কৰিবলৈ দহ হেজাৰ টকাৰ "স্থায়ী পুঁজি" এটা অসম সাহিত্য-সভালৈ আগ বঢ়াইছে। এখেতসকলক আমি সদায় কৃতজ্ঞতাৰে মনত ৰাখিম।

এখন উপন্যাস বা এখন নাটক ৰচনা কৰিবলৈ যিমানখিনি বুদ্ধি আৰু জ্ঞানৰ প্ৰয়োজন তাতকৈ বহুতো বেছি জ্ঞান, বুদ্ধি আৰু বিবেচনাৰ প্ৰয়োজন হয় এখন কিতাপৰ সমালোচনা

সমালোচনা সাহিত্য

কৰিবলৈ। সমালোচকসকলে সাহিত্যৰ প্ৰতিনিধিত্ব কৰে। তেওঁলোকৰ সমালোচনাৰপৰাই আমি এখন কিতাপৰ মূল্যাংকন কৰো। সেই কাৰণে সমালোচকসকল নিৰপেক্ষ হব লাগে।

সমালোচকৰ জ্ঞানৰ পৰিমাণ, দৃষ্টিভঙ্গী, বুদ্ধি-বৃত্তি প্ৰকাশ পায়, তেওঁৰ সমালোচনাত। সাহিত্যিকৰ কিতাপত প্ৰকাশ পোৱা সৌন্দৰ্য্যক আলোচনা কৰিবলৈ গৈ—সমালোচকে লিখকৰ লুকাই থকা সৌন্দৰ্য্য খিনিকো প্ৰকাশ কৰে। সমালোচক পক্ষপাতহীন হোৱা উচিত। এনে হলেই সমালোচনাৰ নিবন্ধখিনিও উত্তম সাহিত্য হ'ব।

অসমীয়া ভাষা আৰু সাহিত্যত বৰ্ত্তমান চলি থকা অৰাজকতা আৰু দুৰ্নীতিক গুচাবলৈ নিৰ্ভীক সুস্থ আৰু প্ৰকৃত সমালোচনাৰ আৱশ্যক হৈছে। কলিকতাৰপৰা আমদানি হৈ অহা ভাব-ভাষাই আমাৰ সাহিত্যৰ 'সতীত্ব' নাশ কৰাৰ উপক্ৰম কৰিছে। তাৰ উপৰি আলোচনা বা সমালোচনাই হকে-নহকে পচিমীয়া সাহিত্যৰ লগত কৰা বিজনিয়ে অসমীয়া সাহিত্যৰ মানদণ্ড ওপৰলৈ তুলি নিব নোৱাৰে। সাহিত্যত অনৈতিকতা দুৰ্নীতিকৰণ আৰু অৰাজকতাক বিৰাজ কৰিবলৈ দিলে আমাৰ শিল্প-সাহিত্যৰ গতি আৰু মানদণ্ড নিম্নমুখীহে হব। ইয়াক ৰোধ কৰিবলৈ হলে আজি এজন নিৰ্ভীক সমালোচকৰ আৱশ্যক।

সাহিত্যিকসকললৈ অনুৰোধ যেন কোনো ওচৰ-চুবুৰীয়া, দূৰণিৰটীয়া বা সাগৰপৰীয়া দেশৰ সাহিত্যৰ অন্ধ অনুকৰণ কৰি আমাৰ সাহিত্যৰ ভঁৰাল যেন ওপচায় নেপেলায়। কাউৰী ম'ৰা চৰাই হৈ বেচি দিন থাকিব নোৱাৰে। সেই আশা আৰু চেষ্টাও নিৰৰ্থকেই হ'ব।

ভাষাতত্ত্ববিদ ডঃ বাণীকান্ত কাকতিয়ে প্ৰাচীন আৰু আধুনিক অসমীয়া সাহিত্যৰ বিভিন্ন দিশত সমালোচনামূলক প্ৰবন্ধ লিখি, আমাৰ সাহিত্যৰ মূল্যাংকন কৰিছে। সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱাৰ কিছুমান সমালোচনা আমাৰ সাহিত্যত আদৰণীয় হৈ থাকিব।

কিন্তু দুখৰ বিষয় এয়ে যে "জোনাকী", "বাঁহী", "আৱাহন" যুগৰ বহুতো যশস্বী সাহিত্যিকৰ লিখনিৰ আজিলৈকে প্ৰকৃত আলোচনা সমালোচনা হোৱা নাই। আনন্দৰ কথা,

অসম সাহিত্য-সভাই বর্তমান ৺লক্ষ্মীনাথ বেজবৰুৱা, ৺চন্দ্ৰকুমাৰ আগৰৱালা, ৺ৰজনীকান্ত বৰদলৈ, ৺পদ্মনাথ গোহাঁইবৰুৱাৰ স্মৃতি-বাৰ্ষিকী পালন কৰাৰ বিষয়ে আলোচনা কৰিছে। শতবাৰ্ষিকীবিলাকত তেখেতসকলৰ সাহিত্যৰ বিশদ আলোচনা হ'ব বুলি আশা ৰাখিছো।

অসমীয়া ভাষা-সাহিত্যত ৰাপ থকা ডেকাসকলে অসমীয়া সাহিত্যৰ বিভিন্ন যুগৰ গতি, মানদণ্ড আদি বিবিধ কথা লৈ গবেষণাও কৰিব পাৰে। আমাৰ নাট্য-সাহিত্য, কাব্য-সাহিত্য, বুৰঞ্জী-সাহিত্যৰ ওপৰতো এনে গৱেষণাৰ প্ৰয়োজন। এটা কথা মনত ৰাখিব লগা এয়ে যে, সমালোচকেহে একোটা যুগৰ সাহিত্যক প্ৰকৃত ৰূপত দাঙি ধৰিব পাৰে।

আলোচনী আৰু বাতৰি কাকতৰ যোগেদিও সাহিত্য জন-সাধাৰণৰ মাজত প্ৰচাৰ হয়। বাতৰি কাকতৰ প্ৰচাৰ বিস্তৰভাৱে হোৱা কাৰণেই তাৰ প্ৰভাৱো পাঠক সমাজৰ ওপৰত বেছি।

সংবাদ সাহিত্য

যোৱা বছৰ কেইটাত অসমত বাতৰি কাকতৰ সংখ্যা আৰু প্ৰচাৰ বাঢ়িছে। ১৯৬৫ চনত প্ৰকাশ হোৱা অসমীয়া কাকতৰ সংখ্যা আছিল ২৪ খন, তাৰে ৬ খন নতুনকৈ প্ৰকাশ হোৱা। ইয়াৰ ভিতৰত এখন দৈনিক, দুখন সাপ্তাহিক আৰু দুখন মাহেকীয়া পত্ৰিকা প্ৰকাশ হৈছে। অসমীয়া কাকতৰ পঢ়ুৱৈৰ সংখ্যা হল শতকৰা ৬২'৪ জন। চৈধ্যটা বাতৰি কাকতৰ ভিতৰত অসমীয়াতে আটাইতকৈ কম কাকত আছে।

সংবাদ সেৱা কৰিবলৈ অসমীয়া শিক্ষিত ডেকাৰ এতিয়াও ধাউতি বঢ়া নাই। ইয়াৰ মূলতে হয়তো সংবাদ সেৱাৰ প্ৰতি থকা আমাৰ দৃষ্টি-ভঙ্গীয়েই দায়ী। সংবাদ সেৱা বিষয়ক শিক্ষা দিবলৈ বিশ্ববিদ্যালয় দুখনেও ব্যৱস্থা লব পাৰে। সাহিত্যিকৰ দৰে সংবাদ-সেৱীৰ জন্ম নহয়—শিক্ষা আৰু অভিজ্ঞতাইহে সংবাদ-সেৱীৰ সৃষ্টি কৰে।

ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক সমস্যাৰে পৰিপূৰ্ণ অসমক আনৰ আগত পৰিচয় কৰি দিবলৈ হলেও আমাৰ ইংৰাজী কাকত কেইখন আৰু বেছি সক্ৰিয় আৰু সচেতন হোৱা উচিত। বাতৰি কাকতেহে আমাৰ ৰাজনৈতিক আৰু সামাজিক চেতনা জগাই তুলিব পাৰিব।

নিৰ্ভীক সংবাদ সেৱাই অসম আৰু অসমীয়া জাতিৰ বহুতো উপকাৰ সাধিব। সাংবাদিকৰ প্ৰতি কথাতে স্বাধীন দৃষ্টিভঙ্গী—প্ৰতি কথাৰ তন্ন-তন্ন বিচাৰ, পক্ষপাতশূন্য আলোচনাৰ অত্যন্ত প্ৰয়োজন। অসমৰ বৃহত্তৰ স্বাৰ্থৰ কথা চিন্তা কৰি সংবাদ-সেৱীসকললৈ মোৰ অনুৰোধ, তেওঁলোকে যেন কেতিয়াও কোনো পৰিস্থিতিতে কোনো শক্তিৰ ওচৰত মূৰ নোদোৱাই বা কোনো শক্তিয়ে তেওঁলোকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। অবাধিত ভাৱে সত্য-শিৱ-সুন্দৰৰ আদৰ্শতে বাট বুলি অসমীয়া ভাষা আৰু সাহিত্যৰ স্থাপনাত সাংবাদিকসকলে উপচাৰ আগবঢ়াওক।

আৰু এটা কথা ইয়াতে কলে বোধকৰো অবান্তৰ নহব। আমাৰ কলেজ আৰু স্কুলবিলাকে প্ৰত্যেকেই বছেৰেকত একো একোখন আলোচনী প্ৰকাশ কৰি চেমনীয়াবিলাকক সাহিত্য চৰ্চাৰ উদগনি দিয়ে যেন।

অসম সাহিত্য-সভাই এই আলোচনীবিলাকৰ প্ৰতিযোগিতা পাতি, তাৰ ভিতৰত শ্ৰেষ্ঠ খনক পুৰস্কাৰ দি চেমনীয়াসকলক উৎসাহ উদগণি দিব পাৰে। এনে পুৰস্কাৰ একো একোজন সাহিত্য-ৰথীৰ স্মৃতিত দিয়া ভাল।

কছাৰী, নগা, মিচিমি, আবৰ, গাৰো, মিকিৰ, খাচীয়া, লালুং, ফাকিয়াল, কোচ-কলিতা, আহোম-চুটিয়া, কাঠ-কলিতা বা কায়স্থ, ব্ৰাহ্মণ আদি আটাইবোৰ লগলাগি অসমীয়া জাতিটো। আমাৰ মুখে মুখে চলি অহা ফকৰা, প্ৰবচন, লোকগীত, সাধু আদিয়েই লোক-সাহিত্য। মিৰি, মিকিৰ, খাচীয়া আদি জনজাতীয় লোকসকলৰ মাজত প্ৰচলিত থকা কিছুমান সাধুকথাৰ সংকলন এটা অসম সাহিত্য সভাই প্ৰকাশ কৰিছে। কিন্তু মনপা, গালং, চিংফো আদি বহুতো জাতিৰ মাজত জনশ্ৰুতি সিঁচৰিত হৈ আছে। সেইবিলাক গোটাই আনি অসমীয়া ভাষাত প্ৰকাশ কৰিলে লোক-সাহিত্যৰ ভঁৰাল চহকী হব।

লোক-সাহিত্য আৰু লোক-সংস্কৃতি

আচলতে সাধুকথা বা প্ৰবচনবিলাক আমাৰ ভাষাত যেনেকৈ আছে জনজাতীয় লোকসকলৰ ভাষাটো কম বেছি পৰিমাণে তেনেকৈয়ে পোৱা যায়। এইটো মন কৰিবলগীয়া যে, আমাৰ সাধুবিলাকত যি কাল্পনিক কথাৰ সমাবেশ ঘটিছে, ঠিক একে ধৰণেই জনজাতীয় লোকসকলৰ সাধুতো তেনে কাল্পনিক কথাকে পোৱা যায়। তেওঁবিলাকৰ ভাষা আমাৰৰবা পৃথক হলেও ভাবধাৰা কিন্তু আমাৰ উভয়ৰে একে। আমাৰ দেশৰ চুকে-কোণে পৰি থকা আপুৰুগীয়া লোক-সাহিত্যৰ সম্বলখিনি গোটাই আনি প্ৰকাশ কৰিলে সাহিত্যৰ ভঁৰালো চহকী হব—জাতীয় ঐক্য আৰু সংহতিও দৃঢ়তৰ হব। আমাৰ মৌখিক সাহিত্যৰ ভঁৰাল এতিয়াও বৰ চহকী হৈ আছে। কিছুসংখ্যক লোকগীত এতিয়াও অনাবিষ্কৃত হৈ আছে। অসম সাহিত্য-সভা বা আন জাতীয় অনুষ্ঠানে এইবোৰ সংগ্ৰহ কৰাৰ ব্যৱস্থা কৰিব লাগে।

লোক-সাহিত্যৰ দৰে লোক-সংস্কৃতিৰ ক্ষেত্ৰতো আমাৰ দেশ বৰ চহকী। অসমৰ জাতীয় উৎসব বিহুৰ বাহিৰেও আমাৰ জনসাধাৰণে বিভিন্ন উৎসব বিভিন্ন সময়ত পালন কৰে। বিহু উৎসৱক কেন্দ্ৰ কৰি দেশখনত এটি সাংস্কৃতিক নৱ-জাগৰণ হোৱা বাঞ্ছনীয়। এই উৎসৱসমূহৰ বৈজ্ঞানিক তাৎপৰ্য্য আনকি বিহু-গীতৰ দৰে আনুষঙ্গিক গীত-মাত আদিৰো প্ৰকৃত ব্যাখ্যা হোৱা নাই। লোক সংস্কৃতি বা থলুৱা সংস্কৃতিক উন্নত কৰি বা সেই সংস্কৃতিৰ লগত আধুনিক জীৱন-ধাৰাৰ সমন্বয় ঘটাব পাৰিনেকি এই বিষয়ে চেষ্টা চলোৱাটো প্ৰয়োজন বুলি ভাবো। অসমীয়া সংস্কৃতিৰ মূল ভেটিটো হ'ল লোক-সংস্কৃতি। গতিকে আমি পচিমীয়া কলা-কৃষ্টিৰ অন্ধ অনুকৰণ নকৰি নিজৰ থলুৱা সংস্কৃতিক সাৰটি লৈ অনা-অসমীয়া, ন-অসমীয়া আদি সকলোকে যাতে এই সংস্কৃতিৰ প্ৰতি আকৃষ্ট কৰিব পাৰো তাৰ বাবেহে যত্ন কৰা উচিত। অসমীয়া লোক-সংস্কৃতিৰ প্ৰকৃত মূল্যায়ন এতিয়াও ভালকৈ হোৱা নাই। অৱশ্যে বৰ্ত্তমান সময়ত ডঃ প্ৰফুল্লদত্ত গোস্বামীদেৱে বিহু-গীত আৰু বিহু-সংস্কৃতিৰ ওপৰত, বৈজ্ঞানিক ভাৱে আলোচনা কৰিবলৈ লৈছে।

লোক-সাহিত্য আৰু লোক-সংস্কৃতিৰ ওপৰত, বিস্তৃত তথ্য-পাতিৰে পৰিপূৰ্ণ চুখন বৃহৎ গ্ৰন্থৰ অত্যন্ত আৱশ্যক। এনে গৱেষণা আৰু অধ্যয়নেহে আমাৰ নিজা সংস্কৃতিলৈ সকলোৰে শ্ৰদ্ধা

অন্ধকাৰ ভাৰ আঁতৰাব পাৰিব। নিজ সংস্কৃতি পাহৰি যোৱা অসমীয়া জাতিয়ে আকৌ নিজক চিনি পাব আৰু অন্তৰেৰে অন্তৰত অনুভৱ কৰিব পাৰিব যে আমি অসমীয়া, আমাৰ মাজত ওখ-চাপৰৰ ভেদাভেদ নাই। আমি এক আৰু এটাহে, কিয়নো আমাৰ জাতীয় সংস্কৃতি এটাহে।

নাটক সাহিত্যৰ আন এটা আৱশ্যকীয় অঙ্গ। নাট্যকাৰৰ দায়িত্ব কবি বা ঔপন্যাসিকতকৈ বেছি। চৰিত্ৰ চিত্ৰন, বিভিন্ন কথোপকথন, ঘটনাৰ সংঘাত বেলেগ বেলেগ কাৰ্য্যকলাপৰ মাজেদি

**নাট্য-সাহিত্য আৰু ৰঙ্গমঞ্চ**

আচল কাহিনীক সজাই পৰাই উলিয়াই নিব লাগে নাট্যকাৰে। ৰঙ্গমঞ্চৰ লগত নাট্যকাৰে নাটকৰ সমতা ৰক্ষা কৰিব লগা হোৱাত প্ৰত্যেক খোজ দিওঁতে বহুতো ভাবি চিন্তি দিব লগা হয়। ৰঙ্গমঞ্চত সকলো নাট মঞ্চস্থ কৰাৰ সুবিধা নথকাৰ বাবে আমাৰ অভিনেতাসকলে সকলো নাটক মঞ্চস্থ কৰিবলৈ সাহ কৰিবপৰা নাই। কিন্তু সুস্থ সবল পূৰ্ণাঙ্গ নাট লিখোতে নাট্যকাৰে প্ৰায়েই ৰঙ্গমঞ্চলৈ মন নকৰে। ৰঙ্গমঞ্চইহে নাটখন সুচাৰুৰূপে অভিনয় কৰিবলৈ সজাই লব লগীয়া হয়। মুঠতে নাট্যকাৰ আৰু ৰঙ্গমঞ্চ উভয়ৰে সুন্দৰ সহযোগিতা হলেহে নাটখনৰ অভিনয় সৰ্ব্বাঙ্গসুন্দৰ হৈ পৰে।

বিজ্ঞানে মানুহৰ চিন্তাধাৰা পৰিবৰ্ত্তন কৰিলে। আজিৰ মানুহ যুক্তিবাদী। পুৰণি কৌশল অতিক্ৰম কৰি দিনে দিনে নতুন কৌশলৰ প্ৰবৰ্ত্তন হৈছে। সমাজৰ ব্যক্তিগত সমস্যাক চিন্তাশীল লোকসকলে নাটকত ৰূপ দিছে। এনে ধৰণৰ নাটক আমাৰ সমাজত অতি আৱশ্যক হৈ পৰিছে। নাট্যকাৰসকলে নাটক ৰচনা কৰোতে বিশেষভাৱে সংলাপৰ ওপৰত চকু দিব লাগে। কাৰণ চৰিত্ৰ প্ৰকাশ হয় সংলাপৰ যোগেদি আৰু সমাজক পোহৰলৈ বাট দেখুৱাই নিব পাৰে এই সংলাপেই।

পূৰ্ণাঙ্গ নাটৰ বাহিৰেও আজি এক-অঙ্কীয়া নাটকৰ সৃষ্টি হৈছে। এক-অঙ্কীয়া নাটকত দেখা যায় এটা বিশেষ ঘটনাক কেন্দ্ৰ কৰি নাটক ক্ষীপ্ৰ গতিত আগবাঢ়ে। ইয়াৰ ৰচনা-কৌশল পূৰ্ণাঙ্গ নাটকতকৈ বেলেগ। ইয়াত মাত্ৰ এটা দিশহে প্ৰকাশ পায়। কম সময়, কম কথা, কম চৰিত্ৰক লৈ এক-অঙ্কীয়া নাট ৰচিত হয়।

এক-অঙ্কীয়া নাটৰ অভিনয়ে মানুহক আকৰ্ষণ কৰিছে, কিয়নো কামৰ মাজতে কন্তেক সময় উপভোগ কৰিবলৈ মানুহে সুচল পায়। এক-অঙ্কীয়া নাটৰ ঘটনাবিলাকে দৰ্শকৰ মনত বহুত দিনলৈকে ৰৈ যায়। কিন্তু আমি দেখিছো, এক-অঙ্কীয়া নাটকৰ আজি যেনে প্ৰচলন হৈছে, পূৰ্ণাঙ্গ নাটকৰ তেনে হোৱা নাই। নাটখৰ উন্নত কৰিবলৈ হ'লে অভিনেতাসকলে পূৰ্ণাঙ্গ নাটৰ ওপৰত বিশেষ মনোযোগ দিয়াটো বাঞ্ছনীয়।

নাটৰ অভিনয়ে সমাজ সংশোধন কৰাত আৰু সমাজক আগবঢ়াই নিয়াত যিমান শক্তিশালী, সিমান শক্তিশালী গল্প, উপন্যাস বা ৰচনা নহয়।

অসমত আজি এটা জাতীয় নাট্যশালাৰ অতি প্ৰয়োজন। গুৱাহাটীত নিৰ্ম্মিয়মান ৰবীন্দ্ৰ-ভৱন নাটমঞ্চকে অসমৰ জাতীয় নাট্যশালাৰূপে পৰিগণিত কৰিব পাৰি। ৰাইজ আৰু চৰকাৰৰ সহযোগিতাত প্ৰতিষ্ঠিত জাতীয় নাট্যশালাই অসমৰ নাট আৰু মঞ্চ আন্দোলনত এক বিশিষ্ট ঠাই লব পাৰিব। এই নাট্যশালাই অসমৰ পৌৰাণিক নাটকসমূহ, নাট, ভাওনা, পুতলা নাচ,

নৃত্য-নাট্য, বিহু-নাচকে আদি কৰি বিভিন্ন ধৰণৰ গীত-মাত আদিৰো চৰ্চা কৰিব পাৰিব। জাতীয় নাট্যশালাক কেন্দ্ৰ কৰি এটা সাংস্কৃতিক আন্দোলন গঢ়ি উঠাৰ সম্ভাৱনা আছে।

আজি কিছুদিনৰ ভিতৰতে ভাৰত চৰকাৰে অসমৰ কেইবা ঠাইতো অনাতাঁৰ কেন্দ্ৰ স্থাপন কৰিছে। এই অনাতাঁৰ কেন্দ্ৰবিলাক প্ৰতিষ্ঠা কৰাৰ মূলতে বৈদেশিক, সামৰিক আদি বিভিন্ন কাৰণ জড়িত আছে। তথাপি অসমত এইবিলাক প্ৰতিষ্ঠা কৰাৰ বাবে আমি ভাৰত চৰকাৰৰ শলাগ লৈছোঁ।

অনাতাঁৰ কেন্দ্ৰ

অসম—সংস্কৃতিৰ ক্ষেত্ৰতো সঁচাকৈয়ে 'অসম'। বিভিন্ন সংস্কৃতি একেলগে থুপ খাই ইয়াত এটা যাদুঘৰৰ সৃষ্টি কৰিছে বুলিব পাৰি। পাৰ্ব্বত্য জনজাতি লোকসকলৰ (নেফাবাসীকো ধৰি) লোক-সংস্কৃতি সঁচাকৈয়ে বিভিন্ন ধৰণৰ আৰু বিচিত্ৰ ৰূপৰ। এনে এখন ৰাজ্যত অনাতাঁৰ কেন্দ্ৰসমূহৰো দায়িত্ব বহুত। প্ৰধানতঃ এইটো মন কৰিবলগীয়া যে বিভিন্ন কলা-কৃষ্টিৰ সমন্বয়ে হৈছে অসম। অসমৰ সংহতি আৰু ঐক্য সংস্কৃতিৰ যোগেদিহে অক্ষুন্ন ৰাখিব। সেয়েহে আমি অনাতাঁৰসমূহত বেছিভাগ অসমীয়া কৃষ্টিৰ কথা শুনিবলৈ বিচাৰো।

অসমৰ আকাশে বতাহে লোক-সংস্কৃতিৰ "ৰেণু" উৰি ফুৰিছে। এইবিলাক সংগ্ৰহ কৰাৰ ক্ষেত্ৰত, অনাতাঁৰ কেন্দ্ৰসমূহ আৰু সক্ৰিয় হোৱাটো ভাল বুলি ভাবোঁ। নহলে বতাহতে উৰা ৰেণু বতাহতে বিলীন হব। অসমীয়া ভাষা, সংস্কৃতিৰ প্ৰচাৰৰ ক্ষেত্ৰতো অনাতাঁৰ কেন্দ্ৰই বহুত কাম কৰিব পাৰে। অনা-অসমীয়া লোকক অসমীয়া ভাষা শিকোৱাৰ এটা প্ৰচেষ্টা অনাতাঁৰ কেন্দ্ৰই লব পাৰে। অসমীয়া ভাষাৰ শুদ্ধ আৰু নিভাঁজ উচ্চাৰণৰ ওপৰত অনাতাঁৰ কেন্দ্ৰই গুৰুত্ব দিয়া উচিত। আৰু লগতে কব খোজো যে কলিকতা, মাদ্ৰাজ আদি অনাতাঁৰ কেন্দ্ৰৰ দৰে আমাৰ অনাতাঁৰ কেন্দ্ৰতো আঞ্চলিক ভাষা-সংস্কৃতিৰ ওপৰত অধিক গুৰুত্ব দি আচনি প্ৰস্তুত কৰিব লাগে।

অসমীয়া সাহিত্য প্ৰচাৰৰ ক্ষেত্ৰত অনাতাঁৰ কেন্দ্ৰই বৰ্ত্তমানে থকা ব্যৱস্থা অৱলম্বন কৰিব পাৰে। বৰ্ত্তমান প্ৰচাৰিত কবি সন্মিলনৰ বাহিৰেও গল্পকাৰক, ঔপন্যাসিক, নাট্যকাৰ, নিবন্ধ লিখক আদি সাহিত্যিকসকলৰো নতুন আৰু পুৰণিৰ মাজত এটা যোগাযোগ ব্যৱস্থা কৰিবলৈ, "সাহিত্য চ'ৰা" নাম দি এটা অনুষ্ঠান প্ৰচাৰিত কৰিব পাৰি, য'ত অসমীয়া সাহিত্য আৰু তাৰ ধাৰাৰ বিষয়ে শ্ৰোতাসকলক পৰিচয় কৰি দিব পাৰে।

অনাতাঁৰ নাটক আৰু তাৰ পৰিচালনাৰ ক্ষেত্ৰত এটাই কথা কব পাৰি যে নাটক অসংখ্য সৃষ্টি হৈছে যদিও কোনো এখন নাটকেই আজিলৈকে শ্ৰোতাৰ মাজত অভূতপূৰ্ব্ব আলোড়নৰ সৃষ্টি কৰিবপৰা নাই। ভাল অসমীয়া গল্প-উপন্যাসবিলাকৰ নাটকীয় ৰূপ দিব পাৰি। বিশ্বৰ শ্ৰেষ্ঠ নাটকসমূহৰ অসমীয়া অনুবাদ এতিয়াতকৈ বহলভাৱে অনাতাঁৰ কেন্দ্ৰই প্ৰচাৰ কৰিব পাৰে। নাটকৰ অভিনয় আৰু প্ৰয়োজনৰ মানদণ্ড এতিয়াতকৈ উচ্চ স্তৰৰ কৰিবলৈ যত্ন কৰা উচিত। গতানুগতিকতাই সকলো ক্ষেত্ৰতে হেতাৰ স্বৰূপ। নতুন কলা-কৌশল, আঙ্গিক ভাব-ভাষাৰেহে অনাতাঁৰ নাটকক জনপ্ৰিয় কৰি তুলিব পাৰিব।

আমনকি অসমৰ সুযোগ্য কৃতী সন্তানসকলৰ মৃত্যুত অনাতাঁৰ কেন্দ্ৰই পূৰ্ব্ব-পৰিকল্পিত কাৰ্য্যক্ৰম প্ৰচাৰ কৰি যোগ্য পৰিচালনাৰ প্ৰমাণ দিবপৰা নাই। গীতা, ভাগৱত, বৰগীত, কীৰ্ত্তনৰ মাধ্যমেৰে মৃতকৰ প্ৰতি শোক প্ৰকাশ কৰাটোহে সকলোৱে বিচাৰে। কাৰ্য্যক্ৰমৰ পৰিবৰ্ত্তনতহে কৰ্ম্ম-কৰ্ত্তাসকলে নিজৰ দক্ষতাৰ পৰিচয় দিব পাৰিব।

যাদুঘৰক শিল্প-কলা-কৃষ্টিৰ সংগ্ৰহালয় বুলি কব পাৰি। এনে সংগ্ৰহালয়ৰ মূল উদ্দেশ্য হৈছে এটা জাতিৰ হেজাৰ বা শ-শ বছৰৰ সভ্যতা আৰু কৃষ্টি কেনেদৰে আগবাঢ়িছে তাৰ জ্ঞান দিয়া। বিভিন্ন কাৰণত যাদুঘৰৰ অৱদান স্বীকাৰ কৰিবই লাগিব।

যাদুঘৰ, পুৰাতত্ব, অনুসন্ধান সমিতি আদি

পৰ্ব্বতে-কন্দৰে, গ্ৰামে-ভুঞে সিঁচৰিত হৈ থকা শিলৰ গাত খোদিত লিপি বা প্ৰতিমূৰ্ত্তিয়ে আমাক এটা সময়ৰ, এটা যুগৰ কলা-কৃষ্টিৰ আৰু ঐতিহাসিক মূল্য থকাৰ সন্ধান দিয়ে। আমাৰ দেশৰ যি ঐতিহ্য সি অতি পুৰণিকলীয়া। অতীতক লৈ আমি সততে গৌৰৱ কৰোঁ। গতিকে আমি যাদুঘৰ, পুৰাতত্ব বিভাগ আদিক সৰ্ব্বতোপ্ৰকাৰে সহায় কৰা উচিত যাতে আমাৰ দেশৰ হাবিয়ে-বননিয়ে লুকাই থকা বিবিধ বুৰঞ্জীৰ সমল সংগ্ৰহ কৰি ৰাজহুৱা বা জাতীয় সম্পত্তি কৰি ৰাখিব পাৰোঁ। আজি প্ৰকৃত অৰ্থত কবলৈ গলে প্ৰাক্-আহোম যুগৰ বুৰঞ্জীৰ সমল অসমত প্ৰায়েই ক্ষয় হৈ আহিছে। আহোম যুগৰ প্ৰতিচিহ্নসমূহ ৰাজহুৱা উদাসীনতাৰ ফলত ধ্বংস হৈ যোৱাৰ উপক্ৰম হৈছে। বহুতো মৈদাম, গড়, মঠ, মন্দিৰ আজি যান্ত্ৰিক সভ্যতাৰ বলি হ'ল। এতিয়া জীৱনী শক্তি হীন হ'ল, দেৱালয় আৰু বিবিধ সমলসমূহক আমি যদি তাৰ ঐতিহাসিক মূল্য দিবলৈ পাহৰো—অতীতক অতীতৰ বুকুত লীন যাবলৈ এৰি দিওঁ, ভাৰতৰ অন্যান্য প্ৰদেশবাসীৰ আগত আমি নিজকে কি বুলি চিনাকি দিম? বহুতে এতিয়াও আমাৰ দেশখন "জঙ্ঘলী দেশ" আৰু "বৃটিছৰ ৰাজত্বকালতহে অসমলৈ সভ্য মানুহ আহিল" বুলি কয়। অন্যান্য ভাৰতীয়ৰ, অসমৰ প্ৰতি থকা এই অজ্ঞতা বা অনভিজ্ঞতাক দূৰীভূত কৰিবলৈ হলেও আমাৰ বুৰঞ্জীৰ সমলবাজিক সম্পূৰ্ণৰূপে সংৰক্ষণ কৰা উচিত।

পুৰণি সাঁচিপতীয়া পুথিবিলাক মানুহে ভালকৈ নৰখাৰ দোষত বহুতো নষ্ট হৈছে। চৰকাৰৰ সহায়ত ১৯১২-১৩ চনতে স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াই বহুতো পুথি সংগ্ৰহ কৰিছিল। সেই পুথিবিলাক ৰক্ষা কৰিবলৈ আৰু পুথি সংগ্ৰহ কৰিবলৈ "কামৰূপ অনুসন্ধান সমিতি" স্থাপিত হৈছিল। আমি জানো এতিয়াও বহুতো পুৰণি পুথি মানুহৰ ঘৰে ঘৰে আছে। সেইবিলাক নষ্ট হোৱাৰ আগতে আমি যাতে গোটাই আনিব পাৰো, তাৰ বাবে চেষ্টা কৰিব লাগে।

পুৰণি দুষ্প্ৰাপ্য গ্ৰন্থ আলোচনী আদিক কোনো ব্যক্তিৰ ব্যক্তিগত সম্পত্তি হবলৈ এৰি দিয়া উচিত নহয়। এনে বহুমূলীয়া সম্পত্তি সোনকালেই ৰাজহুৱা সম্পত্তি কৰা উচিত। চৰকাৰ আৰু বাইজৰ সহযোগিতাত "বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ"ৰ যোগেদি এই পুথিপত্ৰসমূহ সংগ্ৰহ কৰি "নেচনেল্ আৰ্কাইভচ্" বা জাতীয় গ্ৰন্থাগাৰত থোৱাৰ দৰে জাতীয় সম্পত্তি কৰি ৰখা উচিত। একে ঠাইতে এই পুথিসমূহ থাকিলে গৱেষকসকলেও কাম কৰিবলৈ সুচল পাব।

'অসম' শব্দটোৰ অৰ্থই হৈছে কাৰো সমান নহয়। আকৌ দেশখন ওখ-চাপৰ ভূমিখণ্ডৰ কাৰণেও অসম বোলে। দুয়োটা অৰ্থৰে তাৎপৰ্য্য আছে।

পৰ্ব্বত-ভৈয়াম সম্প্ৰীতিৰ ক্ষেত্ৰত একাষাৰ

বৃটিছৰ আগমনৰ আগলৈকে আমি "হিলছ্" ( Hills ) আৰু "প্লেইনছ্" ( Plains ) শব্দ কেইটা ব্যৱহাৰ কৰা নাছিলো। তাৰ কাৰণ, আমি যে পৃথক জাতি বা আমাৰ মাজত যে প্ৰভেদ আছে সেই কথা আমাৰ মনে ঘৰেও নাছিল। এই ভেদাভেদ জ্ঞান সুস্পষ্ট কৰিলে বৃটিছ শাসনে। তেওঁলোকৰ ৰাজত্বকালত যি বিহ গছৰ বীজ কই থৈ গ'ল তাক আজি আমি বহুত চেষ্টা কৰিও আলুৰে সৈছে উঘালিবপৰা নাই। খৃষ্টান ধৰ্মপ্ৰচাৰকাৰী মিছনেৰীসকলেও পৰ্ব্বত-ভৈয়ামৰ মাজত বিভেদভাৱৰ সূচনা কৰিলে। ১৮৭৩ চনত প্ৰবৰ্ত্তিত কৰা "ইনাৰ্ লাইন ৰেগুলেশ্বন"ৰ ফল স্বৰূপে পৰ্ব্বত-ভৈয়াম সংস্কৃতিৰ যোগাযোগ বিচ্ছিন্ন হ'ল। পাৰ্ব্বত্য জিলা কেইখনত খৃষ্টানধৰ্ম্ম প্ৰবৰ্ত্তন হোৱা হেতু সেই অঞ্চলৰ খ্ৰীষ্টিয়ানসকল সম্পূৰ্ণ পচিমীয়া সভ্যতাৰ প্ৰভাৱত পৰিল। এতিয়া আকৌ সেইসকলৰ মাজত হিন্দুধৰ্ম্ম প্ৰচাৰ কৰি অসমীয়া নীতিৰ লগত সেই জনজাতি লোকসকলক চিনাকি কৰি দিয়াৰ আশাও মিছা আৰু তেনে চেষ্টাও হয়তো সম্পূৰ্ণ নিৰৰ্থক হ'ব। গতিকে এনে ক্ষেত্ৰত ধৰ্ম্মীয় বা সাম্প্ৰদায়িক ভাৱধাৰা নলৈ এই অঞ্চলসমূহত অসমীয়া সংস্কৃতিৰ প্ৰচাৰৰ বাবেহে চেষ্টা চলোৱা প্ৰয়োজন। বহল অৰ্থনৈতিক আৰু সামাজিক দৃষ্টিভঙ্গীৰ ফালৰপৰাও চালে পৰ্ব্বত-ভৈয়ামৰ ঐতিহাসিক যোগাযোগ ব্যৱস্থাক পুনঃ প্ৰতিষ্ঠা কৰা অতি প্ৰয়োজন।

"অসম সাহিত্য সভা"ই আজি কেইবাবছৰো ধৰি আগৰ প্ৰীতিৰ ভাব ঘূৰাই আনিবলৈ চেষ্টা কৰিছে, কিন্তু কিছুদূৰ আগবাঢ়িছে যদিও নানা কাৰণত সম্পূৰ্ণভাৱে কৃতকাৰ্য্য হ'বপৰা নাই।

এইখিনিতে এটা কথা চকুত পৰে, পৰ্ব্বত-ভৈয়ামৰ সম্প্ৰীতি উন্নত কৰিবলৈ, আমাৰ ডেকাসকল কামে-কাজে, ব্যৱসায় আদিত তেওঁবিলাকৰ মাজলৈ যাব লাগে। আমি গম পাইছো 'নেফা'ৰ বাইজে তাৰ স্কুলবিলাকলৈ অসমীয়া ডেকাক আগ্ৰহেৰে বিচাৰিছে। ডেকাসকল উৎসাহ উদ্যমেৰে যোৱা উচিত আৰু অসম চৰকাৰেও, 'নেফা'লৈ আমাৰ ডেকাসকলক যাবলৈ উৎসাহিত কৰে যেন। আমাৰ শ্বিলং, আইজাল, ডিব্ৰু, তুৰা, সদিয়া, কহিমা, নেফা আদি ঠাইত আমাৰ যি তাকৰীয়া ডেকা আছে, তেওঁবিলাকে পৰ্ব্বতীয়া ভাই-ভনীসকলৰ লগত মিলিবলৈ সুবিধা পাইছে। এইসকল ডেকাই তেওঁবিলাকৰ ভাষাবিলাক যদি শিকে তেন্তে আমাৰ মাজত বহুতো ভুল বুজাবুজি দূৰ হ'ব আৰু সম্প্ৰীতিৰ ভাব দৃঢ় হ'ব। মিছনেৰীসকলৰ দৰে আমাৰ ডেকাসকলে পাৰ্ব্বত্য সমাজৰ লগত নিজকে খাপ খুৱাই তেওঁলোকক আমাৰ সংস্কৃতিৰ লগত পৰিচয় কৰি দিব লাগে। একে সংস্কৃতি আৰু একে উদ্দেশ্য হলেহে আমাৰ মাজত থকা প্ৰভেদৰ খাঁৰ কাপোৰখন আঁতৰি যাব; সংহতিৰ এনাজৰি ভালৰ বান্ধোন তেতিয়া হয়তো কটকটীয়া হৈ পৰিব।

কিছুদিনৰ আগতে এই মহৎ উদ্দেশ্যৰে অসম সাহিত্য সভাই "ভাষা জ্ঞান পৰীক্ষা"ৰ শ্ৰেণী গুৱাহাটী, ডিব্ৰু আদি ঠাইত আয়োজন কৰিছে। ইয়াৰ মূল উদ্দেশ্য হ'ল অসমীয়া ডেকাক আন পাৰ্ব্বত্য লোকৰ ভাৱ-ভাষাৰ লগত পৰিচয় কৰি দিয়াৰ আৰু সেইদৰে পাৰ্ব্বত্য

জিলাৰ লোকসকলক অসমীয়া ভাষাৰ লগত চিনাকি কৰি দিয়াৰ। জনজাতীয় লোকসকলৰ বাহিৰেও অসমত থকা বহুতো অনা-অসমীয়া, ন'-অসমীয়াইও এই সুবিধা গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত অৱশ্যে বাইজ আৰু চৰকাৰৰ সক্ৰিয় সহযোগিতা লাগে। সকলোৰে সহানুভূতি আৰু সাহায্য পালে এই মহৎ কাৰ্য্যই পৰ্ব্বত-ভৈয়ামৰ সম্প্ৰীতি গাঢ়তৰ কৰি তুলিব।

অসমৰ অৱস্থিতি ভাৰত বা দক্ষিণ-পূব এচিয়াতে বৰ সঙ্কটজনক। ইথনৰ পিছত সিথনকৈ ভুখন বক্তক্ষয়ী যুদ্ধ লাগিল। এই যুদ্ধৰ ধুমুহা শাম কাটোতেই প্ৰবল বান-পানীয়ে প্ৰতি বছৰে আমাক জুলুকি জুলুকিকৈ শিকাইছে। তাৰ উপৰি আমাৰ মাজৰ কিছুমান পৰ্ব্বতীয়া ভাই-ভনীয়ে আহুকলীয়া পৰিস্থিতিৰ সৃষ্টি কৰি আমাক আৰু আহুকালত পেলাইছে। এই সকলো-বোৰ বেমেজালিৰপৰা দেশখন উদ্ধাৰ কৰি সুস্থিৰ কৰিবলৈ হলে আমাৰ পৰ্ব্বত-ভৈয়ামৰ জাতীয় সংহতি আৰু ঐক্য অক্ষুণ্ণ ৰাখিব লাগিব।

কাছাৰৰ কথা

কছাৰী ৰাজ্য কাছাৰ। কছাৰীসকল হাৰে-হিমজুৱে অসমীয়া। ইতিহাসৰ বিপৰ্য্যয়ত কছাৰীসকলৰ নিজৰ ঐতিহ্য নিজৰ ঠাইতে প্ৰায় হেৰুৱাই পেলাইছে। মানৰ আক্ৰমণত অসম উপত্যকাৰ বহুতো অসমীয়া লোকে প্ৰায় দেৰশ বছৰ আগতে, কাছাৰত থাছ অসমীয়া ধৰণেৰে গাওঁ পাতি বসতি কৰিলেগৈ।

এইসকল অসমীয়া আমাৰ তেজ-মঙহৰ। তেওঁবিলাকে বিচাৰিছে, মাতৃভাষা অসমীয়াৰ মাধ্যমত ল'ৰা-ছোৱালীক শিক্ষা দিবলৈ। কেই বছৰমানৰ আগতে, তেওঁবিলাকৰ আহ্বানত অসম সাহিত্য সভাই অসমীয়া গাওঁ কেইখনত অসমীয়া মাধ্যমৰ কেইখনমান পাঠশালা স্থাপন কৰিছে। এই পাঠশালাবিলাকলৈ চৰকাৰৰ বোৰ্ডে কিছু সহায় দিছে, সেয়ে যথেষ্ট হোৱা নাই। তৰুণৰাম ফুকন এম-ই স্কুলখনক সভাই আৰ্থিক সাহায্য দি আহিছে।

অসম উপত্যকাত বঙলা ভাষী লৰা-ছোৱালীৰ শিক্ষাৰ বাবে, বঙলা ভাষাৰ মাধ্যমত চলা পাঠশালা আৰু হাইস্কুলবিলাকত চৰকাৰে যেনেদৰে সহায় সহানুভূতি দিছে, সেইদৰেই, কাছাৰত থকা অসমীয়াভাষী ল'ৰা-ছোৱালীৰ বাবে, অসমীয়া ভাষাৰ মাধ্যমত পাঠশালা আৰু হাইস্কুল স্থাপনত সহায় কৰাটো আমি বাঞ্ছা কৰো। কাছাৰৰ অসমীয়া গাওঁ কেইখনৰ মাজত, এখন অসমীয়া মাধ্যমৰ হাইস্কুল স্থাপন হোৱাটো অতি প্ৰয়োজন। সময় বহুতো উকলি গ'ল। অসম সাহিত্য সভা আৰু চৰকাৰে এই বিষয়টোৰ বাবে যেন সোনকালে বিবেচনা কৰে।

এই বিষয়ে বহলাই আলোচনা নকৰি আমি কওঁ, আমি কাছাৰত থকা অসমীয়া ভাষা-ভাষীসকললৈ কেতিয়াও নাপাহৰো।

ৰাজ্যিক ভাষা আৰু অসমীয়া পৰিভাষা

অসম চৰকাৰে ১৯৬০ চনতে অসমীয়া ভাষা ৰাজ্যভাষা প্ৰসঙ্গত এখন অধিনিয়ম গ্ৰহণ কৰিছে। চৰকাৰে এই বিষয়ত জিলা পৰ্য্যায়ত অসমীয়া ভাষা প্ৰয়োগ কৰাৰ উপৰিও আদালতবিলাকত এই ভাষা প্ৰয়োগ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। পলম কৰি হলেও চৰকাৰে যি সিদ্ধান্ত গ্ৰহণ কৰিছে তাক বাস্তৱত কিমান দূৰ ৰূপ দিব পাৰে তাৰ কাৰণে ৰাইজে সজাগ দৃষ্টি ৰাখিছে।

এইখিনিতে উল্লেখ কৰিবৰ খোজো যে অসম চৰকাৰে অলপতে প্ৰকাশ কৰা "অসমীয়া পৰিভাষা" খন সকলোৰে বাবে প্ৰণিধানযোগ্য হোৱা নাই। পৰিভাষাৰ শব্দসমূহ সৰ্ব্ব-সাধাৰণৰ বোধগম্য আৰু সহজবোধ্য নাই হোৱা গতিকে ই সৰ্ব্বজনপ্ৰিয় হব নোৱাৰে। আশা কৰো, অসম চৰকাৰে পৰিবৰ্দ্ধিত আৰু সংশোধিত পৰিভাষা এখন সোনকালে প্ৰণয়ন কৰি প্ৰকাশ কৰিব। পৰিভাষাৰ শব্দসমূহৰ চলন্তি আৰু জনপ্ৰিয়তাৰ ওপৰতো চকু দিয়া উচিত।

অসমীয়া সাহিত্যৰ উন্নতি সাধন কৰিবলৈ আমাৰ ন-পুৰণি সাহিত্যিকে যৎপৰোনাস্তি চেষ্টা কৰি আহিছে। আমাৰ চিৰচেনেহী অসমীয়া ভাষাই স্বীকৃতি পাইছে। আমাৰ ভাষা-যুদ্ধত আমি কিছু পৰিমাণে জয়ী হৈছো। আজি অসমীয়া ভাষা ৰাজ্যিক ভাষাৰূপে গণ্য হৈছে। কিন্তু এইখিনিতে বৈ গলে নহ'ব, আমাৰ সাহিত্যৰ আৰু বেছি উন্নতিসাধনৰ প্ৰয়োজন হৈছে।

আমি বিচাৰো কি ?

আমাৰ পাঠ্যপুথিবিলাকৰ অৱস্থা বৰ শোকলগা। আমি ভাল ভাল কিতাপৰ যোগান ধৰিব নোৱৰাৰ বাবে আমাৰ লৰা-ছোৱালীয়ে অন্যান্য উন্নত দেশৰ লৰা-ছোৱালীৰ দৰে আগবাঢ়ি যাবপৰা নাই। বিভিন্ন বিষয়ত লাগতিয়াল পুথি লিখি প্ৰকাশ কৰিবলৈ সাহিত্যিকসকলে যাতে আৰ্থিক সাহায্য লাভ কৰিব পাৰে তাৰ বাবে আমাৰ চৰকাৰ সজাগ হোৱা অত্যাৱশ্যক।

মন কৰিলে দেখা যায়, আমাৰ সকলো প্ৰচেষ্টা আধাবাটতে বৈ যায়। একোখন আলোচনী প্ৰকাশ হয় যি উদ্যমেৰে সেই উদ্যমত চেঁচাপানী পৰিবলৈও বেছি সময় নালাগে।

আজি পৃথিবীৰ প্ৰায় সকলো দেশৰ ভাষাতে বিশ্বকোষ ( Encyclopædia ) প্ৰকাশ পাইছে, কিন্তু অসমীয়া ভাষাত এতিয়ালৈকে ওলোৱা নাই। অতি শীঘ্ৰে তেনেধৰণৰ বিশ্বকোষ প্ৰস্তুত কৰাৰ কাম অসম সাহিত্য সভাই বা তেনেধৰণৰ অনুষ্ঠানে হাতত লোৱা উচিত। এইক্ষেত্ৰত চৰকাৰে মুক্তহস্তে সাহায্য আগবঢ়াব লাগে।

আত্মজীৱনী আৰু জীৱনীমূলক সাহিত্যৰ এটা স্বকীয়া মূল্য আছে। এইক্ষেত্ৰত আমাৰ সাহিত্যৰ ভঁৰাল এতিয়াও চালুকীয়া হৈয়ে আছে। জীৱনী বা আত্ম-জীৱনী গতানুগতিকভাৱে নিলিখি, জীৱনীৰ লগতে সেইসময়ৰ দেশখনৰ বাহিৰ ভিতৰৰ এটা ইতিহাস দিলে, এনে সাহিত্যও বৰ উপাদেয় বস্তু হৈ পৰিব, কাৰণ কাল্পনিক কাহিনীতকৈ সঁচা কাহিনী জনসাধাৰণৰ বেছি আদৰৰ বস্তু। আমাৰ লিখকসকলে এই বিষয়ত অধিক মনোযোগী হ'ব বুলি আশা কৰিলো।

অসমত প্ৰায় চতুৰ্দ্দশ শতিকাৰপৰাই অসমীয়া কবিসকলে তেওঁবিলাকৰ সমসাময়িক ৰজা-মহাৰজা সকলৰপৰা কাব্য ৰচনা কৰিবলৈ অনুপ্ৰেৰণা আৰু অৰ্থসাহায্য পাইছিল। ৰজাসকলে সংস্কৃত পুৰাণ আদি শাস্ত্ৰত থকা নৈতিক, আধ্যাত্মিক আৰু ধৰ্ম্ম সম্বন্ধীয় কথাবোৰ অসমীয়ালৈ অনুবাদ কৰাত গুৰুত্ব আৰোপ কৰিছিল। ৰাজকীয় অনুপ্ৰেৰণাত যি সাহিত্য ৰচিত হ'ল সি আজিও অমৰ হৈ আছে।

প্ৰাচীন পদ্ধতিৰ পৰম্পৰা অনুযায়ী বৰ্ত্তমান আমাৰ জাতীয় চৰকাৰে সাহিত্যিকসকলক

সাহায্য আগবঢ়োৱাটো অত্যন্ত আৱশ্যক। অৰ্থনৈতিক আৰু ব্যক্তিগত নানা অশান্তিৰপৰা মুক্ত হ'ব পাৰিলেহে সাহিত্যিকে একাগ্ৰচিত্তীয়া ভাৱে সাহিত্য চৰ্চা কৰিব পাৰিব।

আজীৱন সাহিত্যসেৱীসকলক আজি যি "সাহিত্যিক পেঞ্চন" দিয়া হৈছে, বৰ্তমান সমাজৰ আৰ্থিক পৰিস্থিতিলৈ চাই সি কোনো লোককে সাহিত্য চৰ্চা কৰিবলৈ উৎসাহ বা উদ্গনি নোযোগায়। অতি শীঘ্ৰেই এই পেঞ্চনৰ মান উচ্চ নিৰিখত নিৰ্দ্ধাৰিত কৰা উচিত।

চৰকাৰী-বেচৰকাৰী প্ৰকাশন প্ৰতিষ্ঠানসমূহ, বাতৰি কাকত, আলোচনী প্ৰকাশনবোৰেও সাহিত্যিকসকলক সাহায্য আৰু প্ৰেৰণা যোগোৱা উচিত। আজি বহুতো প্ৰতিভাৱান সাহিত্যিকে একমাত্ৰ অৰ্থনৈতিক সমস্যাত জুৰুলা-জুপুৰা হোৱা বাবেই সাহিত্য চৰ্চালৈ পিঠি দিছে।

"চন্দ্ৰকান্ত অভিধান"ৰ তৃতীয় সংস্কৰণৰ কাম অসম সাহিত্য সভাই হাতত লৈছে। এই কাম সৰ্ব্বাঙ্গসুন্দৰ হৈ সুচাৰুৰূপে সমাধান হব বুলি আশা ৰাখিছো। তাহানিৰ ৺হেমচন্দ্ৰ বৰুৱাৰ "ব্যাকৰণ" আৰু ৺সত্যনাথ বৰাৰ "বহল ব্যাকৰণ"ৰ পাছত আমাৰ ভাষাত আৰু নিৰ্ভৰযোগ্য ব্যাকৰণ ৰচনা কৰা হোৱা নাই। বৰ্ত্তমান বৈজ্ঞানিক পদ্ধতিত লিখা এখন ব্যাকৰণৰ প্ৰয়োজন সকলোৱে অনুভৱ কৰিছে।

বৰ্ত্তমান সময়ৰ আলোচনী আৰু বাতৰি কাকতৰ পাত মেলিলে কোনো কোনো ক্ষেত্ৰত দেখা যায় যে শব্দ প্ৰয়োগ, আখৰ জোঁটনি আদিত কোনো ধৰাবন্ধা নিয়ম মানি চলা হোৱা নাই। আৰু এখন বৈজ্ঞানিক পদ্ধতিৰে যুগুত কৰা ব্যাকৰণ ৰচনা কৰি তাক মানি চলিলে এই অৰাজকতা দূৰ হ'ব যেন লাগে।

আমাৰ ভাষা সাহিত্যৰ প্ৰচাৰ বৰ প্ৰয়োজনীয়। এনে প্ৰচাৰৰ বাবে অসম সাহিত্য সভাই উপযুক্ত ব্যৱস্থা হাতত ল'ব লাগে।

অসমীয়া ভাষা প্ৰচাৰ আৰু সংগঠনৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ শাখাসমূহে সক্ৰিয় ভূমিকা লোৱা উচিত। অসম সাহিত্য সভাৰ এটা স্বকীয়া প্ৰচাৰ বিভাগৰ নিতান্ত প্ৰয়োজন। আমি জানো, জীৱন্ত সাহিত্যক কোনেও বাধা দি ৰাখিব নোৱাৰে। সেয়েহে কওঁ—

"ভাষা সাহিত্যৰ লুইতক ভেটিব কোনে?" "সংস্কৃতিৰ বৰনৈক বোধিব কোনে?"

মহিলাসকলে আমাৰ সাহিত্যত দিয়া অৱদান উল্লেখযোগ্য। যুগপৰম্পৰা আলোচনা কৰিলে দেখা যায়, আমাৰ সমাজত বিদুষী মহিলাৰ সংখ্যা নিচেই তাকৰ নহয়। সময়ৰ লগত খোজ মিলাই তিৰোতাসকলেও আজি সকলো কামতে পুৰুষৰ লৈতে সমান অংশ লৈছে। বৰ্ত্তমান ক্ষেত্ৰত আমি দেখিছো, গল্প, উপন্যাস, যিবিলাক তিৰুতাসকলে লিখিছে তাৰ সকলোতে মাৰ্জ্জিত ৰুচি প্ৰকাশ পাইছে। কাকত আৰু আলোচনীত ওলোৱা "মহিলা চ'ৰা" বিভাগ আৰু "উৰুলি", "সাৰথি" আলোচনীৰ যোগেদি মহিলাসকলে দেশমাতৃক সকলোপ্ৰকাৰে সেৱা কৰিছে। আমাৰ সাহিত্যৰ জগতখনক সুন্দৰতম কৰি তুলিব পাৰিব মহিলাসকলেহে। স্বভাৱতে মহিলাসকলৰ অন্তৰত সৃষ্টিমূলত কোমলতা নিহিত থাকে। আজিৰ এই দুৰ্য্যোগপূৰ্ণ অৱস্থাত

মহিলাসকলে এনেভাৱে গল্প, কবিতা, উপন্যাস, নাটক, প্ৰবন্ধ লিখিব লাগে যি আমাৰ সমাজখনক সুস্থ কৰি তুলিব, মনত প্ৰেৰণা দিব আৰু নিজৰ সত্তাক চিনিবলৈ শিকাব। তাঁতৰ পাতত বহি গামোছাত তোলা পদুম ফুলৰ দৰে আমাৰ ভাষা-সাহিত্যৰ জগততো পদুম ফুলাওক, তাকেই আশা কৰিলো।

ভাষাটোক প্ৰাণ দি আগবঢ়াই নিয়াত সঙ্গীতৰ বিশেষ আৱশ্যক। তাহানি পোহৰ-ঘোল শক্তিকাৰপৰাই মহাপুৰুষসকলৰ বৰগীত, ভটিমা আৰু ঘোষাই যিদৰে ভাষাটোক শক্তিশালী কৰি আগবঢ়াই আনিলে, সেইদৰে এতিয়াৰ সঙ্গীতে আমাৰ জাতীয় সাহিত্যৰ পৰিপুষ্টি সাধনত বিশেষ বৰঙণি যোগাইছে বুলি ক'ব নোৱাৰি।

বোলছবিয়েও অসমীয়া সাহিত্য আৰু অসমীয়া কৃষ্টিৰ প্ৰচাৰত কিছুদূৰ সহায় কৰিব পাৰে। বৰ দুখৰ বিষয়, যদিও "জয়মতী"কে আদি কৰি আমাৰ কেইখনমান বোলছবিহে ওলাইছে, ই এচক কচুশাকত কেইটামান জালুকহে। চৰকাৰে গুৱাহাটীত এটা "ষ্টুডিঅ" নিৰ্ম্মাণ কৰাইছে—আশাকৰো ই অসমীয়া কলা-শিল্প উদ্যোগত বৰঙণি যোগাব।

আমাৰ অভিনেতা-অভিনেত্ৰী আছে, নাটক উপন্যাস আছে, বোলছবি পৰিচালনা কৰিব-পৰা লোকও আছে। এতিয়া আমাক লাগে বাইজ আৰু চৰকাৰৰ সহায়।

সকলো দেশতে যুগে যুগে চিত্ৰকলাৰ প্ৰতি অনুৰাগ প্ৰদৰ্শিত হৈছে। পুৰণি কালৰ-পৰাই কলা-কৃষ্টি, নৃত্য-গীত আদি চৰ্চাত অসমীয়াই গুৰুত্ব দি অহাৰ নিদৰ্শন জিলিকি আছে। কৃষ্টি-কলাৰ অনুষ্ঠানবিলাক আৰু বেছি সক্ৰিয় হব লাগে। অসমীয়া লৰা-ছোৱালী বহুতেই দিল্লী আদি ঠাইত নৃত্য-গীতত পাৰদৰ্শিতা দেখুৱাব পাৰিছে।

আমাৰ জন-জাতীয় লোকসকলৰ নৃত্য-গীত, চাহ-বাগিচাৰ শ্ৰমিকসকলৰ নৃত্য-গীত, আৰু এতিয়ালৈকে অৱহেলিত হৈ থকা আপুৰুগীয়া সত্ৰীয়া নৃত্য-গীতসমূহ, সঙ্গীত অনুষ্ঠানবিলাকে সংগ্ৰহ কৰি পৰ্ব্বত-ভৈয়াম উভয়তে আৰু অধিক ভাৱে প্ৰদৰ্শন কৰিলে আমাৰ কলা-কৃষ্টিৰ উন্নতি হব।

আজি যুগ যুগ ধৰি আমাৰ চাহ-বাগিচাবিলাকত ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে থকা প্ৰদেশসমূহৰপৰা নানা জাতিৰ শ্ৰমিকসকল আহি কেইবা পুৰুষো বাস কৰিছেহি। তেওঁবিলাকে এই দেশত সকলো সা-সুবিধা পোৱাৰ কাৰণে পুনৰ নিজৰ দেশলৈ ঘূৰি নগৈ এই দেশকে নিজৰ ঘৰ বুলি লৈছে। আজি আমি এই শ্ৰমিকসকলক কোনোপধ্যেই অসমীয়া নহয় বুলি ভাবিব নোৱাৰো।

বিশেষকৈ চাহ-বাগিচাৰ হিন্দু শ্ৰমিকসকলৰ মাজত আমাৰ বৈষ্ণৱ ধৰ্ম্ম আৰু সংস্কৃতিয়ে যথেষ্ট প্ৰভাৱ পেলাইছে। শঙ্কৰী কলা-কৃষ্টিক তেওঁলোকে আদৰি লোৱা দেখি ভাল পাইছো। বৰ্ত্তমান এই লোকসকলৰ অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰতিও এটা অনুৰাগ জন্মা দেখিবলৈ পাইছো। এইখিনিতে অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ গুৰিয়ালসকললৈ মোৰ এটি অনুৰোধ—তেখেত-সকলে যেন চাহ-বাগিচাৰ শ্ৰমিকসকলক বৈষ্ণৱ ধৰ্ম্মত শৰণ দিয়াৰ আৰু শঙ্কৰী কৃষ্টিৰে লৈকে

পৰিচয় কৰি দিয়াৰ দায়িত্বক পৰিহাৰ নকৰে। অন্যান্য অসমীয়া লোকেও শ্ৰমিকসকলক "তাৰলা"ৰ সোৱাদ দিব পাৰে। এই ধৰণেও অসমীয়া কলা-কৃষ্টি, ভাষা-সাহিত্যই বিস্তাৰ লভিব।

মুঠতে, একেষাৰ কথাত, অসমৰ সংহতিৰ উন্নতিয়েই, সৰ্ব্ব ভাৰতীয় সংহতিৰ উন্নতি। অসমখন ভাৰতৰ এটা প্ৰধান অঙ্গ। এটা অঙ্গৰ হানি-বিঘিনিয়ে ভাৰতৰো হানি-বিঘিনি কৰিব। গতিকে অসমৰ সংহতি অক্ষুন্ন ৰাখিবলৈ, আমাৰ সাহিত্য আৰু সংস্কৃতি সদায় সক্ৰিয় হৈ থাকিবই লাগিব।

ইয়াতে আৰু একেষাৰ কথা কলেও অবাস্তৱ নহব যে অসমীয়া জাতিটোৱে এতিয়াও পাহৰা নাই, অসমীয়াৰ প্ৰাণৰ জাতীয় বাণী—"পৰৰ অধীনে থকাতকৈ মৃত্যুৱেই শ্ৰেয়"। আৰু পাহৰা নাই, এদিন ভাৰত-বিজয়ী মোগলকো অসমৰ শৰাইঘাটে পৰাজিত কৰিছিল।

সেই অসমীয়া জাতিটোৱে নিজৰ শক্তি আৰু চৰিত্ৰ পুনৰ উদ্ধাৰ কৰি, আজিৰ স্বাধীন ভাৰতত অসমখন যে শ্ৰেষ্ঠ অঙ্গ তাক প্ৰমাণ কৰি দেখুৱাব লাগিব। আমি, এই দেশৰ সন্তি-সন্ততি সকলোৱেই ভাষা-সাহিত্য-সংস্কৃতিৰে এক হৈ কব পাৰিব লাগিব—"অসম সঁচাকৈয়ে অসম"।

নানা ৰাজনৈতিক, সামৰিক, অৰ্থনৈতিক দৃষ্টিভঙ্গীত গুৰুত্ব লাভ কৰা, সীমান্তৱৰ্ত্তী উত্তৰ-পূব ভাৰতৰ এই ৰাজ্যখণ্ডত অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠান এটাৰ দায়িত্ব

**সামৰণি**

বহুত। সাহিত্য সভা আজি কেৱল এমুঠি সাহিত্যিকৰে নহয়। অসমত থকা বিভিন্ন জাতি-উপজাতি সকলোৰে বাবেই ই মিলন ক্ষেত্ৰ স্বৰূপ হৈ পৰিছে। সাহিত্য আৰু সংস্কৃতিয়ে জাতীয় ঐক্য আৰু সংহতি সৃষ্টিৰ ক্ষেত্ৰত বিশেষ বৰঙণি যোগায়। সীমামূৰীয়া আৰু বিবিধ আহুকলীয়া সমস্যাৰে জৰ্জ্জৰিত এই ৰাজ্যখনৰ জাতীয় ঐক্য, সম্প্ৰীতি আৰু সংহতিৰ বান্ধোন অটুট ৰাখিবলৈ হলে আমি আমাৰ ভাষা আৰু সাহিত্যৰ লুইতক পৰ্ব্বতে-ভৈয়ামে, দিহিঙে-দিপাঙে বোৱাই লৈ যাবলৈ সক্ষম হব লাগিব।

ইংৰাজীৰ পৰিবৰ্ত্তে আমাৰ দেশত হিন্দী ভাষাক ৰাষ্ট্ৰভাষা কৰাৰ আঁচনি ভাৰত চৰকাৰে লৈছে। হিন্দীৰ লগে লগে ৰাজ্যিক ভাষা কেইটাৰো দায়িত্ব আৰু গুৰুত্ব বাঢ়িছে। কেন্দ্ৰীয় লোক-সেৱা আয়োগে ৰাজ্যিক ভাষাবিলাকৰ মাধ্যমত পৰীক্ষা আদি কৰাৰ জল্পনা কল্পনা চলাই আছে। গতিকে ৰাজ্যিক ভাষা-সাহিত্যক আজি উচ্চ মানবিশিষ্ট কৰি তোলাৰো দায়িত্ব আহি পৰিছেহি।

অসম সাহিত্য সভাৰ লগতে জড়িত থকা আৰু নথকা সকলো সাহিত্যসেবীলৈ মোৰ অনুৰোধ—সাহিত্য সেৱাক পাৰ্য্যমানে জীৱনৰ ব্ৰত কৰি লওক। চিৰ-চেনেহী ভাষা-জননীৰ পূজা আপোনালোকে নিষ্ঠাৰে পালন কৰক। উদীয়মান নবীন সাহিত্যিকসকল আহক। বয়সৰ বান্ধোন ভাঙি দিছো, ভাঙি দিছো আপোনালোকৰ আগত থকা পুৰণি আধুনিকতাৰ প্ৰাচীৰ, দেশৰ বৃহত্তৰ স্বাৰ্থৰ কথা চিন্তা কৰি সকলোৱেই এই ভাষা-সাহিত্যৰ মহান অনুষ্ঠানত যোগদান দিওঁ আহক। ভাষা-সাহিত্য মন্দিৰত আজি সকলোৱে অৱিহণা লাগে—লাগে সকলোৰে সক্ৰিয় সহযোগিতা। নিষ্ক্ৰিয় আৰু উদাসীনৰ দৰে নিৰ্ব্বাক দৰ্শকৰ ভাও নিদি

পাৰ্য্যমানে ভাষা-সাহিত্যৰ ভঁৰাল চহকী কৰক ; সময়ে আপোনালোকৰ সৃষ্টিৰ মূল্যাঙ্কন কৰিব— আপোনালোকৰ অৱদানে অসমীয়া সাহিত্যৰ সংস্কৃতিৰ ভেটিটো বৃহত্তৰ কৰি তোলক।

যি মহান আদৰ্শ লৈ ভাষা-জননীৰ বেদীত নৈবেদ্য দিবলৈ আগবাঢ়ি আহিছোঁহঁক সেই আদৰ্শক সাফল্যমণ্ডিত কৰিবলৈ, আহক, আমি আজি এই যজ্ঞতে জাতি-বৰ্ণ-ধৰ্ম্ম নিৰ্ব্বিশেষে প্ৰতিজ্ঞাবদ্ধ হওঁ। পাঞ্চজন্য শঙ্খত বজ্ৰ-গম্ভীৰ শবদেৰে নিনাদিত হওক, আমাৰ মাতৃভূমি অসমৰ নাম। সূৰ্য্যৰ প্ৰখৰ কিৰণৰ দৰে আমাৰ ভাষা-সাহিত্যৰ পোহৰ চৌদিশে বিয়পি পৰক, ভৰ-বাৰিষাৰ লুইতৰ দৰে আমাৰ সাহিত্য মূল্যবান সামগ্ৰীৰে উপচি পৰক।

নিজৰ মাতৃভাষাত যি সুখ-শান্তি আৰু তৃপ্তি আছে, তেনে সুখ-শান্তি-তৃপ্তি ক'তো পাবলৈ নাই।

সেই কাৰণেহে কবিয়ে গাইছিল—

সাতোখন সাগৰত সাতুৰি-নাছুৰি
লুইতত মাৰিলো বুৰ।
পানীৰ তলতে বৰগীত শুনিলোঁ
চাকনৈয়াত শুনিলো সুৰ॥

সুধীবৃন্দ, ইমানপৰ এই নিঃকিনৰ কথা আপোনালোকে যে ধৈৰ্য্য ধৰি শুনিলে, তাৰ বাবে মই কৃতজ্ঞ। হোৱাই-নোহোৱাই মোৰ মনৰ কথা দু-আষাৰ আপোনালোকৰ আগত ব্যক্ত কৰিলোঁ। ইয়াতে যদি কোনোবাখিনিত কিবা দায়-দোষ হৈছে, তাক যেন নিজ গুণে ক্ষমা কৰে।

আপোনালোকে যি সন্মান মোক দিছে সেই সন্মান ৰক্ষা কৰাৰ শক্তি যেন পৰমেশ্বৰে মোক দিয়ে।

সৰ্বে অত্ৰ সুখিনঃ সন্তু
সৰ্বে সন্তু নিৰাময়াঃ।
সৰ্বে ভদ্ৰানি পশ্যন্তু মা কশ্চিৎ
দুঃখ ভাক্ ভবেৎ॥

**ওঁম শান্তি শান্তি শান্তি।**

# পঞ্চত্ৰিংশ অধিবেশন

তেজপুৰ—২৭ জানুৱাৰী, ১৯৬৮ চন

সভাপতি—জ্ঞাননাথ বৰা

অভ্যৰ্থনা সমিতিৰ সভাপতি ভাঙৰীয়া, প্ৰতিনিধিবৰ্গ আৰু সমবেত ৰাইজ,

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশতম তেজপুৰ অধিবেশনৰ সভাপতি নিৰ্ব্বাচিত হোৱাত অসমৰ সাহিত্যিকসকলৰ ওচৰত মোৰ কৃতজ্ঞতা নিবেদন কৰিছোঁ।

এই সভাপতিৰ পদ মই কেতিয়াও বাঞ্ছা কৰা নাছিলোঁ। মই ভাবিছিলোঁ মোৰ বাকী জীৱন কাল অসমৰ গুণ-গান গাই আৰু ৰেহ-ৰূপ চাই কটাম। মোৰ ওপজা দিনৰেপৰা অসম আইৰ সুদিন দেখিছিলোঁ। দেখিলোঁ কি? দেখিলোঁ মলিয়ন বসন পিন্ধি কান্দি কান্দি বহি থকা। শুনিছিলোঁ হেনো অসম আয়ে এদিন মোহিনী ৰূপ ধৰি অপাৰ ঐশ্বৰ্য্য বিভূতিৰ গৰাকিনী হৈ জগতত আবিৰ্ভাব হৈছিল। সেই ৰূপ কেতিয়া দেখিম, সেই ঐশ্বৰ্য্য কেতিয়া দেখিম—এই ভাবত বিভোৰ হৈ এই ফটা কানি পিন্ধা দুখিনী কাঙালিনী আইৰ চৰণত পৰি নিজেও কান্দিলোঁ। পৰ দেশৰপৰা অসংখ্য লোক আহি চকুৰ আগতে আইৰ গাৰ খাৰু-মণি অলংকাৰ এপদ এপদকৈ কাটি নিলে। সন্তি-সন্তানৰ কি দুৰবস্থা। দৰিদ্ৰতাৰ কৰাল মূৰ্ত্তিয়ে কেউপিনে দেখা দিলে। আমাৰ মানুহৰ কি বিলাই! আজিও সেই বিলাই দেখিছোঁ। অসম আইক উদ্ধাৰ কৰিবলৈ মোৰ জীৱনত কোনো কাম কৰিব নোৱাৰিলোঁ। মাথোন মুখেৰে নানা কথা কৈ, কাকতত নানা ৰচনা লিখি চকুৰ লোৰে আইৰ চৰণ দুখানি ধুৱাই আছোঁ। আজি অবধি আইৰ দুখমোচনৰ কোনো কাম কৰিবপৰা নাই। এই কাম নকৰা অভাজন লোক এজনলৈ এই সভাপতিৰ আসনখন আপোনালোকে আগবঢ়াইছে। আমি এই আসনৰ যোগ্য নে অযোগ্য কব নোৱাৰোঁ। যদি অযোগ্য হওঁ তেনেহলে আমি দায়ী নহওঁ। যদি যোগ্য হওঁ তেনেহলে আশা কৰোঁ সাহিত্যিকসকলে যেন আমি দেখুৱা পথ অনুসৰণ কৰে।

আমি এই ভাবণত কি কি কথা আলোচনা কৰিম আৰু কি কি কথা নকৰোঁ তাক আগেয়ে কব খুজিছোঁ। আজি আমি এই ইতিহাস-প্ৰসিদ্ধ প্ৰাচীন নগৰ তেজপুৰত সমবেত হৈছোঁহি। এই নগৰৰ বিস্তৃত বিৱৰণ কামৰূপ বুৰঞ্জী আৰু অসম বুৰঞ্জীত আছে। এই বিৱৰণ লিখি আমাৰ ভাৰ্ষণ দীঘলীয়া কৰিব নোখোজোঁ।

অসম সাহিত্য সভাৰ বুৰঞ্জী আগৰ সভাপতিসকলে তেখেতসকলৰ অভিভাষণত সুন্দৰকৈ লিখি থৈছে। সেই বুৰঞ্জী পুনৰায় আমাৰ ভাষণত কব নোখোজোঁ।



জ্ঞাননাথ বৰা ঃ পঞ্চত্ৰিংশ সন্মিলনৰ সভাপতি

আমাৰ ভাষা আৰু সাহিত্যই কি ভাবে উৎপত্তি হৈ গোটেই প্ৰাচীন কামৰূপক আকোৱালি ধৰিছিল আৰু এয়ে কিদৰে আমাৰ জাতীয় উন্নতি সাধন কৰিছিল তাক আমি আলোচনা কৰিব নোখোজোঁ। আমাৰ কেইবাজন কৃতবিদ্য লিখকে এই সাহিত্যৰ বহল বুৰঞ্জী লিখিছে। তেখেতসকলে বহু শ্ৰম আৰু গৱেষণা কৰি প্ৰাক্শঙ্কৰী যুগৰ আৰু শঙ্কৰী যুগৰ প্ৰসিদ্ধ প্ৰাচীন গ্ৰন্থবোৰ এটা এটাকৈ আলোচনা কৰি কিছুমান সিদ্ধান্তত উপনীত হৈছে। সেই এটাইবোৰ সিদ্ধান্ত আমি নিৰ্ভুল বুলি মানিব নোৱাৰোঁ। এইবোৰ নানা যুক্তি দি কঁচিয়াই আলোচনা কৰিবলৈ হলে এখন বৃহৎ গ্ৰন্থ হব। এই ভাষণত সেইবোৰ চমুকৈ আলোচনা কৰাও সম্ভৱ নহয়।

সেইদৰে আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী আমি আলোচনা কৰিব নোখোজোঁ। আমাৰ চকুৰ আগতে ই তুপতীয়া হৈ ক্ৰমে ক্ৰমে বাঢ়ি এজোপা গছ হৈছে। অৰুণোদয় যুগ আৰু জোনাকী যুগৰ লিখকসকলে কি সম্বলেৰে, কি উপকৰণেৰে এই সাহিত্য গঢ়িলে আৰু ইয়াৰ শ্ৰীবৃদ্ধি কৰিবলৈ কি কি উপায় অবলম্বন কৰিলে তাৰ বিস্তৃত বিৱৰণ আজি ওলাইছে।

বৰ্ত্তমান আমাৰ দেশৰ ৰাজনৈতিক অৱস্থাত আমাৰ সাহিত্য কি ভাবে ৰচনা কৰিলে ই নিজৰ অস্তিত্ব ৰক্ষা কৰি দেশৰ ইমূৰৰপৰা সিমূৰলৈ বিয়পি অসমীয়া জাতিক শক্তিমন্ত কৰিব পাৰে—এই বিষয়ে এই ভাষণত আলোচনা কৰাটো অসম সাহিত্য সভাৰ সভাপতিৰ মূল কৰ্ত্তব্য বুলি ভাবিছোঁ।

দেশৰ ৰাজনৈতিক অৱস্থাৰ পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যই ন ন ৰূপ লৈ দেখা দিয়ে। স্বাধীন দেশৰ সাহিত্য আৰু পৰাধীন দেশৰ সাহিত্য একে নহয়। স্বাধীন দেশৰ সাহিত্যিকসকলে যেনেকৈ মুকলিমূৰীয়া হৈ নিজৰ ভাব প্ৰকাশ কৰি সাহিত্য গঢ়ে, পৰাধীন দেশৰ সাহিত্যিকে সেইটো নোৱাৰে।

অসমৰ ৰাজনৈতিক অৱস্থা তিনি যুগত বিভক্ত কৰিব পাৰি। প্ৰথম ৰজাদিনীয়া স্বাধীন অসমৰ অৱস্থা, দ্বিতীয়, ইংৰাজৰ দিনৰ পৰাধীন অসমৰ অৱস্থা, তৃতীয়, ভাৰতৰ স্বাধীনতাৰ লগে লগে লাভ কৰা স্বাধীন অসমৰ অৱস্থা।

আমাৰ ৰজাদিনীয়া স্বাধীন অসমৰ লিখকসকলে যি সাহিত্য সৃষ্টি কৰিলে, সেই সাহিত্য ধৰ্ম-প্ৰধান অৰ্থাৎ ধৰ্মৰ আলোচনাই বাইকৈ ভাত ঠাই পাইছিল। সেই যুগত গোটেই ভাৰতবৰ্ষতে নানা ধৰ্মৰ আন্দোলন হৈছিল। এই আন্দোলনৰ চৌৱে অসমকো চোৱাইছিল। বহুকাল ধৰি প্ৰাচীন কামৰূপ বৌদ্ধ তান্ত্ৰিক ধৰ্মৰ কেন্দ্ৰ আছিল। এই ধৰ্ম প্ৰচাৰৰ অৰ্থে বিবোৰ শাস্ত্ৰ প্ৰণয়ন কৰা হৈছিল সেইবোৰৰ ভাষা সংস্কৃত। আমাৰ দেশীয় ভাষাত কোনো তান্ত্ৰিক গ্ৰন্থ নাই। কামৰূপীয় পণ্ডিতসকলে দেৱ-দেৱীৰ পূজাৰ অসংখ্য মন্ত্ৰ, অসংখ্য বিধি, অসংখ্য তান্ত্ৰিক শাস্ত্ৰ সংস্কৃতত লিখি তান্ত্ৰিক ধৰ্মৰ ভেটি শকত কৰিছিল। এই ধৰ্মৰ প্ৰভাৱ শ্ৰীমন্ত শঙ্কৰৰ দিনলৈকে আছিল। মহাপুৰুষে ১৬ শতিকাতে লিখিছে—"বামাচাৰ শাস্ত্ৰে মোহি আছে সৰ্ব্বজন।" এই বামাচাৰ শাস্ত্ৰ বাম্বা অৰ্থাৎ নাৰীক কেন্দ্ৰ

প্ৰথম বা আদি যুগ

কৰি সেই ধৰ্মৰ দাৰ্শনিক তত্ত্ববোৰ প্ৰচাৰ কৰা হৈছিল। সেই যুগত বহুত সংস্কৃতজ্ঞ দাৰ্শনিক পণ্ডিত আছিল। সংস্কৃত ভাষা বহুত ব্ৰাহ্মণ আৰু কায়স্থই জানিছিল। এই ভাষা শিক্ষাৰ অৰ্থে ঠায়ে ঠায়ে অসংখ্য অনুষ্ঠান পতা হৈছিল। মহাপুৰুষে তেনে এটা অনুষ্ঠানত মহেন্দ্ৰ কন্দলীৰ ওচৰত সংস্কৃত ভাষা শিকিছিল। আৰ্য্যসকলে অসমলৈ আহোঁতে সেই যুগত ৰচিত সংস্কৃত গ্ৰন্থবোৰ লগত লৈ ঠায়ে ঠায়ে বসতি কৰিছিল আৰু লগে লগে অনুষ্ঠান পাতি সংস্কৃত চৰ্চ্চা কৰিছিল। সংস্কৃত দেৱভাষা। ই অতিশয় পবিত্ৰ। সকলো মন্ত্ৰ, সকলো ধৰ্ম্মশাস্ত্ৰ এই ভাষাত ৰচিত হব লাগিব। এই কাৰণে আজিলৈকে দেৱ-দেৱী পূজা কৰিবলৈ যিবোৰ মন্ত্ৰ উচ্চাৰিত হয় সেইবোৰৰ ভাষা সংস্কৃত। গোটেই ভাৰতত্তে এই প্ৰথা অৰ্থাৎ সংস্কৃত মন্ত্ৰ মাতি দেৱ-দেৱী পূজা কৰা বিধি আজিও চলি আছে।

বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱত ধৰ্ম্মই আগৰ নিচিনাকৈ এমুঠি সংস্কৃতজ্ঞ ব্ৰাহ্মণ পণ্ডিতৰ মাজত আবদ্ধ হৈ নেথাকিল। সৰ্ব্বসাধাৰণ প্ৰজাৰ আগলৈ আহিল। লক্ষ লক্ষ সংস্কৃত নজনা লোকক ধৰ্ম্মশাস্ত্ৰৰ কথাবোৰ শিকোৱা যায় কেনেকৈ? এয়ে সমস্যা। ১৩ আৰু ১৪ শতিকাত অনেক পণ্ডিতে ৰামায়ণ, মহাভাৰত আৰু পুৰাণৰ কিছুমান আখ্যান দেশীয় ভাষাত ৰচনা কৰিলে। আমাৰ সংস্কৃত নজনা মানুহবিলাকে নিজৰ কথিত ভাষাত এই নকৈ ৰচিত পুথিবোৰ পাই নতুন সোৱাদ পালে। বহুত সংস্কৃতজ্ঞ পণ্ডিতে এই কথাটো ভাল পোৱা নাছিল। আমাৰ মানুহে তেওঁলোকৰ প্ৰতিবাদলৈ আওকাণ কৰি সেই পুথিবোৰ অতি আগ্ৰহেৰে গ্ৰহণ কৰিলে আৰু তেনেকুৱা ন ন পুথি ৰচিবলৈ লিখকসকলক উদ্‌গণি দিলে। মানুহৰ আগ্ৰহ আৰু উৎসাহ দেখি সেইকালৰ বহুত পণ্ডিতে সংস্কৃত কাব্য আৰু উপাখ্যান অনুবাদ কৰি অসংখ্য পুথি লিখি দেশত প্ৰচাৰ কৰিলে।

ধৰ্ম্মশাস্ত্ৰবোৰ অনুবাদ কৰিবলৈ তেতিয়াও কোনো পণ্ডিতে সাহ কৰা নাছিল। এইটো কৰাটো বৰ পাপ বুলি বহুতে ভাবিছিল। মহাপুৰুষ শঙ্কৰদেৱে যেতিয়া ভাগৱতী ধৰ্ম বা নাম-ধৰ্ম্ম দেশত প্ৰচাৰ কৰিবলৈ ধৰিলে, তেতিয়া ধৰ্ম্মশাস্ত্ৰ গীতা আৰু ভাগৱত অনুবাদ কৰাটো অতিশয় আৱশ্যকীয় কাম বুলি ভাবিলে। সংস্কৃত নজনা লোকসকলক ভাগৱতৰ কথাবোৰ জনাবলৈ ভাগৱত অনুবাদ কৰাৰ বাহিৰে আন পন্থা নাই। সেই কাৰণে মহাপুৰুষে বৰ সাহ কৰি ভাগৱত অনুবাদ কৰিলে। এই ভাগৱত আৰু মূল সংস্কৃত ভাগৱতৰ প্ৰভেদ নাইকিয়া হল। দুয়োখনকে মানুহে সমান মৰ্য্যাদা দি শৰাইত থাপনা কৰিলে। এইদৰে আনবিলাক ধৰ্ম্মশাস্ত্ৰকো অনুবাদ কৰিবলৈ বহুত পণ্ডিত আগবাঢ়ি আহিল।

মন্ত্ৰবোৰ অৱশ্যে কোনো সংস্কৃতজ্ঞ পণ্ডিতে অনুবাদ কৰা নাছিল। আজিও কোনোৱে কৰা নাই। আমাৰ মানুহৰ বিশ্বাস যে মন্ত্ৰবোৰ সংস্কৃতত পাঠ কৰিলেহে দেৱ-দেৱীৰ পূজা বিধিমতে কৰা হব, মন্ত্ৰবোৰ ভুল কৰি উচ্চাৰিত হলে সেইবোৰ নিষ্ফল হব। সেইকাৰণে ভাৰতৰ কোনো পণ্ডিতে সেই মন্ত্ৰবোৰ অনুবাদ কৰাৰ কথা ভবাই নাছিল।

আমাৰ কমতাপুৰ ৰাজ্য, কোচ আৰু আহোম ৰাজ্যৰ ৰজাসকলে প্ৰাক্-শঙ্কৰীযুগৰ আৰু

শঙ্কৰীযুগৰ কবিসকলক আমাৰ দেশীয় ভাষাত বিপুল সাহিত্য সৃষ্টি কৰিবলৈ বিশেষৰূপে উদগনি দিছিল। কাকো ধন দান কৰি, কাকো ভূমি দান কৰি কবিসকলক সংস্কৃত কাব্য অনুবাদ কৰিবলৈ সুচল দিছিল। হৰিহৰ বিপ্ৰ, হেম সৰস্বতী, কবিৰত্ন সৰস্বতী, মাধব কন্দলী, ৰুদ্ৰ কন্দলী, দুৰ্গাবৰ আদি শঙ্কৰৰ পূৰ্ব্ব-কবিসকলে ৰজাসকলৰ উদগনি আৰু সহায় পাই অসংখ্য পুথি ৰচনা কৰিছিল। এই পুথিবোৰত যদিও তাৰ আগৰ কোনো পুথিৰ উল্লেখ পোৱা নেযায়, সেইবোৰৰ শব্দাৱলী আৰু ছন্দ দেখিলে এনে বোধ হয় যে সেইবোৰৰ আগেয়ে অসংখ্য পুথি ৰচনা কৰা হৈছিল। একেদিনে ইমান পৈণত শব্দাৱলী আৰু ছন্দ কোনোৱে সৃষ্টি কৰিব নোৱাৰে। কি কি কাৰণে ১৪ শতিকাৰ আগেয়ে লিখা পুথিবোৰ লুপ্ত হল তাক আমি কব নোৱাৰোঁ। সৰহভাগ যে অপৈণত শব্দাৱলী আৰু ছন্দত লিখা হৈছিল তাৰ কোনো সন্দেহ নাই। আমাৰ বেলেগ লিপিৰ উৎপত্তি কেতিয়া হল তাকো আমি জানিবপৰা নাই। এইটো ঠিক যে লিপিৰ উৎপত্তিৰ লগে লগে আমাৰ পুৰণি পুথিবোৰো লিখা হৈছিল।

সংস্কৃতৰ প্ৰসিদ্ধ গ্ৰন্থবোৰৰ ভাঙনি কৰা উজু কাম নহয়। অৱশ্যে কামৰূপীয় ভাষাত বহুত সংস্কৃত শব্দ আৰু কথা আছে, তাৰ উপৰি সংস্কৃত শব্দৰপৰা ওলোৱা অসংখ্য শব্দ আছে। সেইবোৰ থকাত সংস্কৃতজ্ঞ কবিসকলে সেই ভাষাত অনুবাদ কৰিবলৈ সুচল পাইছিল, সঁচা; কিন্তু সংস্কৃতৰ ওখ ভাববোৰ আমাৰ ভাষাত প্ৰকাশ কৰা অতিশয় টান কাম আছিল। আমি সদায় ব্যৱহাৰ কৰা সংস্কৃত আৰু ঘৰুৱা শব্দৰে সেই উচ্চ আধ্যাত্মিক ভাব প্ৰকাশ কৰিব খুজিলে সেই শব্দবোৰ বিচক্ষণ বুদ্ধি খটাই বাচনি কৰি সজাব লাগিব। ভাব প্ৰকাশ শব্দ বাচনিৰ ওপৰত নিৰ্ভৰ কৰে। আপোনা-আপুনি গজা বনফুলবোৰ বাচি বাচি গাঁথিব জানিলে এধাৰ বিতোপন মালা হয়। যেয়ে এই শব্দ গাঁথাৰ প্ৰণালী ভালকৈ জানে সেয়ে সকলো কথা পৰিপাটিকৈ বুজাই দিব পাৰে। ই এটা মহৎ কৌশল। ডাঙৰ কবি বা ডাঙৰ সাহিত্যিকে এই কৌশলেৰে দেশীয় শব্দ আৰু কথাবোৰ সুন্দৰকৈ সজাই নিজ ভাব প্ৰকাশ কৰিছে। প্ৰাক্-শঙ্কৰীযুগৰ কবিসকলেও এই কৌশলেৰে সেইকালৰ মানুহে কোৱা শব্দ আৰু কথাৰে সংস্কৃত গ্ৰন্থবোৰৰ ভাব প্ৰকাশ কৰিছিল, অৱশ্যে কেতিয়াবা কেতিয়াবা ন ন শব্দ সৃষ্টি কৰিব লগাত পৰিছিল।

কামৰূপত যেতিয়া দেশীয় ভাষাত কোনো লিখিত পুথি-পাঁজি নাছিল, তেতিয়াও মানুহে মুখে মুখে নানাবিধৰ নাম-গীত গাইছিল আৰু পূজা-পাতলত নৃত্য কৰিছিল। এই নাম-গীত-নৃত্যৰ প্ৰচলন যে লিখিত ভাষাৰ ওপৰত নিৰ্ভৰ নকৰে তাক বহলাই আলোচনা কৰাৰ আৱশ্যক নাই। জগতৰ অসংখ্য মানুহে আজিও নিজ নিজ ভাষাৰে গীত-নাম গাব লাগিছে যদিও তেওঁলোকৰ লিখিত ভাষা নাই। আমাৰ দেশত এফালে সংস্কৃত চৰ্চ্চা আৰু আনফালে কামৰূপীয় ভাষাত মুখে মুখে নাম-গীত গোৱা বহু কাললৈ চলি আছিল। যিসকল কবিয়ে প্ৰথমতে সংস্কৃত কাব্য-শাস্ত্ৰৰ ভাঙনি কৰি কামৰূপীয় ভাষাত ৰচিছিল, সিসকলে সেই প্ৰচলিত গীত-নামবোৰৰপৰাও বহুত আহিলা-পাতি পাইছিল। সেই গীত-নামবোৰৰ লিখি উলিয়ালে দেখা যাব যে

সেইবোৰ আমাৰ কোনো অজ্ঞাত কবিৰ শব্দৰ বাচনি আৰু সেইবোৰ বিবিধ ছন্দত বন্ধা আছে। পূৰ্ব্ব-কবিসকলে সেই আহিলা-পাতি পাই নিজ প্ৰতিভাবে আমাৰ ভাষাত লিখি পুথি ৰচনা কৰিছিল। এবাৰ যেতিয়া কামৰূপীয় ভাষাত লিখিত পুথি ওলাল, তেতিয়া ইয়াৰ ক্ৰমোন্নতি হবলৈ ধৰিলে। এইটো স্বাভাৱিক। প্ৰাক্-শঙ্কৰীযুগৰ পুথিবোৰ সেই ক্ৰম-বিকাশৰ নিদৰ্শন।

মহাপুৰুষৰ আগেয়ে বৈষ্ণৱ ধৰ্ম্মৰ আন্দোলনে যে কামৰূপ স্পৰ্শ কৰিছিল তাৰ প্ৰমাণ প্ৰাক্-শঙ্কৰী যুগৰ পুথিবোৰত পোৱা যায়। সেইবোৰে কামৰূপীয় বাইজৰ মন বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত কৰি শঙ্কৰৰ প্ৰচাৰৰ বাট মুকলি কৰিছিল। বহুকাল আগেয়ে কামৰূপত এই ধৰ্ম্মৰ বীজ পচোৱা হৈছিল। শঙ্কৰে দুটা বস্তু পাইছিল, এটা বৈষ্ণৱ ধৰ্ম্মৰ ঢৌৱে খেলোৱা কামৰূপ, আনটো পূৰ্ব্বৰ কবিসকলৰ সাহিত্য। এই সাহিত্যৰ শব্দাৱলী আৰু ছন্দ ঘাইকৈ প্ৰয়োগ কৰি শঙ্কৰে নিজ প্ৰতিভাবে এখন বহল সাহিত্য সৃষ্টি কৰিছিল। যি সংস্কৃত পুথি অনুবাদ বা তাৰ কথা আমাৰ ভাষাত প্ৰকাশ কৰিলে এই ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ সুচল হয় সেই পুথিকেহে সেইকালৰ কবিয়ে হাতত লৈছিল। আনবিলাক সংস্কৃত কাব্যলৈ পিঠি দিছিল। কালিদাস, ভৱভূতি, মাঘ, ভাৰবী, ভৰ্ত্তৃহৰি, বিশাখদত্ত আদি মহাকবিসকলৰ কাব্য নাট আমাৰ ভাষাত অনুবাদ কৰা হোৱা নাছিল। আমাৰ কবিসকলে সংস্কৃত শিকোতে সেই কাব্যবোৰ অধ্যয়ন কৰিছিল। যদিও তেওঁলোকে সেই কাব্যবোৰ অনুবাদ কৰিবলৈ হাতত লোৱা নাছিল, তেওঁলোকৰ ৰচিত পুথিবোৰৰ বহুত কথা সেই কাব্যবোৰৰ উপমা, বৰ্ণনা ভাবেৰে বঞ্জিত কৰিছিল।

ৰজাসকলৰ উদগণি আৰু সহায় পাই আমাৰ লিখকসকলে আয়ুৰ্ব্বেদ, নিদান, নৃত্যশাস্ত্ৰ, জ্যোতিষ, ইতিহাস, ভূগোল আদি নানা বিষয়ত শ শ পুথি ৰচিছিল। আজিও সেইবোৰ পুথি সিঁচৰতি হৈ পৰি আছে, কিছুমান অযত্নে কালৰ গৰ্ভত লয় পাইছে।

এইযুগৰ পুথিবোৰেই অসমীয়া সাহিত্যৰ ধৰণী। এইবিলাকেই আমাৰ জাতীয় প্ৰাণৰ একমাত্ৰ জীৱনী-শক্তি অৰ্থাৎ আমাৰ জাতিয়ে ইয়াৰপৰা সাৰ গ্ৰহণ কৰি নিজক জীয়াই ৰাখি পৰিপুষ্ট কৰিছে আৰু কৰিব। আমিও ইয়াৰ কোলাত ডাঙৰ-দীঘল হৈছোঁ। আমাৰ জীৱনৰ শ শ ঘটনা এইবিলাকৰ লগত গঁথা আছে। মানুহে এতিয়াও দুখ-ভাগৰ লাগিলে পুৰণি পুথিৰ পদ গাই জিৰণি লয়, শোক সন্তাপিত হলে পদ গাই শোক উপশম কৰে আৰু আনন্দত উত্ৰাৱল হলেও পদ গাই নাম-কীৰ্ত্তন কৰি হাত-চাপৰি বায়। 'ডাকি বোলা-হৰি' 'ডাকি বোলা ৰাম' গাই আমাৰ মানুহে অসমীয়া পদ পুথি নিজেও পঢ়িছে আৰু আনকো শুনাইছে। এয়ে দেশত শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্ম যে প্ৰচাৰ কৰিছে, এনে নহয়, এয়ে আমাৰ সাহিত্যকো নানা গীত, নানা নাম, নানা টোটয়, নানা ভটিমা, নানা পদেৰে মধুময় কৰিছে। আমাৰ স্বাভাৱিক জাতীয় প্ৰতিভা এই সাহিত্যত স্ফূৰ্ত্তি ওলাইছে।

এইযুগৰ পদ্য, গদ্য, নাট, গীত-সাহিত্য সমালোচনা কৰি শ শ পুথি লিখিব পাৰি। এই কাম অতিশয় টান। সমালোচকৰ সংস্কৃত ভাষা, কাব্য, ব্যাকৰণত বিশেষ ব্যুৎপত্তি থাকিব লাগিব। তাৰ উপৰি সেইবোৰ ৰচনা কৰা কালৰ ৰাজনৈতিক আৰু সামাজিক খুৱৰী-জ্ঞান

থাকিব লাগিব। কোনো কোনো সমালোচকে সংস্কৃত ভাষা আৰু কাব্য শাস্ত্ৰত বিশেষ জ্ঞান লভিছে, কিন্তু সংস্কৃত, প্ৰাকৃত, মাগধী, মৈথিলী আদি ভাষাৰ শব্দাৱলী আৰু ব্যাকৰণ নাজানে। কোনো কোনো সমালোচকে সেইবোৰ পুথি ৰচিত হোৱা কালৰ বুৰঞ্জী ভালকৈ জানে কিন্তু সংস্কৃত ভাষা-কাব্য ব্যাকৰণ নাজানে। সেইকাৰণে আমাৰ পুৰণি পুথিবোৰ পুংখানুপুংখৰূপে বিচাৰ কৰি সমালোচনা কৰা হোৱা নাই। যি সমালোচকে সংস্কৃত ভাষা-কাব্য জানে তেওঁ আমাৰ পুৰণি পুথি-বৰ্চোতাৰ কবিত্ব, উপমা, ছন্দ আদি কাব্যৰ গুণবোৰ দেখুৱাই দিব লাগে। যিজনে সংস্কৃত, প্ৰাকৃত, মাগধী আদি ভাষাৰ ব্যাকৰণ জানে তেওঁ আমাৰ পুথিৰ শব্দাৱলী আৰু ব্যাকৰণ বিশ্লেষণ কৰি আলোচনা কৰি পুথি লিখিব পাৰে। যিজনে সেই পুথিবোৰ ৰচনাৰ কালৰ বুৰঞ্জী জানে সেই পুথিত উল্লেখ কৰা ঐতিহাসিক কথাবোৰ উলিয়াই সমালোচনা কৰিব পাৰে। এইদৰে আমাৰ পুৰণি সাহিত্য ভাগ ভাগ কৰি সমালোচনা কৰিলেহে প্ৰকৃত সমালোচনা সাহিত্য গঢ়া হব।

যিদিনৰপৰা অসম দেশ বৃটিছৰ অধীন হল সেই দিনৰেপৰা দ্বিতীয় যুগ আৰম্ভ হল। এই যুগত যিবিলাক পুথি লিখা হৈছিল সেইবিলাকেই পৰাধীন অসমৰ সাহিত্য। অৰুনোদই আৰু জোনাকীৰ লিখকসকল ইংৰাজৰ প্ৰজা আছিল, আগৰ নিচিনা স্বাধীন ৰাজ্যৰ প্ৰজা নাছিল। ইংৰাজৰ দিনত অসমৰ শাসনৰ ভাৰ ইংৰাজসকলৰ ওপৰত আছিল। তেওঁলোকেই আমাৰ ভাগ্য-নিয়ন্তা আছিল। যিবিলাকে দেশৰ শাসন-চকৰি ঘূৰায়, সিবিলাকে সৰ্ব্ব ক্ষমতাৰ অধিকাৰী হৈ দেশৰ সাহিত্যৰো পৰিধি স্থিৰ কৰে। তেওঁলোকৰ নিৰ্দ্দেশ অনুসৰি সাহিত্যই এটা নিৰ্দ্ধাৰিত পথ অনুসৰণ কৰি গতি কৰে। এয়ে পৰাধীন জাতিৰ দশা। কোনো লিখকে মুকলিমূৰীয়া হৈ সাহিত্য ক্ষেত্ৰত বিচৰণ কৰিব নোৱাৰে। সেই কাৰণে আমাৰ লিখকবৰ্গই কিছুমান বিষয়ৰ কথাহে লিখিব পাৰিছিল। সেইবোৰ বিষয়ৰ বিৱৰণ ইংৰাজৰ দিনৰ অসমীয়া সাহিত্যত পোৱা যায়। সেই সাহিত্যত কি বস্তু নাছিল আৰু কি বস্তু আছিল উল্লেখ কৰাটো আৱশ্যকীয় কথা বুলি আমি ভাবিছোঁ।

দ্বিতীয় যুগ

সেইকালৰ সাহিত্যলৈ চালে দেখা যায় যে ৰাজনীতি আৰু অৰ্থনীতি সম্পৰ্কীয় কোনো পুথি নাছিল। সেই যুগৰ ইউৰোপ আৰু আমেৰিকাত অসংখ্য ৰাজনৈতিক আৰু অৰ্থনৈতিক সাহিত্য আছিল। সেইবোৰ আমাৰ মানুহৰ হাতত নিশ্চয় পৰিছিল। সেইবোৰ অধ্যয়ন কৰি দেশীয় ভাষাত পুথি লিখাটো বৃথা পৰিশ্ৰম বুলি এটায়ে ভাবিছিল। দেশখন ইংৰাজৰ অধীনত। যিবিলাক মানুহে দেশ শাসন কৰে সেইবিলাকৰ কাৰণেহে ৰাজনীতি আৰু অৰ্থনীতি, আন পৰাধীন মানুহৰ কাৰণে নহয়—এই ভাব সৰ্ব্বত্ৰ আছিল। আমাৰ লিখকসকলে এই দুই বিষয়ত অধিকাৰ নাই বুলি ভাবি কোনো ৰচনা বা পুথি লিখা নাছিল। ভাৰতৰ আনবিলাক ভাষাতো এই দুই বিষয়ৰ পুথি অতি বিৰল।

সেইকালৰ ইংৰাজী ভাষাত অসংখ্য বৈজ্ঞানিক পুথি ওলাইছিল। ইউৰোপ আৰু আমেৰিকাত বহুত প্ৰসিদ্ধ বৈজ্ঞানিকে ন ন বস্তু আৱিষ্কাৰ কৰিছিল। সেইবোৰৰ বিষয়ে

আমাৰ লিখকসকলে নিশ্চয় পাইছিল। কিন্তু দুখৰ বিষয় যে আমাৰ দেশত বিজ্ঞান শিকাৰ ক'তো সুব্যৱস্থা নাছিল। আমাৰ স্কুল-কলেজত যাইকৈ ইংৰাজী কাব্য, ইংৰাজী গন্ত সাহিত্য, ইংৰাজী নাটক, ইংৰাজী বুৰঞ্জী, ইংৰাজী ভূগোল আদি কিছুমান বিষয়ৰ পুথিহে শিক্ষকসকলে লৰাক পঢ়ুৱাইছিল। আমাৰ ডেকাই বিজ্ঞানাগাৰত সোমাই বিজ্ঞান চৰ্চ্চা কৰিবলৈ সুচল নেপাইছিল। সেইকালত যিসকল লিখকে পুথি লিখিছিল সিসকলৰ ভিতৰত বিজ্ঞান শিক্ষা কৰা পণ্ডিত এজনো নাছিল। বিশ্ববিদ্যালয়ত বিজ্ঞান শিক্ষা লভি বিজ্ঞান চৰ্চ্চা কৰিবলৈ সুচল পালেহে বৈজ্ঞানিক লিখকে বিজ্ঞান বিষয়ৰ পুথি লিখিব পাৰে। সেইকাৰণে আমাৰ ভাষাত লেখত লবলগীয়া এখনো বৈজ্ঞানিক পুথি নাছিল।

আমাৰ সাহিত্যত আছিল কি? আছিল কাব্য, উপন্যাস, নাটক, নৈতিক শিক্ষাৰ আলোচনা, সমাজ-সংস্কাৰ বিষয়ৰ কিছুমান থহুতীয়া কথা, অসমৰ বুৰঞ্জীমূলক ৰচনা আৰু সাংসাৰিক জীৱনৰ তত্ত্বকথা। সেইকালৰ লিখকসকলে ইংৰাজী সাহিত্য আৰু বঙ্গলা সাহিত্য ভালকৈ পঢ়িছিল। তেখেতসকলে সেইবোৰৰ আৰ্হিত আমাৰ ভাষাত সেইবোৰ পুথি লিখিছিল। এইবিষয়ে আমি কোনো কথা কব নোখোজোঁ। কেইবাজন কৃতবিদ্য লিখকে সেই পুথিবোৰ এখন এখনকৈ সমালোচনা কৰি অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখিছে। এইটো স্বীকাৰ কৰিব লাগিব যে সেইকালৰ বঙ্গদেশৰ কাব্য, উপন্যাস আৰু নাটকৰ তুলনাত আমাৰ কাব্য, উপন্যাস আৰু নাটক তলখাপৰ আছিল। বঙ্গালী আৰু অসমীয়া লিখকে একে ইংৰাজী সাহিত্যৰপৰা সকলো ভাব পাইছিল। আমাৰ দেশত বঙ্কিম, ৰমেশচন্দ্ৰ, হেমচন্দ্ৰ, মধুসূদন, নবীন সেন, ৰবীন্দ্ৰনাথ, শৰৎ চট্টোপাধ্যায়, গিৰীশচন্দ্ৰৰ নিচিনা ডাঙৰ ডাঙৰ কবি, উপন্যাস লিখক আৰু নাট লিখক ওপজা নাছিল। আমাৰ লিখকসকলৰ যে সিসকলৰ নিচিনা বিদ্যা-বুদ্ধি নাছিল, এনে নহয়, বঙ্গালী লিখকে যি সুচল পাই সেই প্ৰসিদ্ধ চহকী বঙ্গ-সাহিত্য গঢ়িলে সেই সুচল আমাৰ লিখকে পোৱা নাছিল। সুচল নেপালে কোনোৱে ভাল ভাল কাব্য, ভাল ভাল উপন্যাস আৰু ভাল ভাল নাটক লিখিব নোৱাৰে। বঙ্গালীয়ে সুচল পালে কেনেকৈ? ভাৰতবৰ্ষ আৰু বঙ্গদেশৰ ৰাজধানী কলিকতা বঙ্গদেশৰ বুকুত, বঙ্গালীৰ মাজত আছিল। এয়ে বঙ্গালীৰ প্ৰভাব কিমান বঢালে আৰু বিস্তাৰ কৰালে তাক এটায়ে চকুৰে দেখিছে। ৰাজধানী দেশৰ ধমনী। পৃথিবীৰ সকলো মানুহে ৰাজধানীক আকোঁৱালি নিজ নিজ দেশৰ সাহিত্য চহকী কৰিছে। লণ্ডন, পেৰিচ, বাৰ্লিন, ৰোম আদি ইউৰোপীয় ৰাজধানীবোৰৰ ইতিহাসে এই কথাৰ প্ৰমাণ দিছে। যিদিনৰেপৰা কলিকতা ৰাজধানী হল সেইদিনৰেপৰা লক্ষ লক্ষ বঙ্গালী নানা ঠাইৰপৰা আহি কলিকতাত বাস কৰিলে। তেওঁলোকে এটা বিৰাট পঢ়ুৱৈ সমাজ গঢ়িলে। তাত অসংখ্য স্কুল পঢ়াশালী স্থাপিত হল, এটা ডাঙৰ বিশ্ববিদ্যালয় স্থাপিত হল, ঠায়ে ঠায়ে ৰঙ্গ-মঞ্চ স্থাপিত হল, এই লক্ষ লক্ষ শিক্ষিত বঙ্গালী মানুহ একে ঠাইতে জুম বান্ধি বাস কৰাত বঙ্গালী লিখকসকলে অপূৰ্ব্ব উদগনি পাই শ শ বাতৰি কাকত, আলোচনী আৰু পুথি লিখিবলৈ ধৰিলে। যিসকল সেই সময়ত কলিকতালৈ গৈছিল সিসকলে নিজ চকুৰে কেনেকৈ বঙ্গ-সাহিত্যই

যোগেদি সোমাই ঠাই গোটেই ভাৰতত নিজৰ প্ৰতিভা বিস্তাৰ কৰিছিল তাক দেখিছিল। আজিও দেখিছোঁ।

আমাৰ জোনাকীযুগৰ লিখকসকলে কলিকতাৰ নিচিনা হেজাৰ হেজাৰ শিক্ষিত লোকেৰে সংগঠিত এটা বৃহৎ পঢ়ুৱৈ সমাজ থকা ৰাজধানী অসমৰ বুকুত অসমীয়া বাইজৰ মাজত পোৱাহেঁতেন, সেই ৰাজধানীক কেন্দ্ৰ কৰি এটা বিশাল চহকী সাহিত্য গঢ়িব পাৰিলেহেঁতেন। ৰাজধানীয়ে সাহিত্যিকৰ কাৰণে এখন বহল ক্ষেত্ৰ তৈয়াৰ কৰে। জগতৰ প্ৰধান প্ৰধান সাহিত্যৰ বুৰঞ্জী পঢ়িলে পৰিষ্কাৰকৈ দেখা যায় যে ৰাজধানীয়ে কবি, উপন্যাস লিখক, নাটক লিখক, ইতিহাস লিখক, বিজ্ঞান পুথি লিখক আদি সকলো শ্ৰেণীৰ লিখকৰ কাৰণে বৃহৎ বৃহৎ ক্ষেত্ৰ সৃষ্টি কৰে। তেনেকুৱা সাহিত্যক্ষেত্ৰৰ অভাৱত যে আমাৰ বহুত অসমীয়া প্ৰতিভাৱন্ত লিখকৰ প্ৰতিভা জঁই পৰি গৈছে তাৰ প্ৰমাণ আমি জোনাকীযুগৰ সাহিত্যৰ ইতিহাসত পাইছোঁ। আজিও আমাৰ মানুহে ৰাজধানীৰ অসীম প্ৰভাৱৰ কথা উপলব্ধি কৰিবপৰা নাই।

ইংৰাজৰ দিনত আমাৰ মানুহে বহুত দিনলৈ অসমীয়া ভাষাৰ অস্তিত্ব ৰক্ষা কৰিবলৈ প্ৰাণপণে যুঁজিছিল। আমাৰ লিখকসকলে কেনেকৈ অসমদেশক ভাৰতবৰ্ষৰ আন আন প্ৰদেশৰ নিচিনা এখন প্ৰদেশ কৰিব পাৰি তাৰ কাৰণে অসমীয়াৰ প্ৰাণত ভাৰতীয় ভাব সঞ্চাৰ কৰিবলৈ নানা পুথি-পাজি ৰচিছিল। আমাৰ মানুহে অসমৰ অতীত কাহিনী পাহৰি গৈ নিজক সক নীহ বুলি ভাবিছিল। এই ভাব ৰাইজৰ মনৰপৰা আঁতৰোৱা যায় কেনেকৈ? পূৰ্ব্বে এইখন দেশত বিদ্যা-বুদ্ধি আৰু যুদ্ধ-বিগ্ৰহ কৰি নিজদেশৰ স্বাধীনতা ৰক্ষা কৰিবপৰা এটা শক্তিমন্ত জাতি আছিল—এই কথা প্ৰমাণ কৰিবলৈ কেইবাজন লিখকে আমাৰ পুৰণি সাঁচিপতীয়া পুথিবোৰ আৰু বুৰঞ্জীবোৰ উদ্ধাৰ কৰিবলৈ অশেষ চেষ্টা কৰিলে। এইবিষয়ে অনেক ৰচনা সেইসময়ৰ আলোচনীবোৰত লিখা হৈছিল। ইয়াৰ উপৰি বহুকালৰেপৰা মামৰে খোৱা আমাৰ সমাজখন সংস্কাৰ কৰিবলৈ কিছুমান খুহুতীয়া কথাৰে গল্প বা আখ্যান লিখা হৈছিল। এইবোৰে সেইকালৰ মানুহৰ চকু মুকলি কৰি দিছিল। আমাৰ সাহিত্য বাৰুকৈ অসম-ভাবাপন্ন আছিল অৰ্থাৎ অসমৰ কথাই সৰহ ভাগ লিখকে লিখিছিল। আন কথা লিখা লিখকৰ সংখ্যা নিচেই তাকৰ আছিল। বঙ্গদেশৰ লিখকসকলে আমাৰ নিচিনা বঙ্গভাষাৰ অস্তিত্বৰ কাৰণে যুঁজা নাছিল। বঙ্গভাষা সদায় নিৰাপদে আছিল। বঙ্গভাষাৰ উৎকৰ্ষসাধন কৰিবলৈ বঙ্গালী সাহিত্যিকে বঙ্গদেশৰ চাৰি সীমাত আবদ্ধ নেথাকি জগত-সাহিত্যক্ষেত্ৰত মুকলিমূৰীয়া হৈ বিচৰণ কৰি নানা বিষয়ৰ পুথি ৰচনা কৰিছিল। বঙ্গলা কাব্য, উপন্যাস, নাটক আৰু আন আন সাহিত্য পঢ়িলে দেখা যায় যে বঙ্গালী সাহিত্যিকসকলে আমাৰ সাহিত্যিকৰ নিচিনা কোনো নিৰ্দ্ধাৰিত সীমাৰ ভিতৰত ঘূৰি থাকিব লগাত পৰা নাছিল। ভাৰতৰ আন আন প্ৰদেশৰ লিখকবৰ্গয়ো নিৰাপদে থাকি সাহিত্যচৰ্চ্চা কৰিব পাৰিছিল।

এইযুগৰ সাহিত্য পুৰণি সাহিত্যৰ নিচিনা চহকী নাছিল। এই সাহিত্যই পৰাধীন জাতিৰ হা-হুমুনিয়াহ আৰু জাতিৰ অস্তিত্বৰ কাৰণে কৰা চিন্তা ভাবনা প্ৰকাশ কৰিছে।"

প্ৰৱন্ধ উল্লেখ কৰা কাৰণত আমাৰ লিখকসকলে সাহিত্যৰ বহুল ক্ষেত্ৰে লেপাই উচ্চশ্ৰেণীৰ কাব্য, গীত, নাট, উপন্যাস আদি বিবিধ পুথি লিখিবপৰা নাছিল। আমাৰ দেশত ভাৰত-বিখ্যাত কোনো কবি নাছিল, কোনো ঔপন্যাসিক নাছিল, কোনো নাটক লিখক নাছিল। এওঁলোকে জগৎবিখ্যাত কোনো গ্ৰন্থ লিখিবপৰা নাছিল, সঁচা। কিন্তু এওঁলোকে এটা অতুলনীয় বস্তু আমাৰ কাৰণে এৰি থৈ গল। এয়ে আমাৰ ভাষাৰ আৰ্হি। ইয়াৰ গুণ আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। সেই লিখকসকলে যি যত্ন কৰি আমাৰ কাৰণে ভাষাৰ আৰ্হি সৃষ্টি কৰি গল তাক ভাবিলে বিস্ময় মানিব লাগে। আমাৰ ভাষা সংস্কৃতৰপৰা উদ্ভৱ হৈছে সঁচা, কিন্তু বহুত ঘৰুৱা শব্দ আৰু কথা তাৰ লগত মিহলি হৈছে। আমি সদায় সংস্কৃত আৰু ঘৰুৱা শব্দ ব্যৱহাৰ কৰি আমাৰ ভাব প্ৰকাশ কৰিছোঁ। আমাৰ লিখা বাক্যবোৰতো সংস্কৃত আৰু ঘৰুৱা শব্দ বহুত আছে। ক'ত ক'ত সংস্কৃত শব্দ, ক'ত ক'ত ঘৰুৱা শব্দ ব্যৱহাৰ কৰিলে আমাৰ ভাষা তেনেই নিভাঁজ অসমীয়া হব অৰ্থাৎ অসমৰ সৰহভাগ মানুহে কোৱা ভাষা হব তাক সেই লিখকসকলে নিজৰ অভিজ্ঞতাৰপৰা ভালকৈ বুজিছিল আৰু তাক যথাস্থানত প্ৰয়োগ কৰি জোনাকীৰ প্ৰবন্ধবোৰ লিখিছিল। ৰচনা সুৱলা কৰিবলৈ কেতিয়াবা আমাৰ যোজনা, ফকৰা আৰু পটন্তৰ ব্যৱহাৰ কৰিব লাগিব। ইয়াৰ উদাহৰণ জোনাকীত আছে। মুঠ কথা, যি যি কথা লিখি ভাষা নিভাঁজ কৰা হয়, যি যি কথা লিখি ভাষা জতুৱা ঠাচত চলা হয়, যি যি কথা লিখি ভাষা গহীন কৰা হয়, যি যি কথা লিখি ভাষা খুহুটীয়া কৰা হয়, যি যি কথা লিখি ভাষা তেজাল কৰা হয়, আটাইবিলাকৰে উদাহৰণ জোনাকীত পোৱা যায়।

ইয়াৰ উপৰি এওঁলোক আমাৰ কাৰণে আৰু দুটা বস্তু থৈ গল। সেয়ে হ'ল অভিধান আৰু ব্যাকৰণ। ভাষাৰ আৰ্হি, অভিধান আৰু ব্যাকৰণেই পৰাধীন অসমৰ সাহিত্যৰ অমূল্য দান। এই অভিধান আৰু ব্যাকৰণৰ সহায় লৈ আজিও আমি নিভাঁজ শুদ্ধ অসমীয়াত আধুনিক সাহিত্য সৃষ্টি কৰিব পাৰোঁ। আমি ব্যাকৰণ আৰু অভিধানত নিঃকিন নহওঁ, নিঃকিন আমি ভাৰত। অৱশ্যে সময়ৰ লগে লগে অভিধান আৰু ব্যাকৰণৰো উৎকৰ্ষসাধন কৰিব লাগিব। কেইবাজন ভাষাবিদ্ পণ্ডিতে সেই অভিধান আৰু ব্যাকৰণ সময়োপযোগী কৰিবলৈ যত্ন কৰিছে। ই শুভ লক্ষণ।

যিদিনৰপৰা ভাৰতৰ লগত অসমদেশে স্বাধীনতা পালে সেইদিনৰেপৰা তৃতীয় যুগ আৰম্ভ হ'ল। আমাৰ লিখকসকলে আগৰ নিচিনা অসমৰ কথাকে মাথোন চৰ্চ্চা কৰি পুথি-পাঁজি লিখিবলৈ এৰিলে। অসম স্বাধীন ভাৰতৰ এখন ৰাজ্য বা ষ্টেট হ'ল। অসমে ভাৰতলৈ পিঠি

তৃতীয় যুগ

দি কোনো কাম স্বতন্ত্ৰভাবে কৰিব নোৱাৰে। আমি এনেহৰে বুকলো কাম কৰিব লাগিব যাতে সেইবোৰে ভাৰতৰ ঐক্য স্থাপন কৰি দিনক দিনে তাক সুদৃঢ় কৰে। আমাৰ সাহিত্যয়ো এই পথ অনুসৰণ কৰিব লাগিব অৰ্থাৎ ভাৰতৰ ঐক্য স্থাপনৰ কোনো বিধিনি নিমিলাই আমি আমাৰ সাহিত্য সৃষ্টি কৰিবলাগিব। এই ভাব ক্ৰমাৎ লিখক-সমাজৰ ভিতৰত বিয়পিব লাগিছে। বৰ্ত্তমান মিৰিবিলাক বাতৰি কাকত, আলোচনা আৰু পুথি

ওলাইছে সেইবোৰত আমাৰ লিখকে অসমৰ সীমা অতিক্ৰম কৰি সমগ্ৰ ভাৰতত বিচৰণ কৰিব লাগিছে। ভাৰতৰ ধৰ্ম্ম, সমাজ, ৰাজনীতিয়ে আমাৰ আলোচনাৰ বাই বস্তু হৈছে। কোনো কোনোৱে ভাৰতৰো সীমা অতিক্ৰম কৰি পৃথিৱীৰ প্ৰধান প্ৰধান দেশবোৰতো ভুমুকি মাৰিছে।

আমাৰ লিখকবৃন্দৰ আগত এটা নতুন সমস্যাই দেখা দিলে। সমগ্ৰ ভাৰতলৈ চকু ৰাখি অসমীয়া সাহিত্যৰে কেনেকৈ আমাৰ জাতিটোক শক্তিমন্ত কৰা যায়? এইটো কৰিবলৈ হ'লে আমাৰ উঠি অহা ডেকাদলে কৃষিৰ নানা প্ৰণালী, বেহা-বেপাৰৰ নানা প্ৰণালী, কল-কাৰখানা স্থাপনৰ নানা প্ৰণালী, দেশৰ খনিজ আৰু বনজ সম্পদবৰ্গৰ ন ন বস্তু তৈয়াৰ কৰাৰ নানা প্ৰণালী, ৰেল, জাহাজ, আকাশীযানবোৰ কৰাৰ নানা প্ৰণালী, যুদ্ধৰ আহিলা-পাতি নিৰ্ম্মাণৰ নানা প্ৰণালী, স্বাস্থ্যৰ উন্নতিৰ নানা প্ৰণালী আদি সংখ্যক প্ৰণালী ভালকৈ জানিব লাগিব। এই প্ৰণালীবোৰ শিকিবলৈ ভিন ভিন শাস্ত্ৰ আছে। সেইবোৰ শাস্ত্ৰ আমাৰ ভাষাত লিখিব লাগিব। জগতৰ উন্নত জাতিবোৰে নিজ নিজ ভাষাত সেই শাস্ত্ৰবোৰ প্ৰণয়ন কৰি এটা বহল সাহিত্য সৃষ্টি কৰিছে। আমি স্বীকাৰ কৰিব লাগিব যে আধুনিক অসমীয়া সাহিত্য অধ্যয়ন কৰি কোনো মানুহে সেই প্ৰণালীবোৰ শিকি সিবিলাকৰ নিচিনা দেশক কৃষি, বাণিজ্য, শিল্পৰে ঐশ্চৰ্য্যৱন্ত কৰিব নোৱাৰে। আজি আমি ইংৰাজীত লিখা সেই প্ৰণালীবোৰ শিকিবলৈ বিবিধ শাস্ত্ৰ পাইছোঁ। সৌভাগ্যক্ৰমে আমাৰ মানুহে ইংৰাজী জানে আৰু তাৰ আলম লৈ কিছুমান ডেকাই সেই প্ৰণালীবোৰ জানিবলৈ চেষ্টা কৰিছে।

আমাৰ লিখকসকলে অসমীয়া সাহিত্যক সৰ্ব্বাঙ্গ কৰিব লাগিব অৰ্থাৎ ইংৰাজী বা আন কোনো উন্নত ভাষাৰ সহায় নলৈ কেৱল অসমীয়া পুথি-পাঁজি পঢ়ি সেই প্ৰণালীবোৰ শিকি যাতে জগতৰ সকলো বিদ্যা লভিব পাৰে তাৰ যত্ন কৰিব লাগিব। এয়ে বৰ্ত্তমান আমাৰ একমাত্ৰ লক্ষ্য হব লাগিব। এই কাম অতিশয় দুৰূহ। ইয়াক সাধন কৰা যায় কেনেকৈ?

পৃথিৱীৰ কোন কোন জাতিয়ে জগতৰ সকলো বিধৰ বিদ্যা লভিবলৈ আন আন উন্নত ভাষাৰ শাস্ত্ৰবোৰ অধ্যয়ন কৰি তাত পাৰদৰ্শী হৈ নিজ নিজ ভাষাত সেই শাস্ত্ৰবোৰ অনুবাদ কৰিছিল তাৰ সমুদায় বিৱৰণ ইয়াত দিয়া সম্ভৱ নহয়। সেই জাতিবোৰে পাচত সেই উন্নত ভাষাৰ সহায় নোলোৱাকৈ নিজৰ ভাষাতে লিখা শাস্ত্ৰবোৰকে অধ্যয়ন কৰি আধুনিক জগতৰ সকলো জ্ঞান-বিদ্যা-শিক্ষা লভি দেশক সমৃদ্ধিশালী আৰু শক্তিমন্ত কৰিছে। এই কাম যিমানেই টান নহওক আমি তাক কৰিবই লাগিব। আমিও সিবিলাকৰ নিচিনা অনুবাদ-সাহিত্যেৰে এই কাম আৰম্ভ কৰিব লাগিব। ইউৰোপীয় শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ সৰহভাগ পুথি অনুবাদ কৰিবলৈ আমাৰ কৃতবিদ্য লোক আছে। বৰ্ত্তমান আমাৰ ভিতৰত ভালকৈ ইংৰাজী জনা অনেক লোক আছে। ইংৰাজী ভাষা পৃথিৱীৰ ভিতৰত অতিশয় চহকী। এই ভাষাত যে ইংলণ্ডৰ লিখকৰ মাথোন পুথি-পাঁজি আছে, এনে নহয়, ফৰাচী, জাৰ্ম্মান, ৰুচ, ইটালীয় ইত্যাদি ভাষাবোৰৰো বিখ্যাত বিখ্যাত গ্ৰন্থবোৰৰ ভাণ্ডনি আছে। তাৰ উপৰি সংস্কৃত, হিব্ৰু, লেটিন, গ্ৰীক, আৰবী, পাৰ্চি, চীনা আদি প্ৰাচীন ভাষাৰ গ্ৰন্থবোৰৰ ভাণ্ডনি আছে। সেইকাৰণে

ইংৰাজী ভাষা জানিলে এই এটাইবোৰ গ্ৰন্থ অধ্যয়ন কৰি জগতৰ অতীত আৰু আধুনিক জ্ঞান লভিব পাৰি আৰু কিছুমান অনুবাদো কৰিব পাৰি।

এই অনুবাদ-সাহিত্যৰ আলম লৈ সেই জাতিবোৰৰ পণ্ডিতসকলে গভীৰ চিন্তা কৰি নানা কথা গবেষণা কৰি নিজেও বহুত মৌলিক গ্ৰন্থ প্ৰণয়ন কৰিছে। আধুনিক জগতৰ চিন্তা-ধাৰা কেনি বৰলৈ ধৰিছে তাৰ সন্তেদ পাবলৈ সকলো ভাষাৰ বিখ্যাত বিখ্যাত গ্ৰন্থকাৰৰ ওচৰ চাপিব লাগিব। সকলো ভাষা শিকি সেই ভিন ভিন গ্ৰন্থকাৰৰ ওচৰ চপা অসম্ভৱ। সেইকাৰণে অনুবাদ-সাহিত্যৰ আশ্ৰয় লব লাগিব। যিসকলে ন ন বৈজ্ঞানিক আবিষ্কাৰ কৰিছে আৰু যিসকলে ধৰ্ম সমাজ সাহিত্যৰ ন ন তথ্য উলিয়াইছে সেইসকল মনীষীয়ে তেনেকুৱা অনুবাদ-সাহিত্যৰ আশ্ৰয় লৈহে জগতৰ সকলো গ্ৰন্থকাৰৰ ওচৰ চাপিবলৈ সমৰ্থ হৈছে। সেই-কাৰণে উন্নত দেশবোৰত চৰকাৰ আৰু ৰাইজে অজস্ৰ ধন ঢালি অনুবাদ-সাহিত্য গঢ়িবলৈ নানা উপায় অবলম্বন কৰিছে।

সৌভাগ্যক্ৰমে আজি ভাৰতৰ কেন্দ্ৰীয় চৰকাৰে এই অনুবাদ-সাহিত্যৰ মোল বুজি ভাৰতৰ ভিন ভিন ৰাজ্যৰ ভাষাবোৰ টনকিয়াল কৰিবলৈ কিছুমান প্ৰস্তাব কৰিছে। সেই প্ৰস্তাববোৰৰ সম্পৰ্কে আমি বহলাই আলোচনা কৰিব নোখোজোঁ। বৰ্ত্তমান শিক্ষাৰ মাধ্যম

শিক্ষাৰ মাধ্যম

সলনি কৰিলেহে ভাষাবোৰৰ উৎকৰ্ষ সাধন কৰা হব—এইটো সকলোৱে স্বীকাৰ কৰিছে। স্কুলীয়া শিক্ষাৰ আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কি হব? স্কুলীয়া শিক্ষাৰ মাধ্যম যে ৰাজ্যে ৰাজ্যে ৰাজ্যিক ভাষা হব লাগিব তাক এটায়ে মুক্ত-কণ্ঠে কৈছে। আমাৰ ভিন ভিন ভাষাত যিবোৰ পুথি আছে আৰু অনুবাদ কৰি যিবোৰ পুথি প্ৰণয়ন কৰা হব সেইবোৰৰ দ্বাৰা পঢ়াশালী আৰু স্কুলৰ সাহিত্য আৰু বিজ্ঞান শিক্ষা দিয়া সম্ভৱ হব। আমাৰ অসমীয়া ভাষাত যিবোৰ পুথি আছে আৰু অনুবাদ কৰি যিবোৰ পুথি ৰচনা কৰা হব সেইবোৰেৰে আমাৰ নিম্ন আৰু উচ্চ শ্ৰেণীত সাহিত্য আৰু বিজ্ঞান শিক্ষা দিব পাৰি।

বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কি হব? এই বিষয়ে শিক্ষাবিদ্‌সকলৰ ভিতৰত মতভেদ আছে। কিছুমানে কয় যে স্কুলত যেনেকৈ ৰাজ্যিক ভাষাৰে শিক্ষা দিয়া সম্ভৱ হৈছে তেনেকৈ বিশ্ববিদ্যালয়তো ৰাজ্যিক ভাষাৰে সকলো প্ৰকাৰ শিক্ষা দিয়া সম্ভৱ হয়। কিছুমানে কয় যে স্কুলীয়া শিক্ষা আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা একে নহয়। আমাৰ ভাষাবোৰত যিবোৰ পুথি আছে সেইবোৰেৰে বিশ্ববিদ্যালয়ৰ শিক্ষা দিয়া অসম্ভৱ। আন চহকী ভাষাৰ গ্ৰন্থ অনুবাদ কৰি বিশ্ব-বিদ্যালয়ৰ পাঠ্য-পুথি ৰচনা কৰিব পাৰি, সঁচা, কিন্তু সেই পাঠ্য পুথিৰ কথাবোৰ বুজিবলৈ হেজাৰ হেজাৰ আনুষঙ্গিক পুথিৰ আৱশ্যক হব। সেইবোৰ একেলগে অনুবাদ কৰা অসম্ভৱ। সেই কাৰণে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কিছুদিনলৈ ইংৰাজী হৈ থাকিব লাগিব।

আমিও ভাবোঁ যে বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কিছুদিনলৈ ইংৰাজী হব লাগিব। ইংৰাজী এটা অতিশয় চহকী আন্তৰ্জ্জাতিক ভাষা। এই ভাষাত শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ লাখ লাখ পুথি আছে। অৰ্থনীতি, ৰাজনীতি শাস্ত্ৰ, শিক্ষানীতি, সমাজ বিজ্ঞান, বুৰঞ্জী, বাণিজ্য

নীতি, বিধি ব্যৱহাৰ, সংহিতা আদি শুধ সাহিত্যৰ যিমান বিলাক পুথি আছে সেইবোৰ একেদিনে অনুবাদ কৰা অসম্ভৱ। যেয়ে এবাৰ ইংৰাজী কিতাপৰ বৃহৎ পুথি-ভঁৰাল দেখিছে সেয়ে দেখিব যে এটা বিষয়ৰে হেজাৰ হেজাৰ পুথি। শুধ সাহিত্যৰ নিচিনা শুধ বিজ্ঞানৰো অলেখ পুথি। অঙ্কশাস্ত্ৰ, পদাৰ্থ বিদ্যা, ৰসায়ন বিদ্যা, শৰীৰ বিজ্ঞান, উদ্ভিদ বিজ্ঞান, ভূতত্ত্ব বিজ্ঞান, জন্তুতত্ত্ব বিজ্ঞান, নৃতত্ত্ব বিজ্ঞান, স্থিতি বিজ্ঞান, ভূগোল বিদ্যা, ধাতুবিদ্যা, কৃষি বিজ্ঞান, শিল্প বিজ্ঞান, চিকিৎসা শাস্ত্ৰ, যন্ত্ৰ বিদ্যা, কাৰিকৰী বিদ্যা, স্থপতি বিদ্যা, আকাশ বিজ্ঞান আদি অসংখ্য বিজ্ঞানৰ অসংখ্য পুথি। এইবোৰ একেদিনে একেলগে অনুবাদ কৰা অসম্ভৱ।

যদি ইংৰাজীৰ সলনি এতিয়াই ৰাজ্যিক ভাষা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰা হয় তেনেহলে আমাৰ ডেকাদল মাথোন ৰাজ্যিক ভাষাত লিখা পাঠ্যপুথিবোৰৰ ভিতৰত আবদ্ধ হৈ থাকিব লাগিব। তেওঁলোকে ইংৰাজী বুজিবলৈ ক্ৰমে ক্ৰমে অসমৰ্থ হব আৰু ইংৰাজীত লিখা আনুষঙ্গিক পুথিবোৰ পঢ়ি বুজিব নোৱাৰিব। ইয়াৰ ফলত আমাৰ ডেকাদলৰ জ্ঞান তেনেই সীমাবদ্ধ হব। বৰ্ত্তমান ভাৰতৰ চেকাদলে ইংৰাজী ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰি যেনেকৈ জগতৰ বিদ্যা-শিক্ষা লভি নিজৰ দেশত সকলো কাম কৰিবলৈ পাৰ্গত হৈছে আৰু আনবিলাক দেশলৈ গৈ নানা কাম কৰিছে, তেনেকৈ ৰাজ্যিক ভাষাৰ মাধ্যমত বিশ্ববিদ্যালয়ৰ শিক্ষা লভি কোনো ক্ষেত্ৰতে আগ বাঢ়ি যাব নোৱাৰিব। এটা ভাষাক শিক্ষাক মাধ্যম কৰিলে সেই ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰা যায়। ভাষা এটাক মাধ্যম কৰি শিক্ষা দিয়া আৰু মাধ্যম নকৰি শিক্ষা দিয়া দুটা বেলেগ কথা।

কোনো কোনোৱে কব পাৰে যে চীন, জাপান, চুইট্‌জাৰলেণ্ড, ফ্ৰান্স, ৰুচিয়া আদি দেশবোৰৰ মানুহে ইংৰাজী ভাষা নজনাকৈ নানাবিধ মৌলিক সাহিত্যৰ গ্ৰন্থ ৰচনা কৰিব পাৰিছে আৰু অদ্ভুত অদ্ভুত বৈজ্ঞানিক আবিষ্কাৰ কৰিব পাৰিছে। যদি সেইবোৰ দেশত বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম ইংৰাজী নকৰাকৈ জাতীয় উন্নতি সাধন কৰিব পাৰিছে, তেনেহলে আমি ভাৰতীয়ই ইংৰাজীক খামুচি ধৰি থাকিম কিয়? এই যুক্তিৰ কোনো মূল্য নাই। সেইবোৰ দেশৰ উদাহৰণ আমাৰ ভাৰতত নাখাটে। সেইবোৰ দেশৰ ইতিহাস আমাৰ ভাৰতৰ লগত নিমিলে। সেইবোৰ দেশত ভাৰতৰ নিচিনা বহুযুগ ধৰি গঠিত হোৱা ভিন ভিন ৰাজ্য, ভিন ভিন ভাষা, ভিন ভিন সাহিত্য নাই। সেইবোৰ দেশক ভাৰতৰ নিচিনা ইংৰাজে অধিকাৰ কৰি প্ৰায় দুশ বছৰ শাসন কৰা নাছিল। আমাৰ দেশত ইংৰাজে যেনেকৈ আমাৰ স্কুল-কলেজত ইংৰাজী ভাষা শিকাই, তাৰ সাহিত্য আৰু বিজ্ঞান শিক্ষা দিছিল, তেনেকৈ সেইবোৰ দেশত ইংৰাজে ইংৰাজী ভাষা প্ৰচলন কৰা নাছিল। সেইবোৰ দেশৰ মানুহে শুৰিবেপৰা অৰ্থাৎ প্ৰায় দুশ বছৰ আগৰেপৰা বেলেগ পন্থা অবলম্বন কৰি ইংৰাজী ভাষাক শিক্ষাৰ মাধ্যম নকৰাকৈ সাহিত্য আৰু বিজ্ঞান শিক্ষাৰ ব্যৱস্থা কৰিছিল। আমি একে দিনে সেই পন্থা লব নোৱাৰোঁ। একেদিনে ললে আমি ভুলো কৰা হেকৰাম। আমি আমাৰ ৰাজ্যিক ভাষাবোৰকো ইংৰাজীৰ নিচিনা পূৰ্ণাঙ্গ কৰিব নোৱাৰিম আৰু ইংৰাজীও আগৰ দৰে শিকি ইংৰাজী সাহিত্য আৰু বিজ্ঞানৰ জ্ঞান লভিব নোৱাৰিম।

এই ইংৰাজী ভাষা শিকাৰপৰা আমি ভাৰতীয়ই কি কি পালোঁ তাক আমি আলোচনা কৰিব নোখোজোঁ। যোৱা দেৰ শ বছৰ ধৰি ভাৰতৰ ৰাজ্যবোৰৰ শিক্ষাৰ মাধ্যম ইংৰাজী আছিল। এই ভাষাৰ আলম লৈ আমি মাদ্ৰাজ, কেৰল, মহাৰাষ্ট্ৰ, গুজৰাট, পঞ্জাব আদি ৰাজ্যবোৰৰ শিক্ষিত শ্ৰেণীৰ লগত কথা-বাৰ্ত্তা পাতিব পাৰিছোঁ আৰু নানা বাতৰি কাকত, আলোচনী আৰু পুথি লিখি সিবিলাকৰ লগত মনে-প্ৰাণে মিলিব পাৰিছোঁ। আমাৰ মিলনৰ আৰু ঐক্যৰ ভেটি যে ইংৰাজীয়ে স্থাপন কৰি দিনকদিনে দৃঢ় কৰিছে তাক আমি স্বীকাৰ কৰিব লাগিব। যোৱা দেৰ শ বছৰ শিক্ষাৰ মাধ্যম স্বৰূপে বিশ্ববিদ্যালয়বোৰত প্ৰচলিত হোৱা ভাষাটোক আমি একে দিনে বৰ্জ্জন কৰিব নোৱাৰোঁ।

মাদ্ৰাজৰ তামিল ভাষা যে অসমীয়া ভাষাতকৈ বহুগুণে চহকী তাক আমি স্বীকাৰ কৰিব লাগিব। তাত তামিল আৰু ইংৰাজী এই দুটা ভাষা মাত্ৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম স্বৰূপে গ্ৰহণ কৰা হৈছে। বিশ্ববিদ্যালয়ত বৈজ্ঞানিক আৰু শিল্প শিক্ষাৰ ( Scientific and technical knowledge ) কাৰণে বহুকাললৈ ইংৰাজী মাধ্যম কৰা হব আৰু তামিল আনবিলাকৰ শিক্ষাৰ মাধ্যম হব। আমি সিহঁতিলাকৰ দৰে দুটা ভাষা অৰ্থাৎ অসমীয়া আৰু ইংৰাজীক বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰিব লাগিব। বিশ্ববিদ্যালয়ত বৈজ্ঞানিক আৰু শিল্প শিক্ষাৰ মাধ্যম বহুকাললৈ ইংৰাজী হৈ থাকিব। আন আন বিষয়ত আমি তামিলৰ নিচিনা এতিয়াই অসমীয়াক বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰাটো সম্ভৱ নহ'ব। সেই কাৰণে অন্ততঃ পাঁচ বা দহ বছৰলৈ সেই বিষয়বোৰৰো শিক্ষাৰ মাধ্যম ইংৰাজী হৈ থাকিব। অৱশ্যে বৈজ্ঞানিক আৰু শিল্প শিক্ষাৰ মাধ্যম মাদ্ৰাজ আৰু বঙ্গদেশৰ নিচিনা বহুকাললৈ ইংৰাজী ৰাখিব লাগিব।

মই এজন অসমীয়া। আমাৰ অসমীয়া ভাষাক আমাৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম এতিয়াই কৰিব পাৰিলে অতিশয় আনন্দ পাম। কিন্তু আমি ভবিষ্যতলৈ চাব লাগিব। আমাৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যমৰ ওপৰত অসমীয়া জাতিৰ ভবিষ্যত নিৰ্ভৰ কৰিছে। এই বিষয়ে আমি দূৰদৰ্শী হব লাগিব। জাতীয় ভাবৰ বাগীয়ে যাতে আমাৰ মন মতলীয়া কৰিব নোৱাৰে তাৰ কাৰণে সতৰ্ক হব লাগিব। বহুত কথা ভাবি চিন্তি এই বিষয়ে এটা সিদ্ধান্তত উপনীত হব লাগিব। আমাৰ বিবেচনাত উপৰোক্ত সিদ্ধান্তই অসমৰ ভবিষ্যত উজ্জ্বল কৰিব অৰ্থাৎ আমাৰ ডেকাদলে বিশ্ববিদ্যালয়ত কিছুদিনলৈ ইংৰাজী ভাষাত লিখিত পাঠ্যপুথি আৰু সহস্ৰ সহস্ৰ আনুষঙ্গিক পুথি অধ্যয়ন কৰি নানা বিষয়ত জ্ঞান আহৰণ কৰি আমাৰ সাহিত্য পূৰ্ণাঙ্গ কৰিব পাৰিব।

আমাৰ বহুমুখী উচ্চ মাধ্যমিক শিক্ষাৰ কাৰণে অসমীয়া ভাষাক মাধ্যম কৰা হৈছে। এই শিক্ষা দিবলৈ শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ কিছুমান পাঠ্যপুথি ইতিমধ্যে ৰচনা কৰা হৈছে। সেই পাঠ্যপুথি পঢ়ি ছাত্ৰ-ছাত্ৰীয়ে বিশেষ জ্ঞান লভিব নোৱাৰে। পাঠ্যপুথিবোৰ বুজিবলৈ হলে তাৰ আনুষঙ্গিক বহুত পুথি ৰচনা কৰিব লাগিব। উদাহৰণ স্বৰূপে আমি ভাৰতৰ ইতিহাসৰ পাঠ্যপুথিৰ কথা কব খুজিছোঁ। এই পাঠ্যপুথিৰ কথাবোৰৰ সবিশেষ বিৱৰণ

জানিবলৈ হলে অসংখ্য ঐতিহাসিক পুথি পঢ়িব লাগিব। আমাৰ ভাষাত সেইবোৰ পুথি নাই; ইংৰাজীত আছে। মহেঞ্জোদাৰো, হাৰাপ্পা, বৈদিক যুগ, বৌদ্ধ যুগ আদি যুগবিলাকৰ কথা জানিবলৈ ইংৰাজীত শ শ পুথি আছে। সেইবোৰৰ অধিকাংশ অনুবাদ কৰিব লাগিব। সেইদৰে ৰসায়ন বা পদাৰ্থ বিদ্যাৰ কথাবোৰ ভালকৈ জানিবলৈ ইংৰাজীত অসংখ্য আনুষঙ্গিক পুথি আছে। সেইবোৰৰো অধিকাংশ অনুবাদ কৰিব লাগিব।

এই অনুবাদ সাহিত্য গঢ়িবলৈ এটা আঁচনি প্ৰস্তুত কৰিব লাগিব। আমি এনে এটা আঁচনি কৰি গত বছৰ 'অসমীয়া সাহিত্যৰ ভবিষ্যত" নামেৰে এখন সৰু পুথি প্ৰকাশ কৰিছো। সেইখনত স্কুলীয়া আৰু বহুমুখী উচ্চ মাধ্যমিক শিক্ষাৰ কাৰণে শুধ বিজ্ঞানৰ ইংৰাজীত লিখা বিখ্যাত বিখ্যাত গ্ৰন্থবোৰ অনুবাদ কৰি কিদৰে প্ৰকাশ কৰিব পাৰি তাৰ কিছুমান উপায় দিয়া হৈছে। আমি এই আঁচনি সম্পৰ্কে বহলাই আলোচনা নকৰি মাথোন আঁচনিখন তলত দিলোঁ :—




(খ) বহুমুখী উচ্চ মাধ্যমিক শিক্ষাৰ কাৰণে যি যি সূচী প্ৰস্তুত কৰা হৈছে সেইবোৰ অনুযায়ী পুথি ৰচনা কৰিবলৈ একোজন অধ্যাপক নিয়োগ।

এই আঁচনি অনুসৰি সকলো কাম কৰিবলৈ আমাৰ উপযুক্ত লোক আছে। সেই স্থাই অনুষ্ঠান, পৰিভাষা সমিতি আৰু উপৰোক্ত শুধ সাহিত্য আৰু শুধ বিজ্ঞানৰ গ্ৰন্থবোৰৰ তালিকা প্ৰস্তুত কৰিবলৈ আমাৰ কৃতবিদ্য লোকৰ অভাব নাই। সেই তালিকাভুক্ত পুথিবোৰ অনুবাদ কৰিবলৈ উপৰোক্ত বিষয়বোৰৰ প্ৰত্যেকৰে অধ্যাপক আছে। তেখেতসকলক নিযুক্ত কৰিলে আমি পাঁচ বছৰৰ ভিতৰত বিশ্ববিদ্যালয়ৰ সকলো পাঠ্যপুথি আৰু আনুষঙ্গিক পুথিবোৰ পাম। বৰ্তমান গুৱাহাটীৰ অসম বিজ্ঞান সমিতিৰ দ্বাৰা প্ৰকাশিত "অসমীয়া বৈজ্ঞানিক পৰিভাষা" আৰু আলোচনী "বিজ্ঞান জেউতিয়ে" আমাৰ অধ্যাপকসকলক বিজ্ঞানৰ পুথি লিখিবলৈ বিশেষ উদগনি দিব।

কেন্দ্ৰীয় চৰকাৰে এই পাঠ্যপুথি ৰচিবলৈ আৰু আনুসঙ্গিক গ্ৰন্থবোৰ অনুবাদ কৰিবলৈ ভাৰতৰ ৰাজ্যবোৰক লক্ষ লক্ষ টকা দিয়া হব বুলি ঘোষণা কৰিছে। অসম বিশ্ববিদ্যালয় দুখনক

এই মহত কাম কৰিবলৈ সততে সহায় কৰিব লাগিব। সেই পাঠ্যপুথিবোৰৰ ভাষা যাতে শুধু নিভাঁজ অসমীয়া হয় তাৰ কাৰণে বিশ্ববিদ্যালয়ৰয়ে সাহিত্য-সভাৰ সহায় লব লাগিব।

আমাৰ শিক্ষাৰ মাধ্যমৰ লগত সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষাৰ সম্বন্ধ সম্পৰ্ক থাকিব। ভাৰত সংবিধানত হিন্দীক সৰ্ব্বভাৰতীয় ভাষা কৰা হৈছে। হিন্দী এটা প্ৰাদেশিক ভাষা অৰ্থাৎ ভাৰতৰ এখণ্ডত মাথোন প্ৰচলিত। এই প্ৰাদেশিক ভাষাটোক সৰ্ব্বভাৰতীয় ভাষা কৰিলে আনবোৰ ভাষাৰ অশেষ ক্ষতি হব। সেইকাৰণে অনেক খ্যাতিমন্ত নেতাই আজি দেৰশ বছৰ প্ৰচলিত ইংৰাজী ভাষাকেই সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষাস্বৰূপে গ্ৰহণ কৰি সংবিধানৰ সংশোধন কৰিব লাগে বুলি মত প্ৰকাশ কৰিছে। সংবিধানত ৰাষ্ট্ৰভাষা সম্পৰ্কে এইমৰ্ম্মে নিয়ম কৰা হৈছে—যিটো ভাষা ইউনিয়নৰ ভাষা হব, সেইটোৰে এখন ষ্টেটে আন এখনৰ লগত সংযোগ ৰাখি কথা-বাৰ্ত্তা পাতিব আৰু ষ্টেটবোৰৰ লগত ইউনিয়নে সংযোগ ৰাখি কথা-বাৰ্ত্তা পাতিব। এয়ে ইউনিয়নৰ ভাষাৰ কাম। অতদিন এই কাম ইংৰাজীয়ে সুকলমে সমাধান কৰিছে। ইংৰাজী কোনো ষ্টেটৰ ভাষা নহয়। ইয়াক গ্ৰহণ কৰিলে কোনো ষ্টেটে অসুবিধা নেপায়। যদিহে ইয়াৰপৰা অসুবিধা হয় তেনেহলে এটাইবোৰ ষ্টেটৰে সমানে অসুবিধা হব। ইংৰাজী অৱশ্যে আমাক শাসন কৰা ইংৰাজ জাতিৰ ভাষা, সেইকাৰণে ইয়াক বৰ্জ্জন কৰিব লাগে। এইকথা আমি নেমানো। এতিয়া ভাৰত স্বাধীন হৈছে। এই আন্তৰ্জ্জাতিক অতিশয় চহকী ভাষা ইংৰাজীয়ে ভাৰতৰ স্বাধীনতা হৰণ নকৰে, বৰঞ্চ ই স্বাধীনতা সদায় ৰক্ষা কৰি ভাৰতৰ গৌৰৱ জগতত বিস্তাৰ কৰিব। আজি ভাৰতীয় কুৰি বছৰীয়া ডেকাদলে ইংৰাজৰ ৰাজত্বত পৰাধীন ভাৰতৰ অৱস্থা কেনে আছিল তাক নিজে চকুৰে দেখা নাই। এই দল ক্ৰমাৎ বাঢ়িব লাগিছে। পৰাধীন ভাৰতৰ চিত্ৰ ক্ৰমাৎ অস্পষ্ট হৈ তেনেই মাৰ যাব।

ৰাষ্ট্ৰভাষা

যদিহে ইংৰাজীৰ সলনি আন এটা ভাৰতীয় ভাষা ৰাষ্ট্ৰভাষাস্বৰূপে গ্ৰহণ কৰাটো উচিত বুলি সকলোৱে ভাবে, তেনেহলে কোনো ৰাজ্যতে প্ৰচলিত নোহোৱা ভাষা এটাক সেই মৰ্য্যাদা দিব লাগিব। সৌভাগ্যক্ৰমে আমাৰ তেনেকুৱা এটা কোনো ৰাজ্যতে বৰ্ত্তমান প্ৰচলিত নোহোৱা অতিশয় চহকী ভাষা আছে। সেয়ে সংস্কৃত। সংস্কৃত অৱশ্যে কথিত ভাষা নহয়। কথিত ভাষা নহলেও যে এটা ভাষা ৰাষ্ট্ৰভাষা কৰিব পাৰি তাৰ দৃষ্টান্ত বৰ্ত্তমান ইহুদিয়ে দেখুৱাইছে। ইজৰাইল ৰাজ্যত পৃথিবীৰ নানা দেশৰ ভিন ভিন ভাষা কোৱা ইহুদি আহি গোট খাই তাহানিৰ মৃত ভাষা হিব্ৰুক ৰাষ্ট্ৰভাষা কৰি ৰাষ্ট্ৰীয় সকলো কাৰ্য্য সম্পাদন কৰিছে। সৰ্ব্বভাৰতীয় ৰাষ্ট্ৰভাষা হবলৈ যি যি গুণ লাগে সকলো সংস্কৃতত আছে। ভাৰতৰ লগত সংস্কৃত এনেভাৱে সংযুক্ত যে যতে ভাৰত ততে সংস্কৃত আৰু যতে সংস্কৃত ততে ভাৰত। সংস্কৃতৰ দাপোনত সকলোৱে ভাৰত মাতৃৰ দিব্য মূৰ্ত্তি অহৰহ দেখিব। ভাৰতৰ সৰহভাগ ভাষাৰ জননী সংস্কৃতে নিজৰ জীয়ৰীসকলক চিৰকাল সাৱটি ধৰিব। ভাৰতৰ কোনো কথিত ভাষাক ৰাষ্ট্ৰভাষা কৰিলে ভাৰতত বিভ্ৰাট বা ভগন হব।

চৰকাৰী ৰাষ্ট্ৰভাষা সম্পৰ্কে যি আইন বা বিধি বৰ্ত্তমান বিৰচিত হৈছে সেয়ে গোটেই ভাৰতক প্ৰবল ভূমিকম্পৰ নিচিনা জোকাৰি দিছে। এই জোকাৰণিত হিন্দী ৰাজ্য আৰু অহিন্দী ৰাজ্যৰ মাজত এটা ডাঙৰ ফাট মেলিছে। এই ফাট হিমালয়ৰপৰা কুমাৰিকা অন্তৰীপলৈ বিস্তৃত হৈ পৰিছে। এই ফাট কোনে কৰিলে? এই ফাট কোনোবাই খিচাৰিছে নে? এই ফাট এসময়ত মাৰ যাবনে? এই ফাট চিৰস্থায়ী হৈ ভাৰতক দ্বিখণ্ড কৰিবনে?—ইত্যাদি প্ৰশ্নবোৰৰ উত্তৰ দি আমি আলোচনা কৰিব নোখোজোঁ। এই ফাটে যাতে অসমীয়া ভাষা আৰু সাহিত্যৰ মৰ্য্যাদা হানি নকৰে তাৰ কাৰণে আনবিলাক অহিন্দী ৰাজ্যৰ লগত লগ লাগি ‘এক পন্থা’ অবলম্বন কৰিব লাগিব।

অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম কৰিলে ভাষাৰ মৰ্য্যাদা বাঢ়িব, সঁচা, কিন্তু এয়ে ভাষাৰ কলেবৰ বঢ়াব নোৱাৰিব। ভাষাক এজোপা বৃহৎ গছ কৰিব লাগিব। ইয়াৰ ঠাল-ঠেঙুলিয়ে যাতে গোটেই দেশ বিয়পি পৰে তাৰ চেষ্টা দিনে-নিশায় কৰিব লাগিব।

প্ৰচাৰ

আমাৰ দেশৰ চাৰি সীমাৰ ভিতৰত ইয়াক আৱদ্ধ কৰি ৰাখিলে নহব, ই যাতে সীমা অতিক্ৰম কৰি আনবোৰ ঠাইলৈ বিয়পে তাৰ যত্ন কৰিব লাগিব। ভাষাৰ বল বৃদ্ধি কৰিবলৈ প্ৰচাৰৰ বাহিৰে আন উপায় নাই। গোটেই জগতত প্ৰচাৰ কৰিয়েই ইংৰাজী ভাষাক আন্তৰ্জ্জাতিক ভাষা কৰা হৈছে। গোটেই ভাৰতত প্ৰচাৰ কৰিয়েই হিন্দীক সৰ্ব্বভাৰতীয় ভাষা কৰিবলৈ হিন্দী ভাষা-ভাষী লোকে দেহে-কেহে চেষ্টা কৰিব লাগিছে। সেইদৰে ভাৰতৰ আনবিলাক জাতিয়েও নিজৰ ভাষা নিজৰ ৰাজ্যৰ সীমাৰ ভিতৰত আৱদ্ধ নৰাখি আনবিলাক ঠাইত প্ৰচাৰ কৰিবলৈ সদায় যত্ন কৰিব লাগিছে। আমিও প্ৰচাৰ কৰি আমাৰ ভাষাৰ বলবৃদ্ধি কৰিব লাগিব। আমাৰ দেশৰ সীমান্তত পৰ্ব্বতীয়া ঠাইবোৰ আছে। সেইবোৰত আমাৰ ভাষা প্ৰচাৰ কৰিব লাগিব। আমি আইন কৰি সিবিলাক ঠাইত কেতিয়াও আমাৰ ভাষা জাপি দিয়া নাই। আগলৈও নিদিওঁ। আইন কৰি ভাষা এটা জাপি দিয়া আৰু আইন নকৰি নানা উপায় অবলম্বন কৰি ভাষা প্ৰচাৰ কৰা—দুটা বেলেগ বস্তু। আমি সেইবোৰ ঠাইত আমাৰ ভাষা প্ৰচাৰ কৰিম। ইয়াত কোনোৱে আমাক বাধা দিব নোৱাৰে। এইটো কৰা আমাৰ জাতীয় কৰ্ত্তব্য। অসম সাহিত্য-সভাই সেইবোৰ ঠাইত কেনেকৈ আমাৰ ভাষা প্ৰচাৰ কৰিব পাৰি তাৰ এটা আঁচনি অচিৰে প্ৰস্তুত কৰিব লাগিব। আমি অসমীয়া প্ৰচাৰ কৰিবলৈ সাজু হব লাগিব। আমি নগা ৰাজ্যত প্ৰচাৰ কৰিম, আমি খাচীয়া জয়ন্তীয়াত প্ৰচাৰ কৰিম, আমি গাৰো পৰ্ব্বতত প্ৰচাৰ কৰিম, আমি মিকিৰ পৰ্ব্বতত প্ৰচাৰ কৰিম, আমি মিজো-সকলৰ মাজত প্ৰচাৰ কৰিম। ইয়াতেই আমাৰ প্ৰচাৰ কাৰ্য্যৰ অন্ত নপৰে। আমাৰ প্ৰাচীন কামৰূপৰ অঙ্গ কোচবিহাৰতো প্ৰচাৰ কৰিম। বঙ্গভাষা আৰু হিন্দী ভাষা অসমৰ ঘৰে ঘৰে অবাধে প্ৰচাৰ কৰিব পাৰিবা কিন্তু অসমীয়া ভাষা নোৱাৰিবা—এনে কথা কেতিয়াও হব নিদিওঁ।

প্ৰচাৰ কৰিবলৈ আমাৰ সাহিত্য আছেনে? বৰ্ত্তমান বহুত কবিতাৰ পুথি, সাধুকথাৰ পুথি, চুটি চুটি গল্প বা আখ্যানৰ পুথি, উপন্যাস, নাটক আদি বিবিধ পুথি ওলাবলৈ ধৰিছে।

কেইখনমান বাতৰি কাকত আৰু আলোচনীও ওলাইছে। এইবিলাক বিতৰণ কৰি আমি প্ৰচাৰকাৰ্য্য আৰম্ভ কৰিব পাৰোঁ। এইবিলাক পুথিৰ গুণাগুণ সম্পৰ্কে আমি কোনো কথা আলোচনা কৰিব নোখোজোঁ। বৰ্ত্তমান আমাক লাগে এটা পঢ়ুৱৈ বা পাঠকৰ সমাজ। যতে যতে সাহিত্যই গা কৰিছে ততে এটা বৃহৎ পঢ়ুৱৈ সমাজ আছে। এই সমাজ সৃষ্টি কৰিবলৈ অসংখ্য পুথি-পাঁজি লাগে। বেয়াই হওক, ভালেই হওক, আমাক লাগে শ শ পুথি। পুথিৰ সংখ্যা বঢ়াটোই আমাৰ আদি কাম। আমাৰ পুথিৰ সংখ্যা আন আন চহকী ভাষাৰ তুলনাত অতিশয় তাকৰ। আমাৰ লিখকসকলে নানাবিধ পুথি লিখি পাঠকৰ সংখ্যা বঢ়াব লাগিব। পাঠকৰ বহুশ্ৰেণী। এক শ্ৰেণী পাঠকে যিবোৰ পুথি ভাল পাই আগ্ৰহৰে পঢ়ে আন শ্ৰেণীৰ পাঠকে সেইবোৰ পুথি নপঢ়ে। বিদ্যাশিক্ষা অনুযায়ী পাঠকৰ শ্ৰেণীৰ উদ্ভৱ হয়। কোনোৱে প্ৰকৃতিৰ বৰ্ণনামূলক কবিতাবোৰ পঢ়ি ৰস পায়, কোনোৱে সৃষ্টিতত্ত্বৰ গহীন কবিতা পঢ়ি ৰস পায়। কোনোৱে পুৰণি ছন্দত্ লিখা কবিতা ভাল পায়, কোনোৱে আজিকালিৰ ন ন ছন্দত লিখা আধুনিক কবিতা ভাল পায়। কোনোৱে ঐতিহাসিক উপন্যাস পঢ়ি আনন্দ পায়। কোনোৱে সামাজিক উপন্যাস পঢ়ি সোৱাদ পায়। কোনোৱে ধেমেলীয়া নাটক পঢ়ি ৰং পায়, কোনোৱে ধৰ্ম্মবিপ্লৱৰ বা ৰাষ্ট্ৰবিপ্লৱৰ গহীন কথা থকা নাটক পঢ়ি ৰস পায়। কোনোৱে অসমীয়া সমাজৰ কথা লৈ লিখা চুটি চুটি গল্পবোৰ পঢ়ি ভাল পায়, কোনোৱে ইংৰাজী বা ফৰাচী বা ৰাচিয়াৰ গল্পৰ ছাঁত লিখা চুটি চুটি গল্প ভাল পায়। এইদৰে পাঠকৰ অসংখ্য শ্ৰেণী আছে। এই পাঠকবৰ্গৰ মন যোগাবলৈ বিবিধ কাব্য, উপন্যাস, নাটক, চুটি গল্প আৰু সাধুকথা লিখিব লাগিব। এই এটাইবিলাক কিতাপ যে উচ্চ থাপৰ হব লাগিব, এনে নহয়, কিছুমান বেয়া কিতাপো ওলাব। যিবোৰ কিতাপ আমি তেনেই সাধাৰণ নিকৃষ্ট বুলি দলিয়াই পেলাওঁ সেইবোৰৰ যে মূল্য নাই এনে নহয়। সেইবোৰে পঢ়ুৱৈ সমাজ গঢ়াত বিশেষ সহায় কৰে। ইংৰাজীত আমি তেনেকুৱা হেজাৰ হেজাৰ নিকৃষ্ট উপন্যাস আৰু চুটি গল্পৰ পুথি দেখিছোঁ। বঙ্গভাষাতো তেনেকুৱা সাধাৰণ পুথিৰ সংখ্যা কম নহয়।

আমাৰ ভাষাতো তেনেকুৱা গহীন আৰু লঘু সাহিত্য সৃষ্টি কৰি এটা ডাঙৰ পাঠক সমাজ গঢ়িব লাগিব। এই সাহিত্য এতিয়া সমালোচনা নকৰাই ভাল। সমালোচনাৰ সময় আছে। বৰ্ত্তমান যিবিলাক পুথি ৰাইজৰ হাতত পৰিছে সেইবোৰৰ সংখ্যা বাঢ়িবলৈ দিব লাগে। যেতিয়া আন আন চহকী ভাষাৰ নিচিনা অলেখ পুথি নিতৌ ওলাব তেতিয়া সমালোচকে আগবাঢ়ি আহি কোনখন ভাল, কোনখন বেয়া, কোনখনে সমাজৰ উপকাৰ কৰিছে, কোনখনে সমাজৰ অপকাৰ কৰিছে ইত্যাদি নানা কথাৰ আলোচনা কৰি এটা সমালোচনা-সাহিত্য সৃষ্টি কৰিব।

জগতৰ সকলো দেশৰ গ্ৰন্থকাৰ দুখীয়া। তেওঁলোকে চিন্তা কৰি, শ্ৰম কৰি গ্ৰন্থ লিখি প্ৰকাশকৰ ওচৰ চাপে। অসমতো সৰহভাগ গ্ৰন্থকাৰে প্ৰকাশকৰ ওচৰ চাপিছে। আন আন দেশত যেনেকৈ এটা প্ৰকাশকৰ শ্ৰেণী ওলাই গ্ৰন্থবোৰ প্ৰকাশ কৰিছে, অসমতো তেনেকৈ এটা প্ৰকাশকৰ শ্ৰেণী ওলাইছে। তেখেতসকলে যে এই কুৰি বছৰে অসংখ্য পুথি ছপাই অসমীয়া

সাহিত্যৰ উদগতি সাধন কৰিছে তাক আমি মুক্তকণ্ঠে স্বীকাৰ কৰোঁ। এই প্ৰকাশকৰ কিছুমানে কিতাপ ছপাই কিতাপৰ দোকান পাতি অশেষ ধন আৰ্জিছে। তেখেতসকলক আমি দুটা কথা কব খোজোঁ। প্ৰথম, যিবোৰ পুথিয়ে আমাৰ সাহিত্য গহীন কৰে আৰু ইয়াৰ জেউতি বঢ়ায় সেইবোৰ পুথি ছপা কৰি তেখেতসকলে যথেষ্ট ধন নেপাব পাৰে। (কাৰণ সেইবোৰ পুথি পঢ়োতাৰ সংখ্যা তেনেই সীমাবদ্ধ অথচ সেইবোৰ ছপোৱাটো নিতান্ত প্ৰয়োজনীয়।) সেইকাৰণে অশেষ ক্ষতি স্বীকাৰ কৰিও সেইবোৰ পুথি ছপাব লাগে। দ্বিতীয়, প্ৰত্যেক প্ৰকাশকে যেন প্ৰচাৰৰ অৰ্থে বিনামূল্যে ঠায়ে ঠায়ে মানুহৰ মাজত বিলাবলৈ কিছুমান পুথি অসম সাহিত্য সভাক দান কৰে।

বৰ্ত্তমান অসমৰ ঠায়ে ঠায়ে বহুত কলেজ পতা হৈছে, তাৰ উপৰি দুখন বিশ্ববিদ্যালয় স্থাপিত হৈছে। এইবোৰে দেশত শিক্ষা বিস্তাৰ কৰি এটা পাঠক সমাজ গঢ়িছে। এওঁলোকে আধুনিক সাহিত্যৰ ৰস নেপায়। এওঁলোকক লাগে বহল গহীন সাহিত্য। এওঁলোকে আমাৰ সাহিত্যৰ জলঙাইদি গোটেই জগত চাব খুজিছে। এওঁলোকে মানৱ সভ্যতা ক'ত ক'ত আৰু কেনেকৈ প্ৰস্ফুটিত হৈছে তাক মানস-চকুৰে বিশ্লেষণ কৰি চাব খুজিছে। এওঁলোকৰ নিতৌ বাঢ়ি অহা জ্ঞান-তৃষ্ণা নিবাৰণ কৰিবলৈ আমাৰ সাহিত্যিকে নানা শাস্ত্ৰ, নানা গ্ৰন্থ অধ্যয়ন কৰি আৰু গৱেষণা কৰি পুথি প্ৰণয়ন কৰিব লাগিব। অধ্যয়ন কৰা আৰু গৱেষণা কৰা অতিশয় টান কাম। সৌভাগ্যক্ৰমে অসমৰ নগৰে নগৰে একোটা পুথি ভঁৰাল স্থাপন কৰা হৈছে আৰু কিছুমান কলেজত বিজ্ঞানাগাৰ পতা হৈছে। আজি-কালি পুথি ভঁৰাল আৰু বিজ্ঞানাগাৰেই জগতত থাই জ্ঞানৰ কেন্দ্ৰ হৈছে। আমাৰ লিখকে সেই কেন্দ্ৰত অধ্যয়ন আৰু গৱেষণাৰে জ্ঞান আহৰণ কৰি ন ন গ্ৰন্থ ৰচনা কৰিব লাগিব। কাব্য, উপন্যাস, নাটক আদি সাহিত্য ৰচনাতো অধ্যয়ন আৰু গৱেষণা লাগিব। কবীন্দ্ৰ ৰবীন্দ্ৰনাথে সংস্কৃত আৰু ইংৰাজী কাব্য পঢ়ি, ভাৰতীয় আৰু ইউৰোপীয় দৰ্শন শাস্ত্ৰ অধ্যয়ন কৰি আৰু বঙ্গৰ পূৰ্ব্ব-কবিসকলৰ কাব্য পঢ়ি চিন্তা কৰি, গৱেষণা কৰি নিজৰ স্বভাবজাত অসাধাৰণ কবিত্ব শক্তি প্ৰয়োগ কৰি কাব্য আৰু গীত ৰচনা কৰি যুগবাণী প্ৰচাৰ কৰিছে। আমাৰ কবিসকলৰ কবিত্ব আছে, নাই অধ্যয়ন আৰু গৱেষণা। আমাৰ লিখকবৰ্গই আন আন উন্নত দেশৰ নিচিনা অধ্যয়ন আৰু গৱেষণাৰে জ্ঞানৰ ভঁৰালৰ অধিকাৰী হৈ ন ন উপন্যাস, নাটক, আখ্যান আদি শুধ সাহিত্যৰ পুথি প্ৰণয়ন কৰিব লাগিব। যিবোৰ সমস্যাই আধুনিক মানৱ সমাজক বিমূঢ় কৰিছে সেইবোৰ উপন্যাস আৰু নাটকত ঠাই পালেহে সেই উপন্যাস আৰু নাটকে জগতৰ মন আকৰ্ষণ কৰিব। আজি-কালি আন আন উন্নত ভাষাৰ পুথিৰ কথাৰ লগত তুলনা কৰি পুথি ৰচনা কৰিব লাগিব। আমাৰ ভাষাত তুলনামূলক সাহিত্যৰ সংখ্যা নিচেই তাকৰ। আমাৰ প্ৰকাশকসকলে এই কথালৈ বিশেষকৈ মন কৰি সেই গৱেষণামূলক আৰু তুলনামূলক গ্ৰন্থ ছপাবলৈ সাজু হব লাগিব।

আমাৰ ভাষাক কিদৰে চৰকাৰী ভাষা কৰিবলৈ আইন প্ৰণয়ন কৰা হৈছে তাৰ সবিশেষ বিবৰণ এটায়ে জানে। অসম সাহিত্য সভাই আজি বহুত বছৰ ধৰি আমাৰ ভাষাক চৰকাৰী



শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু
সপ্তত্ৰিংশ সন্মিলনৰ সভাপতি

ইয়াতেই ৰবদোৱা থানত সৰ্ব্বশাস্ত্ৰৰ সাৰস্বৰূপ বিশিষ্ট গীতাশাস্ত্ৰ, নিগমকল্পতৰুৰ গলিত ফল শ্ৰীমদ্ভাগৱতৰ ভেটিত একদেউ তত্ত্ব আৰু তেওঁৰ ৰসময়ী ভক্তিৰ পথ সকলো জীৱৰ প্ৰতি উন্মুক্ত কৰি দিওঁতা কৃষ্ণাৱতাৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰকাশ হৈছিল। শ্ৰীমদ্দামোদৰদেৱৰো ইয়াতেই আবিৰ্ভাব হৈছিল। প্ৰাচীন অসমীয়া গদ্য সাহিত্যৰ উদ্ভৱ এখেতৰ লোকমঙ্গলকাৰী সদ্সম্প্ৰদায়ৰপৰাই হৈছিল—সেই কথা কাৰো অবিদিত নাই। "স্ত্ৰী, শূদ্ৰ আদি সৱে বুজে যেন মত" এনে মতে ভাগৱতৰো গদ্য ভাঙনি কৰিবলৈ শ্ৰীভট্টদেৱক এখেতেই উদ্গাইছিল। অসমীয়া প্ৰকৃষ্ট গদ্য ভট্টদেৱৰ হাতত উদ্ভৱ হ'ল। ইয়ো এটা মহৎ গৌৰৱৰ কথা যে আন কোনো ভাৰতীয় ভাষাত তেতিয়া গদ্য ভাষাত গ্ৰন্থ ৰচনা হোৱা নাছিল। উক্তৰূপ সদ্সাহিত্য বা দিব্য-সাহিত্যৰ যিদৰে উদয় হ'ল, সেইদৰে উচ্চস্তৰৰ নৃত্য-গীত-বাদ্য আৰু লৌকিক গীত বাদ্য-নৃত্যাদি পূৰ্ব্বৰপৰা অসমত প্ৰচলিত থাকিলেও মহাপুৰুষ শঙ্কৰদেৱে ইয়াক সম্পূৰ্ণ দিব্য সৌষ্ঠৱ যোগাই দিলে 'যাত্ৰাৰ দোল'তে অভিনয় কৰি। প্ৰকৃততে এই যাত্ৰাৰ দোল একপক্ষে মহাপুৰুষৰ জগতমঙ্গলকাৰী পৰম ধৰ্ম্ম প্ৰৱৰ্ত্তনৰ যাত্ৰা বা অভিযান, ধৰ্ম্মক্ষেত্ৰত সবাৰে সমন্বয় প্ৰৱৰ্ত্তনৰ অভিযান, জগতলৈ বৈকুণ্ঠ নমাই অনাৰ অভিযান। সংস্কাৰ-শোধনৰ দ্বাৰা, নিয়ম-নীতি, শ্ৰদ্ধা-প্ৰীতি, সংযম-ভক্তি, সুকুমাৰ কলা আৰু বিশুদ্ধ কৰ্ম্মৰ ভিত্তবেদি আপোনাৰ সুন্দৰ স্বৰূপ উপলব্ধি আৰু ভগৱন্তৰ সান্নিধ্য উপলব্ধিৰ ই এটা শ্ৰেষ্ঠ অভিযানৰ ঘোষণা। যেনে সত্য সংকল্প তেনে পূৰ্ণকাম।

আজিৰ সাহিত্য সভাৰ পঞ্চাশ বছৰীয়া অধিবেশনত আমিও সত্য সংকল্প লৈ পূৰ্ণ উদ্যমেৰে কৰ্ম্মপথত আগুৱাই যাবলৈ মঙ্গলময় ভগৱন্তৰপৰা যাতে প্ৰেৰণা আৰু শক্তিলাভ কৰিব পাৰোঁ তাৰ বাবে তেওঁৰ চৰণত প্ৰাৰ্থনা জনাওঁ।

জয়-জয়তে আমি পূৰ্ব্বৰ কবি-সাহিত্যিক আদিৰ প্ৰতি আৰু বৰ্ত্তমান যুগৰ ভাষা সাহিত্য আদিৰ গঢ় দিওঁতা আৰু সাধনব্ৰতী আদৰ্শ পুৰুষসকলৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা নিবেদন কৰোঁ।

বিশেষ আনন্দৰ কথা যে সাহিত্য সভাই উদ্দেশ্য পথত অগ্ৰগতি লাভ কৰি আহিছে। পূৰ্ব্বৰ সভাপতিসকলৰ সপোন কাৰ্য্যত পৰিণত হৈ আহিব ধৰিছে। বৰ্ত্তমান আমাৰ লেখক-পাঠকৰ সংখ্যা যথেষ্টৰূপে বাঢ়িছে। বাতৰি কাকত, আলোচনী কাকত আদিৰো সংখ্যা বাঢ়িছে, আৰু ঠায়ে ঠায়ে চৰ্চ্চাৰ কেন্দ্ৰও প্ৰতিষ্ঠিত হৈছে। এটা এটাকৈ তিনিটা বিশ্ববিদ্যালয় স্থাপিত হৈছে, কৃষি বিশ্ববিদ্যালয়কে ধৰি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ গৱেষকসকলৰ চেষ্টাত ভাষা, সাহিত্য, পুৰাতত্ত্বৰ মূল্যবান গ্ৰন্থাদি প্ৰকাশ হৈছে আৰু আলোচনা চলিব ধৰিছে। আজি আমাৰ ভাষাত সাহিত্যতত্ত্ব, ভাষাতত্ত্ব, সাহিত্য, বুৰঞ্জী, সংগ্ৰহ, সমালোচনা গ্ৰন্থাদি, সাহিত্যিক-সকলৰ জীৱনী আৰু অৱদান আদিৰ চৰ্চ্চামূলক গ্ৰন্থ প্ৰকাশ হব ধৰিছে। নতুন ভাব, ৰীতি আৰু আদৰ্শৰ কবিতা, গল্প, উপন্যাস আদি সকলো ক্ষেত্ৰৰে গ্ৰন্থ প্ৰকাশ হব ধৰিছে। চিত্ৰৰো ক্ষেত্ৰতো অসমীয়াৰ চেষ্টা আৰু খ্যাতি হব ধৰিছে। গতিকে এটা নৱ-জাগৰণৰ সূচনা যে হৈছে সি নিশ্চয়। এই নৱজাগৰণেই এটা নৱযুগ প্ৰতিষ্ঠাৰ আগজাননী সুলি ধৰিব আহিছে।

এই জাগৰণৰ লগে লগে আমাৰ পুথিভঁৰালৰ সংখ্যাও বাঢ়িব লাগে। শিক্ষালয়সমূহৰ বাহিৰেও জনসাধাৰণৰ বাবে ৰাজহুৱা পুথিভঁৰাল আমাৰ নিতান্ত আৱশ্যক। আমাৰ গাওঁবোৰৰ যিবোৰ নামঘৰ আছে সেইবোৰৰ প্ৰাঙ্গণতে একোটা একোটা পুথিভঁৰাল আঞ্চলিক ৰাইজৰ উদ্যোগত প্ৰতিষ্ঠিত হব পাৰে। এই পুথিভঁৰালবোৰৰ সহায়ত সমূহ ৰাইজৰ মাজত শিক্ষা চৰ্চ্চা বাঢ়িব আৰু দেশ-বিদেশৰ সকলো খা খবৰ পাই থকাৰ সুবিধা হব।

আগতে, আমাৰ শিক্ষা চৰ্চ্চা আৰু গ্ৰন্থাদি প্ৰকাশৰ অগ্ৰগতিৰ কথা উনুকিয়াই অহা হৈছে। পাইওটীয়া লক্ষ্য, ৰতি, চেষ্টা আৰু প্ৰতিভাৰ মহত্ত্ব সদায় স্বীকাৰ কৰিবই লাগিব। কিন্তু উমৈহতীয়া উদ্যোগ অনেক ক্ষেত্ৰত অতি আৱশ্যকীয়। যেনে, আমাক এখন অসমীয়া বিশ্বকোষ লাগে। এই কাম এজনৰ দ্বাৰা হৈ উঠাটো সম্ভৱ নহয়। ইয়াত এখন পৰিষদৰ আৱশ্যক হব। সঁচাকৈ আজি ইমান দিনে অসমীয়া বিশ্বকোষ এখন নোহোৱাটো বৰ দুখৰ কথা। শিক্ষা চৰ্চ্চাৰ ক্ষেত্ৰত বিশ্বকোষৰ মূল্য কিমান সকলোৱে বুজে। এই মহৎ কামটো বিশ্ববিদ্যালয়ৰ পৰিচালনাত হোৱাটোৱেই অধিক বাঞ্ছনীয়। কেইবছৰমান আগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেতিয়াৰ কৰ্ম্মসচিব (চেক্ৰেটৰী) ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ এই বিষয়ে এটা উদ্যম হৈছিল আৰু এই উপলক্ষে কেন্দ্ৰীয় চৰকাৰৰপৰা এটা অনুদানো বিচৰা হৈছিল, কিন্তু কামটো হৈ নুঠিল। এতিয়াও এই বিষয়টো বিশেষ তৎপৰতাৰে অনুধাৱন কৰা উচিত আৰু অসম চৰকাৰৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ সহায়ত এই কামটো যাতে হৈ উঠে তাৰ বাবে চেষ্টা কৰা উচিত।

দ্বিতীয়তে, অসমীয়া সাহিত্যৰ সকলো যুগৰ ওপৰতে সমানে মূল্য দি লেখা আলোচনাত্মক এখনি বহল সাহিত্য-বুৰঞ্জীও আমাক লাগে। বাপ আৰু পাৰদৰ্শিতা অনুসৰি বিশিষ্ট বিশিষ্ট লোকৰ ওপৰত বিশেষ বিশেষ যুগৰ কাম ন্যস্ত কৰি এনে এখন বুৰঞ্জী প্ৰণয়ন কৰিব পৰা যায়। এই কামটোও বিশ্ববিদ্যালয়ৰ তত্ত্বাৱধানত হোৱাটো বাঞ্ছনীয়।

তৃতীয়তে, আমাৰ এখন জাতীয় বুৰঞ্জীৰ আৱশ্যক। আমাৰ জাতিৰ আদি-গুৰি, পুষ্টি, কলা-কৃষ্টি, সাধনা, শৌৰ্য্য-বীৰ্য্য, উত্থান-পতন আদি সম্বন্ধে সৰ্ব্বসাধাৰণৰ উপযোগী কৰি লেখা এখন বুৰঞ্জীৰ আৱশ্যকতাৰ কথা পূৰ্ব্বৰ একাধিক সভাপতিয়ে কৈ গৈছে। এনে এখন বুৰঞ্জীয়ে আমাৰ আত্ম-পৰিচয় দিয়াৰ উপৰি, সকলোৰে মনত আশা-উদ্দীপনা, কৰ্ম্মপ্ৰৱণতা আৰু উচ্চ আদৰ্শ জগাই তোলা ক্ষেত্ৰত নিশ্চয় বিশেষ সহায় কৰিব। ঐতিহ্যৰ প্ৰেৰণা আৰু উজ্জ্বল ভৱিষ্যতৰ লক্ষ্য এই দুয়োটাই মানুহক কৰ্ম্মপথে আগুৱাই নিয়ে।

আমাৰ পূৰ্ব্বৰ মহত্ত্ব-শৌৰ্য্য, বীৰ্য্য পৰাক্ৰম আদিৰ কথা, বিশেষকৈ মহাভাৰতৰ যুদ্ধৰ দিনৰেপৰা শৰাইঘাটৰ যুদ্ধলৈকে সকলো কথা—সাহিত্যৰথী বেজবৰুৱাদেৱকে ধৰি পূৰ্ব্ব কেইগৰাকীও সভাপতিয়ে বিশদভাৱে আলোচনা কৰি গৈছে। গতিকে সেইবোৰ পুনৰ দোহাৰিব নুখুজিলোঁ। সেইসমূহ অনুসৰণ কৰিলেই আমাৰ যথেষ্ট। আমাৰ গৌৰৱময় ঐতিহ্য কোনেও লুই কৰিব নোৱাৰে। অন্যান্য ক্ষেত্ৰৰ দৰে গান্ধৰ্ব্ব, ভাস্কৰ্য্য, সামৰিক আদি সকলো

বিভাতে আমাৰ দেশৰ বিশেষ খ্যাতি আছে। ইয়াত কেৱল নৃত্যৰ কথা এটাকে কওঁ। লাস্য বা লাস্য নৃত্য অসমৰপৰাই ভাৰতত প্ৰচাৰ হোৱা বুলি এটা মত প্ৰচলিত আছে। শ্ৰীজয়কৃষ্ণ হৰিকৃষ্ণ এম, এ, , এল, এল, বি, এড্ভোকেট ডেখেতৰ 'গুজৰাটী সাহিত্যকা ইতিহাস' নামৰ গ্ৰন্থৰ ৩৪-৩৫ পৃষ্ঠাত যি লিখিছে তাৰ অনুবাদ এই—"লাস্য-নৃত্যৰ মৌলিক ৰূপ এইদৰে কোৱা হয়।—পাৰ্ব্বতীয়ে বাণাসুৰৰ কন্যা উষাক লাস্য নৃত্য শিকাইছিল। উষা অনিৰুদ্ধৰ পত্নীৰূপে দ্বাৰকালৈ আহে, আৰু তেওঁ তাৰ গোপীসকলক সেই নৃত্য শিকায়। এই গোপীসকলে সৌৰাষ্ট্ৰৰ মহিলাসকলক শিকায় আৰু তেওঁলোকৰপৰাই ভাৰতৰ বিভিন্ন স্থানৰ নাৰীসকলৰ মাজত এই নৃত্য বিয়পি পৰে। লাস্য নৃত্যৰ কোমল ৰূপ, আৰু নাৰীসকলৰ অনুকূল পৰম্পৰামতে ই সৌৰাষ্ট্ৰৰপৰা আৰম্ভ হয়।" "আন এটা পৰম্পৰা মতে তৃতীয় পাণ্ডৱ অৰ্জ্জুন তিনিবছৰৰ কাৰণে মণিপুৰলৈ যাওঁতে তাতে তেওঁ মণিপুৰী নৃত্য শিকে। ইন্দ্ৰৰ আমন্ত্ৰণত অৰ্জ্জুন যাওঁতে তাতে তেওঁ গন্ধৰ্ব্বৰাজ চিত্ৰৰথৰপৰা নৃত্য আৰু আন কলা শিকে। বিৰাট দেশত অৰ্জ্জুন তিৰোতাৰ বেশত বৃহন্নলা হৈ আছিল আৰু তাতে ৰাজকুমাৰী উত্তৰাক নৃত্য আৰু সঙ্গীত শিকাইছিল। উত্তৰা প্ৰায়ে দ্বাৰকালৈ গৈছিল। তাতে মহিলাসকলে তেওঁৰপৰা লাস্য নৃত্য শিকে। মুঠতে সৌৰাষ্ট্ৰলৈ লাস্য নৃত্য উষা বা উত্তৰাৰপৰা আহে।" ' ইত্যাদি।

যিয়ে নহওক, অসমত যে স্মৰণাতীত কালৰপৰা সঙ্গীতৰ চৰ্চ্চা আছিল ই নিশ্চিত। শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰচলিত সঙ্গীত চৰ্চ্চাৰে বিশেষ পৰিচিত হৈ তাৰ সংস্কাৰ সাধন কৰি ভগৱন্ত পুৰুষৰ লীলাভিনয়ৰ ভিতৰত ইয়াক স্থান দিলে।

ইত্যাদি প্ৰকাৰে আমাৰ ঐতিহ্য সম্বন্ধে এতিয়ালৈকে পোৱা কথাবোৰ সঙ্কলন কৰি চকুৰ আগত ৰাখি এই পথত নিৰন্তৰ সন্ধান চলাই থকাটো আমাৰ কৰ্ত্তব্য। আমাৰ দেশত হাল বাওঁতেও, পুখুৰী খানোতেও সোণ ৰূপৰ ভাণ্ডাৰ ওলায়, তামৰ ফলি ওলায়। 'কামৰূপ শাসনাৱলী' এইদৰেই প্ৰকাশ হবলৈ পালে। নজনাত কিমান বস্তু আমি পায়ো হেৰুৱাইছোঁ তাৰ নিৰ্ণয় নাই। গতিকে জনা লোকসকল সজাগ হব লাগে আৰু আনকো সজাগ কৰি দিব লাগে। এনেও দেখা যায় যে জনাজাত বস্তুও কেতিয়াবা বাইজৰ চকুৰ আঁৰ হয়। এটি মাত্ৰ উদাহৰণ দিওঁ—উত্তৰ গুৱাহাটীৰ মনিকৰ্ণেশ্বৰ পাহাৰৰ পশ্চিম ভাগত ব্ৰহ্মপুত্ৰৰ পাৰত আগৰ ডাক-বঙলা থকা ঠাইত সকলোৰে দৰ্শনীয় হৈ এচটা শিলে

"শীতে তৰণী তাপেন গ্ৰীষ্মে লৌহিত্যবায়ুনা।
সুখদেহাখিল লোকানাং মণ্ডপঃ চন্দ্ৰভাৰতেঃ॥"

এই শ্লোকেৰে কবি চন্দ্ৰভাৰতীৰ মণ্ডপৰ বাতৰি কাষেৰে যোৱা মানুহক দি আছিল। খাজি কেইবছৰমান হ'ল, সেই শিলচটা স্থানান্তৰিত হৈছে।

যোৱা বছৰ গুৱাহাটীৰ অনুসন্ধান সমিতিৰ ওচৰৰ মাটি খনাতো তেনে অনুসন্ধানৰ বস্তু ওলাইছে। সেই অঞ্চলতে এটা শিলত লিপি এখন ওলাইছিল, পাঠ উদ্ধাৰ হোৱা নাই। উক্ত শিলটো গুৱাহাটী বিশ্ববিভালয়ৰ প্ৰত্নতত্ত্ব বিভাগত কিছুদিন ৰখা হৈছিল। এইদৰে আমাৰ

উদ্ধাৰ কৰিবলগীয়া আৰু ৰক্ষা কৰিবলগীয়া সম্পদ অনেক আছে। পুথি-পাঁজিৰ সম্পৰ্কেও একে কথা। কেতিয়াবা সুৰক্ষিত স্থানৰপৰাও মূল্যবান পুথি অন্তৰ্হিত হয়। ইত্যাদি। এতিয়া দিনে দিনে শিক্ষাৰ বিস্তাৰ হৈ আহিছে যেতিয়া এনেবোৰ কথা ভৱিষ্যতে নঘটিব বুলি আমাৰ বিশ্বাস। এতিয়া লুকাই থকা কথাবোৰ যোগ্যবান, কাৰ্য্যদক্ষ আৰু হিতৈষী যোকৰ হাতত গতাই দিয়াৰ দিন পৰিছে। কৰ'বাত দেখা গৈছে, আটালত থকা পুথিৰ মাজত নিগনিৰ কটু কটু শব্দ শুনি গৰাকীয়ে হয়তো নদীতে পেলাই দিছে। অৱশ্যে নদীয়েও কেতিয়াবা তেনে পুথি বালিত গুজিও থৈ যায়। এই অভাজনে এবাৰ এনেকৈ ব্ৰহ্মপুত্ৰৰ বালিত আধা-পোতগৈ থকা পুথি তিনিখন পাই দুই-পখালি চোৱাত তিনিখন পুথি পাইছিলোঁ। এখন ভীষ্মপৰ্ব্ব মহাভাৰত, এখন কীৰ্ত্তন আৰু আনখন বীৰ লাচিতৰ শৰাইঘাটৰ যুদ্ধ-সজ্জাৰ বিৱৰণ। শেষৰখন প্ৰতিলিপি তেতিয়াৰ আৱাহনত প্ৰকাশ হৈছিল। ইত্যাদি কাৰণত আমি সদায় অনুসন্ধিৎসু হৈ থকা উচিত।

আমাৰ প্ৰত্নতত্ত্বৰ ক্ষেত্ৰত ইংৰাজ অনুসন্ধিৎসুসকলৰ প্ৰেৰণা, আমাৰ দেশপ্ৰাণ মহানুভৱ লোকসকলৰ মহৎ চেষ্টা আদিৰ ফলত অনেক প্ৰাচীন সম্পদ সকলোৰে জনাজাত হৈছে আৰু বিশেষকৈ কামৰূপ অনুসন্ধান সমিতি, অসম চৰকাৰৰ 'বুৰঞ্জী আৰু পুৰাতত্ত্ব-বিভাগ', গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰাতত্ত্ব শাখা, এই কেইটি প্ৰতিষ্ঠান গঢ়ি উঠিছে। অসম সাহিত্য সভায়ো অন্যান্য কামৰ উপৰি এই ক্ষেত্ৰত বিশেষ মনোনিবেশ কৰাটো উচিত। অনুসন্ধানৰ ফলতে আমি মহামহোপাধ্যায় ৺পদ্মনাথ বিদ্যাবিনোদৰ সম্পাদিত কামৰূপ শাসনাৱলী, ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ Early History of Kamrup, শ্ৰীবেণুধৰ শৰ্ম্মাৰ সম্পাদিত Wade's Accounts of Assam আদি গ্ৰন্থবোৰ পাব পাৰিছোঁ। সেইদৰে ডঃ ৺সূৰ্য্যকুমাৰ ভূঞাদেৱৰ অশেষ চেষ্টাত আহোম ৰজাসকলৰ দিনৰ মূল্যবান বুৰঞ্জীসমূহ, ৺ভোলানাথ বৰুৱাদেৱৰ অনুদানত আৰু কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীৰ সম্পাদিত অসমীয়া চানেকি চিৰিজ, আৰু কথাগীতা আদি গ্ৰন্থসমূহ পাব পাৰিছোঁ। বৰ্ত্তমান যুগৰ আদি ভাগত প্ৰত্নতত্ত্বানুসন্ধানটো এটা আন্দোলনস্বৰূপে হৈ উঠিছিল আৰু অনেকেই বিশেষ অনুৰাগেৰে এই কামত লাগিছিল। বাহুল্য ভয়ত সেইসকলৰ নাম ইয়াত উল্লিখিত নহ'ল। যাথোন সকলোৰে প্ৰতি আমাৰ সম্ভ্ৰমৰ প্ৰণাম জনালোঁ।

বৰ্ত্তমান কালত ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ A Cultural History of Assam, Early Geography of Assam, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ডাইৰেক্টৰ ডঃ প্ৰতাপচন্দ্ৰ চৌধাৰীৰ A History of the Civilisation of the People of Assam to the 12th Century A. D., শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাৰ Assamese Proverbs আদি গ্ৰন্থবোৰ যে বিশেষ মূল্যবান অৱদান তাত সন্দেহ নাই।

কলিকতাত অঃ ভাঃ উঃ সাঃ সভা স্থাপনেই বৰ্ত্তমান যুগৰ অসমীয়া ভাষাৰ বিশেষ ৰূপৰ অধ্যয়ন আৰম্ভ হয় কলিকতা বিশ্ববিদ্যালয়ৰ এম, এ, মহলাত অসমীয়াক এটা প্ৰধান ভাষাৰূপে অন্তৰ্ভুক্ত কৰাৰপৰা। ডঃ ৺বিৰিঞ্চিকুমাৰ বৰুৱাৰ ডেকা উদ্যমত, তেতিয়াৰ ৺অম্বিকানাথ বৰা

আৰু ৺যতীন্দ্ৰনাথ দুৱৰা আদিৰ সহযোগৰ ফলস্বৰূপে এই কাৰ্য্য হৈ উঠিছিল। আৰু গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাত অধ্যয়ন কেন্দ্ৰৰ সলনি হয়, আৰু শিক্ষা-চৰ্চ্চাৰ বৃদ্ধি হব ধৰে। কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসমীয়া সাহিত্যৰ চানেকি চিবিজ ওলোৱাৰপৰা বঙ্গীয় পণ্ডিতসকলৰ মাজত অসমীয়া সাহিত্যৰ বিশেষ পৰিচয় ঘটে। এইখিনিতে কৈ থব পাৰি যে শ্ৰীশ্ৰীবৃন্দাবন ধামত Institute of Oriental Philosophy (তেত্তিয়াৰ নাম Vaisnab Theological University )ৰপৰা ৺হৰমোহন দাস ডাঙৰীয়াই হিন্দী আৰু ইংৰাজী অনুবাদেৰে সম্পাদন কৰি তেত্তিয়াৰ উপৰাষ্ট্ৰপতি ডঃ ৰাধাকৃষ্ণণৰ আগকথা, অসমৰ প্ৰাক্তন গভৰ্ণৰ জয়ৰামদাস দৌলতৰামৰ বাণী, এছ, ছি, ৰয় আই-ই-এছ, অসমৰ প্ৰাক্তন ডাইৰেক্টৰৰ পাতনি আৰু উক্ত প্ৰতিষ্ঠানৰ স্থাপক প্ৰেচিডেণ্ট ত্ৰিদণ্ডীস্বামী ভক্তিহৃদয় বন মহাৰাজৰ আশীৰ্ব্বাদেৰে সৈতে শ্ৰীনামঘোষা প্ৰকাশ কৰি বৃহত্তৰ সমাজত ইয়াৰ প্ৰচাৰ কৰিছে আৰু ইয়াৰ বহুল প্ৰচাৰ হৈছে।

উক্ত প্ৰতিষ্ঠানৰ শ্ৰীশঙ্কৰদেৱ চেয়াৰৰ অধীনত অসমীয়া সাহিত্য ধৰ্মাদি সংক্ৰান্ত বিষয়ৰ তুলনামূলক গৱেষণা কাৰ্য্য চলি আছে। অসমীয়া মহাভাৰতৰ তুলনামূলক গৱেষণা কৰি যোৱা বছৰ শ্ৰীসদানন্দ বেজবৰুৱাই উচ্চ প্ৰশংসাৰে সৈতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডি, ফিল, ডিগ্ৰী লাভ কৰিছে। আৰু তিনিজনে অন্যান্য বিষয়ৰ গৱেষণা লিপিৰ পৰিশোধনৰ কাম চলাই আছে। ইয়াৰ বাহিৰে আন এজনে বৰ্ত্তমান আৰম্ভ কৰিছে। এই গৱেষণাবোৰৰপৰা কেইখনমান মূল্যবান গ্ৰন্থ প্ৰস্তুত হব আৰু গৱেষকসকলেও কৃতকাৰ্য্যতা লাভ কৰিব বুলি আশা কৰোঁ।

ঋষি আচাৰ্য্য বিনোবা ভাবেৰ দ্বাৰা অসমৰ বাহিৰত শ্ৰীমাধৱদেৱৰ অপূৰ্ব্ব ঘোষা গ্ৰন্থৰ মৰ্ম্ম আৰু আদৰ্শ বিশেষ প্ৰচাৰ হৈছে। আমাৰ মহাপুৰুষসকলৰ অন্তৰত ভাৰতৰ গৰিমাৰ প্ৰতি শ্ৰদ্ধা কিদৰে বাজি উঠিছিল তাকো তেখেতে আঙুলিয়াই দেখুৱাইছে। প্ৰকৃততে ভাৰতৰ আহ্বান সদায় সদৌ জগতবাসীৰ প্ৰতিয়ে হৈ আহিছে। ঋষিসকলেও অমৃতৰ বাণী শুনাই জগতবাসীক আহ্বান কৰিছে—"শৃন্বন্তু বিশ্বে তে অমৃতস্য পুত্ৰা।" হে অমৃতৰ বিশ্ববাসী পুত্ৰ-সৱ শুনা—বুলি। আমাৰ ভাৰতৰ আদৰ্শই হ'ল—"আত্মনো মোক্ষাৰ্থং জগদ্ধিতায় চ।" নিজৰ কল্যাণ আৰু জগতৰ কল্যাণ। এই আদৰ্শত মহীয়ান হব পাৰিলেই শান্তি, পুষ্টি, তুষ্টি আপুনি উদয় হয়। মহাপুৰুষসকলে এই তৃপ্তি প্ৰকাশ কৰিয়েই গাইছিল—"ধন্য কলিযুগ, ভাৰতবৰিব, নৰতনু, হৰিনাম।" জগতৰ স্বাৰ্থ, ভাৰতৰ স্বাৰ্থ, আমাৰ নিজৰ স্বাৰ্থ একেটাই। যদিও যীশুখৃষ্টই, "Ye Men of Jerusalum" 'হে জেৰুজেলামৰ লোকসকল শুনা'—বুলি জেৰুজেলামৰ লোকসকলকহে সম্বোধন কৰিছিল, যদিও মহম্মদে "হে আৰববাসীসকল শুনা" বুলি আহ্বান কৰিছিল, তেওঁলোকৰ অভিপ্ৰায় আছিল জগতৰ শান্তি। আমি জগতবাসী শান্তিকামী হলেই সৰ্ব্বত্ৰ কল্যাণ। মহাপুৰুষসকলৰ পথ অনুসৰণ কৰাতেই আমাৰ কল্যাণ।

আমাৰ চৰ্চ্চাৰ পৰিধি বিস্তাৰৰ বাবে কোনো বদান্য লোকৰ অনুদানৰ সহায় লৈ কাৰো নামত 'স্মৃতি বক্তৃতা' ( Memorial Lectures ) আদিৰ ব্যৱস্থাও কৰিব পাৰি। কেইবা

বছৰবো আগতে আমাৰ প্ৰাক্তন ডাইৰেক্টৰ উমাকান্ত গোস্বামীদেৱৰ স্বতঃপ্ৰণোদিত অনুদানৰ দ্বাৰা তেখেতৰ প্ৰথমা পত্নী ৺প্ৰতিভা দেৱীৰ নামে 'প্ৰতিভা দেৱী স্মৃতি বক্তৃতা'ৰ ব্যৱস্থা হৈছিল আৰু তাৰে জৰিয়তে ডঃ সুনীতিকুমাৰ চেটাৰ্জ্জিৰ বহুমূলীয়া গ্ৰন্থ—'The Place of Assam in the History and Civilisation of India' (ভাৰত সভ্যতাৰ বুৰঞ্জীত অসমৰ স্থান) আৰু ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চি ভাষাৰ অধ্যক্ষ ডঃ মফিজুল ইছলাম বৰাৰ 'ফাৰ্চি সাহিত্যত অসম বুৰঞ্জীৰ সমল' সম্বন্ধীয় আলোচনী আমি পাব পাৰিছোঁ।

অতীতৰ সৈতে বৰ্ত্তমানৰ সংযোগতহে ঐতিহ্যৰ পূৰ্ণবিকাশ। বৰ্ত্তমানটো উপেক্ষা কৰিলে অতীতটো যেনে অৰ্থহীন হয়, অতীতৰ সৈতে সম্পৰ্ক এৰাটোও বৰ্ত্তমানৰ পক্ষে তেনে ক্ষতিকৰ। যুগৰ পৰিবৰ্ত্তন হলেও পৰম্পৰাগত সংস্কাৰ সমাজৰ পক্ষে অতি মূল্যবান। মধ্যযুগৰ সাহিত্যত পৰম্পৰাগত সংস্কাৰ অতি প্ৰবল আছিল। সামাজিক অৰ্থনৈতিক পটভূমি, কাব্য-গ্ৰন্থাদিৰ টীকা-টিপ্পনী, ব্যাখ্যা, অনুবাদ আদিৰ ভিতৰেদিও অতীতৰ সৈতে আমাৰ সম্পৰ্ক ঘটে আৰু বৰ্ত্তমানৰ সাহিত্য ঐতিহ্যহীন হৈ নপৰে।

সংস্কৃত ভাষা আৰু সাহিত্যই আমাৰ মূল ভেটি। গতিকে ইয়াৰ সম্পৰ্ক-ৰহিত হব আমি নোৱাৰোঁ। সংস্কৃতৰ চৰ্চ্চা আমাক সদায় লাগিব। অতি প্ৰাচীন কালৰেপৰা আৰ্য্য সভ্যতা বিস্তাৰ হোৱাৰ দিনৰেপৰা অসমত সংস্কৃতৰ শিক্ষা চৰ্চ্চা চলি আছে। এই সংস্কৃত শিক্ষা চৰ্চ্চাৰ ফলতে আমাৰ মধ্যযুগৰ গৌৰৱময় সাহিত্যৰ উদ্ভৱ হৈছে। ইয়াত যিকেইখন তাম্ৰশাসন উদ্ধাৰ হৈছে সেইবিলাকৰপৰাই, মহাভূতিবৰ্ম্মা, ভাস্কৰবৰ্ম্মা আদি মহাৰাজসকলৰ দিনত সংস্কৃত শিক্ষাৰ প্ৰাচুৰ্য্যৰ কথা জানিব পাৰি। কালিকাপুৰাণ, যোগিনীতন্ত্ৰ এই কামৰূপতে ৰচিত হৈছিল। ত্ৰয়োদশ চতুৰ্দ্দশ শতিকাৰ নীলাম্বৰাচাৰ্য্য, বেদাচাৰ্য্য আদি স্মৃতিগ্ৰন্থ লেখক-সকলৰ উদ্ভৱ হৈছিল। দামোদৰ মিশ্ৰৰ গঙ্গাজলম্, পীতাম্বৰ সিদ্ধান্তবাগীশৰ একাদশী কৌমুদী আদি কৌমুদী সমুচ্চয়, পুৰুষোত্তম বিদ্যাবাগীশৰ ৰত্নমালা ব্যাকৰণ, আনকি সৰু সৰু কাব্য, নাটক আৰু বিখ্যাত সংস্কৃত কাব্যৰ আৰু অলঙ্কাৰ গ্ৰন্থৰ অনেক টীকা প্ৰাচীন কামৰূপত ৰচিত হৈছিল। বৰ্ত্তমান কালৰ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যৰ বৃত্তমঞ্জৰীৰ কথাও ইয়াতে উল্লেখ কৰিব পাৰি। আধুনিক যুগত সংস্কৃত চৰ্চ্চাৰ ভিতৰেদি ক্ষণজন্মা পুৰুষ ৺আনন্দৰাম বৰুৱাই প্ৰাচ্য-প্ৰতীচ্যৰ সম্পৰ্ক স্থাপনত বিশেষ সহায় কৰিছে। সেই একে আৰ্হিতে নিবন্ধ আৰু নেবানেপেৰা সংস্কৃত চৰ্চ্চাৰ অসাধাৰণ প্ৰতিভাৰ দ্বাৰা স্বনামধন্য শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱে জগত-জোৰা খ্যাতি আৰু সন্মান লাভ কৰি আমাৰ জাতিৰ গৌৰৱস্থল আৰু জলন্ত আদৰ্শ হৈছে।

বৰ্ত্তমান অসমত অনেক ঠাইতে লব্ধপ্ৰতিষ্ঠ অনেক পণ্ডিতে দেশৰ টোলবিলাকত পূৰ্ব্বৰ পদ্ধতি মতে সংস্কৃতৰ চৰ্চ্চা আৰু অধ্যাপনা চলাই আছে। কিন্তু বৰ্ত্তমানৰ পৰিস্থিতিত ইয়াৰ সাল-সলনি হোৱা উচিত বুলি প্ৰায় সকলোৱে উপলব্ধি কৰিছে। এই টোলৰ পাঠ্যৰ ভিতৰত সংস্কৃতৰ বাহিৰেও অন্যান্য সাধাৰণ আৱশ্যকীয় বিষয়ৰ পাঠ্যও বাধ্যতামূলক ভাবে অন্তৰ্ভুক্ত কৰিব লাগে যাতে টোলত শিক্ষা পোৱা ছাত্ৰসমূহ ভৱিষ্যৎ জীৱনত হতাশ হবলগীয়া নহয়।

স্বৰ্গীয় কামাখ্যাৰাম শৰ্মাবৰুৱাই অসম সংস্কৃত সমিতিৰ পঞ্চবিংশ সমাবৰ্তনোৎসৱত সভাপতিৰ ভাষণত কৈছিল যে "সংস্কৃত পাঠশালাত পঢ়ি উত্তীৰ্ণ হোৱা ছাত্ৰক বি, এ, এম্, এ, পৰীক্ষা দিবলৈ সুযোগ বিশ্ববিদ্যালয়ে দিব লাগে আৰু তেওঁলোকক যথাযোগ্য চৰকাৰী চাকৰিত ভৰ্ত্তি হোৱাৰ সুযোগ দিব লাগে।" সংস্কৃতজ্ঞ লোকসকলৰ দ্বাৰা মূল্যবান সংস্কৃত গ্ৰন্থসমূহো অসমীয়া ভাষালৈ অনুবাদ কৰাই আমাৰ ভাষা আৰু চহকী কৰিবৰপৰা যায়। এই অনুবাদ ক্ষেত্ৰত বঙ্গভাষা ভাৰতৰ সকলো ভাষাতকৈ অগ্ৰণী।

অনুবাদ সাহিত্যও আমাক লাগে। ভিন ভিন ভাষাত থকা অতি মূল্যবান গ্ৰন্থসমূহ আমাৰ অসমীয়া ভাষালৈ অনুবাদ হোৱা উচিত আৰু আমাৰ নিজৰ পৰিচয় আৰু প্ৰচাৰৰ বাবে আমাৰো তেনে কিছুমান গ্ৰন্থ ভাষান্তৰিত কৰাৰ ব্যৱস্থা হব লাগে আৰু এইবোৰ প্ৰকাশন পৰিষদৰপৰা প্ৰকাশ হব লাগে। আমাৰ পূৰ্ব্ববৰ্ত্তী সভাপতি কবিবৰ আনন্দ বৰুৱাদেৱে কালিদাসৰ পদভাঙনি কৰি অসমীয়া কাব্যসাহিত্য ভঁৰালৰ শ্ৰীবৰ্দ্ধন কৰিছে। আমাৰ অসমৰে উপজাতি, পাহাৰীজাতি আদিসকলৰ ভাষাত প্ৰচলিত থকা গীত-মাত, উপকথা, সাধুকথা, প্ৰবাদবাক্য, ধৰ্মীয় আৰু সামাজিক নিয়ম আচৰণ আদি সম্বন্ধেও সংগ্ৰহ, চৰ্চ্চা, পত্ৰিকাৰ যোগে নাইবা গ্ৰন্থ যোগে প্ৰকাশ পালে জাতীয় সংহতি ক্ষেত্ৰৰ অতি আৱশ্যকীয় কাম হব।

অসমত স্থায়ীভাৱে বাসকৰা আৰু বাস কৰিবলৈ অহা অনা-অসমীয়া লোকসকলে অসমীয়া ভাষা শিকাটো নিতান্ত বাঞ্ছনীয়, যাতে আমি সকলোৱে ঐক্য সূত্ৰত বান্ধ খাই থাকিব পাৰোঁ। অৱশ্যে অনেক দিনৰপৰা বাস কৰি থকা লোকৰ ভিতৰত অসমীয়া ভাষা জনা লোক আছেও। অসমীয়া ভাষাৰ শিক্ষা প্ৰচাৰৰ ক্ষেত্ৰত আমাৰো কৰ্ত্তব্য আছে। যাতে তেওঁলোকৰ সকলোৱে অসমীয়া ভাষা শিকিব পাৰে তাৰ বাবে ব্যৱস্থা কৰাটো আমাৰ সমাজ আৰু চৰকাৰৰ পক্ষে যুক্তিসঙ্গত। যদি তেওঁলোকক আমি আমাৰ মাজত ঠাঁয়েই দিছোঁ, নাইবা নানা পৰিস্থিতিৰ মাজত নানা ভাবে অনা-অসমীয়া লোক অসমত সোমাইছেহি, তেওঁলোক আমাৰ লৈতে ঐক্যসূত্ৰত বান্ধ খোৱা আৰু আমাৰ ভাষা শিকা উচিত। বনুৱা শ্ৰেণীকে ধৰি সকলো শ্ৰেণীৰ অনা-অসমীয়া লোকে অসমীয়া শিকাৰ সুবিধা যাতে পায় তাৰ ব্যৱস্থা শীঘ্ৰে কৰিব লাগে। ব্যৱস্থাটো হব পাৰে দুমুখীয়া। এটা হ'ল অসম সাহিত্য সভাৰ তৰফৰপৰা অসমীয়া ভাষাৰ ব্যাপক প্ৰচাৰৰ বাবে এখন শাখা সমিতি গঠন কৰি চৰকাৰৰ অনুদানৰ সহায় লৈ অসমৰ সকলো কেন্দ্ৰতে প্ৰচাৰক নিযুক্ত কৰিব লাগে—যিদৰে হিন্দী ভাষা প্ৰচাৰৰ বাবে কৰা হৈছে। আনটো হ'ল, অসম চৰকাৰে অনা-অসমীয়া স্কুলসমূহ আৰু অসমীয়া স্কুলত পঢ়া অনা-অসমীয়া ছাত্ৰৰ বাবে প্ৰাথমিক স্তৰৰপৰা প্ৰাক্-বিশ্ববিদ্যালয় স্তৰলৈ অসমীয়া ভাষা শিকাটো বাধ্যতামূলক কৰিব লাগে।

আমাৰ গাওঁ-চহৰবোৰত আগৰেপৰা পুতলা নাচ, ধুলীয়া-খুলীয়া আদি বাদ্য-বাজনা, ভাওঁ, চাৰ্কাচ, ওজাপালীৰ নৃত্য-গীত-বাদ্য যোগে ধৰ্মীয় আখ্যান আদি কথন, আৰু মহাপুৰুষ শঙ্কৰদেৱৰ দিনৰেপৰা সত্ৰ-সমাজ আদিত ভাওনা অনুষ্ঠান, এইবোৰেই লোকসমাজত আনন্দ

উপভোগ কৰাইছিল আৰু শিক্ষাদান কৰি সংস্কৃতি আদৰ্শ ৰক্ষা কৰিছিল। ওজাপালিৰ মুখত পুৰাণ, ৰামায়ণ, বেউলা-লখিন্দাৰ, হৰ-গৌৰী আদিৰ কাহিনীত মানুহ মুগ্ধ হৈছিল। ভাওনাৰ যোগে কৃষ্ণলীলা, ৰামলীলা চাই আপোন পাহৰা হৈছিল। কেৱল যে অসমীয়া লোকেই এইবোৰত অনুৰক্ত আছিল এনে নহয়, অনা-অসমীয়া লোকো এইবোৰত সমানে অনুৰক্ত হৈছিল আৰু হয়। যাত্ৰা-থিয়েটাৰবোৰো আজিকালি আগতকৈ কমি আহিব ধৰিছে। আমাৰ এই শিক্ষাকেন্দ্ৰবোৰ, সাংস্কৃতিক অনুষ্ঠানবোৰ আৰু মিলন ক্ষেত্ৰবোৰ নিঃশ্ৰীক হোৱাটোও দুখৰ কথা। আমি এইদৰে নিজৰ স্থানবোৰৰপৰা পিছুৱাই আহিব ধৰিলে আনে এই থানবোৰ অধিকাৰ কৰিবই। কিয়নো মানৱ মন সদায় আনন্দ-প্ৰয়াসী আৰু শিক্ষা-পিপাসু। আনৰ সৈতে যোগসূত্ৰ দৃঢ় কৰাৰ এইবোৰেই পথ। প্ৰসঙ্গক্ৰমে কওঁ যে সম্প্ৰতি বঙ্গদেশত নতুন উদ্যমেৰে যাত্ৰাৰ প্ৰচলন কৰা হৈছে আৰু ই চিনেমা হলৰপৰাও লোক আকৰ্ষণ কৰিব ধৰিছে। কাকতত প্ৰকাশ হোৱা মতে চিনেমাৰ কৰ্তৃপক্ষসকলে যাত্ৰাৰ প্ৰভাব বিশেষ উপলব্ধি কৰিব পাৰিছে।

আমাৰ নিজৰ পক্ষৰপৰা প্ৰচাৰ হলেহে আনৰ সৈতে আমাৰ পৰিচয় হয় আৰু যোগসূত্ৰ দৃঢ় হয়। এই প্ৰসঙ্গতে জনাওঁ যে দিল্লীত শ্ৰীশঙ্কৰদেৱৰ তিথি উৎসৱৰ নাম-কীৰ্ত্তনত অনেক অনা-অসমীয়া লোকে যোগ দিয়া, আৰু আনুষ্ঠানিক সভাত বৰগীত আদি গোৱা, অসমীয়া ভাওনাৰ ৰূপায়ণত নিস্তব্ধ হৈ উপভোগ কৰা দেখা যায়। বাহিৰত, প্ৰধান কেন্দ্ৰবোৰত সাংস্কৃতিক প্ৰদৰ্শনীৰ ব্যৱস্থা কৰিব পাৰিলে এটা বিশেষ ভাল কথা হয়। সম্প্ৰতি বৃন্দাবনত শ্ৰীশঙ্কৰদেৱৰ নামত এটা কেন্দ্ৰ স্থাপিত হৈছে। এনেবোৰ ঠাইত, বিশেষকৈ এই বৃন্দাবনত আমাৰ ভাওনা লোকসমাজত বিশেষ সমাদৃত হব।

আজি মহাত্মা গান্ধীৰ ভাৰতত গান্ধী নীতি, আদৰ্শ, গান্ধী-সাহিত্য সদায় আমাৰ নিয়ন্তা হব লাগে। গান্ধী-সাহিত্য ক্ষেত্ৰত বিশেষকৈ স্বৰ্গীয় হেম বৰুৱা, শ্ৰীঅমিয়কুমাৰ দাস, অসম কংগ্ৰেছৰ সভাপতি শ্ৰীবিজয় ভাগৱতীৰ দান সকলোৱে উপলব্ধি কৰিছে। শ্ৰীশৰৎচন্দ্ৰ গোস্বামীৰ সম্পাদিত 'গান্ধী-দৰ্শন' পত্ৰিকাখনৰ যোগেও এই ক্ষেত্ৰৰ চৰ্চ্চা চলি আছে।

আমাৰ নিজৰ বাহিৰেও আনৰ ভাৱধাৰাৰ সৈতেও আমাৰ পৰিচয় হোৱা উচিত। পছিমীয়া সাহিত্যৰ বৰ্ত্তমান ধাৰা সম্বন্ধে বিশেষকৈ আমাৰ এম্ পি শ্ৰীহেম বৰুৱাই চৰ্চ্চা আলোচনা কৰি আৰু গ্ৰন্থ প্ৰকাশ কৰি এটা দিগ্‌দৰ্শন কৰাইছে আৰু তেওঁৰ ইংৰাজী গ্ৰন্থ-সমূহেৰে অসমীয়া সাহিত্যৰ বহুল প্ৰচাৰ হৈছে।

সকলোৱে সকলো প্ৰকাৰ চিন্তা চৰ্চ্চাৰ দ্বাৰা আমাৰ এটা মঙ্গলময় সৌষ্ঠৱপূৰ্ণ সাহিত্য গঢ়ি উঠক এয়ে আমাৰ কামনা।

সাহিত্যৰ পৰিবেশৰ যুগে পৰিবৰ্ত্তন হয় এই কথা ঠিক, কিন্তু বাস্তৱতাৰ নামত বিশৃঙ্খলা যাতে নহয় সেই বিষয়ত সৃজনশীল সাহিত্যিকসকলে নিজেই সতৰ্ক হোৱাটো বাঞ্ছনীয়।

আমাৰ মৌলিক সমস্যা হৈছে আৰ্থিক ক্ষেত্ৰৰ। আমাৰ আৰ্থিক অনাটন, খাদ্য-বস্ত্ৰৰ অনাটন দূৰ নহলে, আমাৰ স্বাস্থ্য বল নাথাকিলে কোনো প্ৰকাৰ উন্নতি সম্ভৱপৰ হব

নোৱাৰে। আমি ঘৰত থাকিয়ে বাহিৰৰ লোকৰ ওপৰতহে সকলো প্ৰকাৰে নিৰ্ভৰ কৰিবলগা হৈছে। কৃষি, শিল্প, বেপাৰ-বাণিজ্য, সকলো ক্ষেত্ৰতে আমি নিঃশ্ৰীক, উত্তম-ৰহিত, শিক্ষিত ডেকাসকলো সাধাৰণতে স্বাধীন ব্যৱসায়তকৈ চাকৰি মনোবৃত্তিৰহে। এই দুৰৱস্থা দূৰ নহলে আমাৰ উদগতি নহয়। আমাৰ খেতিয়কসকলৰ উৎপাদিত সম্ভাৰেৰে মহাজনসকলেহে পৰিপুষ্ট হৈছে। ব্যৱসায়তো আমাৰ লোক কম। আমাৰ কৃষকসকলক ৰক্ষা আৰু সহায় কৰিবলৈ আমাৰ সমবায় সমিতিবোৰ টনকিয়াল কৰিব লাগিব। বেহা-বেপাৰত আমি আত্মনিয়োগ কৰিব লাগিব। বৈজ্ঞানিক প্ৰণালীৰে কৃষি আৰু ভিন ভিন শিল্পৰ প্ৰসাৰ সাধন কৰিব লাগিব। সাহিত্য সভাৰ তৰফৰপৰা সৰল ভাষাত স্বাস্থ্য বিজ্ঞান, কৃষি বিজ্ঞান আদি গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰিব লাগে, আৰু আৱশ্যকীয় ক্ষেত্ৰত ছায়াচিত্ৰ আদিৰ যোগে সমূহ ৰাইজৰ মাজত শিক্ষা প্ৰচাৰ কৰি সকলোৰে মনত আশা উদ্দীপনা সৃষ্টি কৰিব লাগে। বিজ্ঞানৰ মৌলিক তত্ত্ব আৰু নতুন আবিষ্কাৰসমূহৰ সম্বন্ধে গ্ৰন্থ প্ৰকাশ কৰাও এটা অতি আৱশ্যকীয় আৰু অপৰিহাৰ্য্য বিষয়।

আমাৰ দেশৰ সকলো প্ৰকাৰ আশা-ভৰষাৰ স্থল আমাৰ উঠি অহা- ডেকাসকল। তেওঁলোকে নিজৰ আৰু দেশৰ মঙ্গলৰ অৰ্থে আত্মনিয়োগ কৰিবলৈ নিজকে সকলো প্ৰকাৰে প্ৰস্তুত কৰি লব লাগে। আজিকালি সৰ্ব্বত্ৰ হাই-হুলস্থুলৰ দিন পৰিছে। নানা কাৰণত মানুহৰ ধৈৰ্য্য-চ্যুতি ঘটিছে। অভাৱগ্ৰস্ত হৈ বা স্বভাৱদোষত অনেকেই হিতাহিত বিবেচনা হেৰুৱাইছে আৰু নিজ কৰ্ম্মৰ দ্বাৰা নিজৰ অনিষ্ট কৰিছে, ছাত্ৰসকলে শিক্ষাপ্ৰতিষ্ঠানৰ ক্ষতি কৰিছে, ইত্যাদি। এইবোৰ আমাৰ সকলোৰে দুৰ্ভাগ্য। কিন্তু তুলনামূলক ভাবে লক্ষ্য কৰিলে আমাৰ দেশৰ ছাত্ৰসমূহৰ আচৰণ শলাগিবলগীয়া। তেওঁলোকে নিয়মানুবৰ্ত্তিতাৰ মূল্য বুজে, অন্যান্য ঠাইৰ দৰে আমাৰ ছাত্ৰসমূহে উদ্‌বাউল হৈ শিক্ষালয়ৰ সম্পত্তি ধ্বংস কৰা আদি কামত প্ৰবৃত্ত হোৱা নাই। তেওঁলোক সাধাৰণতে আদৰ্শত সুপ্ৰতিষ্ঠ, তেওঁলোকক আমাৰ দেশৰ শান্তিসেনা বুলিব পৰা যায়। শিক্ষকসকল আৰু ছাত্ৰসকল দুটা বিপক্ষ দল নহয়। উভয়ৰে উভয়ৰ প্ৰতি একপ্ৰাণতাৰ আধাৰতেই শিক্ষাৰ মহৎ ফল লাভ হয়। ছাত্ৰৰ মাজতো সাহিত্যিক আছে আৰু থাকিব পাৰে। এই ছাত্ৰসকলৰ মাজতেই আমাৰ ভবিষ্যৎ দেশনেতা-সকল আছে আৰু হয়তো যুগান্তকাৰী সাহিত্যিক লুকাই আছে। আশাকৰোঁ আমাৰ ছাত্ৰ-সকলে শান্তিৰ শুভ্ৰ পতাকা লৈ জাতিৰ আৰু জগতৰ উন্নতি পথৰ বিজয় অভিযানৰ যাত্ৰী হৈ আগুৱাই যাব।

আমাৰ বক্তব্যৰ ওৰ পৰিল। যি মনত উদয় হ'ল তাক আপোনালোকৰ আগত নিবেদন কৰিলোঁ। আপোনালোকে ইমান সময় ধৈৰ্য্য ধৰি শুনি আমাৰ প্ৰতি কৃপা প্ৰকাশ কৰি আমাক চিৰঋণী কৰিছে। কেৱল প্ৰাৰ্থনা, আমাৰ সকলো অজ্ঞতা আৰু ত্ৰুটি-বিচ্যুতি যেন নিজগুণে ক্ষমা কৰে। অসমীয়া সাহিত্য নন্দন-বন্দন হৈ উঠক, জাতিৰ জেউতি চৰক।

# অষ্টাত্ৰিংশ অধিবেশন

মাকুম—২৪ এপ্ৰিল, ১৯৭১ চন

সভাপতি—শ্ৰীতীৰ্থনাথ শৰ্ম্মা

আজিৰ এই ব্ৰহ্মপুত্ৰৰূপী ৰাইজ পৰমেশ্বৰলৈ সেৱা জনাইছোঁ। অসমজোৰা শাখাসভা-সমূহৰ সাহিত্য-সেৱীসকললৈ কৃতজ্ঞচিত্তে সশ্ৰদ্ধ অভিবাদন জ্ঞাপন কৰিছোঁ। আজিৰ সকলো আদৰ, অভ্যৰ্থনা আৰু সম্মাননাক দেৱতাৰ আশীৰ্ব্বাদৰূপে শিৰ পাতি গ্ৰহণ কৰিছোঁ। অসমীয়াৰ আশা, আকাঙ্ক্ষা, আদৰ্শ আৰু সংকল্পই উম দি অসম সাহিত্য সভাক এক মহান জাতীয় সঙ্গমৰ মহিমা দান কৰিছে। এই সঙ্গম অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ মনোময়ী মূৰ্ত্তি। সেইদেখি এই সভাৰ সভাপতিজনৰ ব্যক্তিৰূপে একো কালিকা নাই, সমূহ ৰাইজৰ সংকল্পৰূপী মহাশক্তিয়ে সভাপতিজনক অল্পকাললৈ হলেও মহিমান্বিত কৰে। ৰাইজ—পৰমেশ্বৰৰ সেই ব্যাপিনী মহাশক্তি বিন্দুৰূপে হৃদয়ত স্থিত দি মোৰ মন শিৱসংকল্পযুক্ত কৰক, বুদ্ধিক প্ৰদীপ্তি দিয়ক আৰু কৰ্ম্মলৈ অক্ষয় প্ৰেৰণা যোগাওক—এই প্ৰাৰ্থনা।

অভ্যৰ্থনা সমিতিৰ সভাপতি মহোদয়, শ্ৰদ্ধেয় প্ৰতিনিধিবৰ্গ, উপস্থিত গুণী জ্ঞানী সমজুৱাসকল,

অসম সাহিত্য সভাৰ অষ্টাত্ৰিংশ বাহৰ পতাৰ থলি আন ঠাইত হৈয়ো নহৈ, পূব-মূৰীয়া এচমকা ঠাই মাকুমত হলগৈ, ইয়াক একপ্ৰকাৰ দৈৱ-সংযোগ বুলিয়ে ভাবিছোঁ। মাকুম সদৰ ঠাই নহয়, প্ৰাচীন প্ৰসিদ্ধিৰ প্ৰেৰণাদায়ক কীৰ্ত্তিও ইয়াত নাই, দিগ্‌বৈ নামৰূপৰ নিচিনা আধুনিক উদ্যোগ-তীৰ্থ স্বৰূপেও মাকুম এতিয়ালৈকে প্ৰতিষ্ঠিত হবপৰা নাই, লক্ষলোকৰ শ্ৰমঘৰ্ম্মসিক্ত চাহ গছৰ সেউজীয়া বিস্তাৰেই ইয়াৰ চউপাশৰ বৈচিত্ৰ্যহীন প্ৰকৃতিশোভা। তথাপি মাকুম অধিবেশনৰ বিশেষ গুৰুত্ব আছে। সেই গুৰুত্বৰ কথা সুঁৱৰিয়ে এই অধিবেশনৰ সভাপতি হবলৈ পাই মনে মনে গৌৰৱ অনুভৱ কৰিছোঁ।

তিনিটা বিচিত্ৰ শক্তিৰ সমাগতিয়ে মাকুম অধিবেশনৰ গুৰুত্ব আধান কৰিছে আৰু লগে লগে সাহিত্য সভাৰ উদ্দেশ্যৰ লগত খাপে খাপে খোৱা ভবিষ্য কাৰ্য্যক্ৰমৰ বিষয়েও একোটি সঙ্কেতৰ নিৰ্দ্দেশনা দিছে।

(১) মাকুমৰ চৌপাশে আছে একালত আন প্ৰদেশৰপৰা অহা বহুৱাসকলৰ বসতিৰে সমৃদ্ধ চাহবাগিছাসমূহ। শ্ৰমভূষণ এই বনুৱাসকল এতিয়া অসমৰ নিগাজী স্বজন-সম্পদ। পূৰ্ব্বৰ নিজ নিজ ভাষা পাহৰিলেও বা নাপাহৰিলেও সেই সকলে অসমীয়াক আপোন-ভাষাৰ চেনেহেৰে আৰু মৰ্য্যাদাৰে সমাদৰি গ্ৰহণ কৰিছে। তাৰ ভিতৰতে কোনো কোনো ক্ষেত্ৰত অসমীয়া ভাষা



শ্রীতীর্থনাথ শর্মা ঃ অষ্টাত্রিংশ সন্মিলনৰ সভাপতি

এতিয়াও সন্মানিত অতিথিৰ দৰে চ'বাঘৰতে আছে, আপোনাৰ জনৰ দৰে ৰঘৰৰ জুহালগুৰি পাবগৈপৰা নাই। এইসকলৰ মাজত অসমীয়া ভাষাৰ শিক্ষাদান সম্পৰ্কেও বহুত সমস্যা আছে কিন্তু সেই সমস্যাবোৰে এতিয়ালৈকে আমাৰ অৱধানী দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হোৱা নাই। আজি সেই বহুৱা বসতিৰে সমৃদ্ধ অঞ্চলৰ সোঁ-মাজত বহি সেই সমস্যাবোৰৰ সমাধান কৰাৰ উপায় চিন্তিবৰ সময় হৈছে আৰু সেই চিন্তা অনুসৰি কামৰ পাতনি মেলাৰ মাহেন্দ্ৰক্ষণ উপস্থিত হৈছে। মাকুমৰ অষ্টাত্রিংশ অধিবেশনে উজাবি লুকাই হলেও অসম সাহিত্য সভাক এই কাৰ্য্যক্ৰমৰ অত্যাৱশ্যকতাৰ কথা সোৰঁৰাই দিছে।

(২) দ্বিতীয় শক্তিৰ কথাও সকলোৱে জানে। তিনচুকীয়া, মাকুম, ডুমডুমা, চলা, চৈখোৱা হৈ নেফাৰ লোহিত জিলাৰ মিচিমিস্থানলৈ যোৱাৰ পথ। ডুমডুমা হৈ চৌখামেদি খামতি স্থানৰ সংযোগ পটী। মাকুমৰ ওচৰেৰে নাহৰকটীয়াইদি টিৰাপৰ নক্তে আৰু ৱাঞ্চীয়া-সকলৰ আহ-যাহৰ বাট। এই পাৰ্ব্বত্য-গোষ্ঠীয় লোকসকলে কৌটি কালবেপৰা অসম আৰু অসমীয়াৰে বেহাবেপাৰ কৰি আহিছে, কাৰুশিল্প সংস্কৃতিৰ বিনিময় কৰিছে। নগাৰ বৰকাঁহ, খামতিৰ দবাই আমাৰ নামঘৰ, গোসাঁইঘৰত নিতৌ সন্দিয়া, পুৱা এই বিনিময়ৰ উদ্ঘোষণা দি আছে। কেতিয়াবা আকৌ যুঁজ-বাগৰ এখুন্দাও নহৰাকৈ থকা নাই। তাৰ ফলত মাজে সময়ে আমাৰ মানুহ যুদ্ধ-বন্দীস্বৰূপেই হওক বা আন প্ৰকাৰেই হওক সেই পৰ্ব্বতীয়া গাৱঁত সোমাইছিলগৈ আৰু পৰ্ব্বতৰ মানুহো সেই প্ৰকাৰে আমাৰ গাৱঁৰ ভিতৰত থাকিব লগা হৈছিল। বুৰঞ্জীয়ে এইবোৰ কথা সবিস্তাৰে টুকি থোৱাৰ প্ৰয়োজন অনুভৱ কৰা নাছিল। বুৰঞ্জীয়ে টুকি নথলেও সমাজতাত্ত্বিক অধ্যয়নে এই কথাৰ সাক্ষী দিবলৈ বৰ দ-ভুমিত প্ৰবেশ কৰিব নালাগিব। এই পাৰ্ব্বত্য-গোষ্ঠীসমূহৰ নিজ ভাষা আছে, থাকিলেও ওপৰত কৈ অহা সকলো প্ৰকাৰ আদান-প্ৰদান অসমীয়াতে হৈছিল আৰু আজিও হৈ আছে। সাহিত্য সভাই মাকুমত বাহৰ পাতি সেইসকলৰ লগত মিলি-জুলি কথা-বতৰা হবলৈ সুযোগ পাইছে। নেফা আৰু অসমীয়া ভাষাৰ সম্বন্ধ নিৰ্ণয়, অসমীয়া ভাষা আৰু সাহিত্যাই পাৰ্ব্বত্য-গোষ্ঠীয় লোকৰ মাজত কি ভূমিকা গ্ৰহণ কৰিব, কি উপায়ে প্ৰচাৰৰ উগ্ৰতা নোহোৱাকৈ স্বাভাৱিক গতিৰে বুজা-বুজি আৰু আৱশ্যকতাৰ উপলব্ধিৰ মাজেদি অসমীয়া ভাষাই পাৰ্ব্বত্য-ভূমিত আত্মীয়তাৰ প্ৰতিষ্ঠা কৰিব এইবোৰ আউল-লগা প্ৰশ্নৰ সমাধানৰ কাৰণে মাকুম অধিবেশনে যোগ্য পৰিবেশৰ সৃষ্টি কৰিব পাৰিব।

(৩) এই অধিবেশনৰ তৃতীয় বিশেষত্ব হ'ল—ভাৰতৰ আন প্ৰদেশৰপৰা আহি বসতি কৰা বিভিন্নভাষাভাষী লোকসকলৰ সহযোগ আৰু সমাগম। মাকুমক কেন্দ্ৰ কৰি তিনচুকীয়া, ডিগবৈ, মাৰ্ঘেৰিটা, ডুমডুমা আদি পূৰ্ব্বাঞ্চলৰ নগৰ কেইখনৰ অধিবাসীসকলৰ এক বৃহৎ অংশৰ মাতৃ-ভাষা অসমীয়া নহয় যদিও, বহুত কাল অসমত থাকি তেওঁলোক অসমৰ সুখ-দুখৰ ভাগী, গৌৰৱৰ অধিকাৰী আৰু আনন্দ আহ্লাদৰ লগৰীয়া। অসমীয়া ভাষা তেওঁলোকে বুজে, জানে আৰু কৱও পাৰে। কোনো কোনো ঠাইৰ ল'ৰা-ছোৱালীয়েও একো আহুকাল নোপোৱাকৈ অসমীয়া মাধ্যমতে পঢ়া-শুনা কৰিছে। এওঁবিলাকৰ সৰহভাগ হিন্দী-ভাষী, বেপাৰ বাণিজ্য

প্ৰচাৰ আৰু সংগঠনেৰে শক্তিশালী। অসমীয়া ভাষাক তেওঁলোকে কেনেকৈ আপোন কৰি লব পাৰিব, অসমীয়া সাহিত্যৰ সমৃদ্ধিকৰণত কি ভাবে অৰিহণা যোগাব পাৰিব, ৰাষ্ট্ৰভাষা আৰু স্ব স্ব মাতৃভাষাৰ মৰ্য্যাদা আৰু স্থান অক্ষুণ্ণ আৰু অবিবাদী ৰাখিও অসমত অসমীয়া ভাষাৰ মুখ্য-স্থান কেনেকৈ অটুট আৰু দৃঢ় কৰিব পাৰিব, এইবোৰ বিষয়ে গমি চাবলৈ আৰু গমি চাই এটি স্থায়ী নীতি নিৰ্দ্ধাৰণ কৰিবলৈ মাকুম অধিবেশনে সুযোগ্য পৰিবেশৰ দিহা কৰিব পাৰিব বুলি বিশ্বাস হৈছে। এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ বহি-সভাপতিজন এটা প্ৰাচীন অসমীয়া পৰিয়ালৰ স্বনামধন্য লোক। উঠি-সভাপতিজন জন্মনা বিহাৰ মুলুকৰ কিন্তু কৰ্ম্মণা অসমৰ লক্ষীমপুৰ জিলাৰ। এই দুই স্বাগত সভাপতিৰ যুটীয়া সৌষ্ঠবে সাহিত্য সভাৰ পক্ষে এটা শুভ-সঙ্কেতৰ সন্ধিয়নি দিছে।

এই তিনিটা বিশেষত্ব বহন কৰি অসম সাহিত্য সভাই মাকুমত আসন পাতিছে। বিশেষত্ব লেখত তিনিটা বুলি কলেও অসমীয়া ভাষা-সাহিত্য সম্পৰ্কীয় অন্তৰ্নিহিত সমাধেয় বিষয় একেটাই। অসমৰ নিগাজী আৰু থলুৱা জনসমাজৰ এটা বুজন অংশ প্ৰকৃততে দ্বিভাষী। তেওঁলোকৰ মাতফুটা কালত মাকৰ কোলাত শিকা মাতৃভাষা এটা আছে, থাকিলেও ধাত্ৰীভাষা ৰূপে অসমীয়াও তেওঁলোকৰ আপোন ভাষা। ডাঙৰ হৈ অহাৰ লগে লগে পৰিবেশৰ প্ৰভাব আৰু সামাজিক লেন-দেনৰ প্ৰয়োজনত সেইসকলে অসমীয়াকো মাতৃভাষাৰ নিচিনাকৈ আয়ত্ত কৰে। ভৈয়ামৰ মিছিং, কাৰ্বি, বড়ো, কছাৰী, ফাকিয়াল, দেৱৰীয়া আদি গোষ্ঠীয় লোকসকল এই শ্ৰেণীত পৰে। বৰ্ত্তমান কালৰ চাহবাগিছাৰ বনুৱাসকলৰ একাংশও এই শ্ৰেণীত পৰে। নিজৰ বোলা মাতৃভাষা এটা ঘৰত আছে কিন্তু শিক্ষাৰ ক্ষেত্ৰত অসমীয়াকে আপোন কৰি সাৱটি লৈছে। আৰু এভাগ নিগাজী বাসিন্দা আছে অসমীয়া যাৰ ধাত্ৰীভাষা বা মাতৃভাষা এটাও নহয়, কিন্তু বেহা-বেপাৰ আৰু বিবিধ আদান-প্ৰদানৰ সুচল-সুবিধাৰ কাৰণে হেনাহুচাকৈ হলেও অসমীয়াক দ্বিতীয়ভাষাৰূপে তাহানি কালৰপৰা অকপটচিত্তে স্বীকাৰ কৰি আহিছে। উত্তৰ-পূব সীমান্তৰ আদি, মিচিমি, খামতি, নক্তে, চিংফৌ আৰু নগা পৰ্বতৰ নগাসকল এই দ্বিতীয় শ্ৰেণীৰ অন্তৰ্ভুক্ত। এই ফালৰপৰা চালে অসমৰ এভাগ লোক দ্বিভাষী বুলি কব পাৰি। এইটো অসমীয়া ভাষাৰ দুষণ নহয় ভূষণহে, ইয়াৰ গুণতে অতীজৰেপৰা অসমীয়া ভাষাই পুষ্টি আহৰণ কৰিবলৈ সুচল পাই আহিছে। আৰ্য্যভাৰতীয় গোষ্ঠীৰ বিশেষ এক ৰূপে কোনোবা অতীতত অসমীয়া ভাষাৰূপে অসমত গঢ় লৈছিল আৰু স্বকীয়া বৈশিষ্ট্যৰে সমুজ্জ্বল হৈ আপোনাকে প্ৰতিষ্ঠিত কৰিছিল। এই ভাষা কোৱা মানুহৰ সংখ্যা সেই দূৰ অতীতত নিশ্চয় সৰহীয়া নাছিল। মাকৰ কোলাত শিকা বিভিন্ন মাতৃভাষাৰে কথা কোৱা মানুহ অসমৰ পৰ্ব্বতে ভৈয়ামে ভৰি আছিল। সেইবিলাকে নিজৰ মাতৃভাষাও কৈছিল, অসমীয়াত কথা কবলৈকো শিকিব লগা হৈছিল। কালক্ৰমত কিছুমানে নিজৰ চাবেকী ভাষা পাহৰি এৰিকে পেলালে, অসমীয়াই প্ৰকৃত মাতৃভাষাৰূপে তেওঁলোকৰ জীৱন অধিকাৰ কৰিলে। এই আহযোৱা গতিক্ৰম ভাষাৰ ক্ষেত্ৰত অসমত এতিয়াও চলি আছে। চাহবাগিছাৰ বহুত প্ৰাক্তন বনুৱা অসমীয়া গাৱঁৰ মাজত থাকি সম্পূৰ্ণৰূপে অসমীয়া-

ভাষী হৈ পৰিছে, নিজৰ পূৰ্বৰ ভাষা কি আছিল তাৰ খবৰো ৰখা নাই। বহুতলোকে নিজৰ মাতৃভাষা সমূলে এৰি দিয়া নাই কিন্তু অসমীয়াকো মোৰ বুলি লৈছে। এইদৰে বিভিন্ন গোষ্ঠীৰ সংস্পৰ্শ আৰু সংশ্ৰৱত অসমীয়া ভাষাই কালে কালে ন ন সম্পদ আহৰণ কৰি এটি প্ৰকাশক্ষম আৰু সমৃদ্ধিময়ী ভাষাৰূপে পূৰ্ব ভাৰতত প্ৰতিষ্ঠিত হ'ল। সৰু-সুৰা বহু ভাষাৰ বিস্তৃত ক্ষেত্ৰত একাংশ জনতাৰ দ্বিতীয় স্বভাষা ৰূপে আদৰ পাই মহিমাময়ী হোৱাটো অসমীয়া ভাষাৰ এটা ডাঙৰ সৌভাগ্য। সেই সৌভাগ্যক আমি অৱহেলা কৰিব নালাগে, তাৰ সদ্ব্যৱহাৰ কৰাৰ উপায়হে চিন্তা কৰিব লাগে।

একালৰ এই সৌভাগ্য আজি সমস্যাৰূপে ভুমুকি মাৰিছে। দ্বিভাষীগোষ্ঠীয় অধিক জন-সংখ্যা থকা কোনোৱে অসমীয়াৰ পৰিবৰ্তে ঘৰত কোৱা মাতৃভাষাৰে প্ৰাথমিক আৰু মাধ্যমিক স্তৰত শিক্ষা প্ৰবৰ্ত্তাবলৈ হাবিয়াস কৰিছে। বড়োসকলৰ ইচ্ছানুসাৰে প্ৰাথমিক আৰু মাধ্যমিক পৰ্য্যায়ৰ কেইখলপামানত বড়ো ভাষাৰে শিক্ষাদানৰ ব্যৱস্থা ইতিমধ্যে আৰম্ভ হৈছেই। দুই এক গোষ্ঠীয়ে ছেগ বুজি মৃদুস্বৰেৰে তেনে ইচ্ছা জনাইছে কিন্তু সুযোগ আৰু খেণ মিলিলে সেই স্বৰ দৃঢ় আৰু দৃপ্ত হৈ পৰিব। মাতৃমুখাৎ সৰুকালতে শিকা ভাষাৰ লগত মানুহৰ অন্তঃকৰণৰ যোগ আবেগপূৰ্ণ আৰু ঘনিষ্ঠ। তাক এৰি দিবলৈ বা পাহৰি পেলাবলৈ উপদেশ দিয়া বা আইন কৰি বলেৰে আন ভাষা এটাক মাতৃভাষাৰ পৰিবৰ্তে মাধ্যমস্বৰূপে লবলৈ বাধ্য কৰাটো অকল অনুচিতেই নহয়, শিক্ষাতত্ত্বৰ বহু পৰীক্ষিত নীতি অনুসাৰেও অবাঞ্ছনীয়। আজি যিবিলাকে জনসংখ্যাৰ আপেক্ষিক আধিক্য হেতুকে পূৰ্ব্বে অৱহেলিত মাতৃভাষাক আদৰ কৰিবলৈ ইচ্ছা কৰিছে তেওঁলোকৰ আশা-আকাঙ্খাৰ বিৰোধিতা কৰি আমি পাৰ নাপাম। তাকে কৰিবলৈ গলে অধিককৈ তিক্ততাৰহে সৃষ্টি হব। সেই তিক্ততা অন্ততোগত্বা ভাষা-বৈৰিতাৰূপ সমাজব্যাধি হৈ দেখা দি অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰসাৰত হেঙাৰ স্বৰূপে থিয় দিব। সহানুভূতি-পূৰ্ণ আগ্ৰহেৰে সমিলমিলতে যদি অসমীয়া আৰু সেই গোষ্ঠীয় ভাষাসমূহৰ সুহৃৎ সম্বন্ধ এটা নিৰ্ণয় কৰি তাক পালন কৰিব পাৰি তেনেহলে ৰসতে নাম সামৰাও হব আৰু অসমীয়া ভাষাৰো প্ৰাপ্য স্থান-গৌৰৱৰপৰা বিচ্যুতি নঘটে। সেই সুহৃৎ-সম্বন্ধ স্থাপন কি নীতি অৱলম্বন কৰিলে সম্ভৱ হব তাক ভাবি গুণি চোৱা আৱশ্যক।

সৰ্ব্ব-ভাৰতীয় আঞ্চলিক মৰ্য্যাদা পোৱা ভাষা অসমত বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাই সামৰা পৰ্ব্বত-ভৈয়াম ভূভাগত একমাত্ৰ অসমীয়াই। ৰাজ্যভাষাও অসমীয়াই হব আৰু থাকিব, বিশ্ব-বিদ্যালয়ৰ শিক্ষা-মাধ্যম আঞ্চলিক ভাষা হিচাপে অসমীয়াই হব লাগিব আৰু হৈছেও। সৰু-সুৰা ভাষা গোষ্ঠীৰ কথাই নকওঁ, আপেক্ষিকভাৱে সৰহীয়া জনসংখ্যা থকা গোষ্ঠীয় ভাষায়ো জনসংখ্যা, ভাষাৰ প্ৰকাশশক্তি, সাহিত্য-বিভূতি আৰু আৰ্থিক বিচাৰ—কোনো ফালৰপৰাই মণিব পৰা ভৱিষ্যতত বিশ্ববিদ্যালয়ৰ স্তৰত কলা, বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ মাধ্যম হবৰ যোগ্যতা আৰ্জন কৰিব পাৰিব বুলি আশা কৰিব নোৱাৰি। প্ৰাথমিক আৰু কোনো কোনো ক্ষেত্ৰত মাধ্যমিক শিক্ষাৰ বাহন স্বৰূপে গোষ্ঠীয় ভাষাই স্থান পোৱাত আপত্তি থাকিব নোৱাৰে কিন্তু

এনে গোষ্ঠীয়-ভাষাভুক্ত ছাত্ৰসকলে বিশ্ববিদ্যালয়ৰ উচ্চতম শিক্ষা অসমীয়া ভাষাৰ মাধ্যমতে লব লাগিব। নিজ অঞ্চলৰ বিশ্ববিদ্যালয় এৰি অন্য দূৰাঞ্চলৰ বিশ্ববিদ্যালয়ত গৈ পঢ়াৰ আৰ্থিক যোত্ৰ আৰু প্ৰতিযোগিতাৰ ভিত্তিৰপৰা যোগ্যতা সৰহভাগ ছাত্ৰৰে নাথাকিব। এনে স্থলত এই গোষ্ঠীয়-ভাষাভুক্ত ছাত্ৰসকলেও উচ্চতম শিক্ষা অসমীয়া মাধ্যমতে লবই লাগিব আৰু তাৰ কাৰণে অসমীয়া ভাষাৰ সুস্থ আৰু সম্পূৰ্ণ জ্ঞান আৰ্জ্জি নোলোৱাকৈ আন কোনো উপায় নাথাকিব। এনে স্থিতিত দ্বিতীয় ভাষাৰূপে হলেও অসমীয়াক সেইসকল লোকে আপোন কৰি লবই লাগিব।

যিবিলাক গোষ্ঠীয়-ভাষাৰ লোকসংখ্যা তাকৰ আৰু নিজ গোষ্ঠীয়-ভাষাৰ যোগে প্ৰাথমিক শিক্ষালাভৰ ব্যৱস্থা কৰা নানা কাৰণত সম্ভৱ হৈ উঠা নাই আৰু অদূৰ ভৱিষ্যতত হৈ উঠাৰ সম্ভাৱনাও নাই, সেইসকল লোকে অসমীয়া ভাষাৰ যোগেই শিশুকালৰপৰা শিক্ষালাভ কৰিব লাগিব। ধাত্ৰীভাষাৰূপে অসমীয়া ভাষা আৰু তাৰ সাহিত্যই তেওঁবিলাকৰ উচ্চতৰ জীৱন আৰু সভ্যতাৰ সঁজুলি আহৰণত সহায়তা কৰিব লাগিব। সৰু সৰু ভাষাগোষ্ঠীৰ লোকে নিজ সুবিধা আৰু প্ৰয়োজনতে অসমীয়া মাধ্যম নললে কালক্ৰমত নিজেই ঠগন খাব। ইংৰাজী বা হিন্দী তেওঁলোকৰ কাৰণে সমানে আচহুৱা আৰু আহুকলীয়া মাধ্যম হব তাত সন্দেহৰ লেশমানো থাকিব নোৱাৰে। সদা-সৰ্বদায় গাতে লাগি থাকি, বাহিৰলৈ ওলালেই কাণতপৰা, কোলাৰ ভাষাটো এৰি দূৰ দূৰণিৰ আচহুৱা বোকাৰ ভাষা এটা গ্ৰহণ কথাষাৰ প্ৰকৃতিৰ নিয়ম-বহিৰ্ভূত কথা। নেফাৰ বহুত ঠাইত অসমীয়া মাধ্যমেৰে শিক্ষাদান সফলতাৰে চলি আছে। এতৎসত্ত্বেও যে নেফা প্ৰান্তত সেই ঠাইৰ চৰকাৰে বা চৰকাৰৰ শিক্ষা-বৰমূৰীয়াসকলে হিন্দীৰ মাধ্যমত শিক্ষা দিয়াটোহে উচিত বুলি ভাবি হিন্দী প্ৰয়োগৰ চেষ্টা চলাই আছে আৰু সেই চেষ্টা পৰিহাৰ কৰাৰ ঔচিত্য আজিকোপতি উপলব্ধি-কৰা নাই তাতেহে আমি তবধ মানিছোঁ।

যিবিলাক থলুৱা অসমীয়াৰ সহজাত মাতৃভাষা অসমীয়া নহয় অথবা যিবিলাকে অসমীয়াক দ্বিতীয় ভাষাৰূপে গ্ৰহণ কৰিছে তেওঁলোকৰ ল'ৰা-ছোৱালীৰ অসমীয়া শিক্ষা আৰু যাৰ মাতৃভাষা অসমীয়াই তেওঁলোকৰ লৰা-ছোৱালীৰ অসমীয়া শিক্ষাৰ পদ্ধতি, পাঠ্যক্ৰম আৰু অনুমোদিত পাঠ্য-পুস্তক একে হব নোৱাৰে আৰু হোৱাৰপৰা আহুকাল আছে। মাতৃমুখৰপৰা অযত্নে শিকা ভাষা আৰু বাহিৰৰ লোকৰপৰা যত্ন কৰি শিক্ষা কৰা ভাষাৰ শিক্ষণ পদ্ধতিত প্ৰভেদ থাকিবই। এই প্ৰভেদৰ কথা শিক্ষাদানৰ হৰ্ত্তা-কৰ্ত্তাসকলে পাঠ্যক্ৰম আৰু পুস্তক নিৰ্ণয় কৰোঁতে চকু দিয়া উচিত। এই প্ৰভেদ চকুৰ আগত ৰাখি আমি পৰ্ব্বতে-ভৈয়ামে বিভিন্ন ভাষা-গোষ্ঠীৰ লোকৰ ল'ৰা-ছোৱালীক অসমীয়া শিকাবলৈ যত্ন কৰা নাই আৰু অনুকূল পদ্ধতি এটা উদ্ভাৱন কৰাৰ অৰ্থেও মন-কাণ দিয়া নাই। চাহবাগিছাৰ বনুৱা আৰু বিভিন্ন পৰ্ব্বতীয়া জন-গোষ্ঠীৰ অসমীয়া পাঠ্যক্ৰম সুকীয়া হবই লাগিব। তেওঁলোকৰ পৰিবেশ, সমাজ-ব্যৱস্থা, ঐতিহ্য আৰু সংস্কাৰৰ প্ৰতি লক্ষ্য ৰাখি আৰু সবাতোকৈ তেওঁলোকৰ নিজ মাতৃভাষাৰ উচ্চাৰণ, বাক্য-গঠন আদিৰ নিয়মৰপৰা হোৱা অসুবিধাবোৰলৈ চকু ৰাখিহে পাঠ্য যুগুত কৰা উচিত। ইংৰাজীৰ নিচিনা এটা শক্তিশালী ভাষাৰ শিক্ষাদান সম্পৰ্কে আজিও নানা গৱেষণা চলি আছে। যেনেপ যেনেল

দেশৰ স্বকীয়া ভাবাভাবী ল'ৰা-ছোৱালীৰ কাৰণে তেওঁলোকৰ ভাষা, সমাজ, ঐতিহ্য আৰু ভাবধাৰাৰ লগত খাপ খোৱাকৈ কেনে পাঠ্য-পুথি ৰচিত হব লাগে তাৰ বিষয়ে এদল ইংৰাজী শিক্ষকে দিনে-ৰাতিয়ে চিন্তা কৰিছে আৰু নতুন ফলদায়ক প্ৰণালীৰ দিহা দি আছে। অসমীয়া ভাষাৰ শিক্ষাদানৰ বেলিকাও এই সমস্যা উলাই কৰিবপৰা বিধৰ নহয়। অসমীয়া ভাষাৰ শুদ্ধ আৰু পূৰ্ণজ্ঞান দিবলৈ হলে, বিশ্ববিদ্যালয়ৰ মাধ্যমৰূপে ব্যৱহাৰ কৰিবপৰাকৈ অসমীয়া ভাষাজ্ঞানৰ ভেটি দৃঢ় হবলৈ হলে, শিক্ষাদানৰ ব্যৱস্থাত কেৰোণ থকাটো ভয়াবহ কথা। প্ৰাথমিক স্তৰৰ-পৰাই অসমীয়া ভাষাৰ জ্ঞান যাতে কাঠিন্য অনুভব নকৰাকৈ নিভুৰ্ল অথচ প্ৰয়োজনীয় সকলোখিনি জ্ঞান দ্বিতীয় ভাষাৰূপে অসমীয়া পঢ়া ছাত্ৰই পাব পাৰে তাৰ বিষয়ে চিন্তা আৰু গৱেষণা কৰাৰ সময় আহিছে। এই বিষয়ে অচিৰাৎ চকু দিব লাগে।

পৰ্ব্বতভূমিত অসমীয়া ভাষা প্ৰচাৰ সম্বন্ধে বহুত দিনৰপৰা আলোচনা বিলোচনা কৰি অহা হৈছে, মাজে মাজে সক্ৰিয় ব্যৱস্থা লোৱাৰ বিবৰণো কাকতে-পত্ৰে পঢ়িবলৈ পাইছোঁ। অসম সাহিত্য সভাই এই কাৰ্য্য আগবঢ়াই দিবলৈ দুই এখন পুস্তিকা ৰচনা কৰাই প্ৰকাশো কৰিছে। এই সকলোবোৰ প্ৰচেষ্টাই আমাৰ উদ্দেশ্যক আশানুৰূপে সফল কৰিবলৈ সমৰ্থ হৈছে নে নাই সেইটো গমি চাবৰ বিষয়।

পূৰ্ব্বে যিবোৰ কাৰণত ভাষাৰ প্ৰসাৰ হৈছিল তাৰ সৰহভাগেই আজিৰ দিনত অচল। ৰাজ্য-জয়, প্ৰব্ৰজন-প্ৰবাহ, সাংস্কৃতিক প্ৰভাৱ, এইবোৰে একালত একো একোটা ভাষাক স্বস্থানৰ বহুত দূৰলৈকে বিস্তাৰ কৰিছিল। বেহা-বেপাৰেও ভাষাৰ আদান-প্ৰদানত সহায়তা কৰিছিল। ধৰ্ম্ম প্ৰচাৰৰ লগে লগে সেই ধৰ্ম্মৰ গুৰিভাষাও মানুহৰ শ্ৰদ্ধাৰ বস্তু হৈ পৰিছিল আৰু তাক জনাটো পাণ্ডিত্য আৰু ধৰ্ম্মপৰায়ণতাৰ পৰিচায়ক হৈছিল। আজিকালি এইবিলাকৰ প্ৰভাৱ লোপ নাপালেও কমি আহিছে আৰু কিছুকালৰ পিচত ভাষা প্ৰচাৰৰ ক্ষেত্ৰত এইবোৰ উপায় অকামিলা হৈ পৰিব। এসময়ত বেহা-বেপাৰ আৰু ধৰ্ম্ম প্ৰচাৰে অসমীয়া ভাষাক পৰ্ব্বত-শিখৰলৈকে লৈ গৈছিল। পৰ্ব্বতৰ মানুহেও বস্তু বেচা-কিনা কৰিবলৈ ভৈয়ামলৈ আহোঁতে অসমীয়া মাত-কথা শিকিব লগা হৈছিল। আমাৰ ধৰ্ম্মপ্ৰৱৰ্ত্তকসকলে শৰণ ভজন দি কীৰ্ত্তন দশমৰ লগত সম্বন্ধ পাতি দিয়াৰ ফলত বহুতে অসমীয়া ভাষাক শ্ৰদ্ধা আৰু আপোন ভাবেৰে গ্ৰহণ কৰিবলৈ শিকিছে। প্ৰাক্তন বনুৱা গাৱঁত খোল বজাই বৰগীত গোৱা, সুৰ লগাই কীৰ্ত্তন পঢ়া বহুত ঠাইত শুনিবলৈ পাইছোঁ। আমাৰ ধৰ্ম্ম প্ৰচাৰে অসমীয়া ভাষাৰ প্ৰচাৰতো কিমান সহায়তা কৰিব পাৰে সেই গাওঁবিলাক দেখি উপলব্ধি কৰিছোঁ। সুখৰ বিষয় আমাৰ সত্ৰাধিকাৰ প্ৰভু দুই চাৰিজনে এই কামত উদ্যমেৰে হাত দিছে আৰু সফলতাৰে আগবাঢ়িছে।

অৰ্থনৈতিক সূত্ৰ অনুসাৰে কোনো দ্ৰব্য-সামগ্ৰীৰ প্ৰয়োজন যদি সমাজে অনুভৱ নকৰে তাক চিঞৰি থাকিলেও বজাৰত চলাই দিব নোৱাৰি। ভাষাৰ ক্ষেত্ৰতো এই সূত্ৰৰ কথাই বৰ্জিতা খায়। প্ৰয়োজন নাথাকিলে ভাষা-বিনোদৰ বশবৰ্ত্তী হৈ কাচিতহে কোনোবাই ভাষা শিকাৰ কষ্ট স্বীকাৰ কৰে। পোন প্ৰথমে কোনো এটা ভাষা নিশিকিলে কাম নচলা অৱস্থাৰ

সৃষ্টি কৰিব নোৱাৰিলে কেৱল উগ্ৰ-প্ৰচাৰৰ দ্বাৰাই সেই ভাষা চলাবলৈ গলে বিৰোধ-বিদ্বেষহে গুটি সিঁচা হয়। সেইদেখি ভাষা প্ৰচাৰৰ ক্ষেত্ৰত সাৱধান আৰু সন্তৰ্পণে আগবঢ়াইহে বিবেচকৰ লক্ষণ। যিসকলৰ মাজত অসমীয়া ভাষাৰ শিক্ষাৰ প্ৰচলন হব তেওঁবিলাকে পোন প্ৰথমে এই ভাষা শিকাৰ প্ৰয়োজন উপলব্ধি কৰিব লাগিব। সেই প্ৰয়োজন উপলব্ধি কৰাৰ প্ৰাক্-স্থিতিৰ সৃষ্টি কৰিব লাগিব। তেনে প্ৰাক্ স্থিতি নিৰ্ভৰ কৰিব অসমীয়া সাহিত্যৰ স্বয়ং-সম্পূৰ্ণতা আৰু বিশ্ববিদ্যালয়ৰ কলা, বিজ্ঞান আৰু কাৰিকৰী সকলো প্ৰকাৰৰ বিদ্যাৰ শিক্ষা-মাধ্যমৰূপে অসমীয়া ভাষা প্ৰতিষ্ঠিত হোৱাৰ ওপৰত।

সবাতোকৈ ফলদায়ক উপায় হৈছে যিবিলাকৰ মাজত অসমীয়া ভাষা শিক্ষাৰ প্ৰচলন হব লাগে, তেওঁলোকৰ লৈতে ঘনিষ্ঠভাবে সামাজিক-সম্বন্ধ স্থাপন কৰাটো। সাদিনীয়া সাংস্কৃতিক দল বা শুভেচ্ছাবাহী দলৰ ভ্ৰমণৰপৰা এই কাম সিদ্ধ নহয়। অসমীয়া ডেকাসকল নানাপ্ৰকাৰ সামাজিক সেৱাৰ কামত এই পাৰ্ব্বত্য-অঞ্চলবোৰত সোমাব লাগিব, বসবাস কৰিব লাগিব। শিক্ষক, চিকিৎসক, উন্নত প্ৰণালীৰ খেতিয়ক হিচাপে জনসেৱামূলক কামৰ যোগে অসমীয়া ডেকাই সেই লোকসকলৰ বিশ্বাস আৰু আস্থা আৰ্জ্জন কৰিব লাগিব, তেওঁলোকৰ ভাষাক আদৰ কৰিব লাগিব, শিকিব লাগিব, ব্যৱহাৰ কৰিব লাগিব। তাকে কৰিব পাৰিলে অসমীয়া ভাষালৈকো তেওঁলোকৰ আগ্ৰহ জন্মিব।

মাকুম অধিবেশনৰ তৃতীয় বৈশিষ্ট্যৰ কথা কওঁতে মাকুমৰ চাৰিওপাশে বসতি কৰা হিন্দী, বঙলা আদি ভাষা কোৱা লোকসকলৰ কথা উল্লেখ কৰিছিলোঁ। এইসকল লোকে নিজ নিজ মাতৃ-ভাষাৰ অনুশীলন কৰাত আমাৰ আপত্তি নৰজে আৰু আমিও আপত্তি কৰাৰ কথা ভবা নাই। হিন্দী, বঙলা আদি সাহিত্যৰ সমিলমিল চৰ্চ্চাত অসমীয়া সাহিত্যৰ উপকাৰহে হব। সেইসকলৰ ল'ৰা-ছোৱালীয়ে মাতৃভাষাৰ যোগে প্ৰাথমিক আৰু স্থলবিশেষে মাধ্যমিক শিক্ষালাভ কৰিছে কৰক, কিন্তু বিশ্ববিদ্যালয় স্তৰত এক আঞ্চলিক ভাষাৰ মাধ্যমত শিক্ষা গ্ৰহণ কৰাত যদি তেওঁলোকে আপত্তি কৰে, স্বকীয়া মহাবিদ্যালয় স্থাপন কৰি আপোনগোট হবলৈ যত্ন কৰে, তেনেহলে অনৈক্য আৰু অনাহক বিৰোধ মাতি আনি দেশৰ পৰিমণ্ডল ঘোলা কৰাৰ দোষ তেওঁলোকত বৰ্ত্তিব। ভাষা অনুসাৰে মাধ্যমিক-স্কুলবোৰ স্থাপন হোৱাৰ পিছৰপৰা আমাৰ কিশোৰবিলাক একেলগ হোৱা আৰু তেওঁলোকৰ ভিতৰত বন্ধুত্বৰ কৰ্ষণ হোৱাৰ সুযোগ নোহোৱা হ'ল। ফলত অসমীয়া, বঙলা, হিন্দীভাষী ছাত্ৰসকলৰ মাজত মিলাপ্ৰীতি আৰু স্থায়ী বন্ধুত্বৰ চিন আজি দেখা নাপাওঁ। প্ৰাদেশিক মনোভাব কমক চাৰি দিনক দিনে বৃদ্ধি হৈছে আৰু ইয়াৰপৰা দেশৰ কিমান সুদূৰপ্ৰসাৰী অপকাৰ হৈছে তাক কোনেও ছুবুজাকৈ থকা নাই। আমাৰ ছাত্ৰাৱস্থাত আমাৰ লগত পঢ়া আন প্ৰদেশৰ ছাত্ৰ বহুত আছিল। তেওঁবিলাকৰ লগত গান-বাজনা, খেল-ধেমালি সকলোতে বন্ধুত্বও গঢ়ি উঠিছিল। সেই বন্ধুত্ব আজিও আছে। বৰ্ত্তমান তেনে বন্ধুত্ব জন্মাব সুযোগ ক'ত। এতিয়া কলেজীয়া শিক্ষাত যদি ঘৰ ঘৰ ঠাই ঠাই হবলগীয়া হয় দেশৰ ঐক্য আৰু আবেগিক সংহতিৰ আশাৰ মূলতে কুঠাৰাঘাত পৰিব।

আঞ্চলিক ভাষাই বিশ্ববিদ্যালয় পৰ্যায়ৰ শিক্ষাৰ মাধ্যম হব লাগে এই কথা ভাৰত চৰকাৰে সৰ্ব্বভাৰতীয় ভিত্তিত সুস্পষ্ট আৰু নিৰ্দ্ধাৰিত নীতি হিচাপে গ্ৰহণ কৰিছে। সুবিধা আৰু উত্তম শিক্ষাৰ প্ৰসাৰৰ ফালৰপৰা নিৰপেক্ষ বিচাৰ কৰিলে এইটো উপযুক্ত আৰু সময়োচিত নীতি হৈছে বুলি স্বীকাৰ কৰিব লাগিব। ইয়াৰ ইফাল সিফাল কৰিবলৈ অপচেষ্টা কৰিলে ক'ৰ পানী কলৈ যায় কোৱা টান হৈ পৰিব। বিশ্ববিদ্যালয়ৰ শিক্ষা-মাধ্যমৰ বেলিকাও অসংখ্য সৰু-বৰ ভাষাৰ হক লৈ কৰা আঁজোৰ-পিজোৰৰ ফলত শিক্ষাদানতে কেৰোণে ধৰিব। বিভিন্ন মাধ্যমৰ বাবে বিশ্ববিদ্যালয়ে সুকীয়া ব্যৱস্থা কৰিবলৈ গলে যি অনাহক ব্যয়বাহুল্য ঘটিব সেই সৰ্ব্বনশীয়া আৰ্থিক পৰিস্থিতিকে বা কি উপায়ে কোনে চম্ভালিব? গতিকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম একমাত্ৰ অসমীয়াই হব লাগিব আৰু হবও। বেলেগ বেলেগ ভাষা-মাধ্যমৰ কলেজ স্থাপন কৰা বা বিশ্ববিদ্যালয়ৰ চাৰিবেৰৰ ভিতৰতে কেবাটাও শিক্ষা-মাধ্যমৰ ব্যৱস্থা কৰাৰ দুৰাগ্ৰহক প্ৰশ্ৰয় দিয়াটো ৰাইজ আৰু ৰাইজৰ চৰকাৰ কাৰো পক্ষেই শোভন আৰু উচিত নহব।

অসমীয়া ভাষাৰ যোগে বিশ্ববিদ্যালয়ৰ শিক্ষা লবলগীয়া অৱস্থাত অন্য ভাষাভাষী ছাত্ৰবিলাক যাতে কোনো আহুকলীয়া পৰিস্থিতিত নপৰে তাৰ কাৰণে সেই ছাত্ৰসকলৰ অসমীয়া ভাষা শিক্ষাৰ কাৰণে সুব্যৱস্থাৰ দিহা এতিয়াৰপৰাই সুপৰিকল্পিত ভাবে কৰিবৰ সময় হৈছে। বিশ্ব-বিদ্যালয়ৰ মাধ্যমৰূপে গ্ৰহণ কৰিবলগীয়া ভাষা এটাৰ যিখিনি জ্ঞানৰ আৱশ্যক তাক আয়ত্ত কৰাৰ সুবিধা মাধ্যমিক স্তৰতে দিব নোৱাৰিলে পিছত এই ছাত্ৰবিলাকক বিপদত পেলোৱাৰ দোষৰ ভাগী আমি হব লাগিব। এই বিষয়ে মাধ্যমিক শিক্ষানিকায়ে নিশ্চয় চিন্তা কৰিছে। অসম সাহিত্য সভাও এই বিষয়ে মৌন মূক হৈ থাকিব নোৱাৰে। বিশ্ববিদ্যালয়ৰ সকলো জ্ঞান-শাখাৰ উপযুক্ত বাহনৰূপে অসমীয়া ভাষা আৰু সাহিত্যক সজাই পৰাই তোলাত অসম সাহিত্য সভাই গৌৰবময় ভূমিকা লব লাগিব।

এই প্ৰসঙ্গতে ৰাষ্ট্ৰভাষা হিন্দীৰ বিষয়ে দুআষাৰ কোৱাৰ আৱশ্যকতা অনুভৱ কৰিছোঁ। যোৱা দুবছৰমান সাহিত্য সভাৰ কাৰ্যক্ৰমণিকাত হিন্দী ভাষাৰ বিচাৰে প্ৰয়োজনতকৈ অধিক স্থান লোৱা যেন হৈছিল। কাৰো কাৰো কথা-বতৰাত আৰু আলোচনা প্ৰসঙ্গত হিন্দীৰ প্ৰতি এটা সন্দেহ আৰু ভয়ৰ ভাব থকা যেনো অনুমান হৈছিল। এনে সন্দেহ আৰু ভয় যদি কাৰোবাৰ আছেও সি অহেতুক আৰু অথলত অধিক গুৰুত্ব দিয়াৰ ফল। এইআষাৰো আকৌ সঁচা, যে যোৱা ২০-২২ বছৰে মুখত সৰ্ব্বভাৰতীয় ধ্বজা ধৰি কামত পদে পদে অসহিষ্ণু, থিতাতে সোপাকে লগা আক্ৰোহী ভট্টাচাৰ্য্যই হিন্দী প্ৰচাৰৰ ক্ষেত্ৰখন অযথাই ধুলিয়ৰি কৰি তুলিছে। তাৰপৰা হিন্দীভাষাৰ বিস্তাৰ হোৱা যি নায়েই, অহিন্দীলোকৰ মনবিলাকো ঘোলা কৰি হিন্দীৰ প্ৰতি মৰম আগ্ৰহ নোহোৱা কৰিছে। পিছে দুই-এজন উগ্ৰচিন্তক ভাষাবীৰৰ কথাতে আমিও থিতাতে মূৰ্চ্ছা যোৱাটো পুৰুষালিৰ কথা নহয়। সংস্কৃত একালত ভাৰতৰ ৰাষ্ট্ৰভাষা আৰু ধৰ্মভাষাৰূপে মহিমোজ্জ্বল হৈ জীৱনৰ সৰ্ব্বক্ষেত্ৰতে বিৰাজ কৰিছিল, তথাপিও প্ৰাদেশিক ভাষাৰ বিকাশ আৰু বিস্তাৰত কোনো প্ৰকাৰ বাধা উপস্থাপিত কৰা নাছিল, উপৰন্তু বল সঞ্চাৰ কৰি উন্নতিত সহায়হে

কৰিছিল। হিন্দীয়ে অসমীয়া ভাষাৰ বিকাশ আৰু অগ্ৰগতিত আগৰফালে হেচোক দিব পাৰক বা নোৱাৰক, তাক যে বলহীন কৰিব বা গ্ৰাস কৰিব এনে কথা কস্মিন কালেও হব নোৱাৰে। আৰু এটা কথা—অসমীয়াক যদি ৰাজ্যভাষাৰূপে দৃঢ় প্ৰতিষ্ঠিত কৰিব পাৰোঁ, বিশ্ববিদ্যালয়ৰ খলপাত শিক্ষা-মাধ্যম কৰি জ্ঞান-বিজ্ঞানৰ উপযুক্ত বাহন হোৱাৰ গৌৰব দিব পাৰোঁ, তেনেহলে কেৱল কেন্দ্ৰীয় চৰকাৰৰ নথি-পত্ৰ আৰু বিজ্ঞাপনৰ ৰাজকীয় ভাষাৰূপে হিন্দীয়ে আমাৰ অপকাৰ কৰাৰ অৱকাশ ক'ত? আজি অসমীয়া ভাষা ৰাজ্যভাষাৰূপে দহদহীয়াকৈ অধিষ্ঠিত হোৱাত ইংৰাজীয়ে বিধি-পথালি দিছে, হিন্দীয়ে দিয়া নাই। আপোন বলেই পৰম বল, লোকলৈ ভয় কৰাতকৈ নিজৰ বল বঢ়োৱাৰ উপায় কৰাহে বুদ্ধিমান লোকৰ কাম।

হিন্দীক ৰাষ্ট্ৰভাষা হিচাপে আৱশ্যক বিষয় কৰি ত্ৰিভাষা সূত্ৰ অনুসাৰে গজগজীয়া স্থান দিলে দ্বিতীয়ভাষাৰূপে অসমীয়া ভাষাৰ কাৰণে ঠাই নোহোৱাৰ আশঙ্কা আহি পৰে। এইটো চিন্তনীয় বিষয়, ইয়াৰ সমাধান অৱশ্যে হব লাগিব। ত্ৰিভাষা সূত্ৰ ভূমিষ্ঠ হোৱাৰ দিন ধৰি শিক্ষাপদ্ধতিত ভাষাৰ সংখ্যা আৰু স্থান লৈ বহুত কথন-মথন হৈ গৈছে। সাধাৰণ ভাবে ইয়াৰ উপযোগিতা আৰু যুক্তিপূৰ্ণতা সকলোৱে স্বীকাৰ কৰি লৈছে। কিন্তু সেই বুলি ত্ৰিভাষা-সূত্ৰ এটা অপৰিবৰ্ত্তনীয় সনাতন নীতি আৰু যাবচ্চন্দ্ৰদিবাকৰ তাৰ চুলি এডালমানো ইফাল সিফাল হব নোৱাৰিব এনে এটা ধাৰণা লৈ সৰ্ব্বত্ৰ, সৰ্ব্বতিকাল ভাষাশিক্ষাৰ বিষয়টো নিৰ্ণয় কৰিব লাগিব এনে কথা হব নোৱাৰে। দ্বিভাষা বা চতুৰ্ভাষা-সূত্ৰে প্ৰয়োগৰ স্থল আৰু আৱশ্যকতা ওলাব পাৰে। শিক্ষা জগতত কেনো নীতিকেই 'এতাৱন্ত' বুলি গড় মাৰি থব নোৱাৰি, নিকপ্-কপীয়া ভোলেৰে বান্ধিব নোৱাৰি। অসমৰ প্ৰয়োজন অনুসৰি, প্ৰয়োগ-লব্ধ অভিজ্ঞতা কামত খটুৱাই শিক্ষানীতি নিৰ্দ্ধাৰণ কৰিবলৈ যাওঁতে কৰবাত কিবা সাল-সলনি কৰিব লগা হলে মহাভাৰত অশুদ্ধ হব বুলি ভয় খোৱাৰ কোনো হেতু নাই। অলপ চিন্তা কৰিলে, দহজন সুধীলোকে একেলগে উপায় চিন্তিলে, ত্ৰিভাষা সূত্ৰৰ ভিতৰতে থাকিও ৰাষ্ট্ৰভাষা হিন্দী আৰু দ্বিতীয়ভাষা অসমীয়াৰ স্থান উলিওৱা অলপ টান কাম হলেও অসাধ্য নহব। দৰ্কাৰ যদি হয় ত্ৰিভাষা-সূত্ৰৰ মেৰজালৰপৰা এৰাই হলেও এই বিষয়ৰ সমাধান কৰিব লাগিব। ত্ৰিভাষা-সূত্ৰৰ দণ্ড উত্তত কৰি অসমীয়া শিক্ষাক হেচুকি একাষৰীয়া কৰিব খোজা অপচেষ্টা যদি কোনোবাই কৰেও তাক প্ৰতিৰোধ কৰিবলৈ আমাৰ হক আৰু বল দুয়োটাই আছে।

মাকুম অধিবেশনৰ যি তিনটা বিশেষত্বৰ কথা পোনতে উনুকিয়াই এই ভাষণৰ ওৰা পাতি লৈছিলোঁ—তাৰ আনুষঙ্গিক সমাধেয় বিষয় কেইটালৈকো সভাৰ দৃষ্টি আহ্বান কৰিলোঁ। অসমীয়াক ধাত্ৰীভাষাৰূপে শিক্ষাদানৰ সুব্যৱস্থা, দ্বিতীয়ভাষাৰূপে স্বীকৃতি আৰু সুকীয়া পাঠ্যৰ যথাযোগ্য দিহা কৰা, পাৰ্ব্বত্য স্থলীত অসমীয়া ভাষাৰ প্ৰতি আগ্ৰহ সৃষ্টিৰ কাৰ্য্যক্ৰম হাতত লোৱা, হিন্দী, বঙলা আদি ভাষাভাষী ছাত্ৰৰ মাধ্যমিক স্তৰত, ত্ৰিভাষা-সূত্ৰৰ লগত সম্বন্ধ ৰক্ষা কৰিব পাৰিলে কৰি আৰু নোৱাৰিলে ফালৰি কাটি হলেও, অসমীয়া শিক্ষাৰ প্ৰবৰ্ত্তন কৰা। মাকুম অধিবেশনত সমবেত সাহিত্যসেৱী আৰু ভাষা-কৰ্ম্মীসকলে এই কেইটা অত্যাৱশ্যকীয়

বিষয়ৰ সমাধানত শেন-চকুৰে হৈ মনোনিবেশ কৰিব বুলি আশা কৰিছোঁ, কাৰণ ইয়াৰ ওপৰত অসমীয়া ভাষা আৰু সাহিত্যৰ ভৱিষ্যত দিগন্তবিস্তাৰৰ আশাময়ী সম্ভাৱনা নিৰ্ভৰ কৰিছে।

অষ্টাত্ৰিংশ অধিবেশনৰ এই শুভ অৱসৰটো আৰু এটা কাৰণত বিশেষ বুলি মানিব পাৰি। নিজ ঘৰতে কিছুকাল এলাগী হৈ থকাৰ পিছত ১৮৭১ চনত আকৌ বিধাতা পুৰুষৰ কৃপাত অসমীয়া ভাষাই প্ৰাপ্য আসন গৌৰবেৰে অধিকাৰ কৰিছিল। তাৰ আগলৈকে অসমীয়া সাহিত্যৰ কপালত যি ঘটিছিল সি বেদথল উঠোৱাৰ যুঁজ-বাগৰ। ১৮৭১ চনৰ পৰাহে সাংস্কৃতিক উকমুকনিৰ পৰা সকাহ পাই অসমীয়া শিক্ষিত লোকসকলে প্ৰকৃত সাহিত্য ৰচনাৰ ফালে মন দিয়ে। প্ৰকৃত পক্ষে পাতুৰি-যুগ অন্ত পৰাৰ লগে লগে অসমীয়া সাহিত্যৰ আধুনিক যুগৰ আধাৰবেদিৰ নিৰ্মাণ কাৰ্য্য আৰম্ভ হয় ১৮৭১ চনৰ পিছৰপৰাহে। সেইদিন ধৰি আজি ১৯৭১ চনত সাহিত্য সভাৰ মাকুম অধিবেশনৰ শুভলগ্নত শতবৰ্ষ পূৰ্ণ হ'ল। এনেবোৰ মুহূৰ্ত্তত এবাৰ উলটি চাবৰ মন যায়। কেতিয়াবা উভতি ঘূৰি চাই কিমান আহিলোঁ তাৰ গম ধৰিব পাৰিলে, কিমান যাব লগা আছে তাৰো উমান পাব পাৰি। অসমীয়া স্যহিত্যৰ কাৰ্য্যাৱলীৰ শতকাত্তীয় মূঠ-হিচাপ লওঁতে প্ৰাপ্ত অপ্ৰাপ্ত আৰু প্ৰাপ্তব্য সম্পৰ্কে এটা থুল-মূল খতিয়ান লোৱাটো লাভদায়ক হব। ইতিহাসৰ আঁহ ফালি বিস্তৃত বৰ্ণন আৰু যুগস্বৰূপ নিৰ্ণয় কৰিবলৈ এই ভাষণত স্থান, সময় আৰু প্ৰয়োজন এটাৰ এটাও নাই। ঊনবিংশ শতিকাৰ অসমীয়া সাহিত্যৰ হৰ্ষ-বিষাদৰ কাহিনী সূক্ষ্মদৰ্শিতা আৰু তন্ময়তাৰে অধ্যয়ন কৰা এখন বুৰঞ্জীৰ অভাব আৰু তাৰ পূৰণৰ আৱশ্যকতা আমি অনুভৱ নকৰা নহয়। এই কাম সাহিত্য-বুৰঞ্জীকাৰসকলে অলপ-অচৰপ কৰিছে। বাকী যিবা আছে তাকো উদীয়মান সাহিত্য-সমীক্ষকসকলে কৰিব বুলি আশা পালি আছোঁ। এই ভাষণত আমি প্ৰয়োজনীয় দিশ কেইটামানহে উদঙাই চাম।

১৮৭১ চনলৈকে এক যুঁজ গ'ল সঁচা কিন্তু তাৰ পিছতো জ্বৰে এৰিলেও পৰ্কিতিয়ে নেৰাৰ দৰে চুৰচুৰীয়াকৈ হলেও বিহুৰে-সংক্ৰান্তিয়ে ৰণ একোখন লাগিয়ে থাকিল। ফলত লক্ষ্মীনাথ বেজবৰুৱাৰ নিচিনা একোটা বিচিত্ৰ সাহিত্যপ্ৰতিভা কৃপাবৰ বৰবৰুৱা মহাধনুৰ্দ্ধৰৰূপে বাক্‌সমৰত অৱতীৰ্ণ হব লগা হৈছিল। সাহিত্যসৃষ্টিৰ বেলিকাও এই যুদ্ধৰেই আত্মৰক্ষাত্মক স্বৰূপ এটাহে প্ৰকট হৈছিল। কবিতা, নাটক, উপন্যাস, ৰস-ৰচনা, সকলোতে অসমীয়াৰ বৈশিষ্ট্য, স্বকীয়া অস্তিত্বৰ গৌৰব, প্ৰাচীন জাতীয় গৰিমা, এইবিলাক দৃঢ় প্ৰতিপন্ন কৰাই সাহিত্য কৰ্মৰ ধ্যান-জ্ঞান হৈ পৰিছিল। "আমি অসমীয়া নহও দুখীয়া" গীতটো নামে গামে সেই যুগৰ অসম সঙ্গীত আছিল। সেই যুগৰ সাহিত্যকৰ্ম্মৰ এটা প্ৰধান প্ৰতিষ্ঠাপ্য বিষয় আছিল—"সকলো আছিল সকলো আছে।" আত্ম-প্ৰতিষ্ঠাই ঊনবিংশ শতিকাৰ আৰু বিংশ শতিকাৰো আদিছোৱাত অসমীয়া সাহিত্যসাধনাৰ এটা কোবাল ধাৰা আছিল। এনে আত্ম-প্ৰতিষ্ঠা আৰু আত্মৰক্ষাৰ উখল-মাখল পৰিবেশত অসমীয়া সাহিত্য যথাসম্ভৱ আগবাঢ়িলেও সত্য-সুন্দৰৰ সৃষ্টিৰ কাৰণে যি নিৰঙ্কুশ, আত্মস্থ চিত্তবৃত্তিৰ প্ৰয়োজন অসমীয়া সাহিত্যিকে তাক লাভ কৰাৰ সুযোগ পোৱা নাছিল আৰু আজিও পাইছে বুলি নিৰুদ্বেগচিত্তে কবপৰা হোৱা নাই। যোৱা এশ বছৰ ধৰি

অসমীয়া সাহিত্যসেবীসকলে "অগ্রতঃ চতুৰো বেদাঃ, পৃষ্ঠতঃ সশৰং ধনুঃ" লৈ সাহিত্যক্ষেত্রক সংগ্রামভূমিৰূপেও ব্যৱহাৰ কৰি আহিব লগা হৈছে। অসমীয়া এটা স্বকীয়া ভাষা, প্রাচীন ঐতিহ্য আৰু সম্পদেৰে ভৰা ইয়াৰ সাহিত্য, এইবোৰ কথা দঢ়াই থাকোঁতেই আকৌ ন ন আপদে পালে। ভাষাৰ ভিত্তিত ৰাজ্য-সংগঠনৰ বেলিকা নিজৰ এলেকা ৰক্ষা কৰা, অসমত অসমীয়াক একমাত্র ৰাজ্যভাষা কৰাৰ কাৰণে আন্দোলন কৰা, উচ্চশিক্ষাত অসমীয়া ভাষাই একমাত্র মাধ্যম হোৱাৰ অধিকাৰ সাব্যস্ত কৰা ইত্যাদি সমস্যাৰ ৰক্তবীজ এঠাইত মৰি সাত ঠাইত আবির্ভাব হবলৈ ধৰিলে। অসমীয়া প্রজা, অসমীয়া ডেকা-গাভৰু, সাহিত্যিক-অসাহিত্যিক সকলোৱেই এইবোৰতে ব্যতিব্যস্ত থাকি বল-শক্তি আধাখিনীয়া কৰিব লগা হৈছে। আজিও সেই সমস্যাবোৰৰ জইন মৰা নাই, আপদ আঁতৰি গৈ কর্মক্ষেত্রও মুকলি হোৱা নাই। অসমীয়া ভাষাই ৰাজ্য-ভাষাৰ মর্য্যাদা পূর্ণ আৰু দৃঢ়ৰূপে পাইছে বুলি নিশ্চিন্ত হোৱাৰ দিন আজিও নাহিল। এতিয়া বিশ্ববিদ্যালয়ৰ মাধ্যম লৈয়ো টনা-আঁজোৰা চলাবলৈ তলে তলে এদল লোক সচেষ্ট হোৱা বুলি অহকাণে-পচকাণে শুনিবলৈ পাইছোঁ! এইবোৰ লৈয়ো আকৌ এখুন্দা লাগিব লগা হলে দুর্ভাগ্যৰ কথা হব। একোখুন্দা মাৰি থাকোঁতেই আমাৰ বহুমূলীয়া এশবছৰ উকলি গ'ল। এতিয়াও অসমীয়া ভাষাক ন্যায্য প্রাপ্য স্থানত দৃঢ়প্রতিষ্ঠিত কৰি বহুৱাবলৈ জাতীয় উন্মাদনাৰ সৃষ্টি কৰিবলগীয়া একোটা পৰিস্থিতি আহি থাকিলে আমি কেতিয়া সৃষ্টিমূলক সাহিত্য কর্মত আত্মনিয়োগ কৰি অসমীয়া ভাষাক সমৃদ্ধিময়ী জ্ঞান-পয়স্বিনী ভাষাৰূপে জগতত স্থাপনা কৰাৰ সুযোগ পাম ?

যোৱা এশ বছৰে যি হ'ল হ'ল, এতিয়া হেস্ত-নেস্ত এটা হব লাগে। অসমীয়া ভাষা স্বে মহিম্নি, স্বে ভূখণ্ডে পূর্ণ গৌৰৱত প্রতিষ্ঠিত হোৱাৰ যথাবিহিত কিবা এটা হৈ যাব লাগিব। সমস্যাক নল মৰি গজালি মেলিবলৈ এৰি দিব নোৱাৰি, পালমৰা সমাধানেৰেও স্বস্তিৰ নিশ্বাস পেলোৱা কাপুৰুষালিক প্রশ্রয় দিব নোৱাৰোঁ। আমি ভাৰতমাতাৰ বাটলু সন্তান বা চপনীয়া জোৱাঁই নহওঁ যে নিজৰ স্বত্ব, অধিকাৰ আৰু গুৰি-গোষ্ঠী প্রতিপন্ন কৰাই আবহমান কাললৈ আমাৰ জাতীয় ব্যাপৃতি হব। ক্ষুদ্র হওক, বৃহৎ হওক, আমাৰ এন্নাকা আমি বুজি লব লাগিব। ভাৰতৰ ভাগ্যবিধাতাই গঙ্গা যমুনাৰ তটভূমি হিন্দীক দিছে, হুগলী-পদ্মাৰে সিক্ত ভূমি বঙলাক দিছে, গোদাবৰীৰ জলেৰে ধৌত প্রদেশ তেলেগু ভাষাক দিছে, সেইদৰে মহাবাহু ব্রহ্মপুত্রৰ গিৰিমালাবেষ্টিত তটভূমি ঈশ্বৰে আমাক অসমীয়া ভাষাক দিছে, তাত আনক ভাগ বহুৱাবলৈ কদাপি এৰি দিব নোৱাৰোঁ। মহাবাহুৰ দুইপাৰৰ ভূভাগত অসমীয়া মাত-কথাই কাৰো অন্যায় নকৰাকৈ, কাৰো ভাগত থপিয়াথপি নকৰাকৈ আপোন-গৰিমাৰে প্রোজ্জল আৰু অধিষ্ঠিত থকাৰ স্বাধিকাৰ বাহাল্ ৰাখিব লাগিব। এই স্বাধিকাৰ নতুনকৈ আর্জন কৰিবলগীয়া স্বাধিকাৰ নহয়—উপজিয়ে বঙা হৈ লগতে লাগি অহা জন্ম-স্বত্ব আৰু স্বাধিকাৰ। যোৱা এশ বছৰে যি হ'ল হ'ল—গতস্য শোচনা নাস্তি। এতিয়া ইবোৰ সিবোৰ গাবৰ দিন টুটিল—সেই খেলা সামৰি অসমীয়া সাহিত্যই অগ্রগতিৰ দ্বিতীয় পর্য্যায়ত নাও মেলিবৰ হ'ল। সৃষ্টিমূলক সাধনাৰে পৃথিৱীৰ

সৰ্ব্বপ্ৰকাৰ জ্ঞান-বিজ্ঞানৰ সঞ্চিত ভাণ্ডাৰৰূপে অসমীয়া সাহিত্যক সমৃদ্ধিময় কৰাৰ কেণ আহিছে। বিংশ শতকৰ বাকী থকা তিনিটা দশকতে এই পথ বহুত দূৰ অতিক্ৰম কৰি আমি আগবাঢ়িব লাগিব। সেইদেখি কৈছোঁ, ৰাজ্যভাষা বোলা, বিশ্ববিদ্যালয়ৰ মাধ্যম বোলা, তাৰ লেঠাপিঠাৰ কণ-কঠীয়া এই বছৰতে মাৰিব লাগিব—এই বছৰতে হয় ৰঙামাটি, নাই গুৱাহাটী।

ৰাজ্যভাষাৰ নামত, অসমীয়া ভাষাৰ হক ৰক্ষাৰ উদ্যমত আমি কেতিয়াবা জাবৰিতে বল উলিওৱাৰ অপচেষ্টা কৰিছোঁ আৰু সেইদৰে জাতীয় শক্তিৰ অপচয় কৰিছোঁ। মটৰগাড়ীৰ সংখ্যাফলক, দোকান-পোহাৰৰ নামফলক অসমীয়া আখৰেৰে লিখিব লাগে, নিলিখিলে পোতক তোলা বা তোলাৰ ভাবুকি দিয়াৰ ধৰণৰ পাবত গজা অভিযান একোটাই অ'ত ত'ত মূৰ দাঙি উঠাৰ সংবাদ পঢ়িবলৈ পাওঁ। দুৰ্ভাগ্যৰ কথা চকুৰেও দেখিছোঁ। এনে অভিযানৰ গুৰি-ধৰোঁতা-সকলৰ ভাষা-প্ৰেমৰ প্ৰাচুৰ্য্য সম্বন্ধে সন্দেহ কৰা নাই, কিন্তু তেওঁবিলাকৰ ভাষা-প্ৰেমৰ জোৱাৰ অথলত উথলি পৰি নিবীৰ্য্য হৈছে তাত সন্দেহ নাই। আখৰকেইটা ভাষা নহয় এই নিখুঁত সত্যটো কাকো বুজাব নালাগে। এ, এছ, এল, ১২০৩ এইটো অসমীয়া হ'ল নে কি? Eastern Cloth House বুলি ইংৰাজী আখৰত নিলিখি 'ইষ্টাৰ্ণ ক্লথ হাউছ' বুলি লিখিলেই অসমীয়া ভাষাৰ উন্নতি হ'ব বুলি ভবাবিলাকে আপোনাকে প্ৰতাৰিত কৰিব খোজে, অথবা অল্পৰে ভূমাৰ কাম সাধিবলৈ গৈ দেশক আভুৱা ভাবিব খোজে। এনে ধৰণৰ সৰু কথাক বৰ পাতি ধনঞ্জয় ঢোল কোবালে জাতীয় শক্তিৰ অপচয় হয়, প্ৰকৃত কামত বেলিকালৈ শকতি টুকাই যায়। ৰেলৰ ইঞ্জিনে যদি উকি মাৰোঁতেই তাৰ ভাপ-শক্তিখিনি নিঃশেষ কৰে তেনেহলে সি চলিব আৰু ভৰা টানিব কোন শক্তিৰে? ৰাজ্যভাষাৰ দৃঢ় আৰু অবশ্য প্ৰয়োগৰ কাৰণে চৰকাৰক অবহিত কৰাৰ কামৰ উপৰিও আমি নিজেও এই প্ৰয়োগ সৰ্ব্বতোবিসাৰি কৰিবলৈ সু-কল্পিত কামৰ আঁচনি গ্ৰহণ কৰিব লাগে আৰু সেইমতে লাগি যাব লাগে। তাকো এই বছৰতে, দিন-কাল ভালৰ পিনে গতি লোৱা নাই, পশ্চিম দিগন্ত কলা হৈ আহিছে।

পিছে কথা হ'ল—সেই কামৰ আঁচনিখন নো কি হব? ৰাজ্যভাষা দৃঢ় ভেটিত থাপিবলৈ আমাৰ ফালৰপৰা কৰণীয় কি কি আছে? এইবোৰ প্ৰশ্ন আপোনা-আপুনি মনলৈ উকৰি আহে। অসমত, বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাত ৰাজ্যভাষাৰ ভেটি কটকটীয়া আৰু যুগমীয়া কৰিবলৈ হলে চাৰিওপিনে যি দেখিছোঁ তাৰপৰা অনুমান হয় যে এই বিষয়টো এটা জাতীয়-সঙ্কল্পৰূপে গ্ৰহণ নকৰিলে কাম নিসিজিব। ৰাইজে যদি স্বভাষা-ব্ৰত গ্ৰহণ কৰে আৰু তাক অকপট-চিত্তে পালন কৰে চৰকাৰৰ নিৰ্ব্বিকাৰ হৈ বহি থকাৰ সম্ভৱ নহব। চৰকাৰে এক-তৰফীয়াকৈ এশখন আদেশ-পত্ৰ জাৰি কৰিলেও কাম আধাসিজা হৈ থাকিব। মহাত্মা গান্ধীয়ে বিলাতী বৰ্জ্জন সফল কৰাত চৰকাৰী আইনৰ সহায়তা বিচৰা নাছিল। স্বদেশী-ব্ৰত প্ৰচাৰ কৰি ৰাজহুৱা সহযোগৰ ওপৰতে নিৰ্ভৰ কৰিছিল, তাৰ ফলত মানচেষ্টাৰত কাপোৰৰ কল বন্ধ কৰিব লগা হৈছিল। গোটেই অসম জুৰি অসম সাহিত্য সভাৰ সদস্যৰ সংখ্যা নিচেই অলপীয়া নহয়, তাৰ ভিতৰত চৰকাৰী কাৰ্য্যালয়ৰ কৰ্ম্মচাৰীৰ সংখ্যাও কম নহব। এইসকলেই যদি স্বভাষা-

ব্ৰত গ্ৰহণ কৰি বিভিন্ন কামত ৰাজ্যভাষাৰ বাহিৰে আন ভাষা ব্যৱহাৰ নকৰোঁ বুলি দৃঢ়প্ৰতিজ্ঞ হয় তেনেহলেও হুলস্থুল নোহোৱাকৈয়ে এটা আলোড়ন আৰু বাতাবৰণৰ সৃষ্টি কৰা সম্ভৱ হব। প্ৰাথমিক পৰ্য্যায়ত বিপুল সংখ্যক সাহিত্য সভাৰ সদস্য ভৰ্ত্তিৰ অভিযান চলাব লাগে আৰু সদস্য হুৱৰ লগতে স্বভাষা ব্ৰত গ্ৰহণ কৰাটো সেই সদস্যসকলৰ স্বয়ংবৃত ন্যূনতম কৰ্ত্তব্য হব। এনে স্বভাষা-ব্ৰতীসকলে সমাজত ৰাজ্যভাষা প্ৰকাশৰ গুৰুত্ব উপলব্ধি কৰাবলৈ সমৰ্থ হব। আজি চাৰিওফালে গম-গতি লৈ যি বুজিছোঁ সাহিত্য সভাৰ লগত ঘনিষ্ঠভাৱে জড়িত এচাম শিক্ষিত লোকৰ বাহিৰে ৰাজ্যভাষাৰ প্ৰয়োগ সম্বন্ধে মূৰ ঘমোৱা বা সেই বিষয়ে ৰাপ দেখুওৱা শিক্ষিত-লোকৰ সংখ্যা বেছি নহয়। চৰকাৰৰ বিভাগীয় মূৰীয়ালসকলৰ সৰহভাগৰ মাতৃভাষা অসমীয়াই, তথাপি তেওঁবিলাকৰ অধীনৰ কাৰ্য্যালয়সমূহত অসমীয়া ব্যৱহাৰৰ নিষ্ঠাপূৰ্ণ আগ্ৰহ দেখা নাযায়। সেই মূৰীয়ালসকল যদি স্বভাষা-ব্ৰতী সদস্য হয় এইবিলাক বিষয়ে অনুকূল স্থিতি আৰু আগ্ৰহৰ সৃষ্টি কৰাত বহুত সফলতা আশা কৰিব পাৰি।

চৰকাৰৰ ফালৰপৰা ৰাজকীয় কামত ব্যৱহাৰ হোৱা ইংৰাজী শব্দাৱলীৰ অসমীয়া প্ৰতিশব্দ কি হব এটা বিশেষজ্ঞ সমিতিৰ যোগে ঠাৱৰ কৰিছে। সেই শব্দাৱলীৰ সংগ্ৰহ গ্ৰন্থ এখনো চৰকাৰেই প্ৰকাশ কৰিছে। এতিয়া তাৰ সংশোধন আৰু পৰিবৰ্দ্ধনৰ কাম চলি আছে বুলিও গম পাইছোঁ। এইটো লাগতিয়াল কাম হৈছে, পিছে অকল শব্দ কেইটা জানিলেই বা পৰিভাষাৰ অভিধানখন কাষত ৰাখিলেই কৰ্ম্মচাৰীসকলে বিভিন্ন প্ৰকাৰ চৰকাৰী লেখ-পত্ৰ, টোকা, প্ৰতিবেদন আদিৰ কাম সুচাৰু নিঘূণী অসমীয়া আখৰে কৰিব পাৰিব এনে সিদ্ধান্ত কৰাবাৰ ভুল হব। সকলো বিষয়ৰে ভাষাৰ নিজা ঠাঁচ বা গত এটা আছে, সেইখিনি পৰিভাষা গ্ৰন্থই শিকাব নোৱাৰে। পৰিভাষা নহৈও সদা-সৰ্ব্বদায় ব্যৱহৃত হোৱা বহুত শব্দ আৰু প্ৰকাশ-প্ৰকাৰ আছে, যিবোৰ জনা নাথাকিলে কেৱল পাৰিভাষিক শব্দ কেইটাৰে সকলো কাম চলাব নোৱাৰি। এদিন এজনে মোক সাধাৰণ বাক্য এটাৰ অসমীয়া কি হব সুধিছিল—"You are requested to forward all the relevant papers for onward transmission". ইয়াৰ প্ৰতিৰূপ এটা মই খপৰাই দিব পৰা নাছিলোঁ, অলপ সময় ভবা-গুণা কৰিব লগা হৈছিল। ইয়াত পাৰিভাষিক শব্দ নাই বুলিলেই হয়, তথাপি সহজবোধ্য নিখুঁত অসমীয়া প্ৰতিৰূপ এটা দিবলৈ কৰ্ম্মচাৰীজনৰ অসমীয়া জ্ঞান ভাল হব লাগিব। চৰকাৰী কাৰ্য্যালয়ৰ এটাইবিলাক কৰ্ম্মচাৰী অসমীয়া ভাষাত পণ্ডিত নহবও পাৰে। চৰকাৰী বিষয়া আৰু কৰ্ম্মচাৰীসকলৰ অনাগ্ৰহ আৰু গাফিলতিৰ কাৰণেই যে ৰাজ্যভাষাৰূপে অসমীয়াৰ ব্যাপক প্ৰয়োগ হোৱা নাই এনে নহয়। অনভ্যাস আৰু প্ৰশিক্ষণৰ অভাৱতো এওঁবিলাকে অসমীয়াত চৰকাৰী টোকা, প্ৰতিবেদন আদি লিখিবলৈ টান পায়। অভিধান চাই চাই, মূৰ ঘমাই বাক্যগঠন কৰিবলৈ তেওঁবিলাকৰ সময় আৰু ধৈৰ্য্য এটাও নাথাকিব পাৰে। এনে অৱস্থাত ৰাজ্যভাষাৰূপে অসমীয়া ব্যৱহাৰৰ সৌকৰ্য্যাৰ্থে কৰ্ম্মচাৰীসকলক উপযুক্ত প্ৰশিক্ষণ দিয়াৰ নিয়মিত ব্যৱস্থা হব লাগে। এই প্ৰশিক্ষণৰ পৰিপাটি ব্যৱস্থাৰ দিহা কৰিবলৈ সাহিত্য সভাই চৰকাৰক সন্মত কৰাব লাগে আৰু পৰাখিনি সহযোগ আগবঢ়াব লাগে।

ইয়াৰ উপৰিও বিভিন্ন প্ৰকাৰ চৰকাৰী আৰু ৰাজহুৱা বিষয়বোৰ অসমীয়া ভাষাত কেনেকৈ লিখিব লাগে তাক বৰ্ণাই সূত্ৰ, নিৰ্দ্দেশ, নমুনা, অনুশীলন আদিৰে এখন সহায়ক বা হাতুৱা গ্ৰন্থৰ দৰ্কাৰ। এই কাম চৰকাৰলৈ পেলাই নথৈ অসম সাহিত্য সভাই নিজেই হাতত লব পাৰে। অভিজ্ঞ আৰু কাজুৱা অৱসৰপ্ৰাপ্ত চৰকাৰী বিষয়া দুজনমানৰ সহায়তা লৈ সাহিত্য সভাই এনে এখন গ্ৰন্থ প্ৰণয়ন কৰিলে ৰাজ্যভাষাৰ প্ৰয়োগ বহুতখিনি সুচল হব। এই কাম শীঘ্ৰে হাতত লব লাগে। ইয়াৰ কাৰণে লাগতিয়াল অৰ্থ-ব্যৱস্থা চৰকাৰৰ ফালৰপৰাই হব বুলি আশা কৰাৰ থল আছে। বৰ্ত্তমান মুখ্যমন্ত্ৰী তথা শিক্ষামন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়া ৰাজ্যভাষাৰ প্ৰয়োগৰ বিষয়ে আগ্ৰহশীল আৰু উদ্যোগশালী বুলি অনুভৱ কৰিব পাৰি আমি আশান্বিত হৈছোঁ।

ভাষাৰ সৌষ্ঠৱ আৰু সামৰ্থ্য বৃদ্ধি কৰাৰ ফালৰপৰা চালে যোৱা শতাধিক বছৰে অসমীয়া কৃতী সাহিত্যিকসকলে যি কৰি গ'ল তাক লৈ সন্তোষ আৰু গৌৰৱ কথাৰ থল আছে। ভাষাৰ এটা স্বগত সামৰ্থ্য আছে। সেই সামৰ্থ্য অসমীয়া ভাষাই সংস্কৃতৰপৰাই উত্তৰাধিকাৰসূত্ৰে পাইছে, সেইবিষয়ে আমাৰ চিন্তা কৰিবলগীয়া একো নাই। ভাষাৰ আন এটা শক্তি বা সামৰ্থ্য আছে সেইটো আহাৰ্য্য। ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিবেষ্টনীৰ পৰিবৰ্ত্তন আৰু সামাজিক বিপ্লৱৰ লগে লগে যুগে যুগে ভাষাই নতুন শক্তি-সামৰ্থ্য আৰু সঁজুলি আহৰণ কৰি নিজকে সমৃদ্ধতৰ কৰি গৈ থাকে। প্ৰায় এহেজাৰ বছৰীয়া জীৱনৰ বাটত নিজ বলেৰে এই সমৃদ্ধি আহৰণ কৰি অসমীয়া ভাষা এটি প্ৰাণময়ী আৰু শক্তিমতী ভাষাৰূপে প্ৰতিষ্ঠিত হৈছে। পূৰ্ব্ব-অপ্ৰমাদী কবিসকলে, শ্ৰীমন্ত শঙ্কৰ আৰু তেওঁৰ শক্তিমান অনুবৰ্ত্তী আৰু পৰবৰ্ত্তীসকলৰ প্ৰচুৰবৰ্ষিণী লেখনীয়ে, বিভিন্ন কথা-গ্ৰন্থ আৰু বুৰঞ্জীৰ ৰচয়িতাসকলে অসমীয়া ভাষাক যেনেকৈ ইচ্ছা পোণাব পৰাকৈ লেহুকা অথচ দৃঢ় কৰি থৈ গৈছে। সেইকালৰ জ্ঞান-বিজ্ঞানৰ কথা প্ৰকাশ কৰিবলৈ ভাষাক যিখিনি বিভূতি লাগে সেই সকলোখিনিৰে আমাৰ প্ৰাচীন সাহিত্যকাৰসকলে অসমীয়া ভাষাক বিভূষিত কৰি গৈছে। কলথোকা বাতুলিয়ে খোৱাৰপৰা ৰাজভগনলৈকে সকলো বিষয়ৰ কথাকে খোকোজা নলগাকৈ সহজ-বোধ্য কৰি লিখিব পৰা শব্দসম্ভাৰ আৰু প্ৰকাশ-প্ৰকাৰ নিজ উদ্ভাবনীৰে আৰু প্ৰয়োজন অনুসাৰে খুজি বিচাৰি হলেও যতনাই লৈছিল। সেইকাৰণে ৰাজনীতি, সঙ্গীত, ৰসায়ন, আয়ুৰ্ব্বেদ, পশুপালন, মৈদাম সজা, পুখুৰী খন্দা, দ'ল-দেৱালয় নিৰ্ম্মাণ, এইবোৰ বিভিন্ন বিষয়ত ক'তো উজুটি নোখোৱা দৈন্যহীন অসমীয়া ভাষাৰে মূল্যবান গ্ৰন্থ ষোড়শ সপ্তদশ আৰু অষ্টাদশ শতিকাত ৰচিত হব পাৰিছিল। সমসাময়িক উত্তৰ-ভাৰতীয় ভাষাই ইমানবোৰ বিষয়ৰ বিভিন্ন প্ৰকাৰ গ্ৰন্থ দেখুৱাব নোৱাৰে। পিছে এই ভাষাটোৱেই ঊনবিংশ শতিকাত আহি চাৰিওপিনে চাই ক'ত সোমালোহি বুলি মোৰ হেকৰাইছিল। স্বৰ্গীয় হেম গোস্বামীৰ ভাষাত কবলৈ গলে পাছুৰিসকলে বা তেওঁলোকৰ অনুগামী লিখকসকলৰ অসমীয়া ভাষা প্ৰথম মাতফুটা শিশুৰ থুনুক-থানাক কথাৰ নিচিনা সোৱাদ-লগা আছিল যদিও প্ৰকাশ-ক্ষমতাৰ ফালৰপৰা নিশকতীয়া আছিল তাত সন্দেহ নাই।

পশ্চিমৰ দুৱাৰ মুকলি হোৱাৰ লগে লগে এটা আচহুৱা সভ্যতাৰে সনা-পোতকা হোৱাৰ ফলত অসমীয়া ভাষাক আগতে নলগা শব্দাৱলী, প্ৰকাশ-প্ৰকাৰ আৰু সম্ভাৰ লগা হৈ পৰিল। ভাষাৰ ক্ষেত্ৰত এইটো এটা যুগৰ আহ্বান স্বৰূপে দেখা দিলে। আনন্দৰাম ঢেকিয়াল ফুকনকে আদি কৰি গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা আৰু তৎপৰবৰ্ত্তী জোনাকী যুগৰ ৰথী-মহাৰথীসকলে অপৰিসীম নিষ্ঠা আৰু অভূতপূৰ্ব্ব দক্ষতাৰে এই আহ্বানৰ মুখামুখী হৈছিল। তেখেতসকলেই সমূহীয়া সাধনাৰ বলেৰে তেতিয়াৰ দিনৰ জোখাকৈ ভাষাটোক বঢ়া কৰি গ'ল। সেইকালৰ সংবাদপত্ৰ, মাহেকীয়া আলোচনী আৰু পাঠ্যপুথিবোৰ পঢ়িলেই বুজিব পাৰি কেনেকৈ দৰ্শন, বিজ্ঞান, ৰাজনীতি, অৰ্থনীতি আদি বিভিন্ন বিষয়ৰ প্ৰবন্ধপাতিৰে অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিবলৈ চেষ্টা কৰা হৈছিল। ইমানখিনি হোৱাৰ পিছতো আজি ১৯৭১ চনত আমি বুকু ভাঠি কবপৰা অৱস্থালৈ অহা নাই যে অসমীয়া ভাষা বৰ্ত্তমান যুগৰ মানৱ-মস্তিষ্কৰ-পৰা ওলোৱা সকলো জ্ঞান-বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ সুকৰ আৰু উপযুক্ত বাহন হব-পৰা হৈছে। মাতৃভাষাৰ মাধ্যমত উচ্চমহলাত অধ্যয়ন অধ্যাপনা হোৱাৰ যি নীতি লোৱা হৈছে তাক কাৰ্য্যকৰী কৰিবলৈ বিবিধ বিষয়ৰ পৰিভাষা প্ৰণয়নৰ কাম চলি থকাটো আনন্দ আৰু আশাৰ কথা। পিছে এই কথাও লগে লগে মনত ৰাখি চলা উচিত হব যে কেৱল পৰিভাষাৰ দীঘলীয়া অভিধান যুগুত কৰিলেই সেই সেই বিষয়ৰ সকলো কথা প্ৰকাশ কৰিবৰ কাৰণে এটা ভাষা সমৰ্থ হৈ নপৰে। জ্ঞান-বিজ্ঞানৰ প্ৰত্যেক শাখাৰে স্বীয় একোটা ভাষা-শৈলী আছে। ব্যাপক চৰ্চ্চা আৰু লেখ-প্ৰাচুৰ্য্যৰ ফলত এই ভাষা-শৈলীয়ে গঢ় লয়। একো একোটা বিষয়ৰ প্ৰগাঢ় পণ্ডিতসকলে নিজৰ অধ্যয়ন অধ্যাপনা আৰু গবেষণাৰপৰা পোৱা জ্ঞান যেতিয়া নিজ মাতৃভাষাত প্ৰকাশ কৰে তেতিয়াহে ভাষাই সেই বিষয়ত পৰিপক্কতা লাভ কৰে। এই দিশত আমাৰ অসমীয়া ভাষাত পাঠ্যপুথি লিখাৰ বাহিৰে উল্লেখযোগ্য প্ৰচেষ্টা এতিয়ালৈকে হোৱা নাই। বিজ্ঞান সমাজৰ মুখপত্ৰ 'বিজ্ঞান-জেউতি' আৰু প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত দুই চাৰিখন গ্ৰন্থতে এই প্ৰচেষ্টা এতিয়ালৈকে সীমাবদ্ধ। অসমীয়া ভাষাক যদি সকলো বিষয়তে পাৰ্গত কৰি তুলিব লাগে তেনেহলে আমাৰ বিজ্ঞানী আৰু পণ্ডিতসকলে ইংৰাজীৰ মোহ এৰি অসমীয়াতে লিখিবলৈ আৰম্ভ কৰিব লাগিব। কেৱল অসমীয়াৰে নহয়, ভাৰতীয় সাহিত্যৰে এইটো ডাঙৰ দুৰ্ভাগ্য যে আমাৰ কৃতবিদ্য মনীষীসকলে যি লিখিলে ইংৰাজীতে লিখি গ'ল। ডাঃ ৰাধাকৃষ্ণণে তেলেগুত লিখা নাই, জৱহৰলাল নেহৰুৱে হিন্দী বা উৰ্দ্দুত লিখাৰ প্ৰয়োজন অনুভৱ নকৰিলে। ৰমনে তামিল ভাষাত কিমান কি লিখিলে? একমাত্ৰ মহাত্মা গান্ধী এই বিষয়ত ব্যতিক্ৰম। গান্ধীজীয়ে তেখেতৰ প্ৰায় গ্ৰন্থ পোনতে নিজ মাতৃভাষা গুজৰাটীত লিখিছিল। গুজৰাটী গদ্যত আজি মহাত্মা গান্ধীক বিশিষ্ট স্থান দি পণ্ডিতসকলে গৌৰব কৰিছে। আমাৰ বিদগ্ধ পণ্ডিতসকলৰ মাতৃভাষালৈ অৱহেলা আৰু ক্ষেত্ৰবিশেষে অৱজ্ঞাই ভাৰতীয় ভাষাবিলাকক প্ৰচুৰ সম্ভাব্য সম্পত্তিৰপৰা বঞ্চিত কৰি আহিছে। অসমীয়া ভাষাভাষী এমুঠি কৃতবিদ্যলোকৰ মনতো যদি সেই অৱহেলা আৰু অৱজ্ঞাই গা কৰি উঠে তেনেহলে আৰু মাৰাত্মক দশা হব।

এই শতকৰ ভিতৰতে অৰ্থাৎ ত্ৰিছ বছৰৰ ভিতৰতে অসমীয়া ভাষাৰ সকলো দৈন্য আঁতৰাই আধুনিক সৰ্ব্বপ্ৰকাৰ জ্ঞান-প্ৰকাশৰ উপযুক্ত আলমৰূপে তাক জগতৰ আগত দাঙি ধৰিব পাৰিব লাগিব। এতিয়াৰপৰা আমাৰ বিৰৎ-সমাজে নিজৰ আজন্ম-লব্ধ জ্ঞানৰ সদ্ব্যৱহাৰ কৰক অসমীয়া ভাষাত মৌলিক গ্ৰন্থ ৰচনা কৰি। অনুবাদে পাঠ্যপুথিৰ আৱশ্যকতা পূৰ্ণ কৰিব পাৰে, ভাষাক সমৃদ্ধ আৰু মহিমান্বিত কৰিব নোৱাৰে। সেইকাৰণেহে মৌলিক গ্ৰন্থ লিখাৰ কথা কৈছো।

সাহিত্যৰ ফালৰপৰা যোৱা এশ বছৰে আমি যিখিনি কৰিলোঁ, যিমানখিনি আগবাঢ়িলোঁ, তাত হতাশ হবলগীয়া একো নাই, কিন্তু পৰিতুষ্টিৰ আনন্দ পাবলগীয়া অৱস্থাতো আমি ভৰি দিয়া নাই। এটা সাহিত্য পূৰ্ণতাপ্ৰাপ্ত হৈছে নে নাই, আত্মনিৰ্ভৰশীল হব পাৰিছে নে নাই, তাক জুখিবলৈ হলে সেই সাহিত্যৰ নিজ ভাষাৰ বাহিৰে আন আন ভাষাৰ জ্ঞান নথকা এজন শিক্ষিতলোকে আন কোনো সাহিত্যৰ ওচৰ নচপাকৈ প্ৰাচীন আৰু আধুনিক সকলো প্ৰকাৰ জ্ঞানৰ পিপাসা পলুৱাবৰ কাৰণে নিজৰ সাহিত্যকে আঁকোৱালি ললেই যথেষ্ট হয় নে নহয় তাক চাব লাগিব। সাধাৰণ ভাবৰ জ্ঞান-চৰ্চ্চাৰ কাৰণে যদি আন এটা চহকী সাহিত্যৰ গুৰিত হাত নাপাতিলে নহয় তেনেহলে বুজিব লাগিব, নিজৰ সাহিত্য পুৰঠ আৰু স্বয়ংপূৰ্ণ হোৱা নাই। সাহিত্য-বিস্তাৰ সংস্কৃত আচাৰ্য্যসকলে যদিও ৰসাত্মক বাক্যকে কাব্য বুলি লক্ষণ দি গৈছে তথাপি কাব্যহেতুৰ নিৰ্দ্দেশ কৰোঁতে ব্যুৎপত্তি অৰ্থাৎ বিবিধ জ্ঞানৰ অনুশীলনক বিশিষ্ট স্থান নিদিয়াকৈ থাকিব পৰা নাই। সাহিত্যৰ বিশাল আৰু ব্যাপক ক্ষেত্ৰত সমস্ত জ্ঞানৰাশি অন্তৰ্ভুক্ত হৈ আছে, সেইদেখি সাহিত্যৰ আন এটা নাম বাঙ্ময় অৰ্থাৎ বাগ্‌বদ্ধ জ্ঞানৰাশি। এই বাঙ্ময় ৰসাত্মক, তথ্যাত্মক আৰু তত্ত্বাত্মক—এই তিনি প্ৰকাৰ। কেৱল ৰসাত্মক কবিতা নাটক, উপন্যাস, চুটিগল্প আৰু ৰস ৰচনা লৈয়ে যি সাহিত্যৰ ঘাই পোহাৰ সি এনে এপাহ ফুল যাৰ কেইটামান পাহি পূৰ্ণ বিকশিত আৰু বাকী পাহি কেইটা মুজুৰা পৰা বা নাইকিয়া। ৰসাত্মক ৰচনা সাহিত্য-সৌধৰ মণ্ডপাংশৰ তুল্য। ৰসাত্মক, তথ্যাত্মক, আৰু তত্ত্বাত্মক তিনিওবিধ সমান ভাবে বিকাশ-প্ৰাপ্ত হলেহে এটা সাহিত্যক পূৰ্ণবিকশিত উন্নত সাহিত্য বুলি আখ্যা দিব পাৰি। এজন বা দুজনে ন'বেল বঁটা পালে বুলিয়েই বা দুই চাৰিখন গ্ৰন্থ ভাষান্তৰিত হৈ প্ৰচাৰিত হলেই এটা সাহিত্যক পূৰ্ণতা-প্ৰাপ্ত উচ্চতম শ্ৰেণীৰ সাহিত্যৰ শাৰীত স্থান দিব নোৱাৰি।

এই তুলাচনীৰে জুখি চালে কোনো এটি ভাৰতীয় সাহিত্যই সগৌৰৱে উত্তীৰ্ণ হব নোৱাৰিব। হিন্দী, তামিল আদি সাহিত্যই বহুত গ্ৰন্থ অনুবাদ কৰি নিজ নিজ জ্ঞানভাণ্ডাৰৰ পৰিসৰ বৃদ্ধি কৰিছে সঁচা। কিন্তু অনুবাদবোৰ এটা খোপনিহে, তাত ভৰ দি একোটা সাহিত্যই নিজ বলেৰে উধাব লাগিব। অনুবাদ গ্ৰন্থই প্ৰস্তুত কৰি দিয়া ক্ষেত্ৰক নিজে চহাব লাগিব আৰু সময়ত গৈ মৌলিক গ্ৰন্থই সেই ঠাই পূৰাব লাগিব। জাপানে পোন পহিলাতে বিবিধ শাস্ত্ৰৰ অনুবাদৰ ওপৰত নিৰ্ভৰ কৰিছিল সঁচা কিন্তু আজিৰ জাপানী সাহিত্য সেইবোৰ বিষয়ত পৰমুখাপেক্ষী হৈ থকা নাই। জাপানে অনুবাদৰ যুগ কোন কাহানিবাই অতিক্ৰম কৰিলে আৰু এতিয়া তেওঁলোকৰ স্বোপাৰ্জ্জিত ভাণ্ডাৰ সকলো বিষয়তে পৰিপূৰ্ণ। জাতুজীৰ

সাহিত্যই অনুবাদৰ যুগত ভৰিহে দিছে। অসমীয়া সাহিত্যৰ বেলিকাও সেই একে কথাই, কিজানি অলপ পৰাহে, চৰা নহয়। পাঠ্যপুথিৰ প্ৰয়োজনক অতিক্ৰম কৰি অসমীয়া ভাষাত তথ্যাত্মক আৰু তত্ত্বাত্মক সাহিত্য অধিক দূৰলৈ আগুৱাবপৰা নাই।

ৰসাত্মক সাহিত্যৰ ক্ষেত্ৰত আমি যে কিছু আগবঢ়াৰ পথত এই কথা আজি কবপৰা হৈছো। তাকো সকলো স্তৰৰ ৰস-পিপাসুৰ হেপাহ পলুৱাবপৰাকৈ ভাণ্ডাৰ পূৰ্ণ হৈছে বুলি কবপৰা হোৱা নাই। নিম্ন-বৌদ্ধিক স্তৰৰ প্ৰয়োজন সাধিবপৰাকৈ আমাৰ সাহিত্যত যথেষ্ট সমল গোট খাইছে কিন্তু উচ্চ-বৌদ্ধিক স্তৰৰ আশা পূৰণ কৰিবপৰা ৰসাত্মক সাহিত্যৰ পৰিসৰ এতিয়াও ঠেক হৈয়েই আছে। এই স্তৰৰ পাঠক তেওঁবিলাকৰ ৰস-পিপাসা আৰু জিজ্ঞাসাৰ পৰিতোষৰ কাৰণে অন্য সাহিত্যৰ ওচৰ চাপে। এই স্থিতিয়ে প্ৰমাণ কৰে যে আমি সাহিত্য স্থষ্টিৰ বেলিকা একান্তশৰণীয়া হবপৰা দিন এতিয়াও অহা নাই। সকলো ভাৰতীয় সাহিত্যতে নিৰ্বিচাৰ ইউৰোপীয় অনুকৰণৰ যুগ এতিয়াও অন্তপৰা নাই। ইউৰোপীয় সাহিত্যত, বিশেষকৈ ইংৰাজী সাহিত্যত সময়ে একোটা তত্ত্ববাদক ( ইজ্‌ম্ ) কেন্দ্ৰ কৰি একো একোটা সাহিত্যিক-গোষ্ঠীৰ উদ্ভৱ হয়। তাৰ নতুনত্ব আৰু বৈপ্লবিক মোহে আমাৰ লেখকসকলকো আচ্ছন্ন কৰে। পশ্চিমত যি হৈছে আমাৰ সাহিত্যতো সেইটো হব লাগে, তাক অনুকৰণ কৰিবলৈ নিজৰ তীক্ষ্ণ মেধা আৰু অনুপম সৃষ্টিদক্ষতা নিয়োগ কৰে। তেওঁলোকে মনোবিজ্ঞানৰ বিশ্লেষণ কৰি উপন্যাস লিখিছে এতেকে আমাৰো লিখা, তেওঁলোকে সমস্যাপূৰ্ণ নাটক লিখিছে হেন জানি ধৰা আমিও লিখোঁ, তেওঁলোকে অসম্ভাব্য নাটক উলিয়াইছে আমি কিয় নোৱাৰিম, এনে মনোবৃত্তি লৈ আমি ভাষা আৰু ছন্দ পৰ্য্যন্ত অনুকৰণ কৰি আমাৰ সাহিত্যক আগবঢ়াবলৈ চেষ্টা কৰিছো। ইয়াৰপৰা আমাৰ সাহিত্যবোৰৰ সমৃদ্ধি বঢ়া নাই বুলি কোৱাষাৰ মিছা কথা হব কিন্তু সাহিত্য-কৰ্ম পৰমুখাপেক্ষী হোৱাত সাহিত্যকাৰসকলৰ আত্ম-প্ৰত্যয় আৰু মুক্তচিন্তাৰ উন্মেষত বাধা ঘটিছে। গোটেই পৃথিবীৰ সুধীজনৰ মনত তোলপাৰ লগাবপৰা আধুনিক সাহিত্যকৃতি ভাৰতীয় সাহিত্যবোৰত কেইখন? আমাৰ ভাষাৰ শ্ৰেষ্ঠ বোলা উপন্যাস বহুতো ইউৰোপীয় ভাষালৈ অনুবাদ কৰা হৈছে, কিন্তু সেইবোৰে ইউৰোপীয় ৰসজ্ঞক চমৎকৃত কৰিবপৰা নাই। তেওঁবিলাকে তাত তেওঁলোকৰ উপন্যাসৰে ছায়ামূৰ্ত্তিৰ বাহিৰে একো বিশেষত্ব বিচাৰি নাপায়। এনে কাৰণতে কিছুদিন আগতে এজন বিদেশী সমালোচকে আধুনিক ভাৰতীয় সাহিত্যৰ বিষয়ে কওঁতে কৈছিল— Indian literature today is an echo and not a voice. বৰ্ত্তমান কালৰ ভাৰতীয় সাহিত্য স্বভাৱতে ওলোৱা কণ্ঠধ্বনি নহয়, প্ৰতিধ্বনিহে। ইংলণ্ড আমেৰিকাই যে আমাক একোটা 'ইজম্' দিব লাগে আৰু তাকে স্কুলীয়া ছাত্ৰৰদৰে 'কপি' কৰিব লাগে, আমি কিয় এটিও 'ইজম্' দিব নোৱাৰোঁ যাক ইংলণ্ড, আমেৰিকায়ো নিজৰ নিজৰ সাহিত্যত প্ৰয়োগ কৰিবলৈ আগ্ৰহেৰে হাত পাতিব? ভাৰতীয় মেধা কোনো কালেই পৰি মৰা নাছিল আৰু আজিও নহয়, কেৱল আত্মপ্ৰত্যয়হীনতাৰ চাৱনি এটাই আমাৰ প্ৰখৰ মেধাকো আচ্ছন্ন কৰি থৈছে। এই কথা কেৱল সাহিত্য কিয় বিজ্ঞান, চিকিৎসা, নিৰ্ম্মাণবিদ্যা, সকলোতে সজা।

ৰাজনৈতিক স্বাধীনতা পোৱাৰ পিছতো মনটো স্বাধীন আৰু স্বপ্ৰকাশ হবলৈ সময় লয়, আমাৰো লেয়ে হৈছে। অদূৰ ভবিষ্যতত সকলো ক্ষেত্ৰতে ভাৰতীয় মন আৰু মেধা স্ব-মহিমা প্ৰোজ্জ্বল হৈ উঠিব। ইয়াত নিৰাশ হবলগীয়া একো নাই।

এই কথা লজ্জভাবে হলেও স্বীকাৰ কৰিব লাগিব যে প্ৰত্যেক ইংৰাজীশিক্ষিত ভাৰতীয়ৰে আৰু লগে লগে অসমীয়াৰো জননী ভাষাৰ উপৰিও ধাত্ৰীভাষাৰূপে ইংৰাজীয়ে আদৰৰ স্থান দখল কৰি আছে। তেওঁলোকৰ সাংস্কৃতিক জীৱনৰ নলে-গলে লগা লগৰীয়া ইংৰাজী আৰু পাশ্চাত্য সাহিত্য। যিসকলে ইংৰাজী শিক্ষাৰ লেওচি স্বভাষা সংস্কৃতৰ অনুশীলন কৰিছে তেওঁলোকৰ সাংস্কৃতিক পোষণৰ উৎস সংস্কৃত, বৈদিক বা পালি-প্ৰাকৃত। এনে অপৰিহাৰ্য্য দশাত পৰি আমি নিৰুপায় হৈ ইংৰাজী সাহিত্যক আদৰ কৰিছোঁ আৰু অসমীয়া সাহিত্যক পুতৌ কৰিছোঁ। পুতৌৰ সম্বন্ধ দৰিদ্ৰৰ লগত আৰু আদৰৰ সম্বন্ধ হয় শক্তিশালীৰে সৈতে। এই নীতিয়ে সাহিত্য ক্ষেত্ৰতো ক্ৰিয়া কৰে। শুনোঁ বুলি অসমীয়া কিতাপ যিমানে কিনে তাতকৈ ইংৰাজী কিতাপ কিনা মানুহৰ সংখ্যা বহুত বেছি। পুতৌৰ ওপৰত বৰ্ত্তি থকা এই অৱস্থাৰপৰা অসমীয়া সাহিত্যক উদ্ধাৰ কৰাৰ উপায় চিন্তিবৰ সময় হ'ল আৰু সেইমতে কাম কৰিবলৈ সামূহিক সংকল্প লৈ আগবাঢ়িবৰ হ'ল। ১৯ শতিকাৰ শেষ ভাগত জোনাকী যুগৰ সাহিত্যিকসকলে নিজৰ সাহিত্যৰ বঢ়া কৰিবলৈ কোঢ়ামুঠীয়া সংকল্প লৈ আগ বাঢ়িছিল। সেই সংকল্প ব্যক্তিৰ মনৰ হলেও সি 'সামান্য আকৃতি' হৈ জাতীয় সংকল্পৰ ৰূপ পৰিগ্ৰহ কৰিছিল। আজি বিংশ শতিকাৰ শেষ ভাগত আমিও একান্ত নিষ্ঠা আৰু অবিচলিত দৃঢ়তাৰে অহা ত্ৰিছ বছৰৰ ভিতৰত অসমীয়া সাহিত্যক মানব-সভ্যতাৰ সৰ্ব্বতোবিসাৰি প্ৰয়োজনীয়তা সাধিবপৰা আৰু একান্ত-দেৱতাৰূপে সেৱা পাবৰ যোগ্য সাহিত্য কৰি গঢ়ি তোলাৰ জাতীয়-সংকল্প গ্ৰহণ কৰিব লাগে। ইয়াৰ কাৰণে অসম সাহিত্য সভাই অনুকূল বাতাৱৰণ সৃষ্টি কৰিব লাগিব, সামূহিক জাগৃতিৰ প্ৰেৰণা বিকীৰণ কৰিব পাৰিব লাগিব। সাহিত্যৰ উন্নতিৰ পথত যিবোৰ অন্তৰায় আছে বা উদ্ভৱ হোৱাৰ আশঙ্কা আছে তাক দূৰ বিদূৰ কৰাৰ উপায় সম্পৰ্কেও আগতীয়া আলোচনা কৰি বাইজ আৰু চৰকাৰক সকিয়াই দিব লাগিব অসম সাহিত্য সভাই। এই অন্তৰায়বোৰৰ দুই চাৰিটা উনুকিয়াই দিয়াৰাৰ প্ৰাসঙ্গিক হব।

অসমীয়া ভাষাৰ এলাকা একমকা, লোকসংখ্যাও তাকৰীয়া, অসমৰ বাহিৰত অসমীয়া ভাষাৰ প্ৰচাৰ নাই, এনে স্থলত এটা লেখত লবলগীয়া সাহিত্য হিচাপে বিশ্বত স্থান পোৱাৰ সম্ভাবনা অসমীয়া সাহিত্যৰ নাই এনে এটা নিৰাশাৰ ভাবে আমাৰ সাহিত্যিকসকলৰ মন কেতিয়াবা জুঁৰ পেলোৱাটো একো অস্বাভাৱিক নহয়। আজিকালি আন সকলো জাতীয়কৰ্ম্মৰ দৰে সাহিত্যৰো এটা বাণিজ্যিক দিশ আছে। তাক উলাই কৰি কল্পনা-জল্পনা কৰিলে আলাসত চাং পতা হব। কিতাপ প্ৰকাশ কৰিলেও তাৰ প্ৰচাৰৰ পৰিসৰ বিস্তৃত নহলে সকলো প্ৰকাশন প্ৰচেষ্টাই শেহত গেঠেলা মাৰেগৈ। অসমীয়া ভাষা কোৱা লোকৰ সংখ্যা তাকৰীয়া, পাঠকৰ সংখ্যা সেই অনুপাতে আৰু তাকৰীয়া, কিতাপ কিনি পঢ়া পাঠকৰ লেখ

ভাতোকেও কম। এনে অৱস্থাত গুৰু বিষয়ৰ ভাঙৰ গ্ৰন্থহে নালাগে, লঘু বিষয়ৰ সৰু কিতাপেই বেচা নাযায়। বেচা নগলে কতিৰ আশঙ্কাত প্ৰকাশকে নছপায়। ছপাবলৈ প্ৰকাশক নাপালে এলাই এথানি কৰিবলৈ পণ্ডিতসকলেই বা লিখি মৰিব কোন দুঃখত! আমাৰ সাহিত্যৰ ক্ষেত্ৰত এনেবোৰ দুৰ্ভাবনাৰ স্থল আছে। পিছে এই অন্তৰায়বোৰ দুৰ্লংঘ্য নহয়।

পৃথিবীত এনে বহুত ভাষা আছে যাৰ এলাকা অসমতকৈ আহল-বহল নহয়, লোক-সংখ্যাও বেছি নহয়, অথচ সেই ভাষাবোৰৰ সাহিত্য যথেষ্ট সমৃদ্ধিশালী আৰু উন্নত বুলি স্বীকৃত হৈছে। পোলেণ্ড, ফিনলেণ্ড, ডেনমাৰ্ক, চুইডেন আদি দেশৰ আয়তন অসমতকৈ কম, সেইবোৰ দেশৰ ভাষা কওঁতাৰ সংখ্যাও ক্ষেত্ৰবিশেষে আমাতকৈ কম। আন ঠাইত উপনিবেশো নাছিল আৰু এতিয়াও নাই। তত্ৰাচ তেওঁবিলাকৰ সাহিত্য আজি বহুত উন্নত। বিশ্ববিদ্যালয়ৰ উচ্চতম মহলা পৰ্য্যন্ত কোনো ভাষাৰ সহায়তা লব নালাগে। তেওঁবিলাকে অইন ভাষা শিকে যদিও সহায়কস্বৰূপেহে। সাহিত্যৰ সকলো দিশতে নিজ ভাষাত মৌলিক গ্ৰন্থ যি আছেই, উচ্চতম গৱেষণাও নিজ ভাষাৰেই চলায়। বিশ্ব-সাহিত্যত স্থান পোৱা লেখকৰ সংখ্যাও কম নহয়। তাকৰীয়া জনসংখ্যাৰে তেওঁলোকৰ দেশবিলাকত যদি সাহিত্যৰ এনে উন্নতি সম্ভৱ হৈছে, অসমীয়া সাহিত্যৰ বেলিকা হতাশ হোৱাৰ কি হেতু থাকিব পাৰে? এই ভাষাবিলাকৰ সাহিত্য সমৃদ্ধ হোৱাৰ গুৰিতে যিবোৰ কাৰণ আছে আমাৰ দেশতো সেই কাৰণসমূহ সৃষ্টি কৰি লব লাগিব। জনসংখ্যাৰ স্বল্পতাই তেওঁলোকৰ সাহিত্যৰ অগ্ৰগতিক আগচিবপৰা নাই যাইকৈ চাৰিটা কাৰণত। সেই কাৰণ কেইটা হ'ল (১) গুণে-পৰিমাণে শিক্ষাৰ ব্যাপক প্ৰসাৰ, (২) মাতৃভাষাৰ মাধ্যমত শিক্ষা দান; (৩) জীৱনৰ অভিজ্ঞতাৰ প্ৰাচুৰ্য্য আৰু (৪) আৰ্থিক উন্নতি।

আমাৰ দেশত এতিয়াও শিক্ষিততকৈ অশিক্ষিত বা অৰ্দ্ধ-শিক্ষিতৰ সংখ্যা বহুত বেছি। স্কুল-কলেজ গাৱেঁ-গাৱেঁ নগৰে-নগৰে স্থাপিত হৈছে, হেজাৰ হেজাৰ ডেকা ল'ৰা সেইবোৰৰপৰা শিক্ষা লাভ কৰি ওলাই আহিছে, তথাপি আমাৰ জনসংখ্যাৰ এটা বৃহৎ অংশৰ পঢ়াশুনাৰ লগত বিশেষ সম্পৰ্ক নাই। আমাৰ শিক্ষা যিখিনি বাঢ়িছে সি কেৱল পৰিমাণতহে, গুণত নহয়। আমাৰ শিক্ষালয়বোৰত শিক্ষা দান (Teaching) কৰা হয় কিন্তু জ্ঞান আহৰণৰ (Learning) অভ্যাস আৰু কৌশল ছাত্ৰই আয়ত্ত নকৰে। তাৰ ফলত শিক্ষালয়ৰপৰা বিদায় লোৱাৰ লগে লগে ডেকাবিলাকে সৰস্বতীলৈকো পিঠি দিয়ে। ছাত্ৰোত্তৰ জীৱনত পঢ়া-শুনাৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰখা শিক্ষিত লোকৰ সংখ্যা আমাৰ সমাজত নিচেই অলপীয়া। বিদ্যা আৰ্জ্জনৰ সময়ত শিক্ষকে যি শিকায় সেয়েই। নিজেই আৰ্জিবলগীয়াকৈ প্ৰয়োজন অনুভৱ কৰিবলৈ ছাত্ৰক দিয়া নহয়। আমাৰ শিক্ষালয়সমূহত অধ্যাপনা আৰু গ্ৰন্থালয়ৰ যোগ, কলেজ আনকি স্নাতকোত্তৰ মহলাতো যিমান থাকিব লাগে সিমান নাই—প্ৰাথমিক মাধ্যমিকৰ বেলিকা কা কথা! পৰিণাম স্বৰূপে ছাত্ৰ-জীৱনত পাঠ্যপুথি বা তাৰো চমু সংস্কৰণক অতিক্ৰম কৰি জ্ঞানৰ অন্বেষণ কৰাৰ অভ্যাস আৰু যোগ্যতা পিছৰ জীৱনত নথকা হয়। আমি কৈ

অহা দেশবোৰত জ্ঞানান্বেষণৰ অভ্যাস প্ৰাথমিক পৰ্য্যায়ৰপৰাই ল'বাক কৰিবলৈ শিকায়। তাৰ ফলত স্বয়ং-শিক্ষা আৰু জ্ঞান আহৰণৰ কাৰণে অধ্যয়নৰ হেঁপাহ আৰু অভ্যাস উত্তৰ-জীৱনলৈকে থাকি যায়। পাঠকশ্ৰেণীৰ সংখ্যাও সেইদেখি সেইবোৰ দেশত সৰহীয়া। আমাৰ অসমতো শিক্ষাৰ প্ৰসাৰ লাগে। শতকৰা এশজন শিক্ষিত হব লাগিব, কিন্তু প্ৰত্যেকজন শিক্ষিত ব্যক্তিয়েই অসমীয়া সাহিত্যৰ আগ্ৰহশীল পাঠক হবও লাগিব। এই উদ্দেশ্য আগত ৰাখি আমাৰ শিক্ষাক কঁটিয়াই দিয়া জ্ঞানতে আৱদ্ধ নাৰাখি জ্ঞান আহৰণৰ কৌশল, অভ্যাস আৰু প্ৰয়োজনীয়তাৰ উপলব্ধিৰে ফলপ্ৰসূ কৰিবলৈ প্ৰাথমিক বিদ্যালয়ৰপৰা ব্যৱস্থা কৰিব লাগিব। এই পদ্ধতি সফল কৰিবলৈ হলে শিশু-সাহিত্য আৰু কিশোৰ-সাহিত্যৰ ওঁৰাল টনকিয়াল কৰিবলৈ বিশেষ আঁচনিৰ প্ৰয়োজন হব।

সদসদ্-বিচাৰক্ষম পাঠকসমাজৰ সংখ্যাবিপুলতাৰ ওপৰত আধুনিক সাহিত্যৰ বাচন আৰু গুণ নিৰ্ভৰ কৰে, কিন্তু লঘু-সাহিত্য পঢ়োঁতাবো সাহিত্যত আওপকীয়া অবদান নিচেই কম নহয়। সংস্কৃত সাহিত্য বিস্তাৰ প্ৰাচীন আচাৰ্য্য বামণে পাঠক সমাজক দুটা শ্ৰেণীত গোষ্ঠীভুক্ত কৰিছে—সতৃণাভ্যৱহাৰী আৰু অৰোচকী। প্ৰথমবিধ সতৃণভোজী অৰ্থাৎ যিহকে পায় জাবৰে-জোথৰে গাল মাৰি খয়। দ্বিতীয় বিধক একোৱেই সতকাই হুকচে, একোৱেই সোৱাদ লগাব নোৱাৰে। তৃতীয় শ্ৰেণীৰ বিষয়ে বামণে সূচনাহে দিছে, কোনো নাম দিয়া নাই। তেওঁলোক সদসদ্-বিচাৰক্ষম, ভাল-বেয়া বাচি ভালৰ ভালটোহে গ্ৰহণ কৰে। বামণৰ মতে অৰোচকীজনৰ বাচ-বিচাৰ আছে গতিকে সময়ত গৈ তেওঁ বিচাৰক্ষম পাঠক হবগৈ পাৰে। অসমীয়াত এই তিনি শ্ৰেণীক সনাহী, সোগোনা আৰু সোন্দোৰা-খোৰা এই তিনটা নামেৰে বৰ্ণাব পাৰি। সনাহীয়ে যি পাই একালৰপৰা দকচি নিয়ে, সোগোনাৰ ইটো নাখাওঁ, সিটো ভাল নাপাওঁ বোলোতে একোতে ৰতি নবহে। সোন্দোৰা-খোৰাই ভালৰ ভাল সুগন্ধিটোহে গ্ৰহণ কৰে। সাহিত্য ক্ষেত্ৰত এই তিনিও শ্ৰেণী পাঠকৰে প্ৰয়োজন আছে। সতৃণ-ভোজী বা সনাহী পাঠকৰপৰাই সাহিত্য প্ৰচাৰৰ প্ৰাথমিক ক্ষেত্ৰ তৈয়াৰ হয়। কোনো হাবি সুক-সুৰা গছনি নোহোৱাকৈ কেৱল বনস্পতি বৃক্ষৰেই জোৰা হৈ নাথাকে। সৰু গছৰ জাবনিৰ মাজতে এপুৰা মাটি জোৰা বৰ গছ বাঢ়ি উঠে। লঘু সাহিত্যৰ সতৃণভোজী পাঠককো সেইদেখি অৱজ্ঞা কৰিব নালাগে। ৰোমাঞ্চকৰ গল্প, হত্যাকাহিনী, বোলছবিৰ নায়ক-নায়িকাৰ জীৱন-কথা, কল্পনাময় প্ৰেমৰ কাহিনী ইত্যাদি বিষয়ৰ সস্তীয়া কিতাপবোৰে এক শ্ৰেণীৰ পাঠকৰ সৃষ্টি কৰে, সমাজত কিছুমান মানুহৰ পঢ়াৰ অভ্যাস এটা আনি দিয়ে। সামূহিক পুথিভঁৰালবিলাকও এইবিধ পাঠকৰ পোষকতাতে প্ৰধানকৈ বৰ্ত্তি থাকে। পিছে এনে পাঠকেই ক্ৰমে গৈ অন্য বিষয়ৰ গুৰু-সাহিত্যবো ভক্ত হয়। লঘু-সাহিত্যৰ উত্তৈনদী হোৱাটো সাহিত্যৰ উন্নতিপথৰ হানিকৰ যি নহয়েই বৰং সেইবিধ সাহিত্যই উচ্চতৰ সাহিত্য বাঢ়ি উঠাত সাৰ-জাবৰহে দিয়ে। গছৰ পাত সৰি সেই গছকে সাৰ দিয়াৰ দৰে এই লঘু-সাহিত্যবোৰ যথাকালত লোপ পায় কিন্তু নিজ কায় সাধি সাহিত্য-বৃদ্ধিলৈ কেৱলমন সাৰথা কৰিছে নিজৰ

অস্তিত্ব বিলোপ কৰে। লঘুপাঠ্য সাহিত্যৰ নামত নাক কোঁচোৱা উচিত নহয়, আৰু বাঢ়িবলৈ দিব লাগে। হাবিৰ সৰু-সুৰা গছৰ দৰে সি অল্প কালতে মৰি সাৰ-জাবৰ হয়গৈ, তাৰ কাৰণে চিন্তা কৰাৰ সকাম নাই।

সুখৰ বিষয়, সাহিত্য-সমৃদ্ধিৰ দ্বিতীয় কাৰণ উচ্চতম মহলাতো মাতৃভাষাক শিক্ষা-মাধ্যমৰূপে বৰণ কৰাৰ প্ৰয়োজনীয়তা আজি সৰহভাগ শিক্ষা-শাস্ত্ৰীয়েই উপলব্ধি কৰিছে। বিশ্ববিদ্যালয়সমূহে নীতিগতভাৱে তাক স্বীকাৰ কৰি লৈছে। অসমতো ১৯৭২ চনৰপৰা প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীত অসমীয়া ভাষাৰেই শিক্ষা দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে আৰু তাৰবাবে প্ৰস্তুতি চলি আছে। প্ৰবেশিকা স্তৰত অসমীয়া ভাষাৰ মাধ্যম আৰম্ভ কৰাৰ প্ৰায় দেৰকুৰি বছৰৰ পিছত তাৰ পাছৰ খলপাত অসমীয়াৰ প্ৰবেশ ঘটিল। এইদৰে যদি বি-এ মহলাত, বিজ্ঞান আৰু কাৰিকৰী বিভাগত সোমাবলৈ অসমীয়া ভাষাই আৰু ত্ৰিছ বছৰকাল বাট চাব লগা হয় তেনেহলেই আধ্যা। প্ৰাক্‌বিশ্ববিদ্যালয়ত অসমীয়া মাধ্যমত পঢ়ি যোৱা ছাত্ৰই বি-এ মহলাত গৈ যেন ইংৰাজীলৈ মুখ সলাব নহয় এনেভাৱে বি-এ মহলাৰ পাঠ্য প্ৰস্তুতিও এতিয়াৰপৰা আৰম্ভ হব লাগে। মাজত সুৰুঙা পৰিলেই উৎসাহ মোলান পৰে আৰু কামত শিথিলতাই দেখা দিয়ে।

জীৱন-ধাৰাৰ বৈচিত্ৰ্য আৰু অভিজ্ঞতাৰ প্ৰাচুৰ্য্য সাহিত্যৰ, বিশেষকৈ বস্তুধৰ্মী সাহিত্যৰ আধাৰভূমি। এই সমাজৰ আৰ্থিক উদ্যম আৰু প্ৰাকৃতিক পৰিবেশৰ ওপৰত এই বৈচিত্ৰ্য আৰু অভিজ্ঞতাপ্ৰাচুৰ্য্য নিৰ্ভৰ কৰে। সাহিত্যৰ সমল আৰু বিবিধতাই পোহ লয় এই বৈচিত্ৰ্য আৰু প্ৰাচুৰ্য্যৰপৰা। ব্যক্তি আৰু সমাজৰ অনুভৱ বিবিধ প্ৰবাহেদি উপচি পৰিলে সি সাহিত্যৰ মাজেদি ভেটা ভাঙি সাধাৰণীভূত হয়, সাহিত্য উন্নতিৰ বাটত আগবাঢ়ে। অসমীয়া জীৱনত সেই বৈচিত্ৰ্য আৰু বিবিধতাৰ সুযোগ অলপীয়া। দেশত উদ্যোগ বিস্তাৰ আৰু জীৱনযুদ্ধ কঠোৰ হোৱাৰ লগে লগে আগতকৈ এই সুযোগৰ পৰিসৰ বাঢ়িছে কিন্তু সাহিত্যত তাৰ উপযোগ এতিয়াও লেহেম গতিৰে হোৱা যেন লাগে। আমাৰ সমাজৰ পৰিবৰ্ত্তন, নতুন আদৰ্শৰ সংঘাত, বহুসংখ্যক গোষ্ঠী জীৱনৰ বিবিধতা আৰু যুগ-সন্ধিৰ বিচেষ্টা সাহিত্যৰ আপুৰুগীয়া সমল হব পাৰে। এইবোৰলৈ সফল দৃষ্টিপাত কৰা সাহিত্যিকৰ সংখ্যা আঙুলি মূৰতে লেখিবপৰা হৈ আছে। এই কথা স্বীকাৰ কৰিব লাগিব যে কেতিয়াবা জাতি একোটাৰ সৌভাগ্যবলত একোজন ক্ষণজন্মা পুৰুষৰ আবিৰ্ভাব হয় যাৰ ক্ৰান্তদৰ্শিতাই বাস্তৱ অভিজ্ঞতালৈ অপেক্ষা নকৰে। সাগৰৰ পাৰত বহি, ঘৰৰ ভিতৰত সোমাই থাকি বা তপোবনত আসন পাতিও তেনেজন পুৰুষে বাটৰ ডুবৰি বনৰপৰা স্বৰ্গৰ বতৰালৈকে দি যায়। পৃথিৱীত তেনে ঘটনা সদায় সৰ্ব্বত্ৰ নঘটে, তাৰ কাৰণে প্ৰাৰ্থনা কৰিব পাৰোঁ, আশা পালি বহি থাকিব নোৱাৰোঁ। সৰহভাগ মানুহৰে অলপৰ সহায়ত্তাৰে বহুত দেখাৰ ক্ষমতা নাথাকে, তেওঁলোকে বহুৰ সহায়তা লৈ অলপ কৰ পৰাৰ যোগ্যতা আৰ্জ্জন কৰিব পাৰে। এতেকে সাহিত্যৰ গৌৰৱ আৰু সমৃদ্ধিৰ কাৰণে বহুপ্ৰকাৰ অভিজ্ঞতাৰ দৰ্কাৰ। এই অভিজ্ঞতা কোনেও কিন্তু

বুলি বিয়াই দিব নোৱাৰে। জাতীয় জাগৃতি আৰু উদ্যমৰ বলত ব্যক্তিৰ জীৱনলৈ সি আপোনা-আপুনি আহে। প্ৰকৃত কথা হ'ল সেই অনুভূতি আৰু অভিজ্ঞতাক সাঁচনীয়া কৰি ৰখাৰ আগ্ৰহ আৰু তাক ব্যক্ত কৰাৰ কৌশল আয়ত্ত কৰাৰ ওপৰতে সেইবোৰৰ সদুপযোগ নিৰ্ভৰ কৰে। সাহিত্যিক নামৰ এটা স্বকীয়া শ্ৰেণী থকাটো বাঞ্ছনীয় নহয়। জীৱনৰ সকলো ক্ষেত্ৰতে সাহিত্যিক পুৰুষ লুকাই থাকে। পৃথিৱীৰ খ্যাতনামা সাহিত্যিকসকলৰ জীৱন-বৃত্তান্ত আলোচনা কৰিলে এই কথাৰ সত্যতা ধৰা পৰিব। অসমতো সাহিত্যচৰ্চ্চাৰ আগ্ৰহে সকলো ক্ষেত্ৰতে সকলো জনকে আকৰ্ষিত কৰক, ঘটা কঁথাতো লোপ গুলাব।

আমাৰ প্ৰকাশন উদ্যোগৰ চালুকীয়া অৱস্থা আৰু অসংগঠিত স্থিতিও অসমীয়া গ্ৰন্থৰ প্ৰচাৰ-স্বল্পতাৰ কাৰণে কিছু পৰিমাণে দায়ী। তথাপি এতিয়ালৈকে যিখিনি হৈছে তাত অসমৰ ন-পুৰণি প্ৰকাশন প্ৰতিষ্ঠানসমূহৰ অমোল অৱদানৰ কথা আমি সশ্ৰদ্ধচিত্তে সুঁৱৰিব লাগিব। বৰ্ত্তমান অসংগঠিত আৰু পৰস্পৰ সহযোগহীন প্ৰকাশক আৰু গ্ৰন্থবিক্ৰেতাসকলে সংগঠিত হৈ পাৰস্পৰিক সহযোগিতাৰ ক্ষেত্ৰ বহলাই ললে বহুত সুফল আশা কৰিব পাৰি। আজি গুৱাহাটীতে প্ৰকাশিত হোৱা গ্ৰন্থ এখন পাঠ্য নহলে প্ৰকাশকৰ দোকানৰ বাহিৰে আন দোকানত বিচাৰিলে কেতিয়াবা পোৱা নাযায়, ডিব্ৰুগড বা তিনিচুকীয়াত সেই গ্ৰন্থ চলাথ কৰিলেহে যদি কদাচিত পোৱা যাব। তেজপুৰত যদি কিবা কিতাপ প্ৰকাশিত হৈছে যোৰহাটৰ পাঠকে সতকাই তাৰ খবৰ পাবলৈ কোনো সঁজুলি নাই। নিয়মিত তালিকাও কেইঘৰমান প্ৰকাশকেহে ছপাই বিতৰণ কৰে। গ্ৰন্থবিক্ৰেতাৰ তেনে তালিকা হাততপৰা মনতে নপৰে। ইয়াৰ উপৰিও ব্যক্তিগত প্ৰকাশনৰ সংখ্যাও আমাৰ নিচেই কম নহয়, সেইবোৰৰ প্ৰাপ্তিস্থান বিচাৰি উলিওৱা সহজ কথা নহয়। গ্ৰন্থ প্ৰচাৰৰ এই দুৰ্দ্দশা গুচাবলৈ প্ৰকাশক, গ্ৰন্থ-বিক্ৰেতা আৰু গ্ৰন্থকাৰৰ মাজত সহযোগিতা আৰু সংগঠনৰ বাহিৰে আন উপায় নাই। অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনত প্ৰকাশন-প্ৰতিষ্ঠান আৰু গ্ৰন্থ বিক্ৰেতা-সকলে সক্ৰিয় ভাগ লব পৰা কিবা ব্যৱস্থা কৰিব পাৰি নেকি ভাবি চাব লাগে। প্ৰতিষ্ঠান সদস্য ( Institutional member ) বুলি এবিধ সদস্যৰ স্বীকৃতি সভাৰ নিয়মাৱলীৰ ভিতৰুৱা কৰিব পাৰি নেকি চিন্তা কৰি চোৱা উচিত। সেয়ে হলে প্ৰত্যেক স্বীকৃত প্ৰতিষ্ঠানে এটা নিৰ্দ্দিষ্ট বাৰ্ষিক বৰঙণি দিব, নিৰ্দ্ধাৰিত সংখ্যাত প্ৰতিনিধি পঠাব পাৰিব। ইয়াৰ ফলত সাহিত্যিক, গ্ৰন্থকাৰ, প্ৰকাশক আৰু বিক্ৰেতাৰ বছেৰেকীয়া ঘনিষ্ঠ যোগাযোগৰ সুযোগ মিলিব। তেওঁবিলাকে গোট খাই নিজৰ সমস্যাবোৰৰ সমাধান সম্পৰ্কেও আলোচনা কৰাৰ সুবিধা গুলাব। সাহিত্য সভাৰপৰা এই প্ৰতিষ্ঠানসমূহ আঁতৰি থকাৰ কোনো যুক্তি নাই। প্ৰতিষ্ঠান হিচাপেই স্বীকৃত অংশৰূপে এওঁলোকৰ অন্তৰ্ভুক্তিয়ে সাহিত্য সভাক শক্তিশালীহে কৰিব। নিয়মাৱলী সাল-সলনিৰ সময়ত প্ৰতিনিধিসকলে যথাসময়ত এই বিষয়টো চাবিওদিশ মাৰি ভাবি চাবলৈ অনুৰোধ কৰিলোঁ।

জাতীয় গ্ৰন্থসূচী এখনৰ নিয়মিত প্ৰকাশৰ কোনো ব্যৱস্থা নথকাত আমাৰ বহুত ক্ষতি

হৈছে আৰু অনেক সুবিধাৰপৰা বঞ্চিত হৈছোঁ। মাহেকটোৰ কথাই নকওঁ, বছৰটোৰ ভিতৰত নো কি কি অসমীয়া কিতাপ ওলাইছে তাকে লেখ নাপাওঁ, বিৱৰণৰ কথা দূৰতে। ব্যক্তি গ্ৰাহকৰ নেলাগে, টনকিয়াল গ্ৰন্থালয়বিলাকেও একেলগে বহুত সৰহীয়াকৈ অসমীয়া কিতাপ আনিবলগা হলে তালিকা প্ৰস্তুত কৰিবলৈ গৈ বিমোৰত পৰে। কিছুমান কিতাপ ভুমুকি মাৰিয়ে কাৰ চাওত কেনেকৈ উৰলিছে তাৰ উৱাদিহ পোৱাৰ উপায় নাই। ফলত একোজন শক্তিমান লেখকো পাহৰণিত জাহ যায়। অসমীয়া সাহিত্যৰ কালানুক্ৰমিক আৰু বৰ্গীকৃত প্ৰকাশিত গ্ৰন্থৰ তালিকা আৰু চমু বিৱৰণ একে ঠাইতে পোৱাৰ আৰু তাক বিস্মৃতিৰ গৰাহৰপৰা সকৰাই ৰখাৰ একমাত্ৰ উপায় হৈছে এখন জাতীয় গ্ৰন্থ-সূচীৰ বছেৰেকীয়া সংকলন নিয়মিতভাৱে যুগুত কৰা আৰু প্ৰকাশ কৰা। ডাঙৰ ডাঙৰ সাহিত্যত এনে সূচী মাহেকে মাহেকে ওলায়। আমাৰ সিমান নেলাগে, বছেৰেকত এখনকৈও চমু বিৱৰণ সহ গ্ৰন্থ-সূচী ওলালেও সম্প্ৰতে কাম চলিব। অন্য দেশত এই গুৰুত্বপূৰ্ণ সাহিত্য-কৰ্ম্মটো জাতীয় গ্ৰন্থালয় অথবা গ্ৰন্থালয়-সন্থাৰ দায়িত্বত থাকে। অসমত ৰাজ্যিক গ্ৰন্থালয় আছে আৰু গ্ৰন্থালয়-সন্থা এখনো চুচৰি বাগৰি চলি আছে, কিন্তু বৰ্ত্তমান অৱস্থাত জাতীয় গ্ৰন্থ সূচী প্ৰণয়নৰ ভাৰ এওঁলোকৰ ওপৰত জাপি দিয়া উচিত নহব। অসম সাহিত্য সভাই এই ভাৰ সম্প্ৰতিকে বহন কৰিব লাগিব, সময়ত তাক আন সংস্থালৈ হস্তান্তৰ কৰাৰ চিন্তা কৰিবপৰা যাব। অসম সাহিত্য সভা পত্ৰিকাৰ প্ৰবন্ধকেইটা আন ঠাইতো প্ৰকাশ কৰিবপৰাৰ সুবিধা আছে। বৰ্ত্তমান চলি থকা মাহেকীয়া আলোচনী কেইখনে সেই কাম কৰিব পাৰিব। সভাৰ পত্ৰিকাখন তিনিমহীয়া নকৰি যদি কিছু বৃহদাকাৰে বাৰ্ষিক কৰে আৰু তাৰ এটা বিভাগ বছেৰেকটোৰ গ্ৰন্থ-সূচীৰ কাৰণে ৰখা হয় তাৰপৰা বেছি উপকাৰ হব বুলি আশা কৰিব পাৰি। বছৰৰ আৰম্ভণিৰেপৰা যদি প্ৰকাশকসকলৰ লগত যোগাযোগ কৰা হয় আৰু প্ৰকাশকসকল যদি প্ৰতিষ্ঠানৰ সদস্যৰূপে সাহিত্য সভাৰ অন্তৰ্ভুক্ত থাকে তেনেহলে এইটো একো টান কাম নহব। লগতে প্ৰত্যেক নতুন প্ৰকাশনৰ একো কপি যদি সাহিত্য সভাৰ সংৰক্ষণ পুথিভঁৰালৈ আহে তেনেহলে আৰু ভাল কথা হয়। এতিয়াৰপৰাও যদি আৰম্ভ কৰোঁ একবিংশ শতিকাৰ প্ৰাৰম্ভত আমি অসমীয়া সাহিত্যৰ অগ্ৰগতিৰ চমু কাহিনী এটা চকু ফুৰাই চাব পৰাকৈ পাম। অলপতে মোৰ ব্যক্তিগত সূচনি আৰু অনুৰোধত অধ্যাপক ভগবান মড়লে ১৯৬৯ আৰু ১৯৭০ চনত প্ৰকাশিত অসমীয়া গ্ৰন্থৰ বৰ্গীকৃত সূচী এখন যুগুত কৰিছে। এই বছৰ সাহিত্য সভাই তাকো প্ৰকাশ কৰিব পাৰে।

অসমীয়া সাহিত্যৰ উদ্গতিৰ আন এটা প্ৰধান অন্তৰায় হৈছে আপোন বুলিবপৰা ৰাজধানী এখন নোহোৱাকৈ বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ কাল কটোৱাৰ জাতীয় দুৰ্ভাগ্য অসমীয়াই বহুত কাল ভোগ কৰিবলগা হ'ল। কোচবিহাৰ আৰু গড়গাওঁ নিজম পৰাৰ পিছত "কথা ভনি ভল বাওঁ" বুলি গৌৰব কৰিবপৰা গাতে লাগি থকা ৰাজধানী এখন অসমীয়াই নাপালে। তাকো নাপালে কেতিয়া? যেতিয়া গোটেই ভাৰতত ইংৰাজ আমোলৰ প্ৰথমচোৱাত নতুন সংস্কৃতি সমাগমৰ বতাহ বলিছিল। সেই সময়ত একোখন ৰাজধানীৰ আশ্ৰয় আৰু পোষণে

কেইবাটাও প্ৰাদেশিক ভাষাৰ সাহিত্যক অভাবনীয় উত্তম আৰু সাফল্যৰ কালে আগবঢ়াই নিছিল। সেই কালছোৱাত অসমীয়া ভাষাই যুঁজ কৰিবলগীয়া হৈছিল নিজৰ অস্তিত্ব আৰু দখল লৈ। অস্তিত্ব প্ৰতিপন্ন কৰি নিজ স্বত্ব ঘূৰাই পোৱাৰ পিছতো সৰ্ব্বসুযোগযুক্ত ৰাজধানীৰ অভাৱত নিজ শকতিৰে বতাহ বৰষুণ চন্তালি দুৰ্ব্বলবৃন্ত ফুলৰ দৰে তিষ্ঠি থাকিল। ৰাজধানীৰ সুযোগ-সুবিধা নোপোৱা সাহিত্য আৰু দুৰ্ব্বলবৃন্ত ফুলৰ দশা একেটাই। পৃথিবীৰ সমৃদ্ধ সাহিত্যৰ বুৰঞ্জীত একোখন ৰাজধানী-চহৰৰ দান অতুলনীয়। ইংৰাজী সাহিত্য আৰু লণ্ডন, ফৰাচী-সাহিত্য আৰু পেৰি, ৰুচ-সাহিত্য আৰু মস্কো, নিচেই চুবুৰীয়া বঙলা-সাহিত্য আৰু কলিকতাক পৃথক কৰি সেইবিলাক সাহিত্যৰ বুৰঞ্জী লিখাৰ উপায় নাই। এই সাহিত্যবিলাকৰ উন্নতিৰ পথত ৰাজধানী-চহৰবোৰৰ সুযোগ-সুবিধাই অশেষ বৰঙণি যোগাই আহিছে। এই ৰাজধানী-নগৰবোৰেই সমগ্ৰ জাতীয় জীৱনৰ পোহৰ কেন্দ্ৰীভূত কৰি প্ৰতিফলিত কৰে। এইটো কেৱল আধুনিক কালৰ কথাই নহয়, প্ৰাচীন কালতো একোটা সাহিত্য আৰু সংস্কৃতিয়ে এনেকৈ একোখন মহানগৰীক আশ্ৰয় কৰি আপোন মহিমা বিস্তাৰ কৰিছিল। বৰ্ত্তমান অসমীয়া সাহিত্যয়ো উন্নতিৰ কাৰণে পৰমাশ্ৰয় স্বৰূপ অনুকূল পৰিবেশৰ ৰাজধানী এখন পাব লাগে। এইটো আবেদন নহয়, প্ৰাপ্য স্বত্বৰ উদ্‌ঘোষণা।

ইমান কালৰ মূৰত মনোমত ৰাজধানী এখন পতাৰ সুযোগ কণা বিধাতাই আমাক দিছে। এই সুযোগ আমাৰ নিজৰ আৰ্জ্জন নহয়, কালৰ ফেৰত পৰিস্থিতিৰ টনা-আঁজোৰাত আপোনা-আপুনি আমাৰ সন্মুখত উপস্থিত হৈছেহি। তাৰ যদি সদুপযোগ নকৰি জোৰা-টাপলি ব্যৱস্থাৰে পাল মৰাৰ চেষ্টা কৰোঁ আজিৰ চাম নেতৃত্বৰ কালিলৈ কুখ্যাতি থাকিব। মুঠতে আমাক বাৰে-মিহলি বসতিৰে ভৰা অসমীয়াৰ সংখ্যা-প্ৰাধান্য নথকা ৰাজধানী নালাগে। পুৰণি নগৰৰ নেগুৰৰ দৰে উপকণ্ঠত পতা চৰকাৰী পাম এখনেও আমাৰ কোনো কাম নাসাধে। আমাক লাগে জাতীয় সাধনাৰ সহস্ৰাৰ চক্ৰ স্বৰূপ, অসমীয়াত্বৰ পূৰ্ণ প্ৰতিফলন হবপৰা এখন ৰাজধানী। ৰাজধানীৰ বিষয়টো থলুৱা আবেগৰ আচ্ছন্নদৃষ্টিৰে বিচাৰ কৰি চোৱা কথা নহয়। অসম আৰু অসমীয়াৰ ৰাজধানীৰ উপৰিও সাহিত্য আৰু সংস্কৃতিৰ পৰমাধিষ্ঠানৰূপ নগৰখন ক'ত কিৰূপে হব লাগে, ভৱিষ্যৎ অসমৰ নাভিকেন্দ্ৰ ক'ত হলে ৰাজশক্তি, প্ৰজাশক্তি আৰু তাৰো মূলাধাৰ সাহিত্য সংস্কৃতি আৰু জ্ঞানৰ সাধনবোৰে পৰমাশ্ৰয় পাব, তাক থলুৱা স্বাৰ্থৰ কাবেঙিও নোযোৱাকৈ সুস্থ বুদ্ধিৰে আৰু দূৰদৰ্শিতাৰে স্থিৰ কৰিব লাগে। এঠাইত কোনোবা চুকত টিপা মাৰিলেই টলকতে তাৰ শিপা গৈ গড়গাওঁ পোৱা বিধৰ ৰাজধানী এখনে পক লওঁতে বিছ পচিশ বছৰ লাগে। আজি পতা ৰাজধানীৰ মহিমা ফুটি উঠিব একবিংশ শতিকাৰ আৰম্ভকালত। সেইদেখি অসমৰ ৰাজধানীৰ স্থাননিৰ্ব্বাচন আৰু নিৰ্ম্মাণত আজিৰ চাম নেতৃস্থানীয় লোকৰ সূক্ষ্ম দূৰদৰ্শিতা আৰু যুগোপযোগী পাৰদৰ্শিতাৰ অভাৱ নহব বুলি আশা কৰিছোঁ। অসমত অসমীয়া ৰাজধানীৰ বিষয়টোক দিবলগীয়া গুৰুত্ব আমি এতিয়াও দিয়া নাই, পিছত মুহূৰ্ত্ত পাৰ হৈ গলে মূৰ-কপাল খুন্দিয়াই মৰিলেও ভুল সিদ্ধান্তৰ প্ৰতীকাৰ কৰা সম্ভৱ হৈ নুঠিব। অসমীয়া ভাষা-সাহিত্য

আৰু সংস্কৃতিৰ মূলাধাৰৰূপ, অসমীয়াৰ আশা-আকাঙ্ক্ষাক ৰূপ দিবপৰা এনে এখন ৰাজধানীৰ স্থান নিৰ্ণয়ৰ বিষয়টোক কেইজনমান বিষয়াৰ প্ৰতিবেদন, কেইগৰাকীমান মন্ত্ৰীৰ অভিমত বা অসমীয়া স্বাৰ্থবিৰোধী কেইখনমান চতুৰ যুক্তিৰ স্মাৰক পত্ৰৰ ওপৰত নিৰ্ভৰ কৰা সিদ্ধান্তলৈ এৰি দিব নোৱাৰি। আমাৰ সাহিত্য সভালো এই বিষয়ে ভাবিবলগীয়া আৰু কৰলগীয়া আছে, তাকে সকলে কালে আমাক শুধাই নেৰিব। এইবেলিৰ অধিবেশনে এই বিষয়টো খৰচি মাৰি চিন্তা কৰক, প্ৰয়োজন হলে কেইজনমান অভিজ্ঞলোকৰ উপসমিতিয়ে বিষয়টো সকলো দিশৰপৰা পৰ্থিয়াই বিচাৰ কৰি চাওক আৰু সিদ্ধান্তৰ কথা চৰকাৰক বেকত কৰক। তালৈকে আলম-বিলম্ব কৰিলে কোনোবা ফেচুলুকাই মইহে ৰজা বুলি আসন অধিকাৰ কৰিলে সততকাই হেচুকি আঁতৰোৱা টান হব। এই কথাও মনত ৰাখিব লাগিব, ৰাজনীতি সাহিত্য-সভাৰ উপজীব্য নহয়, সভাই ৰাজনীতি গাব বা কৰিব নোখোজেও, কিন্তু আজি অসমৰ ৰাজধানীৰ প্ৰশ্ন কেৱল ৰাজনীতিৰে সমাধান কৰিবলৈ গলে আমাৰ ঠগণ খাবলৈ আছে। ভাষা-সাহিত্য-সংস্কৃতি আৰু শিক্ষা-সভ্যতাৰ ফালৰপৰাও ই পূৰ্ণ প্ৰণিধান পাবলগীয়া বিষয়।

অসমীয়া ভাষা-সাহিত্যৰ আকাশত আৰু এচটা কলা-ডাৱৰৰ ঘিটিঙনি মাজে মাজে কাণত পৰিছে। অসম নামৰ ৰাজনৈতিক ভূখণ্ড সঙ্কুচিত হৈ হৈ ব্ৰহ্মপুত্ৰ উপত্যকাতহে আমাৰ খোপনি বৈছেগৈ। এই খোপনিকো লৰাবৰ কাৰণে প্ৰকাশ্য আৰু তলখুচুৰীয়া চেষ্টা চলি থকাৰ কথা আমাৰ ভিতৰত নজনা কেও নাই। চাৰিওফালৰপৰা পৃথক ৰাজ্যৰ কাৰণে নোহোৱা নোপজা হুক উপস্থাপিত হৈছে। উজনি অসমৰ টাই-মঙ্গোল আন্দোলন, গুৱালপাৰাৰ কমতাপুৰ ৰাজ্যৰ কল্পনা, ব্ৰহ্মপুত্ৰৰ উত্তৰ অঞ্চলত পৃথক জনজাতীয় ভূমিৰ দাবী উত্থাপন, এইবোৰ পৃথক অস্তিত্ব বিলাসৰ পৰিকল্পনাৰ কথা সকলোৱেই জানে। গুৱালপাৰা জিলাৰ সীমান্ত থানা কেইখনমান গোট খুৱাই পৃথক জিলা এখনৰ পৰিকল্পনা এটাও উমনিত পৰিছে। এই কথা সদৰী হৈ পৰা নাই যদিও ভু বাখোঁতাই নজনাকৈ থকা নাই। এই পৃথক অস্তিত্ব-বিলাসে যদি ৰাজনৈতিক দুৰভিযান মাত্ৰ হৈ নাথাকি বাস্তৱ ৰূপলৈ মোট সলায় তেনেহলে এই খণ্ড খণ্ড ৰাজ্যবোৰত আৰু জিলাত অসমীয়া ভাষাৰ স্থান কি হবগৈ সন্দেহ কৰিবলৈ যথেষ্ট কাৰণ আছে। ঢোটোকে বৌটো পাতি বিভীষিকা-পূৰ্ণ চিত্ৰ এটা দাঙি ধৰাৰ কোনো কু-অভিসন্ধি আমাৰ নাই। সাময়িক বা-বতাহ তলে-তলে কোনফালে বলিছে অলপ মন কৰিলেই ধৰিব পাৰি। পাকিস্থানৰ কল্পনা পোনতে ঢৌ এটাহে আছিল, সেয়ে গৈ বৌ হ'লগৈ। নগা-ভূমিৰ কল্পনাৰূপ তিলটোৱেই পিছত তাল হৈ থিত দিলে। গতিকে "ক্ষুদ্ৰোঽপি নাৱমন্তব্যঃ" চাণক্য মহামন্ত্ৰীৰ এই অমূল্য নীতি আজিও সাৰুৱা আৰু কাজুৱা হৈ আছে। বিশেষকৈ ভাৰত চৰকাৰে আৰু অসম চৰকাৰে এক চিকুট মাটিও পাৰ নোৱাৰে বুলি প্ৰথমতে ফোৰোহণি মাৰে, পিছত যুজং দেহি বুলি বাজু পাতিলেই স্থৰ-স্থৰকৈ এক যোজন ভূমি এৰি দি পিঠিত হাত বুলায়। সেইদেখি বিধাতাই দিয়া ব্ৰহ্মপুত্ৰ ভূ-ভাগ অসমীয়া ভাষাৰ অখণ্ড এলাকাৰূপে ৰাখিবলৈ হলে জাগি থোৱাৰ আৱশ্যকতা সময় থাকোতেই উপলব্ধি কৰাটো ৰাচি থকাৰ লক্ষণ হব। এই পৃথক অস্তিত্বকামী

প্ৰকল্পবোৰে কাৰ উচটনিত ৰূপ লৈছে, কাৰ স্বাৰ্থসিদ্ধিৰ সম্ভাৱনাই জড়িত মহলক দিশ-কণা কৰিছে, কোন বিদেশী ৰাষ্ট্ৰৰ সূক্ষ্ম হস্তাৱলেপে এই আলোড়নবোৰৰ উৎসাহ বঢ়াইছে, সেইবোৰ উৰহী গছৰ ওৰ বিচাৰি আমি সাহিত্য-সেৱীসকল হাবাথুৰি খাব নোখোজোঁ। সেইবোৰ জনাৰপৰা আমাৰ বিপদ লঘু নহয়, উদ্বেগৰ গভীৰতাও নকমে। আমি খাবাংখাচ ইমানকে বুজোঁ।—ব্ৰহ্মপুত্ৰ-ভূভাগক আমি খণ্ডিত হবলৈ এৰি দিব নোৱাৰোঁ আৰু নিদিওঁ।

এই সংক্ৰান্তত আমাৰ কৰ্ত্তব্য দুটা হব পাৰে—

(১) প্ৰচাৰ আৰু সৌহাৰ্দ্দ্যপূৰ্ণ আলোচনা আৰু বুজাবুজিৰ মাজেদি এনে পৃথক্-কামিতাৰ গুৰিকথা কি জানিবলৈ চেষ্টা কৰা। যিবোৰ কাৰণত পৃথককামীসকলৰ অসন্তোষ জন্মিছে আৰু অভিমান বা নিৰাশাত আঁতৰি যোৱাকে একমাত্ৰ উপায় বুলি ঠাৱৰ কৰিছে তেনে যুক্তিপূৰ্ণ তথ্যৰ ওপৰত প্ৰতিষ্ঠিত অভাৱ অভিযোগবোৰ অলপ ত্যাগ স্বীকাৰ কৰি হলেও আঁতৰাবলৈ চেষ্টা কৰাটো ৰাষ্ট্ৰৰ কল্যাণ-কামীলোকৰ উচিত কৰ্ত্তব্য হব।

(২) প্ৰথমোক্ত নীতি আৰু কাৰ্য্যপদ্ধতি বিফল হলে প্ৰতিবাদ আৰু অসহযোগৰ বাহিৰে গত্যন্তৰ নাথাকিব। আমি সকলোৱে একযোগে বিপৰীত কণ্ঠে ধ্বনি তুলি এই পৃথককামিতাৰ গতি ৰোধ কৰিব লাগিব। যিবোৰ অঞ্চলৰপৰা পৃথককৰণৰ দাবী উঠিছে সেই অঞ্চলত পৃথককামীসকলেই একচেতীয়া অধিবাসী নহয়। সেইবোৰ ঠাইত সকলো সম্প্ৰদায়ৰ মানুহে খিলঞ্জীয়াকৈ বহুকালৰপৰা বাস কৰিছে। সেইবোৰ অঞ্চলৰ ওপৰত দৈৱ-স্বত্ব কাকো কোনেও দিয়া নাই। ঐতিহাসিক হকো কাৰো ক'তো নাই, থাকিলেও সি আজিৰ যুগত অচল। এই ভূ-খণ্ডবোৰ কোন বেতনিতপৰা ঔ যে বাকী অধিবাসীবিলাকে তেওঁলোকৰ নামত বাসুদেৱায় নমঃ কৰিব? গিৰিমালাবেষ্টিত ব্ৰহ্মপুত্ৰৰ তটভূমি এক অখণ্ড, অবিভাজ্য আৰু স্বাভিমানযুক্ত ৰাজ্য হৈ ভাৰতমাতাৰ মুকুটমণি স্বৰূপে আপ্ৰলয় বৰ্ত্তি থাকিব লাগিব।

অসম সাহিত্য সভাৰ সাংগঠনিক দিশৰ বিষয়ে দু-আষাৰ কৈ এই ভাষণৰ সামৰণি মাৰিম। এই সভাৰ দুটা স্বৰূপ, একেটা মুদ্ৰাৰ ইপিঠি সিপিঠি। এটা স্বৰূপেৰে ই অসমৰ ভাষা-সংস্কৃতিৰ আৰু সেই সংক্ৰান্ত স্বাৰ্থৰ পহৰীয়া অনুষ্ঠান। আনটো স্বৰূপেৰে ই এখন বিদ্বৎ-পৰিষদ, ভাষা-সাহিত্যৰ সংবৰ্দ্ধন আৰু গবেষণাৰ সংস্থা। এই যোৰ-নাও একেপাট গুৰি-বঠাৰে মাৰিবলৈ যাওঁতে কেতিয়াবা হে বাহুবলৰ নাটনি পৰা নাই এনেও নহয়। সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন হৈ যোৱাৰ পিছত কাগজে-পত্ৰে এটা অনুযোগ পোৱা যায় যে সাহিত্য সভাৰ একোটা অধিবেশনে একোখন বৃহৎ মেলাৰ ৰূপ ধাৰণ কৰিছে, সাহিত্য সভা মেলামুখী হৈ পৰিছে। এইটো নিশ্চয় অসন্তোষৰ বেগত কোৱা অতিৰঞ্জিত কথা। এই সমালোচনাৰ অতিৰঞ্জনাখিনিলৈ আওকাণ কৰিলেও তাত ব্যক্ত হোৱা অসন্তোষখিনি উলাই কৰিব নোৱাৰি। সাহিত্য সভাই দৰ্শক আৰু প্ৰতিনিধিসকলৰ আশা-আকাঙ্ক্ষা হেপাহ পলোৱাকৈ পূৰাবপৰা নাই যদি অসন্তোষৰ ভাবে গা কৰিবই। পিছে গণতান্ত্ৰিক ভেটিত সংগঠিত এটা বিৰাট অনুষ্ঠানে হঠাতে ভাণ্ডৰ সাহিত্য সৃষ্টি কৰি দিয়া দৃষ্টান্তৰ কথা আমি নাজানো। উৎকৃষ্ট সাহিত্যৰ সৃষ্টি হয় ব্যক্তিগত প্ৰতিভাৰ

সুদূৰণত। সাহিত্য সভাৰ নিচিনা অনুষ্ঠানে উদগণি দিব পাৰে, সুযোগ সুবিধাৰ পৰিবেশ এটা নিৰ্মাণ কৰিব পাৰে। অলপ উদ্দীপনা, আশা আৰু কৰ্মপ্ৰেৰণা এই বছেৰেকীয়া সজন আৰু সমাৰোহে বিকীৰণ কৰি আহিছে। অসমীয়া ভাষা সংস্কৃতি আৰু তৎ-সংক্ৰান্ত স্বাৰ্থৰ হৈ নিঃসংকোচে দৃপ্তস্বৰে 'শৃণ্বন্তু সৰ্বে' বুলি ৰিঙিয়াবলৈ এই সভাৰ একোটা অধিবেশনে উচ্চ পৰ্ব্বতশৃঙ্গ সদৃশ কাম কৰিছে। ৰাজনৈতিক সংস্থাবোৰে যিবোৰ কথা কবলৈ দলৰ স্বাৰ্থত থেৰোগেৰো কৰে বা কলেও বল দি কব নোখোজে সেইবোৰ কথা সাহিত্য সভাই খোলাখুলি ভাবে দহদহীয়াকৈ কৈ আহিছে। এই দুটা কাম সাহিত্য সভাৰ অধিবেশনে সাধন কৰি আহিছে। গতিকে সাহিত্য সভাৰ আড়ম্বৰপূৰ্ণ বছেৰেকীয়া সমাৰোহক কোনোৱে যদি মেলা বুলি বৰ্ণনা কৰে আমি প্ৰতিবাদ নকৰোঁ। মেলা হলেও ই এখন লাগতিয়াল অথচ প্ৰাণদায়িনী মেলা, ইয়াৰ সাৰ্থকতা অনুভৱসিদ্ধ।

সঙ্গীত, বিজ্ঞান, বুৰঞ্জী আদি শাখা অধিবেশনৰ প্ৰয়োজন আজি নোহোৱাৰ নিচিনা হৈছে। এসময়ত এইবোৰৰ সাৰ্থকতা আছিল কাৰণ তেতিয়া এই বিষয়বিলাকৰ স্বকীয়া সংগঠন আৰু সংস্থা অসমত নাছিল। এতিয়াৰ দিনত সঙ্গীত-নাটক একাডেমি, বিজ্ঞান-সমাজ, পুৰাতত্ত্ব-বিভাগ আদিয়ে নিজ নিজ আঁচনি অনুসাৰে কাম হাতত লৈছে। সাহিত্য সভাই বছেৰেকৰ মূৰত শাখা অধিবেশন নাপাতিলেও একো হানি নহয়। তাৰ ঠাইত অসমীয়া সাহিত্যৰ বিভিন্ন দিশৰ আলোচনাৰ কাৰণে প্ৰতিবছৰে কেইটামান বিষয়ৰ শাখা সভা পাতিবপৰা যায়। এনে বিভাগীয় অধিবেশনৰ কাৰণে প্ৰতিবছৰে তিনি চাৰিটা বিষয় বাচি লব পাৰি। এইদৰে দৰ্শন, বিজ্ঞান, লোক-সাহিত্য, বৈষ্ণৱ সাহিত্যৰ একোটা ধাৰা, উপন্যাস, নাটক আদি একোটা বিষয় লৈ একোখন বিভাগীয় অধিবেশনৰ ব্যৱস্থা কৰি প্ৰতিবছৰে তিনি-চাৰিটাকৈ বিষয় ললে সাহিত্য সভাত প্ৰকৃত সাহিত্যৰ আলোচনা আৰু সমীক্ষা কৰাৰ সুযোগ ওলাব, 'সাহিত্য সভাত সাহিত্যৰ বাহিৰে সকলো আলোচনা হয়' এনে ধৰণৰ কটু সমালোচনাৰ হাত সাৰিবৰো উপায় হব।

আমাৰ শাখা-সভাবোৰৰ কিছুমানে বোলে বছেৰেকৰ মূৰত এবাৰহে সাৰ পাই চকু মেলি চায়। এই অনুযোগ মাজে মাজে শুনিবলৈ পাওঁ, কিমান সঁচা নাজানো। যদি সঁচাও হয় শাখা-সভাবোৰৰ গাত দোষ দিব নোখোজোঁ। শাখাৰ সুনিৰ্দিষ্ট ৰচনাত্মক কাৰ্য্যক্ৰম নাথাকিলে শাখা-সভাবোৰ কাৰ্য্যপৰ হব নোৱাৰে। দুটা এটা 'দিন-পালন', এখন বছেৰেকীয়া অধিবেশনতে কৰণীয় শেষ হ'ল বুলি ভাবিবলৈ তেওঁবিলাক বাধ্য হয়। শাখা-সভাৰ হাতত কি কি আৰু কাম গতাই দিব পাৰি, কি আঁচনি দিলে শাখাবিলাক গোটেই বছৰ ব্যাপৃত আৰু কাৰ্য্যপৰ হৈ থাকিবলৈ বাধ্য হয় তাক চিন্তা কৰি কাৰ্য্য-নিৰ্ব্বাহকে এটা সুপৰিকল্পিত নিৰ্দ্দেশ দিয়া উচিত হব।

এই আসনত অধিষ্ঠিত হৈ যোৱা পূৰ্ব্ব পূৰ্ব্ব সুধিসকলে বহুত প্ৰয়োজনীয় সূচনি আৰু কৰণীয়ৰ ইঙ্গিত দি গৈছে। সেইবোৰ দোহাৰিবৰ প্ৰয়োজন নাই। কি কাম কৰা উচিত তাক নজনাৰ কাৰণে কাম নোহোৱাকৈ পৰি থকা নাই—কৰ্ত্তব্যৰ বিষয়ে অৱহিত থাকিও নানা অসুবিধাত তাক পালন কৰিব নোৱাৰি। সেই অসুবিধাবোৰ দূৰ কৰাৰ উপায়হে চিন্তা কৰিব লাগে। সেই অসুবিধাবোৰৰ ভিতৰত অকল আৰ্থিক অনাটনেই বৰ্ত্তমান সাহিত্য সভাক বৰ-

সবাহঁলৈ মন কৰা অথচ হাতত বিত নথকা ঢুৰ্ভগীয়া অৱস্থাত পেলাইছে। আমাৰ ধন-ভাণ্ডাৰ সমৃদ্ধ কৰিব নোৱাৰিলে সম্প্ৰতিকে কোনো কামত হাত দিবলৈ সাহস কৰা বৃথা। এনেহে মনত লাগে যেন ছুবছৰমানলৈ অধিক ব্যয় কৰিব লগা কোনো আঁচনি হাতত নলৈ কেৱল ধনৰ পুঁজি শকত কৰাকে একমাত্ৰ কৰণীয়ৰূপে গ্ৰহণ কৰি কামত লাগিব লাগে। তাৰ কাৰণে এই অধিবেশনতে এটা সুপৰিকল্পিত কাৰ্য্যক্ৰম স্থিৰ কৰি লোৱাৰ দিহা কৰি লোৱা উচিত হব। এই কামকে সকলো কামৰ বজা বুলি ভাবি লৈ অহা ছুবছৰ সাহিত্য সভাই দেহে-কেহে লাগিলে আৰ্থিক স্থিতি টনকিয়াল কৰাযাৰ একো ভাওৰ কথা নহব। অসম চৰকাৰেও এই প্ৰচেষ্টাত আমাক নিশ্চয় নিৰাশ নকৰিব। এখন বিশ্ববিদ্যালয়ক চৰকাৰে বছৰি যিমান দিয়ে সাহিত্য সভাই তাৰ চতুৰ্থাংশ বাৰ্ষিক অনুদান প্ৰতিবছৰে পোৱা উচিত।

অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিক মহিমোজ্জল পথেদি আগবঢ়াই দিয়াই অসম সাহিত্য সভাৰ কৰ্ম্ম কিন্তু এটা আপোনগোট মূৰ্ত্তি ধৰি সৰ্ব্বভাৰতীয় সাংস্কৃতিক এৰণাৰ জ্যোতিপথৰপৰা নিজকে আঁতৰাই ৰাখি এই সভাই পূৰ্ণগতিৰে উধাব নোৱাৰিব। অসমীয়া সংস্কৃতিত ভাৰতীয় সংস্কৃতিৰ পৰমসত্তা অনুস্যূত হৈ আছে, থাকিলেও অসমীয়াত্ব বুলি এটা স্বকীয়া অস্মিতাও সকলো দিশতে পৰিস্ফুটভাবে অনুভূত হয়। এক দেৱতাত্মা হিমালয়ৰপৰাই বিগলিত হৈ অহা গঙ্গা আৰু ব্ৰহ্মপুত্ৰই ভাৰতৰ সমতল ভূমিক স্বৰ্ণশালিনী কৰিছে, তথাপি গঙ্গা মাই আৰু বাবা ব্ৰহ্মপুত্ৰৰ স্বকীয়া ব্যক্তি মহিমা আছে তাক দেখোঁতাই চিনে আৰু ভাবোঁতাই বুজে। সৰ্ব্ব-ভাৰতীয় শাস্ত্ৰৰত্ন গীতা ভাগৱতৰপৰা আনি একে ভক্তিধৰ্ম্মকে শ্ৰীমন্ত শঙ্কৰদেৱে অসমত প্ৰচাৰ কৰি গ'ল, তথাপি সেই ধৰ্ম্মত স্বকীয়া মহিমাৰে অসমীয়া ৰূপটো সমুজ্জ্বল হৈ আছে। মহাপুৰুষজনাই ভাৰতীয়ত্ব আৰু অসমীয়াত্ব ছুয়োটাৰে সাৰাৎসাৰ উপলব্ধি কৰিছিল আৰু সেই কাৰণেই স্বীয় উন্মেষশালিনী প্ৰতিভাৰে তাৰ যুগলৰূপ মূৰ্ত্তিমান কৰি তুলিব পাৰিছিল। আজিও আমি ছুয়োটাকে চিনি লব লাগিব, ছুয়োটাৰে লৱস্থিনিত পূৰ্ণ আস্থা আৰু স্বাভিমান ৰাখিব লাগিব। বিশ্বমানবতা আৰু এক পৃথিবীৰ এক সংস্কৃতিৰ জয় গানো গাম, কিন্তু পৃথিবী এক হলেও বিচিত্ৰ। এক বিশ্ব-সংস্কৃতিয়েও বিকাশ পাব ভাৰতীয়ত্ব আৰু অসমীয়াত্বৰ আধাৰ-ভূমিত। গতিকে এই ছুই আপোন সংস্কৃতিৰ মহিমা আমি চিনিবই লাগিব। তাক এৰিলে আমাৰ সাহিত্য-সাধনাই ঠেক হেৰুৱাব, আমাৰ আদৰ্শ নিষ্ঠাও বায়ুভূত নিৰালম্ব হৈ পৰিব। মুখেৰে অসমীয়া বুলি বিত্ত-গৌৰৱত ওফন্দি থাকিলেও একো নহয়, যদি অসমীয়া জীৱনৰ গুহা-নিহিত অসমীয়াত্বক চিনি আৰু বুজি নাপাওঁ। সাহিত্য সভাই উঠি অহা সাহিত্য-সাধকক এই দিশেদি বাট পোনাই দিব পাৰিব। এই আদৰ্শেৰে নিজৰ অগ্ৰগতিৰ পথ জ্যোতিৰ্ম্ময় কৰি লব পাৰিলে অসমীয়া সাহিত্যই ভাৰতীয় সাহিত্য আৰু কালত গৈ বিশ্বসাহিত্যৰ দৰবাৰতো যোগ্য আসন লাভ কৰিবলৈ সমৰ্থ হব। অসমীয়া সাহিত্যৰ গৌৰৱে ভাৰতীয় সাহিত্যকে মহিমান্বিত কৰিব। ভাৰতীয় সাহিত্যৰ সাগৰেদি বিশ্বৰ মহাসাগৰতো মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰে অসমীয়া সাহিত্যই সম্ভাৰ নিবেদন কৰিব।

বাইজলৈ আকৌ এবাৰ সেৱা জনাই এই ভাষণৰ সামৰণি মাৰিলোঁ।

# ঊনচত্বাৰিংশ অধিৱেশন

ধুবুৰী—৮ এপ্ৰিল, ১৯৭২ চন

সভাপতি—শ্ৰীহেম বৰুৱা

আদৰণি সভাৰ শ্ৰাদ্ধেয় সভাপতি ডাঙৰীয়া ডাক শ্ৰদ্ধেয় সদস্যবৰ্গ, শ্ৰদ্ধেয় বাইজ আৰু মৰমৰ ভাইটি-ভণীটিহঁত

এই সভাত আপোনাসকলক গোট খোৱা দেখি মোৰ মন "ভাৱৰৰ আঁৰে আঁৰে ঢোলত চাপৰ পৰে, গছে পাতে বিহুগীত গায়" হৈছে। অৰ্থাৎ পুলকত অন্তৰ নাচি উঠিছে। লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকলে—এতিয়াও বহুতো আছে—এনে এখন গৌৰৱশালী আসন অলঙ্কৃত কৰি যোৱাৰ পিছত মোৰ নিচিনা অভাজন এজনক এই আসনলৈ নিৰ্ব্বাচিত কৰাৰ বাবে অসম সাহিত্য সভাৰ শাখাসমূহৰ সদস্যসকললৈ অন্তৰৰ শ্ৰদ্ধা আগবঢ়ালোঁ। সঁচা কথা কবলৈ গলে, মোৰ বৈষ্ণৱী বিনয় নাই। আপোনাসকলৰ বিচাৰ বুদ্ধিৰ বিষয়ে মোৰ লেশমাত্ৰ সন্দেহ নাই যদিও এনে এক গৌৰৱশালী পদৰ বাবে এই অভাজনক কিয় বাছিলে কবপৰা নাই। যোৱা মধ্যকালীন নিৰ্ব্বাচনত পৰাজিত হৈ জীৱন-সংগ্ৰামত অতিষ্ঠ হৈ উঠিছিলোঁ। কোনো কোনোৱে মোৰ ধৈৰ্য্য আছে বুলি কয়। ধৈৰ্য্যৰ আন এটা নাম জড়তা। ই যিয়েই নহওক লাগিলে, বয়স বাঢ়ি অহাৰ লগে লগে মানুহ জড়তাপ্ৰাপ্ত হয়। কেইজনমান বন্ধু-বান্ধৱৰ কথা এৰাব নোৱাৰি এই আসনৰ নিৰ্ব্বাচনৰ কাৰণে মন মেলিলোঁ আৰু আপোনাসকলৰ আশীৰ্ব্বাদত নিৰ্ব্বাচিতো হলোঁ। মন মেলি ভালেই কৰিলোঁ নে বেয়াই কৰিলোঁ, আজিকোপতি কবপৰা নাই। মনটোক মাথোন একেষাৰ কথাৰে প্ৰবোধ দিছোঁ—জীৱনত সকলো কাম বন্ধু-বান্ধৱৰ হেঁচাত কৰি আহিছোঁ। এইটো কামৰ ক্ষেত্ৰতো সেয়ে হ'ল। সেই কাৰণে আক্ষেপ কৰা নাই। আক্ষেপ কৰিছোঁ মাথোন এটা কথাৰ কাৰণে, সেইটো হৈছে: এই আসনৰ বাবে মই জানো উপযুক্ত?

ধুবুৰী আৰু অসমৰ বুৰঞ্জীৰ কথা কব খোজা নাই। এই বিষয়ে সকলোৱে জানে। আইৰা ভাষা-সাহিত্যৰ বুৰঞ্জীৰ বিষয়েও একো কব খোজা নাই। এই বিষয়ে গৱেষণা কৰি পণ্ডিতসকলে বহুতো কিতাপ-পুথি ৰচনা কৰিছে। সেইবোৰ আপোনাসকলে নিশ্চয় অধ্যয়ন কৰিছে। আমাৰ সাহিত্যক বিশ্ব-সাহিত্যই কেনেদৰে স্পৰ্শ কৰিছে, সেই বিষয়েও আপোনাসকলে জানে। পোনতে জোনাকীযুগত বিশ্ব-সাহিত্য, যাইকৈ ইংৰাজী সাহিত্যৰ প্ৰভাৱ বঙ্গদেশীয় সাহিত্যৰ জৰিয়তে অসমীয়া সাহিত্যৰ ওপৰত পৰিছিল। বঙ্গদেশৰ তাওৰ এটা সুবিধা আছিল। এওঁলোকৰ ভাষাটোৰ ওপৰত কেনো বহিঃশক্তিৰ আক্ৰমণ হোৱা নাছিল। সেইকাৰণে এইসকলে একান্তমনে সাহিত্য চৰ্চ্চা কৰিব পাৰিছিল। অসমৰ ক্ষেত্ৰত, এইষাৰ কথা প্ৰয়োগ কৰিব নোৱাৰি।



শ্ৰীহেম বৰুবা : ঊনচত্বাৰিংশ সন্মিলনৰ সভাপতি

সাহিত্যৰথী বেজবৰুৱাই, গোহাঞিবৰুৱাই আৰু বৰদলৈ আদিয়ে সৃষ্টিমূলক সাহিত্য ৰচনা কৰি এই অভিযানৰ বিপক্ষে যুঁজিছিল।

উৰ্দ্দু সাহিত্যৰ ওপৰত পাশ্চাত্য প্ৰভাৱৰ বিষয়ে ৰচিত লতিফৰ কিতাপ বা বঙ্গদেশীয় সাহিত্যৰ ওপৰত পাশ্চাত্য প্ৰভাৱৰ বিষয়ে ৰচিত প্ৰিয়ৰঞ্জন সেন মহোদয়ৰ কিতাপ পঢ়োতাসকলে নিশ্চয় ভাৰতীয় প্ৰান্তীয় সাহিত্যৰ ওপৰত পৰা পাশ্চাত্যধৰ্মী প্ৰভাৱৰ কথা জানে। ভাৰতীয় আন প্ৰান্তীয় সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰ বুৰঞ্জী ক্ৰমবৰ্দ্ধমান ইভলিউছনৰ বুৰঞ্জী নহয়, ই বৈপ্লৱিক পৰিৱৰ্ত্তনৰ বুৰঞ্জী। আমাৰ সাহিত্যৰ পম খেদোঁতাসকলে এই বিষয়ে জানে, গতিকে ইয়াৰ পুনৰাবৃত্তি কৰিব খোজা নাই। বৈষ্ণৱযুগৰ সাহিত্যিকসকলৰ, যাইকৈ শঙ্কৰ-মাধৱৰ অৱদানেৰে আমাৰ সাহিত্য-ভঁৰাল মেটমৰা হৈ আছে। সেই সময়ত ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে বৈষ্ণৱধৰ্মৰ ঢল বাগৰিছিল। বৈষ্ণৱ-প্ৰাণ শঙ্কৰ-মাধৱ অসমত এই ধৰ্ম-আন্দোলনৰ গুৰি ধৰোঁতা আছিল। এই দুজনাই সাহিত্য-বস্তুক নিজস্ব এক ৰূপ দিছিল। সেই ৰূপ হৈছে অসমীয়াৰ নিজস্ব ৰূপ।

দুখৰ কথা, সাধাৰণতে আমি সাহটো পাহৰি খোলাটোৰ কথা ধৰোঁ। সকলো জাতি-উপজাতিক এই দুজনাই সম্প্ৰীতিৰ একেদাল ডোলেৰে বান্ধিব খুজিছিল। যি নামেৰেই নামাতো লাগিলে ভগৱান একেজনাই। আজিৰ যুগত অৰ্থাৎ বিভেদকামী শক্তিসমূহৰ উত্থানৰ যুগত এইষাৰ বৰ অপৰিহাৰ্য্য কথা। আচলতে ধৰ্ম আৰু ধৰ্মৰ মাজত নাইবা সম্প্ৰদায়ৰ মাজত কোনো খৰিয়াল থাকিব নোৱাৰে। এইষাৰ হৈছে সংস্কৃতিগত কথা। খৰিয়াল হয়, আহিঁৰ মাজত। সকলো ধৰ্মৰে মূল কথা হৈছে মানুহ সৎ আৰু নিৰ্ম্মল হোৱাটো। আচলতে যিমানেই প্ৰতিভাশালী নহওক লাগিলে, অন্তৰৰ সততা বা নিৰ্ম্মলতা বিবৰ্জ্জিত মানুহ কেতিয়াও মানুহ নহয়। আমি জানো এইষাৰ কথা মনত ৰাখো? আমাৰ দৰ্শন-তত্ত্বয়ো এইষাৰ কথাকে নিশিকায় জানো? ভাৰতীয় দৰ্শন-তত্ত্বৰপৰা বছা বছা ফুল বুটলি আনি আমাৰ সমাজ, ধৰ্ম আৰু সাহিত্য সজাওঁতা বৈষ্ণৱ গুৰু-সকলেও এইষাৰ কথাকে শিকাইছিল।

একোজন মানুহ প্ৰতিভাশালী শিল্পী বা সাহিত্যিক হোৱাটো একো আচৰিত কথা নহয়। কেৱল প্ৰতিভাই জানো মানুহ গঢ়ে? প্ৰতিভা শাগত দিয়া কথা এৰাৰ আছে যদিও মানুহ, মানুহ ৰাবেই মহৎ। অন্তৰৰ সৎ গুণৰাশিৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰিলে কোনো মানুহ কেতিয়াও মহৎ হব নোৱাৰে। এইকাৰণেই শাস্ত্ৰসমূহত থকাৰ দৰে আমাৰ শঙ্কৰ-মাধৱেও অন্তৰৰ গুণৰাশিৰ উৎকৰ্ষ সাধনৰ ওপৰত অধিক গুৰুত্ব দিছিল। যি ধৰ্মই অলপ গুণ 'বিস্তাৰ' কৰি লবলৈ শিকাইছে, সেই ধৰ্ম যে বিশ্বৱেণ্য, সন্দেহ নাই। তাহানি 'নামঘোষা' পুথি বিশ্লেষণ কৰোঁতে আজিৰ যুগৰ এজনা লেখত লবলগীয়া মনীষী বিনোৱা ভাৱেই এইষাৰ কথাকে কৈছিল: ভগৱানৰ বাহিৰে মানুহ কেতিয়াও 'সম্পূৰ্ণ' হব নোৱাৰে। আগতে পঢ়া স্বামী বিবেকানন্দৰ কথা এষাৰ এইখিনিতে মনত পৰিছে: "মানুহ কেতিয়াও সম্পূৰ্ণ নহয়। ভগৱানেহে সম্পূৰ্ণতাৰ আলয়। সম্পূৰ্ণতাৰ পিনে আগবাঢ়িব পাৰিছে বাবেই মানুহ মহৎ"। অন্তৰৰ সৎ গুণৰাশি সজাই তুলিব নোৱাৰিলে মানুহ

কেতিয়াও মহৎ হব নোৱাৰে। এইযাৰ কথা উপলব্ধি কৰিছিল বাবেই শঙ্কৰ-মাধৱৰ দেখীয়া বৈষ্ণৱ কবিগুৰুসকলে আধ্যাত্মবাদী সাহিত্যৰ সৃষ্টি কৰিছিল।

কোনো কোনোৱে পুৰণি যুগটো নকৈ সংস্থাপন কৰিবলৈ ওলোৱাটো অশুদ্ধ কথা বুলি কয়। সুকুমাৰ কলাসৃষ্টিৰ ক্ষেত্ৰত যেনেকৈ এৰা-ধৰাৰ প্ৰয়োজন, তেনেকৈ এই ক্ষেত্ৰতো এৰা-ধৰাৰ প্ৰয়োজন। এইযাৰ কথা সুকুমাৰ কলাৰ বিষয়ে কওঁতে তাহানি ডঃ বাণীকান্ত কাকতিদেৱে আমাক কৈছিল: পুৰণি যুগৰ সকলো সৎ আৰু সুন্দৰ আছিল বুলি কবলৈ যোৱাটো বৰ শুদ্ধ কথা নহয়। এইযাৰ কথা তাহানি ইলাষ্ট্ৰেটেড উইক্‌লীৰ প্ৰবন্ধ এটাত আমি কৈছিলোঁ। নতুন যুগৰ সকলো সৎ আৰু সুন্দৰ বুলি কোৱাটোও বৰ শুদ্ধ কথা নহয়। যি সাহিত্যত জনসাধাৰণৰ জীৱন মূৰ্ত্তিমন্ত হৈ উঠে, সেইয়াহে প্ৰকৃত সাহিত্য। ভাব-বিলাসী ইংৰাজ কবি শ্বেলীৰ কাব্য-সাধনাত এইযাৰ কথা স্পষ্ট হোৱা নাছিল। এইখিনিতে জৱহৰলাল নেহৰুৱে জীয়েক ইন্দিৰালৈ লেখা কথা এষাৰ মনত পৰিছে। শ্বেলীৰ কবিতাসমূহৰ ভিতৰত নেহৰুৰ হেনো 'দি মাস্ক অৱ এনাৰ্কী' বোলা কবিতাটো বৰ ভাল লাগিছিল। এইটো কবিতাত সমাজবাদৰ ইঙ্গিত আছে। শুদ্ধ পথেৰে পৰিচালিত গণতান্ত্ৰিক সমাজবাদহে দেশ আৰু সমাজ নিয়াৰিকৈ সজাব পাৰিব। সেইবুলি ভাব বা আদৰ্শৰ কোনো প্ৰয়োজন 'নাই বুলি কবলৈ যোৱাটো বৰ শুদ্ধ কথা নহয়। প্ৰত্যেক বস্তুৰ অন্তৰালত কিবা ভাব বা আদৰ্শ আছে—সমাজবাদৰো আছে। শ্বেলীয়ে সম্ভৱতঃ এই কাৰণেই উৰণীয়া গুটিৰপৰা গছ গজাৰ দৰে সামাজিক আদৰ্শ গজি উঠে বুলি ভাবধাৰাক ওলগ জনাইছিল। কবিশিল্পীয়ে সমাজ সংগঠনৰ স্বপ্ন দেখে—এই স্বপ্নৰ কিবা এক মূল্য আছে। ভাবধাৰা বা আদৰ্শইহে জীৱন আৰু সমাজ সজীৱ কৰে।

প্ৰত্যেক প্ৰদেশৰে একোটা ৰাজ্যিক ভাষা থকাৰ দৰে অসমতো থকাৰ প্ৰয়োজন। এই দাবীক কেন্দ্ৰ কৰি আজি কেইবছৰমানৰ আগতে বিৰাট এক গণ-আন্দোলন গঢ়ি উঠিছিল। যেহেতু অসমৰ সৰহভাগে অসমীয়া ভাষা জানে বা কয়, সেই হেতুকে অসমীয়া ৰাজ্যিক ভাষা হোৱা উচিত। এইহে আছিল দাবী। নানা প্ৰতিবাদ সত্বেও, বৰ্ত্তমান ইয়াক ৰাজ্যিক ভাষাৰ মৰ্য্যাদা দিয়াৰ কাৰণে আমি সুখী হৈছোঁ।

আনক, অৰ্থাৎ অনা-অসমীয়াক অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ কোৱাৰ আগতে, যিসকলৰ মাতৃভাষা অসমীয়া, সেইসকলে অসমীয়া ভাষা ভালকৈ ব্যৱহাৰ কৰিবলৈ শিকিব লাগে। নিজে মদপী হৈ আনক মদ এৰিবলৈ কোৱাটো বৰ শুদ্ধ কথা নহয়, তেনেকৈ নিজে ঠেকচিগা ভাষা ব্যৱহাৰ কৰি আনক অসমীয়া ভাষা শিকিব লাগে বুলি কোৱাটোও বৰ শুদ্ধ কথা নহয়। বল প্ৰয়োগে শাৰীৰিক শক্তিৰ পৰিচয় দিব পাৰে, সেই বুলি সকলো কথাতে বলপ্ৰয়োগ নকৰাটোৱেই ভাল। নিজে ইংৰাজী বা অন্য-প্ৰান্তীয় ভাষাৰ শব্দ প্ৰয়োগ কৰি আনক অসমীয়া ভাষাটো শুদ্ধকৈ প্ৰয়োগ কৰিবলৈ কোৱাটো ভুল কথা। আমাৰ শিক্ষিত সমাজৰ কেইজনে ইংৰাজী বা অন্য-প্ৰান্তীয় শব্দ প্ৰয়োগ নকৰাকৈ নিজৰ ভাষাটো শুদ্ধকৈ ব্যৱহাৰ কৰিব পাৰে? এই কাৰণেই

সম্ভৱতঃ ইংৰাজ এজনে ইংলণ্ডত মোক কৈছিল : "আপোনালোকৰ ভাৰতীয় প্ৰান্তীয় ভাষাসমূহ ইংৰাজী শব্দ ধাৰ কৰি জীয়াই আছে।"

আন ভাষাৰ শব্দ প্ৰয়োগ কৰাত বিশেষ কোনো আপত্তি থকাটো উচিত নহয়। অৱশ্যে সেই শব্দসমূহ হাড়ে-হিমজুৱে নিজৰ ভাষাত জীণ যাব লাগিব। ঋণ শব্দসমূহৰ বিষয়ে গৱেষণাৰ জৰিয়তে ডঃ বাণীকান্ত কাকতি ডাঙৰীয়াই ভাষাতত্ত্বৰ যুৱঙীত বটিয়াকৈ ব্যক্ত কৰিছে। ইতিমধ্যে আমাৰ ভাষাত বহুতো বিদেশী শব্দ সোমাইছে। আনকি বিহুনামতো সোমাইছে। 'হাৰামজাদা' বোলা শব্দটো লোক-গীতত সোমাইছে। কাষ্ট 'হাৰামজাদা' বুলি গীত গোৱা নিজে শুনিছোঁ। এনেদৰে বাহিৰৰপৰা বহুতো শব্দ ধাৰ কৰি ইংৰাজী ভাষাটো সমৃদ্ধিশালী হৈছে। 'জিলা', 'ৰেষ্টোৰা', 'বেম্বো', 'টমেটো', 'কষ্টিউম', 'পেডী', ইত্যাদি আচলতে ইংৰাজী শব্দ নহয়। আনকি 'এগ' বোলা শব্দটোও ইংৰাজী' শব্দ নহয়। অট' জেছ্পাৰচনে এই বিষয়ে ইংৰাজী ভাষাতত্ত্বৰ বুৰঞ্জীত বহলাই আলোচনা কৰিছে। এয়া হৈছে ইংৰাজৰ সাম্ৰাজ্য বিস্তাৰ-যুগৰ কথা।

যেনেকৈ নিজৰ ভাষাত জীণ নোযোৱা শব্দ আন ভাষাৰপৰা ধাৰ কৰাটো শুদ্ধ কথা নহয় তেনেকৈ অপ্ৰচলিত শব্দ কিছুমান বলেৰে নিজৰ ভাষাৰ ওপৰত জাপি দিয়াটোও শুদ্ধ কথা নহয়। পৰিবেশৰ সৈতে প্ৰত্যেকটো শব্দৰে সম্বন্ধ আছে। সেইদৰে সামন্তযুগীয় শব্দ একোটা বৰ্ত্তমান উদ্যোগ-বিস্তাৰৰ যুগত অ-প্ৰচলিত হোৱাটো একো আচৰিত কথা নহয়। আজিৰ যুগটো হৈছে বিজ্ঞানৰ, কাৰিকৰী শিক্ষাৰ আৰু শিল্প উদ্যোগৰ যুগ। এইবাৰ কথা বিশ্বসাহিত্যৰ ক্ষেত্ৰত যেনেদৰে সঁচা, তেনেদৰে আমাৰ সাহিত্যৰ ক্ষেত্ৰতো সঁচা।

যুগ অনুসৰি প্ৰত্যেক শব্দৰে অৰ্থৰ তাৰতম্য ঘটে। শব্দাৰ্থৰ উৰ্দ্ধগতি আৰু নিম্নগতি সৰ্ব্বসম্মত কথা। উদাহৰণ স্বৰূপে কব পাৰি, শেকছ্পীয়েৰৰ যুগৰ ইংৰাজী শব্দ Complexionৰ অৰ্থ আজি সঙ্কুচিত হৈছে। একেদৰেই অসমীয়া ভাষাত ভালেমান শব্দৰ অৰ্থ আজি বাঢ়িছে বা টুটিছে। ইয়াৰ বিষয়ে ওজৰ-আপত্তি কৰাৰ কোনো কাৰণ থাকিব নোৱাৰে।

এইবাৰ কথা ভাষাৰ ক্ষেত্ৰত যেনেদৰে সঁচা, তেনেদৰে ৰচনা-কৌশলৰ ক্ষেত্ৰতো সঁচা। ডঃ জনচনৰ সৈতে সুৰ মিলাই কব খুজিছোঁ যে, এবাৰ যত্নসহকাৰে কিবা এক ৰচনা-ৰীতি সৃষ্টি-কৰোঁতাজন সেই ৰচনা-কৌশলৰ মেৰপাকৰপৰা উদ্ধাৰ পোৱাটো টান। এইবিষয়ে সৰহীয়াকৈ কব খোজা নাই।

বৰ্ত্তমান আমাৰ প্ৰদেশত নানা ভাষা-গোষ্ঠীৰ বাইজৰ সমাবেশ হৈছে। এই সকলক অসমীয়া ভাষা দিবলৈ হলে দিওঁতাজনে নিজৰ ভাষা খৰচি মাৰি জানিব লাগিব। তেহে কথা সিজিব। নহলে নিসিজে। সকলো ধৰ্ম্ম-মতবাদৰ আৰু ভাষা-গোষ্ঠীৰ মানুহক সাবটি লৈ একালত বিৰাট অসমীয়া জাতি গঢ়ি উঠিছিল। বৰ্ত্তমান যুগত এইবাৰ কথাৰ প্ৰয়োজনীয়তা বৰকৈ উপলব্ধি কৰিছিল, আমাৰ ৰূপকোৱঁৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে। পমুৱাসকলৰ মাজত অসমীয়া ভাষাত কবিতা ৰচনা কৰা ডেকা ল'ৰা নিজে পাইছোঁ। নিজৰ মাতৃভাষাটো এৰিবলৈ কাকো কই কোৱা নাই। সেই বুলি সংস্কৃতি বা ভাষাৰ মাজত সংঘাত হোৱাটো ভালো উচিত ?

সকলোকে সাম্যটি আজি আমি নতুন সমাজ সৃষ্টি কৰিবলৈ নোৱাৰো কেলৈ? এইটোহে যুগৰ আহ্বান। যুগৰ আহ্বানক অস্বীকাৰ কৰি জানো জীয়াই থাকিব পাৰি?

বৰ্ত্তমান আমাৰ সমাজ কেৰোণগ্ৰস্ত। ই সমাজ ডোখৰ ডোখৰ কৰিছে। অভাৱ-অনাটন, দাৰিদ্ৰ্যত জনসাধাৰণৰ জীৱন বৰ্ত্তমান জুকলা হৈছে। জনসাধাৰণৰ জীৱন উন্নত নকৰিলে সমাজ উন্নত কৰিব নোৱাৰি। অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক, সংস্কৃতিগত, সকলো ক্ষেত্ৰতে শোষণৰ অন্ত পৰিলেহে সমাজ উন্নয়ন কৰিবলৈ আশা কৰিব পাৰি। শোষণ অন্ত কৰিব নোৱাৰিলে সমাজবাদো সম্ভৱ নহয়। সমাজ সমাজবাদী নহলে উন্নতি হয় কেনেকৈ? এচাম মানুহে আন এচাম মানুহক হাড়লৈকে চেপি শোষণ কৰাৰ অৰ্থ সমাজবাদ নহয়। শোষণহীনতা হৈছে সমাজবাদৰ এটা লেখত লবলগীয়া লক্ষণ।

এসময়ত ব্যৱসায়-বাণিজ্যৰ জৰিয়তে অসমীয়া ভাষাই বিস্তাৰ লাভ কৰিছিল। ভৈয়াম আৰু পৰ্ব্বতীয়া অঞ্চলৰ মাজত ব্যৱসায়-বাণিজ্যৰ জৰিয়তে আদান-প্ৰদান চলিছিল। ব্যৱসায়-বাণিজ্যৰ আদান-প্ৰদান বৈবাহিক আদান-প্ৰদানতকৈ অধিক শক্তিশালী। খাচিয়া ভাষাৰ শব্দ 'জহা' ( চাউলৰ নাম বিশেষ ) অসমীয়া ভাষাত এনেদৰে জীণ যায় কেনেকৈ? বৰ্ত্তমান সুমথিৰা টেঙাৰ ব্যৱসায় অন্য প্ৰদেশীয় মানুহৰ হাতত। সেই কাৰণেই 'সুমথিৰা'ৰ পৰিবৰ্ত্তে 'কমলা' হৈছে। বৰ্ত্তমান শিক্ষিত নিবনুৱাৰ সংখ্যা বঢ়াৰ লগে লগে ব্যৱসায়-বাণিজ্যৰ জৰিয়তে অসমীয়া ভাষাই জীপ পাব বুলি কল্পনা কৰাটো জানো দুৰণিৰ বিঙ? নহলে আন প্ৰাদেশিক ভাষাৰ হেঁচাত অসমীয়া যে এদিন লোপ পাব, সেই বিষয়ে সন্দেহ নাই। পমুৱা সমাজত পোৱাৰ দৰে বঙ্গ ভাষা-ভাষী হিন্দু সমাজতো অসমীয়া ভাষা ভালকৈ জনা মানুহ লগ পাইছোঁ। সেইদৰে অসমীয়া ভাষা জনা পঞ্জাবী, বিহাৰী আৰু অন্য মানুহৰ মাজতো লগ পাইছোঁ। মহামানৱ মহাত্মা গান্ধীৰ মতে মনপুতি লাগিলে যেই কোনো এটা ভাষা তিনিমাহৰ ভিতৰতে শিকিব পাৰি। নোৱাখালিত ভ্ৰমণ কৰোঁতে এইজনাই তিনি মাহৰ ভিতৰতেই বঙ্গদেশীয় ভাষাটো শিকিছিল। জাতীয় কবি ৰবীন্দ্ৰনাথৰ কাব্য জানো অসমীয়া মানুহে নপঢ়ে বা নুবুজে? ডেকাকালত এইজনাক 'বঙালী শ্বেলী' বোলাৰ দৰে ৰতীন দুৱৰাকো 'অসমীয়া শ্বেলী' বোলা হৈছিল। শ্বেলীৰ গণ্ডী অতিক্ৰম কৰিব পাৰিছিল বাবেই কবিগুৰু ৰবীন্দ্ৰনাথ বিশ্বকবি স্বৰূপে বৰণীয় হৈছিল। মানুহৰ অন্তৰাত্মাক সাময়িক ভাৱে এইজনাই আলোড়িত কৰা নাছিল। এইখিনিতেই ৰাজনীতিজ্ঞ আৰু শিল্পী-সাহিত্যিকৰ মাজত পাৰ্থক্য। ই কেতিয়াও চিৰন্তন বা সাৰ্ব্বজনীন নহয়।

অসম বা অসমৰ জিলাসমূহক ডোখৰ কৰা কাৰ্য্যত ৰাজনীতিজ্ঞৰ স্বপ্ন সাৰ্থক হব পাৰে। মন্ত্ৰীৰ পদৱী পোৱাটোৱেই ৰাজানীতিজ্ঞৰ একমাত্ৰ স্বপ্ন। দেশৰ জনসাধাৰণৰ সমস্যা মন্ত্ৰী একোজনাই জানো সমাধান কৰিব পাৰে? কেন্দ্ৰত অসমীয়া মানুহ কেইবাজনো মন্ত্ৰী হৈছে। এই সকলে অসমৰ সমস্যা সমাধান কৰা কাৰ্য্যত কিবা জানো বৰঙণি যোগাব পাৰিছে? অসমৰ সমস্যা বহুতো। সেইবোৰ সমস্যাৰ কথা আলোচনা কৰি ৰাজনীতিৰ মেৰপাকত সোমাব খোজা নাই। আশকৰো ৰাইজে আমাক ক্ষমা কৰিব।

অর্থনৈতিক ক্ষেত্ৰত অসমৰ ভিতৰত গোৱালপাৰাখন এখন অনুন্নত জিলা। তাৰাৰ কাৰণে কান্দিয়া কৰাতকৈ, নিজৰ দাবী সাব্যস্ত কৰিবলৈ উঠি-পৰি লগাটো ভাল। কেৱল অর্থনীতিৰে জাতি এটা জীয়াই নাথাকে। সু-সভ্য বুলি পৰিগণিত হবলৈ হলে সমাজৰ নিজৰ সংস্কৃতি থাকিব লাগিব। এইপিনৰপৰা গোৱালপাৰা যথোচিত সমৃদ্ধিশালী। অসমৰ দৰে গোৱালপাৰা জিলাও নানা ভাষা-গোষ্ঠিৰ মানুহেৰে ঠাহ খোৱা। এই প্ৰত্যেক বিধ মানুহৰে নিজৰ একোটা মাতৃভাষা আছে। এনে ধৰণৰ মাতৃভাষাক ধ্বংস কৰিবলৈ আমি কোৱা নাই। এইবোৰৰ উপৰিও জানো অসমীয়া ভাষা শিকিব নোৱাৰি?

ভাষা-জ্ঞান যিমানেই বাঢ়ে, সিমানেই জাতি একোটাক উন্নত বুলিব পাৰি। চুইজাৰলেণ্ডৰ জেনেভা চহৰত একেলগে তিনিটা আন্তর্জ্জাতিক ভাষা জনা মানুহ আমি নিজে লগ পাই আহিছোঁ। একেজন মানুহে যিমানেই আন ভাষা জানে, সিমানেই সেইজন সংস্কৃতি-সম্পন্ন হয়। এনেদৰে কোনোত কাৰো প্ৰতি আমাৰ ঘৃণা বা বিদ্বেষৰ ভাব নাই। অসমীয়া ভাষা আৰ্য্য আৰু অনাৰ্য্য, উভয়ৰ বৰঙণিৰে সমৃদ্ধ।

আমাৰ অর্থ-নীতিক ভৈয়ামৰ জনজাতীয় সমাজে ৰূপ দিয়াৰ দৰে সংস্কৃতিকো এইসকলে ৰূপ দিছে। সেইপিনৰপৰা এইসকল মহৎ। বৈষ্ণৱ যুগত সম্ভৱ হোৱাৰ দৰে সকলোকে সামৰি লৈ বিৰাট অসমীয়া সংস্কৃতি আৰু সমাজ গঢ়ি তুলিবলৈ যত্নবান হব লাগিব। নিজকে উন্নত বুলি ভাবি, আনক অৱজ্ঞাৰ চকুৰে চোৱাটো হীন মনোভাবৰ কথা। এইখিনিতে আগতে পঢ়া কবিগুৰু ৰবীন্দ্ৰনাথৰ কথা এষাৰলৈ মনত পৰিছে। এইজনাই কৈছিল: "ব্ৰাহ্মণে যেতিয়া শূদ্ৰক নিম্নগামী কৰিবলৈ যত্ন কৰে, তেতিয়া শূদ্ৰ নিম্নগামী নহয়, ব্ৰাহ্মণহে হয়।" অর্থনৈতিক সমস্যাৰ সমাধান নহলে ভাষা-সংস্কৃতিয়ে মাথোন একোটা জাতিক সৰহদূৰ আগবঢ়াই নিব নোৱাৰে। এইষাৰ বৰ সঁচা কথা। যুগে যুগে মনীষীসকলে এইষাৰ কথাকে শিকাই আহিছে।

দেশখন সৰু সৰু গোটত বিভক্ত কৰি কোনো এজন ব্যক্তিয়ে ৰাজনৈতিক ক্ষমতা পাব পাৰে। সম্প্ৰদায় বিশেষে "আমাৰ সম্প্ৰদায়ৰ এজন মন্ত্ৰী হৈছে" বুলি 'মানসিক তৃপ্তি' পোৱাৰ বাহিৰে সম্প্ৰদায়টোৰ অৱস্থা একেদৰেই "পানীত হাঁহ নচৰা" হৈ থাকে। বহলভাবে ভাবি চাবলৈ গলে, ইয়াৰপৰা কাৰো উপকাৰ নহয়। সেইকাৰণেই মন্ত্ৰীৰ পদবীৰ জৰিয়তে কোনো সমাজ বা সম্প্ৰদায়ৰ সমস্যা সমাধান হব নোৱাৰে বুলি কৈছোঁ।

সঁচা কথা, আমি বুৰ্জ্জোৱা সমাজত বাস কৰিছোঁ। এনে এখন সমাজৰ কিছুমান চিৰন্তন গুণ আছে। সেইবোৰ ভাঙিচিঙি ডোখৰ ডোখৰ কৰাৰপৰা কাৰোবাৰ কিবা জানো লাভ হব পাৰে? সাহিত্যিক-দাৰ্শনিক অল্‌ডাছ হাক্স্‌লীয়ে কোৱাৰ দৰে "সকলো চিৰন্তন বস্তুৰে নিজৰ একোটা ৰূপ আছে। পৰিবৰ্ত্তন নঘটে।" অর্থনৈতিক ক্ষেত্ৰৰ স্বাৱলম্বিতাই চিৰন্তন গুণৰাশিৰ ধ্বংস সূচায়। এইষাৰ কথা আমি মনত ৰখা উচিত।

অসমীয়া সাহিত্যই আন সাহিত্যৰ ৰূপৰেখাৰ খবৰ ৰাখিছে। এইটো বৰ মঙ্গলৰ কথা। আত্মতুষ্টীয়াকৈ কোনো বস্তু কেতিয়াও বৃদ্ধিপ্ৰাপ্ত হব নোৱাৰে। সাম্প্ৰতিক যুগৰ সাহিত্য

জনসাধাৰণমুখী হৈছে। এইটো মঙ্গলৰ কথা। এই ক্ষেত্ৰত ভাৰতীয় প্ৰান্তীয় সাহিত্য বিশেষভাৱে আগবঢ়া উচিত। আমাৰ দেশখন জৰ্জৰিত, লাঞ্ছিত মানুহৰ দেশ। এইসকলৰ হৈ সাহিত্যাই যাক সাৱাস্তিৰ জানো?

গেলছৱৰ্ডি, ইবছেন বা জৰ্জ বাৰ্ণাৰ্ড খৰ লেখীয়াকৈ আমাৰ নাট্য-সাহিত্য আজি সমাজমুখী হৈছে। আচলতে সাহিত্যৰ প্ৰতিটো দিশেই সমাজমুখী হৈছে। নাট্য-সাহিত্যৰ কথা কওঁতে ৰঙ্গমঞ্চৰ কথা মনলৈ অহাটো তেনেই স্বাভাৱিক। মঞ্চৰ সাজ-সজ্জাৰ বিষয়ে জাপানত এবিধ 'নাও' নামেৰে সংযত পদ্ধতিৰ উদ্ভৱ হৈছে। ইয়াৰ প্ৰভাৱ বিশ্ব-সাহিত্যৰ ওপৰত, যাইকৈ বৰ্ত্তমান যুগৰ ইংৰাজী সাহিত্যৰ ওপৰত নপৰাকৈ থকা নাই। এই প্ৰভাৱ অসমীয়া নাট্য-সাহিত্য আৰু ৰঙ্গমঞ্চৰ ওপৰতো পৰিছে। জাপানৰ কলা-কৌশল সংযত হোৱাৰ দৰে, অসমৰ কলা-কৌশলো সংযত। জাপানৰ কথা কওঁতে মোৰ জাপানী কৱি ইয়ন নগুছিৰ ইংৰাজী ৰোমাণ্টিক কাব্যৰ বিশ্লেষণৰ কথা মনত পৰে। সংযত কলা-কৌশলৰ প্ৰমাণ আমাৰ প্ৰাচীন সাহিত্যতো আছে, সাম্প্ৰতিক সাহিত্যতো আছে।

উদ্যোগ-বিস্তাৰ নোহোৱা হেতুকে আমাৰ উপন্যাস সাহিত্য চালুকীয়া অৱস্থাৰ। জীৱন যিমান বিচিত্ৰ হয়, উপন্যাস সাহিত্য সিমান সমৃদ্ধিশালী হয়। এই ক্ষেত্ৰত অসমীয়া সাহিত্যৰ ওপৰত বিদেশী প্ৰভাৱ সুস্পষ্ট। পোনতে বিদেশীৰ আৰ্হিত আমাৰ উপন্যাস সাহিত্য বৰ্ণনাধৰ্ম্মী আছিল। এই ক্ষেত্ৰত মাক্স'ৰ আদৰ্শ সুস্পষ্ট। অৱশেষত ফ্ৰয়ড, য়ুং, এডলাৰ আদিৰ অনুপ্ৰেৰণাত ই মনস্তাত্বিক হবলৈ বাধ্য হয়। বিশ্বসাহিত্যৰ ক্ষেত্ৰত এইষাৰ কথা যেনেদৰে সঁচা, তেনেদৰে অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো সঁচা। মাৰ্ক্সে মানুহৰ মন যেনেদৰে সমাজমুখী কৰিছে, তেনেদৰে ফ্ৰয়ডে অন্তৰমুখী কৰিছে। ফ্ৰয়ড বা মাৰ্ক্স অধ্যয়ন কৰাত কোনো আপত্তি থাকিব নোৱাৰে।

বয়সত পূৰঠ নহলে জীৱনৰ অভিজ্ঞতা নাবাঢে বুলি কথা এষাৰ আছে। অভিজ্ঞতা পূৰঠ নহলে সাহিত্য, যাইকৈ উপন্যাস সাহিত্য ঠন ধৰি উঠাটো টান। বিশ্বসাহিত্যত ইয়াৰ অৱশ্যে ব্যতিক্ৰম নোহোৱা নহয়।

ফৰাছী সাহিত্যত সৌ সিদিনা কমবয়সীয়া ছোৱালী এজনীয়ে প্ৰথমশ্ৰেণীৰ উপন্যাস সৃষ্টি কৰি জগতক স্তম্ভিত কৰিছিল, তাৰ প্ৰমাণ আছে। সাম্প্ৰতিক যুগৰ অসমীয়া সাহিত্যৰ বিষয়েও এইষাৰ কথা কব পাৰি। ফ্লবাৰ্ট আৰু মোপাঁছাৰ অনুপ্ৰেৰণাত 'বাস্তৱতা'ৰ নামত এসময়ত ফৰাছী উপন্যাস আৰু গল্পসাহিত্য সম্পূৰ্ণৰূপে যৌনতাত্বিক হৈছিল। যৌন-তাত্বিকতাই পুথি একোখনৰ বজাৰত বিক্ৰি সহজ কৰিব পাৰে। সেইবুলি ই জানো ভাল সাহিত্য সৃষ্টি কৰিব পাৰে? কোনো কোনো পণ্ডিতে 'মহৎ সাহিত্য'ৰ কথা কয়। মহৎ সাহিত্য কি আজিও মই বুজা নাই—আৰ্হিৰ পিনৰপৰা মহৎ নে বিষয়বস্তুৰ পিনৰপৰা মহৎ? যি সাহিত্যাই সৰহ সংখ্যক মানুহৰ অন্তৰ স্পৰ্শ কৰে, সেয়ে জানো ভাল সাহিত্য নহয়? গভীৰভাৱে অন্তৰত সাঁচ বহুৱাব পৰাটো ভাল সাহিত্যৰ লক্ষণ। অস্কাৰ ৱাইল্ডে পুথিৰ বিষয়ে কৰা মন্তব্য এফাকি এইখিনিতে প্ৰণিধানযোগ্য। এইজনাই কিতাপ দুভাগত ভগাইছিল—'ভালকৈ ৰচিত কিতাপ'

আৰু 'বেয়াকৈ ৰচিত কিতাপ'। সংখ্যাৰ পিনৰপৰা ওাকৰীয়া হলেও ভালকৈ ৰচিত কিতাপে যে সাহিত্যৰ উঁৱাল চহকী কৰে, সেইবিষয়ে সন্দেহ নাই। আমাৰ উপন্যাস সাহিত্যৰ এইখিনিতে সাৰ্থকতা।

আমাৰ জীৱন বিচিত্ৰ নহয় যদিও, উপন্যাস সাহিত্যই ঠেকছিগা জীৱনৰ এই ৰূপটো প্ৰকাশ নকৰাকৈ থকা নাই। উপন্যাস সাহিত্যৰ মাদকতা সাৰ্ব্বজনীন। বহিৰ্জাগতিক পৰিৱেশৰ বুজ যেনেদৰে লয়, তেনেদৰে মনৰ সংঘাতৰো ই বুজ লয়। জীৱন সমৃদ্ধ নহলে মনৰ সংঘাত সমৃদ্ধ হব নোৱাৰে। ঔপন্যাসিক জেমছ্ জয়ছে অন্তঃস্ৰোতৰ কথা কৈছিল। জটিলতাৰ কাৰণে বিশ্বৰ জীৱন যথেষ্ট সমৃদ্ধিশালী আৰু বিচিত্ৰ। অনুন্নত দেশৰ জীৱন চেপাখোৱা বিধৰ হোৱাটো স্বাভাৱিক কথা।

আমাৰ সাহিত্যত বিশ্ব-সাহিত্যৰ বোৱতী সুঁতিৰ নানা পৰীক্ষা-নিৰীক্ষা চলিছে। আমাৰ সাহিত্যৰ কিবা যদি পৰিবৰ্ত্তন হৈছেও, সেই পৰিবৰ্ত্তন আৰ্হিৰহে পৰিবৰ্ত্তন। যাক চিৰন্তন বোলা হয়, সেই বস্তুৰ পৰিবৰ্ত্তন নহয়। চিৰন্তন বস্তু শাশ্বত। আমাৰ জীৱন বিচিত্ৰ আৰু সমৃদ্ধিশালী নহলে উপন্যাস সাহিত্য বিচিত্ৰ আৰু সমৃদ্ধিশালী হোৱাটো বিচাৰিব নোৱাৰি। বিশ্বসাহিত্যৰ আদৰ্শাত্মক অনুপ্ৰেৰণাত ৰজনী বৰদলৈৰপৰা বাপ্পা বৰুৱালৈকে উপন্যাস সাহিত্যৰ আৰ্হিৰ ভালেমান পৰিবৰ্ত্তন সংঘটিত হৈছে। ৰজনী বৰদলৈৰ উপন্যাসসমূহ সাধাৰণতে বুৰঞ্জীগত যদিও, সেইবোৰতো ডুখৰীয়া হলেও সমাজ-জীৱনৰ ছবি আছে। সকলো সৃষ্টিৰ গুৰিতে সমাজ-মন একোটাৰ প্ৰয়োজনীয়তা আছে। বিশ্বৰ উপন্যাস সাহিত্য অধ্যয়ন কৰিলে, এইষাৰ কথাৰ প্ৰমাণ ওলাই পৰে।

বঙ্গদেশীয় সাহিত্যৰ বাহিৰে ইংৰাজী ভাঙনিৰ জৰিয়তে আন প্ৰান্তীয় ভাষাৰ বস্তু অধ্যয়ন কৰিলে মোৰ মনত এটা কথাই প্ৰতিভাত হয়। সেইটো হৈছে—চুটি গল্প আৰু সাম্প্ৰতিক কবিতাৰ ক্ষেত্ৰত অসমীয়া সাহিত্য যথেষ্ট আগবঢ়া। এইবোৰ বটিয়াকৈ আন ভাষালৈ ভাঙি উলিয়াব পাৰিলে ই দেশৰ আৰু দহৰ কল্যাণ সাধন কৰিব। "আমি অসমীয়া নহওঁ দুখীয়া" বুলি কৈ থাকিলে লাভ নাই। দুখীয়া যে নহওঁ, তাৰ প্ৰমাণ হাতে-কামে দিব পাৰিলে ভাল। শঙ্কৰ-মাধৱৰ যুগত অসমীয়া সাহিত্য সৰ্বভাৰতীয় আদৰ্শাত্মক সাহিত্য আছিল। বৰ্ত্তমান ই আন্তৰ্জাতিক অনুপ্ৰেৰণাৰ বস্তু হবলৈ বাধ্য হৈছে। আমাৰ সাম্প্ৰতিক যুগৰ সাহিত্য ফঁহিয়াই চালে, এইষাৰ কথা স্পষ্ট হৈ পৰিব।

কোনো কোনো পণ্ডিতৰ মতে, সাম্প্ৰতিক সাহিত্য স্পন্দনহীন 'দুৰ্ব্বোধ্য' সৃষ্টি। এইষাৰ কথা কিমানদূৰ সঁচা, ভাবি চাবলগীয়া। পোনতে আনৰ অনুপ্ৰেৰণাত ৰচিত প্ৰতিটো বস্তুৱেই 'দুৰ্ব্বোধ্য' বুলি পৰিগণিত হয়। ৰোমাণ্টিক যুগৰ নতুন সাহিত্য কোনো কোনোৰ মতে 'দুৰ্ব্বোধ্য' আছিল। কেৱল বিহুগীত বা বনগীত সুৰীয়া কাব্য ৰচনা কৰিয়েই যুগ এটা সৰহদূৰ আগবাঢ়িব নোৱাৰে। 'জয়ন্তীযুগ'ত আৱিষ্কৃত প্ৰগতিশীল সাহিত্যৰ উত্থান যেনেদৰে হয়, তেনেদৰে পতনো হয়। এই পতনৰ অন্তৰালে কাৰণ নথকা নহয়। পুথি এখনত অলডইছ হাক্সলীয়ে কোৱা কথা

এখাৰ প্ৰয়োগ কৰি কব পাৰি—সাহিত্যৰ সৌন্দৰ্য্য সৃষ্টি কৰিব নোৱৰাৰ হেতুকেই, নাইবা আমাৰ প্ৰদেশত শিল্প-উদ্যোগৰ বিস্তাৰ নোহোৱা হেতুকেই, এই সাহিত্য ইংৰাজী সাহিত্য-যুৱজীৱ জৰ্জ্জিয়ান কাব্য যুগটোৰ দৰেই পতনমুখী হবলৈ বাধ্য হৈছিল।

সাম্প্ৰতিক অসমীয়া কবিতা বিদেশী কবিতাৰ দৰে প্ৰতীক্ সমৃদ্ধ। এইবোৰ শব্দ-সৰ্ব্বস্ব নহয়, ভাব-সৰ্ব্বস্বহে। প্ৰতীকবাদী আন্দোলনৰ জন্ম হয় পোনতে ফৰাচী দেশত। টি, এছ, ইলিয়টৰ জৰিয়তে ই বিশ্বসাহিত্যলৈ আহে। টি, এছ, ইলিয়ট আমাৰ আধুনিক কবিতাৰ অনুপ্ৰেৰণা। সেইবুলি আনলৈ চোৱাতকৈ নিজৰ প্ৰাচীন সাহিত্যৰ পম খেদাটো জানো ভাল নহব? অসমীয়া ৰামায়ণত আছে:

"মুখ তোলা চন্দ্ৰবদনী
চাওঁ মই চন্দ্ৰোদয়।"

অশোক বনত সীতাক বন্দিনী কৰি থওঁতে ৰাৱণে এইষাৰ কথা কৈছিল। সীতাৰ মুখখন দেখিবলৈ জোনটোৰ লেখীয়া। ইয়াকে প্ৰাচীন কবিয়ে প্ৰতীকৰ জৰিয়তে কৈছে। নাৰীৰ মুখ জোনৰ সৈতে বিজোৱা উদাহৰণ বিহুগীততো আছে। যেনে:

"চেনাইৰে মুখলৈ
চাই নো পঠিয়ালো
যেন পূৰ্ণিমাৰে জোন।"

প্ৰতীকৰ ক্ষেত্ৰত বিশ্বৰ আন সাহিত্যৰপৰা ধাৰ কৰা হৈছে যদিও এই বিষয়ে আমাৰ প্ৰাচীন সাহিত্য বহুতো সমৃদ্ধিশালী। পণ্ডিতসকলৰ মতে, প্ৰতীক দুবিধ। এবিধ হৈছে 'ৰাজহুৱা প্ৰতীক' আৰু আনবিধ হৈছে 'ব্যক্তিগত প্ৰতীক'। ৰাজহুৱা প্ৰতীক সমাজত জীণ যোৱা বস্তু। সেই কাৰণে ইয়াক সকলোৱে চিনি পায়। আধুনিক কবি-শিল্পীয়ে ব্যক্তিগত প্ৰতীক অনাজাত কৰিছে। এইখিনিতে দুয়োবিধ বস্তুৰ পাৰ্থক্য। নিজৰ ঘৰৰ বস্তু চিনি নোপোৱাটো মাৰাত্মক কথা।

এই বিষয়ে সৰহকৈ কৈ "থাল খান্দি ঘৰিয়াল চপাই" আনিব খোজা নাই। সাধাৰণতে এইখিনিতে প্ৰশ্ন হয়, প্ৰগতিৰ অৰ্থ কি? আজি যাক প্ৰগতিশীল বুলিছোঁ, কাইলৈ সি জানো আগুপুৰণি নোহোৱাকৈ থাকিব? প্ৰগতিশীলতাৰ অৰ্থ হৈছে নিয়াবিকৈ সজা, শোষণহীন সমাজ। এনেকৈয়ে মই ভাবো। এনে এখন সমাজ অৰ্থ নৈতিক, সামাজিক, সংস্কৃতিগত, ভাষাগত, সকলো ক্ষেত্ৰতে ন্যায়পৰায়ণ সমাজ। শোষণ-যুক্ত সমাজ বিপদ-সঙ্কুল সমাজ।

ভাৰতীয় আনবোৰ প্ৰান্তীয় ভাষাৰ বিজনিত যিটো ভাষাত পোনতে গদ্য-সাহিত্যৰ উদ্ভৱ হৈছিল, সেইটো ভাষাৰ গদ্য-সাহিত্যৰ বিষয়ে নকৈ জানো কব লাগিব? ইংৰাজ লেখক এইচ্, জি, ওৱেলছ্ৰ মতে ভাল গদ্য সাহিত্যৰ কাৰণে কল্পনাৰ প্ৰয়োজন, সেই বুলি এই কল্পনা ৰোমাণ্টিক যুগৰ কবি-শিল্পীৰ উদভ্ৰান্ত কল্পনা নহয়। যি কল্পনাই মানুহৰ মনত চিন্তধৰ্মী ভাৱাবেগৰ সৃষ্টি কৰে, তেনেধৰণৰ কল্পনাৰ কথাহে মনীষীজনাই কৈছে। মোৰ মনেৰে ভাল

গন্ত সাহিত্য কথিত ভাষাৰ আহিঁৰ, পোণপটীয়া ধৰণৰ হব লাগে। এইবিষয়ে সৰহকৈ আৰু কব খোজা নাই। ইতিমধ্যে আমাৰ সাহিত্যত উপন্যাস আৰু চুটি গল্প ৰচনা হোৱাৰ দৰে ৰচনা সাহিত্য বা সমালোচনা সাহিত্যৰ উন্নৱ হৈছে। সমালোচনা সাহিত্য ঈৰ্ষা-প্ৰণোদিত মন্তব্যৰ শাৰীৰপৰা উৰ্দ্ধলৈ উঠিব লাগিব। আনক অযথা আক্ৰমণ কৰাতকৈ নিজে সাহিত্য সৃষ্টিৰ ব্ৰতত ব্ৰতী হোৱাটো উচিত। আমাৰ সাহিত্যৰ বাবে কৰিবলগীয়া এতিয়াও বহুত কাম আছে। যিবোৰ বিভাগত অসমীয়া সাহিত্য দুৰ্ব্বল, সেইবোৰ বিভাগত প্ৰতিভাশালীসকল ব্ৰতী হোৱা উচিত।

গাওঁ-ভূঁএে স্থাপিত পুথিভঁৰালৰ জৰিয়তে অসমীয়া সাহিত্যৰ যথেষ্ট জনপ্ৰিয়তা বাঢ়িছে। সেইবিষয়েও সন্দেহ নাই। পুথিৰ প্ৰকাশকসকলে এই বিষয়ে যথেষ্ট বৰঙণি যোগাইছে। অভাৱ-গ্ৰস্ত হোৱা হেতুকে মানুহ একোজনে নিজে কিতাপ কিনি পঢ়াটো অসম্ভৱ। এই কাৰণেই ৰাজহুৱা পুথিভঁৰালৰ প্ৰয়োজন। অৰ্থনৈতিক ক্ষেত্ৰত আমাৰ নিচিনা অনুন্নত দেশ এখনত পুথিভঁৰালৰ বিশেষ প্ৰয়োজনীয়তা আছে। পুথিভঁৰালে যেতিয়াই আন্দোলন হৈ দেখা দিয়ে, তেতিয়াই দেশৰ কাৰণে মঙ্গল। পুথিভঁৰালৰ ওপৰত কেৱল নিৰ্ভৰশীল নহৈ অৰ্থশালীসকলে মাহেকীয়া থৰছৰ তালিকাত কিতাপ কিনাটো অন্তৰ্ভুক্ত কৰি লব পাৰিলে অসমীয়া সাহিত্যৰ প্ৰচাৰ বহুগুণে বাঢ়িব। পকীঘৰত থাকিলেই নাইবা ধূলি উৰুৱাই মটৰগাড়ীত বিচৰণ কৰিলেই ব্যক্তি একোজন মহৎ নহয়। ব্যক্তিৰ সমষ্টিয়েই সমাজ উন্নত কৰিবলৈ হলে, আন বছা বছা গুণৰ লগতে ব্যক্তি একোজনে অধ্যয়নৰ অভ্যাস কৰাটো উচিত। "মই অসমীয়া কিতাপ নপঢ়ো" বুলি গৰ্ব্ব কৰাৰপৰা লাভ জানো কিবা আছে? মাতৃভাষা অসমীয়া হোৱা সত্বেও অসমীয়া কিতাপ নপঢ়াজনে কোনো কিতাপকে নপঢ়ে। আচলতে কিতাপ পঢ়োঁতাজনে মাতৃভাষাত ৰচিত কিতাপক কেতিয়াও এনেদৰে আওকাণ নকৰে।

ইংৰাজী ভাষাত ৰচনা কৰিব পাৰিলেও নিজৰ মাতৃভাষাত কিতাপ ৰচনা কৰিব পৰাটোহে ভাল কথা। নিজৰ ভাষাক চহকী কৰোঁ বুলি নাইবা অৰ্থৰ আশাত কোনোবাই যদি কিতাপ ৰচনা কৰে, তেন্তে সেই কিতাপ বেয়া বস্তু হবলৈ বাধ্য। সেইদৰে ধন আহিলেও পাঠ্য-পুথি ৰচোঁতাজন কেতিয়াও ভাল সাহিত্যিক হব নোৱাৰে। সকলোৰে কৰ্ম্মবিভাগ থকাৰ দৰে সাহিত্যৰো আছে। অৰ্থলাভৰ আশাত কিতাপ ৰচনা কৰাৰ কথা এই কাৰণেই কৈছোঁ—কেতিয়াবা মোক কিবা প্ৰবন্ধপাতি লেখা দেখিলেই এজন উচ্চশিক্ষিত ধনী বন্ধুৱে সদায় সোধে : "এইটোৰপৰা কিমান টকা পাব?" নিজে দুখীয়া যদিও জানো, কিতাপক একমাত্ৰ উপাৰ্জ্জনৰ পথ বুলি গণিতা কৰাটো বৰ শুদ্ধ কথা নহয়।

সেইবুলি গ্ৰন্থকাৰৰ জীৱনত যে অৰ্থৰ বিশেষ প্ৰয়োজন নাই, এইষাৰ কথাও বৰ সঁচা নহয়। শিল্পী-সাহিত্যিক মৌ-পিয়া চৰাই নহয়। মৌ চুহিবলৈকো ফুলত মৌ থাকিব লাগিব। এই ক্ষেত্ৰত প্ৰকাশকসকলৰ নিজৰ এক দায়িত্ব আছে। দুখীয়া লেখকৰ মূৰৰ ঘিউ কাঢ়ি প্ৰকাশক-সকলে চহকী হবলৈ যোৱাটো ভুল কথা। এইসকলে দুখীয়া লেখকৰ পৰিশ্ৰমৰ কথা চিন্তা

কৰিব লাগিব। কিভাপ একোখন ৰচনা কৰোঁতে শিল্পী-সাহিত্যিকজনৰ কিমান শ্ৰম আৰু কষ্ট হয়, নেদেখা জনেহে জানে।

ধৰ্ম্ম আন্দোলনক শক্তিশালী কৰি গঢ়ি তোলাৰ মানসেৰে শঙ্কৰ-মাধৱে নাইবা আন বৈষ্ণৱ গুৰু-কৱিসকলে পুথি ৰচনা কৰিছিল। প্ৰত্যেক আন্দোলনৰ গুৰিতে সাহিত্যবস্তু আছে। শঙ্কৰ-মাধৱে আৰু বৈষ্ণৱ গুৰু-কৱিসকলে এইখাৰ কথা বঢ়িয়াকৈ বুজিছিল। অস্বীকাৰ কৰি লাভ নাই, সেইসকলে আধ্যাত্মবাদী সাহিত্য সৃষ্টি কৰিছিল।

যি সাহিত্যই মানুহৰ মন চিৰকলীয়াকৈ পোহৰ কৰে, তেনে সাহিত্যহে বিশ্বজনীন আৰু সৰ্ব্বব্যাপী হোৱাটো সম্ভৱ। ৰচনা কৌশলৰ প্ৰয়োজনীয়তা আছে। সেইবুলি বিষয়বস্তুৰ প্ৰয়োজনীয়তাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। সঁচা কথা, ফাপৰে ধৰা কুকুৰ এটা চিত্ৰশিল্পীৰ যাদুস্পৰ্শত মোহনীয় হৈ উঠাটো একো আচৰিত কথা নহয়। ৰচনা কৌশলৰ কথা অস্বীকাৰ কৰা নাছিল যদিও শঙ্কৰ-মাধৱে নাইবা আন বৈষ্ণৱ কৱি-শিল্পী সমাজে বিষয়বস্তুৰ কথাও অস্বীকাৰ নকৰিছিল। শিক্ষিত সমাজৰ মানুহৰ মাজত থকাৰ দৰে, অনাখৰী সমাজৰ মানুহৰ মাজতো শঙ্কৰ-মাধৱৰ প্ৰভাৱ আঁছে। নহলে খৰিকটীয়া মানুহ এজনৰ মুখত বৰগীত ধ্বনিত হয় কেনেকৈ? বৰগীতৰ সুৰ লৈ সুধীসমাজৰ মাজত মতানৈক্য আছে। ই যে ভাৰতীয় ৰাগ-প্ৰধান সঙ্গীত আঁচনিৰ অন্তৰ্ভুক্ত, সেই বিষয়ে মহাপণ্ডিত ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায় ডাঙৰীয়াই মন্তব্য কৰিছে।

লোকগীতৰ ক্ষেত্ৰত গোৱালপাৰা যথেষ্ট সমৃদ্ধিশালী। ভাষাৰ পিনৰপৰা চাবলৈ গলে, এইবোৰ বনগীত বা বিহুগীতৰ দৰেই আওপুৰণি নহয়। এইবোৰ বৈষ্ণৱ যুগৰ পিছৰ সৃষ্ট বস্তু বুলি কোনোবাই কলে তাক জানো অস্বীকাৰ কৰিবপৰা হব?

লোক-সাহিত্য হৈছে জন-সমাজৰ বস্তু। এইবোৰ একোখন নিৰ্ম্মল অজটিল সমাজৰ বস্তু। এনে এখন সমাজেহে, কোছত কেঁচুৱা নচুৱাই মাকে আকাশৰ জোনটোক "জোনবাই এ বেজী এটি দিয়া" বুলি নিচুকাব পাৰে। সেইকাৰণে ভাষাৰ পিনৰপৰা নহলেও সামাজিক দৃষ্টিকোণৰপৰা চাই, এইবোৰক আওপুৰণি বস্তু বোলা হৈছে। সেই কাৰণেই এইবোৰক লোক-সাহিত্য বোলা হয়। কেৱল বৰগীতৰেই নহয়, গোৱালপৰীয়া লোকগীতৰো অধ্যয়ন আৰু গৱেষণা হোৱাটো উচিত। হাড়ে-হিমজুৱে গোৱালপাৰা অসমৰ অবিচ্ছেদ্য অঙ্গ। প্ৰাচীন কালত আজিৰ গোৱালপাৰা জিলা অতিক্ৰম কৰি অসমৰ সীমা প্ৰবাহিত হৈছিল। কেৱল লোকগীতেই নহয়, গোৱালপৰীয়া সংস্কৃতিৰো বিশেষ অধ্যয়ন আৰু গৱেষণা হোৱা উচিত। এই কাম অসম সাহিত্য সভাই কৰিব পাৰে।

অসম সাহিত্য সভাই একো কৰা নাই বুলি সমালোচনা কৰিলেই কেৱল নহব। ই কি কি কৰিব লাগে বা কি কি কৰাটো উচিত হব, সেই বিষয়ে দিহা-পৰামৰ্শ দিয়াটো ভাল হব। মোৰ আগত মন্ত্ৰী এজনে এবাৰ অসম সাহিত্য সভাই ৰাজনীতিৰ বাহিৰে আন একো কৰা নাই বুলি কৈছিল। অসমীয়া ভাষা অসমৰ ৰাজ্যিক ভাষা হব লাগে বুলি কোৱাটো

জানো ৰাজনীতি? এই একেষাৰ কথাকে জানো প্ৰধানমন্ত্ৰী নেহৰুৱে এসময়ত কোৱা নাছিল? অসম সাহিত্য সভাই যে ন ন কিতাপ প্ৰকাশ কৰিছে, সেইষাৰ কথা জানো সুই কৰিব পাৰি? জনা হলে মন্ত্ৰীজনাই এনেদৰে অজ্ঞতাৰ পৰিচয় নিদিলেহেঁতেন।

ব্যক্তি একোজনৰ দৰে কলেবৰ কেৱল ডাঙৰ হলেই অনুষ্ঠান একোটা সমৃদ্ধিশালী হৈছে বুলিব নোৱাৰি। বৰ্ত্তমান অসম সাহিত্য সভাৰ শাখা-প্ৰশাখা বাঢ়িছে। বছেৰেকত এবাৰ সাৰ নাপাই এইবাবে সাহিত্য সভাৰ আঁচনি অনুসাৰে কাম কৰা উচিত। ইয়াৰ বাবে আঁচনি প্ৰস্তুত কৰাৰ উপৰিও আঁচনি অনুসাৰে কাম হৈছে নে নাই হোৱা চাবলৈ পৰিদৰ্শক নিযুক্ত হৈছে জানো? যিবোৰ অনা-অসমীয়া অঞ্চলত বা অনুষ্ঠানত অসমীয়া ভাষা শিক্ষাৰ ব্যৱস্থা হৈছে, সেইবোৰত কাম হৈছে নে নাই হোৱা চোৱাটো অসম সাহিত্য সভাৰ কৰ্ত্তব্য। এনেবোৰ বিষয়ত নিজে একো কৰিব নোৱাৰিলেও চৰকাৰক অসম সাহিত্য সভাই সকিয়াই দিয়াটো উচিত হব।

অসম সাহিত্য সভা যে অৰ্থকৰী অনুষ্ঠান নহয়, সেইষাৰ কথা জানো। পৰিশোধ কৰিবলগীয়া ঋণ ইয়াৰ বহুতো আছে। সেইপিনৰপৰা সভাপতিৰ সময় তেনেই তাকৰীয়া। এইষাৰ কথা ব্যক্তিগত ভাৱে কোৱা নাই, সমূহীয়া ভাৱেহে কৈছোঁ। কথাষাৰ সুধীসমাজে এবাৰ ভাবি চালে সুখ পাম।

হে সাহিত্যপ্ৰেমী ৰাইজ, আপোনাসকলৰ এই মৰমৰ বাবে দুনাই শ্ৰদ্ধা জনাই আজিলৈ সামৰিব খুজিছোঁ। এই অভাজনক সৰ্বসাধাৰণ ৰাইজে পাহৰিলেও অসমীয়া ভাষা-সাহিত্যৰ পূজাৰীসকলে পাহৰা নাই। কথাষাৰ ভাবি বৰ সুখ পাইছোঁ। সকলোৰে কল্যাণ হওক— ইয়াকে প্ৰাৰ্থনা জনাই আজিলৈ সামৰিলোঁ।

---

# উপৰিশিষ্ট

## সভাপতিসকল

### (ক) মূল অধিৱেশন

১। পদ্মনাথ গোহাঞি বৰুৱা, ৰায়বাহাদুৰ ( শিৱসাগৰ, ১৯১৭, ডিচেম্বৰ )
২। চন্দ্ৰধৰ বৰুৱা, সাহিত্য-ৰত্ন ( গোৱালপাৰা, ১৯১৮, ডিচেম্বৰ )
৩। কালিৰাম মেধি এম-এ ( বৰপেটা, ১৯১৯, ডিচেম্বৰ )
৪। পণ্ডিত হেমচন্দ্ৰ গোস্বামী ( তেজপুৰ, ১৯২০, ডিচেম্বৰ )
৫। অমৃতভূষণ দেৱ অধিকাৰী, দলগোমাৰ সত্ৰাধিকাৰ ( যোৰহাট, ১৯২৩, মাৰ্চ )
৬। কনকলাল বৰুৱা বি-এল , চি-আই-ই, ৰায়বাহাদুৰ ( ডিব্ৰুগড, ১৯২৪, এপ্ৰিল )
৭। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা বি-এ ( গুৱাহাটী, ১৯২৪, ডিচেম্বৰ )
৮। ৰজনীকান্ত বৰদলৈ বি-এ ( নগাওঁ, ১৯২৫, ডিচেম্বৰ )
৯। বেণুধৰ ৰাজখোৱা বি-এ ( ধুবুৰী, ১৯২৬, অক্টোবৰ )
১০। দেশভক্ত তৰুণৰাম ফুকন, বাৰ-এট-ল ( গোৱালপাৰা, ১৯২৭ অক্টোবৰ )
১১। কমলাকান্ত ভট্টাচাৰ্য্য, অগ্নিকবি ( যোৰহাট, ১৯২৯, মাৰ্চ )
১২। মফিজুদ্দিন আহমেদ হাজৰিকা ( গোলাঘাট, ১৯৩০, মাৰ্চ )
১৩। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী ( শিৱসাগৰ, ১৯৩১, ডিচেম্বৰ )
১৪। জ্ঞানদাভিৰাম বৰুৱা, বাৰ-এট-ল ( উত্তৰ লখীমপুৰ, ১৯৩৩, ডিচেম্বৰ )
১৫। আনন্দচন্দ্ৰ আগৰৱালা, ভাঙনি কোঁৱৰ, ৰায়বাহাদুৰ ( মঙ্গলদৈ, ১৯৩৪, ডিচেম্বৰ )
১৬। ৰঘুনাথ চৌধাৰী, বিহগীকবি ( তেজপুৰ, ১৯৩৬, এপ্ৰিল )
১৭। শ্ৰীকৃষ্ণকান্ত সন্দিকৈ এম-এ ( কলিঃ, অক্সেন্ ), ( গুৱাহাটী, ১৯৩৭, ডিচেম্বৰ )
১৭। (ক) হেড়ম্বপ্ৰসাদ বৰুৱা এম-এ, বি-এল, ৰায়বাহাদুৰ
( বিশেষ অধিৱেশন, যোৰহাট, ১৯৩৯, এপ্ৰিল )
১৮। ডঃ ময়িদুল ইচলাম বৰা এম-এ, বি-এল, পি-এইচ্-ডি
( যোৰহাট, ১৯৪০, ডিচেম্বৰ )
১৯। শ্ৰীনীলমণি ফুকন বি-এ, বাগ্মীবৰ ( শিৱসাগৰ, ১৯৪৪, অক্টোবৰ )
২০। শ্ৰীনীলমণি ফুকন বি-এ ( ডিব্ৰুগড়, ১৯৪৭, এপ্ৰিল )
২১। অম্বিকাগিৰী ৰায়চৌধুৰী, অসমকেশৰী ( মাৰ্ঘেৰিটা, ১৯৫০, মাৰ্চ )

২২। ডঃ সূৰ্য্যকুমাৰ ভূঞা এম-এ, বি-এল, পি-এইচ-ডি, ডি-লিট

( শিলং, ১৯৫৩, নৱেম্বৰ )

২৩। শ্ৰীমতী নলিনীবালা দেৱী ( যোৰহাট, ১৯৫৪, ডিচেম্বৰ )

২৪। যতীন্দ্ৰনাথ দুৱৰা, বনফুলৰ কবি ( গুৱাহাটী, ১৯৫৫, ডিচেম্বৰ )

২৫। শ্ৰীবেণুধৰ শৰ্মা ( ধুবুৰী, ১৯৫৬, ডিচেম্বৰ )

২৬। পদ্মধৰ চলিহা এম-এ, বি-এল ( তিনিচুকীয়া, ১৯৫৮, এপ্ৰিল )

২৭। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি ( নগাওঁ, ১৯৫৯, এপ্ৰিল )

২৮। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী এম-এ, বি-এল ( পলাশবাৰী, ১৯৬০, অক্টোবৰ),

( গোৱালপাৰা, ১৯৬১, অক্টোবৰ )

২৯। ৰত্নকান্ত বৰকাকতী, শেৱালি কবি ( নাজিৰা, ১৯৬৩, এপ্ৰিল )

৩০। শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত ( ডিগবৈ, ১৯৬৪, এপ্ৰিল )

৩১। ডিম্বেশ্বৰ নেওগ এম-এ, বি-টি ( নলবাৰী, ১৯৬৫, জানুৱাৰী )

৩২। শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা বি-এ, ধ্বনি-কবি ( উত্তৰ লখীমপুৰ, ১৯৬৬, মাৰ্চ )

৩৩। নকুলচন্দ্ৰ ভূঞা ( ডিব্ৰুগড়, ১৯৬৬/৬৭, ডিচেম্বৰ/জানুৱাৰী )

৩৪। জ্ঞাননাথ বৰা, বি-এল ( তেজপুৰ, ১৯৬৮, জানুৱাৰী )

৩৫। শ্ৰীআনন্দচন্দ্ৰ বৰুৱা, বকুলবনৰ কবি ( বৰপেটা, ১৯৬৯ )

৩৬। শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু এম-এ, বি-এল ( ধিং, ১৯৭০, ফেব্ৰুৱাৰী )

৩৭। শ্ৰীতীৰ্থনাথ শৰ্মা এম-এ ( মাকুম, ১৯৭১, এপ্ৰিল )

৩৮। শ্ৰীহেম বৰুৱা এম-এ ( তেজপুৰ, ১৯৭২, এপ্ৰিল )

৩৯। শ্ৰীগিৰিধৰ শৰ্মা, এম-এ ( ৰঙিয়া, ১৯৭৩, ফেব্ৰুৱাৰী )

## (খ) অভ্যৰ্থনা সমিতি

১। গুণানন বৰুৱা বি-এল, শিৱসাগৰ

২। জমিদাৰ যতীন্দ্ৰনাৰায়ণ চৌধুৰী, গোৱালপাৰা

৩। ৰামপ্ৰসাদ দাস বি-এল, বৰপেটা

৪। দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা বি-এল, তেজপুৰ

৫। দানবীৰ ৰাধাকান্ত সন্দিকৈ, যোৰহাট

৬। শিৱৰাম শৰ্মা বি-এল, ডিব্ৰুগড

৭। সত্যনাথ বৰা বি-এল, গুৱাহাটী

৮। জ্ঞানদাভিৰাম বৰুৱা, নগাওঁ

৯। জমিদাৰ ৰবীন্দ্ৰনাৰায়ণ চৌধুৰী ; ধুবুৰী

১০। জমিদাৰ ভোলানাথ চৌধুৰী, গোৱালপাৰা

১১। শিৱপ্ৰসাদ বৰুৱা, ৰায়বাহাদুৰ, যোৰহাট
১২। ব্ৰহ্মানন্দ দত্ত বি-এল, গোলাঘাট
১৩। ভুবনচন্দ্ৰ গগৈ, শিৱসাগৰ
১৪। শ্ৰীসৰ্বেশ্বৰ বৰুৱা বি-এল, উত্তৰ লখীমপুৰ
১৫। শ্ৰীতপেশ্বৰ শৰ্মা বি-এল, মঙলদৈ
১৬। আনন্দচন্দ্ৰ আগৰৱালা, ৰায়বাহাদুৰ, তেজপুৰ
১৭। লোকপ্ৰিয় গোপীনাথ বৰদলৈ এম-এ, বি-এল, গুৱাহাটী
১৮। হেড়ম্বপ্ৰসাদ বৰুৱা, ৰায়বাহাদুৰ, যোৰহাট
১৯। মুহিবুল্লা বি-এ, শিৱসাগৰ
২০। বেণুধৰ ৰাজখোৱা বি-এ, ডিব্ৰুগড়
২১। শ্ৰীবিপিনকুমাৰ বৰগোহাঞি এম-এ বি-এল, মাৰ্ঘেৰিটা
২২। মতিৰাম বৰা এম-এ, বি-এল, শ্বিলং
২৩। ৰাধানাথ ফুকন এম-এ, বি-এল, যোৰহাট
২৪। ন্যায়াধীশ হলীৰাম ডেকা এম-এ, বি-এল, গুৱাহাটী
২৫। প্ৰমথনাথ চক্ৰবৰ্তী বি-এল, ধুবুৰী
২৬। সোমেশ্বৰ বৰুৱা, তিনিচুকীয়া
২৭। মহীচন্দ্ৰ বৰা বি-এল, নগাওঁ
২৮। শ্ৰীঅম্বলাকান্ত গোস্বামী এম-এ, বি-এল, পলাশবাৰী
২৯। খগেন্দ্ৰনাথ নাথ, গোৱালপাৰা
৩০। শ্ৰীবেদনাথ বৰঠাকুৰ, নাজিৰা
৩১। শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, ডিগবৈ
৩২। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী এম-এ, বি-এল, নলবাৰী
৩৩। শ্ৰীযোগানন্দ বৰগোহাঞি এম-এ, উত্তৰ লক্ষীমপুৰ
৩৪। শ্ৰীলক্ষ্মীপ্ৰসাদ দত্ত এম-এ, বি-এল, ডিব্ৰুগড়
৩৫। শ্ৰীকমলাপ্ৰসাদ আগৰৱালা, তেজপুৰ
৩৬। শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী বি-এল, বৰপেটা
৩৭। শ্ৰীচন্দ্ৰকান্ত বৰকাকতী, খিং
৩৮। শ্ৰীৰমেশচন্দ্ৰ বৰুৱা, মাকুম
৩৯। শ্ৰীদীনেশৰঞ্জন সৰকাৰ বি-এল, ধুবুৰী
৪০। শ্ৰীপ্ৰাণেশ্বৰ শৰ্মা বি-এ., বঙিয়া

## (গ) বুৰঞ্জী শাখা

১। হিতেশ্বৰ বৰবৰুৱা, নগাওঁ, ১৯২৫
২। ডঃ সূৰ্য্যকুমাৰ ভূঞা, ধুবুৰী, ১৯২৬
৩। প্ৰমথনাথ চক্ৰৱৰ্তী বি-এল, যোৰহাট, ১৯২৮
৪। ৰজনীকুমাৰ পদ্মপতি, গোলাঘাট, ১৯২৯
৫। সোণাৰাম চৌধুৰী, শিৱসাগৰ, ১৯৩১
৬। সৰ্বেশ্বৰ শৰ্মা কটকী, উত্তৰ লখীমপুৰ, ১৯৩৩
৭। কণকলাল বৰুৱা, ৰায়বাহাদুৰ, গুৱাহাটী, ১৯৩৭
৮। সৰ্বানন্দ ৰাজকুমাৰ বি-এল, ডিব্ৰুগড়, ১৯৪৭
৯। শ্ৰীবেণুধৰ শৰ্মা, শ্বিলং, ১৯৫৩
১০। শ্ৰীসুৰেশচন্দ্ৰ ৰাজখোৱা এম-এ, এম-এল, যোৰহাট, ১৯৫৪
১১। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, গুৱাহাটী, ১৯৫৫
১২। ৰূপনাথ ব্ৰহ্ম বি-এল, ধুবুৰী, ১৯৫৬
১৩। ৰাজমোহন নাথ বি-ই, তিনিচুকীয়া, ১৯৫৮
১৪। পদ্মেশ্বৰ গগৈ, নগাওঁ, ১৯৫৯
১৫। শ্ৰীপ্ৰেমধৰ চৌধুৰী এম-এ, গোৱালপাৰা, ১৯৬১
১৬। ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰী, নাজিৰা ১৯৬২
১৭। সৰ্বেশ্বৰ বৰুৱা বি-এল, নলবাৰী, ১৯৬৪
১৮। শ্ৰীকৰুণানন্দ দত্ত এম-এ, উত্তৰ লখীমপুৰ, ১৯৬৬
১৯। কেশৱনাৰায়ণ দত্ত এম-এ, বি-এল, ডিব্ৰুগড ১৯৬৭
২০। শ্ৰীগুণগোবিন্দ দত্ত এম-এ, বি-এল, তেজপুৰ, ১৯৬৮
২১। শ্ৰীলক্ষ্মীপ্ৰসাদ দত্ত এম-এ, বি-এল, বৰপেটা, ১৯৬৯
২২। শ্ৰীভুৱনচন্দ্ৰ সন্দিকৈ বি-এ, ধিং ১৯৭০
২৩। ডঃ হেৰম্বকান্ত বৰপূজাৰী, ধুবুৰী, ১৯৭২
২৪। শ্ৰীমুৰাৰিচৰণ দাস, ৰঙিয়া ১৯৭৩

## (ঘ) বিজ্ঞান-শাখা

১। জীৱনৰাম ফুকন এম-এচ-চি, বি-এল, ডিব্ৰুগড়, ১৯৪৭
২। অধ্যক্ষ শ্ৰীবি. এম পিউ, শ্বিলং, ১৯৫৩
৩। ডঃ হিৰণ্যচন্দ্ৰ ভূঞা, যোৰহাট, ১৯৫৪
৪। ডঃ ৰোহিণীকান্ত বৰুৱা, গুৱাহাটী, ১৯৫৫

৫। শ্ৰীহৰিপ্ৰসাদ বৰুৱা, বি-ই, তিনিচুকীয়া, ১৯৫৮
৬। ডঃ পবনচন্দ্ৰ মহন্ত, নগাওঁ, ১৯৫৯
৭। ডঃ কালীনাথ শৰ্মা, ডিব্ৰুগড়, ১৯৬৭

## (ঙ) দৰ্শন-শাখা

১। ষড়ানন তৰ্কতীৰ্থ, ধুবুৰী, ১৯২৬
২। ৰাধিকানন্দ চৌধুৰী, ( প্ৰশান্তমূৰ্তি ), গুৱাহাটী, ১৯৩৭

## (চ) অৰ্থনীতি-শাখা

১। উমাকান্ত গোস্বামী, এম-এ, গুৱাহাটী, ১৯৩৭

## (ছ) পুথি-ভঁড়াল-শাখা

১। ৰামেশ্বৰ বৰুৱা, বি-এ, বি-টি, গুৱাহাটী, ১৯৩৭

## (জ) আলোচনা চক্ৰ

১। ন্যায়াধীশ হলীৰাম ডেকা, তিনিচুকীয়া, ১৯৫৮
২। ডঃ মহেশ্বৰ নেওগ, নগাওঁ, ১৯৫৯
৩। শ্ৰীযুত তীৰ্থনাথ শৰ্মা, মিৰ্জা, ১৯৬০
৪। শ্ৰীমতী ইন্দিৰা মিৰি বি-এড, নাজিৰা, ১৯৬৩
৫। শ্ৰীযুত দেৱকান্ত বৰুৱা, ডিগবৈ, ১৯৬৪
৬। শ্ৰীহেম বৰুৱা, নলবাৰী, ১৯৬৫
৭। শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী এম-এ, বি-এল, উত্তৰ লখীমপুৰ, ১৯৬৬
৮। ডঃ মহেশ্বৰ নেওগ, ডিব্ৰুগড়, ১৯৬৭
৯। ডঃ যোগীৰাজ বসু, তেজপুৰ ১৯৬৮
১০। ডঃ মহেন্দ্ৰ বৰা, বৰপেটা, ১৯৬৯
১১। শ্ৰীবিপিনকুমাৰ বৰগোহাঁই, এম-এ, বি-এল, ধিং, ১৯৭০
১২। ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, মাকুম, ১৯৭১
১৩। শ্ৰীফণীন্দ্ৰচন্দ্ৰ বৰুৱা, ধুবুৰী ১৯৭২
১৪। শ্ৰীছগনলাল জৈন, এম-এ, বি-এল

## (ঝ) সঙ্গীত-শাখা

১। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ বি-এ, ডিব্ৰুগড়, ১৯২৪
২। ৰজনীকান্ত বৰদলৈ বি-এ গুৱাহাটী, ১৯২৪
৩। চন্দ্ৰধৰ বৰুৱা, সাহিত্যৰত্ন, নগাওঁ, ১৯২৫

৪। পদ্মধৰ চলিহা এম-এ, বি-এল, মঙ্গলদৈ, ১৯৩৪
৫। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী, তেজপুৰ, ১৯৩৬
৬। কীৰ্তিনাথ শৰ্মা বৰদলৈ, গুৱাহাটী, ১৯৩৭
৭। অম্বিকাগিৰী ৰায়চৌধুৰী, শিৱসাগৰ, ১৯৪৪
৮। শ্ৰীকন্তমজী, ডিব্ৰুগড়, ১৯৪৭
৯। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ বি-এ, মাৰ্ঘেৰিটা, ১৯৫০
১০। কুলধৰ চলিহা, শ্বিলং, ১৯৫৩
১১। শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, গুৱাহাটী, ১৯৫৫
১২। শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, ধুবুৰী, ১৯৫৬
১৩। বিষ্ণুপ্ৰসাদ ৰাভা, তিনিচুকীয়া, ১৯৫৬
১৪। পদ্মধৰ চলিহা এম-এ, বি-এল , নগাওঁ, ১৯৫৯
১৫। শ্ৰীমানগোবিন্দ চক্ৰবৰ্তী, মিৰ্জা, ১৯৬০
১৬। পাৰ্ব্বতিপ্ৰসাদ বৰুৱা, গোৱালপাৰা, ১৯৬১
১৭। ডঃ ভূপেন হাজৰিকা, নাজিৰা ১৯৬৩
১৮। শ্ৰীশান্তিদেৱ ঘোষ, ডিগবৈ, ১৯৬৪
১৯। শ্ৰীমুক্তিনাথ শৰ্মা বৰদলৈ বি-টি, নলবাৰী, ১৯৬৫
২০। শ্ৰীপৰাগ চলিহা এম-এ, উত্তৰ লখীমপুৰ, ১৯৬৬
২১। শ্ৰীজীৱেশ্বৰ গোস্বামী, ডিব্ৰুগড়, ১৯৬৭
২২। শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, তেজপুৰ, ১৯৬৮
২৩। শ্ৰীগহনচন্দ্ৰ গোস্বামী, বৰপেটা, ১৯৬৯
২৪। ফণী শৰ্মা, ধিং ১৯৭০
২৫। শ্ৰীকমলনাৰায়ণ চৌধুৰী, মাকুম, ১৯৭১
২৬। ডাঃ অন্নদাচৰণ দাস, ধুবুৰী, ১৯৭২
২৭। শ্ৰীগজেন বৰুৱা, ৰঙিয়া, ১৯৭৩

## (ঞ) সংবাদ সাহিত্য সন্মিলন

১। শ্ৰীবেণুধৰ শৰ্মা, ডিব্ৰুগড়, ১৯৬৭

## (ট) প্ৰদৰ্শনী উদ্বোধন

১। ছাৰ চৈয়দ চাদুল্লা, শিৱসাগৰ, ১৯৪৪
২। বম্বাকুমাৰী ৰাজখোৱানী, ডিব্ৰুগড়, ১৯৪৭
৩। শ্ৰীজয়ৰাম দাস দৌলতৰাম, শ্বিলং, ১৯৫৩

৪। মহাদেৱ শৰ্মা, যোৰহাট, ১৯৫৪
৫। শ্ৰীঅমিয়কুমাৰ দাস, বি-এ, গুৱাহাটী, ১৯৫৫
৬। শ্ৰীহৰিপ্ৰসাদ গোৰ্খাৰায়, ধুবুৰী, ১৯৫৬
৭। দেবেশ্বৰ শৰ্মা বি-এল, তিনিচুকীয়া ১৯৫৮
৮। ডাঃ সূৰ্য্যকুমাৰ ভূঞা, নগাওঁ, ১৯৫৯
৯। বাগ্মীবৰ শ্ৰীনীলমণি ফুকন, মিৰ্জা, ১৯৬০
১০। ৰূপনাথ ব্ৰহ্ম বি-এল, গোৱালপাৰা, ১৯৬১
১১। বিমলাপ্ৰসাদ চলিহা, নাজিৰা, ১৯৬৩
১২। শ্ৰীগোবিন্দচন্দ্ৰ পৈৰা, ডিগবৈ, ১৯৬৪
১৩। প্ৰমথনাথ চক্ৰবৰ্তী, বি-এল, নলবাৰী, ১৯৬৫
১৪। শ্ৰীঅমিযকুমাৰ দাস, উত্তৰ লখীমপুৰ, ১৯৬৬
১৫। শ্ৰীবিষ্ণুৰাম মেধি, ডিব্ৰুগড়, ১৯৬৭
১৬। শ্ৰীহেম বৰুৱা, এম-এ, তেজপুৰ, ১৯৬৮
১৭। ডঃ মথুৰানাথ গোস্বামী, বৰপেটা, ১৯৬৯
১৮। ডঃ সত্যৰঞ্জন বৰুৱা, খিং, ১৯৭০
১৯। বাগ্মীবৰ শ্ৰীনীলমণি ফুকন, মাকুম, ১৯৭১
২০। ডঃ মহেশ্বৰ নেওগ, ধুবুৰী, ১৯৭২
২১। শ্ৰীযুগল দাস, বি-এছ-চি, ৰঙিযা, ১৯৭২

## সম্পাদকসকল

### (ক) প্ৰধান সম্পাদক

১। শৰৎচন্দ্ৰ গোস্বামী বি-টি, আই-এচ-অ', শিৱসাগৰ, ১৯১৭-১৮ চন
২। পদ্মনাথ গোহাঞিবৰুৱা, গোৱালপাৰা, ১৯১৮-১৯ চন
৩। সত্যনাথ বৰা, বৰপেটা, ১৯১৯-২০ চন
৪। শৰৎচন্দ্ৰ গোস্বামী, তেজপুৰ, ১৯২০-২৩ চন
৫। " " " , যোৰহাট, ১৯২৩-২৪ চন
৬। " " " , ডিব্ৰুগড়, ১৯২৪ চন
৭। " " " , গুৱাহাটী, ১৯২৪-২৫ চন
৮। " " " , নগাওঁ, ১৯২৫-২৬ চন
৯। " " " , ধুবুৰী, ১৯২৬-২৭ চন

| | |
|---|---|
| ৯ (ক) পূৰ্ণানন্দ শৰ্মা পাঠক বি-এল, | ১৯২৭ চন |
| ১০। „ „ „ | গোৱালপাৰা, ১৯২৭-২৮ চন |
| ১১। „ „ „ | যোৰহাট, ১৯২৯ চন |
| ১২। কমলাকান্ত বৰুৱা, ৰায়চাহাব, | গোলাঘাট, ১৯৩০-৩১ চন |
| ১৩। দেবেশ্বৰ চলিহা „ | শিৱসাগৰ, ১৯৩২-৩৩ চন |
| ১৪। „ „ „ | লখীমপুৰ, ১৯৩৩-৩৪ চন |
| ১৫। চন্দ্ৰধৰ বৰুৱা, „ | মঙ্গলদৈ, ১৯৩৪-৩৬ চন |
| ১৬। দেৱানন্দ শৰ্মা, „ | তেজপুৰ, ১৯৩৬-৩৭ চন |
| ১৭। ৰামেশ্বৰ বৰুৱা, „ | গুৱাহাটী, ১৯৩৭-৩৯ চন |
| ১৭ (ক) „ „ „ | বিশেষ অধিবেশন, যোৰহাট, ১৯৩৯-৪০ চন |
| ১৮। পূৰ্ণানন্দ শৰ্মা পাঠক বি-এল, | যোৰহাট, ১৯৪০-৪২ চন |
| ১৮ (ক) ৰামেশ্বৰ বৰুৱা, | যোৰহাট, ১৯৪২-৪৪ চন |
| ১৯। ডিম্বেশ্বৰ নেওগ এম-এ, বি-টি | শিৱসাগৰ, ১৯৪৪-৪৭ চন |
| ২০। শ্ৰীমুক্তানাথ বৰুৱা, বি-এ, | ডিব্ৰুগড, ১৯৪৭-৫০ চন |
| ২১। কেশৱনাৰায়ণ দত্ত এম-এ, বি-এল, | মাৰ্ঘেৰিটা, ১৯৫০-৫৩ চন |
| ২২। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা এম-এ, বি-এল, বি-টি, | শ্বিলং, ১৯৫৩-৫৪ চন |
| ২৩। „ „ „ | যোৰহাট, ১৯৫৪-৫৫ চন |
| ২৪। „ „ „ | গুৱাহাটী, ১৯৫৫-৫৬ চন |
| ২৫। শ্ৰীপৰাগধৰ চলিহা এম-এ, | ধুবুৰী, ১৯৫৬-৫৮ চন |
| ২৬। শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা বি এ, | তিনিচুকীয়া, ১৯৫৮-৫৯ চন |
| ২৭। শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি, | নগাওঁ, ১৯৫৯-৬০ চন |
| ২৮। ডঃ মহেশ্বৰ নেওগ „ | পলাশবাৰী, ১৯৬০-৬৩ চন |
| ২৯। ডঃ মহেশ্বৰ নেওগ „ | নাজিৰা, ১৯৬৩-৬৫ চন |
| ৩০। হৰিপ্ৰসাদ নেওগ এম-এ, | নলবাৰী, ১৯৬৫-৬৬ চন |
| ৩১। „ „ „ | উত্তৰ লখীমপুৰ, ১৯৬৬-৬৭ চন |
| ৩২। „ „ „ | ডিব্ৰুগড, ১৯৬৭-৬৮ চন |
| ৩৩। „ „ „ | তেজপুৰ ১৯৬৮-৬৯ চন |
| ৩৪। শ্ৰীআব্দুল মালিক এম-এ, | বৰপেটা ১৯৬৯ ৭০ চন |
| ৩৫। শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি, | ধিং ১৯৭০-৭১ চন |
| ৩৬। „ „ „ | মাকুম ১৯৭১-৭২ চন |
| ৩৭। „ „ „ | ধুবুৰী ১৯৭২-৭৩ চন |
| ৩৮। শ্ৰীনগেন শইকীয়া এম-এ, | ৰঙিয়া, ১৯৭৩-৭৪ চন |

## (খ) সহকাৰী সম্পাদক

১। দেৱেশ্বৰ শৰ্মা বি-এল ( তত্বজ্ঞান )
২। চন্দ্ৰনাথ শৰ্মা বি-এল আৰু দণ্ডিনাথ কলিতা
৩। চন্দ্ৰনাথ শৰ্মা আৰু জলতিৰাম লহকৰ
৪, ৫। হৰিনাথ পাঠক চৌধুৰী আৰু হৰিনাৰায়ণ দত্তবৰুৱা
৬। দেৱেন্দ্ৰনাথ বেজবৰুৱা আৰু হৰিনাথ পাঠক চৌধুৰী
৭। হৰিনাথ পাঠক চৌধুৰী আৰু নকুলচন্দ্ৰ ভূঞা
৮, ৯। বিষ্ণুচন্দ্ৰ বৰুৱা এম-এ, বি-এল আৰু হৰিনাৰায়ণ দত্তবৰুৱা
১০। হৰিনাৰায়ণ দত্তবৰুৱা আৰু বিষ্ণুচন্দ্ৰ বৰুৱা
১১। লক্ষেশ্বৰ শৰ্মা বৰুৱা বি-এ, বি টি আৰু শ্ৰীৰাধানাথ হাজৰিকা বি-এ
১২। লক্ষেশ্বৰ শৰ্মা বৰুৱা বি-এ, বি-টি আৰু হেৰম্বপ্ৰসাদ বৰুৱা এম-এ, বি-এল
১৩, ১৪। লক্ষেশ্বৰ শৰ্মা বৰুৱা বি-এ, বি-টি আৰু শ্ৰীমিত্ৰদেৱ মহন্ত
১৫। দেৱেন্দ্ৰনাথ বৰুৱা আৰু তুলসীনাৰায়ণ শৰ্মা ১৯৩৪-৩৫
১৬। শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত ১৯৩৬-৩৭
১৭, ১৮। শ্ৰীমুক্তানাথ বৰুৱা বি-এ ১৯৩৭-৩৯, ১৯৩৯-৪০
১৯। শ্ৰীধীৰেশ্বৰ ভট্টাচাৰ্য্য বি-এ ১৯৪০-৪১
২০। শ্ৰীমুক্তানাথ বৰুৱা বি-এ আৰু শ্ৰীধীৰেশ্বৰ ভট্টাচাৰ্য্য বি-এ, ৪২-৪৪
২১। শ্ৰীবলীনাৰায়ণ বৰুৱা, ১৯৪৪-৪৭
২২। শ্ৰীজিতেন্দ্ৰকুমাৰ বৰুৱা, ১৯৪৭-৫০
২৩। শ্ৰীহেমচন্দ্ৰ দত্ত বি-এ ১৯৫০-৫৩
২৪। শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি আৰু শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য্য এ-এ, ১৯৫৩-৫৪
২৫। শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি আৰু শ্ৰীকৰুণাধৰ বৰুৱা, ১৯৫৪-৫৫
২৬। শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি ১৯৫৫-৫৬, ১৯৫৬-৫৮, ১৯৫৮-৫৯
২৭। হৰিপ্ৰসাদ নেওগ এম-এ, ১৯৫৯-৬০, ১৯৬০-৬৩
২৮। হৰিপ্ৰসাদ নেওগ এম-এ আৰু শ্ৰীহেমন্তকুমাৰ শৰ্মা, ১৯৬৩-৬৫
২৯। শ্ৰীৰমা বৰঠাকুৰ বি-এ আৰু শ্ৰীদুৰ্গেশ্বৰ শৰ্মা এম-এ, ১৯৬৫-৬৬
৩০। শ্ৰীনগেন শইকীয়া এম-এ আৰু শ্ৰীনন্দ তালুকদাৰ এম-এ ১৯৬৬-৬৭
৩১। শ্ৰীনগেন শইকীয়া এম-এ আৰু শ্ৰীনন্দ তালুকদাৰ এম-এ, ১৯৬৭-৬৮
৩২। শ্ৰীনগেন শইকীয়া এম-এ আৰু শ্ৰীনন্দ তালুকদাৰ এম-এ, ১৯৬৮-৬৯
৩৩। শ্ৰীনগেন শইকীয়া এম-এ আৰু শ্ৰীনন্দ তালুকদাৰ এম-এ, ১৯৬৯-৭০
৩৪। শ্ৰীডিম্বেশ্বৰ শৰ্মা এম-এ আৰু শ্ৰীভগগিৰী ৰায়চৌধুৰী এম-এ, ১৯৭০-৭১

৩৫। শ্ৰীডিম্বেশ্বৰ শৰ্মা এম-এ আৰু শ্ৰীভগগিৰী ৰায়চৌধুৰী এম-এ, ১৯৭১-৭২

৩৬। শ্ৰীডিম্বেশ্বৰ শৰ্মা এম-এ আৰু শ্ৰীপ্ৰসন্নৰাম দাস এম-এ, ১৯৭২-৭৩

৩৭। শ্ৰীঅমল ৰাজখোৱা এম-এ আৰু শ্ৰীগোবিন্দ মহন্ত, ১৯৭৩-৭৪

## (গ) পত্ৰিকাৰ সম্পাদক

১ম, ২য়, ৩য়, ৬ষ্ঠ বছৰ—চন্দ্ৰধৰ বৰুৱা সাহিত্য ৰত্ন

৪ৰ্থ বছৰ—দেৱানন্দ ভঁৰালী বি-এ

৫ম বছৰ—পূৰ্ণানন্দ শৰ্মা পাঠক বি-এল আৰু ডিম্বেশ্বৰ নেওগ এম-এ, বি-টি

৭ম, ৮ম, ১১শ বছৰ—ডিম্বেশ্বৰ নেওগ এম-এ, বি-টি

৯ম, ১০ম বছৰ—ৰামেশ্বৰ বৰুৱা বি-এ

নতুন প্ৰকাশ, ১৮৭৪ শক—কেশৱনাৰায়ণ দত্ত এম-এ, বি-এল

১৩শ, ১৫শ বছৰ, ১৮৭৬, ১৮৭৮—শ্ৰীৰজনীকান্ত দেৱশৰ্মা এম-এ

১৪শ বছৰ, ১৮৭৭—প্ৰেমধৰ ৰাজখোৱা বি-এ

১৬শ, ১৭শ, ১৮শ, ১৯শ বছৰ, ১৮৭৯, ১৮৮০, ১৮৮১, ১৮৮২—ডঃ সত্যেন্দ্ৰনাথ শৰ্মা

২০শ, ২১ (১, ২) বছৰ, ১৮৮৩, ১৮৮৪—শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি

২১শ (৩), ২২শ বছৰ, ১৮৮৪, ১৮৮৫—শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী এম-এ

২৩শ, ২৪শ, ১৮৮৭, ১৮৮৮—শ্ৰীযোগেশ দাস এম-এ

২৫শ বছৰ, ১৮৮৯—ডঃ সত্যেন্দ্ৰনাৰায়ণ গোস্বামী

২৬শ বছৰ, ১৮৯০—শ্ৰীদুৰ্গেশ্বৰ শৰ্মা এম-এ

২৭শ বছৰ (১), ১৮৯১—ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য্য এম-এ

২৭শ (২, ৩), ২৯শ (১) বছৰ—শ্ৰীযতীন্দ্ৰনাথ গোস্বামী এম-এ, বি-টি

২৮শ (২, ৩), ২৯শ (১), বছৰ ১৮৯৩—শ্ৰীআব্দুছ ছাত্তাৰ এম-এ, বি-টি

২৯শ (২, ৩), বছৰ ১৮৯৩-৯৪—শ্ৰীপৰেশমল্ল বৰুৱা এম-এ, বি-টি

৩০শ বছৰ, ১৮৯৪-৯৫—শ্ৰীহেমন্তকুমাৰ শৰ্মা এম-এ